# সাহিত্যৰ নন্দন তত্ত্ব

চিত্ত ডেকা



চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১

**SAHITYAR NANDAN TATTA** An Anthology of articles, written by Chitta Deka and published by Rajendra Mohan Sarma on behalf of Chandra Prakash, Guwahati- 1 Price Rs 500 00 only

**প্ৰকাশক ঃ** শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ ঃ ২৫১১৯৪৬

প্ৰথম সংস্কৰণ ঃ ২০০৭

মূল্য ঃ ৫০০,০০ টকা

বেটুপাত ঃ উৎপল বৰা

**ডি টি পি ঃ** কে, ডি, কম্পিউটেক
ভৰলুমুখ, গুৱাহাটী-৯

**মুদ্ৰক ঃ** হেমকোষ ষ্টেচনাৰ্চ, গুৱাহাটী-৭৮১০২১





সবিনয়ে

আমাৰ পৰম আৰাধ্য শিক্ষাগুৰু জীৱনৰ পথ প্ৰদৰ্শক মহান শিক্ষাবিদ প্ৰয়াত চন্দ্ৰ মোহন শৰ্মাৰ পূণ্য স্মৃতিত "সাহিত্যৰ নন্দন তত্ত্ব" সবিনয়ে নিবেদন কৰিলো।

চিত্ত ডেকা

দেশ বিদেশৰ বিখ্যাত সাহিত্যিকৰ জীৱন আৰু সাহিত্য অধ্যয়ন কৰি অন্তৰত যি এক গভীৰ পৰিতৃপ্তি অনুভৱ কৰিছিলো তাৰ ফলস্বৰূপে সৃষ্টি হ'ল 'সাহিত্যৰ নন্দন তত্ত্ব' নামৰ প্ৰবন্ধ সংকলনখন। প্ৰবন্ধবোৰ সময়ৰ ক্ৰম অনুযায়ী লিপিবদ্ধ কৰা হোৱা নাই, যেতিয়াই যিটো প্ৰবন্ধ লিখা হৈছে তেতিয়াই কেবাখনো বাতৰি কাকতৰ সাহিত্য আৰু শব্দ শিল্প পৃষ্ঠাত ছপা হৈ ওলাইছে। যিসকল লেখকৰ জীৱন কাহিনী আৰু সাহিত্যই আমাক গভীৰভাৱে আলোড়িত কৰিছে সেইসকলৰ জীৱন দৰ্শন আৰু সাহিত্য সৃষ্টিৰ চমু আলোচনাৰে নান্দনিক সুষমা বিচাৰ কৰাৰ প্ৰয়াস কৰা হৈছে। আমাৰ এই নিঃকিন প্ৰয়াসে পাঠকসকলক অলপ হ'লেও আমোদ দিব পাৰিলে আমাৰ প্ৰয়াস সাৰ্থক হোৱা বুলি আশ্বস্ত হ'ম। 'চন্দ্ৰ প্ৰকাশ'ৰ লব্ধ প্ৰতিষ্ঠ প্ৰকাশক শ্ৰীযুত ৰাজেন্দ্ৰ মোহন শৰ্মাৰ প্ৰেৰণা আৰু পৃষ্ঠপোষকতাতে গ্ৰন্থখনে প্ৰকাশৰ মুখ দেখিলে। এইখিনিতে তেখেতলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলো। সদৌ শেহত অনিচ্ছাকৃত ভুল-ভ্ৰান্তি আৰু বৰ্ণাশুদ্ধিৰ বাবে পাঠক সমাজৰ ওচৰত ক্ষমা ভিক্ষা কৰিলোঁ।

চিত্ত ডেকা

# সূচীপত্র

# উপন্যাসৰ নন্দন তত্ত্ব বিচাৰ

উপন্যাসৰ নন্দন তত্ত্ব বিচাৰৰ কোনো সৰ্বভাৰতীয় পদ্ধতি বা মেথড অদ্যাবধি ভাৰতীয় সাহিত্যত আবিষ্কাৰ হোৱা নাই। পাশ্চাত্য সাহিত্যৰ গৱেষক পণ্ডিতসকলৰ দ্বাৰা আবিষ্কৃত পদ্ধতি বা মেথডৰ ওপৰত নিৰ্ভৰ কৰি ভাৰতীয় সাহিত্যৰ কেতবোৰ তাত্বিক দিশ নিৰ্ণয় কৰা হয় আৰু এইবোৰ সম্পূৰ্ন ভাৰতীয় পৰিৱেশত সামান্যীকৰণ কৰি লোৱা হয়। এনেদৰেই পদ্ধতি বা মেথডৰ সামান্যীকৰণ (ইউনিভাৰ্চেলাইজেশান) ঘটোৱা হয়। সমাজবিজ্ঞান বা তত্ত্ব চিন্তাৰ আধুনিক বিশেষ সমস্যাবোৰ সকলো সময়তে পাশ্চাত্য জীৱনৰ পৰা সংগৃহীত হয়। সামান্যীকৰণৰ পিছত সেইবিলাক পদ্ধতি আমাৰ দেশৰ বিশেষ সমস্যাৰাজিৰ ক্ষেত্ৰত সূত্ৰ হিচাপে প্ৰয়োগ কৰা হয়। সাহিত্যৰ বিচাৰ পদ্ধতিও পাশ্চাত্য সাহিত্যৰ সামান্যীকৰণ পদ্ধতিৰ জৰিয়তে আমাৰ দেশত প্ৰয়োগ কৰা হয়। কবিতাৰ নান্দনিক বিচাৰৰ বাবেও ইংৰাজী সাহিত্যৰ কাব্য তত্ত্বৰ আধাৰক একক হিচাপে ব্যৱহাৰ কৰা হয়। ভাৰতীয় কাব্য সাহিত্যৰ আধুনিকতাৰ বিচাৰো এলিয়টি বিধানৰ জৰিযতে কৰা দেখা যায়। বিশ্বকবি ৰবীন্দ্ৰনাথৰ কাব্যিক বিশ্লেষণো পাশ্চাত্যৰ বিভিন্ন ৰোমান্তিক কাব্য সাহিত্য তত্ত্বৰ নিৰিখৰ ওপৰত ভিত্তি কৰি আগবঢ়োৱা হয়। ভাৰতীয় সাহিত্যত আধুনিকতাবাদ আৰু উত্তৰ আধুনিকতাবাদৰ বিচাৰো কৰা হয় পাশ্চাত্য সাহিত্যৰ বিচাৰ বিশ্লেষণ পদ্ধতিৰ ওপৰত অবলম্বন কৰি। এই বিশ্লেষণ পদ্ধতিক আমাৰ দেশৰ পৰিৱেশৰ মাজত ইউনিভাৰ্চেলাইজেশ্যন কৰি সূত্ৰ হিচাপে প্ৰয়োগ কৰি সাহিত্যৰ বিচাৰ বিশ্লেষণ আগবঢ়োৱা হয়। পৃথিৱীৰ বিভিন্ন ভাষাৰ সাহিত্যত নন্দন চিন্তাৰ যিবোৰ সূত্ৰ উদ্ভাৱন কৰা হৈছে সেইবোৰ আমাৰ সাহিত্যত প্ৰয়োগ কৰি কবিতাতেই হওঁক বা নাটকতেই হওঁক বা উপন্যাসতেই হওঁক নান্দনিক তত্ত্বৰ বিচাৰ কৰা হয়। যেতিয়া পৃথিৱীৰ কোনো ভাষাত নন্দন আলোচনাৰ নতুন সূত্ৰ উদ্ভাৱন হয় তেতিয়াই সেই দেশৰ বা ভাষাৰ শিল্প সাহিত্যৰ এক নতুন পাঠ সমীক্ষা আমাৰ সাহিত্যলৈও আহে। শিল্প সাহিত্য সাধাৰণতে স্থানীয় আৰু সাময়িক হোৱা দেখা যায়। এখন দেশৰ ভাষা সাহিত্য সেই দেশৰ চাৰি সীমাৰ মাজতে আবদ্ধ বুলি কোৱা হয় যদিও সেই ভাষাৰ স্থানীয়তা বা সাময়িকতাই বিশ্বজনীন ৰূপ পায় কেৱল নন্দন সূত্ৰৰ বিশ্লেষণৰ যোগেদি। নন্দন তত্ত্ব বিচাৰৰ যোগেদি এটা ভাষাৰ

সাহিত্যই সেই দেশৰ স্থানীয় পৰিসীমা অতিক্ৰম কৰি বিশ্বজনীনতালৈ ৰূপান্তৰ হয়। ইংৰাজী সাহিত্যৰ বিশ্বজনীনতা, গ্ৰীক নাটকৰ সামান্যীকৰণ কেৱল নন্দন তত্ত্ব বিচাৰৰ জৰিয়তে সম্ভৱ হৈছে। সেযেহে সাহিত্যৰ নন্দন তত্ত্ব বিচাৰ কৰাটো এক বিশ্বজনীন প্ৰক্ৰিয়া। একেটা পদ্ধতি বা মেথডৰ ওপৰত ভিত্তি কৰি সাহিত্যৰ নন্দন তত্ত বিচাৰ কৰা হয়।

লিৰিক, এপিক আৰু ট্ৰেজেডীত শব্দ ব্যৱহাৰৰ বিচাৰৰ এটা স্বীকৃত প্ৰক্ৰিযা প্ৰাচীন কালৰে পৰা ধাৰাবাহিক ভাৱে প্ৰচলিত হৈ আছে। এই বিচাৰৰ ৰীতি-নীতি সুপ্ৰতিষ্ঠিত— এই সুপ্ৰতিষ্ঠিত ৰীতি-নীতিৰ মাজেৰে এইবোৰ সাহিত্যকৰ্মৰ বিচাৰ বিশ্লেষণ কৰা হয়। শব্দৰ ব্যৱহাৰ বিচাৰৰ সেই স্বীকৃত ৰীতি-নীতিৰ মাজেৰে নতুন নতুন ব্যাখ্যা বিশ্লেষণ, নতুন নতুন অনুসিদ্ধান্ত আগবঢ়োৱা হয। পৃথিৱীৰ প্ৰতিটো ভাষাৰে লিৰিক, এপিক আৰু ট্ৰেজেডীৰ নন্দন বিচাৰৰ প্ৰচলিত নীতি নিযম আছে— সেই নীতি নিয়মৰ প্ৰকাশ ভাষাভেদে বেলেগ বেলেগ হ'লেও অন্তৰ্নিহিত সাৰাংশ কিন্তু একেই। এই সাহিত্য কৰ্মৰ সমালোচনা বিধি বহুত পৰিমাণে স্বাৱলম্বী আৰু এটা প্ৰচলিত কাঠামোৰ ভিতৰত পেলাই গল্প, কবিতা আৰু নাটকৰ সমালোচনা আগবঢ়োৱা হয। অৱশ্যে সাহিত্যৰ প্ৰকাৰভেদে সমালোচনাৰ বিধিও বেলেগ বেলেগ হয়, নান্দনিক বিচাৰ বিশ্লেষণৰো তাৰতম্য ঘটে। কিন্তু সেই একে পদ্ধতি বা মেথড উপন্যাসৰ নন্দন তত্ত্ব বিচাৰৰ ক্ষেত্ৰত প্ৰযোজ্য নহয। উপন্যাসৰ উপকৰণ, বিশ্লেষণ আৰু সত্য নিৰ্দ্ধাৰণৰ এক স্বতঃসিদ্ধ অনুসিদ্ধান্ত নাই। লুকাচ আৰু আযান ওযাটৰ মতে বিপৰীতধৰ্মী। লুকাচৰ "থিওৰি অৱ নভেল" আৰু ওয়াটৰ 'ডি ৰাইজ' অৱ নভেল'ত উপন্যাসৰ উপকৰণ বিন্যাসৰ ক্ষেত্ৰত বেলেগ বেলেগ সিদ্ধান্ত আগবঢ়াইছে। তেওঁলোকৰ এই ভিন্ন ভিন্ন দৃষ্টিভঙ্গীয়ে সমালোচকসকলক বিভ্ৰান্ত কৰা দেখা যায়। লুকাচে উপন্যাসত সমকালীন বাস্তৱতা কাক বোলে, বিষয আৰু ফৰ্মৰ অৰ্ন্তসম্পৰ্ক কেনেদৰে ৰক্ষা কৰা হয়, উপকৰণৰ ব্যাখ্যা আদি নিজা দৃষ্টিভঙ্গীৰে বৰ্ণনা কৰিছে। কেতবোৰ আলোচ্য উপন্যাসৰ বিষয় আগত ৰাখি উপন্যাসৰ প্ৰকৰণ, কাহিনী বিন্যাস, শিল্প প্ৰকৰণ আদিৰ বিভিন্ন উপাদান ডাঙি ধৰিছে। এই উপাদান সমূহ একদাৰ্শনিক সূত্ৰৰে গাঁঠি লোৱা হৈছে। লুকাচৰ থিওৰিয়ে উপন্যাস বুজাত সহায় কৰে, ঔপন্যাসিকৰ অন্বেষণ সম্পৰ্কে সচেতন কৰে, আনকি কি দৰে উপন্যাসৰ ৰূপ পৰিগ্ৰহ কৰিছে সেই প্ৰক্ৰিয়া সম্পৰ্কেও আগ্ৰহী কৰি তোলে। কিন্তু তেওঁ উপন্যাসৰ সত্তা বা সংজ্ঞা সংক্ৰান্ত কোনো প্ৰশ্নৰ অৱতাৰণা কৰা নাই। কাক আমি উপন্যাস বুলিম, কোনবিধ ৰচনা উপন্যাসৰ শাৰীত পৰিছে, উপন্যাস হৈ উঠাৰ নান্দনিক একক কি সেই বিষয়ে

কোনো কথা জনোৱা নাই বা উপন্যাস হিচাপে স্বীকৃতি দিয়াৰ কোনো এটা নির্দিষ্ট মাপকাঠিও ঠিক কৰি দিয়া নাই। আনহাতে ওয়াটেও উপন্যাসৰ নান্দনিক এককৰ সন্ধান দিয়া পৰিলক্ষিত হোৱা নাই। উপন্যাসৰ ভাব-ভাষা, আঙ্গিক আৰু উপকৰণ সম্পৰ্কে বিশ্লেষণ ডাঙি ধৰিছে যদিও কাক আমি উপন্যাস বুলিম —উপন্যাস বোলাৰ একক বা ইউনিট কি সেই সম্পৰ্কে কোনো দাৰ্শনিক তত্ত্ব আগবঢ়োৱা নাই। সেয়েহে উপন্যাসৰ নন্দন তত্ত্ব বিচাৰ পাশ্চাত্য সাহিত্যতো বৰ এক সুনিদিষ্ট পৰিধিৰ ভিতৰত সম্ভৱ হৈ উঠা নাছিল। কিন্তু চোভিয়েট চিন্তাবিদ্ মিখাইল বাখতিনৰ উপন্যাস চিন্তা আৰু ইযাৰ তত্ত্ব বিচাৰ সম্প্ৰতি ইউৰো আমেৰিকাৰ চিন্তা জগতত প্ৰবল আলোড়নৰ সৃষ্টি কৰিছে। বাখতিনৰ নন্দন চিন্তাৰ নতুন পদ্ধতিয়ে পাশ্চাত্য সাহিত্যত উপন্যাসৰ নন্দন তত্ত্ব বিচাৰৰ ক্ষেত্ৰত এক নতুন দিগন্তৰ উন্মোচন কৰিছে। তেওঁ প্ৰধানকৈ ৰুচ উপন্যাস আৰু তাৰ ভিতৰতো দস্তভয়েস্কিৰ উপন্যাসৰ শিল্পৰূপ সম্পৰ্কে কেতবোৰ সামান্যীকৰণৰ সংজ্ঞা বাহিৰ কৰিছে। অৱশ্যে তেওঁৰ এই সংজ্ঞাসমূহ আধুনিক লেখাৰ ভিতৰত নপৰে। কাৰণ তেওঁ ত্ৰিশ চল্লিশ দশকতে উপন্যাসৰ নন্দন বিচাৰৰ ওপৰত দৃষ্টিপাত কৰিছিল। কিন্তু তেওঁৰ ৰচনা সমূহৰ সৈতে ইউৰো আমেৰিকাৰ নন্দন তত্ত্ব জিজ্ঞাসু সকলৰ পৰিচয় ঘটাৰ সুযোগ হৈছে কেৱল যাঠিৰ দশকতহে। যাঠিৰ দশকত তেওঁৰ লেখনী সমূহ ইংৰাজীলৈ অনুদিত হয় আৰু বিশ্বৰ নন্দন তাত্বিকসকলৰ মাজত বিচাৰ বিশ্লেষণৰ ক্ষেত্ৰত এক নতুন এককৰ সন্ধান লাভ কৰে। তেওঁৰ লেখাৰ ওপৰত এতিয়াও ইউৰো আমেৰিকাৰ তাত্বিকসকলৰ মাজত বিচাৰ বিশ্লেষণ চলি আছে। ৰুচ ভাষাত বাখতিনৰ কেবাখনো গ্ৰন্থ প্ৰকাশ হৈছে। তাৰ ভিতৰত 'প্ৰবলেমচ্ অৱ দস্তয়েভাস্কিচ্ আৰ্ট' (১৯২৯) 'ৰ্যাবলে এণ্ড ফোক কালচাৰ অৱ ডি মিডল এজেড্ এণ্ড ৰেনাছাচ' (১৯৬৫) উল্লেখযোগ্য। প্ৰথম কিতাপখনৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ হয় ১৯৬৩ চনত আৰু তৃতীয় সংস্কৰণ প্ৰকাশ হয় ১৯৭২ চনত। প্ৰথম গ্ৰন্থ দুখনৰ ইংৰাজী অনুবাদ প্ৰকাশ হৈ ওলাইছে যথাক্ৰমে ১৯৭৩ আৰু ১৯৬৮ চনত। ইয়াৰোপৰি তেওঁ লিখা কেতবোৰ প্ৰবন্ধ সংকলিত হৈ ওলাইছে আৰু সেই সংকলনৰ নাম 'ডায়ালজিক ইমাজিনেশ্যন'। বাখতিনৰ এই ৰচনাসমূহ প্ৰকাশ হোৱাৰ পিছত পাশ্চাত্য সাহিত্যত বাখতিন সম্পৰ্কে চিন্তা চৰ্চ্চা আৰম্ভ হৈছে। আনকি তেওঁৰ 'ডায়ালজিক ইমাজিনেশ্যন'ৰ ওপৰত গবেষনাও চলিছে। বাখতিনৰ সাহিত্য কৰ্মৰ ওপৰত আলোচনা হোৱাৰ লগে লগে তেওঁৰ জীৱনৰ পৰৱৰ্তী আৰু বৌদ্ধিক কৰ্ম ৰাজিৰ ওপৰতো চিন্তা চৰ্চ্চা আৰম্ভ হৈছে।

বাখতিনৰ জন্ম ১৮৯৫ চনত ৰাচিয়াত। ৰাচিয়াত তেতিয়া প্ৰাক্ বিপ্লৱৰ তাত্ত্বিক চিন্তা চৰ্চাৰ গুণগুণনি আৰম্ভ হৈছে। ৰুচ বিপ্লৱৰ কেন্দ্ৰস্থল পিটাৰ্চবুৰ্গ বিশ্ববিদ্যালয়ত তেতিয়া সাহিত্য দৰ্শন সমাজ বিজ্ঞানৰ তত্ত্ব বিচাৰ বিশ্লেষণৰ উত্তাল আলোড়ন— সেই সময়তে বাখতিন আছিল সেই বিশ্ববিদ্যালয়ৰ তৰুণ ছাত্ৰ। ৰাচিয়ান কাব্য সাহিত্যত প্ৰতীকবাদৰ পৰীক্ষা নিৰীক্ষা আৰম্ভ হৈছে। সেইলৈ চিম্বলিষ্ট, ফিউচাৰিষ্ট, একমেইষ্টসকলৰ মাজত মতান্তৰৰ যুদ্ধ চলিছে। পেট্ৰ'ভ, ভেদেনস্কি আৰু ভেচেলভস্কিৰ নেতৃত্বত তুলনামূলক সাহিত্যৰ ওপৰত নতুন চিন্তা চৰ্চা আৰম্ভ হৈছে। ভেদেনস্কি তুলনামূলক সাহিত্যৰ অধ্যাপক আৰু তেওঁ ইউৰোপৰ প্ৰধানতম নব্য কান্টপন্থীৰ অন্যতম। বাখতিনে পিটাৰ্চবুৰ্গ বিশ্ববিদ্যালয়ত অধ্যাপক জেলিনস্কিৰ ওচৰত ৰোম সভ্যতাৰ বিষয়ে অধ্যয়ন কৰিছিল। তুলনামূলক সাহিত্যতো তেওঁ গৱেষণা কৰিছিল। পিটাৰ্চবুৰ্গ বিশ্ববিদ্যালযৰ পৰা অধ্যয়ন আৰু গৱেষণা শেষ কৰি তেওঁ পশ্চিম ৰাচিয়াৰ নেভেল চহৰলৈ আহি শিক্ষকতা কৰিবলৈ লয়। নেভেল চহৰ তেতিযা তাত্ত্বিক দাৰ্শনিক আৰু বৌদ্ধিক সমাজৰ কেন্দ্ৰস্থল। ৰাচিয়াৰ বিক্ষুব্ধ গোষ্ঠীৰ নায়ক বাখতিনৰ লগত আছিল তেওঁৰ অনুৰাগী বন্ধু লেভপামপিয়ানস্কি— পিছত তেওঁ লেলিনগ্ৰাড বিশ্ববিদ্যালয়ৰ ভাষাতত্ত্বৰ অধ্যাপক, ভি এন ভোলচমোভ— এওঁ আছিল উদীয়মান প্ৰতীকবাদী কবি—তাৰ পিছত ভাষাতত্ত্ববিদ। এচ্ ভি যুদিনা— পিছত চোভিয়েট ইউনিয়নৰ প্ৰধান পিয়ানোবাদক। আই, আই, চোলাৰতিনস্কি পিছত লেলিনগ্ৰাড কিলহাৰ মনিকৰ শিল্প নিৰ্দ্দেশক, বি, এম, জুবাজিন— পুৰাতত্ত্ববিদ আৰু আছিল মাতভেই আইজাক কাগান— তেতিয়া তৰুন দাৰ্শনিক, জাৰ্মানীত দহবছৰ অধ্যয়ন কৰি দেশলৈ উভতি আহিছে। কাগান আছিল ছোভিয়েট শক্তিৰ উৎস সম্পৰ্কে ৰচনা কৰা প্ৰকাণ্ড এনচাইক্লোপেডিয়াৰ অন্যতম সম্পাদক। বাখতিনৰ ব্যক্তিগত বন্ধু আছিল কাগান। এই আটাইসোপা চিন্তাবিদৰ মাজত ভাষা তত্ত্ব সাহিত্য দৰ্শন সঙ্গীত শিল্প আদিৰ বিষয়লৈ বৌদ্ধিক চিন্তা চৰ্চা আৰম্ভ হৈছিল। এওঁলোকক ছোভিয়েট সংস্কৃতিৰ বিক্ষুব্ধ গোষ্ঠী হিচাপে অভিহিত কৰা হয় যদিও এওঁলোকৰ তাত্ত্বিক চিন্তাই বিপ্লৱ বিটৌত ৰাচিয়াৰ ভাব জগতত এক গভীৰ আলোড়নৰ সৃষ্টি কৰিছিল। ১৯২০ চনত বাখতিন গুচি আহে ভিটেবস্কলৈ আৰু তাতেই ১৯২১ চনত তেওঁ এলেনা ওকোলোভিককৰ সৈতে বিবাহ শাপত আবদ্ধ হয়। এই ভিটেবস্কত থাকোতেই তেওঁৰ হাড়ৰ অসুখ হয় আৰু এই অসুখৰ ফলত ১৯৩৮ চনত তেওঁৰ এখন ভৰি কাটি পেলাবলগীয়া হয়। ১৯২৯ চনত ৰাচিয়াত ষ্টেলিনৰ ব্যভিচাৰ পৰ্ব আৰম্ভ হয়। সেইসময়তে ষ্টেলিনৰ বিদ্বেষী বুলি তেওঁ ছবছৰৰ বাবে কাজাখাস্তানৰ কুস্তাবাজত

নির্বাসিত জীৱন যাপন কৰিবলগীয় হয়। ১৯২৯ চনত তেওঁৰ প্ৰথম গ্ৰন্থ 'প্ৰৱলেমচ্'অৱ দস্তয়েভস্কিচ আৰ্ট প্ৰকাশ হৈ ওলায়। কিন্তু সেই সময়ত তেওঁ নিৰ্বাসিত জীৱন যাপন কৰিবলীয়া হোৱা বাবে কিতাপখনে পঢ়ুৱৈৰ মাজত আলোড়ন সৃষ্টি কৰিব নোৱাৰিলে। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত তেওঁ মস্কোৰ নিকটবৰ্তী এটা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰি আছিল। ১৯৫৭ চনত তেওঁ সাৰানস্কে শিক্ষক প্ৰশিক্ষণ বিশ্ববিদ্যালয়ত ৰুচ আৰু বিশ্বসাহিত্যৰ অধ্যাপক হিচাপে নিযুক্ত হয় আৰু তাৰ পৰাই তেওঁ ১৯৬১ চনত অৱসৰ গ্ৰহন কৰি মস্কোলৈ গুছি আহে। মস্কোত থাকোতেই ১৯৭৫ চনৰ ৭ মাৰ্চৰ দিনা তেওঁৰ মৃত্যু হয়।

তেওঁৰ জীৱিতকালত যি কেইখন গ্ৰন্থ ৰচনা কৰিছিল তাৰে ভিতৰত দস্তয়েভস্কিৰ বিষয়ে আৰু ৰ্যাবলে বিষয়ক গ্ৰন্থখন উল্লেখযোগ্য। দস্তয়েভস্কিৰ উপন্যাসৰ নন্দন তত্ত্ব বিচাৰৰ গ্ৰন্থখনৰ দ্বিতীয় আৰু তৃতীয় সংস্কৰনো প্ৰকাশ হয়। পিছৰ দুটা সংস্কৰণত বাখতিনৰ নন্দন তত্ত্ব বিচাৰৰ গভীৰ চিন্তা শক্তি বিকশিত হৈ উঠিছে। দস্তয়েভস্কিৰ উপন্যাসৰ বিষয়ে ৰচনা কৰা প্ৰথম সংস্কৰণত উপন্যাস সম্পৰ্কে বাখতিনে কেতবোৰ প্ৰশ্ন উত্থাপন কৰিছে আৰু এই প্ৰশ্নবোৰৰ যথাযথ উত্তৰ তেওঁ সুদীৰ্ঘ চৌত্ৰিশ বছৰ ধৰি অনুসন্ধান কৰাৰ পাছত দ্বিতীয় সংস্কৰণত তেওঁৰ স্বকীয় দৃষ্টিভঙ্গীৰে লিপিবদ্ধ কৰিছে। এই ৩৪ বছৰীয়া অনুসন্ধানৰ সাৰ বস্তু তেওঁৰ একেখন কিতাপৰ দ্বিতীয় সংস্কৰণত সংযোজন কৰিছে। ১৯৬৩ চনত দ্বিতীয় সংস্কৰণ প্ৰকাশ হৈ ওলায়। তাৰমাজতে তেওঁ 'ডায়ালজিক ইমাজিনেশ্যন' নামেৰে সংকলিত কৰা প্ৰবন্ধসমূহত উপন্যাসৰ শিল্পকৰ্মসমূহৰ নান্দনিক বিচাৰ সম্পৰ্কে ব্যাখ্যা আগবঢ়াইছে। এই প্ৰবন্ধসমূহত তেওঁ নাটক লিৰিক, এপিক এই তিনিশ্ৰেণীৰ সাহিত্যৰ বৈশিষ্ট্য আৰু পাৰ্থক্য সম্পৰ্কে মত ডাঙি ধৰি কৈছে যে এই তিনিপ্ৰকাৰ সাহিত্যৰ লগত উপন্যাসৰ ৰিজনি কৰিব নোৱাৰি। উপন্যাসৰ শিল্পৰূপ একেবাৰে সুকীয়া।

বাখতিনে উপন্যাসৰ নন্দন আৱিষ্কাৰ কৰিবলৈ গৈ সাহিত্যৰ একমাত্ৰ উপকৰণ ভাষা বিচাৰৰ পদ্ধতি ওলোটাই দিছে। লিৰিক, এপিক, ট্ৰেজেডি এই তিনি প্ৰকাৰৰ সাহিত্য ইউৰোপীয় সভ্যতাত প্ৰাচীন কালৰ পৰাই চলি আহিছে। সেয়েহে এই তিনি প্ৰকাৰৰ সাহিত্যত শব্দৰ ব্যৱহাৰ, শব্দৰ নান্দনিক বিচাৰ প্ৰক্ৰিয়া প্ৰাচীন কালৰে পৰা ধাৰাবাহিকভাৱে চলি আহিছে। এই শব্দ বিচাৰৰ পদ্ধতি আৰু ৰীতি-নীতি সুপ্ৰতিষ্ঠিত আৰু কাঠামোও মজবুত। সেই কাঠামো ভাঙি নতুনকৈ বিচাৰ বিশ্লেষণ কৰাটো একপ্ৰকাৰ অসম্ভৱ। শব্দ বিচাৰ প্ৰচলিত ৰীতি-নীতিৰ মাজত থাকি নতুন নতুন ব্যাখ্যা, নতুন নতুন বিশ্লেষণ বা নতুন নতুন সিদ্ধান্ত বাহিৰ কৰা হৈছে। এই তিনি শ্ৰেণীৰ

সাহিত্যৰ শব্দ বিচাৰ পদ্ধতি সুপ্ৰতিষ্ঠিত হোৱা বাবে সমালোচনা বিধিও স্বাৱলম্বী। সেই একে বিচাৰ পদ্ধতিৰে উপন্যাসৰ বিচাৰো কৰি অহা হৈছে যদিও উপন্যাসৰ সমালোচনা বিধি অধিক পৰিব্যাপ্ত। কবিতা বা লিৰিকত শব্দ ব্যৱহাৰৰ প্ৰক্ৰিয়া বিচাৰ কৰিবলৈ যাওঁতে দৈনন্দিন ব্যৱহৃত শব্দৰ কেনেধৰণে জন্মান্তৰ ঘটিছে তাক বিচাৰি উলিওৱা হয়। লিৰিকত শব্দৰ কবিত্ব বিচাৰ কৰা হয়। যিহেতু কবিতাৰ শব্দ সম্ভাৰ সীমিত গতিকে শব্দ বিচাৰ পদ্ধতি সহজসাধ্য। কিন্তু সেই একে পদ্ধতিৰে এপিক বা নাটক বা উপন্যাসত ব্যৱহৃত শব্দৰ নান্দনিক বিচাৰ সহজসাধ্য নহয়। কিয়নো উপন্যাস বা নাটকত শব্দৰ সংখ্যা বহুগুণে বেছি। নাটকৰ কোনো কোনো অংশক লিৰিকৰ মৰ্য্যাদা দিয়া হয়। গ্ৰিক নাটক আৰু চেক্সপিয়েৰৰ নাটকৰ কোনো কোনো অংশক লিৰিক হিচাপেও গণ্য কৰা হয়। লিৰিকত শব্দৰ জন্মান্তৰ ঘটে আৰু সেই জন্মান্তৰৰ মাজতে ফুটি উঠে কাব্যিক সৌন্দৰ্য্য।

বিশ্বসাহিত্যৰ বিখ্যাত কাব্য আৰু নাট্য কাব্যসমূহৰ ভিতৰত ওয়োদিপাউচ, ডিভাইন ক'মেডি, হেমলেট আৰু ফাউস্তৰ মাজতো একে লিৰিকেল পদ্ধতিৰে শব্দ বিচাৰ কৰা হয়। কিন্তু উপন্যাসৰ ক্ষেত্ৰত এই শব্দ বিচাৰ পদ্ধতি প্ৰযোজ্য নহয়। কিযনো উপন্যাসত শব্দ বিস্তৃতি অধিক আৰু ইযাত শব্দৰ অৰ্থান্তৰো নঘটে। নাটকৰ চৰিত্ৰই যি কাৰণে যি ভাষাত কথা কয় সেই একে ধৰণে একে ভাষাতে কথা নকয়। উপন্যাসত ভিন্ ভিন্ চৰিত্ৰৰ সংলাপো ভিন্ ভিন্। সংলাপৰ মাজেদি কাহিনীৰ জকাটো গঢ়ি উঠে। লিৰিক, এপিক, ট্ৰেজেডীত লেখকৰ উপস্থিতি উহ্য ৰখা হয বিশেষ ফৰ্মৰ বাবে। উপন্যাসত ফৰ্মৰ প্ৰয়োজনতে ঔপন্যাসিকৰ উপস্থিতি অনুভৱ কৰা হয। উপন্যাসত ঔপন্যাসিকে অত্যন্ত সচেতনভাবে শব্দ সংকৰ ঘটাই একোটা সংগঠন তৈয়াৰ কৰি লয। ইয়াত শব্দৰ জন্মান্তৰ বা অৰ্থান্তৰ নঘটে। বৰং শব্দক অধিকভাবে অৰ্থৰ লগত বান্ধি ৰখা হয আৰু সেই অৰ্থান্তৰহীন শব্দক তাৰ মুল অৰ্থসহ ভিন্ন উদ্দেশ্যত ব্যৱহাৰ কৰা হয। সেইকাৰণে সাহিত্যৰ অন্যান্য প্ৰকাৰত যিবোৰ নান্দনিক বিচাৰ পদ্ধতি ব্যৱহাৰ কৰি শিল্পৰূপ বিচাৰ কৰা হয় বা সমালোচনাৰ আত ধৰা হয সেইবোৰ নান্দনিক পদ্ধতি উপন্যাসৰ শিল্পৰূপ বিচাৰৰ ক্ষেত্ৰত প্ৰযোগ কৰা নহয়। তেতিয়াহ'লে নাটক আৰু উপন্যাসৰ সমালোচনা পঢ়ি কোনটো নাটকৰ সমালোচনা, কোনটো উপন্যাসৰ সমালোচনা তাক বাচি উলিওৱা সম্ভৱ নহয়। তেনেদৰে বিচাৰ কৰিলে উপন্যাসৰ চৰিত্ৰ আৰু নাটকৰ চৰিত্ৰৰ মাজত পাৰ্থক্য পৰিলক্ষিত নহয়, নাটক আৰু উপন্যাসৰ ঘটনা একেই হৈ পৰে বা উপন্যাসৰ বৰ্ণনা অংশ লিৰিকৰ দৰে হৈ পৰে। বাখতিনৰ বিচাৰ পদ্ধতিয়ে উপন্যাসৰ শিল্প ৰূপ বিশ্লেষণত এক সুকীয়া

ধাৰা প্ৰবৰ্ত্তন কৰিছে। বাখতিনৰ মতে উপন্যাস স্বতন্ত্ৰ, বিশিষ্ট, স্বাৱলম্বী, সাহিত্যৰ অন্যান্য কৰ্ম নিৰপেক্ষ আৰু স্বক্ষেত্ৰে স্বাধীন। এপিক আৰু নাটকৰ নান্দনিক নিৰিখ উপন্যাসৰ ক্ষেত্ৰত ব্যৱহাৰ্য নহয়, কাৰণ উপন্যাসৰ পৰিধি বিশাল, উপকৰণো ভিন্ন প্ৰকৃতিৰ। শিল্পকৰ্মৰ নান্দনিক বিচাৰৰ বাবে সমালোচকসকলে তত্ত্বৰ একোটা কাঠামোৰ মাজত শিল্পকৰ্মক পেলাই লৈ বিচাৰ কৰে। বাখতিনৰ মতে উপন্যাস এনে এটা শিল্পকৰ্ম যাক কোনো কাঠামোতে পেলাই লৈ বিচাৰ কৰিব নোৱাৰি। বাখতিনৰ মতে যেতিয়াই কোনো ভাষাৰ সাহিত্যত সাহিত্যৰ ওপৰত আৰোপিত বাধা নিষেধ অতিক্ৰমৰ প্ৰয়োজন অনুভৱ হয় তেতিয়াই সৃষ্টি হয় উপন্যাসৰ। একোটা ভাষাৰ সাহিত্য সৃষ্টি হয় বিভিন্ন অনুচ্চাৰিত বাধা নিষেধৰ আওঁতাৰ মাজত। এই বাধা নিষেধৰ আওঁতা অতিক্ৰম কৰাৰ বাবেই প্ৰয়োজন হয় সাহিত্যৰ 'নভেলাইজেশন' ৰ অৰ্থাৎ এয়ে উপন্যাসৰ সৃষ্টিৰ ৰহস্য। বাখতিনৰ সংজ্ঞানুযায়ী উপন্যাসৰ ইতিহাস চাৰ্ভেণ্টিচ্‌ৰা ৰিচাৰ্ডচন বা ফিল্ডিঙৰ দ্বাৰাই আৰম্ভ হোৱা নাই— তেওঁৰ মতে উপন্যাস এনে এক শিল্পৰূপ নহয় যি ইতিহাসৰ মতে বিশেষ সময়তহে সৃষ্টি হৈছিল। তেওঁৰ মতে উপন্যাস এনে এক শিল্পৰূপ যি সচেতন সাহিত্য সৃষ্টিৰ আদি পৰ্বৰ পৰাই চৰ্চ্চিত হৈ আহিছে। অৱশ্যে এপিক লিৰিক আৰু নাটকৰ পৰিধিৰ বাহিৰত শিল্প সৃষ্টিৰ প্ৰয়োজনতহে উপন্যাসৰ সৃষ্টি।

সাহিত্যৰ ঐতিহাসিকসকলৰ মতে মধ্যযুগত কোনো উপন্যাসৰ সৃষ্টি হোৱা নাছিল। দাৰ্শনিক প্লেটো, এৰিষ্টটলৰ সময়তো উপন্যাসৰ কোনো শিল্পৰূপ পৰিদৃষ্ট নহয়। কিন্তু বাখতিনৰ সংজ্ঞানুযায়ী উপন্যাসৰ ইতিহাস সুদীৰ্ঘ আৰু এই ইতিহাস ৰচিত হৈছে সাহিত্যৰ স্বীকৃত ইতিহাসৰ বাহিৰত। বাখতিনে সাহিত্যৰ প্ৰচলিত ইতিহাসৰ বাহিৰত উপন্যাসৰ শিল্পৰূপ বিশ্লেষণ কৰি মধ্যযুগীয় ৰোমান্স সাহিত্য আৰু ৰোমাণ্টিক কাব্যগাথা আৰু আবেগময় প্যাৰডি কাহিনীতো উপন্যাসৰ ৰূপ আৱিষ্কাৰ কৰিছে। এই ৰোমান্সধৰ্মী আখ্যান আৰু প্যাৰ'ডি কাহিনীত কেতিয়াবা স্বীকাৰোক্তিৰ মাজত, কেতিয়াবা কোনো কল্প কাহিনীত বা কেতিয়াবা প্ৰবল ব্যঙ্গ বিদ্ৰূপৰ ক্ষেত্ৰতো 'নভেল্যাইজেচন' ঘটি উপন্যাসৰ ৰূপ পৰিদৃষ্ট হৈছে। নভেল্যাইজেন য'তে-ত'তে, যেতিয়াই তেতিয়াই ঘটিব পাৰে— কথোপ কথন, সংলাপ বা যুক্তিবাদী লিখনীতো উপন্যাসৰ ৰূপ পৰিগণিত হয়। বাখতিনৰ নন্দন তত্ত্ব সংজ্ঞামতে চক্ৰেটিচৰ বচনভঙ্গী আৰু কথোপকথনতো উপন্যাসৰ শিল্পৰূপ দেখা যায় আৰু সেয়েহে বাখতিনে চক্ৰেটিচক 'আদি ঔপন্যাসিক' হিচাপেও চিনাক্ত কৰিবলৈ কুণ্ঠবোধ কৰা নাই। আধুনিক সাহিত্যৰ প্ৰসঙ্গলৈ আহি বাখতিনে ইবচেনৰ নাটকত, বায়ৰণৰ 'চাইল্ড হেৰাল্ড' আৰু

উনজুয়ানৰ কাব্যত, হাইনেৰ লিৰিকত 'নভেল্যাইজেশন' বিচাৰি পাইছে। এই নভেল্যাইজেশনৰ ৰূপ বিচাৰি বাখতিনে দস্তয়েভস্কিৰ ৰচনাৰ মাজলৈ সোমাই গৈছে আৰু দস্তয়েভস্কিৰ ৰচনাৰ মাজত উপন্যাসৰ যি এক নতুন সংজ্ঞা অবিষ্কাৰ কৰিছে সেই বাখতিন তত্বই উপন্যাসৰ ইতিহাসত এক বৈপ্লৱিক ধাৰাৰ সংযোজন কৰিছে। সেই কাৰণেই বাখতিনৰ উপন্যাসৰ নন্দন বিচাৰ তত্বই ইউৰো, আমেৰিকাৰ তত্ব সমালোচক সকলক উপন্যাস সম্পৰ্কে নতুন নতুন দিশৰ সন্ধান দিছে। বাখতিন তত্ব মতে উপন্যাস এটা মাথো সাহিত্য ৰূপ নহয় ই সমকালীণ সময়ৰ সাহিত্য বিকাশৰ এক প্ৰধান বিষয়। সাহিত্যৰ অন্য প্ৰকাৰ সমুহে সামৰি লব নোৱাৰা এক বিস্তৃত কাহিনী সম্বলিত সাহিত্য উপকৰণ হ'ল উপন্যাস। দস্তযেভস্কিৰ উপন্যাসত বাখতিনে উপন্যাসৰ সকলো প্ৰকাৰৰ শিল্পৰূপ বিচাৰি পাইছে আৰু এই উপন্যাসসমূহৰ লগত ৰোমান্স কাহিনীৰো সামঞ্জস্য বিচাৰি উলিওৱা হৈছে।

ৰহস্য কাহিনী, ফ্যানটম, স্পাইদাৰমেন, জেমচবোণ্ড আদি ৰোমান্স কাহিনীৰ মাজতো চৰিত্ৰ বাংময় হৈ উঠা দেখা যায়। কিন্তু এই ৰোমান্স সাহিত্য সমুহৰ চৰিত্ৰৰ সীমাবদ্ধতাই ইয়াক উপন্যাসৰ চৰিত্ৰৰ পৰা পৃথক কৰিছে। দস্তযেভস্কিৰ উপন্যাসতো ৰোমান্স কাহিনীৰ যোগসুত্ৰ বিচাৰি পোৱা যায়। দস্তয়েভস্কিয়ে কেতবোৰ উদ্ভট পৰিস্থিতিত উ পন্যাসৰ নায়কক ৰোমান্স ধৰ্মী চৰিত্ৰৰ দৰে আচৰণ কৰিবলৈ দিয়া দেখা যায়। দস্তযেভস্কিয়ে উপন্যাসৰ কাহিনীৰ প্ৰয়োজনত কেনেদৰে ৰোমান্সধৰ্মী চৰিত্ৰসমূহ উপন্যাসৰ মাজলৈ টানি আনি মিলাই দিছে তাক ব্যাখ্যা কৰিবলৈ গৈ বাখতিনে দস্তয়েভস্কিৰ এই শিল্পকৰ্মক 'পলিফনি' বুলি অভিহিত কৰিছে। তাৰ পিছত বাখতিনে উপন্যাস সাহিত্যৰ ব্যাখ্যা দাঙি ধৰিবলৈ আলোচনালৈ আনিছে গ্ৰীক সাহিত্যৰ স্পাউদোগেলোয়চ্ - যাক কোৱা হয় গভীৰ হাস্যৰসাত্মক সাহিত্য আধুনিক পৰিভাষাত কোৱা হয় 'সিৰিওকমিক'। সোফ্ৰোনৰ মুকনাট্য, চক্ৰেটিছৰ সংলাপ, মেনিপ্পিয়ান ব্যঙ্গ নাট আদিৰ প্ৰসঙ্গ উত্থাপন কৰি দস্তয়েভস্কিৰ উপন্যাসৰ সংলাপৰ লগত এইবোৰ সাহিত্যৰ সংলাপৰ মিল থকাৰ কথা উল্লেখ কৰিছে। বাখতিনৰ ব্যাখ্যাত এই শ্ৰেণীৰ সাহিত্যক 'কাৰ্নিভালাইজড্ লিটাৰেচাৰ' বুলি অভিহিত কৰিছে। কাৰ্নিভাল সাহিত্যআৰু চিৰিওকোমিক সাহিত্যও আলঙ্কৰিক অৰ্থত উপন্যাস সাহিত্যৰে অংশ বিশেষ বুলি বাখতিনে কৈছে— এই কাৰ্নিভাল সাহিত্যৰ মাজত চক্ৰেটিছৰ সংলাপ আৰু মেনিপ্পিয়ান ব্যঙ্গনাট্যও উপন্যাসৰ এক উৎস। এই উৎসৰ সৈতে দস্তয়েভস্কিৰ উপন্যাসৰ সম্পৰ্ক। তাৰ পৰাই উপন্যাসৰ সংলাপ প্ৰধান (ডায়ালজিক) ধৰণ অহিছে আৰু সংলাপ বৈচিত্ৰৰ পৰাই আহিছে বহুস্বৰ সঙ্গতি বা পলিফনি।

বাখতিনে ব্যাখ্যা কৰাৰ আগতে ইউৰোপীয় সাহিত্যৰ ঐতিহাসিকসকলে এই কথা

কাহানিও ভবা নাছিল। কিন্তু বাখতিনে বিশ্লেষণ কৰি দেখুৱালে যে মেনিপ্পিয়ান সাহিত্যৰ প্ৰধান বৈশিষ্ট্যৰ লগত দস্তয়েভস্কিৰ উপন্যাসৰ চৰিত্ৰৰ অস্বাভাৱিক মিল আছে, মেনিপ্পিয়ান সাহিত্যৰ বেছিভাগ বৈশিষ্ট্য দস্তয়েভস্কিৰ উপন্যাসত পোৱা যায়। বাখতিনে এই দুই সাহিত্যৰ সাদৃশ্যৰ মাজত উপন্যাসৰ পলিফনিক বিকাশৰ ব্যাখ্যা ডাঙি ধৰিছে। দস্তয়েভস্কিৰ উপন্যাসৰ উপাদান বিশ্লেষণ কৰি তেওঁ কৈছে যে এই উপাদানসমূহ বিশিষ্ট আৰু স্বতন্ত্ৰ। ঔপন্যাসিকৰ সচেতনতাৰ ওপৰতে উপন্যাসৰ উপাদান নিৰ্ভৰ কৰে।

উপন্যাসৰ সংলাপৰ ওপৰত বিশ্লেষণ ডাঙি ধৰি বাখতিনে প্ৰত্যক্ষ ডিচকোৰ্চ (Direct Discourse) আৰু পৰোক্ষ ডিচকোৰ্চ (Indirect Discourse) এই দুই ধৰণৰ সংলাপৰ কথা উল্লেখ কৰিছে। এই দুই সংলাপৰ মাজতো অন্য এক সংলাপ পৰিদৃষ্ট হয় দস্তয়েভস্কিৰ উপন্যাসত। সেই সংলাপ ঔপন্যাসিকে চৰিত্ৰৰ বিৱৰণ দিয়াৰ সময়ত সক্ৰিয় হৈ উঠে আৰু এই সংলাপকে বাখতিনে নাম দিছে সক্ৰিয় দ্বিস্বৰ ডিচকোৰ্চ বুলি। এই সংলাপৰ মাজেদি চৰিত্ৰৰ জীৱনৰ বহুকথা পাঠকে জানিবলৈ সক্ষম হয়। এই দ্বিস্বৰ ডিচকোৰ্চ দেখা যায় দস্তয়েভস্কিৰ ক্ৰাইম এণ্ড পানিচমেণ্ট (Crime and punishment), ইডিয়ট (Idiot) ব্ৰাদাৰ্চ কাৰামাঝোভ বা পজেজড্ আদি উপন্যাসৰ চৰিত্ৰৰ মাজত। মুঠৰ ওপৰত বাখতিনে দস্তয়েভস্কিৰ প্ৰত্যেকখন উপন্যাসৰে সংলাপ, চৰিত্ৰ, উপাদান, বৈশিষ্ট্য বিচাৰ কৰি উপন্যাসৰ নান্দনিক বিচাৰৰ যি তত্ত্ব আগবঢ়াইছে সিয়ে ইউৰো আমেৰিকাৰ সমালোচকসকলক নতুন দৃষ্টিভঙ্গীৰে উপন্যাসৰ নন্দন বিচাৰৰ ক্ষেত্ৰত গভীৰ ভাবে আলোড়িত কৰিছে। বাখতিনে সাহিত্য তত্ত্বৰ আধাৰত উপন্যাসৰ নন্দন বিচাৰৰ প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ লগে লগে বিশ্ব সাহিত্যত উপন্যাসৰ শিল্পৰূপ বিচাৰৰ এক নতুন দিশ উন্মোচিত হৈছে।

প্ৰসংগ পুথি— (১) Therory of Novel-lucid
(২) The rise of Novel-yaat.
(৩) উপন্যাস নিয়ে- বৰুণ ৰায়।

●●●

# পুথি আকাৰত প্ৰথম অসমীয়া উপন্যাস 'লাহৰী'

অসমীয়া সাহিত্যৰ বুৰঞ্জীত সাহিত্যচাৰ্য পদ্মনাথ গোহাঞিঁ বৰুৱাৰ নাম প্ৰথম অসমীয়া উপন্যাস ৰচক হিচাপে চিৰস্মৰনীয় হৈ আছে। তেওঁৰ দ্বাৰা ৰচিত প্ৰথম উপন্যাস 'ভানুমতী' বিজুলী কাকতত খণ্ড খণ্ডকৈ প্ৰকাশ হৈ ওলায়। অসমীযা ভাষাৰ জোনাকী যুগতে প্ৰথম উপন্যাসখন ৰচিত হয় যদিও এইখন উপন্যাস পুথি আকাৰে ছপা হৈ ওলায় ১৮৩০ শকতহে। গোহাঞিঁ বৰুৱাৰ দ্বিতীয় উপন্যাস 'লাহৰী' ১৮৯২ চনত পুথি আকাৰে ছপা হৈ ওলায় আৰু এইখন উপন্যাস পুথি আকাৰত ওলোৱা প্ৰথম অসমীয়া উপন্যাস হিচাপে পৰিগনিত হৈছে। লাহৰীৰ প্ৰথম পাতনিত লেখকে লিখিছে — 'অসমীয়া উপন্যাস বুলিবলৈ এখনো পুথি ওলোৱা নাই। সেই অভাৱ আৰু দুৰ্ণাম গুচাবৰ মনেৰেই 'লাহৰী' ৰচিবলৈ হাতত লোৱা হ'ল।' পদ্মনাথ গোহাঞিঁ বৰুৱাই ১৮৯০ চনত কলিকতালৈ যায় আৰু তাতে অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ লগত জড়িত হৈ পৰে। সেই সময়তে কলিকতাৰ পৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত 'জোনাকী' কাকত প্ৰকাশ হৈ আছিল। এই কামত সহায় কৰিছিল কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰসকলে। 'জোনাকী'ৰ লগে লগে অসমীয়া ভাষাৰো 'জোনাকী যুগ' আৰম্ভ হয়। জোনাকী কাকতৰ লগত জন্মলগ্নৰে পৰা জড়িত হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ বেজবৰুৱা, ৰত্নকান্ত বৰ কাকতি, ৰত্নধৰ বৰুৱা আদি অসম প্ৰেমী লোকসকলৰ সান্নিধ্যলৈ আহি গোহাঞিঁ বৰুৱায়ো অসমীয়া ভাষাৰ উন্নতিৰ বাবে হাতত কলম তুলি লোৱাৰ সংকল্প গ্ৰহণ কৰে। তেওঁ নিজেই স্বীকাৰ কৰিছে- 'স্বৰূপকৈ অসমীয়া সাহিত্য চৰ্চালৈ মন টনাৰ আকৰ্ষণী শক্তি এই জোনাকী হে'। কলিকতাত থাকোঁতেই গোহাঞিঁ বৰুৱাই বংগীয় সাহিত্যৰ উজ্জ্বল ৰত্ন, বংকিমচন্দ্ৰ, ৰবীন্দ্ৰনাথ, ঈশ্বৰচন্দ্ৰ আদিৰ দৰ্শন লাভ কৰে আৰু তেওঁলোকৰ ৰচনা পঢ়ি অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ বাবে চিন্তা-চৰ্চা কৰিবলৈ ধৰে। জোনাকী যুগতে জন্মলাভ কৰা কৃষ্ণপ্ৰসাদ দুৱৰাৰ সম্পাদনাত ওলোৱা 'বিজুলী' নামৰ মাহেকীয়া আলোচনীৰ সৈতে জড়িত

হৈ পৰে আৰু সেই বিজুলী কাকতেই তেওঁক অসমীয়া ভাষাত লিখিবলৈ অনুপ্ৰাণিত কৰে। বংকিম চন্দ্ৰৰ উপন্যাস পঢ়ি তেওঁ অত্যন্ত মুগ্ধ হয় আৰু তৰে অনুপ্ৰেৰণাতে অসমীয়া ভাষাতো উপন্যাসৰ ধাৰা প্ৰবৰ্ত্তন কৰাৰ বাবে উপন্যাস লিখিবলৈ চেষ্টা কৰে। অসমীয়া ভাষাত তেতিয়ালৈ কোনো পূৰ্ণাংগ উপন্যাস ৰচিত হোৱা নাছিল বাবে এটা দুৰ্ণাম আছিল আৰু দুৰ্ণাম গুচাবৰ বাবেই তেওঁ উপন্যাস ৰচনা কৰাত মনোনিবেশ কৰে। তেওঁৰ সেই অহোপুৰুষাৰ্থৰ ফলতে 'ভানুমতী' উপন্যাসৰ জন্ম হয় আৰু সেইখন 'বিজুলী' আলোচনীত খণ্ড খণ্ড কৈ প্ৰকাশ কৰিবলৈ ধৰে। 'ভনুমতী' আছিল ব্যক্তি নিষ্ঠ ৰোমাণ্টিক ধৰ্মী ট্ৰেজিক উপন্যাস। 'ভানুমতী' প্ৰকাশ হোৱাৰ পিছতে বিজুলী আলোচনী বন্ধ হৈ যায় আৰু গোহাঞিঃ বৰুৱাই 'লাহৰী' উপন্যাস লিখাত ব্যস্ত হৈ পৰে। 'ভানুমতী' অসমীয়া ভাষাৰ প্ৰথম উপন্যাস হিচাপে স্বীকৃত হ'লেও এইখন বিজুলী কাকততে সিচঁৰিত হৈ থাকিল। বহুত বছৰলৈকে প্ৰকাশৰ মুখ দেখা নাছিল। লিখকৰ ভাষাতেই 'ভানুমতী' ৰচোতাৰ পোণপ্ৰথম সাহিত্যিক অৰ্জন। ইয়াক অসমীয়া সাহিত্যত তেওঁৰ লখিমী বুলিব লাগে। ১৮১২-১৩ শকৰ বিজুলী পোহাৰত ই ছোৱা ছোৱাকৈ প্ৰকাশিত হৈছিল। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰথম উপন্যাস 'পদুম কুৱৰী'ও ভানুমতীৰ সমসাময়িক আছিল যদিও সেইখনো আলোচনীৰ পাততে সিচঁৰিত হৈ আছিল। প্ৰথম পুথি আকাৰত প্ৰকাশিত অসমীযা উপন্যাস বুলিলে গোহাঞিঃ বৰুৱাৰ 'লাহৰী' কে স্বীকৃতি দিয়া হৈছে। 'লাহৰী'ৰ জন্ম কলিকতাতে আৰু কলিকতাত প্ৰতিষ্ঠিত ফুকন মজিন্দাৰ কোম্পানীৰ এজেন্সীয়ে উপন্যাস খন ১৮১৪ শকত পোন প্ৰথমে প্ৰকাশ কৰি উলিয়ায়।

'লাহৰী' এখন বস্তুনিষ্ঠ সামাজিক উপন্যাস। ইয়াৰ পটভূমি মানৰ দিনৰ অসম। ঐতিহাসিক পটভূমিত আৰম্ভ কৰা উপন্যাসখনত ইতিহাসৰ সমল চেগাচোৰোকাকৈ বিচাৰি পোৱা যায় যদিও এইখনক এখন ঐতিহাসিক উপন্যাস হিচাপে ধৰি লব নোৱাৰি। মানৰ দিনৰ অসমৰ ইতিহাসৰ প্ৰসংগ টানি আনি উপন্যাসৰ কাহিনী আৰম্ভ কৰিলেও বাস্তবিকতে ইতিহাসৰ কোনো নিৰ্ভৰ যোগ্য ঘটনা কাহিনীৰ মাজত বিচাৰি পোৱা নাযায়। ইতিহাসৰ গইনা লৈ উপন্যাসৰ ভেটি নিৰ্মাণ কৰিলেও 'লাহৰী' এখন সামাজিক উপন্যাস, এহাল ডেকা-গাভৰুৰ প্ৰণয় বিবহ আৰু পাৰিবাৰিক ঘটনাৰে সমুজ্জল হৈ উঠিছে। উপন্যাসৰ কাহিনী পূৰ্ণানন্দ বুঢ়াগোহাঞিঃ, তেওঁৰ সুযোগ্য পুত্ৰ ৰুচিনাথ বুঢ়াগোহাঞিঃ, মান অনা বদন বৰফুকন আহোম স্বৰ্গদেউ চন্দ্ৰকান্তৰ প্ৰসংগ উত্থাপনেৰে উপন্যাসৰ আৰ্পটীক্ষেপ মুকলি কৰা হ'লেও মূল কাহিনী আৰম্ভ হৈছে

কীৰ্তিনাথ গোহাঞিঁ ফুকন নামৰ বিষযাজনে ৰাজনৈতিক চক্ৰান্তৰ বলি হৈ ৰংপুৰ এৰি আহি গুৱাহাটীৰ ওচৰৰ ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰে পামপুৰ নামে ঠাইত থিতাপি লোৱাৰ পিছৰ পৰাহে। কীৰ্ত্তনাথ গোহাঞিঁ ফুকন আৰু তেওঁৰ ভাৰ্যা পামপুৰলৈ ভাগি অহাৰ সময় লৈকে নিঃসন্তান আছিল যদিও কোনোবা সন্যাসী যে দিয়া ঔষধৰ গুণতে এগৰাকী সুন্দৰী আৰু সুলক্ষণা কন্যা সন্তান লাভ কৰিলে। সেই কন্যা সন্তান জনীয়ে আছিল উপন্যাসৰ মুখ্য নায়িকা 'লাহৰী'। ৰংপুৰৰ পৰা ৰাজদ্ৰোহত পৰি ভাগি অহা বিষয়া সকলে পামপুৰত নিগাজীকৈ ঘৰ ভেটি সাজি বাস কৰিবলৈ ধৰিলে। সেই সময়ত ৰুচিনাথ বুঢ়াগোহাঞিঁ ডাঙৰীয়া গুৱাহাটীতে আছিল আহোমৰ ৰাজবিষয়া হিচাপে। এই পামপুৰীয়া বিষয়া সকলৰ মাজত আন এজন গন্যমান্য লোক আছিল শূলধৰ বৰগোহাঞিঁ যাৰ একমাত্ৰ পুত্ৰ আছিল ধনবৰ। ধনবৰৰ চৰিত্ৰটো পাৰ্শ্চচৰিত্ৰ হিচাপে উপস্থাপনে কৰোতেওঁ পূৰ্ণনন্দ বুঢ়া গোহাঞিঁ আৰু চন্দ্ৰকান্ত সিংহ স্বৰ্গদেউৰ প্ৰসংগ টানি আনি ইতিহাসৰ ৰেঙনিৰে উজ্জ্বল কৰিবলৈ চেষ্টা কৰিছে। উপন্যাসৰ মূল নায়ক কমল নাথ গোহাঞিঁ বৰুৱাৰ চৰিত্ৰ উপস্থাপন কৰোতে ৰংপুৰৰ ৰাজনৈতিক অস্থিৰতা আৰু সামাজিক বিশৃংখলতাৰ পৰিবেশ দাঙি ধৰিছে। ৰুচিনাথ বুঢ়াগোহাঞিঁৰ বিৰুদ্ধে থিয় দিবলৈ সাহস গোটোব নোৱাৰি চন্দ্ৰকান্ত সিংহই লুকু ডেকা ফুকনৰ হাতত কাৰ্যভাৰ অৰ্পণ কৰি পলাই যোৱাৰ পাছত বুঢ়াগোহাঞিঁ ডাঙৰীয়াই আহোমৰ ৰাজপটত বহুৱায় পুৰন্দৰ সিংহক। ৰুচিনাথে বদন বৰফুকনৰ দেশদ্ৰোহিতাৰ পোতক তুলিবলৈ বৰফুকনৰ সম্বন্ধীয় বিষয়া সকলৰ ওপৰত অত্যাচাৰ উৎপীডন কৰিবলৈ ধৰিলে। সেই উৎপীড়নৰ বলি হৈয়েই শান্তিৰাম গোহাঞিঁ বৰুৱা নামৰ বিষয়াজনে পৰিয়াল সমন্বিতে ৰংপুৰ এৰি নাবেৰে ব্ৰহ্মপুত্ৰ নৈয়েদি ভটিয়াই আহিবলৈ স্থিৰ কৰিলে। সেইজন শান্তিৰামৰে ল'ৰা আছিল 'লাহৰী' উপন্যাসৰ নায়ক কমল। পৰিয়াল পৰিজনৰ সৈতে সাত বছৰীয়া কমলক লৈ গোহাঞিঁ বৰুৱা নাবেৰে ভটিয়াই আহোতে ব্ৰহ্মপুত্ৰৰ বুকুত নাও দুবি কমল মাক-দেউতাকৰ পৰা বিচ্ছিন্ন হ'ল। মাক-দেউতাক আৰু পৰিয়ালৰ আন লোক সকল ক'লৈ উটি গ'ল কমলেও একো গম নাপালে। কমল কিন্তু জীয়াই থাকিল আৰু তেওঁক উদ্ধাৰ কৰি নি তোলনীয়া পুত্ৰ হিচাপে ৰাখিলে পামপুৰীয়া কৃষ্ণৰাম গোহাঞিঁ ডাঙৰীয়াই। কমলে কৃষ্ণৰাম আৰু তেওঁৰ ঘৈণীয়েকৰ মাজত মাক-দেউতাকৰ মৰম বিচাৰি পালে। আৰম্ভ হ'ল তেওঁৰ এক নতুন জীৱন। লাহৰীও লহপহকৈ ডাঙৰ-দীঘল হ'ল পামপুৰৰ শান্ত সমাহিত পৰিবেশত। কৈশোৰৰ মাজতে কমল আৰু লাহৰীৰ মাজত প্ৰণয়ৰ পুত্ৰপাত হ'ল।

প্ৰথমতে চাৰি চকুৰ মিলন তাৰ পিছত প্ৰেমৰ নিৰ্যাসেৰে উপচি পৰিছে দুয়োৰে দেহ মন। কমল পঢ়া শুনাতো আছিল চোকা, দেখাই দৰ্পণেও সুদৰ্শন পুৰুষ। ভদ্ৰব্যৱহাৰী ডেকা বাবে কমল আছিল সকলোৰে প্ৰিয়পাত্ৰ। যৌৱনত ভৰি দিয়াৰ লগে লগে কমল আৰু লাহৰীৰ মাজত অংকুৰিত হোৱা প্ৰণয়ৰ বীজটো সময় বিবৰ্ত্তনৰ লগে লগে ফলে ফুলে জাতিষ্কাৰ হৈ উঠিল। লাহৰীৰ মাক-দেউতাকেও কমলক ভাল পায়, লাহৰী আৰু কমলৰ মাজত গঢ়ি উঠা প্ৰেমক তেওঁলোকেও প্ৰথমতে ভাল চকুৰে চাইছিল। কিন্তু কমলৰ বংশ পৰিচয় বিচাৰি নাপাই লাহৰীৰ মাক-দেউতাকে কমললৈ লাহৰীক বিয়া দিয়াৰ ক্ষেত্ৰত ইতঃস্ততবোধ কৰিলে আৰু সেয়েহে গাভৰু জীযেকৰ বাবে সুপাত্ৰৰ সন্ধান কৰিলে। ৰত্নেশ্বৰ ৰাজখোৱাৰ চৰিত্ৰটোও এই প্ৰসংগতে উপন্যাসৰ কাহিনীৰ লগত সাঙুৰি দিয়া হৈছে। ৰত্নেশ্বৰে লাহৰীক বিয়া কৰোৱাৰ বাবে প্ৰস্তাৱ লৈ আহিছিল। কিন্তু তেওঁ অপমানিত হৈ পামপুৰৰ পৰা উভতি যাব লগীয়া হ'ল। ৰত্নেশ্বৰে সেই অপমানৰ প্ৰতিশোধ লোৱাৰ বাবে নগমুৱা মান সকলক লাহৰীক অপহৰণ কৰি নিয়াৰ বাবে পাচিলে। ইতিমধ্যে লাহৰীৰ সৈতে ধনবৰৰ বিয়াৰ যো-জা চলিল। সেই বিয়াত লাহৰীৰ মত নাছিল যদিও মাক-বাপেকৰ সিদ্ধান্তৰ বিৰুদ্ধে যাব পৰা নাছিল। প্ৰিয় বিৰহত দগ্ধ হৈ লাহৰীৰ মনৰ গোপন কথাবোৰ চিঠিৰে জনাই গল কমলক। কমলেও প্ৰণয়িনীৰ বিৰহ বেদনাত বিধুৰ হৈ পৰিল। দুয়োৰে মাজত গুপুতে গুপুতে প্ৰেমপত্ৰৰ আদান-প্ৰদান চলিবলৈ ধৰিলে। লাহৰীৰ বিয়াৰ টেকেলি দিয়াৰ পিছৰে পৰা দুয়োঘৰত বিয়াৰ বাবে উখল-মাখল লাগিল। দৰা-কইনাৰ নোৱন-ধোৱন আৰম্ভ হ'ল। বিয়াৰ উখল-মাখলৰ মাজতে লাহৰীক নোওৱাৰ ঠিক পিছতে বিয়াঘৰত হুৱাদুৱা লাগিল। নগমুৱা মানে আহি বিয়াঘৰআগুৰি ধৰিলে। মানৰ ভয়ত বিয়াঘৰৰ মানুহ যেনিয়ে-তেনিয়ে ভাগিল। বিয়াঘৰ উদং হৈ পৰিল। মানহঁতে লাহৰীক ধৰি লৈগ'ল। মানৰ ভয়ত তৰুণবা ছিঙি দৌৰি পলাওঁতে ধনবৰে এৰাবাৰীৰ কুঁৱাত পৰি মৰি থাকিল।

লাহৰীক মানে ধৰি নিয়াৰ পাছত দৰা-কইনাৰ ঘৰত কান্দোনৰ ৰোল উঠিল। দুইখন ঘৰকে বিয়োগৰ শোকে আচ্ছন্ন কৰি ৰাখিলে। গোটেই পামপুৰতে শোকৰ ছাঁ পৰিল। তাৰ মাজতো কমলে আহি গোহাত্ৰিহঁতক নানাধৰণে সান্ত্বনা দিলে। লাহৰীয়ে কান্দি কাটি অবলা হৈ মানহঁতৰ লগত গ'ল। তথাপিও লাহৰীয়ে মনোবল নেহেৰুৱালে। নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ মানহঁতে দুপৰনিশা নৈৰ সিটো পাৰে জিৰণি লওঁতে টোপনিত লালকাল হ'ল। সেই সুযোগতে লাহৰীয়ে সিহঁতৰ চকুত ধুলি মাৰি

পলাই পত্ৰং দিলে। পলাই আহি ওচৰৰ গাঁৱৰ এহাল বুঢ়া-বুঢ়ীৰ ঘৰত আশ্ৰয় ল'লে। বুঢ়া-বুঢ়ীৰ আগত লাহৰীয়ে দুখৰ কাহিনী কওঁতে বুঢ়া-বুঢ়ীৰো হেৰোৱা অতীতটো জীৱন্ত হৈ উঠিল। ব্ৰহ্মপুত্ৰত নাও দুবি একমাত্ৰ পুত্ৰক হেৰোৱা শান্তিৰাম গোহাঞিবৰুৱা আৰু তেওঁৰ পত্নীয়ে পুত্ৰৰ সন্ধান পাই লাহৰীক লগত লৈ পামপুৰলৈ গুচি আহিল। লাহৰী উভতি অহাৰ লগে লগে পামপুৰৰ পৰিৱেশ আকৌ আনন্দ মুখৰ হৈ উঠিল আৰু এদিন বৰ উলহ মালহেৰে লাহৰী আৰু কমলৰ বিয়া সম্পন্ন হ'ল। মানৰ উপদ্ৰবৰ কবলত পৰি বেদনা বিহ্বল হৈ পৰা পামপুৰৰ পৰিৱেশ প্ৰাণ প্ৰাচুৰ্য্যৰে উপচি পৰিল। সুখ সমৃদ্ধি ঐশ্বৰ্য্য বিভুতিৰে টনকিয়াল হৈ উঠিল পামপুৰ। শান্তিৰাম গোহাঞিবৰুৱাৰ পৃষ্ঠপোষতাত পামপুৰ নগৰ লিখা-পঢ়া শিক্ষা শিল্প অনুশীলন, সাহিত্যচৰ্চা বানিজ্য চিন্তা আদি উন্নত অনুষ্ঠানৰ কেন্দ্ৰস্থল হৈ উঠিল। এদিনাখন সেই পামপুৰেই 'শান্তিপুৰ' হ'ল।

লাহৰী উপন্যাসৰ সামৰণি হৈছে আদৰ্শ দম্পতী লাহৰী আৰু কমলৰ সাংসাৰিক জীৱনৰ সাফল্যৰ খতিয়ানেৰে। এটি সৰু পাৰিবাৰিক ঘটনাক সুন্দৰ বৰ্ণনাৰে উপন্যাসৰ ৰূপ দিয়া হৈছে। মুল কাহিনীৰ লগত ৰত্নেশ্বৰ, জয়ন্তী, পূৰ্ণগোহাঞি আদি কেবাটাও পাৰ্শ্ব চৰিত্ৰৰ সংযোগ ঘটাই এটা ৰোমাঞ্চকৰ প্ৰেম কাহিনীলৈ ৰূপান্তৰ কৰা হৈছে। জয়ন্তী আৰু পূৰ্ণৰ প্ৰনয় কাহিনীৰ লগত সংশয় বিৰহ আদি সংযোজন কৰি উপন্যাসখন আৰু বেছি ৰোমান্টিক কৰি তোলা হৈছে। উপযুক্ত শব্দ চয়ন, সহজ চিত্ৰকল্প, ভাষাৰ সাবললীতা, কাহিনীৰ ৰোমান্টিকতা আৰু কথনভঙ্গীৰ মধুৰতাৰ বাবে 'লাহৰী' এখন সাৰ্থক উপন্যাস হিচাপে পৰিগণিত হৈছে। প্ৰাচ্যতত্ত্ববিদ ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াই লিখিছে — "বাস্তবিক পক্ষত কলাকৰ্মৰূপে 'লাহৰী' আৰু 'ভানুমতী', গোহাঞিবৰুৱাৰ শ্ৰেষ্ঠকীৰ্ত্তি বুলি মই ভাবো। দুইখনিতে তৰুন লেখকৰ অনাবিল অনুপ্ৰেৰনা সহজ ৰূপত প্ৰকাশ পাইছে।" পুথি আকাৰত অসমীয়া ভাষাৰ প্ৰথম উপন্যাস হিচাপে 'লাহৰীয়ে' অসমীয়া ভাষা সাহিত্যত এক নৱতম সৃষ্টিৰ বিকাশ ঘটালে। 'লাহৰী'ৰ সৃষ্টিৰ পিছৰে পৰা অৰ্থাৎ ১৮৯২ চনৰে পৰাহে প্ৰকৃত পক্ষে অসমীয়া উপন্যাস সাহিত্যৰ ক্ৰমবিকাশৰ যুগ আৰম্ভ হ'য়। সেয়েহে অসমীয়া উপন্যাস সাহিত্যৰ ইতিহাসত পদ্মনাথ গোহাঞিবৰুৱাৰ 'লাহৰী' যুগ সৃষ্টিকাৰী প্ৰথম উপন্যাস হিচাপে প্ৰোজ্জ্বল হৈ উঠিছে আৰু অসমীয়া ভাষা সাহিত্যৰ যুগস্ৰষ্টা প্ৰথম ঔপন্যাসিক হিচাপে গোহাঞিবৰুৱাৰ নাম প্ৰাতঃস্মৰনীয় হৈ জিলিকি আছে।

●●●

# 'ভবিষ্যতৰ সুস্থ ৰঙা সূৰ্যৰ পিনে চকু' ৰখা কবিজনৰ কবিতা

অসমীয়া কবিতাত প্ৰগতিবাদী চিন্তাধাৰাৰ সংযোজন কৰা কবিসকলৰ ভিতৰত কবি অমূল্য বৰুৱা অন্যতম। আধ্যাত্মিকতাবাদ আৰু ভক্তিবাদৰ শইচেৰে ঠন ধৰি উঠা অসমীয়া কাব্য সাহিত্যৰ ৰূপান্তৰৰ কাল আৰম্ভ হয় জোনাকী যুগৰ পৰা। ধ্ৰুপদী সাহিত্যৰ পৰিধি ছিঙি চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী এই ত্ৰিমূৰ্তিয়ে অসমীয়া কাব্য সাহিত্যলৈ জোনাকীৰ জৰিয়তে ৰমন্যাসবাদী ধাৰা কঢ়িয়াই আনে। কবিতাত ৰহস্যবাদৰ পৰম্পৰা ভাঙি প্ৰগতিবাদৰ ধাৰা সৃষ্টি কৰা কবি সকলৰ ভিতৰত অমূল্য বৰুৱা আছিল কনিষ্ঠতম। যুক্তিবাদী চিন্তাৰ গৰাকী, মানৱ মুক্তিৰ স্বপ্ন দেখা প্ৰগতিবাদী কবি বৰুৱাৰ জীৱনকাল আছিল মাথোন ২৪ বছৰীয়া। এই চমু জীৱন কালত তেওঁ সংগ্ৰামী সত্বাৰে অসমীয়া কবিতাত মানৱতাবাদৰ যি বীজ ৰোপণ কৰিলে সিয়ে অসমীয়া কবিতাত মাৰ্ক্স আৰু এংগেলছৰ যুক্তিবাদী চিন্তাৰে সমৃদ্ধ প্ৰগতিশীল ধাৰাৰ জন্ম দিলে। পুজিবাদী শোষণ, নিষ্পেষণৰ বিৰুদ্ধে মানৱতাবাদী আদৰ্শ প্ৰতিষ্ঠা কৰাৰ প্ৰয়াসেৰে কবি বৰুৱাই 'ভৱিষ্যতৰ সুস্থ ৰঙা সূৰ্যৰ পিনে চকু' ৰাখি কবিতা লিখিছিল। জীৱন যন্ত্ৰনাৰ মাজতো বস্তু আৰু আদৰ্শৰ দ্বন্দ্বাত্মক গতিৰ মাজতো বিপ্লৱী কবিৰ আশাভংগ হোৱা নাই, মানুহৰ ওপৰত অসীম বিশ্বাস ৰাখি ভৱিষ্যতৰ ৰঙা সূৰ্যৰ পিনে চাই চাই 'আন্ধাৰৰ হাহাকাৰ' ৰ মাজত হেৰাই গ'ল আপোচহীন সংগ্ৰামী কবি অমূল্য বৰুৱা। আজিৰ পৰা পঞ্চাশ বছৰ আগতে কলিকতাত সাম্প্ৰদায়িক সংঘৰ্ষৰ বলি হ'ল ভাৰতৰ মুক্তিৰ সপোন দেখা কবি বৰুৱা। পৰাধীন ভাৰতৰ মুক্তিৰ স্বপ্ন দেখা চাইক্লোন, উল্কাপাত আৰু বিপ্লৱৰ গলিত লাভাৰ মাজতো সাম্প্ৰদায়িক সম্প্ৰীতিৰ সপোন দেখা কলিজা ফালি চিৰাচিৰ কৰি দিছিল নিষ্ঠুৰ মৌলবাদী সকলে ১৯৪৬ চনৰ ওঠৰ আগষ্টৰ নিশা। নিয়তিৰ

কি যে নিষ্ঠুৰ পৰিহাস। গভীৰ দেশাত্মবোধেৰে ভাৰতীয়ৰ মুক্তিৰ স্বপ্ন দেখা সেইজন কবিৰ কণ্ঠেৰে ওলাইছিল—

'নতুন সপোন
প্ৰাণত অদম্য শক্তি
কত উল্কাপাত
কত চাইক্লোন
অন্তৰৰ কত আলোশিখা
বিপ্লৱৰ গলিত জ্বলন্ত লাভা
মুক্ত হওঁ হওঁ'

পৰিবৰ্ত্তনৰ উচ্ছ্বাসেৰে মহাশক্তি সঞ্চয় কৰা কবিয়ে আকৌ কলে—

'পৰিবৰ্ত্তনৰ নতুন তালত নাচি
হাহিঁ আছে আদৰ্শৰ উদায়চলত
সৃষ্টিকাৰী অন্তৰৰ ধ্যানৰত
চিন্তাৰত সৰ্বজ্ৰিত মহাশক্তি মোৰ—'

স্বাধীনতাৰ স্বপ্ন দেখা, পৰাধীনতাৰ শৃংখল চিঙি মুক্তিৰ সপোন দেখা কবিৰ স্বপ্ন অসাৰ কৰি সাম্প্ৰদায়িকতাৰ ৰাজনীতিয়ে কলিকতাৰ ৰাজপথ বিটৌত কৰি অমূল্য বৰুৱাৰ মুক্তিকামী কবি কণ্ঠ চিৰদিনৰ বাবে স্তব্ধ কৰি দিলে। অহিংসাৰ মুক্তিকামী দুতক হিংসাৰ অপশক্তিযে নিজহাতে হত্যা কৰিলে। তথাপিতো কবিযে কৈ গ'ল—

অহিংসাৰ জোৰ লৈ
মৰমৰ সুৱদীবানীয়ে
জগতৰ মুক্তিকামী দুত আগত গৈছে
সৌৱা
যোৱা বীৰ আগবাঢি।
মোৰ তপস্যাৰ মহা সাধনাৰ ধন
যুগে যুগে তুমি হ'বা
বুকুৰ সন্তান
হে হিন্দু, হে মুছলমান, মুক্ত ভাৰতীৰ ।'

মুক্ত ভাৰতীৰ বিপ্লৱী সন্তানৰ মানুহৰ ওপৰত থকা অগাধ বিশ্বাস, ভবিষ্যতৰ ৰঙা সূৰ্য্যৰ পিনে ৰখা দৃষ্টি কলিকতাত চিৰদিনৰ বাবে নিষ্প্রভ হৈ গল। সেইজন কবিয়ে কৈছিল এনেদৰে—

'আমাৰ আছে মানুহৰ ওপৰত বিশ্বাস
আমাৰ আছে ভবিষ্যতৰ ৰঙা
সূৰ্য্যৰ পিনে চকু।'

শোষিত, নিপীড়িত, নিষ্পেষিত মানুহৰ একে শাৰীত থিয় হৈ অমূল্য বৰুমাই গাই গ'ল

শক্তিৰ কঁপনি উঠে
অন্তৰৰ আঁহে আঁহে
বিদ্রোহ অগনি জ্বলে চকুৰ শিখাত

সংঘাত জৰ্জৰিত সমাজৰ ধ্বংসাত্মক চিত্র দাঙি ধৰি অসমীয়া কবিতালৈRealism আনিছিল কবি বৰুৱাই। নতুন ছন্দ, নতুন লয়, নতুন শৈলীৰে অসমীয়া কবিতাত প্রগতিবাদৰ নতুন ধাৰাৰ প্রবর্তন কৰিলে কবি অমূল্য বৰুৱাই। ৰমন্যাসিক কবিতাৰ একঘেয়ামি ছন্দ আৰু ৰোমাণ্টিক গতানুগতিকতাৰ পৰা ফালৰি কাটি আহি অমূল্য বৰুৱাই অসমীয়া কবিতাত সংযোজন কৰিলে বাস্তৱবাদী সামাজিক চিন্তা চৰ্চা আৰু সংঘাতময় ক্লেদাক্ত জীৱনৰ কঠোৰ বাস্তৱ উপলব্ধি। সেই বাস্তৱ উপলব্ধিৰ নিৰ্মোহ অভিব্যক্তি তেওঁৰ কয়লা ,কুকুৰ , আন্ধাৰৰ হাহাকাৰ, আজি আমাৰ বিহু, বেশ্যা আদি ব্যক্তিক্রমধৰ্মী কবিতাসমুহ।

১৯৪৩ চনত 'কুকুৰ কবিতাটো প্রকাশ হৈ ওলাওতে অসমীয়া কবিতাৰ সমালোচকসকলে হেনো তাচ্ছিল্যৰ সুৰত কৈছিল- কুকুৰ এটা কবিতাৰ বিষযবস্তু হব পাৰেনে? কুকুৰৰ দৰে প্রতীকবাদী কবিতাৰে তেওঁ সমাজৰ কদৰ্য বাস্তৱক উন্মুক্ত কৰি দিছিল দ্বিধাহীনভাবে—

এইদল খাবলৈ নোপোৱা কুকুৰ
সিহঁত নিম্ন বংসজাত
কিন্তু আৰু এদল আছে

সেইদল কুকুৰে খাবলৈ পায়
সিহঁত উচ্চবংশ জাত
সেইদলৰ খাবলৈ পোৱাৰ সভ্যতাত
গঢ়ি উঠিছে
সেইদল খাবলৈ নোপোৱাৰ বৰ্বৰতা
দুযোদলৰ নাম কুকুৰ।

কিমান নিৰ্মম, কিমান শ্লেষপূৰ্ণ সেই উপলব্ধি তাৰ মাজত কবিৰ তীব্ৰ ক্ষোভপূৰ্ণ উদ্‌গীৰণ। পুজিঁবাদী সভ্যতাৰ বিপৰীতে গঢ়ি উঠিছে বুভুক্ষু জনতাৰ সংগ্ৰাম, মহাসমৰে সৃষ্টি কৰা কৰাল দাৰিদ্ৰৰ মাজত মানুহৰ সংঘাতক জীৱন্ত কৰি তুলিছে দুদল কুকুৰৰ খোৱা কামোৰাৰ মাজেদি। তীব্ৰ শ্লেষ মিহলি সুৰেৰে কবিয়ে লিখিছে—

প্ৰত্যেকটো ৰাস্তাৰ
আবৰ্জনাৰ দম বিলাকত কাষে কাষে
সিহঁতৰ মুখে মুখে
ৰস নাইকিয়া শুকান একোডোখৰ
জাতি, বৰ্ণ বিচাৰ নোহোৱাৰ হাড়।
নাইবা কোনোটোৰ মুখত
ফটা জোতাৰ একো টুকুৰা লেকেটা
চামৰা।
দুটা এটা ভাগ্যবানৰ বাহিৰে
চুৱা পাতনিৰ ভাতৰো সিহঁতৰ বাবে
অনাটন
সিহঁতৰ পিছে পিছে ফুৰিছে
গাৰ ছাঁৰ দৰে আন্ধাৰ বুভুক্ষু।

তথাপি সিহঁতে যুদ্ধ কৰে মহাযুদ্ধ। কুৰি শতিকাৰ সভ্যতাৰ নিলাজ হাতৰ চেকা দুয়োদল কুকুৰৰ কপালতে সনা আছে। ইয়াৰ মাজেৰে মহাযুদ্ধৰ বিভীষিকা সৃষ্টি কৰা দুদল মানুহৰ আত্মঘাতী বৰ্বৰতাক উপলুঙা কৰিছে।

এনেকৈয়ে সিহঁতে মৃত্যুক নিজে মাতি
মাৰিব

সিহঁত নিৰুপায়।
সিহঁতৰ প্ৰত্যেকৰে কপালত যেন সনা
আছে
কুৰি শতিকাৰ সভ্যতাৰ নিলাজ হাতৰ
চেকা
আন্ধাৰ নিশাত প্ৰভুৰ ঐশ্বৰ্য চন্দুকৰে
বিশ্বাসী প্ৰহৰী
পোহৰৰ দুৰ্বল নিষ্পেষিত ঘৃণিত প্ৰভুভক্ত ঢেকুৰা
সকলোৱে সিহঁতক উপলুঙা কৰে
এইখন পৃথিৱীৰ কি যে কুট চক্ৰান্ত।

মানুহৰ নিঃসঙ্গ জীৱনৰ নিদাৰুণ যন্ত্ৰনা, বৃদ্ধত্বৰ নিঃসঙ্গতা, দুৰ্বলতা, নিস্তেজতা সাৰ্থক চিত্ৰকল্প প্ৰয়োগ কৰি প্ৰকাশ কৰিছে 'সিহঁত এতিয়া জীৱ' কবিতাত।

কিন্ কিন্ বৰষুণৰ নীৰব নিশা
আৰু মৰা জোনৰ গাঢ় অন্ধকাৰ।
ৰাস্তাৰ এমুৰে
নৰ্দমাৰ দাতিৰ নিঃসঙ্গ বুঢ়া আহতৰ
উলংগ কায়।
নিস্তেজ শক্তিহীন শৰীৰৰ দুৰ্বল কঁপনিত
জীৱনৰ শেষ চিহ্ন বাকী থকা এখিলা
পকা পাত সৰে
বতাহৰ শব্দ হয়।
নিশাৰ গভীৰ নিশ্বাসত কমি আহা
হতাশাত ক্ষীণ হৈ অহা নিস্তব্ধ জীৱনৰ
বুকুত
আঘাত কৰি খৰ্ খৰ্ খৰ্।

নিৰাশাৰ মাজতো কবিয়ে আশাৰ ৰেঙনি দেখিছে। নিশাৰ আন্ধাৰৰ পাছত পুৱাৰ পোহৰ দেখা কবিয়ে আশ্যাৰ ইংগিতেৰে লিখিছে—

বুঢ়া আঁহতৰ কুঁহি পাত ওলাব
নিযৰে মুকুতা সানিব
সিহঁত তেতিয়া জীৱ।

কযলাখনিৰ শ্ৰমিকৰ জীৱন্ত যন্ত্ৰনা উপলব্ধিৰ বাস্তৱ অভিযোজনা 'কযলা' কবিতা। তাৰ মাজত কবিৰ অন্তৰৰ ৰঙা শোনিতৰ পৰিচিত নিষ্ক্ৰিয় যাতনা ভগ্ন অভীপ্সাৰ ক'লা ক'লা দাগ হৈ জিলিকি উঠিছে। এই বেদনা চিৰন্তন বেদনা, এই অন্তৰ্নীল বেদনা কবিয়ে উপলব্ধি কৰিছে এনেদৰে—

মোৰ ব্যস্ত জীৱনৰ পাৰিপাৰ্শ্বিকতা
কযলাৰ ধোৱা আৰু গৰম গহ্বৰ
কি উষ্ম তাপ
কি ভীষণ অগ্নিকুণ্ড জ্বলে অহৰহ
কযলা।
মোৰ ভগ্ন অভীপ্সাৰ ক'লা ক'লা দাগ
অন্তৰৰ ৰঙা শোনিতৰ পৰিচিত তেল
মৰি যোৱা নিষ্ক্ৰিয যাতনা

'বেশ্যা'ৰ উপলব্ধি আৰু বেছি আশ্চৰ্যজনক। কবিৰ কল্পনাই এক অস্বাভাৱিক অদ্ভুত ব্যঞ্জনাময় ৰূপ পৰিগ্ৰহ কৰিছে 'বেশ্যা' কবিতাটিত। পৰিৱেশ সৃষ্টিৰ মাজেৰে কবিতাটোৰ ব্যংগাত্মক অভিব্যক্তি মন কৰিব লগীয়া।

তাই যেনিবা সিহঁতৰ টোপনিৰ পৰা উঠা
অলস চিন্তাৰ একাপ গৰম মিঠা
টকাৰ এৰা সুতাৰে টনা এটা নিষ্প্ৰাণ
কাঠৰ পুতলা নাচ
তাইৰ ওঁঠত নাই নিষ্পেষিতৰ বুকুৰ শোহা
কেঁচা তেজৰ নিলাজ চেকা।

বেশ্যাৰ মাজত কবিৰ অনিসন্ধিৎসু মনৰ স্থূল অনুভূতি বাংময় হৈ উঠে এনেদৰে—

বৰমুৰীয়া সকলৰ গোপন চৰিত্ৰৰ তাই যে

কষটি শিল
মনিষী সকলৰ তৰ্কচক্ৰত তুমিযে এক
গৱেষণাৰ বিষয়
ভাৰতৰ স্বাধীনতাত কৈযো গুৰুতৰ
কোনে জানে তোমাৰ চকুত তোমাৰ ওঠত
তোমাৰ দেহত
মনালিছাৰ কি ৰহস্যময লাস্য?

কবিৰ কল্পনাশক্তি ইমান সুদুৰ প্ৰসাৰী হৈ গতি কৰিছে যে সমাজৰ ক্লেদাক্ত পৰিৱেশত জীৱন নিৰ্বাহ কৰা বেশ্যাক'কুৰি শতিকাৰ নগ্ন সভ্যতাৰ নিৰ্ভীক বীৰংগনা" বুলি কবলৈকো কুণ্ঠাবোধ কৰা নাই। সমাজৰ গলিত স্খলিত চৰিত্ৰ প্ৰতীকী অৰ্থত ব্যৱহাৰ কৰি কবিযে নিজৰ কাব্যিক উপলব্ধি পৰিস্ফুট কৰিছে। সমালোচকৰ দৃষ্টিত ই কল্পনাৰ বিলাস হ'লেও তেনে কাব্যিক কল্পনাৰ তীব্ৰতা অনুভৱ কৰিব পাৰে কেৱল কবিমনেহে।

(ধন্য) হে কুৰি শতিকাৰ নৃত্যশীলা
কোকিলকণ্ঠী চিত্ৰলেখা
তোমাৰ চলনাত
শত অনিৰুদ্ধ অসুৰ বানৰ ৰুদ্ধ
কাৰাগাৰত বন্দী,
শ্ৰীকৃষ্ণৰ অব্যৰ্থ সুদৰ্শন চক্ৰত হয়তো
তোমাৰ আগত শক্তিহীন
তুমি কুৰি শতিকাৰ নগ্ন সভ্যতাৰ
নিৰ্ভীক বীৰংগনা।

মহাসমৰৰ দাবানলে দগ্ধ কৰা পৃথিৱীৰ ধ্বংসস্তুপত থিয় হৈ কবিয়ে অন্ধকাৰৰ হাহাকাৰ আৰু জোনাকৰ পৰিহাস অনুভৱ কৰিছে। কবিৰ বিপ্লৱী অন্তৰৰ সংঘাতময় ব্যঞ্জনা অনুভৱ হয় 'আন্ধাৰৰ হাহাকাৰ' কবিতাত।

মই যাওঁ পৃথিৱীৰ মাটিৰ মানুহ
মাটিয়েদি খোজকাটি কাঢ়ি

বাস্তৱৰ বিকৃত বিপদে ঢকা
মোৰ প্ৰতিকৃতি
সেই অন্ধকাৰ বাটটোত
অকলে অকলে
শান্তিহীন শ্ৰান্তিহীন
মহাসমৰৰ দাবানলে পোৰা
পৃথিৱীৰ শ্মশানত
ভয়লগা স্পিৰিটৰ দৰে।

সেই বিদগ্ধ বিধ্বস্ত স্তুপতো নতুনৰ সৃষ্টিৰ উন্মেষ দেখিবলৈ পাইছে কবি অমূল্য বৰুৱাই। কবিৰ অন্তৰত জ্বলি উঠা বিদ্ৰোহৰ অগনিযে মুহূৰ্তৰ ভিতৰতে যেন সভ্যতাৰ বিলাস বৈভৱ ভাঙি চিঙি চুৰমাৰ কৰি দিযে—

বিদ্ৰোহৰ অগনি জ্বলে চকুৰ শিখাত
বিদগ্ধ বিধ্বস্ত স্তুপত মোৰ
নতুন সৃষ্টিৰ
প্ৰতিজ্ঞাৰ অটল বিশ্বাস থাপি
ভাবৰ বুকুত
মুহূৰ্তৰ ভিতৰতে গুৰি কৰি
লক্ষ লক্ষ শতাব্দীৰ
সভ্যতাৰ বিলাস বৈভৱ।

কবিৰ প্ৰতিটো শব্দৰ মাজত জীৱনক নতুন প্ৰজ্ঞাৰে উপলব্ধি কৰাৰ প্ৰয়াস দেখা যায। আন্ধাৰৰ হাহাকাৰৰ মাজতো কবিৰ যি নিৰ্মম অনুভৱ তাৰ মাজত বাস্তৱ ৰহস্য উদঘাটনৰ প্ৰচেষ্টা মূৰ্ত হৈ উঠিছে।

'আৰু মই?
বাস্তৱৰ ৰহস্যৰ আত্মা বিস্মৃতিত পৰি
থাকো চাই
সিহঁতৰ ক'লা ক'লা লেতেৰা জীৱনবোৰ
সিহঁতৰ আন্ধাৰৰ হাহাকাৰ
আৰু জোনাকৰ পৰিহাস।

উৎসৱৰ আনন্দৰ মাজতো যান্ত্ৰিক সভ্যতাৰ ধ্বংসাত্মক প্ৰভাৱৰ কথা কবিয়ে পাহৰি যোৱা নাই। এফালে মৰণ কাতৰ যন্ত্ৰনা আৰু আনফালে আলিংগন। তাৰ মাজত কবিৰ দোদুল্যমান চিন্তাৰ অনুভূতিৰ প্ৰকাশ ঘটিছে "আজি আমাৰ বিহু" কবিতাটিত।

যন্ত্ৰৰ যাতনাত
প্ৰাণ নাইকিয়া পৃথিৱীৰ ঘৰে ঘৰে আজি
কেৱল মৰি যোৱাৰ
আশংকাতে কঁপা জীয়া মানুহৰ কংকাল।
আৰু এই আনন্দৰ আলিংগন

নৈৰাশ্যবাদী চিন্তাৰ মাজতো আশাৰ স্পন্দনে দুৰুদুৰু কৈ কঁপাইছে কবিৰ অন্তৰ। কবি আশাবাদী, কবি বাস্তৱবাদী। সংঘাতৰ মাজতো কবিৰ বিপ্লৱ স্থবিৰ হোৱা নাই।

বৰ্তমানৰ নিৰালম্ব নিৰাসক্তিৰ
বিকৃত জঞ্জাল লৈ
জীয়াৰ বুকুত
আমাৰ দুৰু দুৰু স্পন্দমান অন্তৰতো আছে
শতেক ভৰষা।

মানুহৰ ওপৰত অসীম বিশ্বাস ৰাখিয়েই কবিয়ে মেলানি মাগিলে এই পৃথিৱীৰ পৰা। মৌলবাদী শক্তিৰ হিংসাৰ বলি হ'ল বিপ্লৱী কবি অমূল্য বৰুৱা। পৰিহাসৰ কথা এয়ে যে তেওঁৰ মৃতদেহটোও বিচাৰি পোৱা নগ'ল। তেওঁৰ কবিতাৰ পাণ্ডুলিপি সমূহো হেৰাই গ'ল। মাথোন অমূল্যৰ তেজেৰে ৰঙাল বঙ্গা কলিকতাৰ ৰাজপথে বিঙিয়াই ক'লে ভৱিষ্যতৰ ৰঙা সূৰ্যৰ পিনে চকু ৰাখি বিপ্লৱী কবিতাৰে জনতাৰ সংগ্ৰামী চেতনা জগাই তোলা কবি অমূল্য বৰুৱাই মানৱতাৰ জয়গান গাই চিৰদিনৰ বাবে হেৰাই গ'ল। জীৱিত কালত পোহৰৰ মুখ নেদেখা তেওঁৰ সিঁচৰতি হৈ থকা কবিতাসমূহৰ সংকলন 'অচিনাই' সম্ভাৱনাপূৰ্ণ তৰুণ কবিৰ চিনাকী আজিও জীয়াই ৰাখিছে অসমীয়া কাব্য সাহিত্যত।

●●●

# সাহিত্যৰ নোবেল বঁটা বিজয়িনী নিৰ্জনতাৰ কবি ৱিছলাৱা ঝিমোৱৰাস্কা

বিশ্বসাহিত্যৰ কবিতাৰ জয়যাত্ৰা আৰম্ভ হৈছে। ১৯৯৫ চনৰ সাহিত্যৰ নোবেল বঁটা লাভ কৰিছিল আইৰিছ কবি ছিমাছ হিনীয়ে তেওঁৰ ৰূপান্তৰ প্ৰয়াসী কবিতাৰ বাবে। কবিতাৰ মূৰ্তিমন্ত ছন্দই কুৰি শতিকাৰ বিপ্লৱ বিটৌত বিশ্বত মানৱতাৰ জয়গান গোৱা বিপ্লৱৰ প্ৰতিবাদী কণ্ঠস্বৰ নোহোৱা, মানবাত্মাৰ গভীৰ দুখ-বোধৰ অনুভূতিৰে ৰঞ্জিত কবিতাৰ সন্ধান কৰি এই বেলিও চুইডিছ একাডেমীয়ে সাহিত্যৰ নোবেল বঁটা আগবঢাইছে পোলেণ্ডৰ নিৰ্জনতাৰ নিসংগ কবি ৱিছলাৱা ঝিমোৱৰাস্কালৈ। একে লেথাৰিয়ে দুবছৰৰ বাবে দুগৰাকী প্ৰথিতযশা কবিয়ে বিশ্ব সাহিত্যৰ বিৰল সন্মান নোবেল বঁটা অকল কবিতাৰ বাবে পোৱাটো কবিতাৰ গৌৰৱোজ্জল জয়যাত্ৰা নুবুলি কি বুলি কোৱানো উচিত হব? নোবেল বঁটা লাভ কৰাৰ আগলৈকে ঝিমোৱাৱাস্কাৰ নাম বিশ্বৰ অনেক কাব্যপ্ৰেমীয়ে শুনা নাছিল, পঢিবলৈ পোৱা নাছিল তেওঁৰ নিৰ্জনতাৰ নিসংগ অনুভৱেৰে পৰিপূৰ্ণ কবিতাসমূহ। তেওঁৰ কবিতাত নাছিল তেজস্বী শব্দৰ ইন্দ্ৰজাল, বৈপ্লৱিক ৰূপান্তৰৰ ছবি। নিৰ্জনতাৰ মাজত জীৱনক উপলব্ধি কৰা ৱিছলাৱাই স্বকীয় অনুভৱক বৈচিত্ৰ্যৰ ছন্দেৰে আবদ্ধ কৰি ৰচনা কৰা কবিতাৰে পোলেণ্ডৰ কমিউনিষ্ট শাসনৰ বিৰুদ্ধে প্ৰতিবাদ জনাইছিল। কমিউনিষ্ট বিপ্লৱৰ স্বাৰ্থত আত্মাহুতি দিয়া বিপ্লৱী সকলে ঝিমোৱৰাস্কাৰ নৰমসুৰী কবিতাৰ মাজত বিচাৰি পোৱা নাছিল প্ৰতিবাদৰ জ্বালামুখী সুৰ। তথাপিও ৰূপান্তৰৰ স্বপ্ন বাস্তৱায়িত কৰাৰ প্ৰয়াসেৰে ঝিমোৱাৱাস্কাই অনুভৱ কৰিছিল 'ট্ৰেঙ্কুলিটি ইন ছলিচুড' নিৰ্জনতাৰ মাজত প্ৰগাঢ় শান্তি। নিৰ্জনতাৰ মাজত নিসংগতাৰ গীত গাই জীৱনৰ ৰিয়েলিটি অনুভৱ কৰিবলৈ বিচৰা

পোলেণ্ডৰ তেসন্তৰ বছৰীয়া মহিলা কবি গৰাকীয়ে ১৯৯৬ চনৰ বিশ্ব সাহিত্যৰ বিৰল সন্মানেৰে বিভুষিতা হোৱাত বহুতেই আচৰিত হৈছিল। বহুতেই কৈছিল বিপ্লৱৰ মাজেদি ৰূপান্তৰ নিবিচৰা বাবেই পুঁজিবাদী শাসকৰ অনুকুলে কলম হাতত লৈ কবিতা লিখা বাবেই পুঁজিবাদীৰাষ্ট্ৰৰ দ্বাৰা পৃষ্ঠপোষকতা কৰা নোবেল পুৰস্কাৰ পোলেণ্ডৰ কবি ঝিমোৱাৰাস্কাই পাবলৈ সক্ষম হ'ল। কিন্তু সমালোচকৰ যুক্তিত কোনো বাস্তৱতা নাই। ৰক্তাক্ত বিপ্লৱ কামনা নকৰা, তেজৰ বিনিময়ত স্বাধীনতাৰ স্বাদ অনুভব কৰিবলৈ নিবিচৰা, অনাকাংক্ষিত মৃত্যুৰ বিৰুদ্ধে কলম তুলি 'তোমাৰ আঁৰতে তোমাৰেই মৃত্যুৰ নক্সা আঁকিছে আপোন প্ৰতিবেশীয়ে, ৰাজপথত তেনেহলে শ্মশানৰ দিন? শ্লেষপূৰ্ণ ইংগিতেৰে কবিতা ৰচনা কৰা ঝিছলাৱাই ৰক্তাক্ত ৰূপান্তৰ নিবিচাৰে, তেওঁ কবিতাৰে ৰচিব খোজে নিৰ্জনতাৰ মাজত শান্তিৰ নীড়। পুঁজিবাদৰ জয়গান নোগোৱা অথচ তেজেৰে ৰঞ্জিত বিপ্লৱো আকাংক্ষা নকৰা এগৰাকী নিসংগ কবিৰ কবিতাত প্ৰাত্যহিকতাৰ বৈচিত্ৰ্য উদ্ভাসি উঠিছে জলজল পট্‌পট্‌কৈ। জীৱনৰ বিচিত্ৰ অনুভৱক কবিতাৰ সুৰীয়া ছন্দেৰে ৰূপ দিছে বৰ সহজ-সৰল আৰু আপোচহীনভাৱে। তেওঁৰ কবিতাৰ ছন্দে ছন্দে অনুৰননিত হৈছে পোলেণ্ডৰ কেঁচা মাটিৰ গোন্ধ। পোলেণ্ডৰ বায়ু পানী আৰু মানুহৰ স্পন্দন বিয়পি থকা তেওঁৰ কবিতা সেয়েহে আজি বিশ্বসাহিত্যৰ বিৰল সন্মানেৰে বিভুষিত হৈছে। ৰাজনীতি আৰু বিপ্লৱৰ পৰা দূৰৈত অৱস্থান কৰা কবি ঝিমোৰৱাস্কাই কয় 'মই ৰাজনীতিৰ পৰা আঁতৰত থাকিবলৈ বিচাৰো, তেজৰ চেঁকুৰাৰে ৰক্তাক্ত হোৱা ৰাজপথত শ্মশানৰ দিন গনিবলৈ নিবিচাৰো,' বিপ্লৱৰ বাবে আত্মাহুতি দিয়াটোও নিবিচাৰো। মোৰ কবিতাত বিপ্লৱৰ তেজৰঙা উচ্ছ্বাস নাই। মোৰ কবিতাই মানুহৰ আৰু জীৱনৰ কথাহে কয়।'

মানুহ আৰু জীৱনৰ কথা কোৱা পোলেণ্ডৰ কবি ঝিমোৰৱাস্কাৰ জন্ম হৈছিল ১৯২৩ চনৰ ২ জুলাই তাৰিখে পোলেণ্ডৰ কেনিৰ্কত। সৰুৰে পৰা ৰাজনীতি সমাজনীতি সাহিত্যত শিক্ষা লাভ কৰি ডাঙৰ দীঘল হোৱা ঝিমোৰৱাস্কাই প্ৰথমতে সাহিত্যৰ সমালোচক হিচাপে হাতত কলম তুলি লৈছিল। সমালোচক হিচাপে আত্মপ্ৰকাশ কৰা ঝিমোৰৱাস্কা পিছৰ জীৱনত কবিতাৰ প্ৰতিহে বেছি আকৰ্ষিত হৈছিল। প্ৰথম গৰাকী পতি আডম ব'ডেক আছিল এগৰাকী পোলিছ কবি। তেওঁৰ সান্নিধ্য পায়ে ঝিমোৰৱাস্কাৰ মনত উদয় হৈছিল কবিতাৰ ভাৱ-অনুভূতি, জীৱনৰ বাস্তৱ

উপলব্ধিৰে সৰু সৰু শব্দৰে কবিতা লিখিবলৈ আৰম্ভ কৰিছিল। সেই সময়ত পোলেণ্ডৰ ৰাজনীতিত পশ্চিমীয়া সাম্ৰাজ্যবাদী আৰু পুঁজিবাদী শক্তিৰ দপ্ দপনিত সাধাৰণ শ্ৰেণীৰ লোকৰ মোহভংগৰ যন্ত্ৰনা অন্তৰেৰে উপলব্ধি কৰি ঝিমোৰ্ৰাস্কাই এই দুই অপশক্তিৰ বিৰুদ্ধে শ্লেষমিহলি সুৰেৰে কবিতা ৰচিছিল আৰু তেওঁৰ কবিতাৰ ছন্দেৰে অনুপ্ৰাণিত হৈ পোলেণ্ডৰ স্বাধীনতা প্ৰয়াসী নেতা ভালেচাই আৰম্ভ কৰিছিল 'চ'লিডাৰিটি মুভমেণ্ট'। সেই সময়ত পোলেণ্ডৰ কমিউনিষ্ট শাসকে সংবাদপত্ৰ আৰু সাহিত্যৰ ওপৰতো কঠোৰ চেন্সৰশ্বিপ আৰোপ কৰিছিল। তাৰ মাজতো ১৯৪৫ চনত সাধাৰণ মানুহৰ হৃদয়ৰ যন্ত্ৰনা উপলব্ধি কৰি লিখা ঝিমোৰৰাস্কাৰ প্ৰথম কবিতা সংকলনখন প্ৰকাশ হৈ ওলাইছিল। প্ৰথম কাব্য গ্ৰন্থত সাম্ৰাজ্যবাদ আৰু পুঁজিবাদৰ বিৰুদ্ধে পুঞ্জীভূত শ্লেষ পৰিপূৰ্ণ কবিতা সন্নিবিষ্ট হৈছে যদিও পিছৰ কাব্য সংকলন সমুহত শান্তি  সম্প্ৰীতিৰ ৰূপান্তৰৰ স্বপ্নাবিষ্ট ছবিহে গীতিময়তাৰ ৰূপত অংকিত হৈছে। ১৯৫৭ চনত তেওঁৰ আন এখন কাব্য সংকলন 'কলিং আউট টু য়েটি' প্ৰকাশ হৈ ওলায়। এই সংকলনৰ কবিতাৰ মাজত ষ্টেলিন শাসনৰ প্ৰতি কবিৰ মোহভংগ হোৱাৰ ছবি উজ্জ্বলি উঠিছে। এনেদৰে এখনৰ পিছত আন এখনকৈ নখন কবিতাৰ সংকলন প্ৰকাশ হৈ বিছলাৱা ঝিমোৰাস্কা পোলিছ কাব্য সাহিত্যত লেখত লবলগীয়া কবি হিচাপে প্ৰতিষ্ঠা লাভ কৰে। ১৯৬৩ চনত তেওঁৰ কাব্যগ্ৰন্থৰ বাবে পোলেণ্ডৰ সাহিত্যৰ সৰ্বোচ্চ পুৰস্কাৰও লাভ কৰে।

মানুহ আৰু পৃথিৱীৰ নীৰৱ অনুভৱক বাংময় ৰূপ দি থাকোতেই কবি ঝিমোৰৰাস্কাৰ প্ৰথম সংসাৰ বিচ্ছেদৰ ছাঁ ই আবৰি ধৰে। প্ৰথম স্বামী আডমৰ লগত মনোমালিন্য হৈ বিবাহ বিচ্ছেদ হোৱাৰ পিছত ঝিমোৰৰাস্কাৰ কবিতাত বিষাদৰ সুৰ অনুৰনিত হ'বলৈ ধৰে। বিচ্ছেদৰ যন্ত্ৰনাত ভাঙি নপৰি কৰ্নেল ফিলিপৰি নামৰ লেখক এজনৰ লগত পুনৰ বিবাহ পাশত আবদ্ধ হৈ দ্বিতীয় সংসাৰৰ পাতনি মেলে। প্ৰেমৰ গভীৰ অনুভুতি আৰু হৃদয়ৰ সঁচা ভালপোৱাৰে আঁকোৱালি ল'লে দ্বিতীয় স্বামীক আৰু নিৰ্জনতাৰ সৈতে সন্ধান কৰিবলৈ ধৰিলে জীয়াই থকাৰ বাস্তৱ উপলব্ধি। দ্বিতীয় স্বামীৰ সৈতে সুখৰ সংসাৰত নিমজ্জিত হৈ থাকোঁতেই ১৯৯০ চনত স্বামীৰ আকস্মিক মৃত্যুৱে ঝিমোৰৰাস্কাৰ কোমল হৃদয় মৰ্মাহত কৰি তোলে। স্বামীৰ মৃত্যুৰ পিছত মৃত্যুৰ বিভীষিকাময় অনুভুতিৰে তেওঁ ৰচিলে এক শিহৰণ কাৰী কবিতা সংকলন

"দী ইণ্ড এণ্ড দি বিগিনিং"। মৃত্যুৰ ব্যঞ্জনাময় অনুভূতিৰে লিখা কবিতাৰে ঝিমোৰবাস্কাই পোলেণ্ডৰ কাব্য সাহিত্যলৈ এক অসাধাৰণ জোৱাৰ নমালে।

পোলেণ্ডৰ চহকী সাহিত্যই বিশ্ব সাহিত্যত এক বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। সাম্ৰাজ্যবাদ, পুঁজিবাদ, বৰ্ণবৈষম্যতাবাদ সকলো স্তৰতে পোলেণ্ডৰ সাহিত্যিকে গল্প, উপন্যাস, কবিতা আদি লিখি পোলেণ্ডৰ প্ৰগতিবাদী সাহিত্যৰ ধাৰা বিশ্ববাসীৰ আগত উন্মোচন কৰি থৈ গৈছে। ইতিমধ্যে চাৰিজনকৈ পোলিছ সাহিত্যিকে নোবেল বঁটা লাভ কৰিবলৈ সক্ষম হোৱাৰ পাছত বিছলাৱা ঝিমোৰবাস্কা এনে সন্মানৰ অধিকাৰী হোৱা পঞ্চম গৰাকী পোলেণ্ডৰ কবি। তেওঁৰ আগতে আন এগৰাকী পোলিছ কবি চেছলা মিশ্বৰে তেওঁৰ কাব্য প্ৰতিভাৰ বাবে নোবেল বঁটা লাভ কৰিছে। ঝিমোৰবাস্কাই নোবেল বঁটা পোৱাৰ বাতৰি পাই মিৱশ্বেই ঝিমোৰবাস্কাৰ সাফল্যক 'বিংশ শতাব্দীত পোলিছ কবিতাৰ বিজয়' হিচাপে অভিহিত কৰিছে। দুবাৰকৈ নোবেল বঁটা লাভ কৰাটো পোলিছ কবিতাৰ যুগজয়ী বিজয় বুলি ক'বই লাগিব। যি সময়ত বিশ্বৰ কবি কণ্ঠত প্ৰতিবাদৰ ভাষা উচ্চাৰিত হৈছে সেই সময়ত নিৰ্জনতাৰ মাজত জীৱনৰ গুণ গান কৰা কবিতায়ো যে বিশ্ববন্দিত স্বীকৃতি লাভ কৰিব পাৰে তাক ঝিমোৰবাস্কাৰ সাফল্যই প্ৰমান কৰি দেখুৱালে। বিশ্বৰ সৰ্ব্বোকৃষ্ট সন্মান নোবেল বঁটা পায়ো ঝিমোৰবাস্কা আনন্দৰ আতিশয্যত অভিভূত হোৱা নাই। এই বিৰল আনন্দৰ মাজতো তেওঁ সাংবাদিকৰ প্ৰশ্নবানৰ পৰা আঁতৰি থাকিবলৈ বিচাৰে। চহৰৰ কোলাহ'লে স্পৰ্শ কৰিব নোৱাৰা এক নিৰ্জন ঠাইত জীৱনৰ অপৰাহ্ন বেলিকা আপোন মনে কটাবলৈ বিচাৰে। ঝিমোৰবাস্কাই বৰ্ত্তমানে বাসকৰা পোলেণ্ডৰ পাৰ্বত্য উপকণ্ঠৰ চহৰ কোকোপেনডকৈয়ো নিৰ্জন ঠাইত বহি জীৱনটো আৰু বেছি গভীৰভাবে উপলব্ধি কৰি নৈঃশব্দৰ কবিতা লিখিবলৈ বিচাৰে।

ঝিমোৰবাস্কাৰ কবিতাত স্বাভাবিক জীৱনৰ প্ৰতিচ্ছবি আছে। মানুহ জীৱন, মৃত্যু আৰু এই বোধৰ গভীৰ অনুভূতিৰে ভাস্বৰ হৈ উঠিছে কবিতাৰ ছন্দ। সুন্দৰ, সুনিৰ্বাচিত শব্দচয়ন হৃদয়স্পৰ্শী অভিব্যঞ্জনা আৰু সৰল ব্যঞ্জনাৰে পৰিপূৰ্ণ প্ৰতিটো কবিতাৰ সুৰ কোমল, নৰম আৰু সেউজীয়া। পেলনীয়া বস্তুৰ মাজতো জীৱনৰ [illegible] অৰ্থ বিচাৰি উলিওৱা প্ৰয়োজনৰ তাগিদা অনুভৱ কৰা ঝিমোৰবাস্কাৰ কোমল অনুভূতি প্ৰতিধ্বনিত হৈছে কবিতাৰ মাধ্যমত। সংসাৰ যাত্ৰাত অসহায়, ভাবাক্ৰান্ত, নাৰীৰ প্ৰতি

গভীৰ মমতাবোধৰ পৰিস্ফুৰনো ঘটিছে তেওঁৰ কবিতাত।

তেজৰ বিনিময়ত শান্তি নিবিচাৰি সাম্য আৰু শান্তিৰ সহাৱস্থানেৰে ৰূপান্তৰৰ স্বপ্ন দেখিছে। সেই স্বপ্নৰে সাকাৰ ৰূপ তেওঁৰ আশাব্যঞ্জক কবিতাসমূহ। সাধাৰণ আৰু প্ৰাত্যহিক বিষয়বস্তুৰ ওপৰত কবিতা লিখিলেও তেওঁৰ কবিতাত আধুনিক সভ্যতাৰ সংশয়, অৱক্ষয় গভীৰ জীৱনবোধ আৰু নিৰ্জনতাৰ নিঃসঙ্গ উপলব্ধি গভীৰভাৱে অনুভূত হয়। সুদীৰ্ঘ ৭৩ বছৰীয়া জীৱন পৰিক্ৰমা অতিক্ৰম কৰিও ঝিমোৰাস্কাৰ কৱিমনে নিৰ্জনতাৰ গভীৰ উপলব্ধিৰে নতুন নতুন কবিতাৰ জন্ম দিবলৈ বিচাৰে। অনাগত দিনৰ সেই নতুন সৃষ্টিয়ে ৱিছলাৱা ঝিমোৰৱাস্কাক অমৰত্ব দান কৰি বিশ্ব সাহিত্যত চিৰযুগমীয়া কৰি ৰাখিব।



# ডাণ্টেৰ ডিভাইন কঁমেডি
# মানৱাত্মাৰ ক্রমোত্তৰণৰ কহিনী

ত্ৰয়োদশ শতাব্দীৰ মধ্যযুগত আৰম্ভ হৈছিল ইউৰোপত সাহিত্য সংস্কৃতি, কলা শিল্পৰ নৱজাগৰণৰ যুগ — যাক অভিহিত কৰা হৈছে ৰেনেছা যুগ বুলি। এই ৰেনেছা যুগৰে কাব্য সাহিত্যৰ প্ৰথম সূৰ্যৰশ্মি মহাকবি ডাণ্টে যাৰ কাব্যশৈলীৰ চুম্বকীয় শক্তিয়ে মোহাবিষ্ট ইউৰোপৰ শতিকা জোৰা নিদ্ৰাভংগ কৰি জাগৰিত কৰি তুলিলে ইউৰোপৰ কাব্য প্ৰেমী জনগনক। ইউৰোপৰ কাব্যবেদীত মহাকবি হোমাৰৰ পিছতেই সৰ্বশ্ৰেষ্ঠ কাব্যস্ৰষ্টা হিচাপে চিহ্নিত কৰা হৈছে ডাণ্টেক। ইউৰোপৰ নৱজাগৰণৰ ইতিহাসত ভোটাতৰাৰ দৰে জিলিকি আছে ইটালীৰ এই মহাকবি গৰাকী যাৰ আবিৰ্ভাৱৰ লগে লগে মধ্যযুগৰ অৱসান ঘটি নৱযুগৰ অভ্যুদয় হৈছিল। এওঁৰে মহাকাব্য "ডিভিনিয়া কোম্বেডিয়া" অৰ্থাৎ "ডিভাইন কমেডী"ত ধ্বনিত হৈ উঠিছে নতুন জীৱনৰ নৱোপলব্ধিৰ মূৰ্চ্ছনা। কাব্যগাঁথাৰ মাজেদি জীৱনৰ বাস্তৱ কাহিনীক মন্থন কৰি অমৃতৰ ঢল বোৱাই দিয়া ডাণ্টেৰ মহাকাব্যই সমগ্ৰ বিশ্বতে যি এক অভূতপূৰ্ব আলোড়নৰ সৃষ্টি কৰিলে সি আজিও চিৰশাশ্বত হৈ আছে। তেওঁৰ এই কাব্যত মানৱ প্ৰেমৰ বন্দনাৰ মাজেৰে ঐশ্বৰিক প্ৰেমৰ মাহাত্ম্য বিকশিত কৰি আত্মাৰ উত্তৰণ ঘটি পৰমাত্মাৰ প্ৰেমলৈ উৰ্দ্ধগমন কৰাৰ যি দুৰন্ত প্ৰয়াস তাৰ মাজত সৰগ-নৰকৰ ৰহস্য ভেদী দিব্যদৃষ্টিৰ গভীৰ প্ৰকাশ পৰিদৃষ্ট হৈছে। ডাণ্টেৰ মহাকাব্য যেনেদৰে ৰহস্যঘন আধ্যাত্মিক ভাবাদৰ্শৰে পৰিপূৰ্ণ তেনেদৰে তেওঁৰ জীৱন বৃত্তান্তও ৰূপকথাৰ দৰে অপূৰ্ব ৰোমাঞ্চকৰ। ডাণ্টে মাতৃগৰ্ভত থাকোঁতেই মাকে এটা বিচিত্ৰ সপোন দেখিছিল। সেই সপোনৰ নায়ক জনেই নিজৰ মৌলিক সৃষ্টিৰে বিশ্ববাসীক বিমোহিত কৰি তুলিছিল। ডাণ্টে আছিল ফ্লোৰেন্স নগৰীৰ এক অভিজাত পৰিয়ালৰ সন্তান। সুদৃশ্য অট্টালিকাৰ সুসজ্জিত কোঠাৰ ফেন্দৰগা বিছনাত শুই থাকোতেই আসন্ন সন্তান সম্ভবা মাতৃয়ে দেখিছিল এটি ৰহস্যময় সপোন। সেউজীয়া পাতেৰে সুশোভিত লৰেল গছৰ তলত কোমল সেউজ ঘাঁহৰ ওপৰত তেওঁ যেন প্ৰসৱ কৰিছিল এটি পুত্ৰ সন্তান। ভূমিষ্ঠ

হোৱাৰ পিছত সেই সন্তানে মাকৰ বুকুৰ গাখীৰ খোৱা নাছিল। পান কৰিছিল লৰেন গছৰ সেউজীয়া পাতৰ ৰস। পাতৰ ৰস খাই ডাঙৰ দীঘল হোৱা শিশুটো এদিন যেন ৰূপান্তৰিত হ'ল বাবে বৰণীয়া পাখিৰে পেখম ধৰা এটা ধুনীয়া ম'ৰা চৰাইলৈ। সেই ম'ৰা চৰাইৰ অপূৰ্ব সৌন্দৰ্য্য চাই থাকোঁতেই মাকে টোপনিৰ পৰা সাৰ পাই খক্ মক্‌কৈ উঠি বহিছিল। সাৰ পোৱাৰ পিচতে তেওঁ উপলব্ধি কৰিছিল এয়া মাথোন সপোন। তথাপিতো তাৰ মাজতেই যেন লুকাই আছিল এক বিৰাট ৰহস্য। ইয়াৰ কেইদিন মান পাচতেই জন্ম হৈছিল ডাণ্টেৰ। বাৰে বৰণীয়া পাখি মেলি পেখম ধৰা ময়ূৰৰ দৰেই ডাণ্টেয়েও তেওঁৰ মহৎ সৃষ্টিৰে বিশ্ববাসীক চমকপ্ৰদ কৰি তুলিছিল। মাকৰ সপোনে যেন ইয়াৰেই পূৰ্বাভাস বহন কৰি আনিছিল।

১২৬৫ চনত ফ্লোৰেন্স নগৰীত জন্ম হৈছিল ডাণ্টেৰ। সেই সময়ত ইউৰোপত নৱজাগৰণৰদোকমোকালি আৰম্ভ হৈছিল। ফ্লোৰেন্স আছিল ইটালিৰ এখন সংস্কৃত চহৰ যাক সাহিত্য সংস্কৃতি শিল্পৰ পীঠস্থানবুলি ক'ব পৰি। সেই চহৰৰে এটি অভিজাত সংস্কৃতিবান পৰিয়ালত জন্মগ্ৰহণ কৰা ডাণ্টেৰ ইটালীয় নাম আছিল দুৰাণ্ডে আলিযিয়াৰি। অভিজাত পৰিয়ালৰ সদস্য হোৱা বাবে ডাণ্টেই পঢ়াশুনা কৰাৰ সুবিধা লাভ কৰিছিল আৰু যৌৱন কালতে তেওঁৰ দেহত বিকশিত হৈ উঠিছিল অভিজাত্যৰ গৌৰৱ। সেই সময়ত ফ্লোৰেন্সত দুটা দল আছিল- এটা গুযেলফ বা শ্বেতাংগ অৰ্থাৎ অভিজাতৰ দল আৰু আনটো যিবেলিন বা কৃষ্ণাংগ অৰ্থাৎ দলিত নিপীড়িত সাধাৰণ অধিবাসী। দুটা দলৰ মাজৰ বিবাদ আছিল চিৰকলীয়া। যিটো দলেই ক্ষমতাত অধিষ্ঠিত হয় সেইটো দলে আনটো দলৰ ওপৰত নিষ্পেষণ চলায়। ইউৰোপীয় সমাজৰ কৃষ্ণাংগ আৰু শ্বেতাংগৰ বিৰোধ আজিও নিৰ্বাপিত হোৱা নাই। সেই সময়ত গুয়েলফ দল আছিল ক্ষমতাশালী আৰু গুয়েলফ দলৰে প্ৰতিনিধি আছিল ডাণ্টে। ডাণ্টেই শিক্ষা সমাপ্ত কৰি সামৰিক বাহিনীত অন্তৰ্ভূক্ত হৈ যুদ্ধত যোগ দিছিল। যুদ্ধ শাম কটাৰ পিচত ৰাষ্ট্ৰৰ দূতাবাসত উচ্চ পদস্থ কৰ্মচাৰী হিচাপে কাম কৰিবলৈ ধৰে। এইদৰে নিজৰ প্ৰতিভা আৰু কৰ্ম দক্ষতাৰ বলত মাত্ৰ পঁইত্ৰিশ বছৰ বয়সত তেওঁ সাধাৰণ সৈনিকৰ পৰা গৈ ফ্লোৰেন্স নগৰীৰ প্ৰধান শাসনকৰ্ত্তাৰ পদলাভ কৰিবলৈ সক্ষম হৈছিল। 'ডিভাইন কমেডি'ৰ দৰে মহাকাব্যৰ ৰচকজন যে এখন নগৰৰ শাসনকৰ্ত্তা আছিল তাক ভাবিলে আচৰিত যেন লাগে।

কৈশোৰত তেওঁ লগ পাইছিল এগৰাকী সুন্দৰী কিশোৰীক যাৰ নাম বিয়েট্ৰিছ পোৰ্ৰ্চিনাৰি। এই কিশোৰী ডাণ্টেৰ জীৱন পথত যিদিনাই আহিল সিদিনাৰ পৰা জীৱনৰ

শেষ দিন পৰ্যন্ত সেই নাৰীয়েই আছিল তেওঁৰ ধ্যান ধৰণাৰবিষয়, অথচ বিয়েট্ৰিছৰ লগত কোনোদিন তেওঁৰ প্ৰেমৰ আদান-প্ৰদান হোৱা নাই, আনকি চুকৰে চকুৰে নীৰৱ প্ৰেমৰ ভাব বিনিময়ো ঘটা নাই। এই গৰাকী বিয়েট্ৰিছৰ বিষয়ে কবিয়ে পৰৱৰ্ত্তী কালত লিখি থৈ গৈছে— "বিয়েট্ৰিছক যিদিনা প্ৰথম দেখিলো সেইদিনা তাইৰ সৰ্ব্ব শৰীৰত কেৱল অপৰূপ সৌন্দৰ্য দেখা নাছিলো, দেখিছেলো তাইৰ মাজত এটি পৰিপূৰ্ণ মহত্বৰ জীৱন্ত প্ৰতিমা।" সেই জীৱন্ত প্ৰতিমা ডাণ্টেৰ মন মন্দিৰত আমৃত্যু আধ্যাত্মিক মহত্বৰ প্ৰতীক হিচাপে চিৰশাশ্বত হৈ খোদিত হৈ আছিল। বিয়েট্ৰিছক তেওঁ মৃত্যুৰ আগমুহূৰ্ত্তলৈকে পাহৰিব পৰা নাছিল। সেই মহত্বৰ প্ৰতিমা গৰাকীয়েই আছিল তেওঁৰ জীৱনৰ সৰ্ব্বস্ব যাক তেওঁ নিজৰ ভাষাৰেই কৈছে *The glorious lady of my mind'* সেই মহিমাময়ী নাৰীৰ প্ৰতি উথলি উঠা অহেতুক প্ৰেমৰ পৰিণতি স্বৰূপেই তেওঁ শাসনৰ বাঘজৰী লৈ থকা সময়তে ৰচনা কৰিছিল তেওঁৰ প্ৰথম মহাগ্ৰন্থ *'Vita Nuova'* অৰ্থাৎ নিউ লাইফ। এই কাব্যৰ নায়িকা আছিল বিয়েট্ৰিছ। এই গ্ৰন্থত তেওঁ ৰূপ দিছে এক গভীৰ প্ৰেমতত্ব যি প্ৰেমে দেহজ প্ৰেমৰ পৰা উৎপত্তি হৈয়ো আধ্যাত্মিক প্ৰেমৰ পৰিপূৰ্ণতা লাভ কৰিছে। *'Vita Nuova'* তেওঁৰ মধ্যবয়সৰ সৃষ্টি। এই কাব্যত ৰূপ দিয়া প্ৰেম তত্বই পৰিণত ৰূপ ধাৰণ কৰিছে, তেওঁৰ বিখ্যাত মহাকাব্য 'ডিভাইন কমেডি'ত। বিয়েট্ৰিছৰ প্ৰতি ডাণ্টেৰ প্ৰেম একপক্ষীয় হ'লেও সেই প্ৰেমৰ সাৰ্থক পৰিণতি ঘটিছে 'ডিভাইন কমেডি'ৰ দৰে মহৎ কাব্য গ্ৰন্থ সৃষ্টিৰ জৰিয়তে। এই প্ৰেম তেওঁৰ হৃদয়ত উদ্ভব হৈছিল নবছৰ বয়সত। এই ভালপোৱাত কামনাৰ গোন্ধ নাই, এই প্ৰেম স্বানুভূতিজাত স্বৰ্গীয় প্ৰেম, কামনা বাসনা ৰহিত অথচ গভীৰ তাত্বিক বিশ্লেষণাত্মক। ডাণ্টে ব্যৰ্থ প্ৰেমিক নহয়, বিৰহীও নহয়। কিন্তু জীৱনৰ কদাকীৰ্ণ পথত কবিতাৰ মাজেৰে পৰিভ্ৰমণ কৰি প্ৰেমহীন প্ৰীতিহীন যাত্ৰাৰ অন্তত তেওঁৰ অন্তৰৰ যি গভীৰ উপলব্ধি সেই উপলব্ধিকে কাব্যিক ৰূপ দিছিল 'ডিভাইন কমেডি'ৰ জৰিয়তে। ফ্লোৰেন্সৰ এগৰাকী শাসনকৰ্তা হৈ থাকোতেও তেওঁৰ অন্তৰৰ অনুভূতি প্ৰৱন কবি মনটোৰ মাজত এগৰাকী অনন্য সুন্দৰী কিশোৰীৰ ছবি জীৱন্ত হৈ আছিল। সেই সময়তে তেওঁৰ জীৱনলৈ নামি আহিল এক বিপৰ্যয়। শত্ৰুৰ প্ৰৰোচনাত পৰি তেওঁ ফ্লোৰেন্স নাগৰীৰ পৰা নিৰ্বাসিত হ'বলগীয়া হৈছিল আৰু ফলস্বৰূপে তেওঁৰ সকলো স্থাৱৰ সম্পত্তি বাজেয়াপ্ত হৈছিল। তেওঁৰ পত্নী জেমিমা দোনাতিক লগত লৈ তেওঁ চিৰদিনৰ বাবে ফ্লোৰেন্স এৰি ইউৰোপৰ দেশে দেশে ঘূৰি এক যাযাবৰী জীৱন যাপন কৰিবলৈ বাধ্য হ'ল। এনেদৰে ঘূৰি ফুৰি তেওঁ মিলানৰ ডিউকৰ আশ্ৰয়ত কিছুবছৰ কটালে।

প্ৰেম-প্ৰীতিহীন জীৱনৰ পথ পৰিক্ৰমা আছিল কণ্টকাকীৰ্ণ। সেই কণ্টকময় পথেৰে পৰিভ্ৰমন কৰিও ডাণ্টেৰ মাজৰ কবি হৃদয়ৰ দুখ বেদনাই পৰিপূৰ্ণতা লাভ কৰিছিল বাস্তৱৰ কঠিন আচোঁৰৰ মাজত। এফালে বাস্তৱ উপলব্ধিৰ পূৰ্ণতা প্ৰাপ্তি আৰু আনফালে কবি হৃদয়ৰ দুৰন্ত উচ্ছ্বাস তাৰ মাজতেই বিকশিত হৈ উঠিছিল ডাণ্টেৰ কাব্যিক চেতনা। জীৱনৰ শেষৰ কাল ছোৱা তেওঁ কটাইছিল ৰ্যাভেননা চহৰৰ শান্ত লিৰিবিলি পৰিবেশত আৰু তাতেই তেওঁ সন্ধান পাইছিল লোভহীন, দুখহীন, শোকহীন, চিৰশান্তিময় এখন আপোন জগতৰ য'ত পৰিপূৰ্ণতা লাভ কৰিছিল তেওঁৰ অন্তৰৰ গভীৰতম অনুভূতি আৰু উপলব্ধি। সেই গভীৰ উপলব্ধিৰে তেওঁ অংকিত কৰিছিল তেওঁৰ জীৱন কাব্যৰ মহিমাময়ী নায়িকা বিয়েট্ৰিছক যাৰ সৌন্দৰ্য্যৰ অনুৰাগেৰে ৰঞ্জিত হৈ আছিল তেওঁৰ জীৱন ব্যাপী সাধনা। বিয়েট্ৰিছক কবিয়ে দেখা পাইছিল মাত্ৰ নবছৰ বয়সতে অথচ কবিৰ সেই অৰ্ন্তদৃষ্টিৰ সৈতে আমৃত্যু চিৰপ্ৰোজ্জ্বল হৈ আছিল। কবিৰ সেই গভীৰ অন্তৰ্দৃষ্টিৰ সৈতে বাস্তৱ উপলব্ধিৰ কল্প দৃষ্টি মিহলি হৈ জাগতিক প্ৰেমক মহাজাগতিক স্তৰলৈ উত্তৰণ ঘটাই যি এক মহাকাব্যৰ সৃষ্টি কৰি গ'ল সি আজিও স্বৰ্গীয় প্ৰেমৰ আধ্যাত্মিক আত্মবিকাশ হিচাপে চিৰস্মৰণীয় হৈ আছে। এই মহাকাব্য ডাণ্টেৰ বাস্তবোপলব্ধ জীৱন বিন্যাস যাক এক স্বচ্ছ স্ফটিকৰ আধাৰ বুলি অভিহিত কৰা হৈছে। এজনী কিশোৰীৰ অব্যক্ত প্ৰেমৰ পূজাৰী হিচাপে ডাণ্টেই যি আধ্যাত্মিক প্ৰেমতত্ত্ব গঢ়ি তুলিলে সেই প্ৰেম তত্ত্বৰ গভীৰতা আজিও বিশ্বৰ কাব্য সমালোচক সকলে যথাৰ্থ ভাৱে মূল্যাংকন কৰিব পৰা নাই। এই মহাকাব্যৰ নায়িকা বিয়েট্ৰিছৰ বিষয়ে মহাকবি ডাণ্টে জীৱনৰ পৰৱৰ্ত্তী কালত মূল্যায়ন কৰি কৈছিল 'তেজ মঙহৰ দেহত পৰিপূৰ্ণ মহত্বৰ এক দেৱী প্ৰতিমা' বুলি। জীৱনৰ পৰিপূৰ্ণ বয়সত বিয়েট্ৰিছৰ প্ৰেমে তেওঁক কলম হাতত তুলি ল'বলৈ বাধ্য কৰাইছিল। বিয়েট্ৰিছৰ বিয়া হৈছিল এগৰাকী বেংক, কৰ্মচাৰীৰ লগত। কিন্তু মাত্ৰ পঁচিশ বছৰ বয়সত বিয়েট্ৰিছৰ অকাল মৃত্যু হৈছিল। বিয়েট্ৰিছ জীযাই আছিল নে অকালতে মৃত্যু হৈছিলসেই কথা ডাণ্টেৰ বাবে কোনোদিনে গুৰুত্বপূৰ্ণ হৈ উঠা নাছিল। ডাণ্টেৰ কাব্যিক সৃষ্টিৰ একমাত্ৰ সম্বল আছিল ন বছৰ বয়সত লগ পোৱা কিশোৰী বিয়েট্ৰিছ। কিশোৰীৰ ৰূপ আৰু সৌন্দৰ্য্য আছিল কবিৰ আৰাধনাৰ বস্তু। কৈশোৰ প্ৰেমৰ মহত্বক পৰিণত বয়সত তাত্ত্বিক বিশ্লেষণেৰে কাব্যৰূপ দিয়াটোৱে আছিল পৰম বিস্ময়ৰ বিষয়। ডিভাইন কমেডিক ডাণ্টেৰ জীৱনৰ আধ্যাত্মিক আত্মচৰিত বুলি কাব্য সমালোচক সকলে

অভিহিত কৰিছে। সুদীৰ্ঘ বিশ বছৰ ধৰি ডাণ্টেৰ বেদনাৰ্ত হৃদয়ে মহাকাব্যৰ বিষয়বস্তুৰ ওপৰত চিন্তা-চৰ্চা কৰিছিল আৰু এই সুদীৰ্ঘ কালছোৱাৰ ভিতৰত অতিক্ৰম কৰা জীৱনৰ কণ্টকাকীৰ্ণ পথৰ অভিজ্ঞতা সঞ্চিত উপলব্ধিৰ বাংময় ৰূপ "ডিভাইন কমেডি"। জীৱনৰ মাজ বয়সত ৰচনা কৰা তেওঁৰ কাব্য গ্ৰন্থ "ভিটা নুওভা"ত তেওঁ যি প্ৰেম তত্ব দাঙি ধৰিছিল সেই প্ৰেমতত্বৰে পৈনত বিশ্লেষণ "ডিভাইন কমেডি"ত পৰিস্ফুট হৈ উঠিছে। দুয়োখন কাব্যতে একেই বিষয় বস্তুৰ সংযোজন ঘটিছে যদিও 'ডিভাইন কমেডি'ত সেই তত্বই পৰিপূৰ্ণ ৰূপ পৰিগ্ৰহ কৰিছে। ডাণ্টে যদিও মধ্যযুগীয় আধ্যাত্মিকতাবাদৰ পৰম্পৰাগত সমৰ্থক তথাপি তেওঁ আছিল উদাৰ মানৱতাবাদী আৰু সেয়েহে গতানুগতিক প্ৰেমতত্বৰ পৰিধি অতিক্ৰম কৰি তেওঁ গঢ়ি তুলিছে এক ব্যতিক্ৰমধৰ্মী প্ৰেমতত্ব। এই তত্বমতে জাগতিক আৰু স্বৰ্গীয় প্ৰেমক একাকাৰ কৰি তোলা হৈছে যদিও তাৰ মাজতো তেওঁ ক'বলৈ প্ৰয়াস কৰিছে যে জাগতিক প্ৰেমৰ পৰাই আধ্যাত্মিক আত্মনিবেদনৰ ভাব অংকুৰিত হয় আৰু আত্মনিবেদিত জাগতিক প্ৰেমেই স্বৰ্গীয় প্ৰেমৰ সেন্দুৰীয়া পথৰ সন্ধান দিয়ে। বাস্তৱত দেখা বিয়েট্ৰিছৰ প্ৰতি অংকুৰিত হোৱা প্ৰেমেই পৰিণত বয়সত কবিৰ হৃদয়ত মহাজাগতিক প্ৰেমলৈ ৰূপান্তৰিত হ'ল আৰু সেই ৰূপান্তৰ ঐতিহাসিক বিয়েট্ৰিছৰ মাজেদি দৈৱিক বিয়েট্ৰিছৰ সমন্বয়ৰে ঘটিল। সেয়েহে কাব্য সমালোচক সকলে কয় 'ডিভাইন কমেডি কেৱল কাব্যই নহয় ই যেন বিশ্বৰ মানৱাত্মাৰ প্ৰস্ফুটিত এক অম্লান কুসুম স্তবক'। শতাব্দীৰ পিচত শতাব্দী অতিক্ৰম কৰাৰ পাচতো মহাকালৰ বুকুত ডাণ্টেৰ সেই যুগমীয়া সৃষ্টি চিৰ অম্লান হৈ আছে। আজি লৈকে পৃথিবীৰ পঞ্চাশটা ভাষালৈ সেই কাব্য অনুদিত হৈছে।

'ডিভাইন ক'মেডি' তিনিটা খণ্ডত সমাপ্ত কৰা হৈছে। কাব্যখনত তেত্ৰিশটা অধ্যায় আছে। প্ৰতিটো অধ্যায়তে নায়িকা আৰু নায়ক ডাণ্টেৰ বাস্তৱোপলব্ধ প্ৰেম অনুৰাগেৰে ৰঞ্জিত প্ৰেম কাহিনী আছে। মহাকাব্যখনত কবি নিজেই নায়কৰ ৰূপত অৱতীৰ্ণ হ'লেও দেহজ প্ৰেমৰ সংকীৰ্ণতাৰ মাজত আত্মিক সত্বাটো হেৰুৱাই পেলোৱা নাই। বৰং ঘাত-প্ৰতিঘাতময় জীৱন সৃষ্টিৰ বাস্তৱ ৰূপান্তৰহে পৰিলক্ষিত হয়। দৈহিক সৌন্দৰ্যৰ গুণানুকীৰ্ত্তনেৰে ভাৰাক্ৰান্ত নকৰি আধ্যাত্মিক সৌন্দৰ্যৰ অন্তঃস্ৰোতত স্বৰ্গীয় প্ৰেমৰ স্বৰূপ উন্মোচন কৰিছে। এক মহাজাগতিক প্ৰেমৰ পিচত ধাৱমান হোৱা অতৃপ্ত কবি মানসৰ সীমাহীন যন্ত্ৰনাৰে ধূসৰিত হোৱা মানৱীয় বীক্ষাক কাব্যৰ ছত্ৰে ছত্ৰে বাংময় কৰি তোলাৰ বাবেই শতাব্দীৰ পিচত শতাব্দী অতিক্ৰম কৰাৰ পাচতো মহাকাব্যৰ

অন্তঃৰ্নিহিত গূঢ়াৰ্থ সময়সাপেক্ষ আৰু সমকালীনৰূপেই মহিমামণ্ডিত হৈ আছে। মহাকাব্যৰ ঘটনা বিন্যাস, গঠন বৈশিষ্ট্য আৰু অখণ্ড ভাৱ সংহতি অক্ষুন্ন ৰাখি সমসাময়িক ইতিহাসৰ আদৰ্শ আৰু সংঘাত অন্তঃস্পৰ্শী বৰ্ণনাৰে দাঙি ধৰা হৈছে। মধ্যযুগীয় ধৰ্মবিশ্বাস আৰু যাজকতন্ত্ৰৰ মাজেদি এক বিৰাট আত্মাৰ আধ্যাত্ম, আকুতি, স্বৰ্গ-নৰকৰ ৰহস্যভেদী দিব্যদৃষ্টি আৰু দৈববিডম্বিত মানবাত্মাৰ অপূৰ্ণ ক্ষুধা কাব্যৰ মাজেদি দাঙি ধৰিছে। সংসাৰৰ কণ্টকময পথ পৰিক্ৰমাৰ অন্তত বিযাদ বেদনাৰে জৰ্জৰিত মানৱাত্মাৰ অশ্ৰুবিটোত প্ৰেমৰ সাৰ্থক ছবিযে ডাণ্টেৰ সৃষ্টিক কালজযী কৰি তুলিছে। আজিও ডাণ্টেৰ 'ডিভাইন ক'মেডি' য়ে বিশ্বৰ তাপিত তৃষিত মানৱাত্মাক প্ৰতি নিয়ত নিঃশব্দে আহ্বানকৰিছে 'তোমাৰ জীৱনৰ ধ্ৰুৱতৰাক অনুসৰণ কৰি আগবঢা অপূৰ্ব শান্তিৰ নিলয় তুমি পাবাই। আৰু কৈছে *'What I speak of is one simple Flame'* মই যি বিষয়ে কৈছো সি মাথো এটি সাধাৰণ জ্যোতি।' ডাণ্টেই যি প্ৰেমৰ কথা কৈছে সেই প্ৰেম অসাধাৰণ চিৰশাশ্বত। সেই প্ৰেম "বিশ্বব্ৰহ্মাণ্ড"ৰ চালিকা শক্তি, সেই প্ৰেমে আকাশ, সূৰ্য আৰু নক্ষত্ৰৰাজিক চলাই আছে। মৃত্যুহীন সেই প্ৰেম অপূৰ্ব, অমৰ, অক্ষয।

"ডিভাইন কমেডি"ৰ অন্তৰ্নিহিত তত্ত্বই আজিও পাঠকৰ হৃদয় জোকাৰি দিযে। সংসাৰ চক্ৰত পৰি হাবুদুবু খোৱা মানুহক সঠিক পথৰ সন্ধান দিযে। সমালোচকৰ মতে 'ডিভাইন ক'মেডি' মানৱাত্মাৰ ক্ৰমোত্তৰণৰ কাহিনী। ইটালীৰ সৰ্ব্বসাধাৰণ লোকৰ ভাষাত ৰচিত এই কাব্যত ডাণ্টেৰ কাব্যিক কৌশলে পৰিপূৰ্ণতা লাভ কৰিছে। অথচ এই মহাকাব্য ৰচনাৰ কাম শেষ কৰি নিজৰ সমাধিত খোদিত কৰাৰ বাবে ডাণ্টে নিজ হাতেৰেই লিখি থৈ গৈছিল এষাৰ মৰ্মস্পৰ্শী বাণী- যি বাণী ৰ্যাভেননা চহৰৰ ডাণ্টেৰ সমাধি স্তম্ভৰ গাত আজিও জিলিকি আছে এনেদৰে 'স্বদেশৰ পৰা নিৰ্বাসিত এযা মই ডাণ্টে আলিযিয়াৰি- ইয়াতে এই ৰ্যাভেননাৰ মাটিৰ তলত পৰম সুখত সমাধিস্থ হৈছো।' ৰ্যাভেননাৰ মাটিৰ তলত সমাধিস্থ হোৱা মহাকবি ডাণ্টেৰ অমৰ সৃষ্টি আজিও বিশ্ব সহিত্যত চিৰযুগমীয়া হৈ আছে।

●●●

# আন এজন কৱি
# হৰেকৃষ্ণ ডেকাৰ জীৱন-জিজ্ঞাসা

পোছাকী চেহেৰাৰ মানুহজনৰ মাজত জীৱনক উপলব্ধি কৰাৰ প্ৰবল হাবিয়াস পৰিপূৰ্ণ নান্দনিক চিন্তাৰ 'আন এজন' ক বিচাৰি উলিয়াবলৈ যিমানেই কঠিন নহওক কিয়, 'তাৰ মগজুৰ ভিতৰত মই নামৰ অদৃশ্য এটা প্ৰবাহ' অনুভৱ কৰি থকা কবি হৰেকৃষ্ণ ডেকাৰ চিত্ৰকল্পধৰ্মী কবিতাৰ মাজলৈ সোমাব নোৱাৰিলে তেওঁ কুৎসিত নে সুন্দৰ, সাধু নে ভণ্ড, তেওঁ অপদাৰ্থ নে কাপুৰুষ নে সাহসী, তৎপৰ কেতিয়াও অনুভৱ কৰিব নোৱাৰি। কঠোৰ নিয়মানুবৰ্ত্তিতা, কৰ্ত্তব্য নিষ্ঠা, সামাজিক অনুসিদ্ধান্ত আৰু ব্যস্ত জীৱন বীক্ষাৰ মাজত শৃংখলিত জীৱন যাপন কৰা মানুজনৰ মাজত ইমান কুসুম-কোমল কাব্যিক অনুভূতি লুকাই আছে তাক কেৱল অনুভৱ কৰিব পাৰি, তেখেতৰ কবিতা সংকলন 'ৰাতিৰ শোভাযাত্ৰা'ৰ কবিতা পঢ়িলেহে। ৰাতিৰ 'শোভাযাত্ৰাৰ' কবিতা সমূহ তেখেতে ৰচনা কৰিছিল সংঘৰ্ষ জৰ্জৰিত মিজোৰামৰ আইন শৃংখলা পৰিস্থিতি নিযন্ত্ৰনৰ কামত ব্যস্ত হৈ থাকোতে। উত্তৰ পুৰুষৰ ধূসৰ ভৱিষ্যত দেখি কঁপি উঠে কবিৰ কণ্ঠ, লুংলেৰ নৈসৰ্গিক বিচিত্ৰতাৰ মাজত তেজৰ উষ্ণ প্ৰবাহ দেখি তেখেতে অনুভৱ কৰিছিল ৰক্তাক্ত বিপ্লৱে মানৱতাৰ প্ৰমূল্য ক্লেদাক্ত কৰিব নোৱাৰে। ৰাতিৰ শোভাযাত্ৰা, উত্তৰ পুৰুষ, লুংলেৰ কবিতা আদি কবিতাৰ মাজত মানৱীয় প্ৰমূল্যবোধ স্পষ্টভাৱে ফুটি উঠিছে।

তেখেতৰ আন এখন কবিতা সংকলন 'আন এজনৰ' বাবে সাহিত্য একাডেমী বঁটা লাভ কৰিবলৈ সক্ষম হৈছিল। ষাঠিৰ দশত কবিতা লিখিবলৈ আৰম্ভ কৰা ডেকাৰ 'আন এজন'ত অন্তৰ্ভূক্ত কৰা কবিতা সমূহ ১৯৮১-৮৫ চনৰ ভিতৰত ৰচনা কৰা বুলি কোৱা হৈছে, তাৰে ভিতৰৰ চাৰিটা কবিতা ১৯৭৫-৭৮ চনৰ ভিতৰত ৰচনা কৰা। সংকলনখনত মুঠতে ৩১ টা কবিতা সন্নিবিষ্ট কৰা হৈছে আৰু প্ৰতিটো কবিতাৰে ভাষা সহজ-সৰল ব্যঞ্জনাময়, বিষয়বস্তু গধুৰ, সংবেদনশীল আৰু প্ৰতীকাত্মক। প্ৰতিটো কবিতাৰ মাজত কাব্য কৌশলৰ অভিনৱত্ব প্ৰতিধ্বনিত হৈছে আৰু কাব্যিক চেতনাত

লিৰিকেল *Wit* ব্যৱহৃত হৈছে। কাব্যিক *Wit* ৰ মাজত সমাজ সচেতনতা, আত্মজ অন্বেষণ আৰু জীৱন-জিজ্ঞাসা চমকপ্ৰদভাৱে পৰিদৃষ্ট হৈছে। সুষম ধ্বনিৰ সংগীতময়তাৰ মাজত কবিৰ শব্দ সচেতনতাই প্ৰতিটো কবিতাৰ কাব্যিক অলংকাৰ। সংকলনটোৰ প্ৰথম কবিতাটোত কবিৰ আত্ম অন্বেষণৰ মানসিক সংশয়ৰ প্ৰকাশ মন কৰিবলগীয়া— "তোমালোকৰ নিৰোগ হাতবোৰেৰে / নিৰাময় কৰি দিয়াৰ ভয়ত/ সি বাবে বাৰে চিঞৰ মাৰি উঠে/। এই মানসিক প্ৰদাহ অনুভৱ কৰি থকা "আন এজন" হে কবি হৰেকৃষ্ণ ডেকা- আজীৱন যিযে কৰি আছে শব্দৰ সাধনা। ছন্দৰ বাবে তৃষ্ণাতুৰ, জ্ঞানৰ বাবে পিপাসাৰ্ত 'কাঁচঘৰৰ ভিতৰত স্বপ্নৰ উদ্যান ৰচি' স্বৰ্গৰ শোভা দেখা কবি,' ওলাই আহে জনতাৰ মাজলৈ 'হে জনতা, তোমাক কৰো প্ৰণিপাত'। কবিযে অনুশাসনৰ পৰিধি ভাঙি ওলাই আহে- 'মুখাখনো খুলি দলিয়াই দিওঁ। দেখো ভগা আয়নাত মোৰ চাৰি মুখ। সেই চতুৰাননৰ মুখা খুলি বাস্তৱৰ কদৰ্যতাৰ মাজৰ পৰা ওলাই আহে। 'ঘৰ দুৱাৰ মেলি ওলাই আহিব খোজা/ মোৰ টোপনিৰ বল্মীক ভাঙি/ জঠৰ জীৱ জগাব খোজা।' 'এই মইজন'ৰ মাজত কবিৰ মানসিক দ্বন্দ্ব পুৰুষাৰ্থৰ সন্ধান আৰু বাস্তৱ সংশয়, দ্বন্দ্ব অন্বেষণৰ চিৰাচৰিত ব্যৱস্থাৰ মাজতো আকাশৰ কপালত দিয়া সেন্দুৰীয়া ফোঁটটিয়ে কাইটীয়া পথৰ অন্ততো সেন্দুৰীয়া আলিৰ সন্ধান দিয়ে, য'ত কেৱল উচ্চাৰিত হয় মাভৈঃ মাভৈঃ শব্দধ্বনি।

কবি ডেকাৰ শব্দচয়ন অত্যন্ত পৰিশীলিত, শব্দ চাতুৰ্য মন কৰিব লগীয়া আৰু ছন্দৰ মাধুৰ্য্য অনবদ্য ৰূপক আৰু উপমাৰ মাজেদি একোটা জটিল ভাবানুসংগ বিষয়ক সহজ-সৰল কাব্যিক ৰূপ দান কৰিব পৰা কাব্যিক কৌশল তেখেতৰ সম্পূৰ্ণ আয়ত্তাধীন হৈছে বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। 'এজন বৃদ্ধ নেতাৰ মৃত্যুত' নামৰ কবিতাটোত সময়ৰ দ্বান্দ্বিক প্ৰতিফলন আৰু অনুভৱহীন ব্যঙ্গতা পৰিস্ফুট হৈ উঠিছে। অতীত ইতিহাস হয়, জড়াগ্ৰস্ত কণ্ঠৰ জড়িত মাত শুনাৰ অৱকাশ নতুনৰ নাই। অতীত আৰু বৰ্ত্তমানৰ মাজৰ যি ব্যৱধান তাক সময়ে জোৰা লগাব নোৱাৰে পুৰণিৰ অনুৰণন মাথোঁ বাজি থাকে অসংলগ্ন ভাৱে। উত্তৰ কামৰূপৰ পোলাকোটাৰ অশান্তিগ্ৰস্ত পৰিবেশৰ পটভূমিত লিখা কবিতাটোত কবিয়ে "ভোগালীৰ ৰঙা জুইত প্ৰতিবেশীৰ আতংকিত মুখ আনবোৰে নেদেখে' বুলি মানুহৰ প্ৰতিহিংসাৰ ছবিখন দাঙি ধৰিছে। ৰাধাপটীৰ মুনিহ তিৰোতাবোৰে জিঘাংসাৰ বলি হৈ চিন-মোকাম নোহোৱাকৈ হেৰাই গ'ল, লক্ষীনদীৰ পানী তেজ ৰঙা হৈ উঠিল- মানুহৰ এই জঘন্যতম বৰ্বৰতাৰ বিৰুদ্ধে ক্ষোভত চিঞৰি উঠিছে মানৱতাবাদী কবি কণ্ঠ- 'এই

উন্মাদ চিএগ্রবোৰে বন্ধ কৰিবলৈকিন্তু/ সিহঁতৰ কোনেও কোনো প্ৰয়োজনবোধ কৰা নাই।' কবিতাটোৰ মাজত কবিৰ মানসিক যন্ত্ৰনা ভালদৰে অনুভৱ কৰিব পাৰি।

গুৱাহাটী কবিৰ বৰ আপোন। গুৱাহাটীত কবিৰ যৌৱন অতিবাহিত হৈছে। গুৱাহাটীৰ বুকুত কবিয়ে দেখে অন্তৰীক্ষৰ কৃষ্ণগহ্বৰৰ দাৰে অন্তৰ্নিহিত হয় বোকা পানী মাটি/ তেজ আৰু ঘাম /শব্দ নিশব্দ/ আন্ধাৰ পোহৰ/শোক দুঃখ/হাঁহি কান্দোন/ধৰ্ম অধৰ্ম/ব্যভিচাৰ পুণ্য/ন্যায়-অন্যায়/আৰু শুনে শব্দৰ কোলাহল। কবিৰ ধমনীতো বাজে সেই একেই শব্দ ক্ৰোধত প্ৰজ্বলিত শব্দবোৰে/আহ্লাদৰ উশৃংখল শব্দবোৰে/চকুৰ আগত উদ্ভাসিত হোৱা ৰক্তিম শব্দবোৰে/ আৰু ইস্পাতৰ ছুৰিৰ দৰে তীব্ৰ তীক্ষ্ণ কঠিন শব্দবোৰ। এইখনেই কবিৰ একান্ত আপোন গুৱাহাটী শব্দ বিধ্বস্ত, স্খলিত গুৱাহাটী/'অন্য নাগৰিক' কবিতাত সভ্যতাৰ উত্তৰণৰ ছবি পৰিদৃষ্ট হৈছে। ঘৰময় চহৰৰ মাজত কবিয়ে দেখিছে- ঘৰ আৰু ঘৰ/ইয়াৰ গাঁঠনি বালিৰ দ'ম/চুণ-চুৰকীৰ কংক্ৰীটৰ সজা ঘৰ আৰু তাৰ মাজত যি অনুৰ পৰিবৰ্তন সিয়ে আনিছে সভ্যতাৰ উত্তৰণ। 'নৱবৰ্ষ১৯৮১' কবিতাটোত কবিৰ অগতানুগতিক ভাৱশক্তিৰ বিকাশ ঘটিছে। অস্বাভাবিকতাৰ মাজত নৱবৰ্ষৰ বোধন আৰম্ভ হ'লেহে সেই স্মৃতি স্মৰণীয় হয়। স্বাধীনতাৰ উখল-মাখলৰ মাজত যি অৰ্থ সাৰশূন্য বাস্তৱতা তাক মাগনীয়াৰ টোৰে অবাইচ শব্দৰেই উপলব্ধি কৰাইছে- আঃ এই জন্তুবোৰে মোৰ কাৰণে একো এৰি থৈ নগ'ল। স্বাধীনতাৰ পিছতো মানুহ আৰু ফাপৰে খোৱা কুকুৰটোৰ মাজত কোনো পাৰ্থক্য বিচাৰি পোৱা নাই। আকাশৰ উৰি ফুৰা শগুনে মৰাশ দেখিলে নামি অহাৰ দৰে ক্ষুধাতুৰ মানুহেও কুকুৰৰ দৰে জঁপিয়াই পৰে নৰ্দমাৰ উচ্ছিষ্টবোৰৰ ওপৰত। দেশৰ অলিয়ে গলিয়ে দৃশ্যমান হোৱা ক্ষুধাৰ্ত মানুহৰ এই টনা আঁজোৰাই স্বাধীনতাক আজিও উপহাস কৰি আছে। কবিৰ সমাজ সচেতন মনটোৱে পৰিবৰ্তনৰ স্বপ্ন দেখে। ভংগুৰ সমাজ ব্যৱস্থাৰ মাজতো কবিয়ে যিটোত জীৱনৰ চিৰ স্পন্দন অনুভৱ কৰে। অশান্তিৰ জুই, ক্ষুধাৰ জুই, নোপোৱাৰ জুই, নিৰাশাৰ জুইৰ মাজতো কবিৰ আশাভংগ হোৱা নাই। আশাবাদী কবিয়ে ধ্বংসৰ পিছতো সৃষ্টিৰ পোহৰ দেখে আৰু তেতিয়াই কবিয়ে বিচাৰি পায় হেৰাই যাবলৈ ধৰা জীৱনৰ অনুসিদ্ধান্তটো। সেয়েহে কবি আশাবাদী 'পাহাৰৰ জুই এদিন নিশ্চিত নুমাব/ধেনুভেৰীয়া আকাশ খন, য'ত চুমা খায় পথাৰক/তাতেই আকৌ স্পন্দিত হ'ব জীব/তেতিয়া সিহঁতেই আকৌ সাজি উলিয়াব দলংখন/মধুসূদনৰ দলং নামৰ গল্পটোৱে গল্পকাৰ হিচাপে প্ৰতিষ্ঠিত হোৱা কবিৰ গদ্যৰ প্ৰকাশ ভঙ্গী যিমান উন্মুক্ত, অথচ অৰ্থব্যঞ্জক কাব্যিক চেতনাও সিমানেই

প্ৰখৰ। 'অনন্তলৈকে ভ্ৰমন' ত কবিৰ শব্দশক্তিয়ে প্ৰচণ্ড ৰূপ ধাৰণ কৰিছে—তেতিয়াও শুনিছিলো দূৰাগত উদগতাৰ সামগান/ অপ্ৰত্যক্ষ অৰ্নবৰ চিৰন্তনী আৱাহন/দেখিছিলো মাৰ্তণ্ডৰ প্ৰচণ্ড বীৰ্যই/আন্ধাৰৰ ৰক্তাক্ত যোনিত দিয়া/অংকুৰৰ সম্ভৱনা। কবিতাটোত কবিৰ জীৱন এষণা জাগতিক পৰিমণ্ডলৰ পৰা ভূগৰ্ভৰ অন্তলোকলৈ পৰিব্যাপ্ত হৈছে। পদাৰ্থ, নক্ষত্ৰ মণ্ডল, পৰিমণ্ডল, দ্বীপ অন্তৰীক্ষ, ভূতল, ভূগৰ্ভৰ মাজত পৰম ব্ৰহ্মাৰ সন্ধান কৰি কবিয়ে কেবল পাইছে মন্ত্ৰ, তন্ত্ৰ জপ-তপ, অৰ্থহীন শব্দাৱলী আৰু শেষত দেখা পাইছে নিজৰ চেতনাত যৌথ চেতনাৰ অভিক্ষেপ। সেযেহে সংবেদনশীল সতেজ কাঠৰ অনুসিদ্ধান্ত — 'মানুহৰ চেতনাই অৰ্থদান কৰে পদাৰ্থক/বুৰঞ্জী কেৱল গঢ়ে জীৱন্ত মানুহে/মইযো যে গঢ়িছো তাকে মোৰ ভগ্নাংশৰে/উন্মেষ, দেখা পোৱা, উভতি চোৱা এই কবিতা কেইটাত ডেকাসৱৰ উচ্ছ্বাস মিহলি হৈ আছে যদিও সময় বিৱৰ্তনৰ ছবিও পৰিস্ফুট হৈ উঠিছে।

জনতাৰ কোলাহলৰ মাজত আত্মগোপন কৰি থকা কবি হৰেকৃষ্ণ ডেকাৰ কাব্যিক অনুভূতিযে বন্ধ কোঠাতেই হওঁক বা কৰ্তব্যৰ তাগিদাতেই পোলাকাটাত উপস্থিত হওঁতেই হওঁক বা ৰেলষ্টেচনৰ প্লেটফৰ্মতেই হওঁক বা ভূতনাথ শ্মশানত কিম্বা ফাঁচি বজাৰতেই হওঁক য'তে ত'তে যেতিযাই তেতিযাই কবিতাৰ ছন্দ বিচাৰি ফুৰে। ৰেল ষ্টেচনৰ প্লেটফৰ্মত থিয় হৈ কবিযে মৃত্যুৰ বিভীষিকা দেখিছে—সেই বিভীষিকাৰ মাজতো ৰঙা বেলিৰ পোহৰে আন্ধাৰ খেদি পঠোৱাৰ দৃশ্য চোৱাৰ বাবেও অপেক্ষা কৰিছে। ভূতনাথ শ্মশানত পিশাচৰ কিৰীলি শুনিছে ভংগুৰ জীৱনৰ অন্তিমদশা দেখিও নিৰাশ হোৱা নাই মানুহ, ভয় সংশয়ৰ মাজতো নতুন আশাৰে জীপাল হৈ উঠে মানুহৰ অন্তৰ। ফাঁচিবজাৰত কবিয়ে দেখিছে সমতাৰ অৱস্থিতি। সমতাৰ জীৱন-যাপনত দুই-এক ব্যতিক্ৰম অৱশ্যে থাকিব পাৰে — উচ্চ, নীচ, ধনী, দুখীযাৰ ভেদাভেদ থাকিব পাৰে, পুৰনি বস্তু উঁৱলি যাব পাৰে, কিন্তু ফাঁচি বজাৰতকবিয়ে যি সমতাৰ অৱস্থিতি লক্ষ্য কৰিছে সি যেন একেই আছে অৱক্ষয়ীয় অপৰিৱৰ্তনীয়। 'দৃশ্যান্তৰ' কবিতাত কবিয়ে কোৱাটাও স্নেপ শ্বট অংকন কৰিছে।

কবিৰ অন্তৰৰ আক্ষেপ আপোচহীনভাবে উদঙাই দিছে। সভ্যতাৰ গধুৰ হেঁচাত বিধ্বস্ত পথাৰত ধ্বংসৰ দৃশ্য দেখি বিতত হোৱা কবিয়ে নদীৰ ঘাটত নতুন জীৱনৰ উন্মেষ দেখিছে, নৈৰ পানীত অমৃত ঢালি নতুন শইচ সিঁচাৰ সপোন দেখিছে। মৃত্যুৰ পিছত মানুহে স্বৰ্গৰাজ্যলৈ যাব খোজে। কিন্তু ক'ত সেই স্বৰ্গৰাজ্য? অশীতিপৰ বৃদ্ধ সূৰ্য্য যিদিনা ক্ৰোধত উফন্দি উঠিব, পৃথিৱীখন তেতিয়া ধ্বংস হ'ব, সিদিনা হয়তো

পিটা পিক্টাৰিচত কোনোবা নতুন জীৱই /তেওঁলোকৰ আত্মদাহৰ পৰা গ্ৰহন কৰিব/সিহঁতৰ জীৱনৰ নতুন পাঠ/আৰু তৈযাৰ কৰিব স্বৰ্গৰাজ্যৰ নতুন খচৰা।

প্ৰেম কবিতাত কবিৰ অনুভূতিয়ে পৈনত ৰূপ ধৰণ কৰিছে। কামাখ্যা পাহাৰৰ নামনিত কবিয়ে যি দৃশ্য অৱলোকন কৰিছে তাত অস্তিত্বৰ সংগ্ৰাম স্পষ্টভাৱে পৰিদৃষ্ট হৈছে। এফালে ফল বেছি জীৱন নিৰ্বাহ কৰা মানুহৰ সংগ্ৰাম, ঘটপাত্ৰ নিৰ্মাণ কৰা কুমাৰৰ সৃষ্টিৰ সংগ্ৰাম আৰু আনফালে যন্ত্ৰনাৰ আস্ফালনত ধ্বংসাত্মক পৰিণতি। তাৰ মাজতে পাহাৰৰ ধুসৰ চূড়াত কৰুনাময়ী দেৱীৰ অৱস্থান' বৰ বাস্তৱ। জীৱন্ত ৰূপকাৰ্যক সেই ছবি। কবিৰ কাব্যিক নিপুনতাই সেই ছবি বৰ্ণময় কৰি তুলিছে। সীমাৰ যুঁজখনৰ ছবি অৰ্থব্যঞ্জক কৰি তুলিছে 'সীমা' কবিতাত। এই কবিতাটোত কবিয়ে প্ৰতীকী কৌশল ব্যৱহাৰ কৰিছে। শিল কাটি হাতুৰী-বটালীৰে গঢ় দিবলৈ যোৱা আধৰুৱা মুখখন অজ্ঞাত উত্তৰাধিকাৰীলৈ এৰি কবিয়ে কৈছে— 'পুঞ্জীভূত সেই শক্তি প্ৰস্তৰীভূত হৈ ৰৈ আছে, এতিয়াও/হে মোৰ অজ্ঞাত উত্তৰাধিকাৰী, তোমাৰ কাৰণে জীৱন যন্ত্ৰনাৰ মাজতো মানুহৰ আশাবাদ, সন্ত্ৰসবাদৰ মাজতো পুনৰ নিৰ্মাণৰ প্ৰচেষ্টা উত্তৰ সূৰীৰ বাবে আশাব্যঞ্জক প্ৰেৰণাদায়ক। নাগৰিক(?) কবিতাত কবিয়ে নাগৰিকৰ দাযিত্ববোধ হীন চৰিত্ৰক উপলুঙা কৰিছে। মেৰেনিয়াম আৰু পিকিনিজ জাতৰ 'বৰ্ণসংকৰ কুকুৰ পোহা আধুনিক নাগৰিক সভ্যতাৰ প্ৰতি তীব্ৰ শ্লেষ আৰু উপহাস কবিতাৰ ছন্দে ছন্দে অনুৰণিত হৈছে। এখন চিত্ৰ প্ৰদৰ্শনীৰ শুভ উদ্বোধনৰ মুহূৰ্ত্তত কবিৰ অন্তৰৰ যি অনুভূতিয়ে দোলা দি গৈছিল তাৰেই কাব্যিক ৰূপ 'কোনো চিত্ৰশালাত' কবিতাটো। চিত্ৰ সমালোচক আৰু দৰ্শকৰ অন্তঃসাৰশূন্য মন্তব্যই পাণ্ডিত্যৰ মুখা খুলি দিছে। কবিৰ ব্যংগাত্মক কাব্যিক কৌশলক ভৰ্ৎসনা বুলিও অভিহিত কৰিব পাৰি। বিপ্লৱৰ ধাৰাবাহিকতাই সমাজ ব্যৱস্থাৰ ভেটি কঁপাই তোলে; তথাপিতো এনে ক্ষুধাৰ্ত বিপ্লৱীৰ পেটৰ ক্ষুধাৰ নিৰাময় নহয়। সঁচা বিপ্লৱী হৈ পৰে পথচ্যুত, অপ্ৰয়োজনীয়। কবিৰ মানৱীয় অনুভূতিক জোকাৰি দিছে বিপ্লৱীৰ নিঃস্ব চেহেৰাই আৰু কবিৰ উদ্ভাৱনশীল কাব্যিক চেতনাই গভীৰ মমতাবোধেৰে দুখৰ সমভাগী হৈ কৈছে — 'তেতিয়া সিহঁতে এটুকুৰা উচ্ছিষ্ট আপেল লৈ /তাৰ মুখত জোৰেৰে গুজি দিয়ে /তাৰ মাতটো বন্ধ কৰিবৰ কাৰণে /'অনুক্ত' কবিতা দুটিৰ মাজত অৰ্ন্তদাহ অব্যক্ত বেদনা হৈ নিগৰি পৰিছে। কবিৰ সমমৰ্মিতাৰ ব্যথাই চূড়ান্ত ৰূপ ধাৰণ কৰিছে 'জোনাকত তাজমহল' কবিতাটোত। প্ৰেমৰ সম্ৰাট, চাহজাহানে প্ৰেয়সী সম্ৰাজ্ঞীৰ স্মৃতিত নিৰ্মাণ কৰা তাজমহল নামৰ স্ফটিক গৃহটো নিৰ্মাণ কৰোঁতে কত শত কৰ্মঠ

প্ৰেমিকে বুকুৰ তেজ ঢালিলে তাহাঁতৰ সংবাদ জানো কোনোবাই লৈছে।? গভীৰ আক্ষেপেৰেকবিয়ে অনুভৱ কৰিছে প্ৰেমৰ সেৱক সকলৰ গোপন ব্যথা— 'মাটিৰ গোপন ৰন্ধ্ৰ বোৰেদি গৈ সেইবোৰ তেজ/যমুনাৰ ঘোলাপানীত মিহলাই গৈছিল কাহানিবাই/নহ'লে স্ফটিকৰ এই বগা সমাধি ঘৰ /জোনাকত এনে শৈতা দেখি কিয়? কবিতাটোত তাজমহল নিৰ্মাণ কৰা হেজাৰ বিজাৰ শ্ৰমিকৰ বুকুৰ ব্যথা চিত্ৰকল্পৰ সহাযত পৰিস্ফুট কৰি তুলিছে। আক্ষেপ, অৱহেলা আৰু পাহৰণিৰ ছবি বিমূৰ্ত হৈ উঠিছে কাব্যিক অভিব্যক্তিত। কবিতাটোৰ ক্ষেত্ৰত কবিৰ বাস্তৱ স্থিতি, প্ৰেমৰ শাশ্বত কহিনীৰ সৈতে দাৰিদ্ৰৰ নগ্ন ছবি অত্যন্ত লক্ষনীয। 'যমুনাৰ সিটো পাৰত যোৱা বাৰিষাৰ বানে ভাঙি থৈ যোৱা পুখুৰীবোৰ থিয হৈ আছে /এই প্ৰেমময জগতত/আন্ধাৰ বোৰ লাজতে /সেই জুপুৰি বোৰৰ ভিতৰত কোঁচমোচ খাই সোমাই আছে'। সমাজ সচেতন মানৱ দৰদী কবিৰ বিগলিত কণ্ঠত নিগৰিছে তীব্ৰ শ্লেষপূৰ্ণ আক্ষেপ।

কবি হৰেকৃষ্ণ ডেকা ৰূপান্তৰ প্ৰযাসী বাস্তৱবাদী কবি। তেখেতৰ কবিতাত সমাজ সভ্যতা আৰু জীৱন, জিজ্ঞাসাৰ অৰ্ন্তলীন চিত্ৰ স্পষ্টভাৱে পৰিলক্ষিত হয। তেওঁৰ অৰ্ন্তদৃষ্টিত সমাজ জীৱনৰ ছবি যিভাৱেই ধৰা দিছে সেইভাৱেই উন্মুক্ত কৰি নান্দনিক সৃষ্টিৰ ৰূপ দিয়া দেখা গৈছে। আৰক্ষী বিভাগৰ উচ্চপদস্থ বিষযা হিচাপে নানা জটিল সমস্যাৰ সন্মুখীন হৈযো তেখেতৰ অন্তঃস্থলত লুকাই থকা মনটো সমাজৰ মাজত অৰ্ন্তলীন ফল্গু প্ৰবাহৰ দৰে জীৱন্ত হৈ আছে। তেখেতৰকবিতাত সহজ শব্দৰ নান্দনিক প্ৰক্ৰিযা অৰ্থবহ আৰু ব্যঞ্জনাময়। সাম্প্ৰতিক কালৰ অস্থিৰ পৰিস্থিতিৰ মাজত থাকিও তেখেতৰ সদা জাগ্ৰত চেতনাই মানৱতাবোধৰ বাৰ্তা বহন কৰি থকা দেখা যায তেখেতৰ গল্প কবিতাসমূহত। 'বন্দীযা'ৰ গল্প লিখি 'কথা' পুৰস্কাৰেৰে বিভূষিত হোৱা কবি ডেকাৰ চিন্তাৰ পৰিধি গম্ভীৰ ভাৱে পৰিব্যাপ্ত আৰু সেযেহে তেখেতৰ গল্পই হওক বা কবিতাই হওক সাম্প্ৰতিক সময়ৰ গভীৰ মানৱীয আবেদনেৰে পৰিপুষ্ট। গভীৰ নিৰাশাৰ মাজতো জীৱনৰ প্ৰতি জনতাৰ প্ৰতি তেখেত গভীৰ আস্থাশীল আৰু সাধাৰণ লোকৰ প্ৰতি গভীৰ মমতাবোধৰ বাবেই তেখেতক সমাজৰ পৰিৱৰ্তনকামী মানৱতাবাদী কবি হিচাপেও আভিহিত কৰা হয়।

●●●

# ফাউষ্ট
# 'গ্যেটের সত্যানুসন্ধান আৰু জীৱন-এষণা'

জাৰ্মান সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাব্য 'ফাউষ্ট' গ্যেটেৰ জীৱন জোৰা সাধনাৰ জ্বলন্ত নিদৰ্শন হিচাপে আজিও বিশ্বসাহিত্যত অমল সুবাস বিলাই আছে। জাৰ্মান ভাষাত জাৰ্মান লোক সংস্কৃতিৰ আধাৰত জীৱনৰ নিৰন্তৰ যাত্ৰাত অৱসন্ন মানুহৰ সংশয় আৰু সত্যানুসন্ধানৰ ৰূপকাত্মক কাহিনীৰে ৰচনা কৰা এই নাট্যকাব্যৰ অন্তৰ্নিহিত ভাবাৰ্থ আজিও প্ৰাসঙ্গিক হৈ আছে। 'ফাউষ্ট' এনে এক ব্যতিক্ৰম ধৰ্মী নাট্যশিল্প য'ত গ্যেটেৰ জীৱন এষণা সাৱলীলভাৱে পৰিস্ফুট হৈছে। জীৱনৰ বাটত সুদীৰ্ঘ পথ পৰিক্ৰমা অতিক্ৰম কৰাৰ পিছত আত্মোপলব্ধি আৰু সত্যানুসন্ধানৰ জীৱন্ত ঘটনা প্ৰবাহ 'ফাউষ্ট'ৰ দুটা খণ্ডত বিভিন্ন দৃষ্টিকোনৰ পৰা কাব্যিক ছন্দত লিপিবদ্ধ কৰা হৈছে। সাহিত্য সমালোচক সকলে 'ফাউষ্ট' গ্যেটেৰ আত্মজীৱন চৰিত বুলিও ক'ব খোজে। গ্যেটেৰ জীৱন আছিল বিচিত্ৰ অভিজ্ঞতাৰে পুৰিপূৰ্ণ। সেই বিচিত্ৰ অভিজ্ঞতাৰ বাংময় প্ৰতিচ্ছবি তেওঁৰ 'ফাউষ্ট' নাট্যকাব্য। এই নাট্যকাব্য তেওঁ গোটেই জীৱন জুৰি ৰচনা কৰিছিল আৰু তাত সন্নিবিষ্ট কৰিছিল জীৱনৰ দুখ আৰু বেদনাৰ অমৰ সংগীত। প্ৰকৃতিৰ মাজত তেওঁ বিচাৰি উলিয়াইছিল ভগৱানৰ চিৰন্তন সত্যক। প্ৰকৃতি জীৱন সত্য বাস্তৱ। ভগৱানৰ অস্তিত্বও প্ৰকৃতিৰ মাজতে বিলীন হৈ আছে। তেওঁৰ লিখনি পঢ়িলে 'ভগৱানৰ অস্তিত্ব ৰহস্যময় নহয়' এই কথাৰ সত্যতা অনুভৱ কৰিব পৰা যায়। তেওঁ নিজৰ ভাষাৰেই ভগৱানৰ বিষয়ে কৈছে *'It was God, it was nature'* প্ৰকৃতিয়েই ভগৱান। ভগৱানৰ অস্তিত্ব কেৱল প্ৰকৃতিৰ মাজতেই বিচাৰি পোৱা যায়। মানুহো প্ৰকৃতিৰে সন্তান আৰু মানুহৰ শিল্প সৃষ্টিৰো আধাৰ প্ৰকৃতিয়েই। তেওঁ সেই চৰম বিশ্বাস লিপিবদ্ধ কৰিছে এনেদৰে *'Great works of Arts are supreme works of nature carried out in accordance with Nature's laws.'* প্ৰকৃতিৰ নিয়মৰ মাজতেই মহৎ সৃষ্টিৰ উন্মেষ ঘটিছে। সেই একে প্ৰজ্ঞাকে লৈ জীৱন জুৰি তেওঁ কলাৰ সাধনা কৰিলে। বাস্তৱ প্ৰকৃতিৰ মাজতে থাকিনিয়ত নিয়মৰ

বশৱৰ্তী হৈ তেওঁ অমৰ মহাকাব্য লিখি থৈ গ'ল। গ্যেটেৰ কাব্যত প্ৰকৃতি-মানুহ, জ্ঞান-বিজ্ঞান, দৰ্শন আৰু কলাৰ অপূৰ্ব সমন্বয় ঘটিছে। জাৰ্মান জাতিৰ গৌৰৱ, পৰম্পৰা আৰু উচ্চাকাংক্ষাৰ প্ৰতিফলনো ঘটিছে তেওঁৰ নাট্যকাব্যত। গ্যেটেৰ জন্ম হৈছিল ১৭৪০ চনৰ ২৮ আগষ্টত জাৰ্মানীৰ ফ্ৰেংকফুট চহৰত। তেওঁৰ দেউতাক যোহন ক্যাসপাৰ আছিল এজন পণ্ডিত আৰু কাঠোৰ শৃংখলাবদ্ধ লোক, মাক আছিল সহজ সৰল প্ৰকৃতিৰ বুদ্ধিমতী নাৰী। সৰুৰে পৰা গ্যেটেৰ বহুমুখী প্ৰতিভা বিকশিত হৈ উঠে। দেউতাকৰ ইচ্ছা আছিল পুতেকেআইনৰ শিক্ষা লাভ কৰি আইনৰ অধ্যালক হওঁক। দেউতাকৰ ইচ্ছানুসৰিয়েই তেওঁ আইনৰ ডক্টৰেট লৈ চুপ্ৰিম ক'ৰ্টত ওকালতি আৰম্ভ কৰিলে। কিন্তু আইনৰমেৰ পেচত বিৰক্ত হৈ তেওঁ ওকালতি বাদ দি সাহিত্য চৰ্চাত মনোনিৱেশ কৰে। সৰুৰে পৰা গ্যেটে আছিল যুক্তিবাদী আৰু দৰ্শনত বিশ্বাসী। তেওঁৰ জীৱন দৰ্শন আৰু যুক্তিবাদ আছিল বাস্তৱ উপলব্ধিৰ ওপৰত প্ৰতিষ্ঠিত। সৰুৰে পৰা অদ্ভুত চিন্তাশক্তিসম্পন্ন গ্যেটেই মাত্ৰ ছয় বছৰ বয়সত ঈশ্বৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল। মানুহৰ ন্যায় বিচাৰ আৰু যুক্তি-যুক্ততাৰ ওপৰত সন্দেহ প্ৰকাশ কৰি তেওঁ ঈশ্বৰৰ ওপৰতো বিশ্বাস হেৰুৱাই পেলাইছিল। ঈশ্বৰৰ প্ৰতি দুৰ্বলতাক তেওঁকাপুৰুষালি বুলি জ্ঞান কৰিছিল। সেয়েহে সৰুৰে পৰা গ্যেটেৰ চিন্তাধাৰাত বাস্তৱবাদ আৰু যুক্তিবাদৰ প্ৰভাৱ পৰিলক্ষিত হয়। সৰু কালতে তেওঁ ইংৰাজী, জাৰ্মান, লেটিন, গ্ৰীক, ইটালীয় আৰু ফৰাচী ভাষাত ব্যুৎপত্তি আৰ্জন কৰিবলৈ সক্ষম হৈছিল আৰু সৰুৰে পৰা বিশ্বসাহিত্যৰ লগত তেওঁৰ পৰিচয় গটিছিল।

গ্যেটেৰ সাহিত্যিক জীৱনৰ অন্তৰালতো গভীৰ নৈৰাশ্যই ক্ৰিয়া কৰিছিল। নৈৰাশ্যৰ তাড়নাত অস্থিৰ হৈ তেওঁ হাতত কলম তুলি ল'বলৈ বাধ্য হৈছিল আৰু তেতিয়াৰ পৰা নিৰন্তৰ ভাৱে জীৱনৰ অন্তিম দিনলৈ তেওঁ লিখি গৈছিল জীৱন অন্বেষণৰ বিচিত্ৰ কাহিনী। গ্যেটেৰ বয়স তেতিয়া মাথোন ১৬ বছৰ। সেই সময়ত তেওঁ এক স্নায়বিক বেমাৰত আক্ৰান্ত হৈ শয্যাশয়ী হয়। স্নায়বিক দুৰ্বলতাত ভুগি বিছনাত পৰি পৰি তেওঁ চৰম নৈৰাশ্যত ভুগিবলৈ ধৰে। সেই নৈৰাশ্যৰ পৰা মুক্তি পোৱাৰ বাবে তেওঁ অদ্ভুত চিন্তাশক্তিৰে লিখিবলৈ ধৰে। হতাশগ্ৰস্ত মনৰ অদ্ভুত চিন্তাবোৰক লিখনীৰ মাজত আবদ্ধ কৰাৰ লগে লগে তেওঁৰ মনৰ পৰা নিৰাশাৰ ভাৱবোৰ আঁতৰি যাবলৈ ধৰে আৰু তেওঁৰ হতাশগ্ৰস্ত মনটো আশাৰ সঞ্জীৱনীৰে জীপাল হৈ উঠে। মনৰ অদ্ভুত চিন্তাবোৰ লিখনীত লিপিবদ্ধ কৰাৰ লগে লগে তেওঁৰ স্নায়বিক দুৰ্বলতাও দূৰ হ'বলৈ ধৰে। সাহিত্য চৰ্চাৰ জৰিয়তে ভাৰাক্ৰান্ত মনৰ যন্ত্ৰনা উপশম হোৱাৰ

ফলত তেওঁ সম্পূর্ণ সুস্থ হৈ উঠে আৰু তেতিয়াই তেওঁ সাহিত্যক জীৱনদায়িনী শক্তি হিচাপে মানি লৈ সংকল্প বদ্ধ হয় *'To conver' my entire life into a work of art'* অৰ্থাৎ তেওঁ নিজৰ ভাষাৰেই স্বীকাৰ কৰিছে 'এক মহৎ শিল্প কৰ্মত মোৰ সমস্ত জীৱন ৰূপান্তৰিত কৰিম।' এয়ে আছিল গ্যেটেৰ প্ৰতিজ্ঞা আৰু সেই প্ৰতিজ্ঞা তেওঁৰ মৃত্যুৰ আগমুহূৰ্ত্তলৈকে পালন কৰি গ'ল। সঁচাকৈয়ে তেওঁৰ জীৱনটো ৰূপান্তৰিত হ'ল এক মহৎ শিল্পকৰ্ম 'ফাউষ্ট' লৈ। মৃত্যুৰ মাত্ৰ তিনি মাহ পূৰ্বে তেওঁৰ কালজয়ী নাট্যকাব্য 'ফাউষ্ট'ৰ ৰচনা কাৰ্য সমাপ্ত কৰিলে। সমস্ত জীৱন জুৰি তেওঁ 'ফাউষ্ট' ৰচনা কৰিছিল। এই নাট্য কাব্য খনিৰ প্ৰথম খণ্ড সমাপ্ত কৰোঁতে তেওঁৰ সময় লাগিছিল ৩০ বছৰ আৰু দ্বিতীয়খণ্ড সমাপ্ত কৰোতে সময় লাগিছিল ২৫ বছৰ। বিৰাশী বছৰ বয়সত কম্পিত হাতেৰে তেওঁ লিখি উলিয়ালে এক কালজয়ী নাট্যকাব্য- যাৰ মূল্যাংকন আজিকোপতি বিশ্বৰ নাট্য সমালোচক সকলে যথাৰ্থভাৱে কৰিব পৰা নাই।

গ্যেটেৰ প্ৰথম উল্লেখযোগ্য ৰচনা আছিল এখন নাটক। নাটকৰ বিষয়বস্তু আছিল বিবাহিত জীৱনৰ ব্যভিচাৰ। এই ব্যভিচাৰকতেওঁ ইমান প্ৰবল যুক্তিৰে নাটকত উপস্থাপন কৰিছিল যে তাক হৃদযঙ্গম কৰি পাঠকে বিস্ময় অনুভৱ কৰিছিল। সেই সময়ত তেওঁ অবিবাহিত আছিল যদিও নাটকৰ উপজীব্যৰ মাজেদি তেওঁৰ বাস্তৱ চিন্তাশক্তিৰ প্ৰবল স্ফুৰণ ঘটিছিল। যৌৱনৰ মাদকতাৰে উদ্বেলিত হোৱা গ্যেটেৰ অন্তৰতো উপন্যাস ৰচনাৰ স্পৃহা জাগ্ৰত হৈছিল। সেই সময়ত তেওঁ ৰচনা কৰিছিল এখন বিখ্যাত উপন্যাস *'The sorrow of worther'* যৌৱনৰ মাদকতাৰ মাজতো জীৱন-যন্ত্ৰনাৰ উপলব্ধিয়ে উপন্যাসৰ কাহিনীক আবেদনময় কৰি তুলিছিল। জাৰ্মানীৰ জনসাধাৰণৰ বেদনাৰবোৱতী সুঁতিটো উপন্যাসৰ চৰিত্ৰৰ মাজেৰে বোৱাই দিয়া বাবে উপন্যাসখনে সাধাৰণ পাঠকৰ অন্তৰ পৰশি গৈছিল। জাৰ্মানীৰ সৰ্ব-সাধাৰণৰ ভাষা উপন্যাসৰ মাজলৈ আনি জীৱন্ত চৰিত্ৰৰ মুখেদি কোৱাইছিল। বেদনাৰ্ত মানুহৰ আশা ভংগৰ বেদনাক জীৱন্ত ৰূপ দিয়াৰ বাবেই তেওঁৰ প্ৰথম উপন্যাস খনে সমগ্ৰ ইউৰোপতে আলোড়নৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। গ্যেটেৰ পৰিশীলিত ভাষা, সাৱলীল প্ৰকাশভঙ্গী আৰু বাস্তৱ জীৱন উপলব্ধিৰ বাবেই উপন্যাস খন বিপুলভাৱে পাঠকৰ সমাদৰ লাভ কৰিছিল। পুত্ৰ বন্ধু-বান্ধৱেৰে পৰিপূৰ্ণ সংসাৰত গ্যেটে আছিল অত্যন্ত নিঃসঙ্গ। প্ৰকৃতিৰ নিৰিবিলি নিস্তব্ধতাৰ মাজত সৃষ্টিৰ পিছত ধাৱমান হোৱা গ্যেটেৰ অন্তৰে কলাৰ সাধনা কৰিছিল। তেওঁৰ সেই সাধনা আৰু সত্যানুসন্ধানৰ

পৰম সুহৃদ আছিল শ্বিলাৰ নামৰ এগৰাকী কবি। গ্যেটে আৰু শ্বিলাৰৰ এই প্ৰগাঢ় বন্ধুত্ব যেন এটা উজ্জ্বল কবিতা। সেই কবিতাৰ মাজত ছন্দবদ্ধ হৈ আছিল দুই বন্ধুৰ তৃষিত প্ৰাণ। জীৱনৰ সত্য উপলব্ধিৰ সাধনাত দুয়োৰে অস্তিত্ব একাকাৰ হৈ গৈছিল। কিন্তু বিধিৰ কি নিষ্ঠুৰ বিধান! গ্যেটেৰ অভিন্ন হৃদয় বন্ধু শ্বিলাৰৰ অকাল বিয়োগ হৈছিল আৰু বন্ধু বিয়োগৰ দাৰুণ যন্ত্ৰনা সহ্য কৰিব নোৱাৰি তেওঁ শিশুৰ দৰে বন্ধ কোঠাৰ ভিতৰত সোমাই ফেঁকুৰি ফেঁকুৰি কান্দিছিল। বন্ধু বিয়োগৰ বতৰা দি তেওঁ লিখিছিল *'My half of the existence is gone with schiller's death The pages of my journal are blank during this tragic period and they express the blank ness of my life'* বন্ধুৰ অকাল বিয়োগে তেওঁৰ জীৱনলৈ শূন্যতা নমাই আনি দিলে। এই শূন্যতাৰ মাজতেই তেওঁ হেৰুৱাইছিল তেওঁৰ দৰদী পত্নীক আৰু তাৰ পাচত পুত্ৰক। প্ৰতিটো মৃত্যু তেওঁৰ চকুৰ আগতে ঘটি গৈছিল আৰু বিয়োগৰ বেদনাই তেওঁৰ অন্তৰখন কঠিন শিলত পৰিণত কৰিছিল। তেওঁ বজ্ৰাহতৰ দৰে মৃত্যুৰ সংহাৰ মূৰ্ত্তি অৱলোকন কৰি যন্ত্ৰনা সহ্য কৰি গৈছিল। বেদনাৰ্ত মানুহৰ বাস্তৱ উপলব্ধিক বাংময় ৰূপ দিয়াৰ বাবেই তেও হাতত কলম তুলি লৈছিল আৰু তাৰেই ফলশ্ৰুতি হিচাপে জীৱনৰ অন্তিম দিনত তেওঁ সম্পূৰ্ণ কৰি পেলালে 'ফাউস্ত' নামৰ ট্ৰেজেডী কাব্যখন।

'ফাউস্ত' গ্যেটেৰ অবিস্মৰণীয় সাহিত্য সৃষ্টি। দুটা খণ্ডত সম্পূৰ্ণ কৰা 'ফাউস্ত' এখন নাট্যকাব্য। মৃত্যুৰ তিনিমাহ পূৰ্বে 'ফাউস্ত'ৰ দ্বিতীয় খণ্ড সমাপ্ত কৰিছিল। তেতিয়া তেওঁৰ বয়স বিৰাশী বছৰ। কঁপা কঁপা হাতেৰে তেওঁ দেহৰ সমস্ত শক্তি প্ৰয়োগ কৰি লিখি উলিয়াইছিল কাব্যখনৰ শেষ খণ্ডটো। 'ফাউস্ত' দৰাছলতে এখন ৰূপকাত্মক মহাকাব্য। পণ্ডিত 'ফাউস্ত' আছিল কাব্যখনৰ নায়ক। গ্যেটেই এই চৰিত্ৰৰ মাজেদি এজন জ্ঞানী অথচ শান্তিপূৰ্ণ, সত্যানুসন্ধানী অথচ সংশয়াচ্ছন্ন আধুনিক মানৱ নায়কৰ কল্পনা কৰিছে। 'ফাউস্ত' চৰিত্ৰগ্যেটেৰ নিজৰ চৰিত্ৰৰে প্ৰতিফলন, কিন্তু প্ৰতিচ্ছবি নহয়। সংসাৰৰ জ্বালা-যন্ত্ৰনাত থকা সৰকা হোৱা এগৰাকী জ্ঞানী পণ্ডিতৰ অতৃপ্ত আকাঙ্ক্ষাৰ কাহিনীৰে সমৃদ্ধ নাটকখনত গ্যেটেৰ জীৱন প্ৰোজ্জ্বল হৈ উঠিছে। জীৱনৰ পুৰুষাৰ্থ বা লক্ষ্য কি সেই লৈ বিভ্ৰান্ত হোৱা এগৰাকী পণ্ডিতৰ অতৃপ্ত আকাংখা পাঠক সমাজৰ দ্বাৰা সমাদৃত হৈছিল। মাত্ৰ ২৫ বছৰ বয়সতে গ্যেটে বিশ্ব বিখ্যাত লেখক হিচাপে পৰিগনিত হয়। তেওঁৰ সাহিত্য সমূহ পৃথিৱীৰ বিভিন্ন ভাষালৈ অনুদিত হয়।

গ্যেটে আছিল শেক্সপীয়েৰ আৰু হোমাৰৰ একান্ত অনুগামী। শেক্সপীয়েৰৰ নাটক পঢ়ি তেওঁ নাটক লিখাৰ অনুপ্ৰেৰণা লাভ কৰিছিল। হোমাৰৰ কাব্য পঢ়ি কবিতা লিখাৰ প্ৰেৰণা পাইছিল। গ্যেটে একেধাৰে কবি, দাৰ্শনিক, বৈজ্ঞানিক, দক্ষ প্ৰশাসক, জাৰ্মান সাহিত্যৰ শ্ৰেষ্ঠ গদ্য লেখক, বিখ্যাত ঔপন্যাসিক আৰু নাট্যকাৰ। মাত্ৰ ৩২ বছৰ বয়সত তেওঁ এখন পাঁচ অঙ্কীয়া নাটক ৰচনা কৰিছিল। যিখন নাটকত আছিল সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাৰ বিৰুদ্ধে প্ৰচণ্ড ক্ষোভ। এইখন নাটকত তেওঁ শেক্সপীয়েৰৰ নাটকীয় কৌশল আৰু উপস্থাপন ৰীতি অনুসৰণ কৰিছিল আৰু সেয়েহে এইখন নাটকক শেক্সপীয়েৰৰ অনুভূতি সম্বলিত নাটক বুলি আখ্যা দিয়া হৈছে। মাত্ৰ ২৫ বছৰ বয়সতে নিজৰ সাহিত্যকৃতি আৰু বুদ্ধিমত্তাৰ বাবে গ্যেটেক ভাইমৰ ডিউক প্ৰিন্স কাৰ্ল আগষ্টে তেওঁৰ ৰাজনৈতিক আৰু সাংস্কৃতিক পৰামৰ্শদাতা হিচাপে ৰাজসভা অলংকৃত কৰিবলৈ আমন্ত্ৰণ জনাইছিল। ডিউকৰ আমন্ত্ৰন ৰক্ষা কৰি গ্যেটেই ভাইমৰ ৰাজপ্ৰসাদত পৰামৰ্শদাতা হিচাপে যোগদান কৰে আৰু আৰম্ভ হয় তেওঁৰ জীৱনৰ আন এক নতুন অধ্যায। এফালে সাহিত্যৰ নান্দনিক সৃষ্টি আৰু আনফালে ৰাজনৈতিক কূটকৌশলৰ পৰামৰ্শ এই দুই বিপৰীত মেৰুৰ মাজতো গ্যেটৰ প্ৰতিভাই চৰম বিকাশ লাভ কৰিছিল। মহাজ্ঞানী কনফুচিয়াচৰ নীতিজ্ঞান অধ্যয়ন কৰি সেই একে কৌশলেৰে ৰাজ্য শাসনৰ ক্ষেত্ৰত ডিউকক ৰাজনৈতিক পৰামৰ্শ দান কৰিবলৈ ধৰে আৰু আনফালে সাহিত্যৰ নন্দন বনত বিচৰণ কৰি কাব্য চৰ্চাত মনোনিবেশ কৰিলে। এনেদৰেই গ্যেটৰ বহুমুখী প্ৰতিভা বিকশিত হ'বলৈ ধৰে। ভাইমৰ ডিউকৰ তলত তেওঁ দহবছৰ চাকৰি কৰে আৰু অৱশেষত ইস্তাফা দি জীৱন অন্বেষণৰ বাবে তেওঁ সাহিত্য সংস্কৃতিৰ পীঠস্থান ইটালীলৈ গুচি যায়। ইটালীৰ ফ্লোৰেন্স চহৰৰ গুৰু গম্ভীৰ প্ৰকৃতিৰ মনোমোহা সৌন্দৰ্য্যই তেওঁক বিমোহিত কৰে আৰু ৰেনেছাঁ যুগৰ মনীষীসকলৰ পদৰেণুৰে ৰঞ্জিত ফ্লোৰেন্সৰ বুকুত সৃষ্টিৰ আলোক দেখি তেওঁ বিস্মিত হ'ল। প্ৰকৃতিৰ ৰূপ আৰু সৌন্দৰ্য্যই তেওঁৰ মাজত সৃষ্টিশীল প্ৰতিভাক জগাই তুলিলে আৰু তেওঁ মগ্ন হ'ল সাহিত্য সৃষ্টিৰ সাধনাত।

গ্যেটেই সংসাৰত সকলো পাইছিল। ৩৯ বছৰ বয়সত তেওঁ ২৩ বছৰীয়া যুৱতী এজনীক বিয়া কৰাই সংসাৰ পাতিছিল। এটি পুত্ৰ সন্তানো লাভ কৰিছিল। পত্নীৰ অন্তৰৰ সত্যানুসন্ধানৰ ছবি চিত্ৰিত কৰি তুলিছে গভীৰ সংশয়ৰ মাজেদি। ফাউষ্ট চৰিত্ৰটো এগৰাকী অস্বাভাবিক প্ৰকৃতিৰ আধুনিক মানুহৰ চৰিত্ৰ। জীৱনৰ সত্য উপলব্ধিৰ সংগ্ৰাম, সংশয়, বিশ্বাস, দ্বন্দ্ব আৰু অন্বেষণৰ বাস্তৱ প্ৰতিফলন ঘটিছে

নাটকৰ চৰিত্ৰত। জীৱনৰ নিবিড় নিসংগতাৰ মাজত বেদনাবিধুৰ মুহূৰ্ত্তৰ বাস্তৱ উপলদ্ধিক ফাউস্ত চৰিত্ৰৰ মাজেদি প্ৰতীকাত্মক ৰূপ উপস্থাপন কৰি এখন জীৱন নাটৰ সাৰ্থক পৰিসমাপ্তি ঘটোৱা বাবে 'ফাউস্ত' আজিও জাৰ্মানি নাট্য সাহিত্যৰ কালজয়ী নাট্যকাব্য হিচাপে পৰিগনিত হৈ আছে আৰু জাৰ্মান সাহিত্যত 'ফাউস্ত' মানেই গ্যেটেৰ স্মৃতি মনলৈ আহে।

গ্যেটেৰ মৃত্যুও ঘটিছিল এক নাটকীয় পৰিবেশত। বিৰাশী বছৰীয়া বৃদ্ধ গ্যেটে নিজৰ পঢা কোঠাৰ আৰামী চকিত অৰ্দ্ধশায়িত অৱস্থাত আলোকৰ সন্ধানত অপেক্ষা কৰি থাকোতেই ১৮৩২ চনৰ ২২ মাৰ্চত চিৰনিদ্ৰিত হৈ পৰিছিল। পত্নী, পুত্ৰ, বন্ধু, হেৰুৱাই নিঃসংগ জীৱন যাপন কৰা গ্যেটে সিদিনা নিজৰ পঢ়া কোঠাৰ পাতল এন্ধাৰৰ মাজত নিমগ্ন হৈ বহি থাকিখোলা খিৰিকিৰে বাহিৰৰ ঘন হৈ আহা এন্ধাৰৰ পিনে চাই আছিল অপলকনেত্ৰে। এন্ধাৰৰ ভয়াল মূৰ্ত্তি দেখি তেওঁ চিঞঁৰি উঠিছিল-'পোহৰ, পোহৰ আৰু অলপ পোহৰ'। পোহৰ সন্ধানী সেই বৃদ্ধ কবিৰ জীৱন বন্তি চিৰনিৰ্বাপিত হৈ গৈছিল। অসীম অনন্ত নিস্তব্ধতাৰ স'তে চিৰস্তব্ধ হৈ গৈছিল গ্যেটেৰ জীৱন সংগীত। মাথোন বৈ গ'ল সেই সংগীতৰ অমিয়া ঝংকাৰ। গ্যেটেৰ মহান সৃষ্টি 'ফাউস্ত'ৰ মাজত ঝংকাৰিত হৈ ৰ'ল তেওঁৰ সীমাহীন মানৱ প্ৰীতি আৰু হৃদয়ৰ বিশাল মানৱতা। মৃত্যুঞ্জয়ী হৈ ৰ'ল সেই মহা কবি আৰু কালজয়ী হৈ থাকিল তেওঁৰ মহান সৃষ্টি 'ফাউস্ত"।



# মনালিছাৰ ওঁঠৰ হাঁহিত
# দ্যা ভিন্সিৰ জীৱন প্ৰতীতি

মনালিছাৰ ওঁঠৰ সেই মৃদু অথচ সকৰুণ হাঁহিয়ে চমকাই তুলিলে ইউৰোপৰ নৱ জাগৰণৰ চিত্ৰশিল্পৰ পথ প্ৰদৰ্শক লিওনাৰ্ডো দ্যা ভিন্সিৰ শিল্পী মনটো। মনালিছাৰ হাঁহিৰ মাজত লুকাই আছিল এক বেদনাৰ্ত নাৰীৰ হৃদয় বিদাৰি ওলোৱা আৰু প্ৰিয়ো হেৰুওৱাৰ অব্যক্ত বেদনা। বিষাদৰ জীৱন্ত প্ৰতিমূৰ্তি সেই নাৰীৰ নিৰাবৰণ দেহাৱয়ৱ দেখি প্ৰথম দৃষ্টিতে ভিন্সিৰ অন্তৰ শিল্প সৃষ্টিৰ বাসনাৰে পৰিপূৰ্ণ হৈ উঠিছিল। লিওনাৰ্ডো দ্যা ভিন্সিৰ অমৰ সৃষ্টি মনালিছা ছবিখন আজিও বিশ্ববিখ্যাত হৈ আছে। দেৱালত আৰি থোৱা মনালিছাৰ ছবিখন যি ফালৰপৰাই লক্ষ্য কৰা যায় সেই ফালৰপৰাই দেখা যায় সকৰুণ চাৱনিৰে সেই একেই মৃদু অথচ সকৰুণ হাঁহিটোৰে চাই আছে ছবি চাওঁতাজনলৈ। অপলক নেত্ৰে ছবিখনলৈ চালে এটা অনুভৱ হয় যেন ছবিখনে বিষাদ বহুল ওঁঠ যুৰিৰে বুকুৰ বেদনাৰ বতৰা দিব খুজিছে। মনালিছা নামৰ ফ্লোৰেন্সৰ সেই হতভগীয়া নাৰীযে সৰ্ব্বস্ব হেৰুওৱাৰ বেদনা বিটৌত হাঁহিটোৰে যেন দৰ্শকৰ অনুকম্পা বিচাৰিছে। গভীৰ অৰ্ন্তদৃষ্টি আৰু প্ৰতীতিৰে দ্যা ভিন্সিৰ তুলিকাৰে যি অমৰ সৃষ্টি বিশ্ববাসীৰ বাবে এৰি থৈ গ'ল সি আজি প্ৰায় পাঁচশ বছৰ পিচতো অদ্ভুত ৰহস্যময়তাৰ মাজত জীৱন্ত হৈ আছে। অকল মনালিছা ছবিখনেই নহয়, তেওঁৰ অন্য এক শিল্প সৃষ্টি 'দি লাষ্ট ছাপাৰ'ৰ দৰে বিস্ময়কৰ ছবিয়ে যীশুখ্ৰীষ্টৰ জীৱনৰ অন্তিম ভোজৰ দৃশ্য সোঁৱৰাই ইটালীৰ কোনো এক কনভেন্টৰ দেৱালত অদ্যাৱধি বাঙ্ময় হৈ আছে। লিওনাৰ্ডো দ্যা ভিন্সি অকল চিত্ৰকৰে নহয়, তেওঁ আছিল ভাস্কৰ্যবিদ, স্থপতিবিদ, আলোক বিজ্ঞনী, শৰীৰ বিজ্ঞান, উদ্ভিদবিদ, দাৰ্শনিক, জ্যামিতি আৰু প্ৰাকৃতিক ইতিহাসৰ পণ্ডিত। ইটালী, তথা ইউৰোপৰ নৱজাগৰণৰ উজ্জল নক্ষত্ৰ হিচাপে প্ৰকাশমান হোৱা এইগৰাকী চিত্ৰশিল্পীৰ জ্ঞানৰ গভীৰতা আছিল অপৰিসীম।

পৃথিবীৰ ৰহস্যময়তাৰ মাজত আলোক সন্ধানী কল্পদৃষ্টিৰে তুলিকা বুলাই যোৱা লিওনার্ডোৰ জন্মও আছিল ৰহস্যৰে ভৰা। ইটালীৰ ফ্লোৰেন্স চহৰৰ উপকণ্ঠৰ এখনি সৰু পাহাৰী গাওঁ ভিন্সি। ১৪৫২ চনত ভিন্সিৰ নিবাসী পিয়েৰো এন্টনিও দ্যা ভিন্সি আৰু ক্যাটেৰিনাৰ অবৈধ যৌনাচাৰৰ ফলত জন্ম হৈছিল এটি সন্তানৰ যাক জন্ম দি গাভৰু মাতৃ অন্য পুৰুষলৈ গুচি গৈছিল। মাকৰ অনুপস্থিতিত দেউতাকে তুলি-তালি ডাঙৰ-দীঘল কৰা সেইজন সন্তানেই আছিল মনালিছা ছবিৰ স্রষ্টা লিওনার্ডো দ্যা ভিন্সি। গাওঁখনৰ নামেৰেই লিওনার্ডোৰ নামৰ শেষতো ভিন্সি উপাধি সংলগ্ন হৈছিল। সৰুৰে পৰা লিওনার্ডো আছিল আত্মবিশ্বাসী আৰু কল্পনাবিলাসী। গণিত শাস্ত্ৰৰ প্ৰতি ধাউতি থকা সেই সৰু লৰাজনৰ প্ৰতিভা বিকশিত হৈ উঠিছিল সৰু কালতে। সৰুৰে পৰা তেওঁ গান গাইছিল, ছবি আকিছিল, মডেলিং কৰিছিল। বিজ্ঞানৰ দৃষ্টি-ভংগীৰে পৃথিৱীৰ সকলো বস্তুকে অৱলোকন কৰা ভিন্সিয়ে অধ্যয়ন কৰিছিল দৃষ্টি বিজ্ঞান, শৰীৰ বিজ্ঞান, ভাস্কৰ্য আৰু স্থাপত্যবিদ্যা। গ্ৰীচৰ প্ৰচীন ভাস্কৰ্য আৰু ফ্লোৰেন্সৰ পুৰাতন স্থপতি অধ্যয়ন কৰি তেওঁ চিত্ৰশিল্পৰ প্ৰতি গভীৰ আকৃষ্ট হৈছিল। তেওঁ প্ৰকৃতিৰ উন্মুক্ত আকাশৰ তলত শব্দ তৰংগ আৰু পোহৰ ৰশ্মিৰ বিচ্ছুৰণৰ সংজ্ঞাও অধ্যযন কৰিছিল। প্ৰকৃতিৰ উদ্ভিদ ৰাশিৰ সৌন্দৰ্য উপভোগ কৰাৰ লগে লগে প্ৰাণী আৰু উদ্ভিদৰ পেশী সংবৰ্ধন আৰু সঞ্চালনৰ জৰিয়তে গবেষণা কৰিছিল। বিজ্ঞানৰ স্বতঃসিদ্ধ সত্যৰ মাজত ৰং আৰু আলোকৰ ৰহস্য সন্ধানী দৃষ্টিৰে তেওঁ অনুধাৱন কৰিছিল ছাঁ আৰু পোহৰৰ সৌন্দৰ্য। বিজ্ঞানৰ সংজ্ঞা মানি তেওঁ জ্যামিতিৰ অনুসিদ্ধান্ত মতেই ভাস্কৰ্য আৰু স্থাপত্যবিদ্যাৰ অনুশীলন কৰিছিল আৰু তাৰেই বৈজ্ঞানিক নিদৰ্শন পৰিদৃষ্ট হয় তেওঁৰ চিত্ৰসমুহত। জ্যামিতিৰ ৰেখাংকনৰ মাজত পোহৰ আৰু ছাঁ ৰ সমাহাৰত তেওঁ ছবি আঁকিছিল, মূৰ্তি সাজিছিল, নগৰ পৰিকল্পনা আৰু অলংকৰণ কৰিছিল। সৰুৰে পৰা গভীৰ অনুভূতি আৰু অনুশীলনেৰে তেওঁ ছবি আঁকিছিল। বিশ বছৰ বয়সত ফ্লোৰেন্সৰ চিত্ৰ শিল্পী গোষ্ঠীৰ অৰ্ন্তভুক্ত হৈ তেওঁ স্বাধীন চিতীয়াকৈ ছবি আঁকিবলৈ ধৰিলে। সেই সময়ত তেওঁ মূৰ্তি নিৰ্মানৰ কাৰিকৰী কৌশলো শিকিলে। গ্ৰীকৰ ভাস্কৰ্য অধ্যয়ন কৰি তেওঁ এজন সুদক্ষ ভাস্কৰ হিচাপে প্ৰতিষ্ঠিত হয়। মূৰ্তি নিৰ্মানৰ সময়ত যেতিয়া মূৰ্তিৰ দেহত অংগ সংযোজন কৰিবলগীয়া হয়, তেতিয়াই তেওঁ শৰীৰ বিজ্ঞান সম্পৰ্কে গৱেষণা কৰে। ছবি আঁকোতে চকুৰ দৃষ্টি

সংযোজন কৰাৰ বাবে তেওঁ দৃষ্টি বিজ্ঞান অধ্যয়ন কৰে। সম্পূর্ণ বৈজ্ঞানিক দৃষ্টি ভংগীৰে ছবি অঁকাৰ বাবেই তেওঁৰ ছবিত জ্যামিতি, দৃষ্টি বিজ্ঞান আৰু শৰীৰ বিজ্ঞানৰ নিখুঁত কৌশলৰ লগে লগে জ্যামিতিক নৈপুণ্যও সংপৃক্ত হৈ আছে বাবেই দৰ্শকে যি দৃষ্টিকোনৰ পৰাই েচাওক কিয়, মনালিছাই যেন তেওঁৰ ফালেই চায়ে স্নান হাঁহি মাৰি আছে। ফ্লোৰেন্সত থাকি ছবি আঁকি পেটৰ ভাত মোকোলাব নোৱাৰা বাবে ১৪৮৩ চনত লিওনাৰ্ডো মিলান চহৰলৈ আহে। তেওঁ মিলানৰ ডিউকৰ ওচৰত চাকৰি বিচাৰিলে। চাকৰি বিচাৰি দিয়া আবেদনত তেওঁ ভাস্কর্য, স্থাপত্য আৰু সামৰিক জ্ঞানৰ বিশদ বিবৰন ডাঙি ধৰিলে। যুদ্ধ বিগ্ৰহৰ সময়ত মিলান চহৰক সুৰক্ষিত কৰাৰ বাবে চহৰৰ চাৰিওফালে·কাৰিকৰী আৰু সামৰিক কৌশলেৰে দুৰ্গ নিৰ্মান কৰাৰ বাবে আঁচনিও দিলে। তেওঁৰ অভিজ্ঞতাৰ ওপৰত ডিউক সম্পূর্ণ সন্তুষ্ট হৈ তেওঁক স্থপতিবিদ হিচাপে নিযুক্তি দিয়ে। জীৱনৰ সুদীঘ সোতৰ বছৰ কাল লিওনাৰ্ডোই মিলানত চাকৰি কৰি কটালে। ১৪৮৫ চনত মিলানত প্লেগ মহামাৰিয়ে দেখা দিলে। প্লেগ মহামাৰিয়ে মিলানত ভয়ংকৰ ৰূপ ধাৰণ কৰি অসংখ্য লোকৰ মৃত্যু ঘটালে। প্লেগ বেমাৰ হোবাৰ মুল কাৰণ হিচাপে নিৰূপিত হ'ল মিলান চহৰৰ অপৰিকল্পিত ব্যবস্থা আৰু পৰিৱেশ। দ্যা ভিন্সিয়ে স্বাস্থ্য সম্মত আঁচনি মতে মিলান চহৰ পুনৰ গঠনৰ পৰিকল্পনা কৰি আঁচনি প্ৰস্তুত কৰিলে। সেই আঁচনি মতেই মিলান চহৰ পুনৰ গঠন কৰা হ'ল। তাৰ পিছত মিলানৰ কেথেড্ৰেলৰ বাবে নতুন নক্সা প্ৰস্তুত কৰি তাক কাৰ্যকৰী কৰে। সেই সময়তে চহৰৰ মাজ মজিয়াত তিনিটা ঘোঁৰাৰ পিঠিত আৰোহন কৰা ২৬ ফুট ওখ এটা বিৰাট মুৰ্ত্তি নিৰ্মান কৰে। সেই মুৰ্ত্তিটোৰ নিৰ্মান সম্পূর্ণ কৰোতে পুৰা আঠ বছৰ সময় লাগিছিল। মুৰ্ত্তিটো ব্ৰঞ্জৰ নাছিল। নিজৰ কাৰিকৰী কৌশলেৰে উদ্ভাৱন কৰা এবিধ বিশেষ পদাৰ্থৰে নিৰ্মান কৰা হৈছিল মুৰ্ত্তিটো। কিন্তু চৰম দুৰ্ভাগ্যৰ বিষয় এয়ে যে মুৰ্ত্তিটো সম্পূৰ্ণ হোবাৰ ছয় বছৰ পিছত ফৰাচী সকলে যেতিয়া মিলানৰ ওপৰত আধিপত্য বিস্তাৰ কৰে তেতিয়া সেই মুৰ্ত্তিটো চূৰ্ণ বিচূৰ্ণ কৰে।

১৪৯৪ চনত লিওনাৰ্ডোই কনভেন্টৰ দেৱালত অংকন কৰিছিল যীশু খ্ৰীষ্টৰ জীৱনৰ শেষ নিশাৰ ভোজৰ দৃশ্যটো। সেই ছবিখনৰ নাম ৰখা হৈছিল 'দি লাষ্ট ছাপাৰ' (The last supper) বা 'শেষ নিশাৰ ভোজ'। এইখন ছবি লিওনাৰ্ডোৰ

কল্পনা শক্তিৰ অদ্ভুত প্ৰকাশ। জীৱনৰ শেষ নিশা যীশুৱে কেনেদৰে আহাৰৰ সময়ত ভোজ মেল পাতি আধ্যাত্মিক আলোচনা কৰিছিল তাক মনৰ কল্পদৃষ্টিৰে জুকিয়াই চাই তুলিকাৰে বাংময় ৰূপ দিছিল। ভিঞ্চিৰ সেই অপূৰ্ব কল্পনা শক্তি ইমান সজীৱভাৱে ৰূপাংকণ হ'ল যে সেই ছবি আজিও বিশ্ব দৰবাৰত এক পৰম বিস্ময় হিচাপে চিহ্নিত হৈ আছে। বন্ধ কনভেন্টৰ দেৱালত আঁকা বাবে পৰৱৰ্তী কালত ছবিখনৰ ৰং কিছু পৰিমানে উৰলি যোৱা দেখি কনভেন্টৰ দেৱাল কাটি পোহৰ আৰু বতাহ চলাচল কৰাৰ ব্যৱস্থা কৰা হৈছিল। শতাব্দীৰ পিছত শতাব্দী ধৰি ভিঞ্চিৰ এই বিস্ময়কৰ সৃষ্টিক কালজয়ী কৰি ৰখাৰ বাবে ছবিখনৰ ওপৰত কিছু সংস্কাৰ কাৰ্য চলোৱা বাবে মুল ছবিৰ সৌন্দৰ্য বহু পৰিমানে লাঘৱ হৈছে। তথাপি ছবিখনৰ যি আবেদন সি বিবৰ্ণ প্ৰায় ৰং আৰু আলোকৰ মাজতো মচা যোৱা নাই। এইখন ছবিত দ্যা ভিঞ্চিৰ জীৱনযোৰা সাধনাৰ সুৰম বিকাশ ঘটিছে। কোনো কোনো চিত্ৰ সমালোচকে ছবিখনক উদ্ভট কল্পনাৰ চৰম নিদৰ্শন বুলি ক'ব খোজে যদিও সকলোৱে কিন্তু একেমুখে লিওনাৰ্ডোৰ গভীৰ অৰ্ন্তদৃষ্টিৰ পৰিপূৰ্ণ বিকাশ বুলি স্বীকাৰ কৰিছে "The last supper is more than illustration It is a part of leonardo's mind containing his science, his understanding and his preferences Through out the years it has remained not only the most famous picture in the world but the supreme expression of the artist's highest powers" 'দি লাষ্ট ছাপাৰ' আজিও লিওনাৰ্ডোৰ কল্পনা শক্তিৰ চৰম অভিব্যক্তি হিচাপে তেওঁৰ বিজ্ঞান প্ৰতীতি আৰু সুষম অনুভুতিৰ দ্বিধাহীন প্ৰতিচ্ছবি হিচাপে কালজযী হৈ আছে। মিলানত থাকোঁতেই শিল্পীযে 'লাষ্ট ছাপাৰ' ছবিখন অংকন কৰি বিশ্ববিখ্যাত চিত্ৰকৰ হিচাপে পৰিগণিত হয়। কিন্তু চৰম দুৰ্ভাগ্যৰ কথা এয়ে যে ফৰাচী সকলৰ আক্ৰমনত যেতিয়া মিলানৰ ভাগ্য বিপৰ্য্যয় ঘটিল তেতিয়া লিওনাৰ্ডোই মিলান এৰি ভেনিচলৈ গুচি আহে। ভেনিচত কিছু বছৰ থকাৰ পিছত তেওঁ যোল্ল শতাব্দীৰ আৰম্ভনিতে প্ৰত্যাৱৰ্তন কৰে নিজৰ জন্মভুমি ফ্লোৰেন্সলৈ। এই সময়তে শান্তা মাৰিয়া গীৰ্জাৰ অভ্যন্তৰ ভাগৰ অলংকৰনৰ দায়িত্ব গ্ৰহন কৰি গীৰ্জাৰ ভিতৰত কোলাত শিশু যীশুক লৈ থকা মেডোনাৰ মমতাময়ী মাতৃৰূপী মূৰ্তিটো অংকন কৰে। লিওনাৰ্ডোৰ হাতত মূৰ্তিময়ী হৈ উঠা মেডোনাৰ মূৰ্তিয়ে সেই

সমযৰ প্ৰচলিত ধ্যান-ধাৰণাৰ আমুল পৰিৱৰ্তন ঘটাবলৈ সক্ষম হয়। মেডোনা সম্পৰ্কে মানুহৰ মনৰ অস্পষ্ট ধাৰণা ভিন্সিৰ ছবিযে মেডোনাৰ কল্পিত প্ৰতিমূৰ্তিযে জীৱন্ত কৰি তোলে। মেডোনাৰ পিছতেই দ্যা-ভিন্সিৰ কৰুণ দৃষ্টিত সঞ্জীৱিত হৈ উঠে মনালিছা—যি আছিল এগৰাকী বাস্তৱময়ী বেদনা বিধুৰা নাৰী। ১৫০২ চনত এদিন হঠাতে লগ পায সেই মোহময়ী নাৰীক। ফ্ৰানছেছকো গিযোকোন্ডো নামৰ এগৰাকী বৃদ্ধ ভদ্ৰলোকৰ অনিন্দ্য সুন্দৰী তৃতীয়া পত্নী, সেই নাৰীৰ নাম মনালিছা। মনালিছাৰ কৰুণ ৰূপত মুগ্ধ হয লিওনাৰ্ডো। সেই নাৰীৰ বেদনার্ত মুখৰ চেহেৰাত শিল্পীয়ে বিচাৰি পালে শিল্প সৃষ্টিৰ সম্বল। মনালিছাৰ মনৰ বতৰা পাবৰ বাবে তেওঁ উদ্বাউল হৈ উঠিল। বৃদ্ধ স্বামীযে মনালিছাক বৰ বেযা ব্যৱহাৰ কৰে। বৃদ্ধৰ ফালৰ পৰা এটি মাথোঁ কন্যা সন্তানৰ মাতৃ হয মনালিছা। কিন্তু বিধিৰ কি নিষ্ঠুৰ বিধান। সেই কনমানি ছোৱালীজনীকো তাই হেৰুৱায। বৃদ্ধ স্বামীৰ ৰূঢ় ব্যৱহাৰত অতিষ্ঠ হ'ব পাৰিল মনালিছা। এফালে নিজৰ কন্যা সন্তানৰ অকাল মৃত্যু আৰু আনফালে বৃদ্ধ স্বামীৰ হৃদযহীন ব্যৱহাৰ। স্বামীযে তাইৰ দেহৰ অলংকাৰখিনিও কাঢ়ি লৈ গৈ তাইক বিধবাৰ দৰে নিৰাবৰনা কৰি ৰাখিলে। মনালিছাই মনৰ এই অন্তহীন বিষাদ লাঘৱ কৰাৰ বাবে অৰ্কেষ্ট্ৰা পাৰ্টি ভাৰা কৰি ৰাখিছিল। গান বাজনা আৰু পাৰ্টিক লৈযে মনৰ বেদনা পাহৰি থাকিবলৈ বিছাৰিছিল। সেই বিষাদময়ী মনালিছা নামৰ মোহময়ী নাৰীগৰাকীৰ কৰুণ সুখত শিল্পী লিওনাৰ্ডোই দেখিবলৈ পালে জীৱন প্ৰতীতি। সৌন্দৰ্যৰ পুজাৰী শিল্পীযে অন্তৰৰ বেদনাৰে কাষ চাপি গ'ল সেই নাৰীৰ। লিওনাৰ্ডোই প্ৰস্তাৱ দিলে। তেওঁৰ প্ৰস্তাৱত মান্তি হ'ল মনালিছা। মনালিছাৰ সৌন্দৰ্যই শিল্পীৰ মনত এনে এক অপ্ৰতিৰোধ্য মাযাজাল বিস্তাৰ কৰিলে যে এদিন লিওনাৰ্ডোই মনালিছাক নিজৰ উপপত্নী হিচাপে আদৰি ল'লে। পুঞ্জীভুত বেদনাৰ জীৱন্ত প্ৰতিমূৰ্তি মনালিছাৰ মুখৰ হাঁহিটো চোৰাৰ হেঁপাহেৰে প্ৰতিদিনে অপেক্ষা কৰি ৰ'ল শিল্পী লিওনাৰ্ডো দ্যা ভিন্সিযে। এনেদৰে অধীৰ আগ্ৰহেৰে পৰম কৌতুহলেৰে বাট চালে সুদীৰ্ঘ তিনি বছৰ। হঠাৎ এদিন সেই বিশেষ মুহূৰ্তটো হাজিৰ হ'ল। ১৫০৫ চনৰ এক নিবিড সন্ধিয়া মনালিছাৰ ৰক্তিম ওঁঠত বিৰিঙি উঠা সেই ৰহস্যময় মৃদু হাঁহিটো শিল্পীয়ে দেখা পালে। সুদীৰ্ঘ তিনিবছৰ গভীৰ প্ৰত্যাশাৰে উদ্ভ্ৰান্তৰ দৰে অপেক্ষা কৰি থকা শিল্পী মনটোৱে সিদিনা তেওঁৰ দৈৱদত্ত তুলিকাৰ আঁচোৰেৰে ধৰি ৰাখিলে মনালিছাৰ মুখৰ সেই কৰুণ অথচ

ৰহস্যময় হাঁহিটো। সেই হাঁহি বৰ্ণনাৰ বিষয় নহয়, সেই হাঁহি অনুভৱৰ বিষয়। কিমান জীৱন্ত উচ্ছাসেৰে মনালিছাৰ হাঁহিটো ধৰি ৰাখিলে ৰং আৰু ৰেখাৰ মাজত। মনালিছা নাই, কিন্তু তাইৰ মুখৰ সেই হাঁহিটো জীৱন্ত হৈ আছে। শিল্পী দ্যা ভিন্সিও নাই, কিন্তু তেওঁৰ সেই সৃষ্টি যুগমীয়া হৈ আছে। এগৰাকী নাৰীৰ ৰহস্যময় মৃদু হাঁহিৰ মাজত কেনেদৰে এগৰাকী শিল্পীৰ আত্মা সমাহিত হৈ গ'ল। লিওনাৰ্ডোৰ এই অনুপম সৃষ্টি মনালিছা তাৰেই নিদৰ্শন। লিওনাৰ্ডোৰ সমস্ত শিল্পীসত্তা যেন এগৰাকী ৰহস্যময় নাৰীৰ এটি বিশেষ হাঁহিৰ মাজত চিৰজ্যোতিষ্মান হৈ ৰ'ল। সময়ৰ সোঁতত মনালিছাৰ সেই হাঁহি ম্লান হোৱা নাই। সি আজিও অম্লান ভাস্কৰ হৈ আছে। মনালিছাৰ ছবিয়ে শিল্পীৰ সৃষ্টিক চিৰযুগমীয়া কৰি ৰাখিছে।

মনালিছাৰ পিছত শিল্পীৰ উল্লেখযোগ্য সৃষ্টি বিচাৰি পাবলৈ নাই। জীৱনৰ অন্তিম চৈধ্য বছৰ তেওঁ কেতিয়াবা ফ্ৰান্সত কটাইছে আৰু কেতিয়াবা কটাইছে ৰোমত। অৱশেষত ১৫১৯ চনৰ ২ মে তাৰিখে তেওঁ মৃত্যুৰ কোলাত চিৰনিদ্ৰিত হৈ পৰিল।এই গৰাকী মহান শিল্পীয়ে মৃত্যুক স্বাগতম জনাই কৈছিল— I know how to live, I know how to die,' লিওনাৰ্ডো মৰিও যেন অমৰ, অমৰ হৈ ৰ'ল তেওঁৰ শিল্প সৃষ্টি। মেডোনাৰ পৰিপূৰ্ণতা মনালিছাৰ বিষাদ গধুৰ হাঁহি আৰু লাষ্ট ছাপাৰৰ জীৱন্ত সৃষ্টিয়ে লিওনাৰ্ডো দ্যা ভিন্সিক আজিও অমৰ কৰি ৰাখিছে। কালজয়ী এই মহান শিল্পী গৰাকীৰ বিষয়ে গ্যেটে কৈ গৈছে— 'এটা সুগঠিত মানৱীয় দেহৰ ভিতৰত এটা পৰিপূৰ্ণ বিকশিত মন'। সঁচাকৈয়ে এটা পৰিপূৰ্ণ বিকশিত মনৰ অনুপম সৃষ্টি বেৰত ওলোমাই থোৱা মনালিছা ছবিখন।



# প্ৰতীতিবাদ আৰু অস্তিত্ববাদৰ প্ৰবক্তা 'ফ্ৰানজ কাফকা' আৰু তেওঁৰ সাহিত্য সম্ভাৰ

'এদিন প্ৰত্যুষতে এটি অস্বস্তিকৰ সপোন দেখি নিদ্ৰাভংগ হোৱা গ্ৰিগৰ স্যামসাই বিছনাতে শুই শুই দেখা পালে যে সি এক ভয়াবহ পতঙ্গলৈ ৰূপান্তৰিত হৈছে।' এয়া আছিল ইহুদী গল্পকাৰ ফ্ৰানজ কাফ্‌কাৰ আলোড়ন সৃষ্টিকাৰী অদ্ভুত চিন্তাৰ উপন্যাসোপম গল্প 'মেটাম'ৰ ফচিচ' অৰ্থাৎ ৰূপান্তৰৰ নিৰ্মম কাহিনীক নিৰ্মোহভাৱে দাঙি ধৰাৰ দুঃসাহস যি গৰাকী বিতৰ্কিত বিশ্ববৰেণ্য গল্পকাৰে উনৈশ শতিকাৰ আৰম্ভনিতে কৰিব পাৰিছিল সেই গৰাকী গল্পকাৰ আছিল চাৰ্ত্ৰেৰ পূৰ্বসাধক প্ৰতীতিবাদ আৰু অস্তিত্ববাদৰ প্ৰবক্তা ফ্ৰানজ কাফ্‌কা। বয়সৰ জোখাৰে মাত্ৰ ৪১ বছৰ জীয়াই থাকি অৱশ্যম্ভাৱী মৃত্যুৰ সৈতে সংগ্ৰাম কৰি ৰোগাক্ৰান্ত কলিজাৰ পৰা তেজ বমি কৰি কৰি যি গৰাকী লিখকে আলোডনকাৰী গল্প উপন্যাস লিখি থৈ গ'ল তেওঁৰ মৃত্যুৰ পিচতহে বিশ্বৰ সাহিত্য সমালোচকসকলে সেইবোৰ যুগান্তকাৰী সৃষ্টিৰ মূল্যায়ন কৰিবলৈ সক্ষম হৈছে। জীৱনৰ ৰঙীন বসন্ততে পক্ষাঘাত ৰোগাক্ৰান্ত হৈ মৃত্যুৰ সৈতে সংগ্ৰাম কৰি জীযাই থকা কাফ্‌কাৰ জন্ম হৈছিল ১৮৮৩ চনৰ ৩ জুলাই তাৰিখে প্ৰাগ চহৰৰ এটি সম্ভ্ৰান্ত ইহুদি পৰিয়ালত। কাফ্‌কা যদিও জাতিত ইহুদি আছিল তথাপি তেওঁ লিখা পঢা কৰিছিল জাৰ্মান ভাষাত। কাফ্‌কাৰ দেউতাক আছিল এগৰাকী সম্ভ্ৰান্ত ব্যৱসায়ী। চহকী পৰিযালৰ সন্তান হৈযো পাৰিবাৰিক সুখ স্বাচ্ছন্দ্যৰ প্ৰতি অননুৰক্ত কাফ্‌কাৰ চিন্তাধাৰাত বিকশিত হৈছিল শিল্পীসুলভ সুষম অনুভূতি। পৰিয়ালৰ অন্য সদস্য সকলৰ বস্তুবাদী চিন্তাৰ বিপৰীতে কাফ্‌কাৰ চিন্তাধাৰা আছিল সূক্ষ্ম আৰু সৃজনীশীল। পাৰিবাৰিক নিঃসঙ্গতাৰ মাজত ডাঙৰ-দীঘল হোৱা কাফ্‌কা ১৯০১ চনত জাৰ্মান সাহিত্যত স্নাতক হয়। সেই সময়তে গ্যেটে আৰু দস্তয়ভস্কিৰ ৰচনা পঢ়ি সাহিত্যৰ প্ৰতি তেওঁৰ তীব্ৰ অনুৰাগ জন্মে। মাক দেউতাকে কাফ্‌কাক চিকিৎসক হিচাপে গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল আৰু মাক দেউতাকৰ ইচ্ছানুসাৰে তেওঁ চিকিৎসা বিজ্ঞানত নাম ভৰ্তি কৰিছিল যদিও সহিত্যৰ প্ৰতি থকা তীব্ৰ অনুৰাগৰ বাবে ডাক্তৰী

পঢ়া বাদ দি তেওঁ প্ৰাগৰ কাৰ্ল ফ্ৰাদিনাণ্ড বিশ্ববিদ্যালযত আইন পঢ়িবলৈ ধৰে। ১৯০৬ চনত তেওঁ আইনত ডক্টৰেট লয। আইন পঢ়ি থাকোতেই তেওঁৰ সাহিত্য প্ৰতিভাৰ উন্মেষ ঘটে। সেই সময়ত তেওঁ সমালোচনাত্মক প্ৰৱন্ধহে লিখিছিল। সেই সময়ত তেওঁ 'ডেচক্ৰিপশ্যন অফ এ ষ্ট্ৰাগল' নাম দি এলানি প্ৰৱন্ধ লিখি উলিযায। এইলানি প্ৰৱন্ধৰ ভিতৰৰ 'কনভাৰচেচন উইথ দি চাপ্লিকেট' আৰু 'কনভাৰচেচন উইথ ডি ড্ৰাংকেন ম্যান' নামৰ দুটি নাটকীয ৰচনাভঙ্গীৰ আলোচনা 'হাই পেৰিযন' নামৰ সাহিত্য আলোচনীখনত প্ৰকাশ হৈ ওলায। মাক-দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে গৈ তেওঁ সাহিত্য চৰ্চ্চাত মনোনিবেশ কৰে যদিও জীৱিকাৰ তাড়নাত প্ৰথমতে বীমা কোম্পানীৰ চাকৰিত সোমায। তাৰ পাচত প্ৰাগৰ এটি অৰ্দ্ধচৰকাৰী প্ৰতিষ্ঠানত কেৰাণীৰ চাকৰিত যোগ দি এক ঘেযা জীৱনৰ পাতনি মেলে। কেৰাণীৰ চাকৰি কৰি থাকোতে লিখা আন এটা প্ৰৱন্ধ 'ডি এৰোপ্লেন এট বেচিকা' সেই সময়ৰ প্ৰাগৰ বিখ্যাত বাতৰি কাকত 'বোহেমিযা'ত প্ৰকাশিত হয। সংবাদ পত্ৰ আৰু সাহিত্য আলোচনীত প্ৰকাশ হোৱা তেওঁৰ প্ৰৱন্ধ সমূহ 'মেডিটেচন' নামৰ গ্ৰন্থখনত সংকলিত হৈ পৰৱৰ্তীকালত প্ৰকাশ কৰা হয। চাকৰী জীৱনৰ নতুনত্বহীন ব্যস্ততাই সাহিত্য সৌৰভ বিচাৰি ফুৰা কাফ্কাৰ অনুভূতিপ্ৰৱন মনটো আমুৱাইছিল। সাহিত্যৰ কল্পলোকত বিচৰণ কৰি ফুৰা তেওঁৰ কল্পনাপ্ৰৱন মনটোৱে কেৰাণী জীৱনৰ এক ঘেযামিৰ পৰা মুক্তি বিচাৰি উদ্‌বাউল হৈ উঠিছিল। কৰ্ম জীৱনৰ ব্যস্ততাৰ পৰিধি ভাঙি তেওঁ ওলাই গ'ল দেশ ভ্ৰমনৰ বাবে। প্ৰথমতে তেওঁ উত্তৰ বুহেমিযাৰ পুৰণি চহৰ ফিনলেণ্ড আৰু চিনবেৰিক ভ্ৰমন কৰি মনৰ জড়তা গুচাই ল'লে। তাৰ পিছত তেওঁ চুইজাৰলেণ্ড, ইটালী, পেৰী আদি চহৰত মুক্তমনেৰে ঘুৰি ফুৰি বিচিত্ৰ অভিজ্ঞতা সঞ্চয কৰি তাৰ ওপৰত ভিত্তি কৰি লিখি উলিযালে তেওঁৰ বিখ্যাত ভ্ৰমন কাহিনী 'ট্ৰেভেল ডাযেৰীজ'। ১৯১১ আৰু ১৯১২ চনৰ ভ্ৰমণ অভিজ্ঞতাৰ ভেটিত কলম হাতত তুলি লোৱা কাফ্কাৰ ভিতৰৰ সাহিত্যিক মানুহজন জাগ্ৰত হৈ উঠে আৰু তেওঁৰ অন্তৰত সুপ্ত হৈ থকা সাহিত্য চেতনাই বাংময ৰূপ ধাৰণ কৰে। সেই সময়ত প্ৰাগৰ সাহিত্য আলোচনী আৰু সংবাদ পত্ৰত তেওঁৰ দ্বাৰা ৰচিত 'ডি ফাষ্ট লঙ ট্ৰেন জাৰ্নি' নামৰ প্ৰৱন্ধ প্ৰকাশ পায। সাহিত্য সৃষ্টিৰ উন্মাদনাত আত্ম বিভোৰ হৈ থাকোতে কাফকাৰ জীৱনৰ প্ৰথম বসন্ত লৈ অফুৰন্ত প্ৰেমৰ হিল্লোল নমাই আনে ফেলিচ বোয়াৰ নামৰ এগৰাকী দিপ্‌লিপ্ গাভৰুৱে। ফেলিচ বোযাৰৰ নিকট সান্নিধ্যই তেওঁৰ অন্তৰ ৰোমাণ্টিক প্ৰেমৰ বন্যাৰে বিটোত কৰে আৰু তেতিযাই তেওঁ ৰোমাণ্টিক মৌলিক চেতনাৰে লিখিবলৈ

আৰম্ভ কৰে গল্প, উপন্যাসৰ দৰে সৃষ্টিশীল সাহিত্য সম্ভাৰ। ১৯১৩ চনত গৰ্ভীৰ আত্ম বিশ্বাসেৰে তেওঁৰ প্ৰথম সাহিত্য সংকলন 'মেডিটেচন' গ্ৰন্থ আঁকাৰে পাঠক সমাজৰ সম্মুখত উন্মোচিত হয়। প্ৰেয়সী ফেলিচৰ প্ৰেমেৰে সুৰভিত হোৱা অন্তৰৰ গভীৰ অনুভূতিৰে তেওঁ ৰচনা কৰিলে তেওঁৰ সৃজনীশীল প্ৰতিভাৰ স্বাক্ষৰ 'ডি জাজমেণ্ট' নামৰ নতুন চিন্তাধাৰৰ গল্পটো। এই গল্পটোত কোনো আদালতৰ বিচাৰকৰ ৰায নাই, অগতানুগতিক ৰচনাশৈলীৰে তেওঁ দাঙি ধৰিছে 'জৰ্জ বেণ্ডেমেন আৰু ফ্ৰাওলিন ফ্ৰিজেদাৰ' প্ৰেমমন্থিত অন্তৰ্দ্বন্দ্বৰ বিচাৰ য'ত নাই পেন্ পেনীয়া প্ৰেমৰ বৰ্ণনা।

১৯১৪ চনটো তেওঁৰ জীৱনত সাহিত্য সৃষ্টিৰ সোণালী বছৰ। সেই বছৰতে তেওঁৰ বিখ্যাত উপন্যাস 'আমেৰিকা' লিখিবলৈ আৰম্ভ কৰে আৰু সেই উপন্যাসৰ প্ৰথম অধ্যায 'ডি ষ্টোকাৰ' নামেৰে অৰ্কেডিযা নামৰ সাহিত্য আলোচনীত প্ৰকাশিত হয়। সেই একে বছৰতে তেওঁ লিখি উলিয়ায কুৰি শতিকাৰ বিতৰ্কিত উপন্যাসোপম দীঘল গল্প 'ডি মেটাম'ৰ ফচিচ' অৰ্থাৎ 'ৰূপান্তৰ'। তাৰ পিচত তেওঁ লিখে 'ইন ডি পেনেল কলোনী' 'ডি জাযেণ্ট মোল' আদি দীঘলীয়া গল্প।

পৃথিৱীৰ বিশ্ববিখ্যাত সাহিত্যিক সকলৰ জীৱন দৰ্শন অধ্যয়ন কৰিলে দেখা যায় যে একোগৰাকী নাৰীৰ প্ৰেমে বিশ্ববন্দিত সাহিত্য সৃষ্টিত চালিকা শক্তিৰূপে কাম কৰি আহিছে। ফ্ৰানজ কাফ্কাৰ জীৱনতো সেই একে প্ৰতিচ্ছবি দেখা যায়। ফেলিচৰ প্ৰেমে কাফ্কাৰ সৃষ্টিশীল প্ৰতিভা পাঠক সমাজৰ আগত বিকশিত কৰি তুলিলে। কিন্তু মাক বাপেকৰ ৰক্ষণশীল স্বভাৱৰ বিৰুদ্ধে সাহসেৰে প্ৰতিবাদ কৰিব নোৱাৰা বাবে ফেলিচ আৰু তেওঁৰ গভীৰ সম্পৰ্ক বিচ্ছেদৰ কলীয়া ডাৱৰে আবৰি ধৰিলে। বিচ্ছেদৰ মাজত তেওঁৰ মনৰ সেই বিষন্ন হতাশগ্ৰস্ততাৰ চিত্ৰ প্ৰস্ফুটিত হৈ উঠিল তুমুল বিতৰ্কমূলক গল্প 'ডি মেটাম'ৰ ফচিচ'ত যাক আজিকালিৰ ভাষাত উপন্যাসিকা বুলিও অভিহিত কৰিব পাৰি। এই গল্পটো প্ৰকাশ হোৱাৰ সময়ত জাৰ্মান সাহিত্যত তুমুল আলোড়নৰ সৃষ্টি হৈছিল তেওঁৰ দুঃসাহসিক সৃষ্টিৰ বাবে। সেই সময়ত তেওঁ 'ডি ট্ৰায়েল' নামৰ উপন্যাসখনো সম্পূৰ্ণ কৰে। 'আমেৰিকা' উপন্যাসৰ প্ৰথম পৰিচ্ছেদ 'ডি ষ্টোকাৰ' ৰ বাবে তেওঁ জাৰ্মানীৰ 'ফন্তেন পুৰস্কাৰ' লাভ কৰে।

সাহিত্য সৃষ্টিৰ বাবে পুৰস্কাৰ লাভ কৰিলেও তেওঁৰ অতৃপ্ত চেতনাই বিদ্ৰোহ কৰি উঠে আৰু মাক দেউতাকৰ ৰক্ষণশীলতাৰ ব্যূহ ভাঙি তেওঁ সৰু ভাৰাঘৰ এটা লৈ নতুন প্ৰতীতিৰে আৰম্ভ কৰে নিসংগ জীৱন। সেই নিঃসংগতাই তেওঁৰ কাল হ'ল

আৰু ১৯১৭ চনত তেওঁ পক্ষাঘাত ৰোগত আক্ৰান্ত হৈ বিচনাত পৰি থাকিল। ফেলিচ বোয়াৰেও তেওঁক অকলশৰীয়া কৰি থৈ আঁতৰি গ'ল আৰু লগে লগে তেওঁৰ জীৱনলৈ নামি আহিল নিঃসংগতাৰ বিষাদ আৰু সৰ্ব্বস্ব হেৰুওৱাৰ বেদনা। এই সকলো হেৰুওৱাৰ পিচতো সাহিত্য সৃষ্টিৰ বাসনাই তেওঁক লগ এৰা নাছিল। দুৰন্ত দুঃসাহসিক অনুভূতিৰে ৰোগশয্যাত পৰি পৰি থৰক বৰক হাতেৰেই ১৯১৮ চনত তেওঁ লিখিলে আন এটা বিশ্ব বিখ্যাত গল্প "ডি গ্ৰেট ওৱাল অফ্ ছাইনা'— চীনৰ মহাপ্ৰাচীৰ'।

১৯১৯ চনত প্ৰকাশিত হৈ ওলায তেওঁৰ গল্প সংকলন 'এ কাণ্ট্ৰি ডক্টৰ' আৰু ১৯২০ চনত প্ৰকাশিত হয় 'ইন ডি পেনেল কলোনী'। পক্ষাঘাত ৰোগে চেপি চেপি নিঃশেষ কৰি অনা কাফ্কাৰ হৃদয়ত জীয়াই থকাৰ দুৰ্বাৰ বাসনা জন্মিছিল যেতিয়া তেওঁ নিবিড়ভাৱে লগ পাইছিল আন এগৰাকী মায়াবী নাৰী জেচেনস্কাক সংক্ষেপতে যাক তেওঁ জে ডব্লিউ বুলি জীৱন পঞ্জীত লিপিবদ্ধ কৰি গৈছে। জে ডব্লিউৰ গভীৰ আত্মীয়তাবোধে ৰোগাক্ৰান্ত মনলৈ জীৱাই থকাৰ আশা কঢ়িয়াই আনিছিল। দেহৰ উত্তাপ কোনোমতেই নিযন্ত্ৰন কৰিব পৰা নাছিল, সঘনাই তেজ বমি কৰি কৰি শৰীৰ একেবাৰে ভাগি পৰিছিল। জেচেনস্কাৰ সান্নিধ্যই সতেজ কৰি তুলিছিল তেওঁৰ ৰুগ্ন চেহেৰা। জেচেনস্কাৰ পৰামৰ্শ মতে তেওঁ ১৯২১ চনত প্ৰাগৰ পৰা টাটৰাৰ স্বাস্থ্য নিবাসলৈ গ'ল আৰু তাতে তেওঁ ৰোগ গ্ৰস্ত দেহেৰেই লিখি শেষ কৰিলে তেওঁৰ জীৱনৰ শ্ৰেষ্ঠতম উপন্যাস 'ডি কেচেল'। সেই সময়তে তেওঁৰ এক সুন্দৰ ৰচনা 'ডি বাকেট ৰাইডাৰ' সংবাদ পত্ৰত প্ৰকাশ হৈ ওলাল। জেচেনস্কাৰ পৰিচৰ্য্যাই কাফ্কাৰ হতাশগ্ৰস্ত মন উজ্জীৱিত কৰি তুলিলে আৰু সেই সময়তে তেওঁ আন এটা চুটি গল্প 'এ হাংগাৰ আৰ্টিষ্ট' প্ৰকাশিতহ'ল। কিন্তু হঠাতে জেচেনস্কাৰ সৈতে তেওঁৰ বিচ্ছেদ ঘটিল। সেই বিচ্ছেদৰবেদনায়ো কাফ্কাৰ কলম স্তব্ধ কৰিব নোৱাৰিলে। তেওঁ তেজ বমি কৰি বিছনাত পৰি পৰি নতুন প্ৰতীতিৰে লিখিলে 'ইনভেষ্টিগেচনচ অফ্ এ ডগ' 'ডি বাৰোজ' আৰু 'যোচেফাইন ডি ছিংগাৰ' আদি গল্পসমূহ।

মৃত্যুৰ পদধ্বনি শুনাৰ পিচতো কাফকা যেন থমকি নৰ'ল। জীয়াই থকাৰ প্ৰবল স্পৃহাই তেওঁক উদ্‌বাউল কৰি তুলিলে। এফালে সমস্ত দেহত ৰোগৰ নিদাৰুণ যন্ত্ৰনা, আনফালে অন্তৰত জীয়াই থকাৰ দুৰ্বাৰ হেঁপাহ। অৱশ্যম্ভাৱী মৃত্যুৰ হাতত পৰাজয় বৰণ নকৰাৰ দুৰন্ত প্ৰয়াসেৰে সৰু ভনীয়েকক লগত লৈ স্বাস্থ্য পুনৰুদ্ধাৰৰ বাবে গ'ল বাল্টিকলৈ। তাতে জীৱনৰ অপৰাহ্ন বেলিকা লগ পালে এগৰাকী কিশোৰী ডোৰা ডায়মণ্ডক। ডোৰা আছিল ইহুদি পৰিয়ালৰ ছোৱালী। তাই তেতিয়া ষোড়শী।

কাফ্কাৰ বয়স তেতিয়া ৪০ বছৰ। বয়সৰ বিৰাট ব্যৱধান স্বত্বেও, ডোৰাৰ নিঃস্বাৰ্থ প্ৰেমে কাফ্কাৰ যন্ত্ৰনা কাতৰ জীৱনলৈ নমাই আনিছিল শান্তিৰ ফল্গু। ডোৰাৰ আদৰ যত্নত কাফ্কাৰ মাজৰ সাহিত্যিক আত্মাটোৱে তেজ ঢালি ঢালি লিখি গ'ল অবিস্মৰণীয় গল্প আৰু উপন্যাস। ১৯২৪ চনত ৰোগশয্যাত মৃত্যুৰ সৈতে যুঁজি থাকোতেই প্ৰকাশ হৈ ওলায় এক মৃত্যুপথ যাত্ৰীৰ সাহিত্য-সৃষ্টিৰ ক্ষুধাৰ উজ্জ্বল ছবি। বাল্টিকত থাকোতেই কাফ্কাৰ শৰীৰ অৱশ হৈ পৰে আৰু তেতিয়া তেওঁক লৈ যোৱা হয় ভিয়েনাৰ এক স্বাস্থ্য কেন্দ্ৰলৈ য'ত তেওঁ ১৯২৪ চনৰ ৩ জুন তাৰিখে শেষ নিশ্বাস ত্যাগ কৰে মাত্ৰ একচল্লিশ বছৰ বয়সত। ইমান কম সময় জীয়াই থাকি তাকো ৰোগশয্যাত পৰি তেজ বমি কৰি কৰি যি গৰাকী প্ৰতীতিবাদী আৰু অস্তিত্ববাদী সাহিত্যিকে বুকুৰ তেজ ঢালি সৃষ্টি কৰি থৈ গ'ল বিতৰ্কমূলক সাহিত্য সম্ভাৰ সেইগৰাকী সাহিত্যিকৰ সৃষ্টিৰ মূল্যায়ন তেওঁৰ মৃত্যুৰ পিছতহে বিশ্বৰ সমালোচকসকলে কৰা দেখা গৈছে।

মৃত্যুৰ কেইদিনমান আগতে কাফ্কাই তেওঁৰ অন্তৰংগ বন্ধু মাক্স ব্ৰডৰ হাতত তেওঁ ৰচনা কৰা গল্প উপন্যাস প্ৰবন্ধৰ পাণ্ডুলিপিবোৰ তুলি দি গভীৰ হতাশাৰে কৈছিল—'জীৱনৰ পাণ্ডুলিপি ধ্বংস হৈ যোৱাৰ পিচত এইবোৰো তুমি ধ্বংস কৰি পেলাবা।' মৃত্যুপথ যাত্ৰী বন্ধুৰ শেষ অনুৰোধ উপেক্ষা কৰি মৃত্যুৰ পিচত কাফকাৰ সমস্ত ৰচনাৱলী এটা এটাকৈ প্ৰকাশ কৰি উলিয়াইছিল। কাফ্কাৰ জীৱনৰ অৱলম্বনত তেওঁ এখন উপন্যাসো লিখিছিল যাৰ নাম 'ডি কিংডম অফ লাভ'। কাফ্কাৰ প্ৰেমৰ সাম্ৰাজ্য ধ্বংস হৈ গ'লেও তেওঁৰ সাহিত্য সৃষ্টিৰ সাম্ৰাজ্যখন সমগ্ৰ বিশ্বব্যাপি পৰিব্যাপ্ত হৈ ৰ'ল। মৃত্যুৰ পাছত তেওঁৰ মৌলিক চিন্তাৰ সংবাহক 'ট্ৰেভেল ডায়েৰিজ' ১৯২৫ চনত 'ডি ট্ৰায়েল' উপন্যাস, ১৯২৭ চনত অসম্পূৰ্ণ 'আমেৰিকা' উপন্যাস আৰু ১৯৩১ চনত, 'ডি গ্ৰেট উৱাল অফ্ চাইনা' গল্প গ্ৰন্থ প্ৰকাশ হৈ ওলায়। কাফকাৰ সমস্ত ৰচনাত জীৱন জিজ্ঞাসা, সমাজ জীৱনৰ বিভিন্ন সমস্যা, ৰাষ্ট্ৰ ব্যৱস্থাৰ ক্ৰটি-বিচ্যুতি, সমাজ পৰিৱৰ্ত্তনৰ ছবি আৰু মানৱতাবোধৰ গভীৰ আৱেদন পৰিস্ফুট হৈ উঠিছে। তেওঁৰ ৰচনাৰ বিশেষত্ব আছিল অগতানুগতিক চিন্তাবোধ, ভাৱশক্তিৰ বিকাশ আৰু এক আত্ম অৱক্ষয়ী আপোচহীন নিঃসংগ যাত্ৰাৰ নিদাৰুণ ছবি। তেওঁৰ প্ৰতিটো গল্পতে প্ৰতিসাৰিত হৈ আছে আত্মোপলব্ধিৰ চূড়ান্ত বিকাশ সি যিমানেই নিষ্ঠুৰতম কিম্বা কৰুনতম নহওঁক কিয়। উপন্যাসসমূহত প্ৰতিফলিত হৈছে সমাজ কাঠামো পৰিৱৰ্ত্তনৰ হেঁপাহ, ৰাষ্ট্ৰযন্ত্ৰৰ নিৰ্মোহ অভিব্যক্তি আৰু আমোলাতান্ত্ৰিক ব্যৱস্থাৰ প্ৰতি বিষোদগাৰ।

কাফকাৰ জীৱনটোৱে আছিল এক ট্রেজেডি উপন্যাস। প্রেমৰ সাম্রাজ্যত বাস কৰিও তেওঁ জীৱনত কোনো এগৰাকীকে জীৱন সংগিনী হিচাপে আদৰি লচব নোৱাৰিলে একমাত্র মাক-দেউতাকৰ ৰক্ষনশীল মনোভাৱৰ বাবে। তথাপি তেওঁ কিন্তু অকপটে স্বীকাৰ কৰি গৈছে এই অসাৰ পৃথিৱীত মানুহৰ আটাইতকৈ ডাঙৰ কীৰ্ত্তি চিহ্ন হ'ল বিবাহ। বিবাহৰ যোগেদি মানুহে সংসাৰ গঢ়ি তোলে। মায়া মমতাৰে জন্ম দিযে সতি-সন্ততি, লালন-পালন কৰি সন্তানক মানুহ কৰি তোলাতেই মানুহৰ কৃতিত্ব। কাফ্‌কাৰ এই অনুসিদ্ধান্তৰ সুৰ ঝংকাৰিত হৈছে তেওঁৰ 'ডি জাজমেণ্ট' গল্পটোত।

কাফ্‌কা আছিল সাহিত্যৰ একনিষ্ঠ পূজাৰী। সাহিত্যক বাদ দি তেওঁ একোকে চিন্তা কৰিব পৰা নাছিল। প্রেয়সীৰ প্রেমো সাহিত্য সৃষ্টিৰ আনন্দতকৈ গৌন হৈ উঠিছিল তেওঁৰ বাবে। সাহিত্য সৃষ্টিৰ বিৰোধিতা কৰা মানুহৰ পৰা তেওঁ আঁতৰি ফুৰিছিল। মাক-দেউতাকৰ লগত সেই লৈযে আৰম্ভ হৈছিল অন্তৰ্বিৰোধ। সাহিত্যৰ মোল নুবুজা মাক দেউতাকৰ পৰাও আতৰি আহি নিঃসংগভাৱে জীৱন-যাপন কৰিছিল। তেওঁ কৈছিল— সাহিত্যই মোৰ প্রাণ, মোৰ বিচৰনভূমি আৰু লেখাই মোৰ একমাত্র আনন্দ। সাহিত্য সৃষ্টিৰ তাডনাত তেওঁ পিতৃ-মাতৃ, বন্ধু-বান্ধৱ সকলোকে ত্যাগ কৰিছিল আৰু নিঃসংগ জীৱন পৰিক্রমাৰে তেওঁ লিখি গৈছিল বহু বিতৰ্কিত গল্প-উপন্যাস। তেওঁৰ গল্প উপন্যাসৰ নায়কবিলাক আছিল নিঃসংগ, নিঃসংগ জীৱনৰ উপলব্ধিৰে সংসাৰত আত্ম প্রতিষ্ঠা কৰিবলৈ বিচাৰিছিল প্রতি গৰাকী নায়কে। কিন্তু সংসাৰৰ চাকনৈয়াত অপ্রত্যাশিত পৰিস্থিতিত পৰি প্রতি গৰাকী নায়কে পৰাজিত হৈছিল। পৰাজযৰ গ্লানিৰ মাজতে ফুটাই তুলিছিল ৰূপান্তৰৰ ছবি। তেনে ৰূপান্তৰৰ ছবি সাংকেতিকভাবে জিলিকি উঠিছে তেওঁৰ উপন্যাস 'ডি ট্রায়েল' 'ডি ক্যাচেল' আৰু 'ডি মেটাম'ৰ ফচিচ' নামৰ গল্পটোত।

প্রেম ভালপোৱা, শ্রদ্ধা আৰু সততাৰে মানুহে পৃথিৱীত সৎভাৱে জীৱন যাপন কৰিব পাৰে। কিন্তু পৰিবৰ্ত্তিত পৃথিৱীত বাস্তৱ অৰ্থত এই ধ্যান-ধাৰণা ভুল বুলি প্রমানিত হৈছে। সেই একেই বিশ্বাস আৰু উপলব্ধিৰ ভিত্তিত কাফকাই উদ্ভট চিন্তাশক্তিৰে এক কল্প লোকৰ সৃষ্টি কৰি গল্প-উপন্যাসৰ চৰিত্র সমূহৰ দ্বাৰাই বাস্তৱ উপলব্ধিৰ চিত্র উন্মোচন কৰিছে। 'ডি মেটামো'ৰ ফচিচ' গল্প তেওঁৰ নিজৰ জীৱনবোধৰ প্রতীকাত্মক ৰূপ বুলিও ক'ব পাৰি। নায়ক গ্রিগৰ সামস্যাই মাক দেউতাক আৰু ভনীয়েকক পোহপাল দিয়াৰ বাবে এটা ব্যক্তিগত প্রতিষ্ঠানত চাকৰি কৰিছিল। ব্যক্তিগত প্রতিষ্ঠানত হাড়ভঙা পৰিশ্রম কৰিনিজৰ জীৱিকা উলিয়াইছিল। সেই

পৰিশ্ৰমৰ বিনিময়ত তেওঁ পাইছিল মাহটো চলাৰ জোখাৰে কিছু পৰিশ্ৰমিক। কিন্তু তাৰ বিনিময়ত তেওঁ নিজৰ ব্যক্তি স্বাধীনতাও বিসৰ্জন দিবলগীয়া হৈছিল। অত্যধিক শাৰীৰিক পৰিশ্ৰম, আৰু খোৱা-বোৱাৰ ঠিক নোহোৱাৰ ফলত তেওঁ ৰোগাক্ৰান্ত হ'ল, পতংগৰ দৰে তেওঁৰ দেহৰ নিম্নাংশত ক্ষুদ্ৰ ক্ষুদ্ৰ ঠেং গজিল অৰ্থাৎ তেওঁৰ দেহৰ ৰূপান্তৰ ঘটিল। দেহৰ ৰূপান্তৰ ঘটাৰ লগে লগে তেওঁৰ মনৰ অনুভূতিৰো ৰূপান্তৰ ঘটিল। এক অদ্ভুত চিন্তা শক্তিৰে ৰূপান্তৰৰ চিত্ৰ অঁকা কাফ্‌কাই গ্ৰিগৰৰ শাৰীৰিক ৰোগগ্ৰস্ততাৰ লগে লগে, মানসিক অন্তৰ্দশাৰ, জীৱন্ত বৰ্ণনাৰে গল্পটোৰ বিষয়বস্তু বাকচাতুৰ্যৰে আগবঢ়াই গ'ল। স্বকীয় কল্পনা শক্তিৰে এজন ৰুগ্ন মানুহৰ মানসিক অন্তৰ্দ্বন্দ্ব আৰু তেওঁৰ অন্তৰত জাগি উঠা অন্তৰ্দাহৰ বিশ্লেষণ ইমান মৰ্মস্পৰ্শীভাৱে দাঙি ধৰিলে যে গল্পটো পঢ়ি থকা সময়ত কোনো এক নিঃসংগ কল্পনা ৰাজ্যতহে বিচৰণ কৰি থকা যেন অনুভৱ হয়। অথচ গল্পটোৰ বিষয়বস্তু অতি সূক্ষ্ম কিন্তু সূক্ষ্মতাৰ মাজত লিখকৰ যি জটিল বিশ্লেষণাত্মক প্ৰকাশভংগী সি সচাঁকৈয়ে চমকপ্ৰদ। গল্পটোৱে তুমুল বিতৰ্কৰ সৃষ্টি এইকাৰণেই কৰিছে যে ৰোগাক্ৰান্ত মানুহ এজনৰ যি ৰোগৰ লক্ষণ দাঙি ধৰা হৈছে সি একেবাৰে অস্বাভাৱিক অথচ গল্পকাৰৰ দুঃসাহসিক প্ৰচেষ্টা গল্পৰ কাহিনী ৰূপায়নত অবাস্তৱবাদক গুৰুত্ব দিয়া হৈছে যদিও গল্পটোৰমূল ভাবাৰ্থ কিন্তু অতীৱ বাস্তৱ কৰুণতম আৰু ব্যতিক্ৰমধৰ্মী। স্বাভাৱিকতাৰ বিপৰীতে অস্বাভাৱিকতা, ক্ৰমৰ বিপৰীতে ব্যতিক্ৰম, অবাস্তৱৰ বিপৰীতে বাস্তৱিক চিন্তাশক্তিৰ সমাবেশত অতি নিৰ্মম হ'লেও হৃদয় তন্ত্ৰী জোকাৰি যোৱাৰ দৰে গল্পৰ পৰিসমাপ্তি ঘটোৱাৰ কৌশলৰ বাবেই কাফ্‌কাৰ গল্পই হওঁক কিম্বা উপন্যাসেই হওঁক বিশ্ব সাহিত্যত বস্তুনিষ্ঠ বিতৰ্কৰ ধুমুহাৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। 'মেটাম'ৰ ফচিচ' গল্পটোৰ শেষত নায়কৰ মৃত্যুৰে বিয়োগান্ত পৰিনতিৰ সৃষ্টি কৰিছে। পুত্ৰৰ অকাল অস্বাভাৱিক বিয়োগৰ পিচতো মাক-দেউতাকে নতুন প্ৰত্যয়েৰে জীয়াই থকাৰ যুক্তি বিচাৰি লৈছে। মাক-দেউতাকৰ জীয়াই থকাৰ মোহ মানুহৰ চিৰন্তন মোহ। মৃত্যু যিমানেই নিষ্ঠুৰ নহওঁক কিয় জীৱনত জীয়াই থকাৰ মোহ কিন্তু অদমনীয়। জীয়েক গাভৰু হৈছে। বন ফৰিঙৰ দৰে চঞ্চলা হৈ জপিয়াই ফুৰিছে। মাক দেউতাকৰ মনলৈ আহিছে দায়িত্ববোধ। মোহান্ধ মাক দেউতাকে গাভৰু জীয়েকক সুপাত্ৰত গতাই দিয়াৰ বাবেই জীয়াই থাকিবলৈ বিচাৰে। মানুহৰ চিৰন্তন মোহ আৰু আকৰ্ষণৰ সজীৱ চিত্ৰ দাঙি ধৰি এটি কৰুণ গল্পৰ যৱনিকা পেলোৱা হৈছে। গল্পটো পঢ়ি শেষ কৰাৰ পাচতো চিন্তাৰ গভীৰতাই

মন কৰি তোলে ভাৰাক্ৰান্ত।

কাফ্‌কাৰ গল্প উপন্যাসত পাৰিবাৰিক জটিল সমস্যাৰ লগতে সমাজ ব্যৱস্থাৰ ভেটি পৰিৱৰ্ত্তনৰ ইংগিত স্পষ্টভাৱে পৰিলক্ষিত হৈছে। ধনতান্ত্ৰিক সমাজ ব্যৱস্থাৰ বিৰুদ্ধে প্ৰচণ্ড ক্ষোভ প্ৰকাশ কৰি নিপীড়িত, নিষ্পেষিত মানুহৰ জীৱন সংগ্ৰামৰ ছবি উন্মোচন কৰি আমোলাতন্ত্ৰৰ স্বৰূপ উদঙাই দিছে নিৰ্মোহ ভাৱে। মানবীয় প্ৰমূল্যক অধিক গুৰুত্ব দি দ্বিধাহীন ভাৱে ধনতন্ত্ৰৰ অৱক্ষয় আৰু পতনৰ চিত্ৰ আঁকি প্ৰতিটো গল্পতে প্ৰতীতিবাদ আৰু অস্তিত্ববাদৰ সপক্ষে বস্তুনিষ্ঠ যুক্তি দাঙি ধৰিছে। তেওঁৰ গল্পৰ আন এটি আটাইতকৈ উল্লেখযোগ্য কীৰ্ত্তি হ'ল ফেচিষ্ট হিটলাৰৰ সম্ভাব্য অভ্যুদয়ৰ আভাস বিকশিত হৈছে তেওঁৰ এক বিখ্যাত গল্প 'ইন ডি পেনেল কলোনী'ত কাফকাৰ ৰচনা যিমানেই বিতৰ্কিত নহঁওক কিয় বিশ্ব সাহিত্যৰ বুৰঞ্জীত তেওঁ প্ৰতীতিবাদ আৰু অস্তিত্ববাদৰ প্ৰবক্তা হিচাপে চিৰ স্মৰণীয় হৈ আছে।



# কথা সাহিত্যিক
# জেমচ্ জয়েচ আৰু তেওঁৰ উপন্যাস ইউলিচিচ

ইংলেণ্ডৰ কথা সাহিত্যত জেমচ্ জয়েচ এগৰাকী প্ৰতিভাশালী বিতৰ্কিত ঔপন্যাসিক যাৰ যুগান্তকাৰী উপন্যাস ইউলিচিচে ইংৰাজী সাহিত্যত তুমুল বিতৰ্কৰ সৃষ্টি কৰিছিল। ভিক্তোৰিয়ান যুগৰ ৰোমাণ্টধৰ্মী কাহিনী সম্বলিত উপন্যাসৰ পৰিবৰ্তে বাস্তৱবাদী চিন্তাৰে মানুহৰ জীৱন্ত কাহিনীক উপজীব্য হিচাপে লৈ উপন্যাসৰ সৃষ্টি কৰা ঔপন্যাসিক সকলৰ ভিতৰত জয়েচৰ নাম ইংৰাজী গদ্য সাহিত্যত সোণালী আখৰেৰে লিখা আছে। আয়াৰলেণ্ডৰ মাটিত জন্ম গ্ৰহণ কৰি যি কেইগৰাকী লিখকে ইউৰোপৰ সাহিত্য জগতত স্বকীয় প্ৰতিভাৰ বলিষ্ঠ স্বাক্ষৰ ৰাখি থৈ গৈছে সেই কেইগৰাকীৰ ভিতৰত জৰ্জ বাৰ্ণাৰ্ড শ্ব' জৰ্জৰাচেল, ইউলিয়াম বাট্লাবয়েটচ্ আৰু জেমচ্ জয়েচ্ উল্লেখযোগ্য। এওঁলোকৰ ভিতৰত জৰ্জ বাৰ্ণৰ্ড শ্ব' নোবেল বঁটা বিজয়ী নাট্যকাৰ, ৰাচেল, আৰু য়েটচ্ দুগৰাকী বিখ্যাত কবি আৰু জেমচ জয়েচ আছিল ঔপন্যাসিক। কবিতাৰ ছন্দেৰে সাহিত্যৰ নান্দনিক ক্ষেত্ৰত বিচৰণ কৰা জয়েচৰ কাব্যিক জীৱন আৰম্ভ হয় মাত্ৰ নবছৰ বয়সৰ পৰা। ডাবলিন চহৰৰ এটি সংস্কৃতিবান পৰিয়ালত ১৮৮২ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে জন্মগ্ৰহণ কৰা জয়েচৰ অন্তৰত কাব্যিক চেতনা জগাই তুলিছিল তেওঁৰ মাক দেউতাকে। মাক আছিল সংগীতানুৰাগী। দেউতাকে সৰুৰে পৰা জয়েচক আয়াৰলেণ্ডৰ দেশপ্ৰেমিক পাৰ্নেলৰ দেশপ্ৰেমৰ কাহিনী শুনাইছিল। ছবছৰ বয়সত তেওঁক ডাবলিনৰ জেচুইট স্কুলত নাম ভৰ্ত্তি কৰি দিয়ে। স্কুলত পঢ়ি থাকোতেই নবছৰ বয়সত দেউতাকৰ মুখত শুনা পাৰ্নেলৰ স্বদেশ প্ৰেমৰ ওপৰত এটি কবিতা লিখে আৰু সেই কবিতাটো ছপা কৰি দেউতাকে ডাবলিনৰ সাহিত্য প্ৰেমী সকলৰ মাজত বিতৰণ কৰে। কবিতাৰে সহিত্যিক জীৱন আৰম্ভ কৰা

জয়েচে স্কুলীয়া জীৱনতে গদ্য ৰচনাৰ প্ৰতি অধিক আকৃষ্ট হয় আৰু পিচত বিভিন্ন বিষয়ৰ ওপৰত প্ৰবন্ধ লিখিবলৈ ধৰে। ছাত্ৰ জীৱনত লিখা তেওঁৰ এটি প্ৰবন্ধৰ নাম আছিল *'My favourite Hero'* য'ত আছিল এগৰাকী প্ৰধান শিক্ষকৰ গুনানুকীৰ্ত্তন। সেই প্ৰধান শিক্ষক গৰাকীয়েই আছিল তেওঁৰ ইউলিচিচ উপন্যাসৰ বিতৰ্কিত নায়ক। ছাত্ৰ জীৱনত বিভিন্ন সাহিত্য আলোচনীত প্ৰবন্ধ লিখি তেওঁ পাৰিতোষিক লাভ কৰিছিল আৰু সেই পাৰিতোষিকৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ কলেজ আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা গ্ৰহণ কৰিছিল। ছাত্ৰ জীৱনৰেপৰা তেওঁ আছিলঅধ্যয়নশীল আৰু জ্ঞানপিপাসু। দেশ-বিদেশৰবাছকবনীযা সাহিত্য অধ্যয়ন কৰাৰ বাবে তেওঁ ইংৰাজীত বাহিৰেও লেটিন, ফৰাচী, আৰু ইটালী ভাষা শিকিছিল আৰু ফৰাচী আৰু ইটালী সাহিত্য অধ্যয়ন কৰি বহুতো প্ৰবন্ধ লিখিছিল। ইচবেনৰ নাটক অধ্যয়ন কৰি তেওঁ 'ইচবেনৰ নতুন নাটক' শীৰ্ষক এটা প্ৰবন্ধ লিখে। এই প্ৰবন্ধটো *'Fortnightly Review'* নামৰ আলোচনীত প্ৰকাশিত হয়। এই প্ৰবন্ধটোৱে ইচবেনৰ নাটকৰ সঠিক মূল্যায়ন কৰিবলৈ সক্ষম হোৱা বাবে সাহিত্য সমালোচকৰ পৰা উচ্চ প্ৰশংসিত হয়। নাটকত নাট্যকাৰৰ সত্যনিষ্ঠ প্ৰকাশভঙ্গী আৰু অভিনৱ আংগিকৰ বাবে জয়েচে ইচবেনৰ সৃষ্টিৰ প্ৰশংসা কৰি ব্যক্তিগতভাৱে ইচবেনলৈ চিঠিও দিয়ে।

বিশ বছৰ বয়সত সাহিত্যৰ স্নাতক হৈ তেওঁ ডাবলিন এৰি পেৰিচলৈ গুচি আহে। সেই সময়ত তেওঁৰ একমাত্ৰ সম্বল আছিল এখন পৰিচয় পত্ৰ, কেইটামান কবিতা আৰু মাত্ৰ দুই পাউণ্ড। পেৰিচলৈ আহি তেওঁ ডাক্তৰী পঢ়াৰ বাবে চেষ্টা কৰিলে। কিন্তু ডাক্তৰী পঢ়াৰ বাবে একেলগে এবছৰ ফিজ আদায় দিব লগীয়া হোৱা বাবে সেই আশা পৰিত্যাগ কৰি পেছাদাৰী গায়ক হোৱাৰ সপোন দেখিলে। কিন্তু অৰ্থৰ অভাৱত গানৰ স্কুলত নাম লিখিব নোৱাৰি তেওঁ সেই ইচ্ছাও মনৰ মাজতে মাৰ নিয়াব লগীয়া হয়। এনেদৰে ছমাহ পেৰিচত যাযাবৰী জীৱন-যাপন কৰি থাকোতে তেওঁ লিখা-পঢ়াৰ প্ৰতিও মনোযোগ দিব নোৱাৰিলে। সেই সময়তে তেওঁৰ মাক ৰোগাক্ৰান্ত হৈ মৃত্যুশয্যাত পৰি পুত্ৰৰ মুখ চোৱাৰ বাবে আকুল আগ্ৰহেৰে বাট চাই থকা বুলি তেওঁক খবৰ দিলে। মৃত্যুৰ ক্ষণ গনি পুতেকলৈ অপেক্ষা কৰি থকা মাকৰ যন্ত্ৰণাকাতৰ মুখখনে তেওঁক আকৌ ডাবলিনলৈ ঘুৰাই আনিলে। ১৯০৩ চনত তেওঁ ক্লিফটন স্কুলত শিক্ষকৰ চাকৰিত সোমায় আৰু শিক্ষকতা কৰি থাকোতেই নোৰা বাৰ্ণা কেলেৰ নামৰ এগৰাকী গাভৰুৰ সৈতে পৰিচয় হয়। সেই পৰিচয় সূত্ৰেই নোৰাৰ

লগত তেওঁ বিবাহ বন্ধনত আবদ্ধ হয় ১৯০৪ চনৰ অক্টোবৰ মাহত। বিয়াৰ পাছত তেওঁলোক চুইজাৰল্যাণ্ডলৈ গুচি যায় আৰু তাতে ত্ৰার্লিজ স্কুলত ভাষা শিক্ষকৰ চাকৰিত যোগদান কৰে।

জেমচ্ জয়চৰ জীৱন আছিল সংঘাতপূর্ণ আৰু সংগ্রামী। নিজৰ অস্তিত্ব প্রতিপন্ন কৰাৰ বাবে তেওঁ জীৱনত সংগ্রাম কৰিছিল অবিৰতভাৱে। ভাষা শিক্ষকৰ চাকৰি কৰি থাকোতেই তেওঁ নতুন উদ্যমেৰে গল্প লিখিবলৈ আৰম্ভ কৰে। গল্পৰ কিতাপ ছপা কৰাৰ বাবে তেওঁ প্রকাশকৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰিবলগীয়া হয় আৰু অৱশেষত গল্প সমূহ ছপা কৰি উলিওৱাৰ পিচতো প্ৰকাশকে অশ্লীলধৰ্মী বুলি বজাৰত উলিয়াই নিদিলে। সমাজৰ কদৰ্য ৰূপ উন্মুক্ত কৰি দিয়াৰ বাবেই তেওঁৰ গল্পত অশ্লীলতাৰ গোন্ধ বিয়পি পৰিছিল। সমাজ জীৱনত যেতিয়া শ্লীলতাৰ অভাৱ হয়, দৈহিক ব্যভিচাৰে যেতিয়া সমাজ ব্যৱস্থাটোক ৰুগ্ন কৰি তোলে তেতিয়া বাস্তৱবাদী গল্পকাৰৰ গল্পত সমাজৰ নগ্ন ছবি অংকিত হোৱাটো স্বাভাৱিক। বাস্তৱবাদৰ কঠিন আচোঁৰেৰে থকা সৰকা কৰি লিখা বাবেই জয়েচৰ গল্পক অশ্লীল বুলি গন্য কৰা হৈছে। ১৯১৪ চনত তেওঁৰ গল্প সংকলন 'ডাবলিনার্চ' প্ৰকাশ কৰে লণ্ডনৰ এটি প্ৰকাশন গোষ্ঠীয়ে। ডাবলিনাৰ্চৰ গল্পসমূহত যুগ সন্ধিক্ষনৰ নিৰ্মম অভিব্যক্তি সন্নিবিষ্ট হৈ থকা বাবে অশ্লীল বুলি চিহ্নিত গল্পসমূহে লণ্ডনৰ সাহিত্য প্ৰেমী সকলৰ মাজত আলোড়নৰ সৃষ্টি কৰিছিল। এই সংকলনৰ অন্তৰ্গত '*The dead*' গল্পটোৰ কাহিনী যিমান হৃদয়স্পৰ্শী সিমানেই উত্তেজনাপূৰ্ণ। এই গল্পটোত জয়েচে প্ৰতীক ব্যৱহাৰ কৰি বাস্তৱ কাহিনী এটাক প্ৰতীকাত্মক ভাৱে ফুটাই তুলিছে। স্কুলত শিক্ষকতা কৰি পোৱা আশী পাউণ্ড দৰমহাৰে পুত্ৰ পৰিবাৰ সমন্বিতে পৰিয়ালটোক ভৰণ পোষণ দিব লাগে। আৰ্থিক অনাটনৰ মাজতেই সংসাৰ চলাবলগীয়া হোৱা বাবে তেওঁ বহুত অসুবিধাৰ সন্মুখীন হয়। সাংসাৰিক জীৱনৰ সেই অভাৱ গ্ৰস্ততাৰ ছবি তেওঁ পৰিস্ফুট কৰি তুলিছে তেওঁৰ উপন্যাস '*A portrait of the Artist as young Man*' ত। এই উপন্যাস প্ৰকৃতপক্ষে জয়েচৰ জীৱনৰ প্ৰথম কুৰি বছৰৰ আত্মচৰিত। এই উপন্যাসৰ নায়ক চৰিত্ৰৰ মাজত লিখকৰ সাদৃশ্য পৰিলক্ষিত হয়। উপন্যাসৰ কাহিনীৰ মাজত জয়েচৰ জীৱনৰ ঘাত-প্ৰতিঘাতৰ কাহিনী বাংময় হৈ উঠিছে। আত্মজীৱন চৰিতৰ দৰে হ'লেও উপন্যাসৰ কাহিনীৰ যি সাৱলীল যোগসূত্ৰ তাক লিখকৰ নিপুন প্ৰকাশভংগীয়ে প্ৰোজ্জ্বল কৰি তুলিছে।

জেমচ জয়চৰ যুগান্তকাৰী উপন্যাস 'ইউলিচিচ' মহত্তম সাহিত্য কীৰ্ত্তি হিচাপে পৰিগণিত হৈছে। ইউলিচিচ্ জয়েচৰ জীৱন জোৰা সাধনাৰ ফল। জীৱনৰ পথত

লগ পোৱা বিভিন্ন চৰিত্ৰৰ অন্তৰ্লীন বেদনা আৰু ভংগুৰ জীৱনৰ ভোগবাদী বাসনাক উপন্যাসৰ কাহিনীৰ মাজলৈ আনি সণ্চালনি কৰিছে। ইউলিচিচ এখন বৃহৎ উপন্যাস হ'লেও ইযাত সন্নিবিষ্ট হোৱা ঘটনা প্ৰবাহ মাত্ৰ চৌবিশ ঘণ্টাৰ ভিতৰত সীমাবদ্ধ। মাত্ৰ চৌবিশ ঘণ্টাৰ ভিতৰত ঘটা ঘটনাসমূহক ইমান বিপুলভাৱে উপন্যাসত লিপিবদ্ধ কৰিব পৰাতেই ঔপন্যাসিক জয়েচৰ কৃতিত্ব। উপন্যাসৰ কাহিনীৰ স্থাপত্য আৰু ইয়াৰ মৌলিক শিল্প কৰ্ম অভূতপূৰ্ব। উপন্যাসৰ চৰিত্ৰ চিত্ৰন ইমানেই দুৰ্বোধ্য যে মাত্ৰ চৌবিশ ঘণ্টাৰ ঘটনা সম্বলিত উপন্যাসখনক কেন্দ্ৰ কৰি পৰৱৰ্তী কালছোৱাত পাঁচখন সমালোচনা গ্ৰন্থ ৰচিত হৈছে। ইউৰোপৰ কথা সাহিত্যত এখন উপন্যাসৰ বিষয়বস্তুৰ ওপৰত পাঁচখনকৈ গ্ৰন্থ ৰচিত হোৱাটো এক অভূত পূৰ্ব ঘটনা হিচাপে বিবেচিত হৈছে। উপন্যাসখন লিখি শেষ কৰাৰ পিছত জযেচে প্ৰকাশক বিচাৰি হাযৰাণ হৈছিল। প্ৰথম অৱস্থাত উপন্যাস খন পঢ়ি প্ৰকাশকে সেইখন এখন জটিল আৰু অশ্লীল উপন্যাস বুলি প্ৰকাশ কৰিবলৈ অমান্তি হৈছিল। ইউৰোপৰ বিভিন্ন প্ৰকাশন প্ৰতিষ্ঠানৰ লগত যোগাযোগ কৰাৰ পিচতো কোনো এখন প্ৰকাশন প্ৰতিষ্ঠানে ইউলিচিচ প্ৰকাশ কৰিবলৈ সন্মত নহ'ল। অৱশেষত আমেৰিকাৰ এগৰাকী দুঃ সাহসী প্ৰকাশকে কিতাপখনক প্ৰকাশ কৰিবলৈ সন্মত হ'ল। উপন্যাসখন বৃহৎ আকাৰৰ হোৱা বাবে ছপা কৰোতে বিপুল পৰিমানৰ অৰ্থ ব্যয হৈছিল। উপন্যাসখন প্ৰকাশ হৈ ওলোৱাৰ পাচত আমেৰিকাৰ সাহিত্য সমাজত তীব্ৰ আলোড়নৰ সৃষ্টি হ'ল। অধিকাংশ পঢ়ুৱৈয়ে উপন্যাসখনক অশ্লীল উপন্যাসৰ শাৰীত স্থান দিলে। অশ্লীলতাৰ মাজেদি নৰ নাৰীৰ জীৱনৰ অন্তৰ্ভাগৰ যি বিষয় বস্তু দাঙি ধৰা হৈছে সি সৰ্ব সাধাৰণ পাঠকৰ বাবে বোধগম্য নোহোৱাৰ ফলত উপন্যাসখন অশ্লীলতাৰ দাযত পৰিবলৈ বাধ্য হ'ল। সমগ্ৰ আমেৰিকাত সাধাৰণ পাঠকৰ মাজত উপন্যাসখন অশ্লীল যৌনগন্ধী উপন্যাস হিচাপে চিহ্নিত হোৱাৰ পিছত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ৰক্ষণশীল চৰকাৰে উপন্যাস খনক নিষিদ্ধ ঘোষণা কৰি প্ৰচাৰ বন্ধ কৰি দিলে। কিতাপখন নিষিদ্ধকৰণ কৰাৰ দায়ত ঔপন্যাসিক জয়েচৰ ওপৰতো নিন্দা আৰু বিদ্ৰূপ সমানভাৱে বৰ্ষিত হ'ল। জয়েচে কোনো প্ৰতিবাদ নকৰাকৈ সকলো নিন্দা আৰু বিদ্ৰূপ সহ্য কৰি গ'ল। উপন্যাসৰ কহিনীৰ মাজেদি সামাজিক ভেটি পৰিৱৰ্ত্তনৰ যি ইংগিত দিবলৈ গৈছে তাক নুবুজাকৈয়ে ইউলিচিচক এখন পনʼগ্ৰাফীৰ শাৰীত স্থান দিয়া বাবে তেওঁ যন্ত্ৰনাত ছটফটাইছিল। প্ৰকাশকে উপন্যাসখন নিষিদ্ধকৰণৰ চৰকাৰী আদেশৰ বিৰুদ্ধে নিউইয়ৰ্কৰ জিলা আদালতত মোকৰ্দ্দমা তৰিলে। বহুত যুক্তি তৰ্ক শুনাৰ পিচত আদালতৰ বিচাৰ পতিয়ে ১৯৩৩

চনৰ ৬ ডিচেম্বৰত ইউলিচিচৰ ওপৰত আৰোপ কৰা নিষেধাজ্ঞা উঠাই দি ঐতিহাসিক ৰায় দিলে — *'Reading Ulysses in its entirely did not tend to excite sexual impulses or lustful thoughts The book is a sincere and serious attempt to devise a new literary method for the observation and description of mankind It is a very powerful commentary on the inner lives of men and women The charge of obscenity does not stand and ulysses may therefore, be admitted into the United states'*

এই ঐতিহাসিক ৰায়ৰ পিছত ইউলিচিচৰ জয়যাত্ৰা পূৰ্ণগতিত আৰম্ভ হ'ল। আটলাণ্টিক মহাসাগৰৰ ইপাৰ সিপাৰ জয়েচৰ জয়ধ্বনিত মুখৰ হৈ উঠিল। বিচাৰকৰ ৰায়ৰ পিচত সাহিত্যৰ পাঠকসকলে নতুন দৃষ্টিভঙ্গীৰে উপন্যাসৰ বিষয়বস্তুৰ ওপৰত আলোকপাত কৰিবলৈ ধৰিলে। অশ্লীলধৰ্মী বৰ্ণনাৰ মাজত উপন্যাসৰ কাহিনীৰ সাহচৌৰে পাঠক সমাজক নতুনকৈ চিন্তা চৰ্চাৰ বাট মোকোলাই দিলে। উপন্যাসৰ ওপৰত জাৰি কৰা নিষেধাজ্ঞা উঠাই লোৱাৰ পিচত অকল আমেৰিকা যুক্তৰাষ্ট্ৰতে উপন্যাসৰ প্ৰথম সংস্কৰণৰ পঞ্চাশ হাজাৰ কপি বিক্ৰী হৈছিল আৰু এই বিক্ৰীয়ে আমেৰিকাত অভিলেখ স্থাপন কৰিবলৈ সক্ষম হৈছিল। তাৰ পিচত ইউলিচিচৰ কেবাটাও সংস্কৰণ প্ৰকাশ হৈছিল। সাহিত্য সমালোচক সকলৰ মতে ইউলিচিচ সচাকৈয়ে এখন দুৰ্বোধ্য উপন্যাস। ওপৰে ওপৰে চালে উপন্যাসখনক অশ্লীলতাৰ শাৰীত পোলাব পাৰি যদিও কাহিনীৰ গভীৰতালৈ সোমাই গ'লে এখনি কঠিন বাস্তৱ ধৰ্মী উপন্যাস হিচাপে অভিহিত কৰিব পাৰি। উপন্যাসৰ কাহিনীৰ গভীৰতা ইয়াৰ পৰিকল্পনা ইয়াৰ প্ৰকাশ ভঙ্গী, শব্দ গাথনি, সুশৃংখল লজিক আৰু কাহিনী বিন্যাস সকলো খিনি লগ হৈ উপন্যাসখনক এখন বিস্ময়কৰ সৃষ্টি হিচাপে তুলি ধৰিছে। কবি এজাৰা পাউণ্ডৰ মতে *'Ulysses is unquestionable, the most complex, the most Confusing and the most learned novel in all literatures'* কবি গুৰু ৰবীন্দ্ৰনাথেও জয়েচৰ ইউলিচিচ পঢ়ি মুগ্ধ হৈছিল, আৰু কৈছিল— "কথা সাহিত্যত ই এক আশ্চৰ্য দুৰ্লভ সৃষ্টি।" বিশ্বৰ বিদগ্ধ সাহিত্য সমালোচকৰ মতেওঁ ইউলিচিচ এখন অবিতৰ্কিত গভীৰ জ্ঞানসমৃদ্ধ দুৰ্লভ উপন্যাস।

ইউলিচিচে প্ৰথমতে জয়েচৰ জীৱনলৈ নিন্দা বিদ্ৰূপ আনিছিল যদিও পৰৱৰ্তী কালত ইউলিচিচৰ গুন গৰিমাই তেওঁক বিশ্ববন্দিত ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠিত কৰিছিল। যি সময়ত ইউলিচিচৰ জয়যাত্ৰা পৃথিৱী ব্যাপী প্ৰসাৰিত হৈছিল সেই সময়ত জয়েচৰ বয়স হৈছিল বাৱন্ন বছৰ আৰু তেতিয়া তেওঁৰ চকুৰ দৃষ্টি হোৰোৱাৰ উপক্ৰম

হৈছিল। যাযাবৰী জীৱনৰ যন্ত্ৰনা, দৃষ্টিহীনতাৰ বেদনা আৰু সমাজৰ পৰা বিচ্ছিন্ন হোৱাৰ আকুলতাৰে তেওঁ লিখিছিল তেওঁৰ পৰৱৰ্ত্তী উপন্যাস 'ফিনিগানচ্ ৱেক' '*Finnegans wake'* জীয়াই থকাৰ তাগিদাত নিজৰ জন্মভূমিৰ পৰা নিৰ্বাসিত হৈও ইউৰোপৰ বিভিন্ন ঠাইত যাযাবৰৰ দৰে ঘূৰি ফুৰা জয়েচে জন্মভূমি আয়াৰল্যাণ্ডৰ মোহ পৰিত্যাগ কৰিব পৰা নাছিল জীৱনৰ শেষ বয়সলৈ। সেযেহে জীৱন পৰিক্ৰমাৰ বিভিন্ন ঘটনাক লৈ ৰচনা কৰা উপন্যাসৰ পটভূমি আছিল তেওঁৰ নিজৰ জন্মভূমি। পাৰিবাৰিক সমস্যাআৰু আৰ্থিক সমস্যাই তেওঁক জুৰুলা কৰিছিল। কিতাপৰ পৰা পোৱা অৰ্থ স্নায়ু ৰোগাক্ৰান্ত কন্যা লুচিয়াৰ চিকিৎসাৰ বাবে খৰচ কৰিছিল। দাৰিদ্ৰ্য শাৰিৰীক অসুস্থতা, ক্ৰমবৰ্দ্ধমান দৃষ্টিহীনতা আৰু সামাজিক বিচ্ছিন্নতাৰ মাজতো তেওঁ সাহিত্য সৃষ্টিৰ নিচা ত্যাগ কৰিব পৰা নাছিল আৰু এই দুঃসময়ৰ অনুভূতিৰে তেওঁ ৰচনা কৰিছল তেওঁৰ বিতৰ্কিত উপন্যাস 'ফিনিগানচ ৱেক'। এইখন উপন্যাসত এটা ৰাতিৰ কাহিনী বৰ্ণনা কৰা হৈছে। এটা ৰাতিৰ কাহিনী স্বপ্নলোকৰ কাহিনী অথচ তাৰ মাজত বাস্তৱৰ কাৰুণ্য আৰু নিঃস্বজনৰ একাকীত্ব গভীৰ অনুভূতিৰে জীৱন্ত কৰি তোলা হৈছে। এই উপন্যাসে জয়েচৰ ভাষাজ্ঞান কিমান ব্যাপক আৰু কিমান গভীৰ তাক প্ৰমান কৰিবলৈ সক্ষম হৈছে। এই উপন্যাসত তেওঁ বাৰটা ভাষা ব্যৱহাৰ কৰিছে আৰু তাৰ মাজত আছে এক হাজাৰ দ্ব্যৰ্থ বাক্য বা শ্লেষ *(Pun)*। এই উপন্যাসে সেক্সপীয়েৰৰ পিচত তেওঁকেই সৰ্ব্ব শ্ৰেষ্ঠ শ্লেষ লেখক *(Punster)* হিচাপে প্ৰতিষ্ঠা কৰিছে। সম্পূৰ্ণ সোতৰ বছৰ ধৰি এই উপন্যাসখন লিখিছিল আৰু জীৱনৰ দুঃসময়ৰ কৰুণ ছবি অঙ্কন কৰিছে এই উপন্যাসৰ কাহিনীত।

জয়েচৰ জীৱনৰ শেষ কালচোৱা আছিল দুখ দুৰ্দ্দশাৰে পৰিপূৰ্ণ। অনিশ্চিত ভৱিষ্যতৰ চিন্তাই তেওঁক জুৰুলা কৰিছিল। চৰম দাৰিদ্ৰ্য আৰু আৰ্থিক দৈন্যতাই তেওঁক দুচিন্তাত পেলাইছিল। মাত্ৰ উনষাঠি বছৰ বয়সতে তেওঁৰ স্বাস্থ্য ভাগি পৰিছিল আৰু ৰোগাক্ৰান্ত হৈ বিছনাত পৰিছিল। অৱশেষত ১৯৪১ চনৰ ১৩ জানুৱাৰীৰ দিনা তেওঁ চুইজাৰলেণ্ডৰ জুৰিচত শেষ নিঃশ্বাস ত্যাগ কৰে। তেওঁৰ নশ্বৰ দেহ জন্মভূমিৰ পৰা বহুদূৰত চুইজাৰলেণ্ডৰ মাটিত বিলীন হৈ গলেও তেওঁৰ অমৰ সাহিত্য সৃষ্টি বিশ্ব সাহিত্যত চিৰ স্মৰণীয় হৈ আছে। এটা দিনৰ কাহিনীৰে ৰচনা কৰা উপন্যাস ইউলিচিচ আৰু এটা ৰাতিৰ কাহিনীৰে ৰচনা কৰা উপন্যাস 'ফিনিগানচ ৱেক' এই দুই অনুপম সৃষ্টিয়ে ইংৰাজী কথা সাহিত্যত জয়েচক অবিসম্বাদী ঔপন্যাসিক হিচাপে অমৰত্ব দান কৰিছে।

●●●

# সাংবাদিকতাৰ পৰা কবিতাৰ নন্দন বনলৈ
# ওৱাল্ট হুইটমেন

ইউৰোপৰ নৱজাগৰণৰ ফলত যি এক বিচিত্ৰ জীৱনবোধৰ সৃষ্টি হৈছিল সি কেৱল ইউৰোপতে সীমাবদ্ধ হৈ থকা নাছিল, কালক্ৰমত সেই বিচিত্ৰ জীৱন বোধৰ নৱ আলোড়ন বিশ্বৰ অন্যান্য দেশ সমূহলৈ সম্প্ৰসাৰিত হৈছিল। সেই নৱ জাগৰণৰ ফলত ইউৰোপৰ সাহিত্য, বিজ্ঞান, দৰ্শন আৰু কাব্যত নতুন নতুন চিন্তাধাৰাৰ সৃষ্টি হৈছিল। আৰু সেই চিন্তাধাৰৰ আলোক বিশ্বৰ অনান্য দেশলৈকো বিচ্ছুৰিত হৈছিল। আমেৰিকাৰ বৌদ্ধিক জগততো ইউৰোপৰ নৱজাগৰণৰ দ্যুতি বিচ্ছুৰিত হৈছিল। ঊনৈশ শতিকাৰ আমেৰিকাত নতুন চিন্তাধাৰাৰ জনক হিচাপে তিনি গৰাকী বিশিষ্ট ব্যক্তিক চিহ্নিত কৰা হৈছে। তেওঁলোক হ'ল এমাৰ্চন, থোৰো আৰু হুইটমেন। এই তিনি গৰাকী ব্যক্তি আছিল আমেৰিকাৰ নৱ যুগৰ নতুন চিন্তাৰ মূৰ্তিমান প্ৰতীক। এই চিন্তা নাযক তিনি গৰাকীৰ ভিতৰত ওৱাল্ট হুইটমেন হ'ল আমেৰিকাৰ কাব্য সাহিত্যত নতুন আঙ্গিকেৰে নতুন কবিতা লিখা কবি 'ক্ৰচিং ব্ৰকলিন ফেৰী' শীৰ্ষক কবিতাৰ স্ৰষ্টা। বিশ্বৰ সাহিত্যৰ শ্ৰেষ্ঠ কবিতাসমূহৰ ভিতৰত হুইটমেনৰ এই কবিতাটো এক অমৰ সৃষ্টি হিচাপে পৰিগনিত হৈছে। নতুন মুক্ত নমনীয় ছন্দেৰে নতুন আঙ্গিকৰ কবিতা লিখা কবি হুইটমেন আছিল এজন সাংবাদিক। নিজৰ যত্নত প্ৰকাশ হোৱা এখন সংবাদ পত্ৰৰ সম্পাদক হিচাপে জীৱন আৰম্ভ কৰা হুইটমেনৰ সাংবাদিক জীৱনৰ উত্থান পতনৰ কাহিনী আমেৰিকাৰ সংবাদ পত্ৰৰ ইতিহাসত জীৱন্ত হৈ আছে। এখন মাত্ৰ কাব্য গ্ৰন্থ 'লীভচ্ অব গ্ৰাচ' ৰচনা কৰি কবি হুইটমেনে আমেৰিকাত গনতান্ত্ৰিক ভাৱধাৰাৰ মহৎ আদৰ্শ ডাঙি ধৰিছিল আৰু সেইকাৰণে তেওঁক আমেৰিকাৰ নতুন যুগৰ নতুন ভাৱধাৰাৰ ধাৰক আৰু বাহক হিচাপে স্বীকৃতি দিয়া হৈছে। আমেৰিকাৰ জনজীৱনৰ পটভূমিত ৰচনা কৰা তেওঁৰ কবিতাত নিৰক্ষৰ মানুহৰ গনতান্ত্ৰিক অধিকাৰৰ প্ৰশ্ন উত্থাপিত হৈছে। তেওঁ লিখিছে—

*'I celebratemyself and sing myself*
*And what I assume you shall assume*

*For every atom belonging of me as*
*Good belongs to you"*

গনতন্ত্ৰৰ কবি হিচাপে পৰিচিত হোৱা হুইটমেন আমেৰিকাৰ কাব্য সাহিত্যত নতুন সূচনা কৰিলেও আমেৰিকাৰ সংবাদ জগতত তেওঁ এক নতুন দিশ উন্মোচন কৰিছিল। মৃত্যুৰ আগলৈকে আমেৰিকাৰ সংবাদ পত্ৰৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ থাকি তেওঁ সাংবাদিকতাৰ যি এক নিৰ্ভীক তথা পক্ষপাত মুক্ত ধাৰা প্ৰৱৰ্ত্তন কৰি গ'ল তাৰ বাবে তেওঁ আমেৰিকাৰ সমকালীন সাংবাদিকতাৰ ইতিহাসত অবিসম্বাদী আৰু অবিস্মৰণীয় হৈ ৰ'ল। আমেৰিকাৰ সংবাদ পত্ৰৰ নতুন প্ৰতিশ্ৰুতিৰ স্বাক্ষৰ বহন কৰা হুইটমেনৰ আনুষ্ঠানিক শিক্ষা একেবাৰে নিম্নস্তৰৰ আছিল যদিও সংবাদ পত্ৰৰ সম্পাদক হিচাপে তেওঁৰ যি বলিষ্ঠ লেখনী সিযে আমেৰিকাৰ সমাজ জীৱনত এক নতুন আশাৰ সঞ্চাৰ কৰিছিল। হুইটমেনৰ দেউতাক ওৱাল্টাৰ হুইটমেন আছিল এগৰাকী গ্ৰাম্য সূত্ৰধৰ। ১৮১৯ চনৰ ৩১ মে' তাৰিখে লং আইল্যাণ্ড উপসাগৰৰ দক্ষিণ তীৰৱৰ্তী হাণ্টিটনৰ কাষৰ এখনি সৰু গাওঁ ওৱেষ্টত বাস কৰা এটি অভাৱগ্ৰস্ত গ্ৰাম্য পৰিয়ালত জন্ম হৈছিল ওৱাল্ট হুইটমেনৰ। হুইটমেনৰ দেউতাক জাতিত আছিল ইংৰাজ আৰু মাক আছিল হল্যাণ্ডৰ জীয়ৰী। সৰুৰে পৰা হুইটমেনৰ স্বভাৱত দুই জাতিৰে লক্ষণ আৰু বৈশিষ্ট পৰিলক্ষিত হৈছিল। দাৰিদ্ৰ্যৰ সৈতে সংগ্ৰাম কৰি জীযাই থকা দেউতাকে লং আইল্যাণ্ড আবাসভূমি পৰিত্যাগ কৰি ব্ৰুকলিন চহৰলৈ আহে আৰু তাতে থাকিবলৈ লয়। পৰিয়ালটোক ভৰণ পোষণ দিয়াৰ বাবে তাতে তেওঁ অশেষ কষ্ট স্বীকাৰ কৰিব লগীয়া হৈছিল। তথাপি তেওঁ পৰিয়ালটোক ভালদৰে ভৰণ-পোষণ দিব পৰা নাছিল। ল'ৰা-ছোৱালী কেইটাকো ভালদৰে শিক্ষা দিয়াৰ বাবে তেওঁৰ সম্বল নাছিল। অৰ্থৰ অভাৱত জীৱন যুদ্ধত পৰাজয় বৰণ কৰি তেওঁ মূক মৌন হৈ পৰিছিল। শৈশৱত হুইটমেনেও অভাৱ অনাটনৰ বাহিৰে ভৱিষ্যত গঢ়াৰ বাবে অনুকূল পৰিবেশ পোৱা নাছিল। মাত্ৰ পাঁচবছৰ আনুষ্ঠানিক শিক্ষা লাভ কৰাৰ পিছত হুইটমেনৰ ছাত্ৰ জীৱনৰ পৰিসমাপ্তি ঘটে। স্কুলীয়া জীৱনৰ পৰিসমাপ্তি ঘটিলেও প্ৰকৃতিৰ পাঠশালাৰ পৰা অৰ্জন কৰা জ্ঞানৰ পৰিধি যিমান বিশাল সিমান গভীৰো আছিল। বাহিৰৰ পৃথিৱীৰ পৰা বাস্তৱজ্ঞান আহৰণৰ বাবে সৰু কালতে তেওঁ ৰাস্তাই ঘাটে ঘুৰি ফুৰিছিল; ফুলটন ফেৰীঘাটত বহি বিচিত্ৰ মানুহৰ মিছিল চাই বিভিন্ন শ্ৰেণীৰ মানুহৰ লগত ভাবৰ আদান প্ৰদান কৰি যি বিচিত্ৰ অভিজ্ঞতা লাভ কৰিছিলসেই অভিজ্ঞতাৰ ভিত্তিত তেওঁ নিজৰ জীৱনৰ এক নিজস্ব ধাৰা গঢ়ি তুলিছিল। প্ৰকৃতি, মানুহ আৰু বাহিৰৰ

পৃথিৱীৰ পৰা আহৰণ কৰা বিচিত্ৰ জ্ঞানৰ পৰিধিৰে গঢ়ি তোলা তেওঁৰ বাকীকাক পিচৰ জীৱনত কবিতাৰ ছন্দত আবদ্ধ কৰিছিল। ব্ৰুকলিনৰ জীৱনৰ অভিজ্ঞতাৰ ভিত্তিত পৰৱৰ্ত্তী কালত তেওঁ ৰচনা কৰিছিল এটি যুগজয়ী কবিতা 'ক্ৰচিং ব্ৰুকলিন ফেৰী'। মাত্ৰ এঘাৰ বছৰ বয়সত স্কুলীয়া শিক্ষাৰ সামৰণি মাৰি নবছৰ ব্ৰুকলিনৰ বিভিন্ন স্তৰৰ মানুহৰ সংস্পৰ্শলৈ আহি প্ৰকৃতিৰ বিচিত্ৰ শোভা চাই বিচিত্ৰ অভিজ্ঞতা সঞ্চয় কৰিলে আৰু এনেদৰেই তেওঁ প্ৰকৃতিৰ পৰা ব্যৱহাৰিক জ্ঞান লাভ কৰিবলৈ সক্ষম হ'ল। বিশ বছৰ বয়সত তেওঁ চিন্তাৰ সোঁত সলনি কৰি সাংবাদিকতাৰ ক্ষেত্ৰত প্ৰৱেশ কৰিলে। নিজে এটা প্ৰেছ কিনি নিজৰ ঘৰতে বহুবাই লৈ এখন সংবাদপত্ৰ উলিওৱাৰ বাবেপ্ৰস্তুতি চলালে। নিজে ছপাৰ কাম, সম্পাদনাৰ কাম, আৰু লিখা মেলাও কৰি *long Islander'* নামেৰে এখন সংবাদ পত্ৰ প্ৰকাশ কৰিলে। সেই সংবাদপত্ৰখন পূৰা এবছৰ চলোৱাৰ পিচত কাকতৰ প্ৰকাশ বন্ধ কৰিদিলে আৰু প্ৰেছটো বিক্ৰী কৰি অন্য সংবাদ পত্ৰৰ সাংবাদিক হিচাপে চাকৰিত যোগদান কৰে। এনেদৰে কেবাখনো দৈনিক, অৰ্দ্ধ সাপ্তাহিক কাকতত সাংবাদিকৰ চাকৰি কৰাৰ পিচত 'ব্ৰুকলিন ঈগল' নামৰ কাকতৰ সম্পাদকৰ দায়িত্ব বহন কৰে। সেইসময়ত তেওঁৰ বয়স হৈছিল মাত্ৰ সাতাইশ বছৰ। এই কাকতৰ সম্পাদকৰ পদত থাকোতে তেওঁ গদ্য আৰু পদ্য দুয়োবিধ ৰচনাতে হাত দিয়ে। কিন্তু সেই সময়ত লিখা কবিতাসমূহ আছিল গতানুগতিক ছন্দৰ আৰু সম্পাদকীয় প্ৰবন্ধ সমূহতো তেনে কোনো তেজস্বিতা পৰিলক্ষিত হোৱা নাছিল। সেই সময়ত তেওঁ গল্প আৰু উপন্যাসো ৰচনা কৰিছিল যদিও সেইবোৰত নাছিল ভাবৰ গভীৰতা ভাষাৰ মাধুৰ্য আৰু অৰ্থবহ টেক্‌নিক। সংবাদপত্ৰৰ সম্পাদকীয় সমূহতো সমাজ জীৱনৰ সমস্যা আৰু সমকালীন ৰাজনৈতিক ব্যৱস্থাৰ প্ৰতিফলন ঘটা নাছিল। বিভিন্ন সংবাদ পত্ৰৰ বাবেতেওঁ থিয়েটাৰ, অপেৰা আদিত প্ৰদৰ্শিত হোৱা নাট সমালোচনা, নতুন কিতাপৰ সমালোচনা আদি বিভিন্ন বিষয়ৰ ওপৰত লিখিছিল আৰু এইবোৰ লিখাৰ বিনিময়ত যি পাৰিশ্ৰমিক লাভ কৰিছিল সেইখিনিৰে দেউতাককো সহায় কৰিছল। সংবাদ পত্ৰৰ সম্পাদনা কৰাৰ উপৰি বিভিন্ন বিষয়ৰ ওপৰত লেখা-মেলা কৰি তেওঁ পৰিয়ালটোক দাৰিদ্ৰ্য পীড়িত অৱস্থাৰ পৰা উদ্ধাৰ কৰিবলৈ সক্ষম হৈছিল। 'ব্ৰুকলিন ঈগল' ৰ পিচত 'ফ্ৰীম্যান' কাকতৰ সম্পাদনাৰ দায়িত্ব বহন কৰি ত্ৰিশ বছৰ বয়সলৈকে সংবাদ পত্ৰৰ লগত ওতঃপ্ৰোতভাৱে জড়িত

হৈ আছিল। লাহে লাহে তেওঁৰ কল্পনা শক্তিৰ স্ফুৰন ঘটিল আৰু চিন্তাশক্তিও পূৰঠ হ'বলৈ ধৰিলে। আগৰ লিখনী সমূহতকৈ পৰৱৰ্ত্তী লিখনী সমূহত তেওঁৰ জ্ঞানৰ পৰিপক্কতাৰ পৰিচয় পোৱা যায়। সেই সময়ত কবিতাৰ কল্প ৰাজ্যত বিচৰণ কৰি তেওঁৰ মনটোৱে নতুন নান্দনিক সৃষ্টিৰ প্ৰতি উদ্বাউল হৈ উঠিল। তেওঁৰ অন্তৰৰ কবিতাৰ ছন্দোময় ভাষাই হেন্দোলনি তুলিবলৈ ধৰিলে। এনে এক আৱেগিক মুহূৰ্ত্তত তেওঁ সংবাদ পত্ৰৰ নিৰস জগতখনৰপৰা সম্পূৰ্ণভাৱে মুক্ত হৈ নান্দনিক সৃষ্টিৰ প্ৰতি আকৃষ্ট হ'ল। বাতৰি কাকতৰ চাকৰি বাদ দি তেওঁ কবিতাৰ নন্দন বনত বিচৰণ কৰিবলৈ ধৰিলে। নতুন ভাৱ-ভাষা আৰু আঙ্গিকেৰে কবিতা লিখাৰ বাবে তেওঁ মহৎ সৃষ্টিৰ সাধনাত ব্ৰতী হ'ল। ১৮৪৭ চনৰ পৰা কবিতাৰ ওপৰত পৰীক্ষা নিৰীক্ষা চলাবলৈ ধৰিলে। প্ৰকৃতিৰ অপৰূপ শোভাই তেওঁৰ কণ্ঠত কবিতাৰ ভাষা আনি দিলে কিন্তু পেটৰ তাডনাত তেওঁ পিতাকৰ বৃত্তি লবলৈ বাধ্য হ'ল। কামৰ মাজে মাজে তেওঁ কবিতাৰ পৰম্পৰাগত ছন্দৰ ওপৰত অধ্যয়ন কৰি 'নতুন' ছন্দৰে কবিতা লিখিবলৈ ধৰিলে। লাহে লাহে তেওঁৰ কবিতাই নতুন ৰূপ ধাৰণ কৰিলে। নতুন ছন্দ, নতুন আঙ্গিকৰ আৰু নতুন অভিব্যক্তিৰে তেওঁৰ কবিতা সমুজ্জ্বল হৈ উঠিল। গভীৰ অন্তঃদৃষ্টি, একনিষ্ঠ মনোযোগ আৰু অগতানুগতিক কল্পনা শক্তিৰে সুদীৰ্ঘ ছয় বছৰ ধৰি তেওঁ ৰচনা কৰিলে এখনি মহৎ কাব্যগ্ৰন্থ 'লীভছ্ অফ গ্ৰাছ'। এই গ্ৰন্থখনি ১৮৫৫ চনত প্ৰকাশ হোৱাৰ পিচত আমেৰিকাৰ সাহিত্য জগতত ওৱাল্ট হুইটমেনৰ নাম বিখ্যাত হৈ পৰিল। আমেৰিকাৰ প্ৰকৃতি, জনজীৱন আৰু সামাজিক পৰিবেশৰ ওপৰত নতুনকৈ দৃষ্টিপাত কৰি লিখা তেওঁৰ কবিতা সমূহে আমেৰিকাৰ কাব্য সাহিত্যত এক নতুন দিগন্তৰ সূচনা কৰিলে। কাৰখানাৰ শ্ৰমিকৰ দুখ দুৰ্দশাৰ জীৱন্ত ছবিও তেওঁৰ কবিতাৰ মাজত মূৰ্তিমন্ত হৈ উঠিল। দৰিদ্ৰ জনগনৰ হা-হুতাশা দলিতৰ মৰ্মবেদনা আৰু নিৰক্ষৰৰ বেথা কবিতাত ছন্দোবদ্ধ কৰাৰ বাবে কবি হুইটমেন শ্ৰমিকৰ সহকৰ্মী দৰিদ্ৰৰ সমমৰ্মী আৰু নিৰক্ষৰৰ সমব্যথী কবি হিচাপে পৰিগণিত হয়। আত্ম প্ৰতিষ্ঠাৰ বাবে প্ৰতিটো কবিতাৰ ওপৰত সমালোচনা লিখি বেনামী নামত প্ৰকাশ কৰাৰ ফলত সাধাৰণ জনসাধাৰণৰ বাবেও 'লীভছ্ অব গ্ৰাছ'ৰ কবিতা সমূহ বোধগম্য আৰু গ্ৰহণযোগ্য হৈ উঠিল। কাব্য গ্ৰন্থখনি প্ৰকাশ হোৱাৰ পিচত্ত তেওঁ কেবাবছৰ ধৰি কিতাপখনৰ সংশোধন, সংযোজন সংবৰ্দ্ধন আৰু পৰিমাৰ্জ্জনৰ কামত ব্যস্ত আছিল

আৰু অৱশেষত তেওঁৰ সৃষ্টিযে আমেৰিকাৰ সাহিত্যত এখন যুগান্তকাৰী কাব্যগ্ৰন্থ হিচাপে সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। সামাজিক স্বীকৃতি আৰু বৌদ্ধিক কৃতকাৰ্য্যতাৰ পিচতো হুইটমেনৰ আৰ্থিক অৱস্থা একেবাৰে অচল হৈ পৰে আৰু অৰ্থৰ অভাৱত মাজে মাজে তেওঁ লঘোনে থাকিবলগীয়াও হয়। প্ৰতিষ্ঠা লাভৰ চিন্তাতকৈ যেতিয়া পেটৰ ক্ষুধাৰ পোৰণি তীব্ৰ হৈ উঠে তেতিয়া তেওঁ নান্দনিক সৃষ্টিৰ আশা ত্যাগ কৰি সাংবাদিকৰ বৃত্তিলৈ প্ৰত্যাবৰ্ত্তন কৰিবলৈ বাধ্য হয়। পেটৰ ক্ষুধা নিবাৰণৰ বাবে তেওঁ আকৌ সাংবাদিক জীৱনলৈ ঘূৰি আহে আৰু আঠত্ৰিছ বছৰ বয়সত ১৮৫৭ চনত 'ব্ৰুকলিন ডেইলী টাইমচ' বাতৰি কাকতৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। সেই সংবাদ পত্ৰৰ সম্পাদক হিচাপে তেওঁ নিৰ্ভীকভাৱে লিখিবলৈ ধৰে আৰু সকলো ধৰণৰ সামাজিক নীচতা আৰু ভণ্ডামিৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰি কলম চলাই যাবলৈ ধৰে। তেওঁৰ নিভীক আৰু স্পষ্টবাদী লিখনীয়ে আমেৰিকাৰ সাংবাদিকতাৰ ইতিহাসত এক নতুন আলোড়নৰ সৃষ্টি কৰিলে। সামাজিক ন্যায় প্ৰতিষ্ঠা আৰু সমাজ সংস্কাৰৰ বাবে তেওঁ দৃঢ়তাৰে যিবোৰ সম্পাদকীয় প্ৰবন্ধ লিখিবলৈ ধৰিলে সিয়ে আমেৰিকাৰ জনজীৱনক গভীৰভাৱে আলোড়িত কৰিলে।

১৮৬৫ চনৰ এপ্ৰিল মাহত আমেৰিকাৰ মানৱ দৰদী প্ৰেছিডেণ্ট আব্ৰাহাম লিঙ্কনক আততায়ীয়ে হত্যা কৰাৰ সময়ত তে ওঁ ইমানেই মৰ্মাহত হৈছিল যে তেওঁৰ নিভীক কলমেৰে ওলাইছিল চাৰিটা কবিতা আৰু সেই চাৰিটা কবিতা তেওঁৰ কাব্য গ্ৰন্থৰ পৰৱৰ্ত্তী সংকলনত অন্তৰ্ভূক্ত কৰা হৈছিল। সাংবাদিকতাৰ ব্যস্ত জীৱন পৰিক্ৰমাৰ মাজতো তেওঁৰ অন্তৰৰ মাজৰ কবি প্ৰাণৰ ফল্গু প্ৰবাহ শুকাই যোৱা নাছিল আৰু লিঙ্কনৰ হত্যাৰ মৰ্মন্তুদ বাতৰিয়ে তেওঁৰ কবি হৃদয় অনুভূতিৰে উদ্বেলিত কৰি তুলিছিল। তেওঁৰ জীৱনৰ শেষ কালছোৱা আছিল অত্যন্ত কষ্টকৰ। এফালে দাৰিদ্ৰ্য কবলিত সংসাৰ আৰু আনফালে পক্ষাঘাত ৰোগাক্ৰান্ত শৰীৰ। ৰোগৰ যন্ত্ৰনাই তেওঁক শাৰীৰিক আৰু মানসিক ভাৱে অত্যন্ত দুৰ্বল কৰি তুলিছিল। অৱশেষত তেওঁ আগৰ জীৱনী শক্তিও হেৰুৱাই পেলাইছিল। নিদাৰুণ যন্ত্ৰনাৰ মাজেৰে সময় অদিবাহিত কৰাৰ ফলত তেওঁৰ অন্তৰৰ সমস্ত ভাব অনুভূতি গোট মাৰি গৈছিল। সেই সময়তে তেওঁৰ মাকৰ মৃত্যু হৈছিল আৰু মাকৰ মৃত্যুৰ বেদনাত তেওঁ ইমানেই ভাগি পৰিছিল যে শেষত বিছনাত পৰি দিন অতিবাহিত কৰিব লগীয়া হৈছিল। এনেদৰে মানসিক যন্ত্ৰনাত

ছটফটাই মৃত্যুৰ ক্ষণ গনি তেওঁ ১৮৯২ চনত মৃত্যুৰ শীতল কোলাত চিৰ নিদ্ৰিত হৈ পৰে। মৃত্যুৰ আগে আগে তেওঁৰ কাব্য গ্ৰন্থৰ নৱম সংস্কাৰণ প্ৰকাশ হৈ ওলায় আৰু সেই সংস্কৰণৰ ওপৰত কঁপা কঁপা হাতেৰে তেওঁ অন্তিম স্বাক্ষৰ কৰে। সেযে আছিল তেওঁৰ শেষ লেখা। শাৰীৰিক আৰু মানসিক যন্ত্ৰনাৰ মাজেৰে এগৰাকী মহান সাংবাদিকৰ কলম চিৰদিনৰ বাবে স্তব্ধ হৈ গ'লেও অন্তৰ উজাৰি ওলোৱা অনুভূতিৰকাব্যিক ৰূপ 'লীভছ্ অব গ্ৰাছ্' কাব্যগ্ৰন্থ আজিও আমেৰিকাৰ কাব্য সাহিত্যত অবিস্মৰণীয় সৃষ্টি হিচাপে পৰিগণিত হৈ আছে আৰু সেই গ্ৰন্থত সন্নিবিষ্ট তেওঁৰ অমৰ কবিতা *'Crossing Broklyn Ferry'* ব্ৰুকলিনৰ ফেৰী নৌকাৰ স্মৃতিৰ ছন্দোময ৰূপ হিচাপে বিশ্বসাহিত্যত চিৰস্মৰণীয হৈ আছে।



# ৰাজমিস্ত্ৰিৰ সন্তানৰ পৰা ইংলেণ্ডৰ ভৱিষ্যৎ দ্ৰষ্টালৈ
# টমাচ কাৰ্লাইল

ভিক্টোৰিয়ান যুগৰ সৰ্ব্বশ্ৰেষ্ঠ ঐতিহাসিক হিচাপে স্বীকৃত ইংৰাজী সাহিত্যৰ শ্ৰেষ্ঠ গদ্য লেখক টমাচ কাৰ্লাইল আজীৱন একনিষ্ঠ সাহিত্য সাধনাৰ গুণত ইংলেণ্ডৰ ভৱিষ্যত দ্ৰষ্টাৰ দুৰ্লভ সন্মান লাভ কৰিবলৈ সক্ষম হৈছিল। কাৰ্লাইলৰ সাহিত্যিক জীৱন আৰম্ভ হৈছিল ফৰাচী বিপ্লৱৰ ইতিহাস ৰচনাৰ যোগেদি। জীৱনী সাহিত্য আৰু সমালোচনাত্মক প্ৰবন্ধৰে ইংলেণ্ডৰ গনতান্ত্ৰিক অধিকাৰ আৰু অৰ্থনৈতিক আধাৰ গাঁথনিত প্ৰবল জোকাৰণি তোলা কাৰ্লাইলৰ সত্যনিষ্ঠ ৰচনা সমূহে গদ্য সাহিত্য সমৃদ্ধশালী কৰি তুলিছিল। ভিক্টোৰিয়ান যুগৰ ৰাজনৈতিক আৰু ঐতিহাসিক নিবন্ধকাৰ হিচাপে ইংৰাজী গদ্য সাহিত্যত কাৰ্লাইল আছিল অপ্ৰতিদ্বন্দ্বী। তেওঁ বিভিন্ন সময়ত বিভিন্ন বিষয়ৰ ওপৰত প্ৰবন্ধ লিখি নিজৰ গভীৰ চিন্তাশক্তিৰ পৰিচয় দিছিল। তেওঁৰ ৰচনাৰ বিষয় আছিল স্কটল্যাণ্ড আৰু ইংলেণ্ডৰ গনতান্ত্ৰিক অধিকাৰ, মানুহৰ মৌলিক অধিকাৰ, প্ৰাপ্তবয়স্কৰ ভোটাধিকাৰ, ইংলেণ্ডৰ অৰ্থনীতিৰ বিশ্লেষণ, সমাজ-সংস্কৃতি আৰু সভ্যতাৰ ক্ৰমবিৱৰ্তমান স্বৰূপ। সমসাময়িক ঘটনা প্ৰবাহো যেতিয়াই তেতিয়াই তেওঁৰ স্বকীয় দৃষ্টিভঙ্গীৰে নিজৰ অনুভৱ ব্যক্ত কৰি যায়। সত্যানুসন্ধিৎসা আৰু সত্যানুসন্ধান আছিল তেওঁৰ ৰচনাৰ মৌলিক বৈশিষ্ট্য। সামাজিক ন্যায় আৰু সত্য প্ৰতিষ্ঠাৰ বাবে নিৰ্ভীকভৱে তেওঁৰ বক্তব্য দাঙি ধৰি সত্যনিষ্ঠ সাহিত্য সৃষ্টিৰ জৰিয়তে তেওঁ ইংৰাজী গদ্য সাহিত্যত *'Savage Genius'* হিচাপে পৰিগনিত হৈছিল। ইংৰাজ জাতিৰ ভৱিষ্যত নিৰূপন কৰি মুক্তিৰ পথ প্ৰদৰ্শন কৰা বাবেই সাধাৰণ ৰাজমিস্ত্ৰীৰ সন্তান হৈয়ো তেওঁ অভিজাত্যগৰ্বী ইংলেণ্ডৰ ভৱিষ্যত দ্ৰষ্টাৰ আসন লাভ কৰিবলৈ সক্ষম হৈছিল। ইংলেণ্ডৰ গদ্য সাহিত্যত কাৰ্লাইলৰ যি নৈতিক প্ৰমূল্যবোধ সিয়ে ইংৰাজ জাতিৰ চৰিত্ৰ গঠনত গভীৰ ৰেখাপাত কৰিছিল।

কাৰ্লাইলৰ জীৱন আছিল উত্থান-পতনৰ সমাহাৰ। নিচেই সাধাৰণ পৰিয়ালত জন্মগ্ৰহণ কৰা কাৰ্লাইলৰ শৈশৱকাল অতিবাহিত হৈছিল স্কটলেণ্ডৰ মাটিত। স্কটলেণ্ডৰ

অন্তৰ্গত একলিফেকান গাওঁৰ এটি পৰ্নকুটীৰত সাধাৰণ ৰাজমিস্ত্ৰীৰ সন্তান হিচাপে জন্মগ্ৰহণ কৰিছিল। মাক দেউতাকৰ নটা সন্তানৰ ভিতৰত কাৰ্লাইল আছিল সৰ্বশ্ৰেষ্ঠ। দাৰিদ্ৰ্য আৰু অভাৱৰ তাড়নাত পৰি কাৰ্লাইলে সৰু কালৰে পৰা পৰিস্থিতিৰ বিৰুদ্ধে কঠোৰ সংগ্ৰামত ব্ৰতী হ'বলগীয়া হৈছিল। আৰ্থিক অনাটন আৰু প্ৰতিকূল পৰিবেশৰ মাজেৰে শৈশৱত শিক্ষা জীৱন আৰম্ভ কৰা কাৰ্লাইলে চৈধ্য বছৰ বয়সত এডিনবৰা বিশ্ববিদ্যালযত উচ্চশিক্ষা লোবাৰ বাবে ভৰ্তি হয়।

প্ৰতিদিনে ঘৰৰ পৰা খোজকাটি এক দীঘলীয়া পথ অতিক্ৰম কৰি বিশ্ববিদ্যালয়লৈ যায আৰু গোটেই দিনটো অনাহাৰে অৰ্দ্ধাহাৰে শ্ৰেণীত উপস্থিত থাকি জ্ঞান আহৰণ কৰে। সেই সময়তে তেওঁ জাৰ্মান সাহিত্যৰ প্ৰতি অত্যন্ত আগ্ৰহী হৈ উঠে আৰু জাৰ্মানি ভাষা শিকি জাৰ্মানি সাহিত্য অধ্যযন কৰে। ছাত্ৰ জীৱনতে কাৰ্লাইলৰ বুদ্ধিদীপ্ত অনুসন্ধিৎসু মনটোৰ পৰিচয ফুটি ওলায যদিও দাৰিদ্ৰ্যপীড়িত পৰিযালৰ অভাৱগ্ৰস্ত পৰিবেশত তেওঁৰ মানসিক অৱস্থা দোদুল্যমান হৈছিল আৰু কোন পথেৰে তেওঁ ভৱিষ্যতৰ বুকুত পদক্ষেপ পেলাব তাক সঠিকভাৱে নিৰ্ণয কৰিব পৰা নাছিল। সেয়েহে জীৱনৰ পৰৱৰ্ত্তী কালত তেওঁ নিজৰ বিষয়ে লিখিছিল— 'ভৱিষ্যৎ মোৰ বাবে আছিল ধূসৰ আৰু অস্পষ্ট।' এই ধূসৰ অস্পষ্ট ভৱিষ্যতৰ পিনে আগুৱাই যাওঁতে তেওঁ অত্যন্ত সচেতনভাৱে নিজৰ ওপৰত আত্মবিশ্বাস ৰাখি সাহিত্য ক্ষেত্ৰলৈ আগবাঢ়ি গৈছিল। বিশ্ববিদ্যালয়ৰ আনুষ্ঠানিক শিক্ষা সাং কৰি তেওঁ স্কুলত শিক্ষকতা কৰিবলৈ লয় আৰু তেতিযাই আৰম্ভ হয় সাহিত্যিক জীৱন।

প্ৰথমতে তেওঁ অনুবাদ সাহিত্যত মনোনিবেশ কৰে আৰু জাৰ্মান সাহিতৰ পৰা জাৰ্মানি মনীষী শ্বীলাৰৰ জীৱন চৰিত্ত ইংৰাজী ভাষালৈ অনুবাদ কৰিবলৈ লয়। সেই সমযতে তেওঁ এডিনবৰা ৰিভিউ পত্ৰিকাত প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰে। কিন্তু শাৰিৰীক অসুস্থতাৰ বাবে তেওঁ গভীৰ নৈৰাশ্যবোধত ভুগিবলৈ ধৰে। অজীৰ্ণ ৰোগত ভুগি উজাগৰী নিশা কটাবলগীয়া হোৱা বাবে মানসিক ভাৱে অত্যন্ত হতাশগ্ৰস্ত হৈ পৰে আৰু তাৰ ফলত তেওঁৰ স্বাস্থ্য হানি হয। গভীৰ নৈৰাশ্য আৰু মানসিক অন্তৰ্দ্বন্দ্বত ভুগি তেওঁ অত্যন্ত ভাৰাক্ৰান্ত হৈ পৰে যদিও তেওঁ জীৱনৰ অৰ্থ বিচাৰি লৈছিল তিনিটা যুক্তিত। শৈশৱতে মাক বাপেকৰ পৰা তেওঁ তিনিটা মন্ত্ৰ আয়ত্ব কৰিছিল সেয়া আছিল কৰ্ম, কৰ্তব্য আৰু শৃংখলা। কাৰ্লাইল পৰিয়ালৰ জীৱন ধাৰণৰ তিনিটা মূলমন্ত্ৰ আছিল— সৰল জীৱন-যাপন, চিন্তাৰ উৎকৰ্ষ সাধন আৰু প্ৰত্যহ শ্ৰমসাধ্য কৰ্ম সম্পাদন। এই তিনিটা মূলমন্ত্ৰত দীক্ষিত হোৱা কাৰ্লাইলে ৰোগাক্ৰান্ত দেহৰ

ক্লান্তি আতৰাই নিজৰ কৰ্তব্য পালন কৰি কৰ্ম পথত নৈৰাশ্য বোধৰ মাজেদিয়ো আগবাঢ়ি গৈছিল। যথাসময়ত তেওঁৰ জীৱন-পথলৈ আহিল তেওঁৰ ভাবী জীৱন সংগিনী জেন বেলি ৱেলচ যাৰ ৰূপগুন আৰু বুদ্ধিমত্তাই তেওঁক আকৃষ্ট কৰিছিল। জেনৰ সান্নিধ্যই তেওঁৰ জীৱনলৈ নতুন সৃষ্টিৰ উচ্ছাস নমাই আনিলে। বিয়াৰ পিছত সাত বছৰ ক্ৰেগেনবুটত কটাই তেওঁলোক আহিল চেলচিয়ালৈ যাৰ ৰমনীয় প্ৰাকৃতিক সৌন্দৰ্য্যই তেওঁলোকক মুগ্ধ কৰিছিল। সেউজীয়া প্ৰকৃতিৰ মনোৰম পৰিবেশৰ নিৰ্জনতাই কাৰ্লাইলৰ মনত সাহিত্য সৃষ্টিৰ অনুভূতি জগালে। তাতেই তেওঁলোকে চেইনীৰো নামৰ ৰাস্তাৰ দাঁতিত ঘৰ সাজি স্থায়ীভাৱে বসবাস কৰিবলৈ ল'লে। ঘৰৰ সন্মুখত আছিল এখনি ফলে-ফুলে জাতিষ্কাৰ বাগিচা— তাতেই আছিল ৱালনাট আৰু চেৰীগছৰ শাৰী। এক উন্মুক্ত নিৰ্জন পৰিবেশৰ গুৰু গম্ভীৰতাই কাৰ্লাইলৰ অন্তৰলৈ নমাই আনিলে সাহিত্যৰ ভাষা। ইয়াতেই তেওঁ ফৰাচী বিপ্লৱৰ ওপৰত এখন ইতিহাস সমৃদ্ধ গ্ৰন্থ ৰচনা কৰিবলৈ ধৰে। জাৰ্মান সাহিত্যৰ ইংৰাজী অনুবাদবোৰ প্ৰকাশ কৰাৰ বাবে প্ৰকাশক বিচাৰি পোৱা নাছিল যদিও ফৰাচী বিপ্লৱৰ ইতিহাস ৰচনা কৰিবলৈ ওলোৱাৰ সময়তে এগৰাকী উৎসাহী প্ৰকাশকো পালে। প্ৰকাশকগৰাকীয়ে তেওঁক অগ্ৰিম টকা দি একান্তমনে ফৰাচী বিপ্লৱৰ ইতিহাস ৰচনাৰ কামত মনোনিবেশ কৰাৰ উৎসাহ যোগালে। কেবাবছৰৰ নিৰলস সাধনা আৰু অধ্যয়নৰ মূৰত তেওঁ ফৰাচী বিপ্লৱৰ বাস্তৱ ইতিহাসৰ জীৱন্ত দলিল হিচাপে ৰচনা কৰি উলিয়ালে 'ডি ফ্ৰেঞ্চ ৰিভোলিউচন'। এইখন গ্ৰন্থ প্ৰকাশ হোৱাৰ লগে লগে তেওঁৰ সাহিত্যকৃতী ইংলেণ্ডৰ পৰিসীমা অতিক্ৰম কৰি ইউৰোপৰ অন্য ৰাজ্যলৈও বিয়পি পৰিল। ফৰাচী বিপ্লৱৰ ওপৰত বাস্তৱবাদী দৃষ্টিভংগীৰে আলোকপাত কৰি লিখা গ্ৰন্থখনিয়ে ইউৰোপৰ ইতিহাস সাহিত্যৰ ক্ষেত্ৰত আলোড়নৰ সৃষ্টি কৰিলে। এই গ্ৰন্থই তেওঁৰ বিৰল প্ৰতিভাৰ প্ৰমাণ দাঙি ধৰিবলৈ সক্ষম হ'ল আৰু তাৰ লগে লগে কাৰ্লাইল ভিক্টোৰিয়ান যুগৰ এগৰাকী শ্ৰেষ্ঠ ইতিহাসবিদ হিচাপে স্বীকৃতি লভিলে। এই গ্ৰন্থই তেওঁৰ জীৱনলৈ কঢ়িয়াই আনিলে মান, যশ, খ্যাতি সম্পদ আৰু প্ৰতিষ্ঠা। তেতিয়াৰে পৰা তেওঁৰ সাহিত্যিক প্ৰতিভাৰ প্ৰতি সমকালীন সাহিত্যিক সমাজৰ কৌতুহল বাঢ়িবলৈ ধৰিলে আৰু তেওঁৰ তথ্যগধুৰ ৰচনা সমূহৰ প্ৰতি উচ্চ প্ৰশংসা কৰিবলৈ ধৰিলে।

কাৰ্লাইলৰ পৰৱৰ্তী ৰচনা আছিল 'ক্ৰমওৱেল'। মনীষী ক্ৰমওৱেলৰ জীৱনী ৰচনা

কৰি তেওঁ জীৱনী সহিত্যত এক নতুন দিগন্ত উন্মোচন কৰে। সেই সময়তে তেওঁৰ ব্যক্তিগত জীৱন হৈ উঠিছিল অশান্তি পূৰ্ণ দুঃসহ। তেওঁৰ সৃষ্টিৰ খ্যাতি যেতিয়া চতুৰ্দিশে বিযপি পৰে তেতিয়া তেওঁৰ জীৱন সংগিনী জেন তেওঁৰ প্ৰতি বিতুষ্ট হৈ উঠে। স্বামীৰ খ্যাতিয়ে তেওঁৰ মনত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। সেই সময়ত কাৰ্লাইল এডিনবাৰ্গ বিশ্ববিদ্যালযৰ 'ৰেক্টৰ' হিচাপে নিৰ্ব্বাচিত হ্য় আৰু বিশ্ববিদ্যায়ৰ কামত তেওঁ দেশে বিদেশে ঘুৰি ফুৰিবলৈ ধৰে। পত্নীয়ে মনৰ অসুখত ভুগি শেষত এই পৃথিৱীৰ পৰা চিৰবিদায় লয়। প্ৰিযতমা পত্নী জেনৰ বিযোগ বেদনায়ো তেওঁক সাহিত্যকৰ্মৰ পৰা বিৰত কৰিব নোৱাৰিলে। ক্ৰমওৱেলৰ জীৱনী সমাপ্ত কৰাৰ পিছত তেওঁ 'ফ্ৰেডৰিক ডি গ্ৰেট' নাম দি ফ্ৰেডৰিকৰ জীৱনী ৰচনা কৰে। তেওঁৰএই দুই জীৱনী সাহিত্যই ইংৰাজী সাহিত্যত এক নতুন ধাৰাৰ প্ৰৱৰ্তন কৰে আৰু জীৱনী সাহিত্যৰ নতুন দিশ উন্মোচন কৰে। কাৰ্লাইলে ক্ৰমওৱেল আৰু ফ্ৰেডৰিকৰ জীৱনীত যি এক জীৱন্ত বৰ্ননা দাঙি ধৰিছে সিযে জীৱনী সাহিত্য দুখনক অধিক জীৱন্ত আৰু বাস্তৱৰূপ প্ৰদান কৰিছে। তেওঁৰ আন এক কঠিনতম ৰচনা *'Sartor Resartas'* নামৰ গ্ৰন্থখনিত তেওঁৰ নীতি প্ৰৱনতা আৰু সত্যান্বেষণৰ কাহিনী প্ৰোজ্জ্বল হৈ উঠিছে। ইংৰাজী সাহিত্যৰ বাস্তৱবাদী সমালোচক সকলে এইখন গ্ৰন্থক তেওঁৰ নীতিপৰায়ণ মনৰ বাংময় প্ৰকাশ বুলি অভিহিত কৰিছে। বহুতে এইখন গ্ৰন্থক তেওঁৰ প্ৰচ্ছন্ন আত্মচৰিত বুলিও কব খোজে।

কাৰ্লাইলৰ সাহিত্য কৰ্মক সাধাৰণতে তিনিটা ভাগত ভগাব পাৰি। সমালোচনাত্মক আৰু সাহিত্য বিষযক ৰচনা, ঐতিহাসিক ৰচনা আৰু 'চাৰটৰ ৰিচাৰটাচ'— যাক অনন্য সাহিত্য সৃষ্টি হিচাপে পৰিগণিত কৰা হৈছে। প্ৰথমতে তেওঁ লিজেণ্ড্ৰিৰ জামিতি ফৰাচী ভাষাৰ পৰা অনুবাদ কৰিছিল। তাৰ পিচতে জাৰ্মান ভাষাৰ পৰা গ'থেৰ উইলমেন মেইষ্টাৰ (১৮২৪) শ্বীলাৰৰ জীৱনী (১৮২৫) আৰু *Specimens of German Romance* (১৮২৭) অনুবাদ কৰে। তাৰ উপৰি বিভিন্ন বিষয়ৰ ওপৰত আলোচনীত প্ৰবন্ধও লিখিছিল। 'বাৰ্নচ'ৰ ওপৰতলিখা সমালোচনাত্মক প্ৰবন্ধ সংকলনেও তেওঁৰ গঠনমূলক সমালোচনাৰ স্বক্ষৰ বহন কৰিছে। ঐতিহাসিক ৰচনাৰ ভিতৰত ফ্ৰেঞ্চ ৰিভোলিউচন (১৮৩৭) হিষ্টৰি অৱ ফ্ৰেডৰিক ডি গ্ৰেট (১৮৫৮-৬৮) অলিভাৰ ক্ৰমওৱেলচ্ লেটাৰচ্ এণ্ড স্পিচেচ' আদি উল্লেখযোগ্য।

কার্লাইলৰ সবাতোকৈ মৌলিক সৃষ্টি হ'ল *'Sartor Resortes* (১৮৩৮)। এইখন দর্শন, ৰোমান্স আৰু জ্ঞান-বিজ্ঞানৰ সংমিশ্রণ। এই গ্রন্থত লেখকৰ প্রথম পঁইত্রিশ বছৰীয়া অনুভৱ আৰু অভিজ্ঞতাৰ চৰম বিকাশ ঘটিছে। এই গ্রন্থৰ লেখনি সমূহ অত্যন্ত কঠিন যদিও কঠিনতাৰ মাজতো কালাইলৰ সহজ সৰল জীৱনৰ বাস্তৱ অনুভৱ বিকশিত হৈ উঠিছে আৰু সেয়েহে সমালোচকৰ ভাষাত *'every sentence is alive to its finger tip'*।

ইংৰাজ জাতিৰ প্রতি কার্লাইলৰ যোগাত্মক সঁহাৰি জ্ঞাপন কৰিছিল দুটি আদর্শৰ বানীৰে শ্রম আৰু প্রজ্ঞা। শ্রম আৰু প্রজ্ঞাৰ বানীৰে উদ্বুদ্ধ কৰি ইংৰাজ জাতিক ন্যায় আৰু সন্মানেৰে পৃথিৱীত নিজৰ অস্তিত্ব প্রতিপন্ন কৰাৰ বাবে আহ্বান জনোৱা এই মহান পুৰুষ জনাৰ কর্মৰাজিৰ মূল্যায়ন কৰি হেৰিয়েট মার্টিনে লিখিছিল — *He has infused into the mind of the english nation, sincerity earnestness, health fulness and courage*

ন্যায় নিষ্ঠা আছিল কার্লাইলৰ জীৱনৰ একমাত্র ব্রত। তেওঁ বিশ্বাস কৰিছিল এই পৃথিৱী ভগবানৰ ন্যাযদণ্ডৰে শাসিত হৈ আহিছে আৰু সেয়েহে তেওঁ বিশ্বাস কৰে মানৱ বিৱর্ত্তনৰ বুৰঞ্জী যেন এখন অপ্রকাশ্য বাইবেল *'An inarticulate Bible'* তেওঁৰ লিখনী সমূহ সত্যৰ ওপৰত প্রতিষ্ঠিত আৰু সেইবোৰত তেওঁৰ যুক্তিবাদী মনৰ প্রবল চিন্তাশক্তিৰ স্ফুৰণ দেখিবলৈ পোৱা যায়। তেওঁ বৈপ্লৱিক চিন্তা সম্পন্ন লেখক নাছিল যদিও তেওঁৰ প্রবন্ধসমূহত যুক্তিবাদৰ ভিত্তিত যি পৰিবর্ত্তনকামী চিন্তাৰ উন্মেষ পৰিদৃষ্ট হয় সিয়ে তেওঁৰ নির্ভীক আৰু স্পষ্টবাদী মনৰ গভীৰ চিন্তাশক্তিৰ পৰিচয় দাঙি ধৰিছে। ইংৰাজী সাহিত্যত তেওঁৰ চিন্তাগধুৰ প্রবন্ধই এক নতুন গদ্য শৈলীৰ জন্ম দিছে আৰু সেয়েহে তেওঁক ভিক্টোৰিয়ান যুগৰ শ্রেষ্ঠ গদ্য লেখক হিচাপে অভিহিত কৰা হৈছে। তেওঁৰ প্রতিটো প্রবন্ধই চিন্তাশীল পাঠকক গভীৰ ভাৱে আপ্লুত কৰে আৰু জগাই তোলে অনাস্বাদিত অভিজ্ঞতা। ইংৰাজী সাহিত্যত বার্নার্ড শ্ব' ৰ আবির্ভাবৰ পূর্বলৈকে তেৱেঁই আছিল অপ্রতিদ্বন্দ্বী নিবন্ধকাৰ। ইংৰাজী গদ্য সাহিত্যৰ সুষম বিকাশত কার্লাইলৰ যি একনিষ্ঠ সাধনা সিয়ে তেওঁক ইংলেণ্ডৰ ভৱিষ্যৎ দ্রষ্টা হিচাপে দুর্লভ সন্মানৰ অধিকাৰী ৰূপে স্বীকাৰ কৰি লোৱা হৈছে। তেওঁ আছিল সত্যৰ পূজাৰী, নৈতিকতাবোধৰ ওপৰত তেওঁ গঢ়ি তুলিছিল তেওঁৰ জীৱন দর্শন,

সত্যৰ আলোকত উদ্দীপ্ত হৈ উঠিছিল তেওঁৰ নৈতিকতাবোধ আৰু তেওঁৰ সফল সাহিত্য সৃষ্টিৰ মূলতে আছিল গভীৰ জীৱন জিজ্ঞাসা আৰু সত্যানুসন্ধিৎসা। তেওঁৰ প্ৰজ্ঞা সমৃদ্ধ চেতনাৰে ইংলেণ্ডৰ পৰিবৰ্তনকামী জনতাৰ মন সত্যৰ আলোকেৰে উদ্ভাসিত কৰি তুলিছিল আৰু সেয়েহে তেওঁৰ লেখনিৰ উদ্দীপ্ত আলোকেৰে আলোকিত হৈ উঠিছিল ইংৰাজী সাহিত্য। ছিয়াশী বছৰ বয়সত যেতিয়া তেওঁৰ জীৱন নাটৰ সামৰণি পৰে তেতিয়া ইংলেণ্ডৰ জনসাধাৰণে গভীৰ কৃতজ্ঞতাৰে সেই মাহন আত্মাৰ সাহিত্য সৃষ্টিক সুঁৱৰি তেওঁৰ জীৱনীকাৰ ফ্ৰাউদৰ ভাষাৰে কৈছিল — *'Carlyle made an eternal manument for himself in the hearts of all to whom truth is the dearest of all possessions'*।



# পিকাছোইজম্ আৰু ক্যুবিজম্

# পিকাছোৰ ছবিত আকাশ আৰু গোলাপৰ ৰং

আকাশৰ নীলা আৰু গুলপীয়া ৰঙেৰে ছবি অঁকা পাব্লো পিকাছোৰ ছবিত কেৱল ৰঙৰ খেলাকে দেখা নাযায়, তেওঁৰ ছবিত পৰিলক্ষিত হয় ত্রিমাত্রিক জ্যামিতিক কাৰিকৰী কৌশল যাক পিকাছোইজম্ আৰু ক্যুবিজম বুলি অভিহিত কৰা হৈছে। এই দুই বিখ্যাত কাৰিকৰী কৌশল খটুৱাই পৰীক্ষামূলকভাৱে ছবি আঁকি বিশ্ববিখ্যাত চিত্রশিল্পী ৰূপে পৰিগণিত হোৱা পাব্লো পিকাছোৰ আনুষ্ঠানিক শিক্ষা নাছিল বুলিয়েই ক'ব পাৰি। অথচ শিল্প কলা সৃষ্টিৰ ক্ষেত্রত তেওঁ আধুনিক কাৰিকৰী কৌশলৰ অভিনৱ স্রষ্টা। ত্রিমাত্রিক অর্থাৎ 'থ্রি ডাইমেনছন' যদিও জ্যামিতিৰ চিত্র কৌশল তথাপি সেই ত্রিমাত্রিক চিত্রৰীতি ছবিত সংযোজন কৰি নিজস্ব পদ্ধতিৰে ছবি অঁকা পিকাছোৰ শিল্পৰীতিক আৰ্টৰ ইতিহাসত পিকাছোইজম্ বুলি নামাংকিত কৰা হৈছে। এই ৰীতিয়ে চিত্র শিল্পত আলোড়ন সৃষ্টি কৰাৰ লগে লগে বিতৰ্কৰো সৃষ্টি কৰিছিল। চিত্র সমালোচক সকলে পিকাছোৰ এই অভিনৱ কৌশলক অদ্ভুত শিল্প সৃষ্টি বুলি আখ্যা দিছিল। সৰ্বসাধাৰণ মানুহৰ দৃষ্টিত পিকাছোইজমৰ কাৰিকৰী কৌশল দুৰ্বোধ্য আছিল বাবে বহুতেই প্ৰথমতে এই ছবিবোৰক চিত্ৰকৰৰ পাগলামি বুলি উৰাই দিছিল। কিন্তু ছবিৰ নতুনত্ব আৰু অভিনৱত্বই সকলোকে বিস্মিত কৰিছিল। আৰু সেয়েহে পিকাছো হৈ উঠিছিল সকলোৰে বাবে এক পৰম বিস্ময় আৰু কৌতুহল। লাহে লাহে পিকাছোৰ ছবিযে এনেদৰে সমাদৰ লাভ কৰিবলৈ ধৰিলে যে আভিজাত শ্ৰেণীৰ লোক সকলে নিজৰ ঘৰৰ দেৱালত পিকাছোৰ ছবি আঁৰি ৰাখিব পৰাটো এক আভিজাত্যৰ চিন হিচাপে পৰিগণিত হ'ল। পিকাছোৰ ছবি কিনাৰ বাবে চিত্ৰামোদী সকলৰ মাজত প্ৰতিযোগিতা আৰম্ভ হ'ল। পিকাছোৰ ছবি বিক্ৰী কৰি দালাল আৰু আৰ্ট গেলাৰীৰ মালিক সকলে অজস্ৰ টকা আয় কৰিলে।

শতাব্দীৰ বিস্ময় আছিল পাব্‌লো পিকাছো। তেওঁৰ ছবিত স্পেইনৰ আকাশ, বতাহ আৰু মাটিৰ গোন্ধ মিহলি হৈ আছে। পঞ্চাশ হেজাৰ বছৰ আগতে স্পেইনৰ গুহাবাসী আদিম মানুহৰ কল্পনা শক্তিৰে গুহাৰ গাত অংকিত কৰা ৰঙা নীলা হালধীয়া অথবা সেউজীয়া ৰঙেৰে চিত্ৰ বিচিত্ৰ কৰি আঁকা মানুহ, জীৱ-জন্তু আৰু ৰেখাংকনৰ মাজৰ পৰা ছবিৰ সমল বিচাৰি উলিওৱা পিকাছোৰ কল্পনা শক্তিয়ে স্পেইনৰ পৰিধি ভাঙি সমগ্ৰ বিশ্বতে স্বকীয় চিত্ৰশৈলীৰে বিখ্যাত হৈ পৰে। ১৮৮১ চনৰ ২৫ অক্টোবৰত স্পেইনৰ কাতালন প্ৰদেশৰ মালাগা চহৰত পিকাছোৰ জন্ম হয়। জন্মৰ পিছত মাক দেউতাকে পিতৃ কুলৰ উপাধিৰে তেওঁৰ নাম ৰাখিছিল পাবলো নেপোমুচেনা ক্ৰিচপিনিয়ানো দ্য লা ছান্তিচিচিমা তিনিদাদ ৰুইচ পিকাছো। ডাঙৰ হোৱাৰ পিছত যেতিয়া তেওঁ ছবি আঁকিবলৈ ধৰে তেতিয়া নিজৰ পিতৃকুল আৰু মাতৃ কুলৰ উপাধি দুটা ৰাখি সংক্ষিপ্তভাৱে নামটো লিখে পি ৰুইছ পিকাছো বুলি। তাৰ পিছত বিশ বছৰ বয়সত যেতিয়া ইখনৰ পিছত সিখন ছবি আঁকি ছবিৰ কাষত সংক্ষিপ্তভাৱে নামটো কেৱল পাবলো পিকাছো হিচাপেই জনাজাত হ'ল। আজিও পৃথিৱীৰ য'তে ত'তে পিকাছো নামেই পাবলো পিকাছোৰ পৰিচয়। সৰুৰে পৰা পিকাছোই ছবি অঁকাত মনোনিবেশ কৰিছিল। পিকাছোৰ দেউতাকো আছিল এগৰাকী সুদক্ষ চিত্ৰকৰ — বৃত্তিত তেওঁ আছিল আৰ্ট স্কুলৰ শিক্ষক। সৰুৰে পৰাই তেওঁ ছবিৰ ভাষা শিকিছিল। স্কুলীয়া শিক্ষাত তেওঁৰ মুঠেই মন নাছিল। ধৰা-বন্ধা নিয়মৰ মাজেদি পঢ়া-শুনা কৰাত তেওঁৰ মুঠেই মন নাছিল। ৰঙৰ তুলি হাতত লৈ তেওঁ ছবি অঁকাৰ বাবে চেষ্টা কৰিছিল। ছবি অঁকাৰ প্ৰতি পুত্ৰৰ ধাউতি দেখি দেউতাকে তেওঁক আৰ্ট স্কুলত ভৰ্ত্তি কৰাই দিছিল। কৈশোৰতে পিকাছোৰ প্ৰতিভা বিকশিত হৈ উঠে। চৈধ্য বছৰ বয়সত অঁকা বহুতো ছবি আজিও পৃথিৱীৰ বিখ্যাত আৰ্ট গেলাৰীসমূহত সযত্নে সংৰক্ষণ কৰা আছে। তেওঁ অঁকা ছবিসমূহত মডেলিঙৰ আভাস দেখা যায়। দেউতাকে পুত্ৰৰ প্ৰতিভা দেখি বিস্মিত হৈছিল আৰু মনে মনে ভাবিছিল যে তেওঁৰ ল'ৰা এদিন বিশ্ববৰেণ্য চিত্ৰশিল্পী হিচাপে পৰিগণিত হ'ব। কৈশোৰতে পিকাছোৰ ৰঙৰ মিশ্ৰণ আৰু তুলিৰ আঁচোৰ আছিল অত্যন্ত অৰ্থবহ। প্ৰতিখন ছবিতে বাস্তৱ চিত্ৰ একোখন জল্ জল্-পট্-পট্‌কৈ পৰিস্ফুট হৈ উঠিছিল। প্ৰতিখন ছবিয়েই আছিল ভাবোদ্দীপক আৰু কল্পনাশক্তিৰ মূৰ্ত্ত প্ৰকাশ। কম বয়সৰে পৰা তেওঁ ছবিত প্ৰতীক ব্যৱহাৰ কৰি ছবিৰ মাজেদি বাংময় কৰি তুলিছিলমানুহৰ সুখ-দুখ, হৰ্ষ-বিষাদ আৰু সংশয়। দেউতাকৰ চাকৰিৰ বাবে তেওঁলোকে বাৰ্চিলোনালৈ যায় আৰু তাতে দেউতাকে চাৰুকলা বিদ্যালয়ৰ অধ্যাপক

হিচাপে কাম কৰে। সেই একে বিদ্যালয়তে পিকাছোই ছাত্ৰ হিচাপে ভৰ্ত্তি হয় আৰু চিত্ৰকলাৰ আনুষ্ঠানিক শিক্ষা গ্ৰহণ কৰি ছবি আঁকিবলৈ ধৰে। মাত্ৰ যোল্ল বছৰ বয়সত পিকাছোই মাদ্ৰিদত অনুষ্ঠিত হোৱা চাৰু শিল্প প্ৰদৰ্শনীত ভাগ লৈ নিজৰ শ্ৰেষ্ঠতম ছবিসমূহ প্ৰদৰ্শন কৰে। মাদ্ৰিদৰ চিত্ৰ প্ৰদৰ্শনীত পিকাছোৰ ছবিয়ে পুৰস্কাৰ পাবলৈ সক্ষম হয আৰু তেওঁৰ শিল্পী জীৱনৰ প্ৰথম সাফল্য হিচাপে স্বীকৃতি লাভ কৰে। মাদ্ৰিদত এবছৰ থকাৰ পিছত পিকাছো বাৰ্চিলোনালৈ আহে আৰু তাতে এটা ষ্টুডিঅ' খুলি ছবি আঁকিবলৈ লয়। ছবি অঁকাৰ সমল বিচাৰি তেওঁ ৰাস্তাই ৰাস্তাই ঘুৰি ফুৰে, হোটেলে হোটেলে ঘূৰি ক্যাবেৰে নৃত্য উপভোগ কৰি ক্যাবেৰে নাচনীৰ দেহ ভংগিমা অধ্যযন কৰে। জাহাজ ঘাটলৈ গৈ হাডভঙা পৰিশ্ৰম কৰা ডককৰ্মীৰ কঠোৰ জীৱন যাত্ৰা উপলব্ধি কৰে, বস্তিত জীৱন যাপন কৰা সাধাৰণ লোকৰ প্ৰাত্যহিক জীৱন প্ৰণালী নিজ চকুৰে চায। ৰাস্তাই-ঘাটে লগ পোৱা বিচিত্ৰ মানুহৰ চাল চলন লক্ষ্য কৰি নিজস্ব কল্পনাশক্তিৰে ৰং ছটিযাই ছবি আঁকে। তেওঁৰ ছবিত জীৱন্ত হৈ উঠে মানুহ, জীৱ-জন্তু আৰু প্ৰকৃতিৰ বৰ্নময জীৱন ধাৰা, তেওঁৰ তুলিত বাংময় হৈ উঠে ক্যাবেৰে নাচনীৰ দেহভংগিমা, ডককৰ্মীৰ বোজা কঢিওৱা ঘৰ্মাক্ত দেহ, বস্তিৰ জীৱন ধাৰা, গীৰ্জাৰ সন্যাসিনীৰ বিগত যৌৱনা দেহ সুষমা কোনোখন ছবিত মমতাৰ বাণী, কোনোখনত প্ৰচণ্ড শ্লেষ আৰু বিদ্ৰূপ আৰু কোনোখনত কৰুণাৰ প্ৰতিচ্ছবি, কোনোৱাখন ছবিত পথচাৰী ক্লান্ত বৃদ্ধৰ অস্থিৰ অভিব্যক্তি, কোনোবাখনত বিগত যৌবনা বাৰংগনাৰ ব্যংগাত্মক অভিব্যক্তি। ৰং আৰু ৰেখাৰ সংমিশ্ৰনত প্ৰতিখন ছবিয়েই হৈ উঠিছিল অৰ্থব্যঞ্জক আৰু হৃদয়স্পৰ্শী।

পিকাছোৰ ছবিত ৰঙৰ সমাবেশ লৈ চাই ছবিবিলাকক দুটা নিৰ্দ্দিষ্ট সময় সাপেক্ষে ভাগ কৰা হৈছে। ৰঙৰ সাদৃশ্যলৈ লক্ষ্য কৰি তেওঁৰ শিল্পী জীৱনৰ প্ৰথম অধ্যায়ক দুটা পৰ্যায়ত ভাগ কৰা হৈছে। ব্লু পিৰিয়ড আৰু পিং পিৰিয়ড। এই দুটা পৰ্যায়ৰ ছবি সমূহত সুকীয়া সুকীযা ৰঙৰ বৈশিষ্ট্য পৰিলক্ষিত হয। তেওঁৰ জীৱনৰ ব্লু পিৰিয়ড পেৰিছত থাকোতে আৰম্ভ হয আৰু এই সময়ছোৱা ১৯০১ চনৰ পৰা ১৯১০ চনলৈ বিস্তৃত হৈ থকা বুলি অনুমান কৰা হৈছে। এই সময়ছোৱাত অঁকা ছবিসমূহৰ বৈশিষ্ট হ'ল আকাশৰ নীলা ৰংটো প্ৰতিখন ছবিতে প্ৰোজ্জ্বল হৈ পৰিস্ফুট হৈ উঠিছে। ব্লু পিৰিয়ডত অঁকা ছবি সমূহ ৰাতি অঁকা আৰু সেয়েহে ৰাতিৰ গভীৰতাৰ দৰে এই ছবিসমূহৰ ভাবাৰ্থও গভীৰ। ব্লু পিৰিয়ডৰছবি অঁকাৰ সময়ত শিল্পীৰ বয়স আছিল মাত্ৰ কুৰি বছৰ। এই সময় ছোৱাত শিল্পীৰ কেনভাছত লাগি আছিল কেৱল নীলা

ৰং — আকাশৰ দৰে গভীৰ নীলা। নীলাৰ মাজেদি তেওঁ মূৰ্ত কৰি তুলিছিল বিষন্ন পৃথিৱীৰ গভীৰ দুখবোধ। নীলাৰ মাধ্যমেদি ফুটাই তুলিছে গভীৰ জীৱনবোধৰ কাৰুণ্য। এই ছবিসমূহ অসহায নৰ নাৰীৰ কেৱল আলেখ্য নহয় এই ছবিসমূহ তেওঁলোকৰ নিজস্ব পৃথিৱীৰ প্ৰতীক বিষন্নতাৰ দ্যোতক। মানুহৰ প্ৰতি প্ৰেম, সহানুভূতি আৰু সহৃদয়তা, পৃথিৱীৰ প্ৰতি গভীৰ মমতাবোধ আৰু জীৱনৰ প্ৰতিঅতৃপ্ত মোহ— এয়াই আছিল পিকাছোৰ সৃষ্টিৰ মূল উৎস। ব্লু পিৰিযডৰ সময়তে তেওঁ বিখ্যত চিত্ৰকৰ টুলো, লত্ৰে ভ্যান গ'গ আৰু গোগাৰ চিত্ৰাংকন পদ্ধতি অধ্যযন কৰি তেওঁলোকৰ চিত্ৰশৈলীৰ দ্বাৰা গভীৰভাবে আকৃষ্ট হৈছিল। তেওঁলোকৰ চিত্ৰৰ পৰা ৰং আৰু ৰেখাৰ তাৎপৰ্য্য বিচাৰ কৰি নিজস্ব শিল্পাংকন ৰীতি অৱলম্বন কৰি নতুন নতুন পৰীক্ষা নিৰীক্ষাৰে তেওঁ ছবি আঁকিবলৈ ধৰে। এনেদৰেই তেওঁ ছবিত ৰঙৰ *'Experiment* ও চলাইছিল আৰু তেতিযাই আৰম্ভ হৈছিল তেওঁৰ জীৱনৰ পিংক পিৰিযড অৰ্থাৎ গোলাপী ৰঙৰ অধ্যায। সেই সময় ছোৱাত অঁকা ছবি সমূহত কেৱল গোলাপী ৰঙৰ প্ৰাচুৰ্য্য পৰিলক্ষিত হয।

চাৰ্কাছ আছিল পিকাছোৰ বৰ প্ৰিয। চাৰ্কাছ চাই তেওঁ তাৰমাজতো ছবি অঁকাৰ সমল বিচাৰি উলিযাইছিল। চাৰ্কাছৰ ক্লাউনটোৱে পিকাছোক বৰকৈ অভিভূত কৰিছিল। এই ক্লাউন চৰিত্ৰৰ ওপৰত ভিত্তি কৰি তেওঁ আঁকিছিল 'চাৰ্কাছ ক্লাউন' নামৰ বিখ্যাত ছবিখন। এইখন ছবিত তেওঁ ক্লাউনৰ জীৱনৰ বিষন্নতাক ৰূপ দিছিল গোলাপী ৰঙৰ আচোঁৰেৰে। গোলাপী ৰঙৰ মাজত বিষাদৰ যি যি স্ফুৰণ সি পিকাছোৰ অংকন প্ৰনালীৰ অভিনৱ প্ৰকাশ হিচাপে পৰিলক্ষিত হৈছে। 'চাৰ্কাছ ক্লাউন' ছবিখন যেন বিষন্নতাৰ এক প্ৰতিমূৰ্ত্তি আৰু তেতিযাৰ পৰা শিল্পীৰ জীৱনত আৰম্ভ হয পিংক পিৰিযড। পিংক পিৰিয়ডত অঁকা ছবিসমূহত গোলাপৰ ৰঙৰ প্ৰচুৰ্য্য দেখিবলৈ পোৱা যায। সেই সময়ত পিকাছোৰ জীৱনলৈ যৌৱন নামিছিল। যৌৱনত অঁকা ছবি সমূহৰ ৰং গোলাপৰ ৰঙেৰে বিটোত আৰু সেই ছবিসমূহৰ মাজত পৰিদৃষ্ট হয় শিল্পীৰ আশাব্যঞ্জক অভিব্যক্তি। যৌৱনৰ গোলপী উচ্ছাসৰ মাজতো কিন্তু শিল্পীৰ বাস্তৱ উপলদ্ধিৰ নিষ্ঠুৰতম প্ৰকাশ ৰঙৰ মাজতে বিমূৰ্ত হৈ উঠিছে। এনেদৰে ৰং ব্যৱহাৰৰ পৰিবৰ্ত্তনৰ ভিতৰতে অভিব্যক্ত হৈছে পিকাছোৰ চিত্ৰশৈলীৰ দিক পৰিৱৰ্ত্তন। এনেদৰে ৰঙৰ পৰিবৰ্ত্তনৰ দ্বাৰা চিত্ৰাংকনৰ ধাৰা পৰিবৰ্ত্তন কৰি পিকাছোৱে তৰুণ বয়সতে লব্ধপ্ৰতিষ্ঠ শিল্পী হিচাপে ইউৰোপৰ চিত্ৰ সমালোচক সকলৰ দ্বাৰা অকুণ্ঠ স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল।

পিকাছোৰ ছবিত কাৰিকৰী কৌশল, বিজ্ঞান আৰু জীৱন দৰ্শন সুন্দৰভাৱে ফুটি উঠিছে। ১৯৩৭ চনত স্পেইনত আৰম্ভ হোৱা গৃহযুদ্ধৰ সময়ত ডিক্টেটৰ ফ্রাংকোৰ বোমাৰু বিমানে ১৯৩৯ চনৰ ২৬ এপ্রিল তাৰিখে স্পেইনৰ সৰু চহৰ গোয়েনিকা ধ্বংস কৰি দিছিল। সেই ধ্বংসাত্মক বিভীষিকাই শিল্পীৰ অন্তৰ ব্যথিত আৰু ক্ষোভিত কৰি তুলিছিল। তেওঁৰ অন্তৰত পুঞ্জীভূত হোৱা ক্রোধ, ঘৃণা, আতংক আৰু ক্ষোভৰ বহিঃপ্রকাশ ঘটিছিল সেই সময়ত অঁকা সত্তৰ খন ছবিত। গোয়েনিকা চহৰৰ ধ্বংসলীলাৰ চিত্র মূৰ্তিমান হৈ উঠিছে তেওঁৰ ত্রিকোনাকৃতিৰ মাষ্টাৰ পিচ, 'গোযেনকাত' নামৰ সুবৃহৎ ছবিখনত। এই মাষ্টাৰ পিচখনৰ উচ্চতা ১১ ফুট ৬ ইঞ্চি আৰু দৈৰ্ঘ্য আছিল ২৫ ফুট ৮ ইঞ্চি। স্পেইন গৃহযুদ্ধৰ সময়ত শিল্পীযে ফ্রাংকোৰ ফেচিষ্ট বাহিনীৰ বিৰুদ্ধে তীব্র ক্ষোভ ব্যক্ত কৰি ছবিৰ মাধ্যমেদি বিদ্রোহ ঘোষণা কৰিছিল। সেই সমযত তেওঁ অঁকা ছবিসমূহত আছিল ধ্বংসৰ দাবানল, মৃত্যুৰ বিভীষিকা, ক্রুৰতা আৰু আৰ্ত মানুহৰ জীৱন যন্ত্রনা।

পিকাছোৰ শিল্প ৰীতিৰ পৰিৱৰ্ত্তন সময সাপেক্ষে ঘটি থকা দেখা যায। এই পৰিবৰ্ত্তনশীলতাৰ মূলতে আছিল তেওঁৰ অসীম আত্মজিজ্ঞাসা, বাস্তৱ উপলব্ধি আৰু কঠোৰ অনুশীলন। দ্বিতীয় মহাযুদ্ধৰ সমযত শিল্পীক আমি লগ পাওঁ এগৰাকী কমিউনিষ্ট হিচাপে। সেই সমযত ছবিত মানৱ মুক্তিৰ প্রশস্তি ঝংকাৰিত হোৱা দেখা যায। দ্বিতীয় মহাযুদ্ধৰ পিছত আৰু এক নতুন পিকাছোৰ জন্ম হয় আৰু তাৰ লগে লগে সৃষ্টি হয এক নতুন শিল্প ৰীতিৰ। এই শিল্প ৰীতি পিকাছোৰ নিজস্ব সৃষ্টি— যাক চিত্র সমালোচক সকলে পিকাছোইজম্ বুলি অভিহিত কৰিছে। এই সমযত অঁকা ছবিসমূহত নতুনত্ব পৰিলক্ষিত হয আৰু সেই নতুনত্বক বহুতে অদ্ভুত সৃষ্টি বুলি আদৰি লোৱাৰ বিপৰীতে বহুতে পিকাছোৰ উন্মাদ মনৰ অভিব্যক্তি বুলিও কৈছিল। কিন্তু শেষত গৈ নতুনত্বৰ বাৰ্তা বহন কৰা এই ত্রিমাত্রিক চিত্রসমূহে সৰ্বসাধাৰণ দৰ্শকৰ মনত বিস্ময আৰু কৌতুহল জগাবলৈ সমৰ্থ হয আৰু তেওঁৰ ছবিৰ সমাদৰ দুগুণে বাঢিবলৈ ধৰে।

১৯৫০ চনত পিকাছোৰ বযস যেতিয়া সত্তৰৰ দেওনা ছুৱৈগৈ তেতিযাই তেওঁ ছবিত আন এক নতুন পৰীক্ষা আৰম্ভ কৰে। সেই সময়ত তেওঁ মাটিৰ পাত্রৰ ওপৰত ৰং বিৰঙৰ ৰেখা চিত্র আঁকিবলৈ ধৰে। জ্যামিতিক ৰেখাৰ সৈতে এক নতুন পদ্ধতিৰ সংমিশ্রনত অঁকা ছবি সমূহে তেওঁৰ স্বকীয় বৈশিষ্ট্য দাঙি ধৰিবলৈ সক্ষম হয আৰু তেতিযাই আৰম্ভ হয ক্যুবিজম্ পদ্ধতি। এই ক্যুবিজম পদ্ধতি পিকাছোৰ নিজস্ব

চিত্ৰশৈলী আৰু ইযাৰ উদ্ভাবনে চিত্ৰশিল্পৰ ইতিহাসত এক তীব্ৰ আলোড়নৰ সৃষ্টি কৰে। নিত্য নতুন সৃষ্টিৰ পিছত ধাৱমান পিকাছোৰ আছিল শিল্প সৃষ্টিৰ অতৃপ্ত বাসনা আৰু সেয়েহে তেওঁ কৈছিল— 'এজন প্ৰকৃত শিল্পী কেতিয়াও পৰিতৃপ্ত হব নোৱাৰে। শিল্পীৰ জীৱনত শেষ বুলি কোনো কথা নাই। এই অসীম বাসনাৰে অতৃপ্ত হৈ পিকাছোৱে সৃষ্টি কৰি গৈছে ডেৰ হেজাৰ কেনভাচ, দহ হেজাৰ লিথো প্ৰিণ্ট, কিতাপ পত্ৰৰ বাবে আঁকিছে চয়ত্ৰিশ হেজাৰ সৰু বৰ বেতুপাতৰ ছবি আৰু তিনিশ ভাস্কৰ্য্য। এগৰাকী সৃষ্টিশীল শিল্পীৰ তুলিকাত ইমান বৃহৎ পৰিমাণৰ ছবি অংকিত হোৱাটো পৃথিৱীত বিৰল হৈ আছে। পিকাছোৱে নৱৈ বছৰ বয়সলৈকে ছবি আঁকি আছিল আৰু সেয়েহে তেওঁৰ এই অভূতপূৰ্ব শিল্প প্ৰতিভা বিশ্বৰ ইতিসাহত সোণালী আখৰেৰে লিপিবদ্ধ হৈ আছে। ইউৰোপত আজিলৈকে যিমান গৰাকী চিত্ৰ শিল্পীৰ জন্ম হৈছে সেই সকলোৰে ভিতৰত পিকাছোৰ শিল্প সৃষ্টিক লৈ আটাইতকৈ বেছিকৈ সমালোচিত হৈছে। তেওঁৰ ছবিক লৈ কিতাপ ৰচিত হৈছে, সমালোচনা গ্ৰন্থ প্ৰকাশ পাইছে। ১৯৫৫ চনত পেৰিছৰ ল্যুভৰ মিউজিযামত পিকাছোৰ ছবিৰ একক প্ৰদৰ্শনী অনুষ্ঠিত হৈছিল আৰু সেই প্ৰদৰ্শনী পূৰা তিনিমাহ ধৰি চলিছিল। এই চিত্ৰ প্ৰদৰ্শনীত দৰ্শকৰ ইমান ভিৰ হৈছিল যে সেই দৃশ্য আজিও অবিস্মৰণীয় হিচাপে পৰিগণিত হৈ আছে। এই চিত্ৰ প্ৰদৰ্শনীত প্ৰদৰ্শিত হোৱা ছাবিসমূহৰ ওপৰত দেশ-বিদেশৰ বাতৰি কাকত, আলোচনী আদিত তথ্য গধুৰ প্ৰবন্ধ প্ৰকাশিত হৈছিল। চিত্ৰ সমালোচক সকলৰ মতে এনে ধৰণৰ চিত্ৰ প্ৰদৰ্শনী আজিলৈকে বিশ্বৰ কোনো ঠাইতে ইমান দীঘলীয়া কালৰ বাবে অনুষ্ঠিত হোৱা নাই।

পিকাছো এনে এক শিল্পী যাৰ প্ৰতিভা আজিও বিশ্বত অপ্ৰতিদ্বন্দ্বী হৈ আছে। জীৱনৰ অন্তিম মুহূৰ্ত্তলৈকে তেওঁ হাতত তুলিকা লৈ বিভিন্ন পদ্ধতিৰ ছবি আঁকি গৈছিল। তেওঁৰ অমৰ শিল্প সৃষ্টিয়ে প্ৰমাণ কৰি গৈছে যে চিত্ৰকলা এটা জীৱন্ত ধাৰা, এক নিত্য নতুন পৰিবৰ্তনশীল কলা। তেওঁ গতানুগতিক শিল্পৰীতিক প্ৰচণ্ডভাৱে আলোড়িত কৰি নতুন নতুন সৃষ্টিৰে, নতুন নতুন ক'লাশৈলীৰে ছবিৰ মাজত নতুন ভাষা সংযোগ কৰি গৈছে সেই ছবিৰ ভাষা বুজিবলৈ চিন্তাশক্তিৰ প্ৰয়োজন হয়। তেওঁৰ ছবিৰ ওপৰত চিত্ৰ সমালোচকসকলে বস্তুনিষ্ঠ আলোচনা আগবঢ়াইছে। জন বাজাৰৰ 'ছাক ছেছ্ এণ্ড ফেইলাৰ অব পিকাছো' নামৰ গ্ৰন্থত পিকাছোৰ চিত্ৰ আৰু ভাস্কাৰ্যৰ সঠিক মূল্যায়ন কৰা হৈছে। তেওঁৰ মতে পাবলো পিকাছো আছিল 'দি নোবেল ছেভেজ্ অৱ দি মডাৰ্ণ ৱৰ্ল্ড'। আধুনিক পৃথিৱীত তেওঁ মানৱ জাতিৰ

মুক্তিকামী শিল্পী, প্ৰগতিশীলতাৰ জীৱন্ত প্ৰীতক, পৰিবৰ্ত্তন শীলতাৰ পথ প্ৰদৰ্শক। তেওঁৰ ছবিত মানুহ আৰু জীৱনৰ ভাষা ৰং আৰু ৰেখাৰে বাংময় কৰি তোলা হৈছে। সেযেহে তেওঁ আধুনিক প্ৰগতিশীল মানৱ সমাজৰ আপোন শিল্পী সৰ্বদেশৰ সৰ্বকালৰ মহান শিল্পী। ১৯৭৩ চনৰ ৮ এপ্ৰিলত ফ্ৰান্সৰ মুগ্যা চহৰত এই মহান শিল্পীজনৰ নৱৈ বছৰীয়া দীৰ্ঘ জীৱনৰ অৱসান ঘটে। এই গৰাকী মানৱ শিল্পীৰ মৃত্যু হ'লেও তেওঁৰ শিল্প সৃষ্টি অমৰ হৈ ৰ'ল।



# পুথি অধ্যয়নৰ আনন্দ

পুথি অধ্যয়নৰ ওপৰত আলোচনা কৰিবলৈ ওলাই মোৰ মনৰ মাজত জীৱন্ত হৈ উঠিছে শৈশৱৰ কেতবোৰ মচিব নোৱাৰা মধুৰ স্মৃতি। সেই মধুৰ স্মৃতিয়ে মনৰ মাজত ডোলা দি যাওঁতে পুথি অধ্যয়নৰ অনিৰ্বচনীয় আনন্দৰ অনুভূতি মই বৰকৈ অনুভৱ কৰো। গাঁৱৰ মুকলি পৰিৱেশত ল'ৰালি কাল অতিবাহিত কৰোতে পুথি অধ্যয়নৰ যি দৃশ্য প্ৰত্যক্ষ কৰিছিলো সেই দৃশ্য আজি আকৌ এবাৰ মনৰ চকুৰে জুমি চাবলৈ চেষ্টা কৰিছো। আমাৰ চুবুৰীৰ ওচৰ চুবুৰীয়া দুই চাৰিগৰকী আইতাই প্ৰতিদিনে ৰাতি ভাতপানী খাই উঠাৰ পিছত আমাৰ চোতালত প্ৰায়ে বহিছিল। কেৰাচিনৰ চাকি এটা জ্বলাই চোতালতে বাইদেৱে আইতাহঁতক ধৰ্মপুথি পঢ়ি শুনাইছিল আৰু আইতাহঁতৰ লগতে আমিও একান্তমনে পুথিৰ কথা শুনি শুনি টোপনি গৈছিলো। প্ৰথমতে মহাভাৰত, তাৰ পিছত ৰামায়ন তাৰ পিছত কীৰ্ত্তন — এই তিনিখন পুথি বাৰে বাৰে পঢ়ি শেষ কৰাৰ পিছত পুৰাণৰ কাহিনী, পঞ্চতন্ত্ৰৰ সাধু, গ্ৰীছৰ সাধু, গ্ৰীমৰ সাধু, ডাৱৰৰ সিপাৰৰ ধুনীয়া দেশৰ সাধু, ঈছপৰ সাধু, আদি এখনৰ পিছত আন এখন কিতাপ পঢ়ি শেষ কৰা দেখিছিলো! আইতাহত অনাখৰী আছিল যদিও বাইদেৱে পঢ়ি যোৱাৰ লগে লগে শুনি শুনি পুথিৰ কথাবোৰ কাহিনীবোৰ হৃদয়ংগম কৰিব পাৰিছিল আৰু সেইবোৰকে আমাক ৰস লগাকৈ সাধু হিচাপে কৈ শুনাইছিল। ৰামায়ণ মহাভাৰতৰ কাহিনী, সৰগৰপৰীৰ সাধু জোন বেলি তৰাৰ সাধু, দেশ বিদেশৰ ৰূপ কথা দেৱ-দেৱীৰ অলৌকিক ৰোমাঞ্চকৰ গল্প শুনি শুনি আইতাহঁতক অভিভূত হোৱা দেখিছিলো। লেখা পঢ়া নেজানিলেও শ্ৰুতিৰ দ্বাৰা, স্মৃতি শক্তিৰ দ্বাৰাই তেওঁলোকৰ অন্তৰত অধ্যয়নৰ যি স্পৃহা জাগৰিত হৈছিল বিভিন্ন পুথি শুনি অন্তৰত কিতাপ পঢ়াৰ যি আনন্দ অনুভৱ কৰিছিল তাৰ পৰা তেওঁলোকৰ মনৰ পৰিধি উন্মুক্ত হৈছিল, বোধশক্তি প্ৰখৰ হৈছিল আৰু মস্তিস্কৰ উৎকৰ্ষ সাধন হৈছিল। সেই লৰালিতে পুথিৰ কথাবোৰ শুনি শুনি বুজা নুবুজাকৈয়ে আমাৰ অন্তৰতো পুথি অধ্যয়নৰ প্ৰতি কৌতুহল জন্মিছিল। গাঁৱৰ মাজৰ নামঘৰৰ চোতালত দুপৰীয়া ভাত পানী খাই ঢাৰি পাটীলৈ গাবৰ বুঢ়ামেঠা আদহীয়া মানুহ জুম বন্ধা দৃশ্য আজিও আমাৰ মনত সজীৱ

হৈ আছে। প্ৰকাণ্ড আঁহত বা বট গছৰ তলত জহকালি দুপৰীয়া গাঁৱৰ নিৰক্ষৰ বয়সীয়া মানুহখিনিয়ে পুথি-পাজি লৈ বহা দৃশ্য অসমৰ বেচিভাগ গাঁৱতে দেখা যায়। তাতে কোনোৱা এজন পাঠক নাইবা শিক্ষিত লোকে ভাগৱত কীৰ্তন, মহাভাৰত, ৰামায়ন আদি সুৰ লগাই পঢ়ে আৰু বাকীবোৰে একান্তমনে শুনি শুনি নিজৰ নিজৰ ব্যাখ্যা আগবঢ়ায। ভাগৱত গীতাৰ জটিল গূঢ়াৰ্থও এনেধৰণৰ আলোচনাত বিচাৰি উলিয়াবলৈ চেষ্টা কৰা দেখা যায। এই সমূহীয়া পুথি অধ্যয়নত নানা যুক্তি তৰ্কৰ মাজেৰে মানুহ বিলাকে ভক্তিৰসৰ লগতে শ্ৰৱন শক্তিৰ জৰিয়তে কাব্য ৰস অনুভৱ কৰে। এনেদৰে শ্ৰৱন শক্তিৰ দ্বাৰাই স্মৃতি শক্তিৰ উৎকৰ্ষ সাধন হোৱাৰ ফলত আমাৰ আইতা ককাদেউতাহঁতে লেখিব পঢ়িব নজনাকৈয়ে কীৰ্ত্তন, ভাগৱত, ৰামায়ন, মহাভাৰতৰ পদ, দুলৰী, পযাৰ ছন্দ সলসলীযাকৈ গাব পৰা হৈছিল। আইতাহঁতে কীৰ্ত্তন নামঘোষা, নপঢ়াকৈ শ্ৰুতিৰ জৰিযতে গীতপদবোৰ আওৰাই নামকীৰ্ত্তন কৰাও দেখিছিলো। ৰামায়ন মহাভাৰতৰ সম্পূৰ্ণ পদ আৰু ঘোষাসমূহ এমূৰৰ পৰা সিমূৰলৈ অলপো খুঁত নলগাকৈ গাই যাব পৰা দেখিছিলো। তেওঁলোকৰ স্মৃতিশক্তি আৰু শ্ৰৱনশক্তিৰ জৰিয়তে বৌদ্ধিক চিন্তাৰ কি উৎকৰ্ষ সাধন হৈছিল আজি সেইকথা ভাবিলে পৰম আশ্চৰ্য্য অনুভৱ কৰো আৰু সেই সহজ সৰল নিৰক্ষৰ গাৱলীয়া মানুহখিনিৰ পুঁথি পঢ়াৰ আনন্দ উপলদ্ধি কৰি বিস্ময়াভিভূত হওঁ। ঠিক এই একে পদ্ধতিৰে শ্ৰুতি আৰু স্মৃতি শক্তিৰ দ্বাৰাই প্ৰাগৈতিহাসিক যুগত সৃষ্টিৰ ৰহস্য উদঘাটনৰ কাহিনী, পৰীৰ দেশৰ আলৌকিক সাধু দেৱ দেবীৰ স্তুতি গীত আদি মৌখিকভাৱে সৃষ্টি হৈছিল আৰু যুগ যুগ ধৰি এইবোৰ মানুহৰ মুখে মুখে প্ৰচলিত সংৰক্ষিত পৰিবৰ্দ্ধিত আৰু পৰিবৰ্ত্তিত হৈ আহিছিল। আদিম যুগৰ মানুহৰ মাজত এনেকৈয়ে সৃষ্টি হৈছিল মৌখিক সাহিত্য। প্ৰকৃতি ৰহস্য ভেদ কৰি পশু-পক্ষী, গছ-গছনিৰ শব্দ অনুকৰণ কৰি আদিম মানুহে বিভিন্ন অঙ্গী-ভঙ্গীৰে ভাব প্ৰকাশৰ বাবে কেতবোৰ চিহ্ন ব্যৱহাৰ কৰিবলৈ ধৰিলে। ক্ৰমে ক্ৰমে মানুহৰ বিচাৰ বুদ্ধি আৰু চিন্তাশক্তিৰ উৎকৰ্ষ সাধন হোৱাৰ ফলত মানুহে কল্পনা শক্তিও পাবলৈ ধৰিলে। কল্পনাশক্তি বৃদ্ধিৰ লগে লগে মানুহৰ ভাৱ শক্তিৰ বিকাশ ঘটিল আৰু তেতিয়া মানুহে মুখে মুখে কাহিনীৰ সৃষ্টি কৰিলে, স্তুতি গীত ৰচিলে। তাৰ পিছৰ পৰ্য্যায়ত মুখে মুখে চলি অহা কাহিনীবোৰ, গীত মাতবোৰ লিপিবদ্ধ কৰাৰ প্ৰয়োজন অনুভৱ কৰিলে। মৌখিক সাহিত্যৰ বিকাশ হোৱাৰ লগে লগে সেইবোৰ কথা মনত ৰাখিবলৈ মানুহে কেতবোৰ সাংকেতিক চিহ্ন ব্যৱহাৰ কৰিবলৈ ধৰিলে। সভ্যতাৰ ক্ৰমবিকাশৰ লগে লগে এই

সংকেত চিহ্ন সমূহৰ পৰাই বৰ্তমান লেখন পদ্ধতিৰআবিস্কাৰ হ'ল আৰু লগে লগে পুৰণি অলৌকিক কথাবোৰ লিপিবদ্ধ কৰি ৰখাৰ ব্যৱস্থা কৰিলে। যুগ যুগ ধৰি মানুহৰ মুখে মুখে প্ৰচলিত হৈ থকা গীত, পদ্য, ছন্দ আদি লিপিবদ্ধ হৈ বেদ, পুৰাণ, উপনিষদ, বাইবেল, কোৰাণ আদি ধৰ্ম গ্ৰন্থৰ সৃষ্টি হ'ল, মহাভাৰত, ৰামাযন, ইলিয়াড ওডিচি, ছাগা (আইচলেণ্ডৰ আৰু স্কাণ্ডিনেভিযাৰ মহাকাব্য) ইছপৰ সাধু, পঞ্চতন্ত্ৰৰ সাধু, পুৰাণৰ সাধু আদিও একেদৰে মৌখিক সাহিত্যৰ পৰাই সৃষ্টি হ'ল। পৃথিবীৰ প্ৰচীনতম লেখা আবিস্কাৰ হৈছে মধ্যপ্ৰাচ্যৰ কেলডিয়া পাহাৰৰ শিলাখণ্ডত। আজিৰ পৰা ছয়হেজাৰ বছৰ আগতে সেই শিলাখণ্ডত লিপিবদ্ধ হৈছিল বানপানীযে প্লাৱিত কৰি মানৱ সভ্যতাক জুৰুলা কৰাৰ কাহিনী। মানৱ সভ্যতাৰ বুৰঞ্জীত এনেদৰেই লিপিৰ আবিষ্কাৰ হয় আৰু ইযাৰ লগে লগে আৰম্ভ হ'ল মানৱ সভ্যতাৰ উত্তৰণৰ ইতিহাস। লিপি আবিষ্কাৰৰ পিছত মানুহৰ কৌতুহলী মনে লেখন সামগ্ৰী উদ্ধাৰৰ বাবে চেষ্টা চলাবলৈ ধৰিলে। শিলত খোদিত কৰা কথাৰে মানুহৰ জ্ঞান আৰু চিন্তাৰ বিকাশ সাধন কৰাটো কষ্টসাধ্য কাম। সেযেহে মানুহে সহজলভ্য লেখন সামগ্ৰীৰ আবিষ্কাৰৰ বাবে চেষ্টা কৰিবলৈ ধৰিলে। ইয়াৰ আগতেও প্ৰাচীন গ্ৰীচ আৰু এচিযাৰ সভ্য জাতিয়ে গছৰ ছাল আৰু কাঠৰ টুকুৰাত পুথি লিখাৰ চেষ্টা কৰিছিল। আমাৰ অসমতো প্ৰাকশংকৰী যুগত আৰু পিছৰ সময়ছোৱাতো সাঁচিপাতত পুথি লিখাৰ দস্তুৰ আছিল। সেই সময়ৰ লেখা সমূহো আছিল পদ্য ছন্দ আৰু সুৰ সম্বলিত। পূৰ্ব কবি অপ্ৰমাদী মাধৱ কন্দলিয়ে পযাৰ ছন্দত ৰচনা কৰা কাব্য সাহিতৰে অসমীযা পদ্য সাহিত্যৰ সূত্ৰপাত হৈছিল। প্ৰাচীন ইজিপ্তৰ নীল নদীৰ পাৰৰ সভ্যতাই মানুহক লেখন সামগ্ৰী উদ্ভাৱনৰ সুযোগ দিলে। নীল নদীৰ তীৰত গজা 'পেপিৰাচ' নামৰ নলজীতায গছৰ আহৰ পৰা কাগজ তৈযাৰ কৰাৰ প্ৰচেষ্টা চলিল আৰু মানুহে নিজ হাতে তৈয়াৰ কৰা পেপিৰাচৰ পাততে পুথি লিখাৰ প্ৰস্তুতি পৰ্ব আৰম্ভ হ'ল। পেপিৰাচৰ আঁহৰ পৰা তৈয়াৰ কৰা কাগজত লিখা সৰ্বপ্ৰথম কিতাপখন হ'ল মিচৰীয সকলৰ পুৰণি পুথি *'The Book of the Dead'* যিখন কিতাপৰ জন্ম হৈছিল যীশুখৃষ্ট জন্ম হোৱাৰ প্ৰায় পঁচিশ হাজাৰ বছৰ পূৰ্বে। এইখন কিতাপৰ এটা কপি এতিয়াও বৃটিছ মিউজিয়ামত সংৰক্ষিত হৈ আছে।

প্ৰাচীন গ্ৰীচ আৰু ইজিপ্ততে কিতাপ লিখাৰ প্ৰস্তুতি পৰ্ব আৰম্ভ হয়। গ্ৰীক সকলে ইজিপ্তৰ পৰা পেপিৰাচ আমদানি কৰি 'বিবলছ' অৰ্থাৎ কিতাপ লিখিবলৈ ধৰে। যীশুখৃষ্ট জন্মৰ বহুবছৰ পূৰ্বে চীনতো লিপি আবিষ্কাৰ হয় আৰু চীনা সকলেও বাঁহৰ মগুৰ পৰা তৈয়াৰ কৰা কাকতত লেখাৰ কৌশল উদ্ভাৱন কৰে। এনেকৈয়ে

চীনাসকলেই পোন প্ৰথমে লেখন পদ্ধতি আৰু মুদ্ৰণ যন্ত্ৰ আবিষ্কাৰ কৰে। চীনৰ দাৰ্শনিক কন্‌ফুচিয়াচে মুখে মুখে পৰম্পৰাগত ভাৱে চলি অহা চীনা কাহিনী, গীতমাত, নীতিশিক্ষা আচৰণ বিধি যুগুত কৰি কিতাপ ৰচিছিল আৰু এনেদৰেই আৰম্ভ হৈছিল চীন সভ্যতাৰ সোণালী যুগ।

পোন্ধৰ শতিকাত মুদ্ৰন যন্ত্ৰ আবিষ্কাৰ হোৱাৰ লগে লগে মানৱ সভ্যতাৰ বিকাশ দ্ৰুততৰ হৈ উঠে। মুদ্ৰন যন্ত্ৰ আবিষ্কাৰ হোৱাৰ পূৰ্বে মানুহে হাতেৰে পুথি লিখিছিল আৰু সেয়েহে পুথিৰ সংখ্যা আছিল সীমিত, প্ৰচাৰ আছিল সীমিত আৰু জ্ঞান বিজ্ঞান চৰ্চাৰ পৰিধিও আছিল সীমাবদ্ধ। মুদ্ৰন যন্ত্ৰৰ যুগান্তকাৰী আবিষ্কাৰৰ ফলত মানৱ সভ্যতাৰ দ্ৰুত বিকাশ আৰম্ভ হয় আৰু পুথিৰ প্ৰকাশো দ্ৰুত গতিত বাঢ়িবলৈ ধৰে। পুথিৰ প্ৰকাশ বৃদ্ধি পোৱাৰ লগে লগে প্ৰচাৰো বাঢ়িল। শিক্ষাৰ প্ৰসাৰ হ'ল আৰু সমাজৰ পৰা নিৰক্ষৰতা দূৰ হ'বলৈ ধৰিলে। কিতাপ পত্ৰৰ প্ৰকাশ আৰু প্ৰচাৰদ্ৰুততৰ হোৱাৰ ফলত মানুহৰ জ্ঞানৰ পৰিসৰ বৃদ্ধি হ'ল। সকলো শ্ৰেণীৰ লোকে সুলভ মূল্যত সহজতে পুথি কিনিবলৈ পালে আৰু জ্ঞান চৰ্চাৰ পৰিসৰ দ্ৰুতভাৱে সম্প্ৰসাৰিত হ'ল। মানুহৰ মাজত পুথি অধ্যয়নৰ ধাউতি বৃদ্ধি পালে। সাহিত্য, বিজ্ঞান, দৰ্শন, ভূগোল, অৰ্থনীতি আদি বিষয়ৰ কিতাপো সহজলভ্য হৈ পৰিল। পুথি প্ৰকাশৰ সংখ্যা বাঢি যোৱাৰ লগে লগে মানৱ সভ্যতাৰ শৈক্ষিক আৰু বৌদ্ধিক বিকাশৰ জয়যাত্ৰাও আৰম্ভ হ'ল।

পুথি হ'ল জ্ঞানৰ ভঁৰাল। নজনা কথা জনাৰ বাবে, নুশুনা কথা শিকাৰ বাবে, ভুল ধাৰণা দূৰ কৰাৰ বাবে, মানসিক অন্তৰ্দ্বন্দ্বৰ পৰা হাত সাৰিবৰ বাবে সাংসাৰিক জ্বালা-যন্ত্ৰনা পাহৰি থাকিবৰ বাবে পুথিয়েই হ'ল একমাত্ৰ নিৰ্ভৰযোগ্য আহিলা। শাৰীৰিক পুষ্টি সাধনৰ বাবে মানুহক যেনেকৈ সুষম আহাৰৰ দৰকাৰ হয় ঠিক তেনেদৰে মানসিক উৎকৰ্ষতা সাধনৰ বাবে পুথি অধ্যয়নৰ প্ৰয়োজন অপৰিহাৰ্য্য। অৱশ্যে অৰুচিকৰ, অশ্লীল পুথিয়ে মানুহৰ মানসিক পুষ্টি সাধনত একো অৰিহণা নযোগায়। যি পুথিয়ে আমাৰ হৃদয়ত চিন্তাৰ সোঁত বোৱাব পাৰে, যি পুথিয়ে আমাৰ মনত নিৰ্মল আনন্দ দিব পাৰে তেনে জ্ঞান গৰ্ভ সুলিখিত পুথিহে পঢ়িব লাগে। কিতাপেই সভ্যতাৰ মাপকাঠি। ফৰাচী দাৰ্শনিক ভলটেয়াৰে কৈছে— পৃথিৱীখনক শাসন কৰে কেৱল কিতাপে। আজিও পৃথিৱীৰ দেশসমূহক শাসন কৰি আছে প্ৰতিখন দেশৰ সংবিধান নামৰ কিতাপখনে। মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ বুৰঞ্জী অধ্যয়ন কৰিলে আমি দেখিবলৈ পাওঁ গ্ৰীক আৰু ৰোমান সকলৰ মাজত গুনী জ্ঞানী পণ্ডিতৰ

অভাৱ নাছিল। ৰোমান সাম্ৰাজ্য ধ্বংস হোৱাৰ পিছত ৰোমান পণ্ডিত সকলে নিজৰ পুথি পাজিলৈ ইউৰোপৰ শিক্ষা-দীক্ষা আৰু জ্ঞান চৰ্চাৰ ভাণ্ডাৰ চহকী কৰে। ইউৰোপৰ নৱজাগৰণৰ ফলত সভ্যতা সংস্কৃতি, বিজ্ঞান-প্ৰযুক্তিবিদ্যা, সাৰ্বজনীন শিক্ষা ব্যৱস্থা দাৰ্শনিক চিন্তাধাৰা আৰু ধৰ্মনিৰপেক্ষতাৰ সম্পূৰ্ণ বিকাশ হয় আৰু এই বিকাশ সম্ভৱ হয় লিওনাৰ্ড ডা ভিঞ্চি, মাইকেল এঞ্জেলো, ৰাফেল, পাটাৰ্কে, ডাণ্টে আদি শিল্পী সাহিত্যিকসকলৰ মহান সৃষ্টিৰ ফলত। ইংৰাজী সাহিত্যৰো প্ৰচুৰ উৎকৰ্ষ সাধন হয় ৰেঁনেছা আন্দোলনৰ সময়ত। বিজ্ঞান দৰ্শন আদিৰ ক্ষেত্ৰতো ক'পাৰনিকাছ, কেপলাৰ, গেলিলিও, ডেকাৰ্ট, নিউটন, বইলে, হাৰ্ভেই আদি বিজ্ঞানী আৰু দাৰ্শনিকসকলৰ নতুন নতুন আবিষ্কাৰে পৃথিৱীত নতুন আলোড়নৰ সৃষ্টি কৰে। ইউৰোপৰ সভ্যতা সংস্কৃতি দ্ৰুতগতিত আগবাঢ়িছে কেৱল সাহিত্য সংস্কৃতি, বিজ্ঞান দৰ্শন, ইতিহাসৰ মহৎ গ্ৰন্থসমূহৰ প্ৰভাৱত। ইংৰাজী ভাষা বিশ্বৰ ভিতৰতে চহকী হৈ উঠিছে মহৎ গ্ৰন্থ সমূহৰ বাবেই। চেক্সপীয়েৰৰ কালজয়ী নাটক, টমাচ হাৰ্ডিৰ বিখ্যাত উপনাস টমাচ হুড, লংফেলো, ৱৰ্ডচৰ্থৰ কবিতা, হেনৰিক ইচ্‌বেনৰ নাটক, আৰ্নেষ্ট হেমিংওৱে, আলবেযাৰ ক্যামুৰ যুগজয়ী উপন্যাস আদিযে ইংৰাজী, ফৰাচী সাহিত্য বিশ্ববিখ্যাত কৰি তুলিছে। জাপানী সভ্যতা সৌ সিদিনালৈকে সকলোতকৈ পিছ পৰি আছিল। আধুনিক সাহিত্য সংস্কৃতি জ্ঞান-বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ লগতো জাপানৰ কোনো পৰিচয় হোৱা নাছিল। কিন্তু আমেৰিকাৰ নিৰ্দেশত যেতিয়া জাপানৰ বৰ্হিবিশ্বৰ লগত সংযোগ স্থাপন হ'ল, তেতিয়া জাপানী সকলে নিজৰ দুৰ্দশাৰ কথা অনুভৱ কৰিব পাৰিলে। নিজৰ দেশৰ অনগ্ৰসৰতা দূৰ কৰাৰ কাৰণে জাপানী সকলে ইউৰোপৰ জ্ঞান বিজ্ঞান দৰ্শন, সাহিত্য সংস্কৃতিৰ মহৎ গ্ৰন্থ সমূহ জাপানী ভাষালৈ অনুবাদ কৰি তাৰ পৰা জ্ঞান আহৰণ কৰিবলৈ ধৰিলে আৰু আজি জাপানে আমেৰিকাৰ লগত সকলোফালে সমানে ফেৰ মাৰিব পৰা হৈছে। উন্নত দেশৰ মহৎ গ্ৰন্থ সমূহ জাপানী ভাষালৈ অনুদিত হৈ জাপানী সাহিত্য চহকী হৈ উঠিছে আৰু জাপানৰ 'হাইকুৱে' অসমীয়া কাব্য সাহিত্যতো খোপনি পুতিবলৈ সক্ষম হৈছে। জাপানৰ এই অভূতপূৰ্ণ প্ৰগতিৰ সচাঁৰ কাঠি হ'ল কিতাপ।

আজি সমগ্ৰ পৃথিৱীতে প্ৰতিদিনে লাখ লাখ পুথি প্ৰকাশিত হ'ব ধৰিছে। সকলো ভাষাত সকলো কিতাপ পঢ়াতো আমাৰ জীৱনত কেতিয়াও সম্ভৱ নহয়। তথাপি পৃথিৱীৰ বিভিন্ন প্ৰান্তক জানিবলৈ, বিভিন্ন জাতিৰ সাহিত্য সংস্কৃতিৰ জ্ঞান পাবলৈ কিছুমান যুগজয়ী কিতাপ পঢ়াতো নিতান্তই প্ৰয়োজনীয়। নিজক সংস্কৃতিবান, দূৰদৰ্শী

আৰু জ্ঞানী হিচাপে গঢ়ি তুলিবলৈ হ'লে পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ বিভিন্ন ভাষাৰ বিজ্ঞান, দৰ্শন, সাহিত্য আৰু ইতিহাসৰ কিতাপ পঢ়ি জ্ঞান আহৰণ কৰাটো একান্ত প্ৰয়োজনীয়। তেতিয়াহে মানুহৰ ব্যক্তিত্বৰ বিকাশ হয়। মানৱ জাতিৰ প্ৰগতিৰ বিশয়ে সম্ভেদ পাবলৈ হ'লে বিশ্বৰ সৰ্বশ্ৰেষ্ঠ কিতাপ পত্ৰ পঢ়িবই লাগিব। ইংৰাজী ভাষাত বিশ্ববিখ্যাত এনচাইক্লোপেডিয়া ছপা হৈ ওলাইছে। মহৎ গ্ৰন্থ সমূহৰ সংকলন প্ৰকাশ পাইছে। এনে ধৰণৰ গ্ৰন্থ অধ্যয়ন কৰিলে মানুহৰ বৌদ্ধিক বিকাশ সম্ভৱ হয়। দেশ বিদেশৰ সাহিত্যৰ বাহিৰেও ইতিহাস, দৰ্শন বিজ্ঞান আদিৰ মহৎ গ্ৰন্থ সমূহৰ অধ্যয়নৰ পৰাও বিমল আনন্দ লাভ কৰিব পাৰি। বাট্ৰাণ্ড ৰাচেলৰ দাৰ্শনিক চিন্তাপুষ্ট ৰচনা, কাৰ্লমাক্সৰ ডাচ কেপিটেলৰ দৰে কঠিন গ্ৰন্থ বাৰে বাৰে অধ্যয়ন কৰিলে জটিলতাৰ মাজতো কিছুপৰিমানে হ'লেও জ্ঞান আহৰণ কৰিব পাৰি। ৰুচ ঔপন্যাসিক দস্তয়েভস্কিৰ উপন্যাস, মেক্সিমগৰ্কীৰ উপন্যাস, আন্তন চেকভৰ গল্প পঢ়ি সকলোৱে আনন্দ লাভ কৰিব পাৰে। ফৰাচী ঔপন্যাসিক ক্যামুৰ প্লেগ হেমিংৱেৰ বৃদ্ধ মানুহজন আৰু সাগৰ আদিৰ দৰে যুগজয়ী কিতাপে সকলো শ্ৰেণীৰ পাঠকৰে অন্তৰ পৰশি যায়। এনেধৰণৰ মহৎ পুথিয়ে অন্তৰত যি এক অনুপম আনন্দৰ সৃষ্টি কৰে তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি, শব্দৰে বৰ্ণাব নোৱাৰি।

পুথি মানুহৰ নিঃসঙ্গ জীৱনৰ একান্ত সংগী। নিৰ্জন দ্বীপত বাস কৰিও পুথি অধ্যয়নৰ দ্বাৰা মানুহে মনৰ খোৰাক যোগাব পাৰে, নিৰ্জনতা দূৰ কৰিব পাৰে কিতাপৰ স'তে মানুহে নিৰ্জনতাৰ মাজতো কথা কোৱাৰ সংগী বিচাৰি ল'ব পাৰে। কুসংগ কুচিন্তা আৰু কুকৰ্মৰ পৰা মানুহক বিৰত ৰাখে কেৱল কিতাপে। জেলৰ নিৰ্জন চেলৰ মাজতো নিঃসঙ্গ কায়দীয়ে পুথি অধ্যয়নকে অৱলম্বন হিচাপে লৈ সুস্থ চিন্তা চৰ্চাৰে দিন অতিবাহিত কৰিব পাৰে। মহাত্মা গান্ধী জৱহৰলাল নেহৰুৰ দৰে মহান নেতাসকলে স্বাধীনতাৰ আন্দোলনৰ সময়ত কাৰাগাৰত থাকিও পুথি অধ্যয়নত নিমগ্ন হৈ বন্দী জীৱনৰ নিঃসঙ্গতা দূৰ কৰিছিল। পুথিয়েই মানুহৰ জীৱনৰ আশাৰ বন্তি, নিঃসংগতাৰ সংগী, সৎপথৰ নিৰ্দেশক। মানসিক অৱসাদে ভাৰাক্ৰান্ত কৰা মনক জীপাল কৰি তোলে পুথি অধ্যয়নৰ নিয়মীয়া অভ্যাসে। আজৰি সময় কটোৱাৰ আনন্দদায়ক উপায় হ'ল পুথি অধ্যয়ন। আজৰি সময় কটোৱাৰ বাবে আজি কালি বেচিভাগ মানুহে চিনেমা, টেলিভিচন ভিডিঅ' ফিল্ম আদিৰ দৰে ইলেক্ট্ৰনিক মাধ্যমৰ শৰনাপন্ন হোৱা দেখা যায়। এইবোৰ আধুনিক আমোদ প্ৰমোদৰ আহিলাই মানুহৰ চিন্তাশক্তি বঢ়াব নোৱাৰে, মস্তিষ্কৰ বিকাশ ঘটাব নোৱাৰে। মানুহৰ চিন্তা শক্তি, কল্পনা

শক্তি, স্মৃতি শক্তিৰ উৎকৰ্ষ সাধনকাৰী বিমল আনন্দ দাযিনী একমাত্ৰ উপায় হ'ল নিয়মীয়া পুথি অধ্যযন। পুথি অধ্যযন এটা নিচাৰ দৰে, এটা নিয়মীয়া অভ্যাসৰ দবে। এই অভ্যাস ছাত্ৰ অৱস্থাতে গডি তুলিব লাগে। এই অভ্যাস এবাৰ গঢি উঠিলে সি বযসৰ লগে লগে বাঢিহে যায়, টুটি নাযায। ছাত্ৰ অৱস্থাতে বিভিন্ন ভাষাৰ মহাকাব্য সমূহ পঢিব লাগে। ৰামাযন মহাভাৰতৰ চৰিত্ৰৰ মাজত জীৱনক সুস্থভাৱে গঢি তোলাৰ আদৰ্শ বিচাৰি পোৱা যায। তেনেদৰে গ্ৰীক মহাকাব্য ইলিযাড ওডিচিৰ মাজত পাশ্চাত্য সভ্যতাৰ আদৰ্শ চৰিত্ৰসমূহক লগ পোৱা যায। মহাকাব্যৰ চৰিত্ৰৰ ওপৰত ভিত্তি কৰি বৰ্তমান যুগত প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যত কিমান কাব্য নাটক উপন্যাস ৰচিত হৈছে তাৰ সীমা সংখ্যা নাই। মহাভাৰতৰ কৰ্ণ, যযাতি ভীম আদি চৰিত্ৰৰ ওপৰত ভিত্তি কৰি একাডেমী পুৰস্কাৰপ্ৰাপ্ত উপন্যাসৰ সৃষ্টি হৈছে বিভিন্ন ভাৰতীয ভাষাত। সেইবোৰ উপন্যাস পঢিলে মন প্ৰাণ আনন্দৰে উপচি পৰে। পাঠকৰ চিন্তা শক্তিৰ খোৰাক যোগোৱাত পুথিযে অৰিহনা যোগায। পৃথিৱীৰ প্ৰধান তিনিটা ধৰ্ম হিন্দু ইছলাম আৰু খ্ৰীষ্টানৰ প্ৰধান ধৰ্মগ্ৰন্থ সমূহো পঢিব লাগে। গীতা বাইবেল আৰু কোৰাণ সৃষ্টি হৈছে মৌখিক সাহিত্যৰ ভেটিত। কুৰুক্ষেত্ৰৰ যুদ্ধত ভগৱান শ্ৰীকৃষ্ণই অৰ্জুনক শুনোৱা বাণীৰ আধাৰত সৃষ্টি হৈছে গীতা। হজৰতৰ মৌখিক বাণীৰে সৃষ্টি হৈছে কোৰাণ আৰু যীশুখৃষ্টৰ বাণীৰে সৃষ্টি হৈছে বাইবেল। শ্ৰীকৃষ্ণ, হজৰত, যীশুখৃষ্ট কোনোজনেই বিদ্বান পুৰুষ নহয। কিন্তু তেওঁলোক আছিল পৰমাত্মিক অলৌকিক জ্ঞান শক্তি সম্পন্ন সিদ্ধ পুৰুষ। বিভিন্ন ভাষাৰ ধৰ্মগ্ৰন্থ সমূহ পঢিলে মানুহৰ আধ্যাত্মিক চিন্তাৰ বিকাশ ঘটে। মানৱ দেহৰ বিকাশৰ বাবে যেনেদৰে সুষম আহাৰৰ প্ৰয়োজন হয় তেনেদৰে মস্তিষ্কৰ বিকাশৰ বাবে সুষম মানসিক আহাৰৰ প্ৰয়োজন হয় আৰু এনেধৰণৰ সুষম মানসিক আহাৰেই হ'ল পুথি অধ্যযন। পুথি অধ্যয়নৰ অভ্যাসে মানুহক সুন্দৰ কৰি তোলে। মানসিক ভাৱে সৌন্দৰ্য্যশালী কৰি তোলে। শাৰীৰিক সৌন্দৰ্য্যতকৈ মানসিক সৌন্দৰ্য্য আধিক আকৰ্ষনীয, অধিকৰমনীয আৰু অধিক চিৰস্থায়ী। কলা আৰু বিজ্ঞান দুয়োটা বিষয়ৰ কিতাপ পঢ়িলেহে মানসিক বিকাশে পৰিপূৰ্ণতা লাভ কৰে।

আমাৰ অসমীযা ভাষাত পুথিৰ সংখ্যা অন্য দেশ বিদেশৰ তুলনাত এতিয়াও অত্যন্ত তাকৰ হৈ আছে। পৃথিৱীৰ বিখ্যাত গ্ৰন্থ সমূহ আমাৰ ভাষালৈ এতিয়াও অনুদিত হোৱা নাই। ইউৰোপৰ মহৎ গ্ৰন্থ সমূহ অসমীয়া ভাষাত অধ্যয়ন কৰিব পৰা সৌভাগ্য আমাৰ হোৱা নাই। সংস্কৃত সাহিত্যৰ উৎকৃষ্ট পুথি সমূহো সম্পূৰ্ণৰূপে অসমীয়ালৈ

অনুবাদ কৰা হোৱা নাই। তথাপি তাৰ মাজতো যিখিনি পুথি আমাৰ অসমীয়া ভাষাত প্ৰকাশ হৈ ওলাইছে তাৰো প্ৰণালীবদ্ধ তালিকা পাবলৈ নাই। অসমীয়া মানুহৰ পুথি অধ্যয়নৰ অভ্যাস এতিয়াও নিম্ন স্তৰতে আছে। বৰ্ত্তমানৰ পৰিবৰ্ত্তিত পৰিস্থিতিত অসমীযা মানুহ আৰু অধিক অধ্যয়ন বিমুখ হোৱা পৰিলক্ষিত হৈছে। এই অধ্যয়ন বিমুখিতা এটা উঠি অহা জাতিৰ বাবে শুভলক্ষণ নহয়। অৱশ্যে এই নিৰাশাজনক পৰিস্থিতিৰ গুৰিতে অসমৰ অস্থিৰ বাতাবৰণৰ প্ৰভাৱ কোনেও অস্বীকাৰ কৰিব নোৱাৰে। সুস্থ সবল চিন্তা কৰাৰ বাবে সুস্থ পৰিবেশৰ প্ৰয়োজন অতি গুৰুত্বপূৰ্ণ। ইযাৰ মাজতো যিখিনি মানুহে একান্তমনে অধ্যয়নত ব্ৰতী হৈ আছে তেওঁলোকৰ চিন্তাৰ উৎকৰ্ষতাই জ্ঞানৰ পৰিপক্কতাই অসমৰ বৌদ্ধিক জগতখন উদ্ভাসিত কৰিব বুলি আমি এতিযাও আশাবাদী।

পৰিশেষত বিদগ্ধ পণ্ডিতসকলৰ সুৰতে সুৰ মিলাই কওঁ পুথি হ'ল জীৱনৰ সঞ্জীৱনী সুধা। এই সুধা পান কৰিলেহে মানুহে জীৱনত জ্ঞানৰ পোহৰ দেখিবলৈ পায়। যেতিয়া সকলো পাৰ্থিব বস্তুৱে মানুহক লগ এৰা দিয়ে, যেতিয়া নিজৰ ল'ৰা ছোৱালীয়েও সংগ নিদিযা হয় তেতিয়া মানুহক সংগ দিবৰ বাবে ৰৈ থাকে কেৱল কিতাপ। কিতাপেই মানুহক নিঃসংগতাৰ মাজতো সংগ সুখদিয়ে, নিৰানন্দৰ মাজতো আনন্দ দিযে। অৱসাদ, হতাশা, বিষাদ, কাৰুণ্যৰ মাজতো শান্ত্বনা দিয়ে, মনৰ জড়তাৰমাজতো পুথি অধ্যয়নেই সজীৱতা আনি দিয়ে। পুথিয়েই হ'ল মানুহৰ বিপদ আপদৰ পৰম বন্ধু, বুঢ়া বয়সৰ নিৰ্ভৰযোগ্য লগৰী। পুথি অধ্যযনৰ পৰা লাভ কৰা আনন্দ আত্মোপলব্ধিৰ আনন্দ। সেই আনন্দৰ ৰসত নিমগ্ন হৈ মানুহে আত্মানুসন্ধান কৰিব পাৰে, সংস্কৃতিবান হ'ব পাৰে, ভয় সংকোচ, দ্বিধা সংশয় পৰিহাৰ কৰি প্ৰকৃতাৰ্থত ব্যক্তিত্ব সম্পন্ন জ্ঞানী পুৰুষ হিচাপে সামাজিক প্ৰতিষ্ঠা লাভ কৰিব পাৰে। বিশ্ব ইতিহাসৰ চিৰস্মৰণীয় ব্যক্তিসকলৰ জীৱন দৰ্শন অধ্যয়ন কৰিলে এই কথাৰ সত্যতা প্ৰতিপন্ন হয়।



# ৰবাৰ্ট বাৰ্নছ্‌ৰ কবিতাত ৰোমাণ্টিক নিৰ্যাস

শতিকাজুৰি পৰম্পৰাগত ক্লাছিচিজমৰ আধাৰত ৰচনা কৰা পদ্য শৈলীৰ পিছত ইংৰাজী সাহিত্যৰ তিনি গৰাকী কবি গ্রে, গল্ডস্মিথ আৰু কাউপাৰৰ কবিতাত চৰাইৰ মাতত সাৰ পোৱা উষাৰ সমস্বৰ সংগীত শুনিবলৈ পোৱা যায়। এই তিনি গৰাকী প্ৰায় সমসাময়িক কবিৰ কবিতাত সূৰ্যোদয়ৰ সুৰ প্ৰতিধ্বনিত হোৱাৰ লগে লগে ৰোমাণ্টিচিজিমৰ নীৰৱ পদধ্বনি শুনিবলৈ পোৱা যায়। যি গৰাকী কবিৰ কবিতাত প্ৰাচীন অনুভূতিৰ পৰম্পৰা অতিক্ৰম কৰি হৃদয় জোকাৰি যোৱা প্ৰেমানুভূতিৰ জোৱাৰ উদ্বেলিত হৈ উঠা দেখা যায়, সেই গৰাকী কবি হ'ল ওঠৰ শতিকাৰ স্কটিছ কবি ৰবাৰ্ট বাৰ্ণছ্‌, যাৰ কবিতাৰ ছন্দে ছন্দে নিৰ্যাসিত হৈছে মানুহৰ বুকুৰ সংবাদ—

*'Give me or spark O' Nature's fire*
*That's a the learning I desire,*
*Then, Though I trudge thro club an mine*
*At pleugh or cart*
*My Muse, though hamely in attire*
*May touch the heart'*

কাৰ্লাইলৰ মতে জীৱনৰ সুৰভি বিয়পি পৰিছে বাৰ্ণছ্‌ৰ মহৎ কবিতা— *'Cotter's Saturday Night'* ত। দাৰিদ্ৰপীড়িত অন্তৰ্দ্বন্দ্বৰ নিৰ্যাসেৰে পৰিপূৰ্ণ হৈ উঠিছে তেওঁৰ *'The Jolly Beggars"* কবিতাত। বয়সৰ জোখেৰে মাত্ৰ সাতত্ৰিশ বছৰ জীয়াই থাকি ৰবাৰ্ট বাৰ্নছে ইংৰাজী সাহিত্যত যি ৰোমাণ্টিক মধুৰ নিৰ্যাস বিলাই দিলে সেয়ে তেওঁক ৰোমাণ্টিচিজিমৰ বাটকটীয়া হিচাপে ইংৰাজী কাব্য সাহিত্যত চিৰস্মৰণীয় কৰি ৰাখিছে। গ্রে আৰু কাউপাৰৰৰোমাণ্টিক মূৰ্চনাই মানুহৰ অন্তৰত বসন্ত কালৰ বিহঙ্গম কলধ্বনিৰ দৰে প্ৰতিধ্বনি তুলিলে। প্ৰেম, ভালপোৱা হৰ্ষ-বিষাদ আৰু প্ৰকৃতিৰ সজীৱ বৰ্ণনাই মানুহৰ অন্তৰ ৰোমাণ্টিক অনুভূতিৰে উদ্বেলিত কৰিলে। সাতত্ৰিশ

বছৰীয়া বাৰ্ণছৰ জীৱনটোৱেই যেন এটি কৰুণ কবিতা — এটা যেন ইলিজি। দাৰিদ্ৰ আৰু কঠোৰ শ্ৰমৰ মাজত মানুহৰ বুকৰ সংবাদ বিচাৰি পোৱা বাৰ্ণছৰ কবিতাত কঠোৰ বাস্তৱৰ মাজতো অনুভূতিপ্ৰৱণ কল্পনাৰ মধুৰ নিৰ্যাস বিয়পি পৰিছে আৰু সেই কাৰণেই বাৰ্ণছৰ প্ৰতিটো কাবিতাৰ ছন্দত সঙ্গীতৰ মৰ্মস্পৰ্শী সুৰধ্বনি অনুৰণিত হৈছে। বাস্তৱ জীৱনৰ দুঃসাহসিক যাত্ৰাৰ দৰেই সাহিত্যৰ ক্ষেত্ৰতো তেওঁৰ যাত্ৰা আছিল দুঃসাহসিক আৰু দুৰ্যোগপূৰ্ণ। দুৰ্যোগৰ মাজত অস্তিত্ব প্ৰতিপন্ন কৰাৰ সংগ্ৰামেৰেই আৰম্ভ হৈছিল বাৰ্ণছৰ বাস্তৱ জীৱন।

স্কটলেণ্ডৰ এনৰে নামৰ এখন সৰু ঠাইৰ এটি স্কটিছ্ কৃষক পৰিয়ালৰ পৰ্ণকুটীৰত ১৭৫৯ চনৰ সেমেকা শীতত জন্ম হৈছিল ৰবাৰ্ট বাৰ্ণছৰ। তেওঁৰ দেউতাক আছিল সৎ দৰিদ্ৰ আৰু ঈশ্বৰপৰায়ন লোক যিয়ে অনুৰ্বৰ মাটিত কপালৰ ঘাম পেলাই সূৰ্যোদয়ৰ পৰা সূৰ্যাস্তলৈকে হাড়ভঙা পৰিশ্ৰম কৰি নিজৰ পৰিয়ালৰ ভৰণ পোষণৰ বাবে খেতি কৰিছিল। দিনৰ দিনটো পৰিশ্ৰম কৰিও দেউতাকে সংসাৰৰ জোৰা মাৰিব পৰা নাছিল। বাৰ্ণছৰ ককায়েক বৰীয়ে তেৰ বছৰ বয়সৰ পৰাই বাপেকৰলগত খেতিপথাৰত কাম কৰিছিল। বাৰ্ণছ ডাঙৰ হোৱাৰ পিছত দেউতাকৰ লগত খেতিপথাৰত কঠোৰ পৰিশ্ৰম কৰিবলৈ বাধ্য হৈছিল। সৰুৰে পৰা কঠোৰ পৰিশ্ৰম কৰি জীয়াই থকাৰ সংগ্ৰামত অৱতীৰ্ণ হ'ব লগীয়া হোৱা বাবেই ল'ৰালিৰ মুক্ত আনন্দ খিনিৰ পৰাও বঞ্চিত হৈছিল বাৰ্ণছ। জীয়াই থকা আৰু জীয়াই ৰখাৰ সংগ্ৰামত ব্ৰতী হৈ পৃথিৱীৰ অনুৰ্বৰ মাটিৰ সৈতে মিতিৰালি পতা বাৰ্ণছৰ মাটি আৰু মানুহৰ সংগীতেৰেই কবিতাৰ ছন্দ ৰচিছিল। খেতি পথাৰত কঠোৰ পৰিশ্ৰম কৰিও তেওঁ স্কুললৈ গৈছিল। দেউতাক খেতিয়ক হ'লেও নিজৰ ল'ৰা ছোৱালীক সুশিক্ষা দিয়াৰ বাবে তেওঁ ব্যৱস্থা কৰিছিল। শস্য পথাৰত কৰা হাড়ভঙা পৰিশ্ৰমৰ ফলত দেউতাকৰ স্বাস্থ্য ভাঙি পৰিছিল আৰু এদিন অকালতে তেওঁৰ মৃত্যু হৈছিল। দেউতাকৰ মৃত্যুৰ পিছত বাৰ্ণছেও পৰিয়ালৰ দায়িত্ব বহন কৰি খেতিপথাৰত কাম কৰিছিল। স্কটলেণ্ডৰ কৃষকৰ হাড়ভঙা পৰিশ্ৰম, ঘাম, মাটি আৰু মানুহৰ সংগীত প্ৰতিধ্বনিত হৈছে বাৰ্ণছৰ 'দি ক'টাৰচ্ চেটাৰডে নাইট' নামৰ কবিতাত। স্কটলেণ্ডৰ শ্ৰমজীৱী মানুহৰ শৌৰ্য-বীৰ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধা কবিতাটোৰ ছন্দত লিপিবদ্ধ হোৱা দেখা যায়। এই কবিতাটোৰ বিষয় বস্তুৱে স্কটলেণ্ডৰ মানুহৰ মনত গভীৰ আলোড়নৰ সৃষ্টি কৰিছিল। কবিতাটোত

বাৰ্ণছৰ সংগ্ৰামী জীৱনৰ গভীৰ আত্ম বিশ্লেষণ পৰিস্ফুট হৈ উঠিছে। তেওঁ নিজেই খেতিৰ কাম কৰি কৃষকৰ শাৰীৰিক পৰিশ্ৰমৰ অভিজ্ঞতা উপলব্ধি কৰিব পাৰিছিল। সেই বাস্তৱ উপলব্ধিৰে কাব্যিক প্ৰকাশ *'The Cotter's Saturday Nıght'* কবিতাটো। কবিতাটোৰ ছন্দত স্কটলেণ্ডৰ মাটিৰ গোন্ধ মিহলি হৈ আছে আৰু সেয়েহে এই কবিতাটো তেওঁৰ এক অনুপম সৃষ্টি হিচাপে পৰিগণিত হৈছে।

খেতি পথাৰত কাম কৰি থাকোতেই বাৰ্ণছৰ অণুভূতিপ্ৰৱণ মনত কবিতাৰ বীজ অঙ্কুৰিত হৈছিল। খেতিপথাৰত শস্যৰ বীজে গজালি মেলাৰ দৰে কবিৰ অন্তৰতো কবিতাৰ সাৱলীল ছন্দৰ উন্মেষ ঘটিছিল। শস্য পথাৰতে হাতত কাগজ কলম লৈ তেওঁ কবিতা লিখিছিল। শ্ৰম আৰু ঘাম মিহলি হৈ থকা তেওঁৰ কবিতা সমূহ প্ৰকাশকৰ ওচৰত বিক্ৰী কৰি তাৰ বিনিময়ত লাভ কৰা ধনেৰে তেওঁ সাতাইশ বছৰ বয়সত জামাইকালৈ যাবলৈ ঠিৰাং কৰিলে। কবিৰ এই সিদ্ধান্ত আছিল অপ্ৰত্যাশিত। স্কটলেণ্ড এৰি যোৱাৰ আগদিনাৰ ৰাতিটো আছিল গধুৰ তমসাচ্ছন্ন। কবিৰ অন্তৰ বেদনাৰে ভাৰাক্ৰান্ত। নিজ জন্মভূমিৰ মাটিৰ মোহ ত্যাগ কৰি পিছদিনা তেওঁ গুচি যাব। সেই তমসাচ্ছন্ন ৰাতি গধুৰ অন্তৰেৰে কবিয়ে স্কটলেণ্ডৰ মাটিৰ কেঁচা গোন্ধেৰে সুবাসিত কৰি লিখিলে তেওঁৰ এক কৰুণ বিদায়গীত— *'Farewell to Scotland'* সেই বিদায় গীতত কবিৰ অন্তৰ উথলি উঠা গভীৰ অনুভূতি ছন্দময় ৰূপত প্ৰোজ্জ্বল হৈ উঠিল। কবিতাটো লিখাৰ পিছত পিছদিনা ৰাতিপুৱা তেওঁৰ সিদ্ধান্ত সলনি কৰিলে। স্কটলেণ্ডৰ মাটিৰ মোহে তেওঁক ধৰি ৰাখিলে। মাত্ৰ ২০ পাউণ্ডৰ বিনিময়ত বিক্ৰী কৰিদিয়া তেওঁৰ কবিতা সমূহৰ সংকলন 'কিলমাৰ্নক' নামৰ প্ৰকাশকে *'Poems Chıefly ın the Scottıst dılect'* নাম দি প্ৰকাশ কৰি উলিয়ায় ১৭৮৬ চনত। কিলমাৰ্নকৰ সংস্কৰণটো সৰু আছিল যদিও এই কবিতাৰ সংস্কৰণে স্কটলেণ্ডৰ বুকুত আলোড়নৰ সৃষ্টি কৰিলে। সাহিত্যিক সাংবাদিক পণ্ডিত আদি বিদ্বৎ সমাজৰ লোকৰ উপৰি খেতিয়ক, শ্ৰমিক দাস-দাসীয়েও এই কবিতাৰ পুথিখন কিনি পঢ়িছিল। এই কবিতাপুথিয়ে ইংৰাজী সাহিত্যৰ বুৰঞ্জীত এক অভিলেষ স্থাপন কৰিলে। সৰ্বসাধাৰণৰ অন্তৰ পৰশি যোৱা কবিতাই ইংৰাজী সাহিত্যত এক নতুন ৰোমাণ্টিক পদ্যশৈলীৰ সংযোজন ঘটালে। গ্ৰে আৰু কাউপাৰে আৰম্ভ কৰা ৰোমাণ্টিচিজিমৰ ধাৰাক বাৰ্ণছৰ কবিতাই অধিক তীব্ৰতৰ কৰি তুলিলে। এখনি সৰু কবিতাপুথিৰে ইংলেণ্ডৰ বৌদ্ধিক

সমাজৰ হৃদয় জয় কৰা বাৰ্ণছৰ *'Scottish Dielect'* ৰ ওপৰত সমালোচনা আগবঢাই বিশিষ্ট কাব্য সমালোচক মাৰ্লোৰে মত প্ৰকাশ কৰি কৈছিল 'অফুৰন্ত সৃষ্টি' বুলি। মাৰ্লোৰে নিজৰ ভাষাত মত প্ৰকাশ কৰিছিল — *'Infinite riches in a little Room'* । বাৰ্ণছৰ বিখ্যাত কবিতা সমূহৰ ভিতৰত *"The Cotter's Saturday Night, To a Mouse, To a Mountain day, Man was made to mourn, The two Pogs, Address to the Deil, Halloween'* আদি কবিতাৰ মাজত ৰোমাণ্টিক দুখবোধৰ চিত্ৰ প্ৰোজ্জ্বল হৈ উঠিছে। তেওঁৰ কবিতাত ৰোমাণ্টিক ভাৱধাৰাৰ প্ৰকাশ সুন্দৰভাৱে পৰিস্ফুট হৈছে। বাৰ্ণছৰ ছটা কবিতা পঢ়িলেই ইংৰাজী সাহিত্যত ৰোমাণ্টিক আন্দোলনৰ ছটা লক্ষণ স্পষ্ট হৈ উঠা দেখা যায়। ৰোমাণ্টিক প্ৰেমৰ কাহিনীৰে সমৃদ্ধ বাৰ্ণছৰ কবিতা —

*'Ae fond kiss, and then we sever!*
*As farewell, and then forever!*
*Deep in heart-wrong tears O'll pledge thee,*
*Warring sighs and groans I'll wage thee,*
*We shall say that Fortune grieves him,*
*While the star of hope she leaves him?'*

ৰোমাণ্টিক প্ৰেমৰ উচ্ছ্বাস আৰু অন্তৰৰ গভীৰতম অনুভূতিৰ চৰম প্ৰকাশ দেখা যায় তেওঁৰ কবিতাৰ ছন্দত। প্ৰেমৰ গভীৰ আকুতিৰে কবিয়ে গাইছে,—

*'But to see her was to love her,*
*Love but her, and love forever,*
*Had we never lov'd sae blindly,*
*Never met or never parted*
*We had ne'er been broken hearted'*

এনেধৰণৰ ৰোমাণ্টিক কবিতাই ইংলেণ্ডৰ সৰ্বসাধাৰণৰ হৃদয় স্পৰ্শ কৰা বাবেই বাৰ্ণছৰ কবিতা হৈছিল জনগনৰ কবিতা। বাৰ্ণছে ১৭৮৮ চনত জিন আৰমাৰ নামৰ বিশ্বাসী ছোৱালী এজনীক বিয়া কৰাইছিল। জিনৰ প্ৰতি থকা তেওঁৰ ভালপোৱা প্ৰকাশ কৰিছিল কবিতাৰ ছন্দেৰে—

*'I see her in the dewy folwers*
*I see her sweet and fair,*
*I hear in the tune fu' brids,*
*I hear her charm and air*
*There is not a bonie bird that sings,*
*But minds me O' my Jean'*

বাৰ্ণছৰ পদ্যসমূহ গীতিকবিতা। সংগীতৰ সুৰ প্ৰতিধ্বনিত হৈছে তেওঁৰ কবিতাত। সেই সংগীত স্কটলেণ্ড অথবা ইংলেণ্ডৰ মাটিত পৰম্পৰাগত সঙ্গীত নহয়। সেই সংগীত দাৰিদ্ৰ পীড়িত মানুহৰ আৰু প্ৰকৃতিৰ সংগীত। তাৰ মাজত নিহিত হৈ আছে মানুহৰ চিৰন্তন সংগ্ৰাম, প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য্য, হাঁহি কান্দোন আৰু প্ৰেম-বিৰহ। সেই গীতি কবিতা সমূহৰ ভিতৰত *'Booni'e doon' My love like a Red, Red Rose,' 'Auld Lang syne', Shighland Mary Scots wha hae'* আদি একোটা একোটা অন্তৰস্পৰ্শী কবিতা। স্বদেশপ্ৰেমৰ জ্বলন্ত নিদৰ্শন তেওঁৰ কবিতা *'Scots wha hae in Wallace bled'*। বাৰ্ণছৰ জীৱনটোৱেই আছিল এটি লোকগীতি। জীৱনত সংগ্ৰাম কৰি নিজক প্ৰতিষ্ঠা কৰা কবি গৰাকী জীযাই আছিল মাথোঁ সাতত্ৰিশ বছৰ। এই চুটি জীৱনকালত তেওঁ বিভিন্ন বিষযৰ ওপৰত অজস্ৰ কবিতা ৰচনা কৰিছিল। মানুহে সাধাৰণতে লক্ষ্য নকৰা বিষয়ৰ ওপৰতো তেওঁ কবিতা লিখিছে। তেনেধৰণৰ কবিতা হ'ল *'To a Mouse and to a Mountain Deisy'* মানবীয় অনুভুতিৰে লিখা কবিতা সমূহৰ ভিতৰত *'Winter'* আৰু *'Ye Banks and braes O' bonie doon'* মানবীয় প্ৰমূল্যবোধৰ ওপৰত লিখা *'A man's a man for a that'* ব্যক্তিগত পৰ্য্যবেক্ষনৰ ওপৰত লিখা *'The Vision'* ব্যঙ্গসুৰী কবিতা *'Epistle to a young Friend'* আদি বিভিন্ন স্বাদৰ কবিতাই বাৰ্ণছৰ কাব্যিক প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে। ন্যায়ৰ প্ৰতি গভীৰ আস্থা প্ৰকাশিত হৈছে *'Address to the unco Guid'* কবিতাত। ধনী দুখীয়াৰ সংঘাত, বিকশিত হৈছে *'The Twa Dogs'*। আনন্দ উল্লাসৰ বিমূৰ্ত্ত প্ৰকাশ ঘটিছে *'Halloween'* নামৰ কবিতাত। তেওঁৰ জীৱন বৃত্তান্ত স্মৃতি ধৰিছে *'A bird's Epitaph'* নামৰ কবিতাটোত। বাৰ্ণছৰ দীঘলীয়া কবিতাসমূহৰ ভিতৰত *'The*

*cotter's saturday Nıght'* আৰু *'Jam O' Shanter'* দুটা সুন্দৰ কবিতা। প্ৰথমটো কবিতাত দাৰিদ্ৰৰ মাজত জীয়াই থকাৰ সংগ্ৰামৰ বাংময় ছবি জীৱন্ত হৈ উঠিছে আৰু দ্বিতীয় কবিতাটোত হাস্য আৰু ব্যঙ্গৰ সজীৱ চিত্ৰ উজ্জ্বল হৈ উঠিছে। মানুহ আৰু প্ৰকৃতিৰ সজীৱ অথচ অৰ্থপূৰ্ণ চিত্ৰ কবিতাৰ ছন্দৰ মাজত লুকাই থকা বাবেই বাৰ্ণছৰ কবিতাই সৰ্বসাধাৰণৰ অন্তৰতো গভীৰ অনুভূতি জগাই তোলে আৰু সেই অনুভূতিয়ে হিয়াৰ তন্ত্ৰী জোকাৰি যোৱা বাবেই কবিতা হৈ উঠে মানুহৰ বুকুৰ সংবাদ আৰু বেদনাৰ অভিব্যক্তি। ৰোমাণ্টিক ভাৱবিলাস আৰু চিন্তাৰ যোগসূত্ৰ ৰক্ষা কৰা বাবেই ৰবাৰ্ট বাৰ্ণছক ইংৰাজী কাব্য সাহিত্যত ৰোমাণ্টিচিজিমৰ পথ প্ৰদৰ্শক হিচাপে চিহ্নিত কৰা হৈছে।

বাৰ্ণছৰ মৃত্যু হৈছিল ১৭৯৬ চনত। ৰোগশয্যাত পৰি থাকোতে তেওঁৰ আৰোগ্যৰ বাবে শুশ্ৰূষা কৰিছিল জেচী লিবাৰচ্ নামৰ এগৰাকী ব্যক্তিয়ে। তেওঁৰ প্ৰতি কৃতজ্ঞতা জনাই ৰোগশয্যাত পৰিয়েই বাৰ্ণছে লিখিছিল *'O wert thou ın the Could blast'* নামৰ এক সুন্দৰ গীতি কবিতা— যাৰ সুৰত স্পন্দিত হৈছিল এখন ভগ্ন হৃদয়ৰ গভীৰ উচ্ছ্বাস। দাৰিদ্ৰৰ মাজত থাকি জীৱনৰ প্ৰতি গভীৰ মমতাবোধেৰে মানুহ আৰু প্ৰকৃতিৰ সজীৱ চিত্ৰ আঁকা ৰোমাণ্টিক কবি বাৰ্ণছৰ কবিতা আজিও ইংৰাজী সাহিত্যৰ অমূল্য কাব্যগ্ৰন্থ হিচাপে পৰিগণিত হৈ আছে।



# ফৰাচী কথা সাহিত্যিক
# এমিল জোলা তেওঁৰ উপন্যাস

ফৰাচী কথা সাহিত্যৰ ইতিহাসত এক যুগান্তকাৰী প্ৰতিভা হ'ল এমিল জোলা, যাৰ উপন্যাসে ঊনৈশ শতিকাৰ শেষাৰ্দ্ধত বিশ্ব সাহিত্যিত আলোডন সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। উপন্যাস এখন কিমান দীঘলীয়া হ'ব পাৰে তাৰ উত্তৰ দিয়াটো সাহিত্য সমালোচকৰ পক্ষে সহজ নহয়। কিয়নো উপন্যাসৰ কাহিনীৰ গতি - প্ৰকৃতি আৰু কাহিনীৰ মাজৰ যোগসূত্ৰ ৰক্ষা কৰাৰ বাবে\ একোখন উপন্যাস কেইবা খণ্ডতো সমাপ্ত কৰিবলগীয়া হ'ব পাৰে। ফৰাচী সাহিত্যত উপন্যাসৰ গতি - প্ৰকৃতিৰ ওপৰত গৱেষণা কৰি জোলাই এখন উপন্যাস বিশ খণ্ডত সমাপ্ত কৰি বিশ্ব অভিলেখ স্থাপন কৰিছিল। এই বিশখণ্ডত সমাপ্ত কৰা উপন্যাসৰ কাহিনীত বৈচিত্ৰ্যৰ সমাবেশ ঘটিছে, কিন্তু কাহিনীৰ যোগসূত্ৰ অব্যাহত আছে। প্ৰতিখন উপন্যাসৰ নাম ভিন্ন ভিন্ন, প্ৰতিখন উপন্যাসেই একোখন স্বয়ংসম্পূৰ্ণ কাহিনী সম্বলিত উপন্যাস। আজিলৈকে বিশ্ব সাহিত্যত এনে ধৰণৰ সুদীৰ্ঘ উপন্যাস কোনেও লিখা নাই। এনে এক বৈচিত্ৰপূৰ্ণ উপন্যাস সৃষ্টিৰে ফৰাচী উপন্যাস সাহিত্যক বিশ্ব দৰবাৰত প্ৰতিষ্ঠা কৰা কথা সাহিত্যিক এমিল জোলাৰ নাম ফৰাচী সাহিত্যত অপ্ৰতিদ্বন্দ্বী ঔপন্যাসিক হিচাপে চিৰস্মৰণীয় হৈ আছে।

এমিল জোলাৰ বাস্তৱ জীৱনৰ কাহিনীটো আছিল উপন্যাসৰ দৰে ৰোমাঞ্চকৰ। দাৰিদ্ৰ্যৰ মাজত সংগ্ৰাম কৰি জীযাই থকা জোলাৰ শৈশৱ আৰু যৌৱন নৈৰাশ্যময় অভাৱ-অনাটন আৰু দাৰিদ্ৰ্যৰ মাজতে অতিবাহিত হৈছিল আৰু নিজৰ অস্তিত্ব প্ৰতিপন্ন কৰাৰ বাবেই তেওঁলোকে বাৰে বাৰে স্থান পৰিবৰ্তন কৰিব লগীয়া হৈছিল। ১৮৪০ চনৰ ২ এপ্ৰিলত পেৰিছ চহৰত এমিল জোলাৰ জন্ম হৈছিল। এমিল জোলাৰ পিতৃৰ নাম আছিল ফ্ৰানচেস্কো জোলা আৰু মাতৃৰ নাম ফ্ৰাকেয়া এমিল। জন্মৰ পিছতে কেচুৱাৰ নাম ৰখা হৈছিল এমিল এডৱাৰ্ড চাৰ্লছ আন্তোৱা, তাৰ পিছত মাক-দেউতাকৰ

নামৰ পৰা এমিল আৰু জোলা লগ লগাই এমিল জোলা নামেৰে পৰিচিত হৈ উঠিছিল। দেউতাকৰ অকাল বিযোগৰ পিছত জোলা পৰিযাললৈ নামি আহিছিল দুখ -দুৰ্দশা। দুৰ্দশাগ্ৰস্ত পৰিযালটোক জীয়াই ৰখাৰ বাবে তেওঁলোকৰ সা-সম্পত্তিও বিক্ৰী কৰিবলগীযাত পৰিছিল। আনকি কঢাল দাৰিদ্ৰ্যৰ কবলত পৰি নিজৰ থকা ভেটিটোও বিক্ৰী কৰিবলগীয়া হৈছিল। এনেদৰে দুখ-দৈন্যৰ মাজেৰে এখন ঠাইৰ পৰা আন এখন ঠাইলৈ ঘূৰি ফুৰিব লগীয়া হৈছিল জোলা পৰিযাল। সেই সময়ত এমিল জোলাৰ 'প্ৰাথমিক শিক্ষা' আৰম্ভ কৰাৰ সময় হৈছিল। যাযাবৰৰ দৰে ঘূৰি ফুৰিলে পুতেকৰ পঢ়া শুনাত ব্যাঘাত জন্মিব পাৰে বাবে মাকে জোলাক গ্ৰামাঞ্চলৰ এখন ব'ৰ্ডিং স্কুলত ভৰ্তি কৰি দিলে। জোলাৰ মাকে দাৰিদ্ৰ্যৰ নিদাৰুণ যন্ত্ৰণা সহ্য কৰিব নোৱাৰি দেউতাকৰ ঘৰলৈ গুচি আহে আৰু তাতে দেউতাকৰ আশ্ৰয়ত থাকি বাকীকেইটা ল'ৰা-ছোৱালীৰ সৈতে জীৱন যাপন কৰে। কিন্তু বৃদ্ধ দেউতাকৰো বিশেষ কোনো আয়ৰ উৎস নোহোৱা বাবে অভাৱ-অনাটনৰ মাজত দিন অতিবাহিত কৰিবলগীযা হয। মাজে মাজে ঘৰত খুদকণ এটাৰো অভাৱ হ'বলৈ ধৰিলে। তেতিয়া আটাইকেইটা প্ৰাণীযে অনাহাৰে থাকিবলগীয়া হয। দাৰিদ্ৰ্যপীডিত পৰিয়ালটোক জীয়াই ৰখাৰ বাবে মাকে কঠোৰ পৰিশ্ৰম কৰিও উপাযহীন হৈ পৰিছিল আৰু অৱশেষত পিতৃগৃহ এৰি গিৰিয়েকৰ আত্মীয-স্বজনৰ ওচৰত সাহায্য বিচাৰি পেৰিছলৈ গুচি আহে। অহাৰ আগতে পুতেক জোলাক শিক্ষা শেষ হ'লেই ঘৰৰ বাকী থকা আচবাব-পত্ৰখিনি বিক্ৰী কৰি ৰেলৰ তৃতীয় শ্ৰেণীৰ টিকট এটা লৈ পেৰিছলৈ আহিবলৈ কৈ আহিল।

সৰুৰে পৰা জোলা ডাঙৰ-দীঘল হৈছিল গ্ৰাম্য পৰিবেশত। গাঁৱৰ সহজ-সৰল পৰিবেশে তেওঁৰ মনত গভীৰ সাঁচ বহুৱাইছিল। সেযেহে ওঠৰ বছৰ বযসত যেতিয়া তেওঁ পেৰিছ চহৰলৈ আহে তেতিয়া চহৰৰ ব্যস্ত আৰু লাহ-বিলাহপূৰ্ণ জীৱন দেখি তেওঁ শংকিত হৈ পৰে। তৃতীয় নেপোলিয়নৰ সময়ত পেৰিছ চহৰক নতুনকৈ সজাই পৰাই তোলা হৈছিল। পেৰিছ চহৰৰ জাকজমকতাপূৰ্ণ পৰিবেশৰ মাজত তেওঁ দেখিবলৈ পাইছিল নীতি-নৈতিকতাবৰ্জিত জীৱন ধাৰা। লাহ-বিলাহৰ প্ৰাচুৰ্য, আধুনিকতাৰ অত্যুগ্ৰ প্ৰকাশ আৰু পৰাশ্ৰযী মানুহৰ বেপৰোৱা দৃষ্টিভংগীৰ মাজত জোলাই বিচাৰি পোৱা নাছিল গ্ৰাম্য জীৱনৰ সৰলতা আৰু অকৃত্ৰিমতা। গাওঁ আৰু চহৰৰ মাজত জোলাই নিজকে খাপ খুৱাই ল'বলৈ চেষ্টা কৰিছিল। চহৰীয়া সভ্যতাৰ

আনন্দমুখৰ পৰিবেশৰ মাজত জোলাই হেৰুৱাই পেলাইছিল উৎসাহ-উদ্দীপনা আৰু সেযেহে পঢ়া-শুনাৰ প্ৰতিও আগ্ৰহ কমি গৈছিল। উনৈশ বছৰ বয়সতে তেওঁ টাইফয়দ ৰোগত গুৰুতৰ ভাৱে আক্ৰান্ত হয় আৰু দুমাহ শয্যাশায়ী হৈ থাকে। অসুখৰ বাবে তেওঁ পঢ়া-শুনাৰ প্ৰতিও উদাসীন হৈ পৰে। অৱশেষত বিশ বছৰ বয়সত তেওঁ ডকত হিচাপ ৰক্ষকৰ চাকৰি এটা পালে আৰু চাকৰিত যোগদান কৰি কৰ্মজীৱন আৰম্ভ কৰে। কিন্তু ডকৰ চাকৰিটো তেওঁ একেবাৰে ভাল পোৱা নাছিল। দিনে দুই মাইল খোজ কাটি কৰ্মস্থানলৈ যাব লাগে। তাতে মাহিলি দৰমহা আছিল মাত্ৰ ষাঠি ফ্ৰাংক। ইমান কম দৰমহাৰে তেওঁ চলিব নোৱাৰে। সেযেহে তেওঁ চাকৰি ইস্তফা দিযাৰ পিছত অভাৱ-অনাটনৰ মাজত দিন অতিবাহিত কৰিবলগীয়া হয। দাৰিদ্ৰৰ মাজত তেওঁ বন্ধু-বান্ধৱৰ পৰা ধাৰ কৰি কোনোমতে জীৱন-নিৰ্বাহ কৰিছিল। চাকৰিৰ সন্ধানত তেওঁ ঘূৰি ফুৰিলে। তেতিয়া তেওঁৰ খোৱা-বোৱাৰ সময নাই। কাপোৰ-কানিও অপৰিষ্কাৰ, অৰ্থাভাৱক্লিষ্ট মুখ, কোটৰগত চকু, সমস্ত মুখমণ্ডলতে তিক্ততাৰ ভাব। তেওঁৰ সেই অভাৱক্লিষ্ট চেহেৰা আৰু জীৰ্ণ-শীৰ্ণ পোছাক-পৰিচ্ছদ দেখি কোনেও তেওঁক চাকৰি দিবলৈ ইচ্ছা নকৰিলে। অৱশেষত হেচেট এণ্ড কোম্পানী নামৰ এটি প্ৰকাশন প্ৰতিষ্ঠানত তেওঁ এটা চাকৰি পালে আৰু তাৰ লগে লগে অন্ত হ'ল তেওঁৰ বিভীষিকাময় অতীত। চাকৰিটো পাই তেওঁ যেন অনিশ্চিত ভৱিষ্যতৰ পৰা পৰিত্ৰাণ পালে। অভাৱ-অনাটন আৰু দাৰিদ্ৰ্যৰ মাজত থাকিও তেওঁৰ মনৰ মাজত ৰোমাণ্টিক সত্তাটো সজীৱ হৈ আছিল আৰু তেওঁ ৰোমাণ্টিক অনুভৱেৰে গল্প লিখিছিল। তেওঁৰ গল্পত মানৱ জীৱনৰ বিভিন্ন দিশ প্ৰতিফলিত হৈছে। আশা নিৰাশা, হাঁহি -কান্দোনৰ ৰোমাণ্টিক ছবি ফুটি উঠিছে তেওঁৰ গল্পত। চাকৰিত সোমোৱাৰ পিছত তেওঁৰ অনুভূতি আৰু বেছি প্ৰখৰ হৈ উঠে আৰু তেতিয়া তেওঁ কেইবাটাও আশাব্যঞ্জক গল্প ৰচনা কৰে। সেই সময়ত পেৰিছৰ আলোচনীত তেওঁৰ গল্প প্ৰকাশ হৈছিল। পঁচিশ বছৰ বয়সত তেওঁৰ প্ৰথম গল্প সংকলন 'stories for Ginou' প্ৰকাশ হয। নতুন লিখকৰ গল্প হিচাপে তেওঁৰ গল্পই পাঠকক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল।

ৰোমাণ্টিক গল্প ৰচনাৰে সাহিত্যিক জীৱনৰ পাতনি মেলা এমিল জোলাই পৰৱৰ্তী কালত উপন্যাস ৰচনাতহে মনোনিবেশ কৰা পৰিলক্ষিত হৈছে। মানুহৰ জীৱনৰ ঘাত-প্ৰতিঘাত, দুখ-দৈন্য, সামাজিক অন্তৰ্দ্বন্দ্ব আৰু জীৱনৰ অপ্ৰীতিকৰ অভিজ্ঞতাক লৈ

উপন্যাসৰ চৰিত্ৰ সমূহ গঢ দিছিল। তেওঁৰ উপন্যাসত বাস্তৱতাৰ নিৰ্মম উপলব্ধিক কল্পনাৰ বৈচিত্ৰ্যৰে বোলাই তোলা বাবেই তেওঁৰ উপন্যাস পাঠকৰ দ্বাৰা সমাদৃত হৈছে। অৱশ্যে অশ্লীল ধৰ্মী উপন্যাস পাঠকৰ দ্বাৰা সমাদৃত হৈছে। তেওঁৰ উপন্যাস অশ্লীল ধৰ্মী উপন্যাসৰ শাৰীত পেলাই সমালোচনা কৰা হৈছে। অশ্লীলতাক সাহসেৰে স্বীকাৰ কৰি লব পৰাটোৱেই ঔপন্যাসিকৰ চৰম সাফল্য। জীৱনৰ নিষ্ঠুৰ উপলব্ধিক সংকোচনহীনভাৱে সঞ্চালনি কৰি তেওঁ ছাব্বিশ বছৰ বয়সতে ৰচনা কৰে তেওঁৰ উপন্যাস 'Confessions Declaude' নিজস্ব স্বীকাৰোক্তি অশ্লীল হ'লেও তাক দ্ব্যৰ্থহীনভাৱে ব্যক্ত কৰিব পৰাতেই জোলাৰ সাহিত্যিক কৃতিত্ব। এই উপন্যাসখনত আত্মোপলব্ধিৰ চৰম প্ৰকাশ আছে। সমালোচকৰ মতে উপন্যাসখনত অশ্লীলতাক আপোচহীনভাৱে উদঙাই দিয়া হৈছে আৰু সেয়েহে উপন্যাসখন অশ্লীল ধৰ্মী উপন্যাস হিচাপে চিহ্নিত হৈছে। অশ্লীল উপন্যাস হিচাপে সমালোচিত হোৱাৰ পিছত উপন্যাসখনে পাঠকৰ মাজত আলোড়ন সৃষ্টি কৰে আৰু উপন্যাসৰ প্ৰথম সংস্কৰণৰ আটাইখিনি কিতাপ অলপ দিনৰ ভিতৰতে বিক্ৰী হৈ গৈছিল। উপন্যাসখনত জোলাৰ জীৱনৰ অপ্ৰীতিকৰ অভিজ্ঞতাৰ বৰ্ণনা আছে। সেই বৰ্ণনাই সমাজৰ শ্লীলতা হানি কৰিছে। তথাপি উপন্যাসখন পাঠকে সাদৰেৰে গ্ৰহণ কৰিছিল। হেচেট এণ্ড কোম্পানীযে এই উপন্যাসখনৰ জৰিযতে প্ৰচুৰ অৰ্থ উপাৰ্জন কৰিছিল। উপন্যাসখনৰ জৰিয়তে জোলাই কুখ্যাতি অৰ্জন কৰিলেও ফৰাচী সাহিত্যত তেওঁৰ নাম ঔপন্যাসিক হিচাপে বিখ্যাত হৈ পৰে। তিনি বছৰ চাকৰি কৰাৰ পিছত তেওঁ হেচেট এণ্ড কোম্পানীৰ চাকৰিৰ পৰা পদত্যাগ কৰে আৰু তাৰ পিছত পেৰিছৰ পৰা প্ৰকাশিত 'The Issue' নামৰ বিখ্যাত সংবাদপত্ৰ এখনত সাহিত্য শিতানত নিয়মিত ভাৱে প্ৰবন্ধ লিখাৰ বাবে চুক্তিবদ্ধ হয়। সাহিত্য শিতানত তেওঁ ৰোমাণ্টিচিজমৰ ভাব-ভাষাৰ বিৰুদ্ধে বিষোদগাৰ কৰি কেইবাটাও প্ৰবন্ধ লিখে। সেই সময়ত ৰোমাণ্টিচিজমৰ ঢলে ইংৰাজী সাহিত্য প্লাৱিত কৰিছিল। ৰোমাণ্টিচিজমৰ বিৰুদ্ধে লিখা এই প্ৰবন্ধসমূহ সংকলিত কৰি জোলাই ' My Hates' নামেৰে এটা প্ৰবন্ধ সংকলন প্ৰকাশ কৰে। সাতাইশ বছৰ বয়সত তেওঁ আন এখন নতুন উপন্যাস ৰচনা কৰে। উপন্যাসখনৰ নাম 'Therese Raqıum '। এখন ডিটেক্টিভধৰ্মী আতংকপূৰ্ণ উপন্যাস। ইয়াত সমাজৰ ব্যভিচাৰ, অশিষ্টাচাৰ, হত্যা, বিদ্বেষ আৰু অনুতাপ অনুশোচনাৰ ছবি আছে।

ইয়াত ইন্দ্রিয়জনিত উপলব্ধি আছে। উপন্যাসখনৰ বিষয়বস্তু সম্পৰ্কে নিজৰ মত ব্যক্ত কৰি জোলাই উপন্যাসখনক' An objective -study of Passions' বুলি অভিহিত কৰিছে।

সুস্থ এইখন উপন্যাসত ঔপন্যাসিকৰ চিন্তাৰ পৰিচয় পোৱা যায়। ফৰাচী সাহিত্য সমালোচকে উপন্যাসখনক মানবিশিষ্ট বুলি উল্লেখ কৰিছে যদিও ইয়াতো অশ্লীল চিত্ৰৰ সমাবেশ ঘটিছে বুলি কৈছে। অশ্লীল হ'লেও এখন কলাত্মক উপন্যাস হিচাপে পাঠকৰ দ্বাৰা বিপুলভাৱে সমাদৃত হৈছিল আৰু অলপ দিনৰ ভিতৰতে উপন্যাসখনৰ প্ৰথম সংস্কৰণৰ আটাইখিনি কিতাপ বিক্ৰী হৈ গৈছিল। উপন্যাসখনৰ দ্বিতীয় সংস্কৰণো ওলাইছিল। বহুতে উপন্যাসখনক ফ্লবেযাৰৰ উপন্যাসৰ অনুকৰণত লিখা বুলি উল্লেখ কৰিছে। ফ্লবেযাৰৰ উপন্যাসৰ যি গতি-প্ৰকৃতি আৰু পৰিবেশ সৃষ্টি সেই একে ধৰণৰ গতি-প্ৰকৃতি আৰু পৰিবেশ সৃষ্টি এইখন উপন্যাসতো পৰিদৃষ্ট হয়। পাপ আৰু পুণ্যৰ সজীৱ চিত্ৰ উপন্যাসত স্পষ্ট হৈ পৰা বাবেই উপন্যাসখন ব্যতিক্ৰমধৰ্মী হিচাপে চিহ্নিত হৈছে।

দ্বিতীয় উপন্যাসৰ সাফল্যৰ পিছত জোলাই মানুহৰ ওপৰত পৰিবেশ আৰু বংশ পৰম্পৰাৰ প্ৰভাৱে কেনেদৰে ক্ৰিয়া কৰে তাৰ ওপৰত মনস্তাত্ত্বিক বিশ্লেষণ কৰিবলৈ ধৰিলে। বৈজ্ঞানিকসকলে কোনো এটা সূত্ৰৰ আঁত ধৰি যেনেকৈ বিজ্ঞানাগাৰত ৰাসায়নিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ বিশ্লেষণ কৰে, গণিতৰ অনুসিদ্ধান্ত যেনেদৰে গাণিতিক সূত্ৰৰ দ্বাৰাই প্ৰমাণ কৰে— তেনেদৰে সামাজিক পৰিবেশ, বংশ পৰম্পৰা, শিক্ষা-দীক্ষা আৰু বাস্তৱ উপলব্ধিয়ে কেনেকৈ মানুহৰ চৰিত্ৰত প্ৰভাৱ বিস্তাৰ কৰে সেই বিষেয়ে বিভিন্ন গ্ৰন্থাগাৰত গ্ৰন্থ অধ্যয়ন কৰি তন্ন তন্নকৈ অনুসন্ধান কৰিবলৈ ধৰিলে। এই গৱেষণাৰ শেষত তেওঁ সমাজ ব্যৱস্থাৰ কেৰোণ উদ্‌ঘাটন কৰি সামাজিক ন্যায় প্ৰতিষ্ঠাৰ লক্ষ্য আগত ৰাখি বিশ খণ্ডৰ এখন দীঘলীয়া উপন্যাস ৰচনা কৰিলে। এই উপন্যাসখন লিখোতে তেওঁৰ সময় লাগিছিল পঁচিশ বছৰ। বিশ্ব সাহিত্যত ইমান দীঘলীয়া উপন্যাস আজিকোপতি কোনেও ৰচনা কৰা নাই। উপন্যাসখনৰ প্ৰতিটো খণ্ড স্বতন্ত্ৰ, কাহিনীৰ পৰিকল্পনাও পৃথক, কিন্তু খণ্ডসমূহৰ মাজত ঐক্য সুপ্ৰত্যক্ষ। এনে ধৰণৰ এক বিৰাট উপন্যাস লিখি জোলাই ফৰাচী সাহিত্যত এক অভিলেখ স্থাপন কৰিবলৈ সক্ষম হৈছে। দুটা ফৰাচী পৰিয়ালৰ বংশ পৰম্পৰা, সামাজিক উত্থান-

পতন আৰু সমাজৰ অন্যায় অবিচাৰক উপজীব্য হিচাপে লৈ এই বৃহৎ উপন্যাসখন ৰচনা কৰা হৈছিল। উপন্যাসখনৰ বিষয়ে আৰি ৰাৰবুজ নামৰ ফৰাচী সমালোচকে লিখিছে —'In the entire history of intellectual creation there is scarely another example of man seeing so far advance with such precision the concrete contours of multiform work'

উপন্যাসৰ প্ৰথম ছটা খণ্ড প্ৰকাশ হোৱাৰ পিছত পাঠক সমাজৰ দ্বাৰা কোনো এটা খণ্ড সমাদৃত হোৱা নাছিল। সপ্তম খণ্ড 'L' Assommoir নামৰ উপন্যাসখনে পাঠক সমাজৰ মাজত আলোড়নৰ সৃষ্টি কৰিছিল। সাহিত্য সমালোচকসকলে কোনো এটা খণ্ডকে ভালভাৱে সমালোচনা কৰা নাছিল। সমালোচকৰ মতে প্ৰতিটো খণ্ড অশ্লীল-অৰ্থহীন। ঔপন্যাসিকৰ শ্ৰমৰ মৰ্যাদা দিবলৈও অস্বীকাৰ কৰা হৈছিল। জোলাক ঔপন্যাসিক হিচাপে নধৰি 'সাহিত্যৰ ঝাড়ুদাৰ' বুলি উপহাস কৰাহে হৈছিল। সমালোচকৰ উপহাস লাঞ্ছনা-গঞ্জনা সহ্য কৰিও জোলাই অসীম ধৈৰ্য আৰু সাহসেৰে প্ৰতিটো খণ্ড ৰচনা কৰি পাঠকৰ মাজত উলিয়াই দিছিল। পাঠক সমাজে প্ৰতিটো খণ্ডকে আদৰি ল'লে। পাঠকৰ সঁহাৰিৰ ফলত উপন্যাসৰ খণ্ড সমূহ বিক্ৰী হৈছিল প্ৰচুৰ। লাহে লাহে জোলাৰ খ্যাতি চাৰিওফালে বিয়পি পৰিবলৈ ধৰে। সমালোচকৰ বিৰূপ সমালোচনায়ো জোলাৰ সৃজনশীল প্ৰতিভাক ম্লান কৰিব নোৱাৰিলে। ত্ৰয়োদশ খণ্ড'Germinal' প্ৰকাশ হোৱাৰ পিছত জোলা সমাজ সংস্কাৰক হিচাপে স্বীকৃত হ'ল। এইখন উপন্যাসৰ জৰিয়তে জোলাই ফ্ৰান্সত সমাজ সংস্কাৰৰ বীজ অংকুৰিত কৰে। সমাজ ব্যৱস্থাৰ পৰা পৰম্পৰাগত ব্যাধি দূৰ কৰি ন্যায়নিষ্ঠ সমাজ প্ৰতিষ্ঠাৰ বাবে জোলাই যি এক অৰ্থপূৰ্ণ পথৰ সন্ধান দিলে সিয়ে তেওঁৰ সমাজ সচেতনতাৰ স্বাক্ষৰ বহন কৰিছে। জোলাৰ বিশ খণ্ডৰ উপন্যাসৰ আটাইতকৈ আলোড়ন সৃষ্টিকাৰী খণ্ড উপন্যাসখন হ'ল 'Nana' – এইখন উপন্যাস বহুল প্ৰচাৰিত আৰু জনপ্ৰিয় উপন্যাস। আজিও এই উপন্যাসৰ জনপ্ৰিয়তা অটুট আছে। জোলাৰ বয়স যেতিয়া ষাঠি বছৰ তেতিয়া ফৰাচী দেশৰ ড্ৰেফাচ ঘটনাই সমগ্ৰ পৃথিৱীতে আলোড়নৰ সৃষ্টি কৰিছিল। কেপ্তেইন আলফ্ৰেড ড্ৰেফাচ নামৰ এজন উচ্চপদস্থ সামৰিক বিষয়াক ফৰাচী চৰকাৰে ৰাজদ্ৰোহত দণ্ডিত কৰিছিল। ১৮৯৫ চনত ড্ৰেফাচৰ বিচাৰ সম্পূৰ্ণ কৰি তেওঁক ডেভিলচ্ দ্বীপত নিৰ্বাসিত কৰা হয়। এই মোকৰ্দমাই ফ্ৰান্সৰ ৰাজনীতিত

প্ৰচণ্ড প্ৰভাৱ পেলাইছিল। কেপ্টেইন ড্ৰেফাচ সৈন্য বাহিনীৰ কেইগৰাকীমান জেষ্ঠ বিষয়াৰ কু-চক্ৰান্তৰ বলি হ'বলগীয়া হৈছিল আৰু প্ৰশাসনে দোষী আৰু বিশ্বাসঘাটক ব্যক্তিক প্ৰশ্ৰয় দি নিৰ্দোষী ড্ৰেফাচক নিৰ্বাসন দণ্ড বিহিছিল। ড্ৰেফাচ মোকৰ্দমাৰ কাগজ-পত্ৰ তন্ন তন্নকৈ পঢ়ি ড্ৰেফাচ ৰাজনৈতিক চক্ৰান্তৰ বলি হোৱা বুলি নিশ্চিত হ'ব পাৰিছিল। তেতিয়া জোলাই প্ৰশাসকৰ সুবিধাবাদী চৰিত্ৰ উন্মোচন কৰি দিযাৰ বাবে হাতত কলম তুলি লৈছিল আৰু ফ্ৰান্সৰ প্ৰেছিডেণ্টক উদ্দেশ্যি এখন মুকলি চিঠি লিখিছিল। সেই মুকলি চিঠিত প্ৰশাসনৰ অভ্যন্তৰৰ দুৰ্নীতি উন্মোচন কৰি দি তেওঁ অগ্নিবৰষা ভাষাত বিশ্বাসঘাতক প্ৰশাসকৰ বিৰুদ্ধে ধিক্কাৰবাণী শুনাইছিল। এমিল জোলাই ড্ৰেফাচ মোকৰ্দ্দমা পুনৰীক্ষণ কৰি নতুনকৈ সাক্ষী-বাদী লোৱাৰ বাবে প্ৰেছিডেণ্টৰ ওচৰত দাবী জনায়। এই ঐতিহাসিক চিঠিখনৰ প্ৰতিটো পেৰেগ্ৰাফতে তেওঁ চৰকাৰৰ ওচৰত অভিযোগ উত্থাপন কৰি লিখিছিল।'I Accuse' বুলি। চিঠিৰ শেষত তেওঁ লিখিছিল—'মনুষ্যত্বৰ নামত মই কেপ্টেইন ড্ৰেফাচৰ পুৰ্নবিচাৰ দাবী কৰিছো।' চৰকাৰক দোষী সাব্যস্ত কৰাৰ ফলত জোলাক গ্ৰেপ্তাৰ কৰা হৈছিল আৰু তেওঁৰ বিৰুদ্ধে সৈন্য বাহিনীক অপমান কৰাৰ অভিযোগ অনা হৈছিল। তদুপৰি বিদ্বেষপূৰ্ণ কুৎসা ৰটনা কৰাৰ অপৰাধত তেওঁক দোষী সাব্যস্ত কৰা হৈছিল। জোলাৰ বিৰুদ্ধে আদালতত বিচাৰ চলিছিল আৰু বিচাৰত জোলাক এক বছৰ কাৰ্যদণ্ড আৰু তিনি হেজাৰ ফ্ৰাংক জৰিমনা বিহা হৈছিল। এই হুকুমৰ বিৰুদ্ধে তেওঁ আবেদন কৰাৰ ফলত জৰিমনা খাবিজ কৰা হৈছিল। তেওঁৰ অভিযোগমতে ড্ৰেফাচ মোকৰ্দমা পুনৰাই যেতিয়া আৰম্ভ কৰা হয সেই সময়ত ১৮৯৮ চনৰ জুলাই মাহতে জোলাক দেশ এৰি যাবলৈ বাধ্য কৰোৱা হয়। জোলাই চৰকাৰী আক্ৰোশৰ বলি হৈ ইংলেণ্ডলৈ গুচি যায় আৰু তাতে থাকি জীৱনৰ বিয়লি কালছোৱা অতিবাহিত কৰে। তেওঁৰ অন্তিম সাহিত্য-কৰ্ম আছিল এখন নাটক। ড্ৰেফাচ মোকৰ্দমাক বিষযবস্তু হিচাপে লৈ তেওঁ 'Justice'নাম দি এখন নাটক ৰচনা কৰাত মনোনিবেশ কৰিছিল। কিন্তু তেওঁ জীয়াই থাকোতে নাটকখন সম্পূৰ্ণ কৰিব নোৱাৰিলে।

ইংলেণ্ডত থকা সময়ত ফ্ৰান্সত ড্ৰেফাচ মোকৰ্দমাৰ পুনৰ বিচাৰ আৰম্ভ হৈছিল আৰু পুনৰ বিচাৰত ড্ৰেফাচ নিৰ্দোষী বুলি প্ৰমাণিত হৈছিল। সামৰিক বাহিনীয়ে সন্মানসহকাৰে ড্ৰেফাচক নিজৰ পদ ঘূৰাই দিবলৈ বাধ্য হয়। এই খবৰ শুনি জোলা

অভিভূত হৈছিল আৰু তেওঁ সিদিনা কৈছিল—'পৃথিৱীত চিৰকাল সত্য আৰু ন্যায়ৰ জয় হ'বই।" সত্য আৰু ন্যায়ৰ বাবেই জোলাই জীৱনৰ শেষছোৱা সংগ্ৰাম কৰি গৈছিল। কলমেৰে যুদ্ধ কৰা জোলা অৱশ্যম্ভাৱী মৃত্যুৰ হাতত পৰাজিত হ'লেও তেওঁৰ জীৱনাদৰ্শই চিৰকাল অমৰত্ব লাভ কৰিবলৈ সক্ষম হ'ল।

নিষ্ঠুৰ বাস্তৱবাদী চিন্তা-চৰ্চা আৰু সমাজ সচেতন মানসিকতাৰে উপন্যাসৰ চৰিত্ৰ অংকন কৰা জোলাৰ মৃত্যু হৈছিল এক অস্বাভাৱিক আৰু মৰ্মন্তুদ পৰিবেশত। ১৯০২ চনৰ ২৯ ছেপ্তেম্বৰৰ দিনা জোলাই ৰাতি সোনকালে টোপনি গৈছিল। শৰৎ কালৰ সেমেকা ৰাতি বৃদ্ধ জোলাই ঠাণ্ডা অনুভৱ কৰিব বুলি তেওঁৰ লগুৱাহতে শোৱা কোঠাৰ অগ্নিকুণ্ডটোত জুই জ্বলাই দিছিল। ধোঁৱা নিষ্কাষিত হোৱা চিমনিটোত কিবা বিজুতি ঘটাৰ ফলত গোটেই শোৱা কোঠাটো ধোঁৱাৰে পৰিপূৰ্ণ হৈ পৰিছিল আৰু বন্ধ কোঠাত কাৰ্বন মনোক্সাইড গেছ উৎপন্ন হোৱাৰ ফলত শ্বাস-প্ৰশ্বাস বন্ধ হৈ নিদ্ৰামগ্ন অৱস্থাতে জোলাৰ মৃত্যু হৈছিল। জোলাৰ এই অস্বাভাৱিক মৃত্যুৱে ফ্ৰান্স আৰু ইংলেণ্ডত গভীৰ শোকৰ ছাঁ পেলাইছিল। তেওঁৰ শৱযাত্ৰাৰ সময়ত ত্ৰিশ হেজাৰ লোকৰ সমাৱেশ হৈছিল। তেওঁৰ মৃত্যুৰ বাতৰি শুনি ফৰাচী পণ্ডিত আনাটোলে ফ্ৰাই কৈছিল—'জোলাই আজীৱন ন্যায়ৰ বাবে সংগ্ৰাম কৰিছিল। তেওঁ আছিল মনুষ্যত্ব আৰু বিবেকৰ জীৱন্ত প্ৰতিমূৰ্তি।"

তেওঁৰ উপন্যাসসমূহেই মানৱতা আৰু সামাজিক ন্যায় প্ৰতিষ্ঠাৰ জীৱন্ত প্ৰতিভূ।



# বৰ্ণবাদ-বিদ্বেষী শেতাংগ লেখিকা
# নাডাইন গাৰ্ডিমাৰ

১৯৯১ চনৰ পৰা ১৯৯৬ লৈ এই কেইবছৰৰ ভিতৰত ছুইছ একাডেমীয়ে কালজয়ী সাহিত্য সৃষ্টিৰ বাবে বিশ্বৰ তিনিগৰাকী লেখিকাক নোবেল বঁটা প্ৰদান কৰিছে। ১৯৯১ চনৰ সাহিত্যৰ নোবেল বঁটা লাভ কৰিছে দক্ষিণ আফ্ৰিকাৰ বৰ্ণবাদ-বিদ্বেষী শ্বেতাঙ্গ লেখিকা নাডাইন গাৰ্ডিমাৰে, ১৯৯৩ চনত আমেৰিকাৰ কৃষ্ণাঙ্গ লেখিকা টনি মৰিচনে আৰু ১৯৯৬ চনত পোলেণ্ডৰ ৱিচলোৱা চিমবৰ্স্কাই। ইয়াৰে প্ৰথম দুগৰাকী হৈছে প্ৰখ্যাত কথাশিল্পী আৰু শেষৰজনী হৈছে পোলেণ্ডৰ নিৰ্জনতাৰ কবি। তিনিওগৰাকীয়ে বৰ্তমান জীৱিত আৰু সাহিত্য সাধনাত একনিষ্ঠভাৱে ব্ৰতী হৈ আছে। নাডাইন গাৰ্ডিমাৰ জাতিত শ্বেতাঙ্গ হ'লেও আফ্ৰিকাৰ কৃষ্ণাঙ্গ সমাজৰ প্ৰতি কৰি অহা উপেক্ষা আৰু বঞ্চনাৰ বিৰুদ্ধে প্ৰতিবাদী কলম হাতত লোৱা এগৰাকী মানৱতাবাদী, লেখিকা। আফ্ৰিকাৰ নিপীড়িত, নিষ্পেষিত কৃষ্ণাঙ্গ মানুহৰ মৰ্মবেদনা উপলব্ধি কৰি বোথা চৰকাৰৰ বৰ্ণ-বৈষম্য নীতিৰ বিৰুদ্ধে প্ৰতিবাদী লেখনিৰে সমালোচনা কৰাৰ বাবেই গাৰ্ডিমাৰৰ দুখন বিতৰ্কিত উপন্যাস চৰকাৰে নিষিদ্ধ ঘোষণা কৰিছিল। বৰ্ণ-বৈষম্যৰ বিৰুদ্ধে ক্ষুৰধাৰ সমালোচনা আগবঢ়াই গল্প, উপন্যাসৰ মাজেদি মানৱতাবাদী আদৰ্শ প্ৰতিষ্ঠা কৰাৰ প্ৰয়াস কৰা বাবেই গাৰ্ডিমাৰৰ সাহিত্যৰ সঠিক মূল্যায়ন কৰি বিভিন্ন বঁটাৰে বিভূষিত কৰা হৈছে। দক্ষিণ আফ্ৰিকাৰ সাহিত্যত নোবেল বঁটা লাভ কৰা নাডাইন গাৰ্ডিমাৰ হৈছে প্ৰথমগৰাকী ব্যক্তি। গাৰ্ডিমাৰৰ লেখনিত অনুৰণিত হৈছে দক্ষিণ আফ্ৰিকাৰ বৰ্ণ-বৈষম্য নীতি পোষকতা কৰা চৰকাৰৰ বিৰুদ্ধে প্ৰতিবাদী সুৰ। নিজে স্বেতাঙ্গৰ প্ৰতিনিধি হৈও নিচেই কাষৰ পৰা কৃষ্ণাঙ্গ মানুহৰ মৰ্মবেদনা অনুভৱ কৰি নিষ্পেষিত,শোষিত জনগণৰ মুক্তিৰ বাবে ক্ষুৰধাৰ সমালোচনা আগবঢ়াই গৈছে। শাসনযন্ত্ৰৰ কঠোৰতা আৰু নিষিদ্ধকৰণ সত্ত্বেও গাৰ্ডিমাৰৰ কলম থমকি ৰোৱা নাই। অনৰ্গল ভাবোচ্ছ্বাস আৰু ব্যৰ্থতাৰ কাৰুণ্য অন্তৰেৰে উপলব্ধি

কৰি ক'লা মানুহৰ বোবা বেদনাক উপন্যাসৰ মাজত সজীৱ কৰি তুলিব পৰা কৃতিত্বৰ বাবেই তেওঁৰ উপন্যাস দক্ষিণ আফ্রিকাৰ কৃষ্ণাঙ্গ মানুহৰ বাবে অধিক আবেদনময় আৰু গ্ৰহণযোগ্য হৈ উঠিছে। গাৰ্ডিমাৰৰ উপলব্ধিত দক্ষিণ আফ্রিকাৰ কৃষ্ণাঙ্গ সকলো মানুহ। তেওঁলোকৰো জীৱনত দুখ-বেদনা, হাঁহি-কান্দোন, বিষাদ-বিচ্ছেদ আছে।তেওঁলোকেও হৃদযেৰে অনুভৱ কৰিব পাৰে শোষণ-বঞ্চনাৰ নিদাৰুণ ব্যথা। দেহৰ বৰণ কলা হ'ল বুলিয়েই তেওঁলোকক বগা মানুহে ঘিণ কৰিব, তুচ্ছ-তাচ্ছিল্য কৰিব তাক তেওঁ কোনোপধ্যেও সহ্য কৰিব পৰা নাছিল। যিখন দেশত বৰ্ণবাদৰ চিকাৰ হৈছে ক'লা মানুহ সেইখন দেশৰ চৰকাৰৰ বৰ্ণবাদ-বিদ্বেষী নীতিৰ বিৰুদ্ধে সাহসেৰে কলম ধৰি সামাজিক আৰু ৰাজনৈতিক ভণ্ডামি উদঙাই দিয়া গল্প-উপন্যাসত মানুহৰ বুকুৰ সংবাদ, মানৱতাৰ বাস্তৱ প্ৰতিচ্ছবি জল্‌জল্‌-পট্‌পট্‌কৈ ফুটাই তোলা বাবেই নাডাইন গাৰ্ডিমাৰ শ্বেতাঙ্গ হৈও যেন কৃষ্ণাঙ্গৰ জীৱন্ত প্ৰতিনিধি। গাৰ্ডিমাৰৰ প্ৰতিবাদী লেখনিত কৃষ্ণাঙ্গ মানুহৰ আৰ্তনাদ পৰিস্ফুট হৈ উঠা বাবেই বৰ্ণ-বৈষম্যবাদী চৰকাৰৰ বাবে গাৰ্ডিমাৰ হৈ উঠিছিল এক জীৱন্ত বিভীষিকা। সেয়েহে চৰকাৰে তেওঁক নজৰবন্দী কৰি ৰাখি জনতাৰ প্ৰতিবাদী কণ্ঠস্বৰ স্তব্ধ কৰি দিবলৈ চেষ্টা কৰিছিল। আনকি গাৰ্ডিমাৰৰ দুখন কিতাপ 'ডি লেট বুৰ্জোৱা ৱৰ্ল্ড' আৰু 'বাৰ্গাৰিছ ডটাৰ' তীব্ৰ শ্লেষাত্মক আৰু বৰ্ণবাদী সমালোচনাৰে মুখৰ হোৱা বাবে দক্ষিণ আফ্রিকাৰ চৰকাৰে দুয়োখন গ্ৰন্থকে বহুদিনলৈ নিষিদ্ধ কৰি ৰাখে। গণতান্ত্ৰিক অধিকাৰৰ পৰা বঞ্চিত হোৱা তীব্ৰ বৰ্ণবাদ-বৈষম্যৰ চিকাৰ হোৱা কৃষ্ণাঙ্গ মানুহৰ নিপীড়িত, নিষ্পেষিত জীৱনৰ আশা-নিৰাশা, হাঁহি-কান্দোনৰ বাস্তৱ ছবি অংকন কৰা গল্প আৰু উপন্যাসত দক্ষিণ আফ্রিকাৰ শ্বেতাঙ্গ শাসকৰ একপক্ষীয় শোষক আৰু অত্যাচাৰীৰ স্বৰূপটো উদঙাই দিয়াৰ বাবেই গাৰ্ডিমাৰ হৈ পৰে শ্বেতাঙ্গ সমালোচকৰ চকুৰ কুটা আৰু চৰকাৰী শাসনযন্ত্ৰৰ দাঁতৰ শূল। তথাপি বিপ্লৱী কথাশিল্পী গাৰ্ডিমাৰে স্বৈৰাচাৰী শাসনযন্ত্ৰৰ লগত আপোচ নকৰি স্বকীয় অনুভূতিৰে বাংময় কৰি তুলিবলৈ ধৰিলে নিপীড়িত, নিষ্পেষিত কৃষ্ণাঙ্গ জনগণৰ শোষণমুক্তিৰ স্পৃহা আৰু বৰ্ণ-বৈষম্যৰ ধবজাবাহী শ্বেতাঙ্গ শাসক গোষ্ঠীৰ কৃষ্ণাঙ্গবিৰোধী চৰিত্ৰ। জন্মসূত্ৰে শ্বেতাঙ্গ হৈও নাডাইন গাৰ্ডিমাৰে দক্ষিণ আফ্রিকাৰ কৃষ্ণাঙ্গ বিৰোধী সমাজৰ সামাজিক দ্বন্দ্ব, বৰ্ণবিদ্বেষ আৰু আৰ্থ-সামাজিক সমস্যাসমূহ লিখনিৰ মাজেদি প্ৰকাশ কৰি কৃষ্ণাঙ্গসকলৰ সমব্যথী হৈছে।

দক্ষিণ আফ্রিকাৰ মানৱতাবাদী নেতা নেলচন মাণ্ডেলাৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ তেওঁৰ পদানুসৰণ কৰি গাৰ্ডিমাৰে কৃষ্ণাঙ্গৰ জীৱনক লৈ ৰচিছে গল্প-উপন্যাস। আফ্রিকাৰ জাতীয় কংগ্ৰেছৰ অবিসম্বাদী নেতা নেলচন মাণ্ডেলাই কৃষ্ণাঙ্গ জনগণৰ মুক্তিৰ বাবে আন্দোলন কৰি চৰকাৰৰ কোপদৃষ্টিত পৰি কাৰাৰুদ্ধ হৈ থকাৰ সময়তো গাৰ্ডিমাৰে দক্ষিণ আফ্রিকাৰ শ্বেতাঙ্গ চৰকাৰৰ বৰ্ণবাদী শোষণ-তোষণ নীতিৰ তীব্ৰ সমালোচনা কৰি কৃষ্ণাঙ্গ জনগণৰ মাজত জগাই তুলিলে শোষণমুক্তিৰ স্পৃহা। তেওঁৰ প্ৰতিবাদী লেখনিৰ চুম্বকত্বই দক্ষিণ আফ্রিকাৰ শোষিত জনসাধাৰণৰ মাজত বিযপাই দিলে গভীৰ প্ৰত্যাশা।

দক্ষিণ আফ্রিকাৰ জোহান্সবাৰ্গৰ এখনি সৰু চহৰ ট্ৰান্সভালৰ স্প্ৰীং নামে ঠাইত ১৯২৩ চনত জন্ম হয় গাৰ্ডিমাৰৰ। দেউতাক জাতিত আছিল ইহুদী। বৃত্তিত আছিল ঘড়ীৰ কাৰিকৰ। জীৱিকাৰ সন্ধানত লিথুদিযাৰপৰা দেউতাকে ভগনীয়া হৈ আহি থিতাপি লয় স্প্ৰীং চহৰত। গাৰ্ডিমাৰৰ মাক আছিল ইংৰাজ মহিলা । ইহুদী দেউতাকৰ ঔৰসত, ইংৰাজ মাকৰ গৰ্ভত জন্মলাভ কৰা গাৰ্ডিমাৰ জন্ম সূত্ৰে হ'ল শ্বেতাঙ্গ। শ্বেতাঙ্গ পৰিযালৰ ছোৱালী হৈও তেওঁ দক্ষিণ আফ্রিকাৰ শেতাঙ্গ শাসনযন্ত্ৰৰ দ্বাৰা নিষ্পেষিত ক'লা মানুহৰ অন্তৰৰ গভীৰ অনুভূতি হৃদয়ঙ্গম কৰি প্ৰতিবাদী কণ্ঠেৰে ৰচি গ'ল বৰ্ণ-বৈষম্যৰ হৃদযবিদাৰক কাহিনী, অংকন কৰিলে সমাজ বিবৰ্তনৰ ছবি, কৃষ্ণাঙ্গ সমাজৰ হতাশ গ্ৰস্ততা আৰু নৈৰাশ্যৰ চিত্ৰ। মাত্ৰ ৯ বছৰ বয়সতে কলম হাতত লোৱা গাৰ্ডিমাৰৰ কলমেৰে নিসৃত হ'বলৈ ধৰিলে মানৱতাবাদৰ গভীৰ প্ৰতীতি আৰু সৃজনীশীল প্ৰতিভা। শাৰীৰিক অসুস্থতাৰ বাবে স্কুলীয়া শিক্ষাও সমাপ্ত কৰিব নোৱাৰা ছোৱালীজনীয়ে ১১ বছৰ বয়সৰ পৰাই ঘৰৰ চাৰিসীমাৰ ভিতৰত আবদ্ধ হৈ বৰ্ণবাদে পিষ্ট কৰি পেলোৱা কৃষ্ণাঙ্গ সমাজৰ ওপৰত চলা চৰকাৰী নিৰ্যাতন আৰু শ্ৰেণীগত পাৰ্থক্য অন্তৰেৰে অনুভৱ কৰি লিখিবলৈ ধৰিলে নিৰ্যাতিত মানুহৰ বুকুৰবেদনা আৰু আশাভংগৰ ব্যথা আৰু এনেকৈয়ে ১৫ বছৰ বয়সত তেওঁৰ প্ৰথম গল্প প্ৰকাশ হয় জোহান্সবাৰ্গৰ 'ফৰাম' নামৰ সাপ্তাহিক কাকত খনত। ঘৰতেই থাকি ঘৰুৱা শিক্ষকৰ অধীনত শিক্ষালাভ কৰি গাৰ্ডিমাৰে কৈশোৰতে সৃষ্টিশীল জীৱনৰ পাতনি মেলিলে। মানবীয় আবেদন আৰু সামাজিক মূল্যবোধৰ ওপৰত ভিত্তি কৰি এটাৰ পিছত আন এটা সামাজিক সমস্যাৰ ওপৰত গভীৰ পৰ্যবেক্ষণশীলতাৰে

লিখিবলৈ ধৰিলে গল্প আৰু ১৯৪৯ চনত ২৬ বছৰ বয়সতে তেওঁৰ প্ৰথম গল্প সংকলন 'ফেচ টু ফেচ' প্ৰকাশ হৈ ওলায়। এই গল্প সংকলনখনিয়ে গাৰ্ডিমাৰৰ সৃষ্টিশীল নৈপুণ্যৰ স্বাক্ষৰ বহন কৰিবলৈ সক্ষম হয়। শাৰীৰিক অসুস্থতাযো সৃষ্টিশীল স্পৃহাক অৱদমিত কৰিব নোৱাৰা বাবেই কৃষ্ণাঙ্গ সমাজৰ প্ৰতি কৰি অহা অন্যায় আৰু অবিচাৰৰ ওপৰত ভিত্তি কৰি লিখিলে দ্বিতীয় গল্প সংকলন 'চফ্‌ট ভইচেছ্‌ অৱ ডি চাৰপেণ্ট'। সাপৰ দৰে ক'লা অথচ ক'লাৰ মাজতো কোমল অনুস্বৰ, কৃষ্ণাঙ্গৰ বুকুতো আছে কোমল অনুভূতি, প্ৰেম ভালপোৱা, বিৰহ-বেদনা। সেই কোমল অনুভূতিক নিষ্ঠুৰভাবে থকা-সৰকা কৰিছে শ্বেতাঙ্গৰ বৰ্ণবাদী অভিজাত্য আৰু উচ্চাধিকাবোধে। সমাজৰ বৈপ্লৱিক পৰিৱৰ্তন,শ্ৰেণীহীন সাম্যবাদী সমাজ প্ৰতিষ্ঠাৰ ইংগিত দিছে 'চফচ্‌ ভযচেছ অৱ ডি চাৰপেণ্ট' নামৰ গল্প সংকলনৰ গল্পকেইটাত। দ্বিতীয় গল্প সংকলনখন আমেৰিকাৰ পৰা প্ৰকাশ হৈ ওলায়। এই দুই গল্প সংকলনৰ গল্পৰ মাজত গাৰ্ডিমাৰৰ পৈণত সৃজনীশীল অনুভূতি ভাস্বৰ হৈ উঠিছে আৰু কৃষ্ণাঙ্গ মানুহৰ হিয়াৰ বিননি অনুৰণিত হোবাৰ বাবে গাৰ্ডিমাৰ কৃষ্ণাঙ্গ সমাজৰ প্ৰিয় লেখিকা হিচাপে পৰিচিত হয়। কৃষ্ণাঙ্গৰ মুক্তিকামী নেতা নেলচন মাণ্ডেলাৰ আদৰ্শেৰে উদ্বুদ্ধ হৈ উঠা গাৰ্ডিমাৰৰ লেখনিয়ে গভীৰ ৰেখাপাত কৰিবলৈ ধৰে।

ইযাৰ এবছৰ পিছত গাৰ্ডিমাৰৰ প্ৰথম উপন্যাস 'দ্যা লাইং দেজ' প্ৰকাশ হৈ ওলায়। প্ৰথম উপন্যাসখনত কৃষ্ণাঙ্গ সমাজৰ প্ৰতি ধাৰাবাহিকভাৱে চলাই অহা শোষণ-বঞ্চনাৰ বিৰুদ্ধে লেখিকাৰ অন্তৰত উথলি উঠা তীব্ৰ ঘৃণা আৰু প্ৰতিবাদৰ জীৱন্ত প্ৰতিফলন ঘটিছে। উপন্যাসৰ নাযক-নায়িকা দুয়োগৰাকীয়েই কৃষ্ণাঙ্গ সমাজৰ জীৱন্ত প্ৰতিভূ। শ্বেতাঙ্গ চৰকাৰৰ বৰ্ণ-বিদ্বেষী নীতিৰ কঠোৰ সমালোচনা কৰি কৃষ্ণাঙ্গ পৰিয়ালৰ দুৰ্বিষহ সামাজিক যন্ত্ৰণাক প্ৰচ্ছন্ন গদ্যৰ মাজত আবদ্ধ কৰি ৰাখিছে যেন সুপ্ত দিনলিপিৰ এক ব্যঞ্জনাময পৰিশিষ্ট। এজন সাধাৰণ ঘড়ী মেৰামতি কৰা কাৰিকৰৰ সন্তান হৈও দক্ষিণ আফ্ৰিকাৰ ৰাজনৈতিক চাকনৈযাত ঘূৰ্ণমান কৃষ্ণাঙ্গ পৰিয়ালৰ বিধবস্ত ছঁকা অত্যন্ত পৰিশীলিতভাৱে উন্মুক্ত কৰি দিব পৰাটোৱেই গাৰ্ডিমাৰৰ সৃষ্টিশীল প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে আৰু সংকোচবিহীন সংগ্ৰামী সত্তাৰ বাবেই উপন্যাসৰ মাজত লেখিকাৰ গভীৰ আত্মপ্ৰত্যয় আৰু মানৱতাবাদী দৰদ উদ্ভাসিত হৈ উঠিছে। প্ৰথম উপন্যাসৰ সাফল্যৰ পিছত গাৰ্ডিমাৰৰ প্ৰতিবাদী কলম থমকি ৰোৱা নাই। সমালোচকৰ

দৃষ্টিত গাৰ্ডিমাৰ শ্বেতাঙ্গ শাসন বিদ্ৰোহী হিচাপে পৰিচিত হ'লেও দুঃসাহসিক অনুভৱক বাস্তৱ ৰূপ দিয়াৰ তাডনাত তেওঁ সমাপ্ত কৰে দ্বিতীয়খন উপন্যাস 'এ ৱৰ্ল্ড ষ্ট্ৰেঞ্জাৰ্ছ'। লেখিকাৰ চকুৰ আগতে ঘটিছে ঘটনাবোৰ, অথচ সেইখন সমাজ, সেইখন পৃথিবী তেওঁৰ বাবে যেন অচিনাকি। যন্ত্ৰবৎ জীৱনৰ কঠোৰ অভিব্যক্তি, দুঃস্থ মানুহৰ যান্ত্ৰিক উপলব্ধি, তাৰ মাজতে লেখিকাৰ কঠোৰতম বাস্তৱ উপলব্ধিক স্বকীয় প্ৰকাশভংগীৰে উপন্যাসৰ ৰূপ দিছে। তাৰ পিছত তেওঁৰ তৃতীয় উপন্যাস 'অকেজন ফৰ লাভিং' প্ৰেমৰ গভীৰতাৰে বৰ্ণময় অথচ কাৰুণ্যৰে বিগলিত। চতুৰ্থ উপন্যাস 'ডি লেট বুৰ্জোৱা ৱৰ্ল্ড' প্ৰচণ্ড বিতৰ্কিত উপন্যাস হোৱা বাবে দক্ষিণ আফ্ৰিকাৰ বৰ্ণবাদী চৰকাৰে উপন্যাসখনক নিষিদ্ধ ঘোষণা কৰে। দক্ষিণ আফ্ৰিকাৰ বুৰ্জোৱা সমাজ ব্যৱস্থা আৰু বৰ্ণ-বৈষম্যক তীব্ৰভাৱে সমালোচনা কৰি শ্বেতাঙ্গ সমাজৰ শোষক আৰু উৎপীড়ক চৰিত্ৰ উদঙাই দিয়া বাবেই গাৰ্ডিমাৰো চৰকাৰী ৰোষৰ বলি হ'ব লগা হয় আৰু নেলচন মাণ্ডেলাক কাৰাৰুদ্ধ কৰাৰ লগে লগে গাৰ্ডিমাৰকো নিজৰ ঘৰতে নজৰবন্দী কৰি ৰাখে। শাসক আৰু সমলোচকৰ প্ৰচণ্ড সমালোচনা সত্ত্বেও গাৰ্ডিমাৰৰ প্ৰতিবাদী কণ্ঠস্বৰ ৰোধ কৰিব নোৱাৰিলে। ৰক্ষণশীল সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাৰ বিৰুদ্ধে তীব্ৰ শ্লেষোক্তিৰে ৰচিত তেওঁৰ আন এখন বিখ্যাত উপন্যাস 'দ্যা কনজাৰভেচনিষ্ট' প্ৰকাশ হৈ ওলায় ১৯৭৪ চনত। সংৰক্ষণশীলতাৰ বিপৰীতে সহনশীলতাৰে মানুহক মানুহ হিচাপে প্ৰতিষ্ঠা কৰাৰ যুক্তিৰে মানৱতাবোধৰ জয়গান গোৱা বাবেই তেওঁৰ শেহতীয়া উপন্যাসখনে বিখ্যাত বুকাৰ বঁটা লাভ কৰিবলৈ সক্ষম হয়। সমাজ আৰু মানুহৰ সম্যক অনুশীলনেৰে গল্প-উপন্যাস লিখি কৃষ্ণাঙ্গ মানুহৰ হৃদয় জয় কৰা গাৰ্ডিমাৰ দক্ষিণ আফ্ৰিকাৰ বৰ্ণবাদী চৰকাৰৰ বাবে ভয়ৰ কাৰণো হৈ উঠিছিল। তেওঁৰ উপন্যাসে শাসক গোষ্ঠীৰ চৰিত্ৰ উন্মোচন কৰি দিলে। ১৯৮০ চনত তেওঁৰ আন দুখন বিশ্ববিখ্যাত গ্ৰন্থ 'বাৰ্গাৰছ ডটাৰ' আৰু 'এ চোল্ডজাৰ্ছ এমব্ৰেচ' প্ৰকাশ পায়। এই দুয়োখন গল্প সংকলনতে বৰ্ণবাদী চিন্তাই ভাৰাক্ৰান্ত কৰা কৃষ্ণাঙ্গ সমাজৰ আশাভংগৰ বেদনা, অস্তিত্ব প্ৰতিপন্ন কৰাৰ সমস্যা, বঞ্চিত মানুহৰ ক্ষুধা আৰু লজ্জা নিবাৰণৰ কাহিনী, শ্বেতাঙ্গৰ দাম্ভিকতা আৰু উচ্চাত্মিকতা, ৰক্ষণশীলতাৰ বিপৰীতে সাম্যবাদ, জাতিগত বৈষম্যৰ বিপৰীতে বিশ্বজনীন ভাতৃত্ববোধ আৰু সহজ-সৰল মানৱাত্মাৰ আৰ্তনাদ বিকশিত হৈ উঠিছে। গাৰ্ডিমাৰৰ গল্পতেই হওক বা উপন্যাসতেই হওক মানৱতাবাদৰ গভীৰ অনুভৱ

স্পষ্ট হৈ উঠিছে। সমাজৰ উচ্চ শ্ৰেণীৰ প্ৰতিনিধি হৈও জাতিগত অহংকাৰ আৰু সামাজিক আভিজাত্য নেওচি সমাজৰ অৱহেলিত শ্ৰেণীৰ দুখ-বেদনা মৰ্মে মৰ্মে উপলব্ধি কৰি এক বিশাল সামাজিক পটভূমিত উদাৰ দৃষ্টিভংগীৰে বৰ্ণবাদৰ দৰে সামাজিক ব্যাধি দূৰ কৰাৰ বাবে গাৰ্ডিমাৰে লেখনিৰ জৰিয়তে যি গধুৰ দায়িত্ব পালন কৰিছে তাৰ বাবেই তেওঁৰ লেখনিক বিশ্বৰ বৌদ্ধিক সমাজে স্বীকৃতি দিবলৈ বাধ্য হৈছে।

গাৰ্ডিমাৰৰ আন এখন বিশ্ববিখ্যাত উপন্যাস 'জুলুজ্ পিপুল' জুলুসকলৰ সামাজিক সংঘাতক লৈ ৰচিত উপন্যাস। এইখন উপন্যাসতো লেখিকাৰ প্ৰতিবাদী চিন্তাৰ উদ্‌গীৰণ ঘটিছে। সামাজিক ন্যায় প্ৰতিষ্ঠাৰ বাবে লেখিকাই যি এক সংগ্ৰাম অব্যাহত ৰাখিছে সেই সংগ্ৰামৰে বাস্তৱ প্ৰতিফলন 'জুলুজ পিপুল'। ৰাজনৈতিকভাৱে বিতৰ্কিত হ'লেও এই উপন্যাসখনো সামাজিকভাৱে গ্ৰহণযোগ্য এখনি সফল উপন্যাস। এইখন উপন্যাস ১৯৮১ চনত প্ৰকাশ হয় আৰু সেই সময়ত দক্ষিণ আফ্ৰিকাত শ্বেতাঙ্গ শাসকৰ বিৰুদ্ধে শোষিত জনগণৰ প্ৰবল ঝঞ্ঝা তুঙ্গত উঠিছিল। গাৰ্ডিমাৰৰ শেহতীয়া উপন্যাস 'মাই ছনছ্ ষ্টোৰী' এখনি মানৱতাবাদী উপন্যাস। এইখন উপন্যাস ১৯৯০ চনত প্ৰকাশ হয়। এইখন এখন সামাজিক উপন্যাস। এই উপন্যাসত বৰ্ণ-বৈষম্যৰ ভেটিত সৃষ্টি হোৱা কৃষ্ণাঙ্গ পৰিয়ালৰ সংঘাত, অন্তৰ্দ্বন্দ, সামাজিক সমস্যাসমূহ জীৱন্ত হৈ উঠিছে। উপন্যাসৰ নায়ক কৃষ্ণাঙ্গ সমাজৰ প্ৰতিনিধি। দক্ষিণ আফ্ৰিকাৰ বৰ্ণবাদী সমাজতন্ত্ৰৰ ওপৰত আলোকপাত কৰি ৰচনা কৰা বাবে উপন্যাসৰ কাহিনীত বাস্তৱতা অধিক প্ৰকট হৈ উঠিছে। এইখন উপন্যাসৰ বাবেই গাৰ্ডিমাৰক ১৯৯১ চনত বিশ্বৰ সৰ্বশ্ৰেষ্ঠ নোবেল বঁটাৰে বিভূষিত কৰা হৈছে। দক্ষিণ আফ্ৰিকাৰ কৃষ্ণাঙ্গ সমাজে নিজৰ দেশতে বগা মানুহৰ হাতত শোষিত, নিষ্পেষিত হোৱাৰ ঘটনাক কেন্দ্ৰ কৰি নেলচন মাণ্ডেলাই যি বৰ্ণ-বিদ্বেষী আন্দোলনৰ গুৰি ধৰিছিল সেই আন্দোলনৰে আঁত ধৰি সাহিত্য সৃষ্টি কৰা গাৰ্ডিমাৰক এগৰাকী সাহসী প্ৰতিবাদী লেখিকা হিচাপে নোবেল বঁটাৰে বিভূষিত কৰাত সমগ্ৰ বিশ্বতে আলোড়নৰ সৃষ্টি হৈছে। স্কুলীয়া জীৱনত আনুষ্ঠানিক শিক্ষাৰ সামৰণি মৰা সাধাৰণ পৰিয়ালৰ এগৰাকী ছোৱালীয়ে নিজৰ সৃষ্টিশীল প্ৰতিভাৰে দহখনকৈ বিতৰ্কিত উপন্যাস আৰু দুশতকৈও অধিক গল্প ৰচনা কৰি বিশ্ব-সাহিত্যত নিজকে অবিসম্বাদী লেখিকা হিচাপে প্ৰতিষ্ঠা কৰিছে। তেওঁৰ এই সৃষ্টিশীল প্ৰতিভাৰ

বাবে ফ্ৰান্সে'Grand Aıgledor ' সন্মানেৰে বিভূষিত কৰে ১৯৭৫ চনত আৰু বেলজিয়ামৰ লুভে বিশ্ববিদ্যালয়ে সন্মানীয় ডি লিট উপাধি প্ৰদান কৰি ১৯৮০ চনত বিৰল সন্মান যাচে।

গাৰ্ডিমাৰৰ সাহস, মানৱতাবোধ , সত্যৰ সাধনা বিকশিত হৈ উঠিছে তেওঁৰ ৰচনাসমূহত। বৰ্ণবাদ-বৈষম্য দূৰীকৰণৰ বাবে লেখনিৰ জৰিযতে তেওঁ যি সাহসী প্ৰচেষ্টা অব্যাহত ৰাখিছে জোহান্সবাৰ্গৰ পাৰ্ক টাউনৰ নিজৰ বাসভৱনত বহি অদ্যাৱধি তেওঁৰ সেই সৃষ্টিশীল প্ৰচেষ্টা অব্যাহত আছে। তেওঁৰ লিখনিত বিকশিত হৈ উঠা মানৱতাবাদৰ আদৰ্শই বিশ্বৰ শোষিত-বঞ্চিত জনসাধাৰণক সদাযে উদ্বুদ্ধ কৰি থাকিব। দক্ষিণ আফ্ৰিকাৰ ক'লা মানুহৰ বোবা বেদনাক জীৱন্ত ৰূপ দিযা নাডাইন গাৰ্ডিমাৰ আজিও কৃষ্ণাঙ্গ সমাজৰ চিৰনমস্য কথাশিল্পী হিচাপে পৰিচিত হৈ আছে। দূৰ-দূৰান্তৰ বাধাৰ প্ৰাচীৰ অতিক্ৰম কৰি গাৰ্ডিমাৰৰ সৃষ্টিশীল প্ৰতিভাৰ অনন্ত ধাৰা প্ৰৱাহমান হৈ আছে অবিৰতভাৱে। সৃষ্টিশীল অনন্ত -অফুৰন্ত এইযাত্ৰা। নতুন চিন্তাশক্তিৰে, নতুন আঙ্গিকেৰে সমুজ্জ্বল গাৰ্ডিমাৰৰ লেখনিযে দক্ষিণ আফ্ৰিকাৰ সাহিত্য জাতিষ্কাৰ কৰি তুলিছে। বৰ্ণবাদ বিদ্বেষী শেতাঙ্গ লেখিকা নাডাইন গাৰ্ডিমাৰৰ প্ৰতিবাদী কলম এতিযাও গতিশীল আৰু জীৱন্ত।



# নোবেল বঁটা বিজয়িনী
# টনি মৰিচন

আমেৰিকাৰ উপন্যাস সাহিত্যত টনি মৰিচন এটি বৰ চিনাকি নাম। টনি মৰিচন এগৰাকী কৃষ্ণাংগ মহিলা লেখিকা - যাৰ লিখনিত পৰিস্ফুট হৈ উঠিছে কৃষ্ণাংগ মানুহৰ বঞ্চনাৰ কাহিনী। কৃষ্ণাংগ সমাজৰ দলিত, নিষ্পেষিত বঞ্চিত মানুহৰ জীৱন যন্ত্ৰনা, পোৱা-নোপোৱাৰ নিৰ্মম-বেদনা, উপেক্ষিত সমাজৰ কৰুণ আৰ্তনাদ বৰ জীৱন্তভাৱে উপন্যাসৰ চৰিত্ৰৰ মাজেদি দাঙি ধৰাৰ বাবেই মৰিচনৰ প্ৰতিখন উপন্যাসৰ কাহিনীয়ে পাঠকৰ অন্তৰত আলোডনৰ সৃষ্টি কৰে। সেযেহে আমেৰিকাত মৰিচনৰ উপন্যাসৰ জনপ্ৰিয়তা সৰ্বজনবিদিত। দলিত, নিষ্পেষিত মানুহক উপন্যাসৰ চৰিত্ৰ হিচাপে অংকন কৰি বৰ্ণ-বৈষম্যৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি সামাজিক ন্যায় বিচাৰৰ পৃষ্ঠভূমি প্ৰস্তুত কৰাৰ বাবে সাহসী প্ৰচেষ্টাৰে উপন্যাস লিখা বাবেই মৰিচনৰ উপন্যাসে আমেৰিকাৰ সাহিত্যত এক নতুন দিশ উন্মোচন কৰিবলৈ সক্ষম হৈছে। মৰিচনৰ উপন্যাসৰ চৰিত্ৰ কৃষ্ণাংগ সমাজৰ মাজৰ পৰা বুটলি লোৱা বাবেই প্ৰতিটো চৰিত্ৰৰ মাজত কৃষ্ণাংগ সমাজৰ হা-হুতাশ, উপেক্ষিতৰ বেদনা, দলিতৰ কৰুণ আৰ্তনাদ আৰু সমাজ বিৱৰ্তনৰ ছবি স্পষ্ট হৈ উঠিছে। কৃষ্ণাংগৰ অন্তৰাত্মাৰ বিননিয়ে সমাজৰ নিস্পেষিত আৰ্তজনৰ হৃদয় বিদাৰি যোৱা বাবেই নিৰ্মম বাস্তৱ আৰু কল্পনাৰ মধুৰ সমাহাৰত উপন্যাসৰ কাহিনী বাংময হৈ উঠিছে। উপন্যাসৰ কাহিনীৰ বাস্তৱধৰ্মিতা, ভাষাৰ সাৱলীলতা আৰু প্ৰকাশভংগীৰ মধুৰতাই পাঠকৰ অন্তৰত মানৱপ্ৰেমৰ গভীৰ অনুভূতিৰ বিকাশ ঘটায়। কৃষ্ণাংগ সমাজৰ মৰ্মবেদনাৰ কাহিনীয়ে মৰিচনৰ উপন্যাসত বিশ্বজনীন ৰূপ পৰিগ্ৰহ কৰা বাবেই চুইডিছ একাডেমীয়ে ১৯৯৩ চনত সাহিত্যৰ নোবেল বঁটা টনি মৰিচনলৈ আগবঢ়াইছিল। মৰিচনৰ উপন্যাসৰ কাব্যিক ভাষা আৰু হৃদয়স্পৰ্শী চৰিত্ৰাংকনৰ ওপৰত মন্তব্য দি নোবেল বঁটা বাছনি কমিটীয়ে মৰিচনৰ

উপন্যাসক 'কল্পনা শক্তি আৰু বাস্তৱ অভিজ্ঞতাৰ এক জীৱন্ত ৰূপ' বুলি অভিহিত কৰিছে।

টনি মৰিচন নিজেই আছিল কৃষ্ণাংগ সমাজৰ জীৱন্ত প্ৰতিনিধি। আমেৰিকাৰ নিউজার্চিৰ প্ৰিন্সটোন বিশ্ববিদ্যালয়ৰ সাহিত্যৰ অধ্যাপিকা টনি মৰিচনৰ জীৱনটোৱেই যেন এখন ট্ৰেজেডী উপন্যাস। উপন্যাসৰ কাহিনীৰ দৰেই হিয়া বিদাৰি যোৱা নিৰ্মম কাহিনীৰ নাযিকা টনি মৰিচন। টনি মৰিচনৰ জন্ম হৈছিল আলবেয়াৰ এক দাৰিদ্ৰপীড়িত কৃষ্ণাংগ পৰিযালত ১৯৩১ চনৰ ১৮ ফ্ৰেব্ৰুৱাৰীত। দেউতাকৰ নাম আছিল জৰ্জ মৰিচন আৰু মাকৰ নাম এ'লা ৰামান। দাৰিদ্ৰ্যৰ তাড়নাত জৰ্জৰিত হোৱা জৰ্জ মৰিচনৰ সংসাৰত এজনী ছোৱালীক ভৰণ-পোষণ দিযাৰ বাবেও সম্বল নাছিল। সম্বলহীন অক্ষম পিতৃ-মাতৃয়ে কেচুঁৱা মৰিচনক লৈ ওহিঅ'লৈ গুচি আহিছিল আৰু তাতে এটা তীখা কাৰখানাত মাক-বাপেকে শ্ৰমিক হিচাপে কাম কৰি পেটৰ ভাত মোকলাইছিল। জীযাই থকাৰ উদ্দাম বাসনা। তীখা কাৰখানাত জুই আৰু ধোঁৱাৰ মাজত কঠোৰ পৰিশ্ৰম কৰি উপাৰ্জন কৰা দিন মজুৰিৰে ঘৰৰ ভাৰা সময়মতে দিব পৰা নাছিল। ঘৰৰ ভাৰা আছিল মাহে চাৰি ডলাৰ। কেবামাহৰো ভাৰা পৰিশোধ কৰিব নোৱাৰা বাবে ঘৰৰ মালিকে মৰিচনৰ পৰিযালটোক ঘৰৰ ভিতৰতে সুমুৱাই জ্বলাই দিবলৈ চেষ্টা কৰিছিল আৰু সেই দুৰ্যোগৰ দিনৰ ছবি দুবছৰীযা মৰিচনে নিজ চকুৰে প্ৰত্যক্ষ কৰিছিল। সেই দুৰ্যোগপূৰ্ণ দিনৰ ঘটনাই শিশু মৰিচনৰ অন্তৰত গভীৰ সাঁচ বহুৱাইছিল আৰু পৰৱৰ্তীকালত মানুহে মানুহৰ ওপৰত কৰা অমানুষিক অত্যাচাৰৰ কাহিনী তেওঁৰ লেখনিত পৰিস্ফুট হৈ উঠিছে। প্ৰতিখন উপন্যাসতে মানুহৰ নিষ্ঠুৰতাৰ বলি হোৱা কেতবোৰ চৰিত্ৰৰ গভীৰ মানসিক অন্তৰ্দ্বন্দ্ব জটিল সামাজিক পৰিস্থিতি, অপৰাধবোধ আৰু চৌপাশৰ অমানৱীয হিংস্ৰতাৰ প্ৰতিফলন ঘটিছে। কৃষ্ণাংগ সমাজৰ বঞ্চনা আৰু উপেক্ষাৰ ছবি জল্‌জল্-পটপটকৈ জিলিকি উঠিছে আৰু মানৱীয আবেদনৰ মাজত এগৰাকী মানৱপ্ৰেমীৰ সঁচা অনুভৱ আৰু সমাজ সচেতনতা অধিক উজ্জ্বল হৈ ধৰা দিছে। কৃষ্ণাংগ মানুহৰ অন্তৰৰ প্ৰেম-ভালপোৱা, দয়া, ক্ষমা, সংশয়, বিদ্বেষ, আশা, নিৰাশা, বিষাদ-বেদনাৰ একোখন জীৱন্ত দলিল তেওঁৰ উপন্যাসসমূহ। সৰুৰে পৰা শ্ৰমজীৱী মানুহৰ দুৰ্দশাগ্ৰস্ত জীৱনৰ উপলব্ধিৰে ডাঙৰ হোৱা টনি মৰিচনে দাৰিদ্ৰ্য নিবাৰণৰ বাবে সংগ্ৰাম কৰিব লগা হৈছিল। মাক-বাপেকৰ দুখ মোচনৰ বাবে

১২ বছৰ বয়সৰ পৰাই চাকৰি আৰু আনফালে শিক্ষাগ্ৰহণ দুয়োটা একেলগে চলাই ৰাখি তেওঁ স্কুলীয়া শিক্ষা সমাপ্ত কৰি ৱাশ্বিংটনৰ হাবৰ্ড বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা লয়। চাকৰি কৰি মাক-বাপেকৰ দাৰিদ্ৰ্যপীড়িত অৱস্থাৰ উন্নতি কৰি একান্তমনে সাহিত্যৰ অধ্যাপিকা হিচাপে যোগদান কৰে। অধ্যাপিকা হৈ থাকোতে উইলিয়াম ফকনাৰ আৰু আৰু ভাৰ্জিনিয়া উলফৰ উপন্যাসৰ ওপৰত গৱেষণা কৰে। সেই সময়তে তেওঁ কেবাটাও তত্ত্বগধুৰ প্ৰবন্ধ ৰচনা কৰাৰ উপৰি গল্প -উপন্যাস ৰচনাতো মনোনিবেশ কৰে। টনি মৰিচনৰ জীৱন আছিল সংগ্ৰামী জীৱন। বাৰ বছৰ বয়সতে মানৱ মুক্তিৰ বাবে সংগ্ৰামত অৱতীৰ্ণ হোৱা মৰিচনৰ সংগ্ৰাম আজিলৈকে নিৰন্তৰভাৱে চলি আছে। বিবাহিত জীৱনতো তেওঁ সুখৰ মুখ নেদেখিলে। স্বামী হেৰল্ড মৰিচনৰ লগতো তেওঁৰ সাংসাৰিক জীৱন স্থায়ী ন'হল। সাংসাৰিক জীৱনৰ বান্ধোনৰ পৰা মুক্ত হৈ কৃষ্ণাংগ মানুহৰ দলিত জীৱনৰ পৰা সংগ্ৰহ কৰা অভিজ্ঞতাৰে তেওঁ উপন্যাস ৰচনাত মনোনিবেশ কৰে।

মৰিচনৰ উপন্যাস কৃষ্ণাংগ মানুহৰ দুখ-বেদনা উপেক্ষা বঞ্চনাৰ জীৱন্ত দলিল অৱহেলিত, উপেক্ষিত কৃষ্ণাংগ মানুহৰ অন্তৰতো প্ৰেমৰ অনুভূতি আছে, দয়া,ক্ষমা, আদি সাৰ্বজনীন অনুভূতি আছে। এই সমস্ত অনুভূতিৰে আচ্ছন্ন এগৰাকী কৃষ্ণাংগ মানুহৰ প্ৰেম প্ৰত্যাখ্যাত জীৱনৰ হা-হুমুনিয়াহ, বিষাদ-বেদনাক অৱলম্বন হিচাপে লৈ তেওঁ ৰচনা কৰে তেওঁৰ প্ৰথম উপন্যাস 'ডি ব্লুৱেষ্ট আই' (The Blueet eye) উপন্যাসৰ নায়ক কৃষ্ণাংগ মানুহজনৰো অন্তৰত প্ৰেমৰ সুকোমল অনুভূতি আছিল। প্ৰেয়সীৰ প্ৰতি আছিল অসীম ভালপোৱা। কিন্তু তেওঁৰ সেই প্ৰেম, সেই ভালপোৱা প্ৰত্যাখ্যান কৰিছিল প্ৰেয়সীয়ে। তাৰ পিছত তেওঁৰ একাকী জীৱনৰ ঘাত-প্ৰতিঘাত সমূহ জীৱন্ত কৰি তুলিছিল উপন্যাসখনৰ মাজত। মানসিক সংঘাত, অন্তৰ্দ্বন্দ্ব আৰু ব্যৰ্থতাৰ অনুভৱবোৰ সমুজ্জ্বল হৈ উঠিছিল উপন্যাসৰ কাহিনীত। বৰ মৰ্মস্পৰ্শী বৰ্ণনাৰ মাজত কৃষ্ণাংগ নায়কৰ মানৱীয় অনুভূতি জীৱন্ত হৈ উঠিছিল। এই প্ৰথম উপন্যাসখনিয়ে আমেৰিকাৰ কৃষ্ণাংগ সমাজৰ মাজত গভীৰ আবেদনৰ সৃষ্টি কৰিছিল। ক'লা মানুহৰ বোবা বেদনাৰ জীৱন্ত প্ৰতীক আছিল মৰিচনৰ প্ৰথম উপন্যাস। উপন্যাসখন প্ৰকাশ হৈছিল ১৯৭০ চনত। আধুনিক সভ্যতাই গৰকা মানুহৰ চৰিত্ৰৰ বিমূৰ্ত প্ৰকাশ প্ৰথম উপন্যাসখনিয়ে মৰিছনক ঔপন্যাসিকা হিচাপে প্ৰতিষ্ঠিত কৰে।

এই উপন্যাসৰ চৰিত্ৰসমূহৰ  মুখত দিয়া কাব্যিক ভাষাত মৰিচনৰ প্ৰকাশভংগীৰ চাতুৰ্য পৰিষ্কাৰ হৈ উঠিছে।

'চুলা' মৰিচনৰ দ্বিতীয় উপন্যাস। চুলা এই উপন্যাসৰ কৃষ্ণাংগ নায়িকা। কৃষ্ণাংগ মহিলাৰ অন্তৰৰ গভীৰ অনুভূতিৰে সমুজ্জ্বল হৈ উঠিছে উপন্যাসৰ কাহিনী। আধুনিক সমাজ ব্যৱস্থাই কৃষ্ণাংগ মহিলাৰ প্ৰতি কৰি অহা অন্যায় অবিচাৰৰ অনুভৱেই উপন্যাসৰ মূল উপজীৱ্য। আমেৰিকাৰ আধুনিক সমাজ ব্যৱস্থাত কৃষ্ণাংগ মহিলাৰ অস্তিত্বৰ যি সংকট তাৰেই আঁত ধৰি এই উপন্যাসখন ৰচনা কৰা হৈছে। উপন্যসৰ ন্যাযিকা চুলাই মৃত্যুশয্যাত পৰি কৃষ্ণাংগ মহিলাৰ অন্তৰৰ কথা বৰ আক্ষেপেৰে প্ৰকাশ কৰিছে। আধুনিক সমাজ ব্যৱস্থাত এগৰাকী কৃষ্ণাংগ মহিলাৰ মৃত্যু যে মূল্যহীন তাকে অনুভৱ কৰি তেওঁ বৰ আপেক্ষেৰে কৈছে —'তেওঁলোকে এটা গছৰ মূঢ়াৰ দৰে মৃত্যুবৰণ কৰে আৰু মই মানুহৰ পৰিত্যক্ত ৰঙা কাঠ এটুকুৰাৰ দৰে মৃত্যুৰ মুখলৈ আগবাঢ়িছো'। গছৰ মুঢ়া বা  পৰিত্যক্ত কাঠ এটুকুৰা যেনেদৰে মূল্যহীন তেনেদৰে কৃষ্ণাংগ মহিলাৰ মৃত্যুও মূল্যহীন। এই মুল্যহীন মত্যুৰ কাহিনীৰে জীৱন্ত প্ৰকাশ 'চুলা'।

এগৰাকী নাৰীৰ অন্তৰৰ আৰ্তনাদ অনুৰণিত হৈছে উপন্যাসখনৰ মাজত। এই উপন্যাসখন ১৯৭৪ চনত প্ৰকাশ হোৱাৰ পাছত আমেৰিকাৰ কৃষ্ণাংগ সমাজত এক মৃদু আলোড়নৰ সৃষ্টি হৈছিল। আধুনিক সমাজৰ উপেক্ষিতা কৃষ্ণাংগ মহিলাৰ নিবিড় অনুভূতিৰ প্ৰকাশে উপন্যাসখনক এখনি সামাজিক উপন্যাস হিচাপে চিহ্নিত কৰিছে। 'চুলা'ৰ মাজত মৰিচনে সমাজ ব্যৱস্থাৰ বৈষম্য দাঙি ধৰাৰ প্ৰযাস কৰিছে।

মৰিচনৰ অন্য এক ব্যতিক্ৰমৰ্ধী উপন্যাস 'ছংচ অৱ ছলোমন'। এইখন উপন্যাসৰ মজত অতীত প্ৰীতিক অধিক গুৰুত্ব দিয়া হৈছে। অতীতৰ মাজত অস্তিত্বৰ সন্ধান আত্মপৰিচয় বিকশিত হোৱাৰ কাহিনীৰে উপন্যাসখন সমুজ্জ্বল হৈ উঠিছে। উপন্যাসখন প্ৰকাশ হয ১৯৭৭ চনত। উপন্যাসৰ নাযক মেকন মিল্কমেন। নাযক মিল্কমেনে নিজৰ পৰিয়ালৰ সমৃদ্ধিৰ বাবে ভাৰ্জিনিযাৰ গুহালৈ সোণ বিচাৰি গৈছিল। সোণ বিচাৰোতে পৰ্বতৰ গুহাত বিচাৰি পাইছিল আজো ককাক ছলোমনে লিপিবদ্ধ কৰি থৈ যোৱা পূৰ্ব পুৰুষসকলৰ গৌৰবোজ্জ্বল অতীতটো। সেই অতীতৰ স্মৃতিৰে পূৰ্বপুৰুষৰ গৌৰবোজ্জ্বল অতীত কাহিনীৰে সমুজ্জ্বল হৈ উঠিছে 'ছংচ অৱ ছলোমন'ৰ কাহিনী। আজো ককাক ছলোমনৰ স্বাধীনতাপ্ৰযাসী চিন্তাধাৰাৰ মাজত নায়ক মেকনে বিচাৰি

পাইছিল সাহস, শৌর্য আৰু প্ৰেম। ভাগ্যান্বেষণত যোৱা নায়কে নিজৰ গৌৰৱোজ্জ্বল অতীতটোক বিচাৰি পাই আত্মপৰিচয়ৰ সন্ধান পায়। এইখন উপন্যাসৰ কাব্যিক প্ৰকাশভংগীয়ে পাঠকক অভিভূত কৰে।

মৰিচনৰ আন এখন লোমহৰ্ষক উপন্যাস 'বিলাভেদ'। এই উপন্যাসখন ১৯৮৭ চনত প্ৰকাশ পায়। এইখন উপন্যাসত বাস্তৱ জীৱনৰ সংঘাতক জীৱন্ত ৰূপ দিছে। এই উপন্যাসৰ নায়িকা এগৰাকী বন্দিনী নাৰী । সেই বন্দিনী নাৰীৰ বন্দিত্বৰ বেদনা আৰু অন্তৰ্দ্বন্দ্বক মুক্তভাৱে প্ৰকাশ কৰিছে। সেইগৰাকী নাৰীয়ে নিজৰ সন্তানক বন্দিত্বৰ শিকলি পিন্ধোৱাৰ পৰিৱৰ্তে নিজহাতে হত্যা কৰি চিৰমুক্তি দিছে। এগৰাকী মাতৃৰ এই নিদাৰুণ হত্যাৰ কাহিনীক সুন্দৰভাৱে পৰিস্ফুট কৰিছে 'বিলাভেদ' উপন্যাসত। হত্যা, মুক্তি আৰু বন্দিত্বৰ নিৰ্মম কাহিনীৰ মাজেদি মানৱাধিকাৰৰ ন্যায্য প্ৰাপ্তিৰ সংগ্ৰামক প্ৰাসংগিকতা প্ৰদান কৰিছে। দাসত্বৰ শিকলিতকৈ যে মৃত্যু অধিক শ্ৰেয় তাকেই উপন্যাসৰ মাজেদি দাঙি ধৰিছে।

মাতৃস্নেহ আৰু অপত্যপ্ৰেমৰ নিদৰ্শন দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে উপন্যাসৰ কাহিনীৰ মাজেদি। এইখন উপন্যাসৰ বিষয়বস্তু বাস্তৱ জীৱনৰ ঘটনা হ'লেও লেখিকাৰ কাব্যিক প্ৰকাশভংগীয়ে উপন্যাসখনক অধিক আবেদনময় কৰি তুলিছে আৰু সেয়েহে উপন্যাসখনে আমেৰিকাৰ সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ সন্মান 'পুলিৎজাৰ পুৰস্কাৰ' লাভ কৰিবলৈ সক্ষম হৈছে। মৰিচনৰ আন দুখন উপন্যাস হৈছে টাৰ বেঁবী আৰু জাঁজ। এই দুখন উপন্যাসতো দলিত মানুহৰ সুখ, দুখ, আশা-আকাংক্ষা, প্ৰেম-বিৰহৰ কাহিনীক জীৱন্ত কৰি তোলা হৈছে। মৰিচনৰ লেখনিৰ স্বকীয়তা আৰু কাব্যিকতাই প্ৰতিখন উপন্যাসকে সুখপাঠ্য কৰি তুলিছে। কৃষ্ণাংগ মানুহৰ অন্তৰাত্মাৰ বিননি, উপেক্ষা-বঞ্চনাৰ হৃদয়বিদাৰক কাহিনী উপন্যাসৰ মাজলৈ আনি আধুনিক সমাজৰ ভণ্ডামি, শাসক-শোষকৰ নিষ্ঠুৰতা আৰু মানৱীয় অনুভূতিৰ জীৱন্ত ছবি অংকন কৰাটোৱেই কৃষ্ণাংগ লেখিকা টনি মৰিচনৰ সাহিত্য কৃতী হিচাপে পৰিগণিত হৈছে। মৰিচনৰ সাহিত্যকৃতীৰ বাবে ১৯৮৮ চনত কেনেডী বুক এৱাৰ্ড পুৰস্কাৰেৰে বিভূষিত কৰা হয়।

উপন্যাসৰ উপৰি মৰিচনে কৃষ্ণাংগ সমাজৰ বিভিন্ন সমস্যাৰ ওপৰত আলোকপাত কৰি কেবাটাও চুটিগল্প ৰচনা কৰিছে আৰু সেইবোৰ থুপ খুৱাই এখন গল্প সংকলনো

প্ৰকাশ কৰিছে। গল্পৰ উপৰি তেওঁ এখন নাটক আৰু কেবাটাও তত্ত্বগধুৰ প্ৰবন্ধ ৰচনা কৰিছে। কৃষ্ণাংগ মানুহৰ দুখ-বেদনা, অস্তিত্বৰ সংঘাট প্ৰেম-ভালপোৱা আদি মানৱীয় অনুভূতিৰ ওপৰত গুৰুত্ব দি উপন্যাস ৰচনা কৰা বাবেই সাম্প্ৰতিক কালত আমেৰিকাৰ সাহিত্য জগতত এগৰাকী বিখ্যাত ঔপন্যাসিক হিচাপে পৰিগণিত হৈছে।

মৰিচনে অকল কৃষ্ণাংগ মানুহৰ কাহিনীৰেই উপন্যাস ৰচনা কৰাই নহয় শ্বেতাংগ মানুহৰ বাস্তৱ কাহিনীক লৈও উপন্যাস লিখিছে। তথাপি তেওঁৰ লিখনিত কৃষ্ণাংগৰ অনুভূতি যিমান প্ৰবলভাৱে প্ৰকট হৈছে, শ্বেতাংগ মানুহৰ কাহিনী কবলৈ যাওঁতে তেওঁৰ লেখনিৰ সেই প্ৰখৰতা ইমান ভাস্বৰ হৈ উঠা দেখা নাযায়। কাৰণ মৰিচন হাডে-হিমজুৰে এগৰাকী কৃষ্ণাংগ মহিলা। কৃষ্ণাংগ মানুহৰ অন্তৰৰ অনুভূতি হাডে হিমজুৰে অনুভৱ কৰিব পৰা বাবেই মৰিচনৰ ৰচনাত গভীৰ মানৱীয় আবেদন সংপৃক্ত হৈ থকা দেখা যায়। আমেৰিকাৰ সাহিত্য সমালোচক কেৰলিন ডেৰ্ণাডে সম্পাদনা কৰা ' Black Woman ın Amerıca, A Hıstorıcal pedıa' ত মৰিচনক বৰ্তমান যুগৰ এগৰাকী মহিলা লেখিকা হিচাপে অভিহিত কৰিছে। সাহিত্যত ন'বেল বঁটা বিজয়িনী মৰিচনেই প্ৰথম গৰাকী কৃষ্ণাংগ লেখিকা। মৰিচনৰ কলম এতিয়াও সক্ৰিয় হৈ আছে। নতুন সৃষ্টিৰ দিশত ধাৱমান কৃষ্ণাংগ লেখিকা মৰিচনৰ সাহিত্য সৃষ্টিযে আমেৰিকাৰ সাহিত্যত অধিক প্ৰসাৰতা লাভ কৰাৰ সম্ভাৱনা আছে।



# ইংৰাজী সাহিত্যৰ প্ৰথম গদ্যৰ সাধক জন বুনিয়ন

ইংৰাজী সাহিত্যত পিউৰিটান যুগ হিচাপে নামকৰণ কৰা আধ্যাত্মিক চেতনাৰ যুগটো পৰিব্যাপ্ত হৈ আছিল ১৬২০ খৃষ্টাব্দৰ পৰা ১৬৬০ খৃষ্টাব্দলৈ আৰু এই যুগক সাহিত্য,ধৰ্ম আৰু সামাজিক উত্থানৰ নৱ জাগৰণৰ যুগ হিচাপে চিহ্নিত কৰা হৈছে। মিল্‌টন আছিল এই যুগৰ কাব্য সাধক, সংস্কৃতিৰ ধাৰক আৰু জ্ঞানী বিদ্বান মনীষা। পিউৰিটান যুগ সাধাৰণতে পদ্য ৰচনাৰ যুগ আছিল যদিও এই যুগৰ এগৰাকী গদ্য লেখক আছিল জন বুনিযন— যি আছিল দৰিদ্ৰ নিৰক্ষৰ, বৃত্তিত আছিল বাচন-বৰ্ত্তন বাতোটা। সাধনহীন বাচন বৰ্ত্তন বাতোটা এই মানুহজনে মানসিক উৎকৰ্ষ সাধনাৰ জৰিযতে 'পিল গ্ৰিমচ্‌ প্ৰগ্ৰেছ' নামৰ গ্ৰন্থৰে উৎকৃষ্ট গদ্য সাধনাৰ নিদৰ্শন দাঙি ধৰিব বুলি কোনেও ভবা নাছিল। আনুষ্ঠানিক স্কুলীযা শিক্ষা নোহোৱা স্বত্তেও সৃষ্টিশীল কল্পনা শক্তিৰে এনে এখন মহৎ গ্ৰন্থ ৰচনা কৰি ইংৰাজী সাহিত্যত নব্য ধাৰাৰ সৃষ্টি কৰি থৈ গ'ল। মিলটন আছিল গুণী, জ্ঞানী, বিদ্বান, মনীষা আনহাতে বুনিয়ন আছিল সাধাৰণ বৃত্তিধাৰী নিৰক্ষৰ লোক। কিন্তু দুয়ো গৰাকীয়ে দুটা পৃথক ধাৰা সৃষ্টি কৰি সপ্তদশ শতিকাৰ ইংৰাজী সাহিত্যক মহিমামণ্ডিত কৰি পিউৰিটান যুগৰ গৌৰৱ অক্ষুন্ন ৰাখিলে। এগৰাকীযে সৃষ্টি কৰিলে এখন মহাকাব্য আৰু আনএগৰাকীয়ে ৰচিলে এখন মহৎ ৰূপক যাক বাইবেলৰ পিছতে অধিক অধ্যয়ন কৰা হৈছে। 'জন বুনিয়নৰ' পিলগ্ৰিমচ্‌ প্ৰগ্ৰেছ্‌ এখনি বিখ্যাত গদ্য ৰচনা য'ত আধ্যাত্মিক পৰিধি ভাঙি ৰচনা কৰা ৰূপকধৰ্মী কাহিনী আছে।

জন বুনিয়নৰ গদ্য ৰচনাত দুই ধৰণৰ প্ৰভাৱ পৰিদৃষ্ট হয়। এটা প্ৰভাৱ তেওঁৰ অন্তঃস্থলৰ পৰা নিসৃত হোৱা বুদ্ধিদীপ্ত কল্পনা যাৰ প্ৰভাৱ পৰিলক্ষিত হয় তেওঁৰ কাহিনীত। কাহিনী সাধাৰণ কিন্তু মৰ্মস্পৰ্শী জীৱন্ত বৰ্ণনাৰে পৰিপূৰ্ণ। আনটো প্ৰভাৱ আহিছে আধ্যাত্মিক আন্দোলনৰ পৰা। কাৰণ পিউৰিটান যুগত ৰাষ্ট্ৰ যন্ত্ৰ আৰু গীৰ্জা কৰ্তৃপক্ষ একাকাৰ হৈ পৰিছিল। ইংল্যাণ্ডৰ ধৰ্মীয় সংস্কাৰৰ আন্দোলনৰ মাজতো তেওঁ

নিজৰ আধ্যাত্মিক ব্যক্তি সত্বাক ধৰ্মীয় কুসংস্কাৰৰ পৰা মুক্তকৰি ৰাখিছিল আৰু তাৰ নিদৰ্শন পৰিলক্ষিত হয তেওঁৰ গ্ৰন্থ 'পিলগ্ৰিমচ্ প্ৰগ্ৰেছত'।

জন বুনিযনৰ জন্ম হৈছিল ১৯২৮ চনত বেডফৰ্ডৰ কাষৰ এলষ্ট নামৰ এখনি সৰু গাঁৱত। জন্ম হৈছিল এটা সাধাৰণ দৰিদ্ৰ পৰিযালত। দেউতাকে বাচন বৰ্ত্তনৰ ভঙা-ফুটা বাতি জীৱিকা উলিয়াইছিল। সৰু কালত বুনিযনক কেইদিন মানৰ বাবে স্কুললৈ পঠোৱা হৈছিল। তেওঁ মাত্ৰ লিখিব আৰু পঢিবহে পাৰিছিল। তাৰ পিছত তেওঁ দেউতাকৰ দোকানত বাচন-বৰ্ত্তনৰ ভঙা ফুটা মেৰামতি কৰা কামত ব্যস্ত হৈ পৰিছিল। বাচন-বৰ্তনৰ ভঙা-ফুটা মেৰামতি কৰাৰ সময়ত জুই আৰু ধোৱাৰ মাজত গলিত ধাতুৰ পাত্ৰত তেওঁ দেখিবলৈ পাইছিল নৰক আৰু পিশাচৰ ছবি। সেই ছবিযে তেওঁক সমগ্ৰ জীৱন-ব্যপী আছন্ন কৰি ৰাখিছিল। সেই ভযাবহ ছবিযে তেওঁৰ মন প্ৰাণ আলোডিত কৰিছিল, ভীতিগ্ৰস্ত কৰি তুলিছিল। তেওঁৰ যেতিযা ষোল বছৰ বযস তেতিযা দেউতাকে দ্বিতীয বিবাহ কৰায আৰু তেতিযাই বুনিযনে ঘৰৰ পৰা ওলাই গৈ সৈন্য বাহিনীত সোমায়। সেই যুগৰ ধৰ্মীয আন্দোলনে বুনিযনৰ অনুভূতি প্ৰৱণ মনত সাংঘাতিক প্ৰতিক্ৰিযা কৰিছিল। তেওঁ প্ৰাৰ্থনাৰ বাবে গীৰ্জালৈ গৈছিল, তাতো তেওঁক ভয বিহ্বলতাই এৰা দিযা নাছিল, কিবা এক অজান আশংকাত তেওঁৰ মন কঁপি উঠিছিল। তেওঁৰ চকুৰ সন্মুখত ভাহি উঠিছিল নৰকৰ বিকট ছবি। তেওঁ কাণেৰে শুনিছিল পিশাচৰ নিষ্ঠুৰ কিৰিলি। গীৰ্জাৰ পৰা ভযে ভযে দৌৰিছিল খেল পথাৰলৈ। তাতো লগৰিয়াৰ লগত খেলা খেলিছিল। তেতিয়া মনৰ পৰা ভযৰ ভাৱ আঁতৰি গৈছিল। কিন্তু যেতিয়া ৰাতিৰ এন্ধাৰ নামি আহে তেতিয়া তেওঁৰ ভয় দুগুণ চ'ৰে। নৰক আৰু পিশাচৰ ছবিযে তেওঁৰ মন আচ্ছন্ন কৰি তোলে। অহেতুক ভয়ত তেওঁৰ অণ্ঠ-কণ্ঠ শুকাই যায়। তেওঁ সেহাই-সেহাই চিঞৰে। এনেদৰে ভয় বিহ্বলতাৰ মাজত থকা বাবে কামৰ প্ৰতি স্পৃহাও কমি গৈছিল। দেউতাকে তেওঁক মাজে মাজে বৰকৈ গালি শপনি পাৰে। এদিন এটা কেট্‌লি মেৰামতি কৰিবলৈ দিওঁতে সেইটো ভয়তে জুঁইত নিদিলে। কাৰণ জুই আৰু ধোৱাঁৰ মাজত গলিত ধাতুৰ পাত্ৰত তেওঁ দেখিবলৈ পায় নৰক আৰু পিশাচৰ বিকট ছবি। কেট্‌লি বাতিবলৈ দিয়া তিৰোতাজনীয়ে তেওঁৰ কাণ্ড কাৰখানা দেখি বৰকৈ তিৰস্কাৰ কৰিলে। তেওঁক কাপুৰুষ অপদাৰ্থ বুলি কলে। এনেদৰে তিৰস্কৃত হোৱাৰ পিছত তেওঁ সংকলবদ্ধ হ'ল তেওঁ আৰু ভয়ক

প্ৰশ্ৰয় নিদিয়ে। তেওঁ সাহসেৰে পৰিস্থিতিৰ মোকাবিলা কৰিব। তেওঁ ধৰ্মগ্ৰন্থ চুই শপত খালে এনেদৰে ভয় বিহ্বল হৈ তেওঁ কাপুৰুষালি নকৰে। সেইদিনাৰ পৰা তেওঁৰ অন্তৰলৈ সাহস আহিল। তেওঁৰ স্বভাৱৰ পৰিবৰ্ত্তন হ'ল। তেওঁৰ আত্মশুদ্ধি হ'ল, কি আচৰিত কথা লাহে লাহে তেওঁ মুক্তভাৱে মনৰ কথাবোৰ কব পাৰিছিল, তেওঁ পঢ়া কথাবোৰ হৃদয়ঙ্গম কৰিব পৰা হ'ল।

জন বুনিযনৰ জীৱনলৈ প্ৰকৃত পৰিবৰ্ত্তন আনিলে তেওঁৰ পত্নীয়ে। বিয়াৰ পিছত তেওঁৰ যি মানসিক পৰিবৰ্ত্তন হ'ল তাৰ মূলতে আছিল তেওঁৰ পত্নী। তেওঁৰ পত্নী দাৰিদ্ৰ পৰিয়ালৰ জীযৰী। বিযাৰ উপঢৌকন হিচাপে ছোৱালীজনীয়ে লগত একো পাৰ্থিব সামগ্ৰী আনিব নোৱাৰিলে। তাৰ পৰিবৰ্ত্তে নতুন ঘৰলৈ লগত লৈ আহিছিল দুখন পুৰণি কিতাপ। এখনৰ নাম " ডি প্ৰেইন মেনচ্ পাথৱে টু হেভেন" আৰু আন এখন আছিল "ডি প্ৰেক্টিছ্ অব পিটি"। এই দুখন কিতাপে বুনিয়নৰ জীৱনলৈ সাংঘাটিক পৰিবৰ্ত্তন আনি দিলে। বুনিযনে যেন নতুন অৰ্ন্তদৃষ্টি লাভ কৰিলে। তেওঁৰ মনৰ কল্পনা সজীৱ হৈ উঠিল আৰু তেওঁ দেখিলে নতুন সপোন। তেওঁ যেন হেৰোৱা আত্মা পুনৰাই ঘূৰাই পালে। মুঠৰ ওপৰত এই দুখন কিতাপে তেওঁক নতুন জীৱন দান কৰিলে। তেওঁ লাহে লাহে বাইবেল পঢ়িব পৰা হ'ল। বাইবেলৰ গূঢ় তত্ত্ব আয়ত্ব কৰিব নোৱাৰিলেও তেওঁ গীৰ্জালৈ গৈ ধৰ্মালোচনাত যোগ দিলে। এনেদৰে তেওঁ বৌদ্ধিক সংগ্ৰামত নিমগ্ন হ'ল। তেওঁ যেন স্বৰ্গৰ দেৱদূতৰ সান্নিধ্য লাভ কৰিলে। সৰ্ব্বশক্তিমানৰ কাৰ চপাৰ বাবে তেওঁ উদ্বাউল হৈ উঠিল। অলৌকিক শক্তিলাভৰ কল্পনাত তেওঁ বিভোৰ হৈ পৰিল। বেডফোৰ্ডৰ ৰাস্তাৰে খোজ কাঢ়ি যাওঁতে তেওঁ ভাৱে-তেৰো যদি গিডিঅ'নৰ দ'ৰে কেতবোৰ অলৌকিক কাম কৰিব পাৰিলেহেতেন? সেই অলৌকিক শক্তি তেওঁৰ মাজত কেতিয়া উদ্ভৱ হ'ব? ঘোৰা দৌৰৰ ট্ৰেকত জমা হোৱা পানীৰ ডোঙা টো দেখি তেওঁ যদি কয় 'শুকায় যা' আৰু লগে লগে যদি পানীখিনি শুকাই যায় আৰু শুকান ট্ৰেকটো দেখি তেওঁ যদি কয় "পানী জমা হৈ ডোঙা বান্ধ" আৰু তেতিয়া যদি পানীৰ ডোঙা বান্ধে- তেতিয়াহে তেওঁৰ অলৌকিক শক্তি প্ৰমানিত হ'ব। এইবোৰ কথা কল্পনা কৰি যাওঁতে তেওঁক যেন কোনোবা অদৃশ্য শক্তিয়ে কয় তুমি দূৰ দূৰণিৰ জংগলৰ পৰা জোপোহাৰ মাজত বহি একান্তমনে সৰ্বশক্তিমানৰ ধ্যান কৰা। তেতিয়াহে তুমি অলৌকিক শক্তি লাভ কৰিবা।

অদৃশ্যমানৰ এই আকাশবাণী শুনাৰ পিছত তেওঁ একান্তমনে ধ্যানমগ্ন হ'ল, আধ্যাত্মিক অনুভৱৰে তেওঁৰ অন্তৰ ভৰি পৰিল। পাৰমাৰ্থিক পাৰলৌকিক সাধনাত তেওঁ এনেদৰে ব্ৰতী হ'ল যে দেহৰ দুখ যাতনায়ো তেওঁক টলাব নোৱাৰিলে। এনেদৰে আকাশ পাতালৰ মাজত কিবা কিবি ৰহস্য বিচাৰি অহৰহ সংগ্ৰাম কৰাৰ পিছত তেওঁ লাভ কৰিলে দিব্যজ্ঞান। তেওঁৰ মস্তিষ্ক সুস্থিৰ হ'ল। ছায়াঘন দুৰ্গম উপত্যকাৰ মাজৰ পৰা তীৰ্থযাত্ৰী ওলাই অহাৰ দৰে বুনিযনো ওলাই আহিল জ্ঞানগৰ্ভ অভিজ্ঞতাৰে, চাৰিওফালে সুস্থিৰ দৃষ্টিৰে কটাক্ষ কৰিলে। তেওঁ লাভ কৰিলে দিব্য দৃষ্টি। চাৰিওফালে মানুহে আগুৰি ধৰি তেওঁৰ কথা শুনে। তেওঁ সাবলীলভাৱে আধ্যাত্মিক কথাবোৰ কৈ যায়। তেওঁ ধৰ্মযাজকৰ দৰে আধ্যাত্মিক দৰ্শন আৰু অনুশাসনৰ বাণী শুনায়। মানুহবোৰে নিৰব নিস্তব্ধ হৈ তেওঁৰ বাণী শুনি থাকে মন্ত্ৰমুগ্ধৰ দৰে। এনেদৰে তেওঁৰ অনুগ্ৰামীৰ সংখ্যা দিনক দিনে বাঢ়িবলৈ ধৰিলে। মানুহে তেওঁক আধ্যাত্মিক গুৰু হিচাপে মানি ল'লে। তেওঁৰ দৰে এজন বাচন বৰ্ত্তন বাতোতাই নিজৰ দৃঢ়তা আৰু ইচ্ছা শক্তিৰ বলত জনসাধাৰণৰ ধৰ্মীয় নেতা হৈ পৰিল। সমগ্ৰ ইংল্যাণ্ডতে তেওঁৰ প্ৰভাৱ বিস্তাৰিত হ'ল। তেওঁৰ জনপ্ৰিযতা দেখি ইংলেণ্ডৰ ৰজা দ্বিতীয় চাৰ্লচ শংকিত হ'ল আৰু বুনিয়নৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰি ৰাজহুৱা সভা সমিতিত বক্তৃতা দিয়া বন্ধ কৰি দিলে। আনকি প্ৰতিষ্ঠিত গীৰ্জাৰ অনুমতি নোহোৱাকৈ কোনোধৰণৰ ধৰ্মীয় সভা সমিতি পতাতো বাধা নিষেধ আৰোপ কৰিলে। এই বাধা নিষেধ লৈয়ে বুনিয়নৰ লগত চৰকাৰী যন্ত্ৰৰ মতভেদ হ'ল। চৰকাৰ আৰু গীৰ্জাৰ ধৰ্মীয় অনুশাসনৰ বিৰুদ্ধে বুনিয়ন গৰজি উঠিল। ন্যায়পালিকায়ো বুনিয়নৰ সমৰ্থনত যুক্তি আগবঢ়ালে। বুনিয়নে চৰকাৰী নিষেধাজ্ঞা অমান্য কৰি মুক্ত কণ্ঠে আইনৰ পক্ষত মাত মাতিলে। কোনো মানুহৰে ধৰ্মীয় অনুভূতিত আঘাত কৰাৰ অধিকাৰ চৰকাৰ বা গীৰ্জা কৰ্তৃপক্ষৰ নাই। যিয়ে যেনেকৈ বিচাৰে আধ্যাত্মিক ধ্যান ধাৰণা অনুষ্ঠিত কৰিব পাৰে। ধৰ্মৰ মত প্ৰকাশ কৰাত বাধা দিয়াটো চৰকাৰৰ পক্ষে সুস্থ নীতি নহয়। এনেদৰে চৰকাৰ আৰু গীৰ্জা কৰ্তৃপক্ষক সমালোচনা কৰা বাবে বুনিয়নক বেডফৰ্ড জেলত কাৰাৰুদ্ধ কৰি ৰখা হ'ল। বুনিয়নে আৰ্তনাদ কৰি উঠিল। তেওঁৰ দৰিদ্ৰ পৰিয়াল টোৰ কথা ভাবি ভাঙি পৰিল। তেওঁৰ অবৰ্ত্তমানত পৰিয়ালটোৰ অৱস্থা পানীত হাঁহ নচৰা বিধৰ হ'ব। তেওঁৰ অকণমান অন্ধ ছোৱালীটিৰ অৱস্থাৰ কথ ভাবি বেছি বিচলিত হ'ল। তেওঁ কাৰাৰুদ্ধ

হৈ থাকিলে কোনে তেওঁলোকৰ ভৰণ-পোষণৰ দায়িত্ব লব? তেওঁলোকে অনাহাৰে তিল্‌তিল্‌কৈ মৃত্যুক সাৱটি ল'ব। কণমাণি অন্ধ ছোৱালীজনীয়ে হয়তো হাতত ভিক্ষাৰ পাত্ৰ লৈ লোকৰ দুৱাৰে দুৱাৰে ভিক্ষা মাগি ফুৰিব লাগিব। তেওঁৰ মৰমৰ পৰিয়ালটোৱে পেটৰ ক্ষুধাৰ জ্বালাত ছটফটাই থাকিব। তেওঁক ধৰ্মদ্ৰোহী সজাই অনিৰ্দ্দিষ্ট কালৰ বাবে কাৰাৰুদ্ধ কৰিৰখাৰ বাবে হুকুম দিয়া হ'ল। দুৰ্ভগীয়া পৰিয়ালটোৰ চিন্তাই তেওঁক খুলি খুলি খাবলৈ ধৰিলে। অসহায় হৈ তেওঁ ধৰ্মগ্ৰন্থৰ আশ্ৰয ললে। খীৰতী গাইক দামুৰিটোৰ পৰা আঁতৰাই নি অন্য দেশত নিৰ্বাসন দিয়াৰ দৰে তেৰোঁকো পৰিয়ালৰ পৰা বিচ্ছিন্ন কৰি কাৰাৰুদ্ধ কৰা হ'ল। দামুৰিটোৱে ঈশ্বৰৰ আশ্ৰয়ত থাকি ডাঙৰ দীঘল হোৱাৰ কথাই তেওঁৰ মনলৈ আত্ম বিশ্বাস আনি দিলে। সৰ্বশক্তিমান ভগবানে তেওঁৰ নিঃসহায় পৰিয়ালটোক নিশ্চয় বচাব। তেওঁৰ অন্ধ ছোৱালীজনী ভগবানৰ আশ্ৰয়ত ডাঙৰ দীঘল হ'ব। এই কথা মনলৈ অহাৰ লগে লগে তেওঁ মানসিকভাৱে সবল হ'ল। তেওঁৰ দুৰ্ভাগ্য, তেওঁৰ দাৰিদ্ৰ,তেওঁৰ অসহায়তা সকলো সৰ্ব্বনিয়ন্তাৰ ওচৰত সপি দি জেলৰ ভিতৰতে পৰিশ্ৰম কৰিবলৈ ধৰিলে।তেওঁ নিজহাতে জোতাৰ লেচ তৈয়াৰ কৰি জেল কৰ্ত্তৃপক্ষক বিক্ৰী কৰিবলৈ দিয়ে আৰু সেইবোৰ বিক্ৰী কৰি যি টকা পইচা পায সেইখিনি পৰিয়ালক দিয়ে।এনেদৰে তেওঁৰ পৰিযালটোক জীযাই ৰাখিলে। তেওঁ একেলেঠাৰিয়ে বাৰ বছৰ কাৰাবাস খাটিছিল। কাৰবাসৰ মাজতো তেওঁ পৰিয়ালটোক চাবলৈ সঘনাই গৈছিল। গীৰ্জালৈ গৈও প্ৰাৰ্থনা কৰিছিল, গভীৰ নিশা সাধাৰণ মানুহৰ লগত আধ্যাত্মিক আলোচনাত ব্যস্ত হৈছিল। জেলত থাকোতে তেওঁ দুখন কিতাপ পঢ়িছিল, এখন আছিল ৰজা জেমচৰ 'বাইবেল' আৰু আনখন ফক্সৰ 'বুক অব মাত্ৰীয়া'ৰ। এই দুখন কিতাপে তেওঁৰ অনুভূতিত আঘাত কৰিছিল, তেওঁৰ মুখত ভাষা দিছিল, তেওঁৰ চিন্তাশক্তি পুৰঠ হৈছিল। তাৰফলস্বৰূপে সৃষ্টি হৈছিল এখনি অমৰ গদ্য "ডি পিলগ্ৰিমছ প্ৰগ্ৰেছ"। জেলত থাকোতেই এই অমৰ গ্ৰন্থখন ৰচনা কৰিছিল যদিও চৰকাৰী ৰোষত পৰাৰ ভয়ত গ্ৰন্থ খন প্ৰকাশ কৰা নাছিল। জেলৰ পৰা ওলোৱাৰ পিছত ১৬৭৮ চনত যেতিয়া গ্ৰন্থখন প্ৰকাশ হৈ ওলায় তেতিয়া সমগ্ৰ ইংল্যাণ্ডজুৰি আলোড়নৰ সৃষ্টি হয়। ইতিমধ্যে তেওঁ ইংল্যাণ্ডবাসীৰ মাজত ধৰ্মযাজক হিচাপে পৰিচিত হৈছিল। ধৰ্মৰ অমূল্য বাণী শুনাৰ বাবে তেওঁৰ চাৰিওফালে অনুগামী সকলে আগুৰি ধৰিছিল আৰু তেওঁ

সকলোকে ধৰ্মৰ বাণী শুনাই বিমোহিত কৰিছিল। লণ্ডনলৈ যেতিয়া তেওঁ বক্তৃতা দিবলৈ আহে তেতিয়া পণ্ডিত, বিপচ, ৰাজনৈতিক নেতা আদিযেও সৰ্বসাধাৰণ মানুহৰ মাজত সোমাই লুকাই চুৰিকৈ ধৰ্মৰ বাণী শুনিছিল। তেওঁৰ শুনমুগ্ধ শ্ৰোতাৰ সংখ্যা দিনক দিনে বৃদ্ধি হৈছিল আৰু তেওঁক সকলোৱে ৰিচপ বুনিযন বুলি মাতিছিল। তেওঁৰ ধৰ্মযাত্ৰা আছিল স্বতঃস্ফূৰ্ত্ত, প্ৰভাৱ আছিল অপৰিসীম। তেওঁৰ কথাত যেন যাদু আছিল আৰু মানুহে মন্ত্ৰমুগ্ধৰ দৰে তেওঁৰ বক্তৃতা শুনিছিল। লণ্ডনৰ পৰা দূৰ-দূৰণিৰ গাঁৱলৈ গৈও তেওঁ আধ্যাত্মিক বক্তৃতা প্ৰদান কৰিছিল। তেওঁ উপস্থিত থকা সভাবোৰ লোকে লোকাৰণ্য হৈ পৰিছিল। প্ৰেম, দযা আৰু ভাতৃত্ববোধৰ বাণীযে শত্ৰুৰ হৃদযো জয কৰিব পাৰিছিল। তেওঁৰ চাৰিত্ৰিক সৰলতা, বদন্যতা, উদাৰতা, আত্মপ্ৰত্যয আৰু আধ্যাত্মিক বিশ্লেষণে জনগণৰ অন্তৰত ঐশ্বৰিক মহাত্ম্যৰ বীজ অংকুৰিত কৰিছিল। তেওঁৰ ৰচনাই মানুহক সাহস দিছিল, সৎভাৱে সৎজীৱন যাপন কৰাৰ বাবে প্ৰেৰণা দিছিল। ৰাষ্ট্ৰ আৰু গীৰ্জাৰ ধৰ্মীয় গোড়ামি আৰু অনুশাসনৰ শিকলি চিগি তেওঁ যি প্ৰেম, দযা, মৈত্ৰী আৰু সাম্যৰ বাণী প্ৰচাৰ কৰি ইংল্যাণ্ডবাসীক দযা-মমতা ভাতৃত্বৰ এনাজৰীৰে বান্ধিলে তাৰ প্ৰভাৱ এটা যুগ ব্যাপী পৰিব্যপ্ত হৈ থাকিল। সুদীৰ্ঘ যোল বছৰে ধৰ্ম আৰু মানৱপ্ৰেমৰ আমোঘ বাণী প্ৰচাৰ কৰি তেওঁ ৰিচপ হিচাপে পৰিচিত হ'ল। এদিন তেওঁ এজন আকোৰ গোজ খেযালী স্বভাৱৰ পিতা-পুত্ৰৰ মাজৰ ভাঙি পৰা সম্পৰ্ক জোৰা লগাই ঘূৰি আহোঁতে ৰাস্তাতে ধুমুহা বৰষুণে পালে আৰু তিতি বুৰি ৰিডিঙত থকা তেওঁৰ এগৰাকী বন্ধুৰ ঘৰত উপস্থিত হ'ল। ধুমুহা বৰষুণত তিতি বুৰি জুৰুলা হোৱা বাবে তেওঁ পানীলগা জ্বৰত পৰি বিচনা ল'বলগীযা হ'ল। বিচনাত পৰিও তেওঁ হাঁহি মুখে ৰোগৰ যন্ত্ৰনা সহ্য কৰি গ'ল। এনেদৰে সাধাৰণ জ্বৰত পৰিয়েই তেওঁ ইহলীলা সম্বৰণ কৰিলে। তেওঁৰ নশ্বৰ দেহ লণ্ডনৰ বানাইল ফিল্ডৰ সমাধিক্ষেত্ৰত সমাধিস্থ কৰা হ'ল। তেওঁৰ সমাধি ক্ষেত্ৰ আজিও এক পূণ্যক্ষেত্ৰ হিচাপে পৰিগণিত হৈ আহিছে।

বুনিয়নে পিউৰিটান যুগৰ গদ্য ৰচনা কৰি এক ব্যতিক্ৰম ধাৰাৰ সৃষ্টি কৰিলে। গদ্যত ৰচিত তেওঁৰ ৰূপক পিলগ্ৰিমচ্ প্ৰগ্ৰেছে বিশ্বসাহিত্যত এক সুকীয়া স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছে। বিশ্বৰ বিখ্যাত তিনিখন গ্ৰন্থ হ'ল স্পেনাৰ্চৰ 'ফেয়াৰী কুইন', ডাণ্টেৰ 'ডিভাইন ক'মেডিয়া' আৰু বুনিয়নৰ 'পিলগ্ৰিমচ্ প্ৰগ্ৰেছ'। প্ৰথমখন কবিসকলৰ

বাবে আবেদনপূৰ্ণ, দ্বিতীয়খন পণ্ডিতসকলৰ বাবে আৰু তৃতীয়খন যিকোনো বয়সৰ যিকোনো শ্ৰেণীৰ পাঠকৰ বাবে জনপ্ৰিয়।

'পিলগ্ৰিমচ্ প্ৰগ্ৰেছ'ৰ কাহিনী অত্যন্ত ৰোমাঞ্চকৰ। ৰোমাঞ্চকৰ ৰহস্যময় কাহিনীৰ মাজেৰে প্ৰটেষ্টানৰ মতবাদ ব্যক্ত কৰিছে। বুনিযনৰ মতে "Protestantism is the doctrine of salvation by grace" পোপৰ ৰক্ষণশীল ধৰ্মীয় অনুশাসনৰ বিৰুদ্ধে প্ৰতিবাদ কৰা প্ৰটেষ্টান সম্প্ৰদায়ৰ মুক্তিৰ মূলমন্ত্ৰ উচ্চাৰণ কৰি বুনিয়নে যি দুৰন্ত সাহসেৰে 'পিলগ্ৰিমচ্ প্ৰগ্ৰেছ' ৰচনা কৰিলে সেই মুক্তিৰ মন্ত্ৰ আজিও গুৰু গম্ভীৰভাৱে অনুৰণিত হৈ আছে ইংৰাজী সাহিত্যত 'পিলগ্ৰিমচ্ প্ৰগ্ৰেছ' বুনিয়নৰ অবিস্মৰণীয় সৃষ্টি। ইযাৰ কাহিনীও ব্যতিক্ৰমধৰ্মী অতুলনীয়। লেখকে সপোন দেখিছে। সপোনত দেখা কাহিনীযে জীৱন্তৰূপ লৈছে গ্ৰন্থৰ মাজত। কাহিনীটো আৰম্ভ কৰিছে এনেদৰে

"বাহিৰৰ পৃথিবীৰ নিৰ্জন প্ৰান্তত ঘূৰি ফুৰোতে মই এডোখৰ আলোকময় ঠাইত দেখিলো এটি সুৰঙ্গ। সেই সুৰঙ্গৰ কাষতে মই শুই পৰিলো। টোপনিতে মই দেখিলো এটি সপোন। তাৰপিছত আৰম্ভ হৈছে কাহিনী। কাহিনীৰ নায়কৰ নাম খৃষ্টান। তেওঁৰ হাতত এখন কিতাপ আৰু পিঠিত এটা ডাঙৰ বোজা লৈ আহিছে ডেষ্ট্ৰাকচন নগৰীৰ পৰা। খৃষ্টানৰ পিঠিৰ বোজাত আছে তেওঁৰ জীৱনৰ পাপ আৰু শঙ্কা। এই বোজাৰ পৰা মুক্তি পোৱাৰ বাবে তেওঁ হোলী চিটিলৈ যাত্ৰা কৰিছে। কিন্তু হোলী চিটিলৈ যোৱাৰ ৰাস্তা বিচাৰি তেওঁ হাবুদুবু খাইছে। ৰাস্তাৰ সন্ধান নাপাই তেওঁ কান্দিছে। সেই সময়তে এভেঞ্জেলিষ্ট নামৰ দেৱদূত এজনে তেওঁক পথ দেখুৱাই দিছে। দূৰৈৰ এটা পাহাৰত এখনি দুৱাৰমুখ আছে। সেই দুৱাৰমুখেৰে যাব লাগে হোলী চিটিলৈ। খৃষ্টান যেতিয়া আগবাঢ়ি গৈ থাকে তেতিয়া তেওঁৰ ওচৰ চুবুৰীয়া বন্ধু বান্ধৱ তেওঁৰ পত্নী আৰু লৰা ছোৱালীয়ে বাহিৰৰ পৰা মাতিছে 'গুছি আহা, গুছি আহা, আগনাবাঢ়িবা।" খৃষ্টানে আঙুলিৰে কাণৰ ফুটা বন্ধ কৰি চিঞৰি উঠিছে— "Life, Life, eternal life আৰু এনেদৰে চিঞৰি চিঞৰি তেওঁ সমভূমিৰ মাজে মাজে দৌৰিছে। তাৰ পিছত আৰম্ভ হৈছে দহোটা স্তৰৰ যাত্ৰা। এই যাত্ৰা কেইটাতে খৃষ্টানৰ জীৱনৰ দুখ কষ্ট আৰু বিজয়ৰ ছবি স্পষ্ট হৈ উঠিছে। আন আন চৰিত্ৰবোৰৰো সুখ-দুখ হাঁহি কান্দোন, শান্তি, লোভ আদিৰ চিত্ৰ আকি জীৱন্ত ৰূপ দিছে। সেই সময়ৰ কাহিনীবোৰ পদ্যত ৰচিত হোৱা বাবে চৰিত্ৰ সৃষ্টি আছিল ধূমৰ আৰু অবাস্তৱ। কিন্তু

বুনিয়নে গদ্যত কাহিনী ৰচনা কৰা বাবে চৰিত্ৰবোৰ জীৱন্ত নায়ক নায়িকা হিচাপে সমুজ্জ্বল হৈ উঠিছে। তেওঁ অংকন কৰা চৰিত্ৰ সমূহৰ ভিতৰত আছে মিঃ ওৰ্ল্ডলি ৱাইজমেন- যি আত্ম সন্তুষ্ট আৰু নীতি নিয়ম মানি চলা লোক, ডেকা ইগ্নোৰেঞ্চ, মৰমী দিটি, শিষ্টাচাৰ পূৰ্ণ ডেমচ, কথাচহকী ট'কেটিভ, সাধু ফেইথফুল আদি কেবাটাও জীৱন্ত চৰিত্ৰ। এই চৰিত্ৰ সমূহ তেজমঙহৰ চৰিত্ৰৰ দৰে আধ্যাত্মিক ভাৱনাৰ প্ৰতীক হিচাপে উজ্জ্বলি উঠিছে। খৃষ্টানৰ কষ্টকৰ যাত্ৰাৰ মাজত হেল্পফুল নামৰ চৰিত্ৰই সহায়ৰ হাত আগবঢাই তেওঁৰ যাত্ৰাপথত আগুৱাই নিছে। খৃষ্টানে যাত্ৰাপথত ইণ্টাৰ প্ৰিটাৰৰ ঘৰ পাইছে। পেলেছ বিউটিফুল পাইছে, সিংহ লগ পাইছে, ভেলী অৱ হিউমিলিযেচন পাইছে। এইবোৰ অতিক্ৰম কৰাতে তেওঁৰ যথেষ্ট কষ্ট হৈছে, বহুতো লঘু লাঞ্ছনা ভূগিছে। তথাপি তেওঁৰ যাত্ৰা অব্যাহত আছে। এপোলিযন নামৰ দৈত্যৰ সৈতে প্ৰচণ্ড যুদ্ধত লিপ্ত হৈছে। তাতকৈ ভয়ানক ছাৰ উপত্যকা পাইছে, য'ত কেৱল অন্ধকাৰ আছে ছাযাঘন অন্ধকাৰ। এই উপত্যকা অতিক্ৰম কৰি ভেনিটি ফেয়াৰ পাইছে য'ত কেৱল অহঙ্কাৰৰ বেচা কিনা চলিছে। তাৰপিছত ফেইথফুলৰ বিচাৰ পৰ্ব্ব আৰম্ভ হৈছে। এই বিচাৰ কৰিছে জুৰীযে। জুৰীত আছে মিঃ ব্লাইন্ড মেন, মিঃনগুড, মিঃহেডী, মিঃলিভলুজ, মি হেটেলাইট আৰু অন্যান্য - যি সকলে ফেইথফুলক মৃত্যুদণ্ডৰে দণ্ডিত কৰিছে। খৃষ্টানে গৈ গৈ পালে ডাবলিং কেছল য'ত খৃষ্টান আৰু হেল্পফুলক জায়েণ্ট ডেচপেযাৰে অন্ধ কূপত দলিযাই দিছে। তাৰ পৰা তেওঁলোক গৈ পালে যৌৱনৰ মনোৰম পাহাৰ। সেই পাহাৰ অতিক্ৰম কৰি খৃষ্টানে পালে এখন গভীৰ নদী সেইখন পাৰ হৈ গ'লেই পাব আনন্দৰ নগৰ। তাতে দেৱদূতী সকলে গান গাইছে। খৃষ্টানে সকলো দুখ কষ্ট নেওঁচি আনন্দৰ নগৰত উপস্থিত হ'ল। দেৱদূতী অপচৰাসকলে গান গাই গাই সম্ভাষণ জনালে খৃষ্টানক, ইগনোৰেঞ্চক নিজৰ স্থানলৈ যাবলৈ বাধ্য কৰালে। তেতিযাই লেখকে দেখিলে স্বৰ্গৰ প্ৰবেশদ্বাৰৰ পৰাও নৰকলৈ ৰাস্তা আছে— যেনেদৰে আছে চিটি অৱ ডেষ্ট্ৰাকচনৰ পৰা স্বৰ্গত কেৱল পুন্যাত্মৰহে স্থান, পাপীসকলক নৰকৰ ৰাস্তাৰে প্ৰত্যাৱৰ্ত্তন কৰিবলৈ দিয়ে। তেতিয়াই লেখকে সাৰ পালে আৰু তেতিয়াহে তেওঁ অনুভৱ কৰিব পাৰিলে যে এইটো এটা সপোনহে আছিল। বুনিযনে পিলগ্ৰিমচ্ প্ৰগ্ৰেচৰ কাহিনীটো ৰচনা কৰিছে কৰ্কশ পৃথিবীৰ কৰ্কশ অভিজ্ঞতাৰে। কিন্তু কাহিনীৰ লক্ষ্য স্বৰ্গীয় সুখ উপলব্ধিৰ। কাহিনী ৰচিত হৈছে গদ্যত।

আনহাতে মিলটনৰ পেৰডাইজ লষ্ট বাইবেলৰ ওপৰত শুই থাকি দেখা সপোনৰ বৰ্ণনা আৰু কাহিনী বৰ্ণনা কৰা হৈছে পদ্যত। কিন্তু বুনিয়নৰ কাহিনী মিলটনৰ কাহিনীতকৈও বহুল পঠিত আৰু সৰ্ব্বসাধাৰণ পাঠকৰ দ্বাৰা সমাদৃত।

'প্রিলগ্রিমচ্ প্রগ্রেছ'ৰ জনপ্ৰিযতা পৃথিবী ব্যাপী অটুট আছে আৰু ইয়াক বিশ্বৰ পসত্তৰটা ভাষালৈ অনুবাদ কৰা হৈছে। টেইনেৰ মতে বাইবেলৰ পিছত ইংল্যাণ্ডত 'পিলগ্রিমচ্ প্রগ্রেছ' আটাইতকৈ বেছি পাঠিত হৈছে। এইগ্ৰন্থ কেবল প্ৰটেষ্টানসকলৰ মুক্তিৰ মূল মন্ত্রই নহয বৰং ইযাৰ গূঢ়াৰ্থ ইছলাম আৰু বৌদ্ধ ধৰ্মাবলম্বী লোকৰ মাজতো বহুলভাৱে চৰ্চিত হৈছে। কেথলিক সম্প্ৰদাযৰ লোকসকলেও ইয়াৰ কাহিনীক আদৰেৰে গ্ৰহণ কৰিছে। অকল আধ্যাত্মিক জ্ঞান আহৰণৰ বাবেই নহয় কাহিনীৰ ৰস আস্বাদন, নাটকীয অভিব্যক্তি আৰু কথনভঙ্গীৰ মাধুৰ্যৰ বাবে পিলগ্রিমচ্ প্রগ্রেছ সকলো শ্ৰেণীৰ পাঠকৰ বাবে গ্ৰহণযোগ্য হৈছে। গদ্যত ৰচিত কাহিনী হোৱা বাবে সৰ্ব্বসাধাৰণেও কাহিনীটো সহজতে হৃদযঙ্গম কৰিব পৰা হৈছে আৰু কাহিনীৰ মাজত বাস্তবতা বিচাৰি পাইছে। সেযেহে এই গ্ৰন্থৰ জনপ্ৰিযতা ইংল্যাণ্ড আৰু আমেৰিকাতো শতিকাজুৰি অক্ষুণ্ণ আছে।

বুনিয়নৰ প্ৰথম গ্ৰন্থ "ডি হোলী ৱাৰ" প্ৰকাশ হৈছিল ১৬৬৫ চনত। এইখন পেৰাডাইছ লষ্টৰ গদ্য ৰূপ যেন অনুভৱ হয়। ১৬৬৬ চনত তেওঁৰ আন এখন গ্ৰন্থ "গ্ৰেছ এবাউণ্ডিং টু ডি চীফ অৱ চিনাৰচ্" প্ৰকাশ হয় য'ত দেখিবলৈ পোৱা যায় বুনিয়নৰ জীৱন জিজ্ঞাসা। এইখন বুনিযনৰ আত্মজীৱনী বুলিও বহুতে ক'ব খোজে। কিন্তু এই গ্ৰন্থত ইতিহাস আছে- যাক সোতৰ শতিকাৰ ইংল্যাণ্ডৰ ইতিহাসৰ সমল পুথি বুলিও কব পৰা যায। ১৬৮২ খৃষ্টাব্দত বাস্তৱ চৰিত্ৰ সম্বলিত আন এখন গ্ৰন্থ 'ডিনাইফ এণ্ড ডেথ অৱ মিঃ বেডমেন' প্ৰাকাশ হয়। এইখন গ্ৰন্থ আধুনিক উপন্যাসৰ পূৰ্বভাষ বুলিও ক'ব পৰা যায়। ১৬৮৮ চনত পিলগ্রিমচ্ প্রগেছৰ দ্বিতীয় খণ্ড প্ৰকাশ হয। দ্বিতীয় খণ্ডত খৃষ্টান আৰু তেওঁৰ লৰা-ছোৱালীৰ যাত্ৰা দেখুওৱা হৈছে চিটি অৱ ডেলাইটলৈ। এইখনো ৰোমাণ্টিক অনুভতিৰে ভৰপুৰ উপন্যাসোপম কাহিনী গ্ৰন্থ। ইয়াৰোপৰি বুনিয়নে বহুতো চিন্তাগধুৰ গবেষণামূলক প্ৰবন্ধ আৰু নীতিশিক্ষামূলক গদ্য ৰচনা কৰি ইংৰাজী সাহিত্য চহকী কৰি থৈ গৈছে। বুনিয়ন পণ্ডিত নাছিল, আছিল সাধাৰণ বাচন বৰ্ত্তন মেৰামতি কৰা লোক। কিন্তু তেওঁৰ মাজত যি অভিজ্ঞ তালব্ধ

চিন্তাৰ স্ফূৰণ ঘটিছিল, তাৰফলত সৃষ্টি হৈছিল পাণ্ডিত্যপূৰ্ণ ৰচনা যি আজিও অমৰ হৈ আছে ইংৰাজীভাষাত। ইংৰাজী সাহিত্যৰ গবেষকসকলে তেওঁৰ দ্বাৰা ৰচিত পিলগ্ৰিমচ্ প্ৰগ্ৰেছক বাইবেলৰ শাৰীত স্থান দি বুনিযনৰ পাণ্ডিত্য অকপটে স্বীকাৰ কৰি লৈছে। আজিও জন বুনিযন ইংৰাজী সাহিত্যৰ প্ৰথম গদ্যৰ সাধক হিচাপে চিৰবন্দিত হৈ আছে।



# ওঠৰ শতিকাৰ বিখ্যাত গদ্য লেখক
# জ'নাথন ছুইফট্

স্বনিয়ন্ত্রন নোহোৱা প্রতিপত্তিশালী মানুহ শিশুৰ হাতত তুলি দিয়া ভয়ানক অস্ত্র সদৃশ আৰু তেনে মানুহ ধ্বংস হয় অনিয়ন্ত্রিত প্রতাপৰ বাবে। এইটোৱে আটাইতকৈ ডাঙৰ ট্রেজেডী। এই ট্রেজেডী ৰাজনৈতিক ক্ষেত্রতে হওঁক, সামাজিক ক্ষেত্রতে হওঁক বা সাহিত্যজগততে হওঁক য'তে ত'তে সংঘটিত হৈ আহিছে। সাহিত্যৰ ক্ষেত্রত ঘটা তেনে ট্রেজেডীৰ এগৰাকী নায়ক হ'ল ইংৰাজী গদ্যলেখক জ'নাথন ছুইফট্। জ'নাথন ছুইফট্ ইমান প্রতিপত্তিশালী আছিল যে তেওঁৰ সেই প্রতিপত্তিয়েই ধ্বংসৰ কাৰণ হৈ পৰিছিল আৰু শেষত তেওঁ বিয়োগান্ত নাটকৰ নায়ক হিচাপে ধ্বংসস্তূপত পৰিণত হৈছিল। ক্ষমতাৰ ৰাগীত তেওঁ উন্মাদ হৈছিল, ধনবলে তেওঁৰ মস্তিষ্কৰ বিকাৰ ঘটাইছিল আৰু শেষত তেওঁ জধামুৰ্খ উন্মাদৰ দৰে প্রলাপ বকি বকি মৃত্যুক সাৱটি লৈছিল। তেওঁ অজস্র ধন সম্পত্তিৰ মালিক হৈছিল আৰু শেষত সেই ধন সম্পত্তিবোৰ উন্মাদৰ চিকিৎসালয় স্থাপনত ব্যয় কৰা হৈছিল। অশেষ কষ্ট স্বীকাৰ কৰি তেওঁ সাহিত্যত ব্যুৎপত্তি লাভ কৰিছিল আৰু সেই প্রতিভা সাধাৰণ মানৱতাবোধক ব্যঙ্গ কৰাৰ ক্ষেত্রত প্রয়োগ কৰি সাহিত্য সৃষ্টি কৰিছিল। বহুতো সাহিত্য সমালোচকে তেওঁৰ সাহিত্য বিশ্লেষণ কৰি ক'ব খোজে যে তেওঁ আত্মগৌৰৱী আৰু দাম্ভিক আছিল। তেওঁক অকৃতজ্ঞ, নিৰ্দ্দয় আৰু প্রতিশোধপৰায়ণ হিচাপেও চিহ্নিত কৰা হৈছে। টোৰী সকলৰ পৰা তেওঁ ৰাজনৈতিক ক্ষমতা আজুৰি আনিছিল আৰু এই কাৰ্য্যত যি সকল লোকে তেওঁক সহায় কৰিছিল তেওঁলোকক বিদ্রূপ কৰি প্রত্যাখ্যান কৰিছিল। অথচ সেই লোকসকলৰ ভাগ্য তেওঁৰ হাততে সমৰ্পণ কৰা হৈছিল। তেওঁৰ প্রতিপত্তিশালী ব্যক্তিত্বই নাৰীৰ ওপৰতো প্রভুত্ব বিস্তাৰ কৰিছিল। তেওঁ নিৰ্মমভাৱে নাৰীক তুচ্ছজ্ঞান কৰি নাৰীজাতিৰ প্রতি ঘোৰ অন্যায় কৰিছিল। তেওঁৰ জীৱন কাহিনী অধ্যয়ন কৰিলে দেখা যায় যে দুগৰাকী ভদ্রমহিলা তেওঁৰ প্রণয়প্রাৰ্থী হৈছিল। কিন্তু তেওঁ দুয়োগৰাকী

নাৰীৰ প্ৰেমক প্ৰত্যাখান কৰি তেওঁলোকৰ প্ৰতি ঘোৰ অন্যায় কৰিছিল আৰু তেওঁলোকৰ জীৱনলৈ দুখৰ বোজা কঢ়িয়াই আনিছিল। শেষত দুয়োগৰাকী নাৰীয়ে দুখৰ বোজা ব'ব নোৱাৰি মৃত্যুক সাৱটি ল'বলৈ বাধ্য হৈছিল। এই মৰ্মন্তুদ ঘটনাই তেওঁৰ জীৱনলৈ সীমাহীন দুখ কঢ়িয়াই আনিছিল। ফলস্বৰূপে তেওঁৰ জীৱনো শোক-দুখেৰে দুৰ্বিসহ হৈ পৰিছিল। ক্ষমতাৰ ৰাগীত মগ্নহোৱা বাবেই তেওঁৰ জীৱনলৈ বিপৰ্য্যয় নামি আহিছিল। জীৱনৰ শেষ বয়সত তেওঁ হতাশগ্ৰস্ত হৈছিল। তেওঁৰ জীৱন সংগ্ৰাম, হতাশগ্ৰস্ততা, বিষাদগ্ৰস্ততা আৰু তিতা কেঁহা অভিজ্ঞতাৰ কথা ভাবিলে তেওঁৰ প্ৰতি বিৰাগ জন্মে যদিও তেওঁৰ ব্যঙ্গাত্মক সৃষ্টি, সৃজনীশীল দক্ষতা আৰু সৃষ্টিশীল প্ৰতিভাৰ বাবে আগাষ্টান যুগৰ এগৰাকী উল্লেখযোগ্য গদ্য লেখক হিচাপে তেওঁৰ প্ৰতি সহৃদয়তা জন্মে।

ছুইফটৰ জন্ম হৈছিল ১৬৬৭ চনত ডাবলিনত। মাক-বাপেকে দুয়ো ইংৰাজ আছিল। ছুইফটৰ জন্মৰ পূৰ্বে দেউতাকৰ মৃত্যু হৈছিল। মাকে অকলে পৰিয়ালটোক ভৰণ-পোষণ দিব নোৱাৰে। কাৰণ তেওঁ সম্বলহীন আছিল। ছুইফট্ সৰুৰে পৰা অহংকাৰী আছিল যদিও পৰিযালৰ দাৰিদ্ৰৰ বাবে সেই অহংকাৰ বাদ দিবলগীয়া হৈছিল। পঢ়া-শুনা কৰাৰ বাবে নিজৰ সম্বন্ধীয় মানুহৰ ওচৰত হাত পাতিবলগীয়া হৈছিল। ছুইফটৰ শিক্ষাৰ বাবে সম্পৰ্কীয় লোক সকলে অনিচ্ছাস্বত্তেও সহায়ৰ হাত আগবঢ়াবলৈ বাধ্য হৈছিল। সেই সহাযকে সম্বল হিচাপে লৈ ছুইফটে কিলজেনী স্কুলত বিদ্যাৰম্ভ কৰিছিল। স্কুলীয়া পাঠ্য পুথিৰ প্ৰতি লৰাজনৰ ধাউতি নাছিল। তথাপি নিজৰ জীৱিকা উলিওৱাৰ বাবে অনিচ্ছা স্বত্বেও স্কুলীয়া কেৰিকুলামৰ পাঠ্যপুথি পঢ়িবলগীয়া হৈছিল একমাত্ৰ ডিগ্ৰী লাভৰ বাবে। স্কুলীযা শিক্ষা শেষ কৰাৰ পিছত ডাবলিন বিশ্ববিদ্যালযত উচ্চ শিক্ষাৰ বাবেভৰ্ত্তি হৈছিল। তাতো পাঠ্যপুথিত মন বহা নাছিল। তথাপি পৰীক্ষা পাছ কৰাৰ বাবে পাঠ্যপুথি পঢ়িবলৈ বাধ্য হৈছিল। এনেদৰে নিজৰ ৰুচিৰ বিৰুদ্ধে পঢ়াশুনা কৰি স্নাতক ডিগ্ৰী লাভ কৰি জীৱিকাৰ সন্ধানত ব্যস্ত হ্বলগীয়া হৈছিল। কিন্তু তাতো তেওঁ নিৰাশহ্বলগীয়া হৈছিল। অৱশেষত তেওঁৰ এজন দূৰ সম্পৰ্কীয় লোক চাৰ উইলিয়াম টেম্পলৰ ব্যক্তিগত সচিব হিচাপে কাম কৰিবলৈ বাধ্যহয়। টেম্পলৰ লগত তেওঁৰ সদ্ভাৱ নাছিল যদিও জীৱিকাৰ তাড়নাত তেওঁৰ হুকুম মানি সচিবৰ কাম কৰি গ'ল। টেম্পল আছিল ৰাজনীতিবিদ আৰু কুটনীতিবিদ্। তেওঁ কিন্তু নিজকে

এজন ডাঙৰ লেখক হিচাপে জ্ঞান কৰিছিল। তেওঁ ক্লাছিক আৰু আধুনিক সাহিত্যৰ মাজৰ পাৰ্থক্য দাঙি ধৰি বিতৰ্কৰ মাজত সোমাই পৰিছিল। এই বিতৰ্কৰ আঁট ধৰি ছুইফটেও সেইসময়ত এখন গ্ৰন্থ ৰচনা কৰিছিল- যি খনত তেওঁ ক্লাছিক আৰু আধুনিক সাহিত্যৰ বিতৰ্কিত বিষয় সমূহৰ বিষয়ে ব্যঙ্গাত্মক সমালোচনা দাঙি ধৰিছিল। গ্ৰন্থত তেওঁ চাৰউইলিয়াম টেম্পলৰ যুক্তিক খণ্ডন কৰি যুক্তি দাঙি ধৰিছিল। ছুইফটে অনুভৱ কৰিছিল যে যিজন তেওঁৰ গৰাকী তেওঁৰ বৌদ্ধিক চিন্তাতকৈ তেওঁৰ চিন্তা চৰ্চা অধিক গভীৰ। তথাপি তেওঁৰ অধীনস্থ চাকৰ হিচাপে তেওঁৰ বিৰুদ্ধাচৰণ কৰিব নোৱাৰে। এনেদৰে মানসিক অন্তৰ্দ্বন্দ্বৰ মাজত থাকি তেওঁৰ জীৱনৰ সুদীৰ্ঘ দহবছৰ কাল টেম্পলৰ অধীনত কটাই দিছিল। লাহে লাহে তেওঁৰ তিক্ততা বৃদ্ধি হৈছিল। তথাপিও নিজৰ ভাগ্যক দোষদি সকলো সহ্য কৰি গৈছিল। শেষত সহ্যৰ সীমা অতিক্ৰম কৰাত টেম্পলৰ লগত তেওঁৰ কাজিয়া হৈছিল। আৰু তেওঁ টেম্পলৰ চাকৰি বাদ দি ইংল্যাণ্ডৰ গীৰ্জা কতৃপক্ষৰ অধীনত চাকৰিত সোমাল। কেইবছৰমান পিছত আযাৰলেণ্ডৰ লাৰাকোৰ গীৰ্জাত যাজক হিচাপে কামত যোগদান কৰিলে। ধৰ্মীয় অনুষ্ঠানৰ চাকৰিত অনুশাসন মানি চলিবলগীয়া হোৱাৰ বাবে তেওঁ সেই কাম কৰিবলৈ বেযা পাইছিল যদিও জীৱিকাৰ বাবে তেনে কাম কৰিবলৈ বাধ্য হৈছিল। যিকোনো কামেই তেওঁৰ মনঃপুত কাম নহ'লেও সেইকাম কোনো খুত নোহোৱাকৈ কৰিছিল। গাঁৱৰ গীৰ্জাৰ চাৰিওফালে থকা অসুখী দৰিদ্ৰ মানুহবোৰৰ অৱস্থা স্বচ্ছল কৰাৰ বাবে তেওঁ চেষ্টা কৰছিল। তেওঁৰ যত্নত মানুহবোৰৰ অৱস্থাৰ পৰিবৰ্ত্তন হৈছিল, তেওঁলোক কৰ্মঠ হৈ উঠিছিল আৰু মানসিকভাৱেও সবল হৈছিল। গাঁৱৰ সৰু গীৰ্জ্জাত থাকি মানৱকল্যানৰ বাবে নিৰন্তৰ ভাৱে অহোপুৰুষাৰ্থ কৰিছিল। লাৰাকোত থাকোতে তেওঁ গীৰ্জাৰ কাৰ্য ব্যৱস্থাক ব্যঙ্গ কৰি 'টেল অব এ টাব' নাম দি এখন গ্ৰন্থ ৰচনা কৰিছিল। তেওঁৰ দ্বাৰা ৰচিত দুয়োখন গ্ৰন্থ ' টেল্ অব এটাব ' আৰু "বেটেল অব ডি বুকচ্" ১৭০৪ চনত লণ্ডনত প্ৰকাশ হৈ ওলায়। গ্ৰন্থ দুখন প্ৰকাশ হোৱৰ পিছত তেওঁ এগৰাকী শক্তিশালী ব্যঙ্গ লেখক হিচাপে পৰিচিত হয়। তেওঁৰ ব্যঙ্গাত্মক অভিব্যক্তি ইমানেই ক্ষুৰধাৰ হৈ উঠিছিল যে গীৰ্জা কৰ্ত্তৃপক্ষ, শাসকবৰ্গ, ৰাজনৈতিক নেতা -পালিনেতা, সমাজ সংস্কাৰক আদি সকলো শ্ৰেণীৰ লোকে তেওঁক ভয় কৰা হ'ল। সেইসময়ত তেওঁ কিছুমান সস্তীয়া প্ৰচাৰ পত্ৰ প্ৰকাশ কৰি ৰাজনৈতিক আৰু

সামাজিক ব্যৱস্থাটোক সমালোচনাৰে থকা সৰকা কৰি পেলালে। এনেদৰে তেওঁ লণ্ডনৰ ৰাজনৈতিক, সামাজিক আৰু বৌদ্ধিক ক্ষেত্ৰত নিজৰ আসন গজ্‌গজীয়া কৰি তুলিলে। তেওঁ গাঁৱৰ গীৰ্জাৰ কাম বাদ দি লণ্ডন চহৰলৈ আহি নিজক প্ৰতিষ্ঠা কৰাৰ কামত আত্ম নিয়োগ কৰিলে। লণ্ডনলৈ আহি তেওঁ এখনৰ পিছত আন এখন প্ৰাচীৰপত্ৰ প্ৰকাশ কৰি ব্যঙ্গাত্মক সমালোচনাৰে ৰাজনৈতিক দল উপদল,ধৰ্মীয় সংস্থা আদিৰ কাৰ্যকলাপ উদঙাই দিলে। সেইসময়ৰ ইংল্যাণ্ডৰ ৰাজনৈতিক দল হুইগচৰ সদস্য সকলে তেওঁৰ ব্যঙ্গ সমালোচনাক ভয় কৰা হ'ল। আন এক ৰাজনৈতিক দ'ল টোৰীসকলেও সমৰ্থন হেৰুওৱাৰ ভযত ছুইফটৰ সমালোচনাক সমীহ কৰি চলিছিল। ব্যঙ্গাত্মক লেখনীৰে ছুইফট ইমানেই শক্তিশালী হৈ উঠিছিল যে ৰজা-প্ৰজা, ৰাজনীতিবিদ আনকি মহিলাসকলেও তেওঁক সমীহ কৰিছিল আৰু তেওৰ অনুগ্ৰহ লাভৰ বাবে চেষ্টা কৰিছিল। সেই সময়তে তেওঁ "জাৰ্নেল টু ষ্টেলা" নামৰ আন এখন গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থখন ৰচনাৰ আঁৰত আছিল এগৰাকী ধুনীযা নাৰী ইষ্টাৰ জনচনৰ মৃত্যুৰ মৰ্মন্তুদ সংবাদ। ইষ্টাৰ জনচনক তেওঁ লগ পাইছিল টেম্পলৰ ঘৰত সচিব হিচাপে কাম কৰি থাকোতে। জনচনে তেওঁক গভীৰভাবে ভাল পাইছিল। তেওঁ টেম্পলৰ চাকৰি এৰি আযাৰলেণ্ডলৈ যোৱৰ পিছত জনচন আৰু টেম্পলৰ মাজৰ সম্পৰ্ক শিথিল হৈ পৰে। শেষত জনচনৰ মৃত্যুৰ বাতৰিযে ছুইফটৰ জীৱনলৈ সীমাহীন বিষাদ নমাই আনে।

টোৰীসকল ক্ষমতাচ্যুত হোৱাৰ পিছত ছুইফটৰ অৱস্থা শোচনীয হৈ পৰে। তেওঁ ইংল্যাণ্ডত সন্মানীয বিচপৰ পদ পাব বুলি আশা কৰিছিল যদিও তেওঁৰ গ্ৰন্থ "ডি টেল অৱ এ টাৱ" প্ৰকাশ হোৱাৰ পিছত সেই আশা স্তিমিত হৈ পৰে। কিযনো তেওঁৰ গ্ৰন্থত ইংল্যাণ্ডৰ ধৰ্মীয় ব্যৱস্থাক উপলুঙা কৰিছিল। এই গ্ৰন্থখন প্ৰকাশ হোৱাৰ পিছত ইংল্যাণ্ডৰ ধৰ্মীয ক্ষেত্ৰত প্ৰভাৱশালী আসন লাভ কৰাৰ আশা ধুলিস্যাৎ হয। টোৰী সকলে তেওঁক ডাবলিনৰ চেণ্ট পেট্ৰিকচ্ গীৰ্জাত ডীনৰ আসন যাচিলে আৰু তেওঁ অনিচ্ছা স্বত্ত্বেও সেই পদ লবলৈ বাধ্য হ'ল। আযাৰলেণ্ডত থাকিয়েই তেওঁ আধ্যাত্মিক চিন্তা চৰ্চ্চাৰ উপৰিও সাহিত্য চৰ্চ্চাতি ব্ৰতী হয। আযাৰলেণ্ডলৈ ঘূৰি অহাৰ পিছত তেওঁৰ জীৱনত ট্ৰেজেডী আৰম্ভ হয়। অৱশ্যে দুখ-অনুতাপৰ জ্বালা-যন্ত্ৰনা সহ্য কৰিও তেওঁৰ সৰ্ব্ব শ্ৰেষ্ঠ সৃষ্টি "গালিভাৰচ্ ট্ৰাভেল" সম্পূৰ্ণ কৰে। এই গ্ৰন্থত

তেওঁৰ আধ্যাত্মিক চিন্তাৰ গভীৰতা পৰিদৃষ্ট হয়। জীৱনৰ শেষ বয়সত তেওঁ মগজুৰ বিকাৰত ভোগে। মগজুৰ বিকৃতিয়ে তেওঁক বৰ কষ্ট দিয়ে আৰু বলিয়াৰ দৰে হয়। মানসিক বিকাৰ গ্ৰস্ততাই তেওঁৰ চিন্তা শক্তি শূণ্য কৰি পেলায় আৰু তেওঁ জধামুখলৈ ৰূপান্তৰিত হয়। অৱশেষত মানসিক ৰোগাক্ৰান্ত হৈ ১৭৪৫ চনত তেওঁ মৃত্যুমুখত পৰে। মৃত্যুৰ পিছত তেওঁৰ কাগজ পত্ৰ চোৱাচিতা কৰোতে এখন উইল ওলাই পৰে। এই উইলত তেওঁৰ সকলো সা-সম্পত্তি মানসিক বিকাৰগ্ৰস্ত ৰোগীৰ আশ্ৰয়ৰ বাবে এখন আশ্ৰয়স্থল নিৰ্মানত ব্যয় কৰাৰ বাবে লিখি থৈ গৈছে। তেওঁৰ ইচ্ছানুক্ৰমতেই চেণ্ট পেট্ৰিকচ্ আশ্ৰয়স্থল নিৰ্মান কৰা হয় আৰু আজিও সেই আশ্ৰয়স্থল মানসিক বিকাৰগ্ৰস্ত ৰোগীৰ চিকিৎসা কেন্দ্ৰ হিচাপে বিখ্যাত হৈ আছে। এই বদান্যতাই তেওঁক ইংল্যাণ্ডত চিৰস্মৰণীয় কৰি ৰাখিছে।

ছুইফটৰ চৰিত্ৰৰ দুটা লক্ষণীয় বিশেষত্ব হ'ল তেওঁ এফালে যেনেদৰে দাম্ভিক আন ফালে তেনেদৰে ধৰ্মীয় ব্যৱস্থাৰ বিৰুদ্ধে প্ৰতিবাদী। নিজৰ ইচ্ছাৰ বিৰুদ্ধে গৈ কেতবোৰ কাম কৰিবলগীয়া হোৱা বাবে তেওঁ জীৱনত সীমাহীন দুখৰ বোজা কঢ়িয়াবলগীয়া হৈছে। মৃত্যুৰ আগমুহূৰ্ত্তত তেওঁ উন্মাদ হৈও উন্মাদ আৰু দুৰাৰোগ্য ব্যাধি গ্ৰস্ত লোকৰ বাবে যি উদাৰতাৰ নিদৰ্শন ৰাখি থৈ গ'ল তাৰ পৰিপ্ৰেক্ষিতত তেওঁৰ চৰিত্ৰৰ অন্ধকাৰ দিশটো ম্লান হৈ পৰিল আৰু তেওঁৰ সেই উদৰতা চিৰবন্দিত হৈ ৰ'ল। তেওঁৰ সৃষ্টিকৰ্ম অধ্যয়ন কৰিলে দেখা যায় যে তেওঁ মানৱতাৰ বিৰুদ্ধে প্ৰচণ্ড ব্যঙ্গোক্তি বৰ্ষণ কৰিছে। ভণ্ডামি, ঠগামি আৰু প্ৰবঞ্চনাৰ বিৰুদ্ধে তেওঁ সদায়ে সোচ্চাৰ হৈ উঠিছিল। তেওঁৰ চৰিত্ৰৰ তেনে এটা ঘটনা পৰিদৃষ্ট হয় তেওঁৰ দ্বাৰা ৰচিত 'বিকাৰ ষ্টেফ এলমেনেক' নামৰ ব্যঙ্গাত্মক নিবন্ধত। তেওঁৰ এই বিদ্ৰূপাত্মক নিবন্ধ আইজাক বিকাৰষ্টেফ ছদ্মনামেৰে প্ৰকাশিত হৈছিল। সেই সময়ত লণ্ডনত পাৰ্টৰিজ নামেৰে এজন জ্যোতিষী আছিল- যি জনে জ্যোতিষ গণনাৰছলেৰে মানুহক ঠগাই ফুৰিছিল। মানুহে তেওঁৰ গণনাক বিশ্বাস কৰি বহুতো ক্ষেত্ৰত ঠগ খাবলগীয়া হৈছিল। প্ৰতিবছৰে তেওঁ গ্ৰহ নক্ষত্ৰৰ বিচাৰ কৰি এখন পঞ্জিকা প্ৰকাশ কৰিছিল আৰু সেই পঞ্জিকাত বিভিন্ন প্ৰকাৰৰ ভৱিষ্যদ্বাণী কৰিছিল। এনেদৰে ভৱিষ্যদ্বাণী কৰি ইংল্যাণ্ডৰ মানুহক প্ৰবঞ্চনা কৰিছিল। ছুইফটে পাৰ্টৰিজৰ প্ৰবঞ্চনা সহ্য কৰিব পৰা নাছিল। তেওঁ পাৰ্টাৰিজৰ পঞ্জিকাত কৰা ভৱিষ্যদ্বাণীৰ বিৰুদ্ধে 'বিকাৰ ষ্টেফ এল

মেনেকৈ নাম দি ১৭০৮ চনৰ বাবে কেতবোৰ ভবিষ্যৎবাণী কৰিলে। এই কাম তেওঁ ছদ্ম নামত কৰিলে। তেওঁ পঞ্জিকাকৰ্ত্তা পাৰ্টাৰিজৰ বিষয়ে ভবিষ্যদ্বাণী কৰি ক'লে যে গ্ৰহ নক্ষত্ৰৰ অৱস্থান চাই তেওঁ এই সিদ্ধান্তলৈ আহিছে যে পাৰ্টৰিজ নামৰ জ্যোতিষীজন ২৯ মাৰ্চ তাৰিখে ৰাতি ১১ বজাত ভীষণ জ্বৰত আক্ৰান্ত হৈ মৃত্যু মুখত পৰিব। তাৰ আগতে তেওঁ সকলো ঠিকঠাক কৰি ল'ব পাৰে।

এই ভবিষ্যদ্বাণীৰ পিছত ঠিক ৩০ মাৰ্চৰ দিনা ৰাতিপুৱা বাতৰি কাকতত পাৰ্টাৰিজৰ মৃত্যু সংবাদ দি এগৰাকী ৰাজহ বিষয়াই চিঠি এখন প্ৰকাশ কৰিলে য'ত পাৰ্টাৰিজৰ মৃতদেহ নিযাৰ বাবে কফিন তৈযাৰ কৰা মানুহৰ সাক্ষাৎকাৰ প্ৰকাশ কৰা হ'ল। তাৰ পিছদিনাৰ ৰাতিপুৱা বাতৰিকাকতত ওলাল পাৰ্টাৰিজৰ মৃত্যুৰ শোকবাৰ্ত্তা- "ইলিজী অব মিঃ পাৰ্টৰিজ" এই বাতৰি প্ৰকাশ হোৱাৰ পিছত পাৰ্টাৰিজৰ কাষলৈ গ্ৰাহক নহা হ'ল। পাৰ্টাৰিজে কাকতত এটা স্পষ্টীকৰণ দিলে যে তেওঁৰ মৃত্যু হোৱা নাই, কাকতত সেইবোৰ ভুৱা সংবাদ পৰিৱেশন কৰা হৈছে। ছুইফটে ইযাৰ উত্তৰত "ভিণ্ডিকেচন অৱ ইচাক বিকাৰষ্টেফ" নাম দি এটা নিবন্ধ লিখি যুক্তিৰে বুজাই দিলে যে জ্যোতিষৰ গণনামতে পাৰ্টৰিজৰ মৃত্যু হৈছে। এতিযা এগৰাকী লোকে নিজকে পাৰ্টৰিজ বুলি দাবী কৰিছে তেওঁ আঁচলতে পাৰ্টাৰিজৰ নাম লোৱা ভণ্ড জ্যোতিষীহে। তেওঁ মানুহক প্ৰবঞ্চনা কৰাৰ বাবেহে পাৰ্টৰিজৰ উত্তৰাধিকাৰী হিচাপে থিয় হৈছে। এনে চলাহী কথাত পতিযন গ'লে মানুহে নিজে নিজে ঠগ খাব। ছুইফটৰ এনে বুদ্ধিদ্দীপ্ত ব্যঙ্গই জনসাধাৰণক বিভিন্ন ক্ষেত্ৰত সকাহ দি আহিছে। ভণ্ডামি, প্ৰৱঞ্চনা আৰু অন্যায অবিচাৰৰ বিৰুদ্ধে ছুইফটে তীক্ষ্ণ বাক্য বান নিক্ষেপ কৰি নিৰ্মোহভাৱে উদঙাই দিছে। খৃষ্টান ধৰ্মৰ ৰক্ষক গীৰ্জ্জা কৰ্ত্তৃপক্ষৰ অনিযম অনীতিৰ বিৰুদ্ধে তীব্ৰ শ্লেষপূৰ্ণ বক্তব্য আগবঢাই খৃষ্টান ধৰ্মৰ কুসংস্কাৰ আঁতৰ কৰাৰ চেষ্টা কৰিছিল। আযাৰলেণ্ডৰ *দাৰিদ্ৰপীড়িত কৃষক পৰিযালৰ শিশু সকলৰ বিষয়ে অদ্ভুত মন্তব্য আগবঢাই তেওঁ* প্ৰশ্ন কৰিছিল— সম্ভ্ৰান্ত ইংৰাজ সকলৰ খোৱাৰ পাতত সিজোৱা গাহৰি মঙহৰ সলনি আয়াৰলেণ্ডৰ শিশুৰ মঙহো সুস্বাদু খাদ্য হিচাপে পৰিবেশন কৰা হ'ব নেকি? আয়াৰলেণ্ডৰ দুখীয়া কৃষক পৰিয়ালৰ দাৰিদ্ৰ মোচনৰ বাবে ইংৰাজ ৰাজনীতি বিদ সকলে কোনোধৰনৰ চেষ্টা নকৰে, বৰং তেওঁলোকৰ সতি সন্ততি বৃদ্ধি কৰাই কঢ়াল দাৰিদ্ৰৰ মুখলৈ ঠেলি দিয়া হৈছে।

ছুইফটৰ দুখন আটাইতকৈ জনপ্ৰিয় ব্যঙ্গ ৰচনা হ'ল "টেল অব এ টাব" আৰু গালিভাৰচ্ ট্ৰাভেল"। প্ৰথম খন ৰচনাত তেওঁ খৃষ্টানধৰ্মীৰ তিনিটা ধৰ্মীয় বিশ্বাসৰ দুৰ্বলতা উদঙাই দিছে, খৃষ্টানৰ তিনিটা ভিন্ন ভিন্ন ঠেঙুলি হ'ল কেথলিক, লুথাৰীয় আৰু কেলভিনিষ্ট। এই তিনিটা ঠেঙুলিৰ ৰীতি নীতিক মূল এংলিকান সকলে বিৰোধিতা কৰে। তেওঁলোকৰ মতে এই তিনিটা ঠেঙুলিয়ে যীশুৰ বাণীক অপভ্ৰংশ কৰিছে। ছুইফটে তিনিটা বিশ্বাসৰ সংকীৰ্ণতা আৰু দুৰ্বলতাখিনিক ব্যঙ্গ কৰি ধৰ্মৰ বৈজ্ঞানিক আৰু দাৰ্শনিক দিশ উন্মোচন কৰিছে। সাগৰৰ প্ৰকাণ্ড তিমিমাছ এটা ধৰিবলৈ চৰিয়া এটা দলিযাই দিযাটো যেনে হাস্যকৰ ঠিক তেনেদৰে ভিন্ন ভিন্ন ঠেঙুলিয়ে খৃষ্ট ধৰ্মৰ বিশালতাক ধৰি ৰাখিবলৈ কৰা চেষ্টাও হাস্যকৰ প্ৰয়াসত বাহিৰে একো নহয। তেওঁৰ গ্ৰন্থখন যেন এটা চৰিয়া আৰু সেই চৰিযাটো তেওঁ গীৰ্জ্জা, আৰু ৰাষ্ট্ৰক ধৰি ৰাখিবলৈ দলিযাই দিছে। তেওঁৰ মতে গীৰ্জ্জা, ধৰ্ম, ৰাষ্টযন্ত্ৰ এই সকলোবোৰে জনসাধাৰণক প্ৰৱঞ্চনা কৰিছে। গীৰ্জ্জা আৰু ৰাষ্ট্ৰৰ শত্ৰুৰ বিৰুদ্ধে তেওঁ বিযাদ্‌গাৰ কৰি ব্যঙ্গ কৰিছে। তেওঁৰ গ্ৰন্থত এটি সুন্দৰ কাহিনী আছে । সেই কাহিনীত বুঢা মানুহ এজনে মৃত্যুৰ আগমুহুৰ্ত্তত পুতেকহঁতৰ বাবে এটি কোট এৰি থৈ গৈছে। কোটটো হ'ল খৃষ্টানধৰ্মৰ সত্যৰ প্ৰতীক। বুঢা মানুহজনৰ তিনিজন পুত্ৰ-পিটাৰ, মাৰ্টিন আৰু জেক। তিনিওপুতেকক কোটটো দি মৃত্যুৰ আগমুহুৰ্ত্তত বুঢাই কৈছে- এইটো ভালদৰে ব্যৱহাৰ কৰিবা আৰু ইযাৰ যত্ন ল'বা। এই তিনিজন পুত্ৰই তিনিটা ধৰ্মীয় সম্প্ৰদাযক প্ৰতিনিধিত্ব কৰিছেঃ কেথলিক, লুথাৰীয় আৰু কেলভিনিষ্ট। তেওঁলোকৰ মাজত মত পাৰ্থক্য আছে- ধৰ্মীয ৰীতি-নীতিৰ প্ৰভেদ আছে। বুঢাই দি যোৱা কোটটো তিনিও পুতেকে ভিন্ন ষ্টাইলেৰে পিন্ধিবলৈ খোজাৰ দৰে খৃষ্টান ধৰ্মকো তিনিটা *ভিন্ন সম্প্ৰদায়ে ভিন্ন দৃষ্টিভংগীৰে চাব বিচাৰিছে। আঁচলতে কিন্তু খৃষ্টানধৰ্ম এক চিৰন্তন* সত্য। তাৰ ৰূপ বদলোৱাৰ প্ৰচেষ্টা ধৰ্মীয় প্ৰবঞ্চনাত বাহিৰে একো নহয়। এই যুক্তিৰে তেওঁ ধৰ্মীয মত পাৰ্থক্যক ব্যঙ্গ কৰিছে। বিভিন্ন সম্প্ৰদায়ৰ মত পাৰ্থক্যত গীৰ্জ্জাৰ ধৰণ কৰণ, ৰীতি নীতিতো পৰিবৰ্ত্তন হৈছে। কিন্তু খৃষ্টধৰ্মৰ মূলভাব একে আছে, মূলভাৱ বৰ্ত্তাই ৰখা গীৰ্জ্জাৰ চৰিত্ৰও একে আছে। মূলোচ্ছেদ ঘটিছে কেৱল তিনি সম্প্ৰদায়ৰ ধৰ্মীয় প্ৰতিযোগি তাত। সামান্য চৰিয়া এটিৰে জানো প্ৰকাণ্ড তিমিমাছ এটা ঢাকি ৰাখিব পাৰে? কেথলিক , লুথাৰীয়, কেলভিনিষ্ট একোটা একোটা ক্ষুদ্ৰ

চৰিযা। খৃষ্টান ধৰ্ম কিন্তু প্ৰকাণ্ড তিমিমাছৰ দৰে বিশাল তাৰ ধৰ্মীয় পৰিধি।

'গালিভাৰচ্ ট্ৰাভেল' লেখকৰ এখন বিখ্যাত ব্যঙ্গ ৰচনা। গ্ৰন্থখন সাহিত্য সৃষ্টিৰ তাগিদাত লিখা হোৱা নাই, সাহিত্যিক প্ৰমূল্যৰ প্ৰতিও মনোযোগ দিয়া হোৱা নাই। গ্ৰন্থখনত অদৃষ্ট আৰু মানৱ-সমাজৰ প্ৰতি বিষোদগাৰৰ বহিঃপ্ৰকাশ ঘটিছে। গালিভাৰ ট্ৰাভেলচত লেমুৱেল গালিভাৰৰ চাৰিটা দুঃসাহসিক অভিযানৰ বৰ্ণনা আছে। প্ৰথম অভিযানটো আছিল লিলিপুট নামে ঠাইলৈ- য'ত জাহাজখন ধ্বংস হৈছিল। সেইঠাইৰ বাসিন্দাসকল অদ্ভুত আকৃতিৰ, বুঢ়া আঙুলিটোৰ সমান সিহঁতৰ উচ্চতা। সিহঁত বাওঁনা আৰু সিহঁতৰ কাৰ্য্যাৱলীও বাওঁনাৰ দৰে। সিহঁতৰ মাজত লগা কাজিযাই মানৱতাৰ নগন্যতাক বিদ্ৰূপ কৰে। ছুইফটে ৰাজনৈতিক দলসমূহৰ প্ৰতিদ্বন্দ্বিতাক ব্যঙ্গ কৰি কৈছে যে ৰাজনৈতিক দ'লসমূহে জনসাধাৰণক কেৱল প্ৰৱঞ্চনা কৰিবহে জানে। জনসাধাৰণৰ অস্তিত্ব প্ৰতিপন্ন কৰাৰ বাবে তেওঁলোক অকনো চিন্তিত নহয।

গালিভাৰৰ দ্বিতীয় নৌ অভিযান বন্ধ হৈছিল ব্ৰবাঙ্গনেগত- য'ৰ বাসিন্দাসকল আছিল প্ৰকাণ্ড আকৃতিৰ। গালিভাৰে সেই প্ৰকাণ্ড প্ৰাণীবিলাকক মানুহৰ উচ্চাকাঙ্খা, যুদ্ধৰ জয পৰাজয় আদিৰ বিষয়ে কওঁতে সিহঁতে আচৰিত হৈছিল। এই ক্ষুদ্ৰ প্ৰাণীবোৰৰ মাজত ইমান গৰল থাকেনে বুলি সিহঁতে ভাবিবলৈ বাধ্য হৈছিল। এই প্ৰকাণ্ড প্ৰাণীবোৰৰ উদাৰতাৰ আগত মানৱতা কিমান নগন্য তাকে প্ৰতিপন্ন কৰিবলৈ বিচৰা হৈছে।

গালিভাৰৰ তৃতীয় দুঃসাহসিক অভিযান লাপুটা নামে উৰণীযা দ্বীপটোত চলি থকা দেখুৱাইছে। লাপুটা বাযুৰ ওপৰত ওপঙি থকা এটি উৰন্ত দ্বীপ। তাতে পণ্ডিত, দাৰ্শনিক সকলো গবেষণা কৰিছে। দাৰ্শনিকে সুদীৰ্ঘ আঠবছৰ গবেষণা কৰি তিযহৰ পৰা সূৰ্য্যৰ ৰশ্মি বাহিৰ কৰিছে। এই অভিযানত শুনিবলৈ পোৱা যায় ষ্ট্ৰলড্ বাৰ্গচ্ নামৰ দৈত্যাকায মানৱ সদৃশ প্ৰাণীৰ বিকট আৰ্তনাদ। সিহঁতে জীৱনৰ প্ৰতি মায়া মমতা হেৰুৱাই ছিঙৰিছে। এই বিকট ছবি যেন ছুইফটৰ জীৱন-দুৰ্দ্দশাৰ ছবি, তেওঁৰ শেষ জীৱনৰ জড়াগ্ৰস্ততাৰ ছবি য'ত কেৱল নিৰাশাৰ ক'লা ছাঁ আছে।

চতুৰ্থ আৰু অন্তিম অভিযানত মানৱতাৰ বধ্যভূমি দেখুওৱা হৈছে। তেওঁ পাঠকক লৈ গৈছে 'Hooyhnhnms' নামৰ ঠাইলৈ য'ত আছে ঘোঁৰা আৰু উন্নত মানৱ প্ৰাণী। কিন্তু তাতো তেওঁ য়াহু নামৰ এটা ভযানক প্ৰজাতিৰ প্ৰাণীৰ দৰ্শন কৰাইছে।

এই যাদুসকল মানুহৰ দ'ৰে কিন্তু সিহঁতৰ আচাৰ ব্যবহাৰ, ৰীতি-নীতি, স্বভাৱ চৰিত্ৰ বৰ নিকৃষ্ট স্তৰৰ। সভ্যতাৰ পোহৰ দেখা মানুহেও মানৱতা বিসৰ্জন দি পশুৰ শাৰীলৈ অবনমিত হয়। সেই যুক্তিৰে তেওঁ গালিভাৰচ্ ট্ৰাভেলৰ পৰিসমাপ্তি ঘটাইছে। মানবতাৰ স্খলনৰ বিৰুদ্ধে লেখকৰ অন্তৰত জাজ্বল্যমান হৈ থকা ক্ষোভ আৰু খণ্ডৰ বৰ্হিপ্ৰকাশ ঘটিছে গ্ৰন্থখনত। মানৱতাৰ বিৰুদ্ধে এইখন এখন প্ৰচণ্ড ব্যঙ্গাত্মক অভিযোজনা।

ছুইফটৰ আন এখন সুন্দৰ ৰচনা " জাৰ্নেল টু ষ্টেলা" য'ত বাস্তৱ চৰিত্ৰৰ সমাৱেশ ঘটিছে। এফালে সমকালীন ৰাজনৈতিক ঘটনা প্ৰবাহ আৰু আনফালে প্ৰেমৰ স্বতঃস্ফুৰ্ত্ত প্ৰকাশ। ইষ্টাৰ জনচনৰ প্ৰতি যি অনুৰাগ তাক ব্যক্তিগত বৰ্ণনাৰে অধিক সমুজ্জ্বল কৰি তুলিছে। যি জনী তিৰোতাই তেওঁৰ জীৱনলৈ আশাৰ ৰেঙনি আনিলে, যাৰ প্ৰেমে তেওঁৰ মন প্ৰাণ সজীৱ কৰি তুলিলে সেই গৰাকী নাৰীৰ প্ৰেমবন্দনাই কাহিনীক অধিক মনোগ্ৰাহী কৰি তুলিছে। গ্ৰন্থখনত কাব্যিক কোমলতা আছে। লেখকৰ বিক্ষুব্ধ মনৰ মাজত প্ৰেমৰ কোমল অনুভৱ জীৱন্ত হৈ আছে। ধৰ্মীয আৰু ৰাজনৈতিক প্ৰৱঞ্চনাৰ মাজতো প্ৰেমৰ জীৱন দায়িনী শক্তিয়ে লেখকক অনুপ্ৰেৰণা দি আছে।

লেখকৰ "ড্ৰেপিযাৰচ্ লেটাৰচ্" নামৰ গ্ৰন্থত ৰাজনৈতিক বক্তৃতা আৰু তৰ্কবিতৰ্ক আছে। ইয়াত ইংল্যাণ্ড আৰু আয়াৰলেণ্ডৰ ৰাজনৈতিক আৰু সামাজিক অৱস্থাৰ চিত্ৰ আছে। ছুইফট্ আছিল ৰাজনৈতিক আৰু সামাজিকভাৱে সচেতন লেখক। তেওঁ য'তেই ভুৱা প্ৰৱঞ্চনা দেখিছে তাকে ব্যঙ্গ ভাষাৰে সমালোচনা কৰি সংস্কাৰৰ পথ দেখুৱাইছে। তেওঁৰ ৰচনাত স্পষ্টবাদিতা, সাহস আৰু সৰলতা পৰিদৃষ্ট হয়। বাস্তৱক বাদ দি তেওঁ কোনো কথা কোৱা নাই। তেওঁৰ চকুৰ আগত যি ঘটিছে তাকে ব্যঙ্গভাৱেই হওঁক বা বক্ৰোক্তিৰে হওঁক নিৰ্মোহভাৱে দাঙি ধৰিছে।

ছুইফটৰ ৰচনা বিশ্লেষণ কৰিলে দেখা যায় যে তেওঁ বাস্তৱৰ ওপৰত ভিত্তি কৰি যিকোনো বিষয়ৰ ওপৰত লিখিছে। ক'ৰবাত কল্পনাৰ প্ৰাচুৰ্য থাকিলেও তাৰ অন্তৰালত বাস্তৱ ঘটনাৰ ছায়া আছে। কেতিয়াবা কথাবোৰ স্পষ্টভাৱে নকৈ ব্যঙ্গভাৱে ব্যক্ত কৰিছে, কেতিয়াবা বক্ৰোক্তি কৰিছে। তেওঁৰ সকলো ৰচনা সুপাঠ্য নহয় যদিও 'গালিভৰচ্ ট্ৰাভেলচ্' সেইসময়ৰ এখনি জনপ্ৰিয় গদ্য। কেতবোৰ ৰচনাত মানৱতাৰ বিৰুদ্ধে প্ৰচণ্ড শ্লেষ আছে, কেতবোৰ ৰচনাত ধৰ্মীয় প্ৰৱঞ্চনাৰ বিৰুদ্ধে বিষোদগাৰ

আছে আৰু কেতবোৰত আছে ৰাজনৈতিক আৰু সামাজিক স্খলনৰ বিৰুদ্ধে প্ৰচণ্ড ব্যঙ্গাত্মক সমালোচনা। তাৰ মাজতো কিন্তু তেওঁৰ সৃষ্টিশীল দক্ষতা আৰু নিপুন প্ৰকাশভঙ্গী উজ্বলি উঠিছে। কেতবোৰ সমালোচনা ধবংসাত্মক হ'লেও কেতবোৰ আকৌ আশাব্যঞ্জক। গদ্য ৰচনাত তেওঁৰ এক স্বকীয় বৈশিষ্ট্য আছে। সেযেহে তেওঁক ওঠৰ শতিকাৰ এগৰাকী সৃষ্টিশীল প্ৰতিভা সম্পন্ন নিপুন গদ্য লেখক হিচাপে স্বীকাৰ কৰি লোৱা হৈছে। শেষ বয়সত সামাজিক ৰাজনৈতিক আৰু আধ্যাত্মিক অৱস্থাৰ যন্ত্ৰনাই তেওঁক উন্মাদ কৰিলে যদিও তেওঁ সমাজৰ অৱহেলিত , অনাদৃত, মানসিক বিকাৰ গ্ৰস্ত আৰু দূৰাৰোগ্য জড়াগ্ৰস্ত লোকৰ আশ্ৰয় আৰু সুচিকিৎসাৰ বাবে আশ্ৰয়গৃহ নিৰ্মান কৰাৰ বাবে নিজৰ আৰ্জিত ধন সম্পত্তি দান কৰি গৈ যি মহানুভৱতাৰ পৰিচয দাঙি ধৰিলে সি আজিও চিৰযুগমীযা হৈ আছে।



# আৰাহন যুগ-মানৱতাবোধ আৰু
# হলীৰাম ডেকাৰ গল্প

আৰাহন যুগৰ প্ৰতিষ্ঠিত গল্পকাৰ হলীৰাম ডেকাৰ গল্পৰ মূল্যায়ন যথোচিতভাৱে হোৱা নাই বুলি ক'লে অসমীয়া সাহিত্য সমালোচকৰ অধ্যয়নৰ দৈন্যতাহে প্ৰতিপন্ন হয়। হ'লীৰাম ডেকাৰ জন্ম শতবৰ্ষত তেখেতৰ গল্পৰ পুনৰ মূল্যায়ন হোৱা পৰিলক্ষিত হৈছে আৰু পুনৰ মূল্যায়ন অনুসৰি হলীৰাম ডেকাক অসমীয়া ভাষাৰ সৰ্ব্বশ্ৰেষ্ঠ গল্পকাৰ সকলৰ অন্যতম হিচাপে চিহ্নিত কৰা হৈছে। তেওঁৰ সুযোগ্য পুত্ৰ ডঃ প্ৰণব জ্যোতি ডেকাৰ যত্নত শতবাৰ্ষিকী নিবেদন হিচাপে " হলীৰাম ডেকাৰ সাহিত্য সম্ভাৰ" প্ৰকাশ হোৱাৰ পিছতেই হলীৰাম ডেকাৰ গল্পৰ সঠিক মূল্যায়ন হোৱা পৰিলক্ষিত হৈছে। হলীৰাম ডেকাৰ গল্পৰ বৈচিত্ৰ্যময় কাহিনী সাম্প্ৰতিক কালতো অৰ্থপূৰ্ণ আৰু প্ৰাসঙ্গিক হৈ থকাটোৱে গল্পত চৰিত্ৰ চিত্ৰণৰ পাৰদৰ্শিতাকে প্ৰতিপন্ন কৰে। তেখেতৰ গল্পত বাস্তৱ অভিজ্ঞতাৰ বিশাল পৰিধি পৰিব্যাপ্ত হৈ থকা দেখা যায়। অসমীয়া সাহিত্যত ৰোমাণ্টিক চিন্তা চৰ্চ্চা আৰম্ভ হোৱাৰ সময়ত এনেধৰণৰ বাস্তৱবাদী চিন্তাৰ অভিজ্ঞতা লব্ধ প্ৰকাশ গল্পৰ মাজত ভাস্বৰ হোৱা বাবে ডেকাৰ গল্পৰ জুতি আজিও একেই আছে। ৰোমাণ্টিক কল্পনাৰ ৰঙীণ অবয়বতকৈ বাস্তৱ চিন্তাৰ নিভাঁজ অভিব্যক্তি গল্পৰ মাজত প্ৰস্ফুটিত হোৱা বাবে হলীৰাম ডেকাক নিৰ্দিষ্ট এটা যুগৰ গল্প লেখক বুলি নকৈঁ অসমীয়া ভাষাৰ সৰ্ব্বশ্ৰেষ্ঠ গল্পকাৰ সকলৰ এজন হিচাপে অভিহিত কৰাটোহে যুক্তিযুক্ত হ'ব। বেজবৰুৱাই ভদাই ভদৰীৰ গল্পৰে অসমীয়া গল্প সাহিত্যৰ বুনিয়াদ ৰচনা কৰাৰ পিছত আৰাহন যুগৰ যিসকল গল্পলেখকে অসমীয়া চুটিগল্পক স্বকীয় ৰূপ দি বঙালী গল্পৰ পৰা সম্পূৰ্ণভাৱে পৃথক কৰাৰ কামত ব্ৰতী হৈছিল সেইসকলৰ ভিতৰত হলীৰাম ডেকা অন্যতম। কিন্তু আৱাহন যুগৰ সম-সাময়িক গল্প লেখক জমিদাৰ নগেন্দ্ৰ নাৰায়ন চৌধুৰী, লক্ষীধৰ শৰ্মা, লক্ষীনাথ ফুকনৰ গল্পৰ

তুলনাত হলীৰাম ডেকাৰ গল্পৰ মূল্যায়ন কম পৰিমানে হোৱা বাবেহে আজি ছয় সাত দশক ধৰি ডেকাৰ গল্প অসমীয়া সাহিত্যৰ বৰপেৰাত উৱলি যোৱাৰ উপক্ৰম হৈছিল। জন্ম শতবৰ্ষত শতবাৰ্ষিকী নিবেদন হিচাপে 'হলীৰাম ডেকাৰ সাহিত্য সম্ভাৰ' প্ৰকাশ নোহোৱাহেতেন সাম্প্ৰতিক কালৰ অসমীযা পাঠকসকলৰ বাবে হলীৰাম ডেকাৰ চুটিগল্প আৰু পত্ৰোপন্যাসদুখন দুষ্প্ৰাপ্য হৈযে থাকিলহেতেন। এতিযাও হলীৰাম ডেকাৰ কেতবোৰ বুদ্ধিদীপ্ত সমালোচনাত্মক প্ৰৱন্ধ আৰু হাস্য ব্যঙ্গ ৰচনা বিশেষকৈ চিত্ৰসেন যখৰীয়া ছদ্মনামত ৰচনা কৰা 'যৎকিঞ্চিৎ' নামৰ গ্ৰন্থখন আমাৰ দৰে সাধাৰণ পাঠকৰ বাবে দুৰ্লভ আৰু অপঠিত হৈয়ে আছে। আৱাহনত তেখেতে নিয়মীয়াকৈ চুটিগল্প লিখাৰ উপৰিও 'চিত্ৰ সেন যখৰীয়াৰ আত্মবিকৃতি' শীৰ্ষক এখনি ব্যঙ্গাত্মক প্ৰৱন্ধ ধাৰাবাহিকভাৱে লিখিছিল। গুৱাহাটীৰ পৰা প্ৰকাশিত বিহগী কবি ৰঘুনাথ চৌধাৰী আৰু নিৰ্মলেশ্বৰ শৰ্মা সম্পাদিত 'সুৰভি' আলোচনীত "চিত্ৰসেন যখৰীয়াৰ আত্মবিস্মৃতি" শীৰ্ষক ব্যঙ্গ ৰচনা সমূহো হলীৰাম ডেকাযে লিখিছিল। চিত্ৰসেন যখৰীয়াৰ ব্যঙ্গ ৰচনাৰ চোক বেজবৰুৱাৰ কৃপাবৰ বৰবৰুৱাৰ ককতৰ টোপোলাৰ ব্যঙ্গ ৰচনাতকৈ কোনোগুণে কম নহয়। বৰং সমাজৰ তথাকথিত ডাঙৰীযা দেউতাৰ গেলা গপ, ভেম আৰু শঠতাৰ প্ৰতি বিদ্ৰূপ কৰাৰ ক্ষেত্ৰত বেচি কাঢ়া হোৱাহে পৰিলক্ষিত হয়। সেয়েহে প্ৰসিদ্ধ সাহিত্য সমালোচক ত্ৰৈলোক্য নাথ গোস্বামীয়ে হলীৰাম ডেকাৰ ৰচনাৰ বিষয়ে "বুদ্ধিদীপ্ত হাস্যৰস, ব্যঙ্গৰ বক্ৰতা আৰু বক্ৰাঘাতৰ স্তুতিৰ প্ৰতি তেওঁৰ আকৰ্ষণ' বুলিহে মন্তব্য কৰিছে। হলীৰাম ডেকাৰ ব্যঙ্গ ৰচনাত কৃপাবৰী প্ৰভাৱ পৰিদৃষ্ট হ'লেও সেইবোৰ ৰচনাত বুদ্ধিদীপ্ত মৌলিকতা আছে আৰু অল্প কথাতে অধিক চোক দিব পৰা বাকচাতুৰ্য আছে। এই বিচক্ষন ব্যঙ্গ লেখক গৰাকীৰ সমস্ত ব্যঙ্গ ৰচনাৰ বিষয়ে বস্তুনিষ্ঠ আলোচনা এতিয়াও হোৱা নাই। সৰ্থেবাৰীত অনুষ্ঠিত হোৱা হলীৰাম ডেকা শতবৰ্ষৰ দ্বিতীয় লানি বক্তৃতাত বিশিষ্ট গবেষক পণ্ডিত ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যদেৱে হলীৰাম ডেকাৰ হাস্য ব্যঙ্গ ৰচনাৰ বিষয়ে আলোচনা আগবঢ়াইছিল আৰু সেই আলোচনাৰ পৰাই আমি অবগত হৈছিলো যে চিত্ৰসেন যখৰীয়া চদ্মনামত লিখা 'যৎকিঞ্চিত' নামৰ সৰু পুথিখনৰ ব্যঙ্গ ৰচনাসমূহ আছিল কথোপকথনধৰ্মী। 'যৎকিঞ্চিৎ' পুথিখন আমি সিদিনাহে দেখিছিলো আৰু ওপৰে ওপৰে চাওঁতে মন কৰিছিলো যে দুজন ব্যক্তিৰ কথোপকথনৰ মাজেদি সমাজৰ

তথাকথিত ডাাঙৰীযাসকলৰ গেলা ভেমৰ প্ৰতি কটাক্ষ কৰা হৈছিল। হলীৰাম ডেকাই নিজেই সেই ৰচনা সমূহৰ বিষযে মন্তব্য কৰিছিল— "যখৰীয়াৰ উদ্দেশ্য কোনো ব্যক্তি বিশেষৰ দোষ খুছৰাটো নহয, মানুহক মানুহ হিচাপে চাবলৈ নিশিকা ভেমবৰ ডাঙৰীয়া এক শ্ৰেণীৰ গেলা ভেম কেতবোৰ অসাৰ্থকতা প্ৰতিপন্ন কৰা।"

ব্যঙ্গ ৰচনাৰ তুলনাত হলীৰাম ডেকাৰ গল্প সমূহৰ বিষযবস্তু অতি সাধাৰণ হ'লেও তাৰ মাজত বাস্তৱ অভিজ্ঞতাৰ চিত্ৰ অধিক আকৰ্ষণীয়। হলীৰাম ডেকাই একে পৰিৱেশতে এটাতকৈ বেচি গল্প লিখা নাই। তেখেতৰ গল্পৰ পৰিধি সদূৰ প্ৰসাৰী। তেখেতৰ গল্পৰ কাহিনী ভিন্ন স্বাদৰ আৰু গল্পৰ নাযক নায়িকাৰ পৰিচয়ো ভিন্ন সমাজ তথা ভিন্ন ৰাজ্যৰ। যি সমযত অসমীযা গল্প অসমৰ গাঁৱৰ পৰিৱেশতে সীমাবদ্ধ আছিল সেইসমযত হলীৰাম ডেকাৰ গল্পত সৰ্ব্বভাৰতীয় চৰিত্ৰ চযনৰ প্ৰয়াস পৰিলক্ষিত হৈছিল। তেখেতৰ চুটি গল্পৰ নাযক-নাযিকা বিভিন্ন ভাষাভাষী আৰু বিভিন্ন প্ৰদেশৰ বাসিন্দা।'ৰে বড়ে ভাই' গল্পৰ নাযক যেনেদৰে বিহাৰৰ আৰাজিলাৰ ছুলতান তেনেদৰে 'পানীগছা' গল্পৰ নাযক মাৰাঠী যুৱক মিঃ খাপাৰ্ডে- যিয়ে সুদূৰ মহাৰাষ্ট্ৰ এৰি অসমলৈ জৰীপকাৰকৰ চাকৰি কৰিবলৈ আহিছিল আৰু অসমৰ মাটিতেই তেওঁৰ জীৱনৰ পোৰা নোপোৰাৰ বেদনা সন্চালনি কৰিছিল। 'ৰহনসনা' গল্পৰ নায়িকা বঙালী-যাৰ পৰিচয 'বুঢীৰ মাক'। 'জুলেখা' গল্পৰ নায়িকা পাঞ্জাবী বা ইৰানী অযৰী মহিলা। দুযোটা গল্পৰ পটভূমি কিন্তু অসমৰ মাটি। "শেষ দেখা" গল্পৰ নায়িকা কলিকতাৰ বঙালী পৰিযালৰ জীযৰী চিত্ৰা, 'দীপশিখা' গল্পৰ নাযিকাও বঙালীভাষী গণিকা, ' উদ্দীপনা'ৰ নায়িকা উৰ্দ্দুভাষী ছোৱালী বাউলী। বেছিভাগ গল্পৰ পটভূমি অসম। ভবিষ্যৎ গল্পৰ স্থান কলিকতা, আনহাতে 'ৰে বড়ে ভাই' গল্পৰ পৰিসমাপ্তি ঘটিছে শ্বিলঙত।

হলীৰাম ডেকাৰ গল্পৰ বৈশিষ্ট্য হ'ল পৰিৱেশ সৃষ্টিৰ বাস্তৱ অভিজ্ঞতা। তেখেতে গল্পৰ স্থান নিৰ্ব্বাচন কৰে নিজ চকুৰে দেখা ঠাই আৰু পৰিবেশৰ চাক্ষুস অভিজ্ঞতাৰ দ্বাৰাহে। তেখেতৰ গল্পত পৰিৱেশ সৃষ্টিৰ চিত্ৰ Superficial নহয় বৰং অধিক সজীৱ আৰু জীৱন্ত। বিশ্বজনীন পৰিব্যপ্তি লাভ নকৰিলেও তেখেতৰ গল্পৰ পৰিধি নলবাৰীৰ ভিতৰুৱা গাঁৱৰ পৰা গুৱাহাটী, শ্বিলং, ডিব্ৰুগড, তেজপুৰ, শিৱসাগৰ আৰু অসমৰ পৰিসীমা অতিক্ৰম কৰি কলিকতালৈ বিস্তৃত আছে। গল্পবোৰ পঢ়িলে এনে লাগে

যেন তেখেতে যেতিযাই যি ঠাইত চাকৰি, অধ্যয়ন বা ব্যৱসায় সক্ৰান্তত জীৱন নিৰ্ব্বাহ কৰিছে বা থাকিবলগীয়া হৈছে সেই ঠাইৰ পৰিৱেশত বিভিন্ন চৰিত্ৰ চয়ন কৰি সাধাৰণ ঘটনাৰ পটভূমিত গল্পৰচনা কৰিছে। তেখেতৰ বুদ্ধিদীপ্ত দৃষ্টি আৰু কৌতুহলী অনুসন্ধানে য'তেই পাইছে তাতে গল্পৰ নায়ক নায়িকা আৰু প্লট নিৰ্ব্বাচন কৰি উলিয়াইছে। গল্পৰ মাজেদি তেখেতৰ যি জীৱন জিজ্ঞাসা আৰু চৰিত্ৰানুসন্ধান প্ৰকট হৈ উঠিছে তাৰ পৰাই অনুমান কৰিব পৰা যায় তেখেতৰ সুক্ষ্ম দৃষ্টিভঙ্গী। গল্পৰ কাহিনী সাধাৰণ, নায়ক নায়িকা সাধাৰণ- কিন্তু ৰেহ লগাই কাহিনী কোৱাৰ কৌশল অসাধাৰণ আৰু ঘটনাৰ স্থান কাল অসাধাৰণভাৱে বাস্তৱ। অৱশ্যে কেতবোৰ গল্পত পাঠকৰ কৌতুহল আৰু ৰসসৃষ্টিৰ বাবে কল্পনাৰ ৰহন অত্যধিক হোৱা দেখা যায়। তেনে গল্প সংখ্যাত তাকৰ।

হলীৰাম ডেকাৰ দ্বাৰা ৰচিত আৰু প্ৰকাশিত অসমীয়া চুটিগল্পৰ সংখ্যা চিযাল্লিশটা। তাৰে কেৱল যোলটাহে "হলীৰাম ডেকা সাহিত্য-সম্ভাৰত সন্নিবিষ্ট কৰা হৈছে। এই যোল্লটা গল্পৰ বাহিৰে বাকীবোৰ গল্প আমি পঢ়াৰ সুযোগ পোৱা নাই। আমাৰ এই নিবন্ধ কেৱল যোল্লটা গল্পৰ মাজতে আৱদ্ধ হৈ থাকিব। হলীৰাম ডেকাৰ গল্পৰ কাহিনী যেনেদৰে সাধাৰণ আৰু গতানুগতিক তেনেদৰে গল্পৰ নামো সাধাৰণ আৰু সৰ্ব্বসাধাৰণে বুজিব পৰা। সময়ৰ ক্ৰম নোহোৱাকৈ এতিযালৈকে উদ্ধাৰ হোৱা গল্পসমূহ হ'ল— শুভক্ষণ, প্ৰব্ৰজিত, সহজীযা, জীৰ্ণকণ্ঠ, প্ৰীতিলতা, বিধান, স্মৃতিদীপ, সুখ মৃত্যু চন্দ্ৰগ্ৰাস, দীপশিখা, যোদ্দাৰ, বিধিবাম, পেৰাকাকত, জীৱন-সমাধি, ৰাজবন্দী, ছফেদা, ৰূপ-শিল্পী, জুলেখা, পানীগছা, ভেশছন, পৰ্বতৰ টিঙৰ বঙলা ঘৰ, ফটো গ্ৰাফাৰ, প্ৰতিধ্বনি, উদ্দীপনা, ভ্ৰষ্টলিপি, সহজ সম্বন্ধ, 'ৰে বড়ে ভাই' ৰহনসনা, ভবিষ্যৎ, দ্বিতীয় পক্ষ, মীটিং, আকৰ্ষণ, যুগল, মোৰ আঙুঠি হেৰাল কেনেকৈ, মাক পুতেক, শেষ দেখা, বালিভাত, অৱজ্ঞা, দিন সলনি হ'ল, বিয়া বিভ্ৰাট, মানদণ্ড, মৰা-ঘোঁৰা, এটি পইচা, ফুটুকা, হঠাৎ এদিন, পৰাজয়। এই কেইটাৰ উপৰিও পখিলা আলোচনীত 'দূতপখী' নামে এটি গল্প শিশু মনৰ উপযোগী কৈ লিখিছিল, অৱশ্যে কেতবোৰ ক্ষণজীৱি আলোচনীত কেবাটাও গল্প লিখিছিল যদিও উপযুক্ত সংৰক্ষণৰ অভাৱত সেইবোৰ গল্প সংগ্ৰহ কৰিব নোৱাৰিলে। বৰ্ত্তমান সঙ্কলনত যি কেইটা গল্প ছপা হৈছে সেইকেইটা হ'ল ক্ৰমান্বয়ে ৰহনসনা, শেষকথা বালিভাত, অৱজ্ঞা, দিন সলনি হ'ল,

পানীগছা, বিয়া-বিভ্ৰাট, ভবিষ্যত, জুলেখা, ফটোগ্ৰাফাৰ, 'বে বড়ে ভাই', দীপশিখা, চন্দ্ৰগ্ৰাস, সহজ সম্বন্ধ, উদ্দীপনা আৰু দ্বিতীয় পক্ষ। এই খিনিতে উল্লেখযোগ্য যে এগৰাকী লেখকৰ মাত্ৰ ত্ৰিশ শতাংশ গল্প পঢ়ি গল্পৰ বিষয়ে আলোচনা কৰিবলৈ যোৱাটো চৰম ধৃষ্টতাত বাহিৰে একো হয়। তথাপি এগৰাকী বিশিষ্ট গল্পকাৰৰ সামান্য সংখ্যক গল্প পঢ়ি আমি যি এক অভূতপূৰ্ব্ব ধাৰণা পোষণ কৰিছো তাকেহে মৰসাহ কৰি অসমীয়া পাঠকসকলৰ বাবে ব্যক্ত কৰিবলৈ ওলাইছোঁ। হলীৰাম ডেকাৰ মৃত্যুৰ চাৰিদশক পিছত তেখেতৰ দ্বাৰা ৰচিত গল্প অধ্যয়ন কৰি যি এক উচ্ছ্বাস অনুভৱ কৰিছোঁ তাক দমাই ৰাখিব নোৱাৰিহে এই নিবন্ধ লিখিবলৈ বাধ্য হৈছোঁ। ইমান বছৰ অতিক্ৰম কৰাৰ পিছতো হলীৰাম ডেকাৰ গল্পৰ প্ৰাসঙ্গিকতা হেৰাই যোৱা নাই, বৰং কেতবোৰ সাথৰ্ক গল্পৰ ঘটনা স্থান কাল পাত্ৰ ভেদে এতিয়াও সংঘটিত হৈ আছে। গল্পকাৰৰ যি বাস্তৱ চেতনা সি আজিও প্ৰাসঙ্গিক আৰু জীৱন্ত হৈ আছে। হলীৰাম ডেকা প্ৰচাৰ বিমুখ হোৱা বাবে আৰু সাহিত্য সাধনাৰ ক্ষেত্ৰত নিৰলস উচ্চাভিলাষী নোহোৱা বাবেহে তেখেতৰ গল্পৰ আলোচনা যথা সময়ত যথোপযুক্ত ভাৱে ন'হল। অৱশ্যে স্বৰাজোত্তৰ কালৰ প্ৰথম অসমীয়া মুখ্য ন্যায়ধীশৰ পদত থকা বাবে কোনো গোষ্ঠীৰ বা দলৰ অন্তৰ্ভূক্ত নোহোৱাবাবে তেখেতৰ গল্পৰ মান উপযুক্তভাৱে নিৰ্দ্ধাৰণ কৰা নহ'ল আৰু অসমীয়া সাহিত্য মহলতো উচিত চিন্তা চৰ্চ্চা নহ'ল।

হলীৰাম ডেকাৰ 'ৰহনসনা' এনে এটি সুন্দৰ গল্প য'ত গল্পকাৰে অকনো ৰহন সনা নাই। অত্যন্ত সাধাৰণ ঘটনা এটিৰ জৰিয়তে ৰহনসনা চৰিত্ৰ এটি উন্মোচন কৰি মানৱীয অনুভূতি প্ৰকাশ কৰিছে। এই গল্পটোৰ স্থান ডিব্ৰুগড। গল্পৰ আৰম্ভনি হৈছে নামনি অসমৰ এখন কৃষিপ্ৰধান গাঁৱত। সেইখন গাঁৱ বৰনদ্দী। গল্পৰ পৰিৱেশ সৃষ্টি মনকৰিবলগীযা।

অভ্যাস নাই, কুঁহিয়াৰৰ আটীয়াত মাটি দি ভাগৰিছে। ডেকা এজন কোদালৰ নালত ধৰি অলপ পৰ থিয় দি আছে- পাতল নোমে ঢকা বহল বগা বুকু খনেৰে সৰ্‌সৰকৈ ঘাম পৰিব ধৰিছে, হাতৰ দৃঢ়মাংস পেশীবোৰ পুৱাৰ ৰ'দত জক মকাই উঠিছে আৰু মুখত এটা নম্ৰ প্ৰসন্নতাৰ হাঁহি বিৰিঙিছে।

সেই ডেকাজনে চাকৰি পালে ডিব্ৰু-শদিয়া ৰেইলৱে ৱৰ্কস্বপত। গল্পৰ নায়ক পুলকানন্দ শৰ্মা বৃত্তিত ইঞ্জিনিয়াৰ। চাকৰি কৰিবলৈ ডিব্ৰুগড়লৈ আহি পুলকে

প্ৰতিবেশী হিচাপে লগ পালে গল্পৰ নায়িকা বুঢীৰ মাকক। বুঢীৰ মাক যে বঙালী ভাষী তিৰোতা তাক নাযকে জানিলে বুঢীৰ মাকৰ কথাৰ পৰা— "তোৰ পায কাদা আছে, ওৰ জামা টামা মযলা কৰো না।" বুঢ়ীৰ মাকৰ প্ৰতি পুলকৰ আকৰ্ষণ বাঢে। পুলক বিবাহিত, এজনী ছোৱালীও আছে। তাইৰ নাম সৰস্বতী। বুঢীৰ মাকৰ প্ৰতি নায়কৰ যি আকৰ্ষণ সেই আকৰ্ষণ সংগোপনে গঢি উঠা আকৰ্ষণ। নিজৰ ঘৈণীয়েকৰ শীৰ্ণ চেহেৰাৰ তুলনাত বুঢীৰ মাক উন্নত পায়োধৰা সুস্বাস্থ্যৱতী আৰু সেয়ে আকৰ্ষণৰ বিন্দু। কিন্তু বুঢীৰ মাকে যেতিয়া এজনী গাভীন ছাগলীক সাধাৰণ দোষতে একেলেঠাৰিয়ে দুদিন একো খাবলৈ নিদিয়াকৈ বান্ধি ৰাখি কষ্ট দিলে তেতিয়া পুলক শৰ্মাৰ আকৰ্ষণ নোহোৱা হ'ল। পুলকৰ অন্তৰত মানৱতা জাগ্ৰত হ'ল আৰু ছাগলীজনীৰ বান্ধ সোলোকাই দিলে। বুঢীৰ মাকৰ ৰহনসনা চেহেৰা আৰু কথা-বতৰাই পুলকৰ মানবীয সত্বা জয কৰিব নোৱাৰিলে। ছাগলীজনী এৰি দিয়াৰ পিছত বুঢীৰ মাকে ৰহনসানি কোৱা কথাষাৰে গল্পৰ বিষয বস্তুক অধিক অৰ্থবহ কৰি তুলিছে। বুঢীৰ মাকে নিজকে কোৱাকৈ ক'লে -"ছেলে মেয়েৰা যা হযেছে বাবা বল্লে কেউ শুনবেনা। তখন থেকে ওটাকে বেধে ৰেখেছে। আহা না জানি কত লেগেছে।" মানুহজনীৰ কথা শুনি পুলকে প্ৰায় ছিঞৰি উঠিব খুজিলে- ওৰে ৰাক্ষসী। বিশ্বজনীন মানবতাবোধৰ আগত খণ্ডেকীয়া মোহাচ্ছন্নতা নিমিষতে উৰি গ'ল। গল্পটোৰ পৰিসমাপ্তি অত্যন্ত আকৰ্ষণীয।

তেতিযাৰ পৰা ছাগলীজনী পুলকৰ অতি আপোন হ'ল বুঢীৰ মাকৰ চাহ পুলকৰ মনত হলাহলতকৈও তিতা হ'ল আৰু তাৰ পিছৰ পৰা তেওঁ ডিউটিলৈ যোৱা সমযত বুঢীৰ মাকৰ সলনি ছাগলীজনীহে তেওঁলৈ সতৃষ্ণ নয়নে চাই থকা দেখিবলৈ পালে। ৰহনসনা গল্পৰ নায়িকাৰ ৰহনসনা চৰিত্ৰ লেখকৰ পৰিৱেশ সৃষ্টিৰ কৌশলে উদঙাই দিছে। 'ৰহনসনা' সচাঁকৈযে এটি সাৰ্থক গল্প।

'শেষদেখা' এটি স্মৃতিমধুৰ হৃদয় স্পৰ্শীগল্প। গল্পৰ নায়ক গল্পকাৰ নিজে। নায়িকা বঙালীভাষী চিত্ৰা-যাক গল্পকাৰে লগ পাইছিল কলিকতাত। সেইজনী চিত্ৰাৰে মৃত্যু হ'ল ভাগিন জোৱায়েক বলবন্ত বৰুৱাৰ ঘৰত। চিত্ৰাৰ মৃত্যুৰ বাতৰি শুনি বাতবিষে জৰ্জ্জৰিত কৰা নায়কৰ অন্তৰ শোকত উথলি উঠিল আৰু অন্তিম শয্যাত চিত্ৰাক শেষ দেখা কৰাৰ বাবে দেহলৈ শক্তি আনি বোৱাৰীয়েকৰ হাক বচন অমান্য কৰি

গুছি গ'ল। চিত্ৰাৰ মৃত্যুৰ বাতৰিয়ে ৰোগগ্ৰস্ত নায়কৰ মনৰ অৱস্থাৰ পৰিবৰ্ত্তন কেনেকৈ ঘটাইছে তাক মৰ্মস্পৰ্শী ভাৱে প্ৰকাশ কৰিছে এনেদৰে—

নানাভাবে জুমুৰি দি ধৰিলে, এয়েতো জীৱন মনতে দোহাৰিলো। চিত্ৰা ঢুকাব সাধাৰণ মানবীৰ দৰে আৰু সেইখবৰ মোলৈ কান বাগৰি আহিব এইকথা মই কল্পনাও কৰা নাছিলো। মোৰ কোঠালিৰ একাষত নিৰ্জীব হৈ থকা লাখুটিডালৰ ফালে চালোঁ? পাৰিমনে লাখুটিক আশ্ৰয় কৰি যাবলৈ বলবন্ত বৰুৱাৰ ঘৰলৈ? মাটিত ভৰি দুখন থৈ নিজৰ গাত শক্তি আছে নে নাই পৰীক্ষা কৰি চাঁলো- ভালে আছোঁ, অনুভব কৰিলো সোঁভৰিৰ বিষ প্ৰায় নাইকিয়া হৈছে দেখোঁ।

একোটা মৰ্মন্তুদ খবৰে মানুহক কেনেদৰে খন্তেকৰ বাবে হ'লেও শক্তিমান কৰি তোলে তাৰেই চিত্ৰ দেখা যায। গল্পটোত মানবীয অনুভৱ আছে, জাত পাত বৰ্ণ ভাষাৰ বিভেদ নেওঁচি স্বতঃস্ফূৰ্ত্তভাৱে প্ৰবাহিত হোৱা মানবীয় অনুকম্পা আৰু মমতাবোধ বৰ মৰ্মস্পৰ্শী। চিত্ৰাৰ মৃতদেহ দেখি নাযকৰ অন্তৰত এলি অহা অতীতটোৱে হেন্দোলনি তুলিছিল। অকপটে স্বীকাৰ কৰিছিল চিত্ৰাৰ প্ৰতি থকা প্ৰেম-ভালপোৱা।

-চিত্ৰাক মই ভাল পাইছিলো- সেইটো সচাঁ। কিন্তু ভালপোৱা আৰু বিয়া কৰোৱা দুটা বেলেগ কথা। কলিকতাত চিত্ৰাহঁতৰ ঘৰৰ সাজ-সৰঞ্জাম দেখি মই ভয় খাইছিলো সেইবোৰ যতনোৱা মোৰ পক্ষে সম্ভৱ নহয় তাকো ভাবিছিলো। তদুপৰি জীৱিকাৰ বাট সম্বন্ধেও মই তেতিয়া বৰ সন্দিহান অৱস্থাত আছিলো।

কলিকতাৰ পৰা গুছি অহাৰ পিছত চিত্ৰা পাহৰণিৰ গৰ্ভত সোমাই পৰিছিল। কিন্তু ইমান বছৰৰ বিৰতিৰ পিছত চিত্ৰাৰ মৃত্যুৰ খবৰে নায়কক কেনেদৰে বিচলিত কৰিছিল তাৰ হুবহু চিত্ৰ ফুটি উঠিছে তলৰ কথাখিনিত—

জীৱনৰ একাবেকা বাটত পৰি বহুত কথাকে পাহৰিছিলো, চিত্ৰাহঁতকো পাহৰিছিলো। কাৰোবাৰ মুখত শুনিছিলো যে চিত্ৰাৰ খড়গপুৰৰ ইঞ্জিনিয়াৰ এজনৰ লগত বিয়া হৈছিল। কিন্তু ছোৱালী এজনীকলৈ অকালতে বিধবা হৈছিল। কোনোবাই আৰু কৈছিল ছোৱালীজনীও হেনো বিয়াৰ পিছত ঢুকাইছিল। তাৰ পিছৰ চোবা একো জনা নাছিলো। আজি চিত্ৰাৰ মৃতদেহ এনে অৱস্থাত দেখি আকোৱালি ধৰি হুৰাওৰাৱে কান্দিবৰ মন গৈছিল। বুঢ়াকালত চকুপানী টোকাও মানা। চিত্ৰাৰ গাভৰুকালৰ ছবিটো মোৰ মনত

জিলিকি উঠিছিল। ক'ত সেই অপৰূপ লাবণ্য ভৰা সজীৱ কোমলতা আৰু ক'ত এই ধূলিত পৰি থকা দেহ!

এই দৃশ্য দেখাৰ পিছত নায়কৰ দেহৰ শক্তি হেৰুৱাই পেলাইছিল। তেওঁ ঘৰলৈ উভতি যোৱাৰ বাবে মটৰগাড়ী মাতিবলগীয়া অৱস্থা হৈছিল।

'বালিভাত' এটি সাধাৰণ গল্প। বৰপেটাত নখান্দা নৈৰ পাৰিপাৰ্শ্বিক অৱস্থা আৰু সেইসময়ৰ মাছ পুঠি, চৰাই চিৰিকতি, ৰাজহাঁহ, পানীহাঁহ, কৰা, কাম, তিৰা, কাইঠাৰা আদিৰে ভৰপূৰ, ঘিউ, গাখীৰ, 'আনাৰস তোলা' দৈৰে উভনদী বৰপেটা চহৰৰ ভোগালি সামাজিক পৰিবেশ চিত্ৰিত কৰিছে। গল্পটোত বালিভাত খোৱাৰ বৰ্ণনা আছে। সৰুলৰাটো হেৰোৱা বাবে বালিভাতৰ আনন্দ বিষাদেৰে ভৰাই পেলালে। পিছদিনা লৰাটোক কুকুৰটোৰ কোলাত আবিষ্কাৰ কৰাৰ পিছত গল্পৰ পৰিসমাপ্তি ঘটিছে।

'অৱজ্ঞা' এটা সৰু গল্প। গল্পটোত হলীৰাম ডেকাৰ জীৱিকা সংক্ৰান্তীয় অনুভৱ আছে, অৱসৰ জীৱনৰ অৱসাদগ্ৰস্ত বিৰক্তিকৰ চিন্তা আছে। গল্পটোৰ আৰম্ভণি বৰ অৰ্থবহ।

"জীৱনত নৈৰাশ্য কেতিয়া আহে কোৱাটান, যেতিয়া নিতান্ত অনাৱশ্যক তেতিয়াও আহে আৰু যেতিয়া অহা স্বাভাৱিক তেতিযাও নাহে, যদি মানুহ কৰ্মৰত হয। ওকালতি ব্যৱসায়ত সাময়িক নৈৰাশ্য স্বাভাৱিক, কিন্তু বৰ স্বাস্থ্য প্ৰদ, কিন্তু তেতিয়া বুজিবলৈ ধৈৰ্য্য নাথাকে, মোৰো সেয়ে হ'ল। মই হাকিম হোৱা শুনি অওহী বওহী সকলোৰে সন্তোষ, আগত বাটত দেখিলে মাত নলগোৱা বহুতৰে মই সম্বন্ধীয় ভাগিন, ভতিজা হ'লো, বেপাৰী দোকানীবোৰেও মই দোকানলৈ গ'লে গামোছাৰে চকি মচি দিযা হ'ল। চাকিত তেল সদায় নাথাকে, শলিতা পুৰি যায়। মন্ত্ৰী মহলত আপোন কোনো নথকাৰ বাবে বয়স যোৱাৰ লগে লগে অৱসৰ লবলগীয়াত পৰিলোঁ। তেতিয়া হাকিমৰ জলকনি নোহোৱা হ'ল, উকিলৰ উজ্বলতা কেতিয়াবাই হেৰুৱালো, বাটত আৰু কোনোৱে দেউতা নোবোলে। গল্পটোত লেখকৰ বাস্তৱ অভিজ্ঞতাৰ কৰুণ অনুভৱ প্ৰকট হৈ উঠিছে।

'দিন সলনি হ'ল' গল্পত বয়সস্থ লোক আৰু নতুন প্ৰজন্মৰ মাজৰ সংঘাত দেখুৱাবলৈ প্ৰয়াস কৰা হৈছে। মাক-দেউতাকৰ পৃথিবীখন যে লৰাইতৰ বাবে বেলেগ হয় আৰু এটা বয়সত যে লৰাই মাক-বাপেকৰ অনুশাসনৰ পৰা মুক্ত হৈ নিজৰ

পৃথিবীত বিচৰণ কৰিব খোজে সেই অন্তৰ্দ্বন্দৰ ছবি দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। ল'ৰাৰ আচৰণ দেখি বৃদ্ধ মাক বাপেকৰ অসহায় অৱস্থাৰ প্ৰতি সমমৰ্মিতা গল্পটোৰ মূল উপজীব্য। সময় বিবৰ্ত্তনৰ লগে লগে সামাজিক পৰিস্থিতিৰো পৰিবৰ্ত্তন হয় আৰু সেই পৰিবৰ্ত্তনৰ মাজত অসহায়ভাৱে থিয় হৈ থাকিবলগীয়া হয় এসময়ৰ ক্ষমতশালী ৰায়চাহাব গজধৰ তামুলীহঁতৰ দৰে অবসৰ প্ৰাপ্ত বৃদ্ধ লোক সকল। গল্পটোত গজধৰ তামুলীৰ ভ্ৰষ্টাচাৰ আৰু 'খাতুৰা' চোলা পিন্ধা মিছেছৰ আধুনিকতাৰ প্ৰতি বিদ্ৰূপ কৰা হৈছে। কিন্তু লৰাটোৰ ব্যৱহাৰ দেখি গজধৰ তামুলীৰ অসহায় অৱস্থাৰ প্ৰতি গল্পকাৰৰ অনুকম্পা মানবীয় সহানুভূতিত পৰিণত হৈছে। গল্পটোৰ উপস্থাপন ৰীতিত হলীৰাম ডেকাৰ শিল্প-নৈপুণ্য প্ৰকাশ পাইছে। হলীৰাম ডেকা যে প্ৰকৃতাৰ্থত এগৰাকী নিপুন কথা শিল্পী আছিল তাৰ প্ৰমান দিয়ে ' দিন সলনি হ'ল' গল্পটোৱে।

'পানীগছা' গল্পৰ নায়ক মাৰাঠি ডেকা মিঃখাপাৰ্দে। খাপাৰ্দেৰ মতে 'Love' (যৌনপ্ৰীতি) পানীগছাৰ নিচিনা। গল্পটোত শৃঙ্খলাবদ্ধ কাহিনী নাই, আছে কেৱল খাপাৰ্দেৰ জীৱনৰ ব্যৰ্থ প্ৰেমৰ অভিব্যক্তি। মাৰাঠি ডেকাই যিজনী ছোৱালীক ভালপাইছিল সেইজনী ছোৱালীক দুই পক্ষৰ অভিভাৱকৰ মান মৰ্যাদাকলৈ লগা মতান্তৰৰ বাবে বিয়া কৰাব নোৱাৰিলে। ছোৱালীজনীক বেলেগ এজন লৰাই বিয়া কৰালে আৰু ছোৱালীজনীয়ে গিৰীয়েকৰ পৰা পালে মানসিক জ্বালা-যন্ত্ৰনা। শিশু সন্তান এটি জন্মৰ পিছত গিৰিয়েকে তাইক হাৰাশাস্তি কৰিলে। তাই গিৰিয়েকৰ পৰা বেলেগকৈ আছিল। শেষত কোনোবাই ৰাতিৰ এন্ধাৰত মাক আৰু কেছুৱাক হাতুৰীৰে কোবাই হত্যা কৰিলে। তাতেই নায়ক খাপাৰ্দেৰ ক্ষোভ, সেয়াই তেওঁৰ নৈৰাশ্য পানীগছাৰ দৰে। পানীগছাৰ বিষয়ে কৈছে এনেদৰে - "সাগৰত ঠায়ে ঠায়ে পানীৰ ডাঙৰ একোটা স্তম্ভ চন্দ্ৰৰ আকৰ্ষণত ওপৰলৈ উঠে। তাৰ চাৰিওপিনে খাল পৰি যায়, কেউপিনৰ পানীয়ে সেইঠাইখিনি পূৰাবলৈ চোঁ চোঁ কৰি বাগৰি আহে। দাঁতি কাষৰৰ বস্তুত ভয়ঙ্কৰ আকৰ্ষণ পৰে। অলপ পিছতে পানীৰ সেই কলচী হুৰ্হুৰকৈ ভাগি পৰে। খন্তেক আগতে আকাশ স্পৰ্শ কৰো বুলি কোৱ উচ্চাশী পানীৰ কণিকাবোৰে মৰ্মাহত হৈ কৰুণ বিননি তুলি নৈৰাশ্যৰ বীজৰূপে বাগৰি যায়। অলপ পিছত তাৰ অস্তিত্বই লোপ পায়, সাগৰৰ বুকুৰ শূণ্যতাই মাথোঁ পুৰণি স্মৃতি সোঁৱৰাই দিয়ে। মানুহৰ ভালপোৱাও তেনে, এবাৰ যাৰ কাৰণে হৃদয়ৰ দুপাৰ ভাগি আবেগৰ

সোঁত বয়, দুদিন পলমে তাৰ ঠাইতে শুকান বালি। আজি য'ত অনাবিল স্বচ্ছ প্ৰেম, কালি তাত দেখা যাব স্বাৰ্থৰ পুতিগন্ধময় অভিসন্ধি।

গল্পটো ৰোমাণ্টিক কাৰুণ্যৰে ভৰপুৰ। জীৱনৰ কঠিন পৰিহাসক বৰ নিটোলভাৱে দাঙি ধৰা বাবেই গল্পটোৰ আবেদন আজিও কমি যোৱা নাই।

'বিয়া বিভ্ৰাট' এটি হাস্য ব্যঙ্গ গল্প। গল্পটোৰ চৰিত্ৰ চিত্ৰন বৰ নিখুঁত। গল্পৰ পটভূমি দিখৌপৰীয়া শিৱসাগৰ আৰু তাৰ দাঁতি কাষৰীয়া চাহ বাগিচা। গল্পৰ কাহিনীত বাগিচাৰ মালিক নাৰাযণ বৰুৱাৰ বংশ মৰ্যাদা আৰু ডাঙৰীযা সংস্কৃতিৰ চিত্ৰ যেনেদৰে আছে, মোহিতৰ দৰে উদণ্ড ডেকা আৰু দুটিৰামৰ দৰে দুখীযা পৰিযালৰ সন্তানৰ সহজসৰল চৰিত্ৰ আছে। টিলিকি বাগিচাৰ মেনেজাৰ ভোগধন হাজৰিকাৰ জীয়ৰী অকনি ওৰফে অমল প্ৰভাৰ বিযাক লৈয়ে ব্যঙ্গকাহিনীৰ আঁট ধৰা হৈছে। ভোগধন হাজৰিকাই শিৱনাৰায়ন বৰুৱাৰ নাতি লবঙ্গ কুমাৰক জীযেকৰ পাত্ৰ হিচাপে প্ৰত্যাখ্যান কৰি পুৰণি জেদৰ পোটক তুলিলে। লবঙ্গ কুমাৰ লৈ নিজৰ জীযেকক বিযা নিদিযে— কিয়নো "বাইশবছৰ আগেয়ে শিৱনাৰাযন বৰুৱাই মোৰ হাতৰ পৰা চাহপাতৰ পাচি লথিযাই পেলাই দিছিল।" মোহিতৰ বিযাৰ টেকেলি ৰাখি বিযাৰ দিনা অকনিৰ সলনি হালধিৰ জীয়েক লখিমীক কইনা হিচাপে উলিয়াই দিলে। দুটিৰাম দৰিদ্ৰ হ'লেও তাৰ সৈতে অমলৰ বৈবাহিক সৰ্ম্পক ঘটালে বিযাৰ ৰাতি ছোৱালী সলাই দি বিযা -বিভ্ৰাট ঘটোৱা কাহিনীয়ে পাঠকক হাঁহিৰ খোৰাক যোগায। গল্পটোৰ কাহিনী আগবঢাই নিওঁতে ইমান সুন্দৰ ভাৱে কৌতুহল বঢাই নিছে যে পাঠকে পঢি থাকোতে কাহিনীৰ পৰিনতি কি হ'ব তাক ভাবি থাকিবলৈ বাধ্য হয়। পৰিসমাপ্তিত কৌতু হল নিঃসৰণৰ কৌশলো বৰ কৌতুকপূৰ্ণ।

লখিমীৰ লগত দেখা হোৱাৰ পিছত মোহিতে মাতিলে-অকনি। এওঁ লাজ লাজকৈ ক'লে— "মোৰ নাম সেইটো নহয।" আইদেউৰহে সেইটো নাম। তেতিয়াহে মোহিতে গম পালে বিয়া -বিভ্ৰাটৰ কথা। গল্পটোত ব্যঙ্গাত্মক অভিব্যক্তি বৰ আকৰ্ষণীয়। এনেধৰণৰ ব্যঙ্গাত্মক গল্পই পাঠকক আনন্দ দিযে। বুদ্ধিদীপ্ত হাস্যৰসৰ বাবেই বিয়া-বিভ্ৰট এটি সাৰ্থক গল্প।

হলীৰাম ডেকাৰ আন এটি শ্ৰেষ্ঠ গল্প হ'ল ভবিষ্যৎ। গল্পটোৰ আৰম্ভণি ব্যঙ্গাত্মক, কিন্তু বিষয়বস্তু চিৰিয়াচ তথা সময়োচিত। গল্পত বৰ্ণিত ঘটনা সদা সংঘটিত, সাম্প্ৰতিক

সময়তো তাৰ প্ৰাসঙ্গিকতা বিদ্যমান। এনে ঘটনা বিশ্বৰ যিকোনো ঠাইতে ঘটিব পাৰে। গল্পৰ স্থান-কাল নায়ক-নায়িকা বদলাই দিলে পৃথিৱীৰ যি কোনা ঠাইৰ পাঠকৰ বাবে গ্ৰহণযোগ্য হ'ব পাৰে। এনে সৰ্বগ্ৰহণ যোগ্য গল্প ৰচিব পৰা লেখকজন কিয় সৰ্বজনবিদিত গল্পকাৰ নহ'ল তাকে ভাবিহে আমি আচৰিত হৈছো। ভৱিষ্যত গল্পৰ পটভূমি কলিকতা, গল্পৰ নায়ক গল্পকাৰ নিজে সন্তানবৎসল পিতৃ। গল্পটো আৰম্ভণি কৰিছে এনেদৰে-

"এজনী অনিশ্চিত ৰূপৰ গাভৰুৰ মন পাবলৈ জগতখন কিয় ইমান ব্যস্ত মই বুজিব পৰা নাই। আজিও বুজা নাই, কিন্তু যি সত্য সি সত্যই, মই বুজিব পাৰো বা নোৱাৰোঁ এই গাভৰুগৰাকী আন কোনো নহয়, চিৰ অনায়ত্ব নিজৰ ভৱিষ্যত।

পুত্ৰবান নায়কৰ লৰাৰ চিৰিযাচ অসুখ। লৰাক কলিকতালৈ নি প্ৰিন্স অৱ ৱেলচ্ হাস্পতালত ৰাখিছে। তাতে অস্ত্ৰোপচাৰ কৰা হ'ল। কিন্তু লৰাৰ অৱস্থা বেয়াৰ ফালে ঢাল খাইছে। দেউতাক হিচাপে তেওঁৰ মনৰ অৱস্থা অস্থিৰ হৈ উঠিছে। মানুহৰ মন যেতিয়া দুৰ্ব্বল হয় তেতিযাই ভৱিষ্যত জনাৰ বাবে ভৱিষ্যত দ্ৰষ্টাৰ কাষ চাপে। লৰাৰ খবৰ লবলৈ হাস্পতাললৈ অহা-যোৱা কৰোঁতে ষ্টেচনৰ ওচৰত এজন নাঙঠ ক'লা মানুহ দেখা পালে। মানুহজনক ঘেৰি থাকে মানুহৰ জুমে। নায়কৰো কৌতুহল হ'ল। মানুহজনৰ বিষয়ে সুধি গম পালে যে মানুহজনে ভৱিষ্যত সম্বন্ধে কথা কয়। নায়কেও লৰাৰ ভৱিষ্যত সম্বন্ধে জনাৰ বাবে ব্যাকুল হ'ল। তেৰোঁ মানুহজনৰ কাষ চাপি গ'ল। তেওঁ কি সুধিব কি নুসুধিব এনে দ্বিধাগ্ৰস্ত অৱস্থাত থাকোতে কোনোবা এজনে তেওঁৰ হৈ সুধিলে—" এওঁৰ কি হ'ব?" উলঙ্গ মানুহজনে আগৰ দৰে ওঠ টনাটনিকৈ থাকি শেষত অত্যন্ত স্পষ্টভাৱে ক'লে—

" মৰিব।" মৰিব বুলি কোৱাৰ লগে লগে লেখকৰ নিজৰ মৃত্যুৰ চিন্তাতকৈ পুতেকৰ মৃত্যুৰ চিন্তাহে অধিক প্ৰবল হৈ উঠিল।

তেতিয়া তেওঁ নিজে সুধিলে— কোন মৰিব? অলপ বিবুদ্ধি হোৱা যেন দেখুৱাই সেই মানুহজনে ক'লে—"তুমি"।

তেতিয়া অইন এজনে সুধিলে—

"কি হৈ মৰিব?" ভৱিষ্যৎ বক্তাই ক'লে— শ্বাস বন্ধ হৈ । তেওঁ জুম ঠেলি যেতিয়া বাহিৰ ওলাল তেতিয়া দেখিলে যে তেওঁৰ গাৰ পৰা চেলেংখন কোনোবাই

নিলে। সৰ্ব্বনাশে সমুৎপন্নে অৰ্দ্ধং ত্যজতি পণ্ডিতঃ বুলি নিজকে প্ৰবোধ দি তেওঁ তেতিয়া হাস্পতালমুৱা হ'ল। হাস্পতাল গৈ পোৱাৰ পিছত নাৰ্ছ গৰাকীয়ে আহি হাঁহি হাঁহি কলে-- তোমাৰ লৰাই কথা কৈছে আৰু একো ভয় নাই। তাৰ এতিয়া টোপনি আহিছে, অলপ শোৱক। আবেলি আহিলে কথা পাতিব পাৰিবা।" লেখকে লৰাৰ সুন্দৰ ভৱিষ্যত আশা কৰি নোযোৱা স্বত্বেও তেনে এটা শুভ খবৰ পাই হঠাতে আনন্দৰ ঢলত চকু চলচলীয়া হৈ উঠিল।

'জুলেখা'ত নাযকৰ সামাজিক ভণ্ডামি আৰু নাযিকা জুলেখাৰ চৰিত্ৰৰ পবিত্ৰতা সাৰ্থকভাৱে চিত্ৰিত কৰিছে। গল্পটোৰ প্ৰাৰম্ভনি বিদ্ৰূপাত্মক। "মৰু তৃষ্ণাৰ দৰে জীৱনৰ কিমান উৎকট তৃষ্ণাৰ লালসা কাৰ উদ্দেশ্যে কেতিযা দপ্‌কৈ জ্বলি উঠে আৰু কেতিয়া অলক্ষিতে মাৰ যায় ধৰা বৰ টান। তথাপি বাহিৰত এটা সৌম্য সংযমৰ ভাবলৈ কাল অতিবাহিত কৰো। এয়ে আমাৰ সজ শিষ্টাচাৰ।" প্ৰদীপ দুৱৰা এজন তেনে শিষ্টাচাৰী সুশীল ডেকা। প্ৰদীপ দুৱৰাই ওকালতি ক'ৰে। সমাজত এখন উচ্চ স্থান আছে। তেওঁৰ ওচৰলৈ সহায বিচাৰি অহা খোজনীয়া, মগনীয়া, বৰঙণি তোলা মানুহ সকলোকে সন্তুষ্ট কৰিহে পঠাইছিল। এদিন ৰাতি তেওঁৰ ঘৰলৈ আশ্ৰয় বিচাৰি আহিল এজনী উৰ্দ্দুভাষী বুঢ়ী। বুঢ়ীৰ লগত ৰুগীয়া বুঢ়া, জীয়েক জুলেখা আৰু তাইৰ কেচুৱাকে ধৰি চাৰিজন। দুৱৰাই আশ্ৰয দিবলৈ অস্বীকাৰ কৰিলে।" বুঢ়ীৰ কথাৰ ধৰণ কৰণ প্ৰদীপ দুৱৰাই ভাল নাপালে, মগনীযাৰ মুখত যুক্তিসঙ্গত কথা ভাল নালাগে, সিহঁতে কেৱল সেৱা কৰিব লাগে, কেৱল দেউতা, দেউতা মাতিব লাগে, চকুৰ পানীৰে বাট নেদেখা হব লাগে, তাকেই মগনীযা যেন দেখি। নিঃসহাযৰ ভাৱ অতি স্পষ্ট নহ'লে কিহৰ মগনীয়া! অভাৱতো সকলোৰে আছে, কেৱল তাৰ কথা ক'লেই মগনীয়াৰকেনেকৈ চলে? তেওঁ নিজে নজনাকৈয়ে সকলোখিনি Spirit of self defence আহি তেওঁৰ পাছফালে থিয় দিলে আৰু বুঢ়ীযে যেন তেওঁক কিবাৰকমে ক্ষতিগ্ৰস্ত কৰিবলৈহে আহিছে এই অনুমানত বুঢ়ীৰ ওপৰত অতি কৰ্কশ হ'ল।" বুঢ়ীৰ মানুহজন ৰুগ্ন, জীয়েক জুলেখাৰ কেচুৱাটোক গাখীৰ এটুপি দিব পৰা নাই। দুৱৰাই কঠোৰ হৈ পানী এটুপি দিয়াৰ বাবেও প্ৰস্তুত নহ'ল। বুঢ়ীজনী ক্ষুব্ধ হৈ উলটি যাব খুজিছিল। কিন্তু সেইসময়তে কামছায়াত এজনী সুন্দৰ চেহেৰাৰ নাৰী দেখি দুৱৰাৰ অন্তৰ কুমলিল। তেওঁ আশ্ৰয় দিবলৈ মান্তি হ'ল। কিন্তু জুলেখাই আশ্ৰয়

গ্ৰহণ কৰিব নুখুজিলে। তথাপি দেউতাকৰ ৰুগ্ন অৱস্থাৰ বাবে ৰাতিটো তাতে কটাবলগীয়া হ'ল। পিছদিনা ৰাতিপুৱা যাবলৈ ওলোৱাত দুৰৰাই তেওঁলোকক তাতে থাকিবলৈ ক'লে। বুঢাই দুৰৰাক সকলো কথা খুলিভাঙি ক'লে। জুলেখাক ভালপোৱা ডেকাজনে তাইক অন্তঃ স্বত্তা কৰি এৰি গ'ল। তেওঁলোকে নিৰুপায় হৈ ঘৰ এৰি গুছি আহিল । আদবাটতে জুলেখাৰ এটি সন্তান জন্ম হ'ল। দুৰৰাণীয়ে কেচুৱা লৰাটোৰ প্ৰতি আকৃষ্ট হ'ল আৰু অলপদিনৰ পিছতে জুলেখাৰ লৰাটো দুৰৰাণীৰ কোলা পালেগৈ। দুৰৰাৰ মনত জুলেখাৰ প্ৰতি অহেতুক প্ৰীতি জন্মিল আৰু এদিন গধূলি তেওঁ জুলেখা ক অকলে পাই প্ৰেম নিবেদন কৰিবলৈ উদ্যত হোৱাৰ সময়ত জুলেখাই সিংহৰ দৰে গৰ্জি উঠিল। দুৰৰাই জুলেখাৰ অবৈধ সন্তানটোৰ কথা কৈ আত্মৰক্ষা কৰিবলৈ চেষ্টা কৰিলে। জুলেখা ইমানেই ক্ষুব্ধ হ'ল যে যি সন্তানৰ বাবে তাইৰ এই লঘু লাঞ্চনা তাক নিঃশেষ কৰাৰ বাবে চুৰীলৈ উদ্যত হ'ল। দুৰাৰৰ মনুষ্যত্ব জাগ্ৰত হ'ল। জুলেখাক সাৱত মাৰি ধৰি কলে- "সেই চুৰী মোৰ বুকুত শোভা পাব, নিৰ্দ্দোষ লৰাটিৰ প্ৰাণ নল'বা।" পিছদিনাৰ পৰা জুলেকা নিৰুদ্দেশ হ'ল, কিন্তু জুলেখাৰ প্ৰতি দুৰৰাৰ অন্তৰত গভীৰ শ্ৰদ্ধা অক্ষুণ্ণ থাকিল।

পৰিস্থিতিয়ে নাৰীক পথভ্ৰষ্টা কৰিলেও নাৰীৰ চাৰিত্ৰিক বিশুদ্ধতা অক্ষুণ্ণ থাকিব পাৰে। জুলেখা তাৰেই জীৱন্ত সাক্ষী। আনহাতে দুৰাৰৰ চৰিত্ৰৰ স্খলন জুইৰ আগত মম গলাৰ দৰে, সুন্দৰী নাৰীৰ প্ৰতি পুৰুষৰ দুৰ্ব্বলতা।

'ফটোগ্ৰাফাৰ ' গল্পৰ পটভূমি কলিকতা। গল্পটোৰ কাহিনীত জীৱন সংগ্ৰামৰ সজীৱ চিত্ৰ আছে। দুখীয়া হ'লেও মানুহ শ্ৰম কৰি জীয়াই থাকিব লাগে-তাতেহে আঁচল অৰ্থ আছে। গল্পৰ কাহিনী ৰোমাণ্টিক কল্পনাৰে ভৰপূৰ । জীৱন আৰু জীৱিকাৰ অন্তৰ্দ্বন্দ্ব বৰ সজীৱ। আনিচ্ছাকৃতভাৱেই জীয়াই থকাৰ বাবে কোনে কি বৃত্তি লব লাগে তাক কোনেও আগতীয়াকৈ কব নোৱাৰে। গল্পৰ মাজত এটা ৰোমাণ্টিক পৰিস্থিতি বিদ্যামান। কাহিনীটো যেন গল্পকাৰৰ ইচ্ছামতেই গঢ় দি ৰোমাণ্টিক ভাব বিলাসেৰে শেষ কৰা হৈছে। উত্তৰ আধুনিকতা বাদৰ ছাঁ গল্পৰ মাজত পৰিদৃষ্ট হয়।

'ৰে বড়ে ভাই' বিহাৰৰ আৰা জিলাৰ পৰা ককায়েকক বিচাৰি অহা অন্ধ গায়ক ছুলতানৰ কৰুণ কাহিনী। গল্পটো আৰম্ভ কৰা হৈছে গুৱাহাটী শ্বিলং মটৰ ষ্টেচনৰ পৰিৱেশ সৃষ্টিৰে। চুলতানে ককায়েকক বিচাৰি শ্বিলঙলৈ গ'ল। সি গৈ যেতিয়া শ্বিলং

পায় তেতিয়া খিলঙত গধূলি, জিপ্ জিপীয়া বৰষুণ নামিছে। ভায়েক খিলঙৰ ক'ত থাকে সি নাজানে। সি অকস্মাৎ কাৰোবাৰ ভৰিৰ শব্দ শুনিলেই সোধে - ভাই, ক'ব পাৰনে মোৰ ককাই ক'ত আছে? তাৰ নাম হোছেন! ওপৰলৈ দৃষ্টিহীন চকু দুটি তুলি সি কয়— হে খোদা, মোৰ ককাইৰ সম্ভেদ দিয়া । তুমি জানা মোৰ শৰীৰ নিশকতীয়া, চকুৰে নেদেখো, অজান বাট-পথ, তুমি জানো সহায় নকৰিবা।

ছুলতানে বৰষুণত তিতিবুৰি ভায়েকক বিচাৰি কৰুণ সুৰ টানিলে। সেই সুৰে 'কীণ' কলেজৰ অধ্যাপিকা চাহেৰাবাণুৰ অন্তৰ কঁপাই তুলিলে। আৰ্তজনৰ চিএৰত চাহেৰা থিৰেৰে থাকিব নোৱাৰিলে। কিন্তু তেওঁ যে নিয়মৰ শিকলিৰে আবদ্ধ। সেইৰাতি অবিবাহিতা ছোৱালী এজনীয়ে হোষ্টেলৰ বাহিৰলৈ ওলাই গৈ নিৰাশ্ৰয় পুৰুষক ভিতৰলৈ মাতি আনিব নোৱাৰে। তথাপি নিয়মৰ শিকলি চিঙি চাহেৰা ওলাই আহিব ধৰিলে। তেতিয়াই এটা প্ৰচণ্ড ঢেৰেকনিয়ে গোটেইখন নিতাল নিস্তব্ধ কৰি পেলালে। অন্ধ চুলতানৰ অলৰ দেহটি ছোৱালী হোষ্টেলৰ সমুখৰ আলিৰ দাঁতিৰ পথাৰত পৰি ৰ'ল। গল্পৰ পৰিসমাপ্তিয়ে হৃদয় জোকাৰি দিয়ে।

"দুৰ্যোগৰ ৰাতিত আজিও চাহেৰাৰ টোপনি ভাঙিলে সেই আৰ্তনাদভৰা গানৰ যে প্ৰতিধ্বনি শুনে, লগে লগে সজল চকুত ভাঁহি উঠে সেই ভাতৃ বৎসল নিৰ্জীৱ দেহাটি।"

গল্পৰ কাহিনীৰ বাস্তৱতা স্বীকাৰ কৰি নল'লেও নিৰ্মান কৌশলৰ চমৎকাৰিত্ব স্বীকাৰ কৰিবই লাগিব। 'ৰে বড়ে ভাই' গল্পত মানৰ প্ৰেমৰ মঙ্গলময় বন্দনা আছে। মানৱপ্ৰেমে মানুহক অনুশাসনৰ শিকলি চিঙি পেলাবলৈ সাহস দিয়ে। সেই সাহসেই চাহেৰাক নিয়মৰ শিকলি চিঙাৰ বাবে প্ৰেৰণা দিছিল।

'দীপশিখা' আবাহনত প্ৰকাশিত এটি কষ্ট কল্পিত গল্প। গল্পটোৰ কাহিনীৰ সূত্ৰপাত হৈছে গুৱাহাটীৰ পৰা তেজপুৰলৈ ব্ৰহ্মপুত্ৰই দি যাত্ৰা কৰা মেইল জাহাজত। জাহাজৰ যাত্ৰী গল্পৰ নায়ক আৰু মাৰোৱাৰী ভদ্ৰলোকৰ মাজত হোৱা কথোপকথনেৰে আৰম্ভ হৈছে কাহিনী। সেই একেখন জাহাজতে সহযাত্ৰী হিচাপে গৈছিল এগৰাকী বঙালী ভদ্ৰ মহিলা-যাৰ আচাৰ ব্যবহাৰ আছিল গণিকাৰ দৰে। পিছত সেই ভদ্ৰ মহিলাই নায়কৰ ঘৰলৈ আলহী হিচাপে আহি নিজৰ অতীত জীৱনৰ স্বীকাৰোক্তি দিলে— "মোৰ জীৱনৰ এটা অংশ অতি হেয়, ঘৃণনীয়, কিন্তু আপোনাৰ স্পৰ্শত ।" গণিকাৰ

মনত নায়ক হৈ উঠিছিল প্ৰকৃত মানুহ। আত্মগ্লানিত দগ্ধ হোৱা নায়িকাই অতীত জীৱনৰ স্মৃতি ৰোমন্থন কৰি কৈছে— "আপোনাৰ দৃষ্টিৰ লগে লগে মোৰো চকু সেই বেপাৰী নাৱঁৰ সৰু চাকি গছি লৈ গৈছিল, তাৰ পৰা অলক্ষিতে ছোৱালী কালৰ তুলসী তলৰ সৰু চাকি গছি লৈ মোৰ মন উধাতুখাই গৈছিল তাত দেখা পালোঁ আইৰ স্নেহসিক্ত বদন আৰু বাৰ গোপালৰ হৰ্ষোৎ ফুল্ল বদন।" তাৰ পিছতে আত্মানুশোচনাত দগ্ধ গণিকাৰ অন্তৰ পবিত্ৰতাৰে পৰিপূৰ্ণ হৈ পৰিল। নায়কৰ মহানতাৰ ওচৰত শিৰ নত কৰি সকলো পাৰ্থিব সম্পত্তি নায়কৰ হাততে অৰ্পন কৰিলে। শেষত নায়কে স্বীকাৰ কৰিছে— "মোৰ প্ৰিয়া চিৰকালৰ বাবে অস্ত যাব পাৰে, কিন্তু চাকিৰ সেই ক্ষীণ দীপ্তি মোৰ জীৱন সন্ধ্যাৰ নীৰব অন্ধকাৰৰ মাজত এতিয়াও হীনপ্ৰভ নোহোৱাকৈ আছে।

'চন্দ্ৰগ্ৰাস' অচলাকান্ত বৰুৱাৰ জীৱনৰ উত্থান পতনৰ কাহিনী। ত্ৰিশটকীয়া বেতনত চাকৰীয়া জীৱন আৰম্ভ কৰা অচলাকান্ত বৰুৱা নিজৰ ব্যৱসায় বুদ্ধিৰ বলত ছিন্নমূলঅৱস্থাৰ পৰা গৈ শ্বিলঙৰ "লা বোঁ মদে" নামৰ সুন্দৰ ঘৰ কিনি বিলাসী জীৱন যাপন কৰিববলৈ সমৰ্থ হৈছিল। তেওঁৰ লৰা প্ৰফুল্ল আৰু ছোৱালী বিলাস বৈভৱৰ মাজত ডাঙৰ হৈছিল। তৰুৰ লগত দেখনিয়াৰ ল'ৰা চাৰুৰ বিয়া ঠিক হৈছিল। কিন্তু বিয়াৰ আগতে চাৰু বিলাতলৈ গ'ল বেৰিষ্টাৰী পঢ়িবলৈ। তাতে গৈ মিছ ছোলতা নামৰ গাভৰু এজনীৰ লগত প্ৰণয় পাশত আৱদ্ধ হ'ল আৰু এটি শিশুপুত্ৰৰ জন্ম হ'ল। প্ৰফুল্লৰ মূৰৰ বিকাৰ ঘটিছে। তাক সুস্থ কৰাৰ বাবে বৰুৱাই বহুতো অহোপুৰাৰ্থ কৰিলে। তাৰ অনুৰোধ মৰ্মে অবজা ৰ্ভেটাৰি কৰাৰ বাবে আমেৰিকাৰ পৰা টেলিস্কোপ আনি দিলে। চাৰুৱে ভনীয়েকক ঠগাই বিলাতত গৈ বিয়া কৰোৱা কথা শুনি প্ৰফুল্লৰ অন্তৰত প্ৰতিশোধৰ জুই জ্বলি উঠিল। সি এনেয়ে মানসিক বিকাৰ গ্ৰস্ত, তাতে ভনীয়েকৰ এনে দূৰ্দ্দশাৰ কথা সহ্য কৰিব নোৱাৰি চাৰুৰ ওপৰত প্ৰতিশোধ লোৱাৰ বাবে উদ্যত হ'ল। অবজাৰ্ভেটাৰিৰ পৰা আকাশৰ গ্ৰহ নক্ষত্ৰ নিৰীক্ষণ কৰি থাকোতেই তাৰ চকুত পৰিল ভনীয়েকৰ দূৰ্দ্দশাৰ ছবি আৰু চাৰুৰ ওপৰত প্ৰতিশোদ লোৱাৰ বাবে সি উদ্যত হৈ শূণ্যতে জাপ দিলে। সি আঘাতপ্ৰাপ্ত হ'ল। আঘাত প্ৰাপ্ত অৱস্থাতে প্ৰফুল্লই শেষ চেষ্টা কৰি ক'লে—"পিতা, অবজাৰ্ভেটাৰিৰ পৰা চালোঁ, দেখিলো তৰু এটি সৰু নক্ষত্ৰ। নক্ষত্ৰ হৈয়ে নাথাকিল, ক্ৰমাৎ মোৰ চকুৰ আগতে চন্দ্ৰৰ আকাৰ

আৰু উজ্জ্বলতা পালে আৰু চাৰু সেই পিশাচটোৱে ৰাহুৰ মূৰ্ত্তি ধৰি তেওঁক গ্ৰাস কৰিবলৈ আহিছে। তৰুৰ মুখ লাজ আৰু ভয়ত বিবৰ্ণ হৈছে। সেই দৃষ্টি মোৰ সহ্য নহ'ল। টেলিস্কোপৰ মুখ ফিৰালোঁ। টেলিস্কোপৰ দাপোনত সেই দৃশ্য নোহোৱা হ'ল। কিন্তু মোৰ মানসলিপি অপনয়ন কৰো কেনেকৈ? যন্ত্ৰ এৰি প্ৰতিশোধৰ বাবে শূণ্যলৈ জাপ দিলো আৰু ক'ব নোৱাৰা। জোন আৰু নুঠে পিতা।"

গল্পটোৰ কাহিনীত উদ্ভট চিন্তাৰ ৰেঙনি আছে। সৌৰ ভকুমাৰ চলিহাৰ 'অশান্ত ইলেক্ট্ৰন' আৰু ফ্ৰানজ কাফকাৰ 'মেটামোৰফ চিচ'ৰ সমতুল্য চন্দ্ৰগ্ৰাস গল্পটো। হলীৰাম ডেকা চলিহা আৰু কাফকাৰ পূৰ্বসূৰী অথচ এনেধৰণৰ অস্বাভাৱিক চিন্তা আৰু কল্পনাৰে ৰচিত গল্পৰ সমালোচনা নোহোৱাটো দুৰ্ভাগ্যজনক।

'সহজ সম্বন্ধ' গল্পত সহজ সৰল কাহিনী আছে, মানুহৰ সম্বন্ধৰ সৰলতা আছে। চৰিত্ৰ সমূহৰ মুখত দিয়া নলবৰীয়া কথিত ভাষাৰ প্ৰয়োগ মনকৰিবলগীয়া। চৰিত্ৰসমূহ যি ঠাইৰ বাসিন্দা সেই ঠাইৰ কথিত ভাষাত কথোপকথন কৰাত অধিক বাস্তৱময় হৈছে। গল্পৰ নায়ক ভৈৰৱে বহুবছৰ ধৰি ঘৰৰ পৰা আঁতৰি কলিকতাত ব্যৱসায় কৰি আছিল। গাঁৱৰ লগত সম্পৰ্ক একেবাৰে নথকা বাবে ভৈৰৱে নিজৰ আত্মীয় কুটুম্বকো চিনি নোপোৱা হৈছিল। বহুত বছৰৰ মূৰত ঘৰলৈ ঘূৰি আহি যি পৰিস্থিতিৰ মুখা-মুখি হৈছিল তাকেই কাহিনীৰ মাজত প্ৰকাশ কৰিছে। সাবিত্ৰী ভৈৰৱৰ মোমাযেকৰ ছোৱালী। সাবিত্ৰীয়ে ভৈৰৱক ন বছৰ আগেয়ে নৰিয়াত পৰি থকা অৱস্থাতহে দেখিছিল। তাইৰ বিয়া হৈ গ'ল, চেহেৰাৰ পৰিবৰ্ত্তন হ'ল। কিন্তু গাঁৱলৈ উভতি অহা ভৈৰৱক সাবিত্ৰীয়ে চিনি পাইছিল। ভৈৰৱেহে সাবিত্ৰীক চিনি পোৱা নাছিল। চকুৰ আঁতৰ হ'লে নিজৰ মানুহৰ মাজৰ সম্বন্ধও নোহোৱা হৈ যায। কিন্তু যেতিয়া সেই সম্বন্ধ আকৌ গঢ়ি উঠে তেতিয়া মৰম চেনেহ গভীৰ হয়। গল্পটোৰ পৰিসমাপ্তি বৰ মৰ্মস্পৰ্শী।

'উদ্দীপনা' গল্পটো মানবপ্ৰীতিৰ এক উৎকৃষ্ট উদাহৰণ। অভাৱগ্ৰস্ত বৃদ্ধ নায়কে সংসাৰৰ চাকনৈয়াত পৰি যেতিয়া অৰ্থনৈতিকভাৱে দুৰ্বল হৈ পৰিল, তেতিয়া তেওঁৰ মনৰ অৱস্থা কেনে হয় তাৰে চিত্ৰ সজীৱ কৰি তোলা হৈছে। নায়কে সৰু ভাৰা ঘৰ বিচাৰি গৈ গণিকাৰ গলিত ওলাল আৰু তাতে কোঠা এটা পালে। তাতে লগ পালে বাউলী নামৰ এজনী সৰু ছোৱালীক। বাউলীৰ মাকে বাউলীক লগত লৈ

ডিঙিত হাৰমনিয়াম আৰি বাটে বাটে বাউল সুৰৰ বৰগীত গাই গাই জীৱিকা নিৰ্ব্বাহ কৰিছিল। কিন্তু দুৰাৰোগ্য ব্যাধিয়ে বাউলীৰ মাকৰ কলিজা খাই পেলালে। বাউলীয়ে নায়কৰ লগত থাকি জীৱন নিৰ্ব্বাহ কৰিলে। গল্পটোত গনিকা মহল্লাৰ দুৰ্গন্ধ আছে। অভাৱগ্ৰস্ত নাযকৰ অৱস্থাৰ উন্নতি কেনেকৈ হ'ল সেই কথা অস্পষ্ট যদিও বাউলীৰ বাবেই যে নাযক ধনী হ'ল তাৰ ইংগিত আছে। গল্পটোৰ মাজে মাজে অসমীয়া জাতিৰ প্ৰতি প্ৰচণ্ড বিদ্ৰূপ আছে।

'দ্বিতীয় পক্ষ' নামৰ গল্পটোত এগৰাকী সতীয়া মাকৰ মনৰ ক্ষোভ আৰু পোৰনিৰ ছবি আছে। প্ৰথমা পত্নীৰ বিয়োগৰ পিছত দেউতাকে দ্বিতীয় বিবাহ কৰালে। মানুহজনৰ লৰা ছোৱলী কেবাটাও। লৰাছোৱালী কেইটাই দ্বিতীয় পক্ষৰ মাকক সহজভাবে আকোৱালি ল'ব নোৱাৰিলে। হলীৰাম ডেকাৰ গল্পৰ সতীয়ামাক তেজীমলাৰ দৰে নহয়। এইগৰাকী সতীয়া মাকে ঘৰখন আৰু লৰাছোৱলী কেইটাক আপোন কৰি ল'ব বিচাৰিছিল। মানুহজনক ভাল পাব খোজে। কিন্তু লৰাছোৱালী কেইটাৰ বাবে নোৱাৰে। মানুহজনীয়ে মৰমৰ পৰা বঞ্চিত হৈ দুখ ব্যক্ত কৰে।

মই ঘৰখন সুখৰ কৰিব খোজোঁ, গিৰিহতক ভাল পাব খোজো, সতীয়ামাকৰ বদনাম গুছাব খোজো, তিৰোতাৰ অন্তৰৰ গৌৰৱ অনুভৱ কৰিব খোজো।

কিন্তু তেওঁ জীৱনত একো নাপালে। তেওঁ অনুভৱ কৰে নিজৰ লৰাক ভালপোৱা কিমান সহজ কথা সিইঁতে আপোনা আপোনি মাকৰ কাষ চাপি আহে আৰু সতীয়ালৰাক যিমানে খেদি মৰম কৰিব খোজা ,সিইঁতে তিমানে উছপ খাই দৌৰে। ইও সতীয়া মাকৰ দোষনে?

শেষত মানুহজনীয়ে নিজৰ লৰা ছোৱালী জন্ম দিয়াৰ বাবে হেপাঁহ কৰিলে। কিন্তু গিৰিয়েকৰ ফালৰ পৰা সেই আশা পূৰণ নহ'ল। তেওঁ অধৈৰ্য হ'ল। তেওঁ যেনে তেনে মনৰ আশা পূৰণ কৰিবই। তেওঁ ক্ষোভত কয়- ভগবানৰ মন্দিৰ হ'লেও দুৱাৰত মই জুই লগাই দিম হয় মন্দিৰ খোলক নহয় পুৰি ছাঁই হ'ক আৰু বাটে বাটে মানুহে মোক পাগলী বুলি খেদিলৈ ফুৰক - সিও ভাল। ভগৱানৰ কথা সন্দৰ্ভে পৰা বহুত বেলি শুনিলো, ইবেলি ভগৱানক মোৰ কথা শুনাম। অন্তৰৰ পোৰনিত অবাটে বাট কৰিলো ভগৱানে অভীষ্ট সিদ্ধি কৰিলে।"

নিজৰ গিৰিয়েকৰ ফালৰ পৰা নহ'লেও মানুহজনীয়ে শেষত এজনী ছোৱালী

জন্ম দিলে। তাইৰ নাম লাহৰী। তাইৰ আশা পূৰ্ণ হ'ল। গিৰিয়েকে মনত আঘাত পালে, কিন্তু নিজৰ দোষ বুলি স্বীকাৰ কৰি মানুহজনীক একো কৰিব নোৱাৰিলে। হলীৰাম ডেকাই তাহানিতে কষ্ট কল্পিত যৌন স্বাধীনতাৰ সপক্ষে থিয় হৈছিল- অথচ সতীয়া মাকৰ সেই কাৰ্য সামাজিকভাৱে গ্ৰহণযোগ্য নহয়। কিন্তু এগৰাকী মাতৃৰ মনৰ পোৰনিয়ে এনে দুঃসাহসিক কাৰ্যত ইন্ধন যোগোৱাটো একো অস্বাভাৱিক নহয। সমাজৰ অন্ধ সংস্কাৰক এই কাৰ্যই তাচ্ছিল্য কৰা নাইনে?

হলীৰাম ডেকাৰ গল্প অধ্যয়ন কৰিলে দেখিবলৈ পোৱা যায এগৰাকী মানৱপ্ৰেমিকক। মানুহৰ প্ৰতি তেখেতৰ আছিল অগাধ শ্ৰদ্ধা আৰু সীমাহীন মমতা। জীৱনৰ প্ৰতি আছিল অগাধ মোঁহ। মোহাচ্ছন্ন মানুহৰ জীৱনৰ আশা নিৰাশা কামনা বাসনাক লৈয়ে ৰচনা কৰিছে গল্পসমূহ। গল্পৰ মাজত উজলি উঠা ব্যঙ্গ বিদ্ৰূপ হলীৰাম ডেকাৰ স্বভাৱজাত প্ৰবৃত্তি। সহজ সৰল জীৱন যাপন কৰা হলীৰাম ডেকা আছিল তথাকথিত ডাঙৰীয়া সংস্কৃতিৰ ঘোৰবিৰোধী। গভীৰ জীৱনবোধ, সমাজ সচেতনতা মানৱপ্ৰেম আৰু মানৱতাবোধ তেখেতৰ গল্পৰ মূল আধাৰ।



# মানৱাত্মাৰ মুক্তিৰ গীত গোৱা কবি
# মিল্টনৰ কাব্য আলোচনা

ইংৰাজী সাহিত্যৰ পিউৰিটান যুগৰ মেটাফিজিকেল কবিসকলৰ ভিতৰত চমুৱেল ডেনিয়েল, ড'ন, হাৰবাৰ্ট, ৱালাৰ, ডেনহাম, কাউলে, ডঘান, ডাভেনেণ্ট, মাৰ্ভেল, ক্ৰশ্ব' আদি উল্লেখযোগ্য আৰু তেওঁলোকৰ কবিতাত গীৰ্জ্জা আৰু পোপৰ প্ৰাধান্যত আধ্যাত্মিক দিক দৰ্শনৰ সুৰ স্পন্দিত হৈছে। পৰম্পৰাগত আধ্যাত্মিক অনুশাসনৰ পৰিধি চিঙি যি গৰাকী পিউৰিটান যুগৰ কবিয়ে মানৱাত্মাৰ মুক্তিৰ গান গাই কবিতা ৰচি এক ব্যতিক্ৰমধৰ্মী চিন্তা ধাৰাৰ উন্মেষ ঘটালে সেইগৰাকী কবি হ'ল স্বৰ্গীয় সুখ সন্ধানী কবি জন মিল্টন। ইংৰাজী সাহিত্যত জন মিল্টন এক যুগৰ প্ৰতিভূ এটা নতুন কাব্যধাৰাৰ স্ৰষ্টা। চেক্সপীয়েৰে যেনেকৈ ইংৰাজী সাহিত্যত এটা যুগৰ সৃষ্টি কৰিলে, এটা যুগক প্ৰতিনিধিত্ব কৰিলে ঠিক তেনেকৈ মিল্টনে এটা নতুন যুগৰ সূচনা কৰিলে। ভয়, শংকা , আশা নিৰাশাৰ মাজত ৰূপান্তৰৰ বাবে উদ্বাউল হোৱা তাপিত মানুহক ৰূপান্তৰৰ গতি দিলে মিল্টনৰ কাব্যিক সৃষ্টিয়ে। এটা স্থায়ী ৰূপান্তৰ, এটা প্ৰত্যয়পূৰ্ণ পৰিবৰ্ত্তন। পিউৰিটান সমাজৰ ৰক্ষণশীলতাৰ বিপৰীতে বন্ধনহীন উচ্ছ্বাসেৰে মিল্টনে এক নবজাগৰণৰ সূচনা কৰিলে। মিল্টনৰ বিষয়ে কবি ৱডচৰ্থে লিখিছে—

Thy soul was like a stai and dwelt aport.
Thou hadst a voice whose sound was like the sea-
Pine as the naked heavens, majestic free,
so didst thou travel on life's common way
In cheerful godliness and yet thy heart
The lowliest duties on herself did lay"

[From Words worth's
Sonnet on Milton]

মিল্টনে পুৰণি পৰম্পৰাক নতুন দৃষ্টিভঙ্গীৰে বিশ্লেষণ কৰি গোড়ামিৰ বিপৰীতে

উদাৰতাৰে মানবাত্মাৰ মুক্তিৰ বন্দনা ৰচিছিল। মানুহৰ অন্তৰ্নিহিত শক্তিক চিৰন্তন শক্তিলৈ ৰূপান্তৰ কৰাটোৱেই আছিল মিল্টনৰ কাব্যিক অনুভৱ।

মিল্টনৰ জন্ম হৈছিল ১৬০৮ চনত ইংল্যাণ্ডৰ হৰ্টনৰ এটি পিউৰিটান পৰিয়ালত। মিল্টনৰ মাক-দেউতাক পিউৰিটান সম্প্ৰদায়ৰ হ'লেও পিউৰিটান সকলৰ সংৰক্ষণশীল ধৰ্ম ভীৰুতা আৰু গোড়ামি তেওঁলোকৰ পৰিয়ালত নাছিল। দেউতাক আছিল পণ্ডিত, সংস্কৃতিবান, ধৰ্মানুৰাগী আৰু কলা-সাহিত্যৰ পূজাৰী। মাক আছিল সংস্কাৰমুক্ত ধৰ্মপৰায়না ৰমনী যাৰ অন্তৰ নব্য সংস্কৃতি আৰু পিউৰিটান নৈতিকতাবোধেৰে সমুজ্জ্বল আছিল। সৰুৰে পৰা মিল্টন আনুষ্ঠানিক শিক্ষাৰ প্ৰতি উদাসীন আছিল যদিও সংগীত চৰ্চা আৰু বৌদ্ধিক জ্ঞান আহৰণৰ বাবে গভীৰ আগ্ৰহী আছিল। গ্ৰীক আৰু লেটিন ভাষাৰ গল্প, কবিতা আৰু অন্যান্য নীতি কথা পটি মিল্‌টনে জ্ঞান আহৰণ কৰিছিল। সৰুৰে পৰা মিল্টনৰ চৰিত্ৰত দুটা গুণ পৰিলক্ষিত হৈছিল- তাৰে এটা আছিল সঙ্গীত কলা আৰু সাহিত্যৰ প্ৰতি প্ৰবল অনুৰাগ, মানবীয় প্ৰজ্ঞাৰ সাধনা আৰু আনটো আছিল একনিষ্ঠ কৰ্ত্তব্য নিষ্ঠা। মিল্টনৰ প্ৰাথমিক শিক্ষা আৰম্ভহৈছিল লণ্ডনৰ চেণ্ট পল বিদ্যালয়ত আৰু তাৰ পিছত তেওঁ কেম্ব্ৰীজৰ খৃষ্টান কলেজত ভৰ্ত্তি হৈছিল উচ্চশিক্ষাৰ বাবে। কেম্ব্ৰীজত পটি থাকোতে তেওঁ নিজৰ পাঠ্যপুথিতকৈ লেটিন কবিতা, সঙ্গীত আৰু পৰম্পৰা সংস্কৃতি অধ্যয়নত অধিক গুৰুত্ব আৰোপ কৰিছিল। স্পেনচাৰৰ সাহিত্য, চেক্সস্পীয়েৰৰ নাটক আৰু ফ্লেচাৰৰ কবিতাই তেওঁক আকৃষ্ট কৰিছিল আৰু এলিজাবেথান যুগৰ বিখ্যাত সাহিত্যৰাজিৰ ওপৰত গভীৰ অধ্যয়ন কৰি সাহিত্য চৰ্চ্চাত মনোনিবেশ কৰিছিল। আনহাতে দেউতাক মাকহতে মিল্টনক গীৰ্জ্জাৰ নিয়ম নীতিৰ মাজেৰে এগৰাকী ধৰ্মপৰায়ণ গোড়া পিউৰিটান হোৱাটোকে কামনা কৰিছিল যদিও মিল্টনে ধৰ্মীয় ৰক্ষণশীলতাৰ মাজত আত্মোৎসৰ্গৰ প্ৰতিজ্ঞা ন'লৈ পৰম্পৰাগত ধৰ্মীয় অনুশাসনৰ বান্ধোনৰ পৰা মুক্ত হৈ উদাৰবাদী পিউৰিটানহে হৈছিল। মিল্টনৰ এই চাৰিত্ৰিক বৈশিষ্ট্য তেওঁৰ কবিতা গদ্য সমূহত অধিক ভাস্বৰ হৈ উঠিছে। ধৰ্মৰ বাহ্যিকতা পৰিহাৰ কৰি গভীৰ আত্মিক অনুভূতিৰে মহান সৃষ্টিত ব্ৰতী হোৱা পিউৰিটান কবিজনৰ কবিতাত মানৱ প্ৰেমৰ বন্দনা অধিক প্ৰোজ্জ্বল হৈ উঠিছে। স্পেনচাৰ আছিল তেওঁৰ গুৰু, চেক্সস্পীয়েৰ আছিল তেওঁৰ প্ৰেৰণাৰ জীৱন্ত প্ৰতীক আৰু ফ্লেচাৰৰ "Christs Victory and Trimph" আছিল তেওঁৰ পদপ্ৰদৰ্শক। ধৰ্মৰ প্ৰতি আছিল তেওঁৰ

গভীৰ অনুৰাগ, কিন্তু ধৰ্মীয় অনুশাসন আৰু গোড়ামিৰ পৰা তেওঁ আছিল সম্পূৰ্ণ মুক্ত।

১৬৩২ চনত তেওঁ আনুষ্ঠানিক শৈক্ষিক জীৱনৰ অৱসান ঘটাই দেউতাকৰ গৃহ চহৰ হৰ্টনত থাকি নিৰৱে নিৰলে গ্ৰীক, লেটিন, হিব্ৰু, স্পেনিচ, ফৰাচী, ইটালী আৰু ইংৰাজী সাহিত্য অধ্যযনত ব্ৰতী হয়। সেইসময়তে তেওঁ গণিত, বিজ্ঞান, নীতিশিক্ষা, সংগীত আদি বিষযতো গভীৰ অধ্যয়ণ কৰে। এফালে সঙ্গীত কলাৰ সাধনা আৰু সাহিত্যৰ সুষ্ম চিন্তা আৰু আনফালে গণিত বিজ্ঞানৰ জটিল অনুসিদ্ধান্তৰ মাজত প্ৰজ্ঞাৰ সাধনা। এই দুই ধৰণৰ জটিল অনুসন্ধিৎসাৰ সংযোজনত তেওঁৰ বৌদ্ধিক বিকাশ ঘটিছিল। এক চমকপ্ৰদ বিকাশ কবিতাৰ হৃদয স্পৰ্শী শোকানুভূতি, সাংঙ্গীতিক লয়লাস আৰু যুক্তিৰ ঐক্যতান সম্বলিত গদ্যৰ সমতলীয় অনুভূতি, মিল্টনৰ এই অনুভৱৰ মাজতেই ঠন্ ধৰি উঠিছে তেওঁৰ বিখ্যাত চ'নেটসমূহ। হৰ্টনৰ নিৰ্জ্জন পৰিৱেশৰ মাজত তেওঁৰ কাব্যিক অনুভূতিযে পৰিপুষ্টি লাভ কৰি সৃষ্টি কৰিছে " Lycidas "L" Allegro", Il Perserso, Arcadas, Camus" আৰু অনান্য চৈধ্যপদীয় কবিতা। নিৰ্জ্জতাৰ মাজৰ পৰা জনতাৰ মাজলৈ ওলাই অহাৰ পিছতো মিল্টনৰ বৌদ্ধিক চেতনাৰ কোনোধৰণৰ পৰিবৰ্ত্তন হোৱা নাছিল। বৰং জনতাৰ মুক্তিৰ আকাঙ্খা অৱলোকন কৰি মিল্টনে জনতাৰ প্ৰতিনিধি হৈ ইংলেণ্ডৰ সিংহাসনৰ মৰ্যাদা অক্ষুণ্ণ ৰখাৰ বাবে সুস্থ চিন্তাৰে মানৱ মুক্তিৰ পক্ষে থিয দিছিল।

দেশ বিদেশৰ কলা-সংস্কৃতি, সাহিত্য পৰম্পৰাৰ বিস্তৰ জ্ঞান লাভৰ বাবে তেওঁ হৰ্টনৰ পৰা ফ্ৰান্স, চুইজাৰলেণ্ড আৰু ইটালী লৈ গৈ সেই দেশৰ ভাষা-সাহিত্য আৰু সাংস্কৃতিক পৰম্পৰা অধ্যয়ন কৰিছিল। এনেদৰে জ্ঞান আহৰণৰ কামত ঘূৰি ফুৰোতে তেওঁ হলেণ্ডৰ নিৰ্বাসিত পণ্ডিত গ্ৰচিয়াৰৰ লগত বন্ধুত্ব গঢ়ি তুলিছিল, ফ্লোৰেন্সত বন্দী জীৱন যাপন কৰা গেলিলিওৰ লগত অন্তৰঙ্গ আলাপত ব্যস্ত হৈছিল। সাহিত্য আৰু প্ৰজ্ঞাৰ সাধনা অব্যাহত ৰাখি দেশে দেশে ঘূৰি ফুৰি গ্ৰীচলৈ যোৱাৰ পথত ইংলেণ্ডৰ সাংসদ আৰু ৰজাৰ মাজত আৰম্ভ হোৱা গৃহ বিবাদৰ বতৰা শুনি তেওঁ চিন্তান্বিত হৈপৰে আৰু তেওঁ সৰ্বসাধাৰণ প্ৰজাৰ মুক্তিৰ বাবে সাহিত্য সাধনাৰ ৰঙীন পৃথিবী এৰি বাস্তৱৰ কঠোৰ পৃথিবীলৈ অৱৰোহন কৰিলে। মানুহৰ স্বাধীনতাৰ আকাঙ্খাতকৈ নিজৰ স্বপ্ন কেতিয়াও ডাঙৰ হ'ব নোৱাৰে আৰু সেয়েহে তেওঁ নান্দনিক

স্বপ্নৰ মোহ চিঙি ইংলেণ্ডলৈ প্ৰত্যাৱৰ্ত্তন কৰিলে। প্ৰত্যাৱৰ্ত্তনৰ সম্পৰ্কত তেওঁ নিজেই কৈছে— " For I thought it base be travelling at my ease for intellectual culture while my fellow country men at home were fighting for liberty"

স্বদেশৰ মানুহৰ মুক্তিৰ বাবে তেওঁ পদ্যৰ সাধনা জলাঞ্জলি দি গদ্যৰ সাধনাত ব্ৰতী হ'ল আৰু তেওঁ জ্ঞানগৰ্ভ নৈতিক উপদেশেৰে স্বদেশৰ মানুহৰ মাজত মুক্তিৰ বীজমন্ত্ৰ সিচি দিলে। ইংলেণ্ডৰ প্ৰজাই ৰজাক বিচাৰৰ কাঠ গড়াত তুলিলে আৰু তেতিয়াই ৰজাহীন ইংল্যাণ্ডত গভীৰ সংকটে দেখা দিলে। ইংল্যাণ্ডৰ এই দুৰ্দ্দিনৰ সময়ত মিল্টনৰ আশাৰ বাণীয়ে প্ৰজাক আশ্বস্ত কৰিলে। সেইসময়তে তেওঁ লিখা "Tenure of kings and Magistrates" নামৰ নিবন্ধই ইংল্যাণ্ডবাসীৰ মনত আশাৰ সঞ্চাৰ কৰিছিল। মিল্টনে মানুহৰ স্বাধীনতাৰ স্পৃহা আৰু মুক্তিৰ আকাঙ্খাক ঐশ্বৰিক অধিকাৰ বুলি অভিহিত কৰি প্ৰজাৰ মুক্তি আন্দোলনৰ সপক্ষে যুক্তি দাঙি ধৰিছিল। মিল্টনৰ যুক্তিয়ে ইংল্যাণ্ডত নতুন প্ৰজ্ঞাৰ জন্ম দিছিল। সেইকাৰণেই মিল্টন হৈ পৰিছিল পথ প্ৰদৰ্শক, স্বদেশ আৰু স্বজাতিৰ মুক্তিদুত। সেইসময়ত ইংল্যাণ্ডত দুগৰাকী গননেতা আছিল এগৰাকী হ'ল কথা আৰু কামৰ মানুহ ক্ৰমৱেল আৰু আনগৰাকী হ'ল চিন্তানায়ক মিল্টন। ৰজাৰ স্বেচ্ছাচাৰী আৰু দমনমূলক নীতিৰ বিৰুদ্ধে সাহসেৰে যুক্তি প্ৰদৰ্শন কৰি জনতাৰ অন্তৰত মুক্তিৰ মন্ত্ৰ জগাই তোলা এই দুইগৰাকী মানৱতাবাদী নেতাৰ সবল নেতৃত্বত ইংল্যাণ্ডত নৱ জাগৰণৰ সূচনা হ'ল।

মিল্টনৰ জীৱনৰ দুটা উল্লেখনীয ঘটনা হ'ল তেওঁৰ বিবাহ আৰু অন্ধতা। বিবাহিত জীৱনত মিল্টনে সুখী হ'ব নোৱাৰিলে। ১৬৪৩ চনত তেওঁ ৰাজপৰিয়ালৰ এগৰাকী চঞ্চলা গাভৰু পোৱেলক বিযা কৰায আৰু বিযাৰ পিছৰে পৰা আৰম্ভ হয তেওঁৰ জীৱনৰ দুখৰ দিন। ৰাজ পৰিযালৰ অভিজাত্যৰ গৌৰৱ আৰু অহংকাৰেৰে ডাঙৰ দীঘল হোৱা পোৱেলে পিউৰিটান পৰিযালৰ নিঃকিন জীৱন ধাৰণ প্ৰণালীৰ সৈতে নিজকে খাপখুৱাই লব নোৱাৰিলে। ইফালে ইংল্যাণ্ডৰ ৰাজতন্ত্ৰৰ বিৰুদ্ধে প্ৰজাতন্ত্ৰক উৎসাহিত কৰা মিল্টনৰ চিন্তাধাৰাৰ সৈতে নিজকে একাত্ম কৰি তুলিব নোৱাৰা বাবে পোৱোলে ঘৰ এৰি গুছি গ'ল। পত্নীৰ উচাত্মিকাবোধৰ বিৰুদ্ধে মিল্টনে "Doctrine and Discipline of Divorce" আৰু Tretrachardon নামে দুটা প্ৰবন্ধ লিখি

ঘৈণীয়েকৰ প্ৰকৃতি উন্মোচন কৰি দিলে। সমাজৰ দৃষ্টিত হেয় প্ৰতিপন্ন হোৱাৰ ভয়ত ঘৈণীযেকে অশ্ৰুসিক্ত নয়নেৰে আহি তেওঁৰ সমুখত থিয় হৈ তেওঁৰ কৃত-কৰ্মৰ বাবে ক্ষমা ভিক্ষা কৰিলে আৰু তেতিয়া মিল্টনৰ সকলো যুক্তি, সকলো সমালোচনা এগৰাকী ক্ষমা প্ৰাৰ্থী নাৰীৰ চকুলোৱে উটুৱাই লৈ গ'ল। মিলটন আৰু ঘৈণীয়েকৰ বাস্তৱজীৱনৰ এই দৃশ্যাংশই পাঠকক মনত পেলাই দিযে তেওঁৰ অমূল্য সৃষ্টি "Paradise Lost" ত বৰ্ণনা কৰা আদাম আৰু ইভৰ করুণা বিগনিত দৃশ্যাংশলৈ। ইভেও আদামৰ ওচৰলৈ কান্দি কান্দি আহিছিল শান্তি আৰু ক্ষমা বিচাৰি। এই দৃশ্য ঐশ্বৰিক হ'লেও যেন মিল্টনৰ নিজৰ সাংসাৰিক জীৱনৰ বাস্তৱ প্ৰতিফলন। মিল্টনৰ প্ৰথমা পত্নীৰ মৃত্যু হৈছিল ১৬৫৩ চনত আৰু তাৰ কেইবছৰমান পিছত তেওঁ আন এগৰাকীক বিযা কৰায। পোন্ধৰমাহ পিছত দ্বিতীযা পত্নীৰো মৃত্যু হয। পত্নী বিয়োগৰ বেদনাৰে ভগ্নপ্ৰায অন্তৰৰ অনুভূতিৰে মিল্টনে এটি কবিতাত কৈছে " Me thought I saw espoused saint" ১৬৬৩ চনত তেওঁ তৃতীয এগৰাকী বিয়া কৰায় যি গৰাকীৰ অনুগ্ৰহ আৰু পৰিচৰ্য্যাত তেওঁ অন্ধজীৱন যাপন কৰিবলৈ সক্ষম হৈছিল।

লৰালিৰে পৰা মিল্টনৰ চকুৰ দৃষ্টি লাহে লাহে ম্লান হৈ আহিছিল। চকুৰ দৃষ্টি শক্তি কমি অহাৰ উমান পায়ো মিল্টনে ইংল্যাণ্ডৰ ৰাজতন্ত্ৰৰ স্বেচ্ছাচাৰী শাসন ব্যৱস্থাৰ বিৰুদ্ধে কলম ধৰিবলৈ বাধ্য হৈছিল। ইংল্যাণ্ডৰ ৰজাই বন্দী জীৱন যাপন কৰাৰ সমযত ৰজাৰ গুনানুকীৰ্ত্তন কৰি লিখা কিতাপ এখনৰ বিষযবস্তুৰ বিৰুদ্ধে তেওঁ ক্ষীণ দৃষ্টিৰেই দৃঢ়তাৰে যুক্তি প্ৰদৰ্শন কৰি প্ৰজাতন্ত্ৰৰ গুণানুকীৰ্ত্তন কৰি " Defensio Pro Populo Aglicare "নামৰ এখন গদ্যৰ কিতাপ ৰচনা কৰিছিল- যিখন কিতাপৰ বিযযবস্তুৱে ইংল্যাণ্ডৰ জনসাধাৰণৰ চকু মুকলি কৰি দিছিল। স্বদেশ আৰু স্বজাতিৰ স্বাৰ্থৰ বাবে তেওঁ প্ৰথমতে তেওঁৰ কবি প্ৰাণটোক বলি দিছিল আৰু তাৰ পিছত তেওঁ উছৰ্গা কৰিছিল তেওঁৰ দুচকুৰ দৃষ্টিশক্তি। এই কিতাপখন লিখোতেই তেওঁৰ দৃষ্টিশক্তি সম্পূৰ্ণভাৱে লোপ পায় আৰু এইখনেই আছিল চকুৰে দেখা পোৱা তেওঁৰ অন্তিম গদ্য ৰচনা। ১৬৫২ চনৰ পৰা তেওঁৰ মৃত্যুৰ শেষ মুহুৰ্ত্তলৈকে যিবোৰ সৃষ্টি কৰি গৈছিল সেইবোৰ তেওঁ সম্পূৰ্ণভাৱে অন্ধত্বৰ মাজতহে সৃষ্টি কৰিছিল।

মিল্টনৰ জীৱনৰ অন্তিম কালচোৱা আছিল অত্যন্ত দুখজনক। নিৰ্জ্জনতা আৰু অন্ধকাৰৰ পৃথিবীত তেওঁ অসীম ধৈৰ্য্যৰে জীৱন অতিবাহিত কৰিছিল। ইংল্যাণ্ডৰ

ৰাজসিংহাসনত দ্বিতীয় চাৰ্লচ পুনৰাবিষ্ট হোৱাৰ পিছত মিল্টনৰ অস্তিত্ব বিপন্ন হৈ পৰিছিল। ৰাজৰোষত পৰাৰ ভয়ত তেওঁ আত্মগোপন কৰি জীযাই থাকিবলগীয়া হৈছিল আৰু তেতিযাই তেওঁ কঢাল দাৰিদ্ৰৰ মাজত জীয়াই আছিল। তেওঁৰ কিতাপবোৰ ইংল্যাণ্ডৰ ৰাজপথত পুৰি পেলোৱা হৈছিল। জীয়েকসকলৰ আশ্ৰয়ত জীযাই থকা মিল্টনৰ বিৰুদ্ধে অৱশেষত জীয়েকসকলেও বিদ্ৰোহ কৰিছিল। মিল্টনৰ জীৱনৰ এই পুঁতৌজনক অৱস্থাৰ প্ৰতিফলন ঘটিছে তেওঁৰ কবিতা "Samson Agonistes" নামৰ কবিতাত -য'ত শুনিবলৈ পোৱা যায় ইজৰাইলৰ অন্ধ নাযক চেমচনৰ হিয়াৰ বিননি—

" Now blind, disheartened, shamed, dishonoured quelled'
To what can I be useful, whereim serve
My nation and the work from Heaven imposed ?
But to sit idle on the household hearth,
A burdenous deone to visitants a gaze,
or Pitied object " (Sanssen Agonistes)

মিল্টনে নিজৰ জীৱনৰ আদৰ্শ, নৈতিকতা, আশা নিৰাশা, স্বপ্ন উচ্ছ্বাসক কবিতাৰ মাজত চন্দময় ৰূপ প্ৰদান কৰিছে। ১৬৬৫ চনত তেওঁৰ মহৎ সৃষ্টি 'Paradise Lost' সমাপ্ত কৰিছিল। সম্পূৰ্ণ সাত বছৰ ধৰি অন্ধত্বৰ মাজত থাকি হৃদয়ৰ অন্তৰ্দৃষ্টিৰে নিৰীক্ষণ কৰি অন্তৰৰ অনুভৱক কাব্যিক ৰূপ দিছিল। 'Paradise Lost' যেন তেওঁৰ জীৱনৰ হেৰোৱা স্বৰ্গোদ্যান, পত্নী হেৰুৱালে, নিজৰ অস্তিত্ব হেৰুৱালে, চকুৰ দৃষ্টি হেৰুৱালে আৰু হেৰুৱালে অন্তৰৰ সকলো স্বপ্ন। তথাপিও যেন কবিহৃদয়ে সানি দিব বিচাৰিছে, হতাশগ্ৰস্ত মানুহৰ অন্তৰত স্বৰ্গীয় প্ৰেমৰ প্ৰলেপ।

'পেৰাডাইচ্ লষ্ট' সম্পূৰ্ণ কৰাৰ পিছত কিতাপখন প্ৰকাশ কৰাৰ বাবে প্ৰকাশক বিচাৰি পোৱা নাছিল। অৱশেষত এটা প্ৰকাশন প্ৰতিষ্ঠানে কিতাপখন প্ৰকাশ কৰাৰ পিছত ইংল্যাণ্ডৰ সাহিত্য সমালোচক সকলে তীব্ৰ সমালোচনা কৰি মিল্টনৰ সাহিত্য সৃষ্টিক মূল্যহীন কৰি তুলিছিল। সমালোচকৰ দ্বাৰা বিষমভাৱে সমালোচিত হোৱাৰ পিছতো পেৰাডাইচ্ লষ্টৰ কবিতাৰ নান্দনিক বৈশিষ্ট্যই ইংল্যাণ্ডৰ কাব্য প্ৰেমীৰ মাজত অভূতপূৰ্ব্ব আলোড়নৰ সৃষ্টি কৰিছিল। ইংল্যাণ্ডৰ বাহিৰতো মিল্টনৰ কাব্য সৃষ্টিয়ে

বিশেষ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। অন্ধতাৰ মাজত শ্ৰুতলিপি দি ৰচনা কৰা পেৰাডাইচ লষ্টে মিল্‌টনৰ কাব্য প্ৰতিভাক অমৰত্ব দান কৰিছে। ১৬৫৮ চনত মিল্টনে ৩০ বছৰ আগতে পৰিকল্পনা কৰা এটা কাহিনীক কাবিক ৰূপ দিয়াৰ বাবে বহিছিল আৰু তেওঁ গভীৰ অনু ভৱেৰে শ্ৰুতলিপি দিছিল। সম্পূৰ্ণ সাত বছৰে এনেদৰে শ্ৰুতলিপি দিয়াৰ পিছত সম্পূৰ্ণ হৈ উঠিছিল মিল্টনৰ অমৰ কাব্য পেৰাডাইচ্ লষ্ট য'ত আছে ঐশ্বৰিক মহাত্ম্যৰে সমুজ্জ্বল এক কাব্য কাহিনী। কাহিনীৰ কেন্দ্ৰীয় চৰিত্ৰ আডাম। 'চাটান' নামৰ এটি পাৰ্শ্ব চৰিত্ৰই কাহিনীক অভিনৱত্ব দান কৰি মুখ্য চৰিত্ৰকো ম্লান কৰি পেলাইছে। কাহিনীৰ আন আন চৰিত্ৰ সমূহ হ'ল 'The Almighty' (সৰ্ব্বশক্তিমান ভগৱান), 'The Son', ৰাফেল, মাইকেল আৰু স্বৰ্গচ্যুত হোৱা দেৱদূত সকল। কাব্যখনৰ কাহিনীটো অলৌকিক, কল্পনা শক্তিৰ এক বলিষ্ঠ প্ৰকাশ, কাব্যিক ছন্দ সুসংগঠিত, সাঙ্গীতিক সুৰবদ্ধ। সৰগ আৰু নৰকৰ মাজৰ বিশাল শূণ্যতাৰ মাজত কাহিনীৰ বৰ্নাঢ্য, প্ৰকাশ নাটকীয় কিন্তু কাব্যময়, এক গভীৰ অন্তস্পৰ্শী অনুভৱৰ অপূৰ্ব সৃষ্টি। পেৰাডাইচ্ লষ্টৰ কাহিনীটো বাৰখণ্ডত বাৰখন কিতাপত বৰ্ণনা কৰা হৈছে। কাব্যখনৰ অন্তৰ্নিহিত বিষয়বস্তু অনুধাৰন কৰিবলৈ হ'লে বাৰখন গ্ৰন্থ অধ্যয়ন কৰিব লাগিব। প্ৰথম গ্ৰন্থখন বিষযবস্তুৰ পাতনিৰে আৰম্ভ কৰিছে- য'ত মানুহৰ অধঃপতন, জ্ঞানৰ জেউতি আৰু স্বৰ্গীয় পথৰ সন্ধান দিয়া হৈছে। চাটান আৰু বিদ্ৰোহী দেৱদূতসকল কেনেদৰে স্বৰ্গৰ পৰা নিৰ্বাসিত হ'ল আৰু তেওঁলোকে ভগৱানৰ সন্তান সকলক কেনেদৰে পাপ কাৰ্যত লিপ্তকৰায় তাৰ বৰ্ণনা আছে। গ্ৰন্থ খনৰ শেষত জুইৰ ৰাজ্য আৰু তাত স্বৰ্গচ্যুত হোৱা পাপাত্মাবিলাকে কিমান দুখ যাতনা সহি জীয়াই আছে তাক বৰ্ণাইছে। চাটানৰ ৰাজ অট্টালিকা নিৰ্মানৰ কথাও বৰ্ণনা কৰিছে। দ্বিতীয় গ্ৰন্থত পাপাত্মবিলাকৰ সমাৱেশ ঘটিছে। আডাম ইভক লোভৰ বশৱৰ্ত্তী কৰাই পাপ আৰু মৃত্যুৰ নৰক ৰাজ্যলৈ লৈ যোৱাৰ বাবে চাটানে কৰা আচনিৰ কথা বৰ্ণনাইছে। তৃতীয়গ্ৰন্থত কবিয়ে আমাক স্বৰ্গলৈ লৈ গৈছে। ভগবানে মানুহৰ অধঃপতনৰ পূৰ্বাভাস দেখি ৰাফেলক মাতি আনি আডাম আৰু ইভক সাৱধান কৰি দিবলৈ কৈছে। মানুহৰ অবাধ্যতাৰ পাতনিৰ কথা কৈছে আৰু অৱশেষত চাটানে সূৰ্যৰ দেৱদূত উৰিয়েলক কোন পথে পৃথিবীলৈ যাব পাৰি তাৰে কথা সুধিছে আৰু পোহৰৰ দূত হৈ চাটানে পৃথিবীলৈ যাত্ৰা আৰম্ভ কৰিছে। চতুৰ্থ গ্ৰন্থত স্বৰ্গোদ্যানৰ সৌন্দৰ্যৰ বৰ্ণনা কৰিছে,

তাত নিঃষ্পাপ মানুহৰ দৃশ্য বৰ্ণনা কৰিছে। এজন দেৱদূতৰূপী ৰক্ষীয়ে ইডেনত পহৰাদি আছে, চাটানে মানুহক লোভ দেখুৱালে যাওঁতে বন্দী হ'বলগীয়া হৈছে, ইভে সপোন বিভোৰ হৈ আছে। পঞ্চম গ্ৰন্থত ইভৰ সপোনৰ সৈতে আডাম জড়িত হৈ থকা দেখুৱাইছে, তাৰপিছত প্ৰাতঃ প্ৰাৰ্থনা আৰু প্ৰাত্যহিক ব্যস্ততাৰ ছবি। ৰাফেলে আডাম ইভক দেখা কৰিছে আৰু স্বৰ্গচ্যুত অপশক্তিবিলাকৰ বিদ্ৰোহৰ কথা বৰ্ণনাইছে। পাপ পুণ্যৰ কাহিনী বৰ্ণনাইছে ৬ষ্ঠ গ্ৰন্থত। সপ্তম গ্ৰন্থত আছে সৃষ্টি কাহিনী, পৃথিবীৰ সৃষ্টি কাহিনীৰ বিষয়ে ৰাফেলে আডাম আৰু ইভক কৈছে। অষ্টমগ্ৰন্থত আডামে তেওঁৰ জীৱন কাহিনী ৰাফেলক কৈছে আৰু কেনেকৈ তেওঁ ইভক লগ পালে তাৰো বৰ্ণনা দিছে। নবম গ্ৰন্থত আছে চাটানৰ ফুচুলনিৰ কাহিনী আৰু আছে উৎপত্তি তত্ত্বৰ বৰ্ণনা। দশম গ্ৰন্থত দেখুৱাইছে পাপ আৰু পুণ্যৰ পথ-পৃথিবীলৈ যোৱাৰ পথ। পাপ আচৰণ কৰিলে অমৰাৱতীত কোনেও থাকিব নোৱাৰে, পাপৰ প্ৰায়শ্চিত্ত কৰাৰ বাবেই যাব লাগিব পৃথিবীলৈ। আডাম ইভৰ ওপৰতো ভগৱানৰ দণ্ডাদেশ শুনোৱা হৈছে। চাটানে নিজৰ Pandemonium অৰ্থাৎ প্ৰাসাদলৈ উভতি আহিছে। আডাম ইভে ভগৱানৰ অবাধ্য হোৱা বাবে শাস্তি পাইছে। তাৰ বাবে আডাম আৰু ইভে অনুতাপ কৰিছে, চাটান আৰু তাৰ সংগীসকল সৰ্পলৈ ৰূপান্তৰিত হৈছে। একাদশ গ্ৰন্থত ভগৱানে আডামৰ অনুতাপৰ কথা শুনিছে, কিন্তু তেওঁক স্বৰ্গোদ্যানৰ পৰা নিৰ্বাসিত কৰাৰ দণ্ড শুনাইছে আৰু সেই দণ্ড কাৰ্যকৰী কৰাৰ বাবে মুখ্য দেৱদূত মাইকেলক পঠাইছে। ইভে স্বৰ্গোদ্যান হেৰোৱাৰ বাবে দুখত কাতৰ হৈ পৰিছে। মাইকেলে কপালৰ লিখনৰ বিষয়ে ভৱিষ্যত বাণী কৰিছে। দ্বাদশ গ্ৰন্থত মাইকেলৰ দিব্য দৃষ্টিৰ বৰ্ণনা কৰিছে। আডাম আৰু ইভে তেওঁলোকৰ ভৱিষ্যত বংশধৰৰ সৃষ্টিৰকথা শুনি ৰোমাঞ্চিত হৈ পৰিছে। স্বৰ্গোদ্যানৰ পৰা আডাম ইভ ওলাই অহাৰ পিছত উদ্যানৰ দুৱাৰ বন্ধ হৈ পৰিছে আৰু এনেদৰেই পৰিসমাপ্তি ঘটাইছে পেৰাডাইচ লষ্টৰ নাটকীয় কাহিনী। কাহিনীটো বাইবেলৰ পৰা লোৱা হৈছে যদিও মিল্টনৰ স্বকীয় অনুভূতিয়ে কাহিনীক অভিনবত্ব দান কৰিছে।

'পেৰাডাইচ লষ্ট' কোনো নিৰ্দ্দিষ্ট মানুহ বা বীৰৰ কাব্য নহয়, সমগ্ৰ মানৱজাতিক প্ৰতিফলিত কৰা এখন মহাকাব্য। ইয়াত স্বৰ্গৰ বিনন্দীয়া জেউতি আছে। নৰকৰ ভয়াবহতা আছে, স্বৰ্গোদ্যানৰ অপৰূপ সৌন্দৰ্য আছে, সূৰ্য্য, গ্ৰহ নক্ষত্ৰৰ পোহৰ

আছে,ঘোৰ অন্ধকাৰৰ মাজতো অতি মানবীয় শক্তিৰ কল্পনা আছে। ইয়াত বৰ্ণিত প্ৰতিটো চিত্ৰ উজ্বল, উদাৰ অনুভৱ, প্ৰচণ্ড চিন্তাশক্তি আৰু শোকৰ মূৰ্চ্ছনাই পাঠকৰ হৃদয় জোকাৰি দিয়ে। প্ৰতিটো পৃষ্ঠাতে সুৰৰ স্পন্দন পৰিবৰ্ত্তিত হৈছে। কিন্তু প্ৰতিটো স্তৱকতে এক অদৃশ্য যোগসূত্ৰ আছে—" As an organıst out of a sıgnle theme develops an unendıng varıety of harmony

সাহিত্য সমালোচক লামাৰটিনে 'পেৰাডাইচ লষ্ট'ক পিউৰিটানে বাইবেলৰ ওপৰত "নিদ্ৰিত হৈ দেখা স্বপ্ন" বুলি অভিহিত কৰিছে। মিল্‌টনে মাটি পানী আকাশ প্ৰত্যেককে পৃথক পৃথক কৈ বৰ্ণনা কৰিছে, সৃষ্টি ৰহস্য উদঘাটনৰ প্ৰয়াস কৰিছে। পেৰাডাইচ্ লষ্টত বৰ্ণিত সূৰ্যাস্ত যেন মিল্টনৰ ব্যক্তিগত স্বপ্নৰ সূৰ্য আৰু সেই সূৰ্যাস্তৰ পোহৰতে উদ্ভাসিত হৈ উঠিছে এখন সুন্দৰ পৃথিৱী, এটা সুন্দৰ কবিতা।

মিল্টনৰ বৰ্ণনাত সৌন্দৰ্যৰ সুষমা আছে, আধ্যাত্মিক ভাবাবেগ আছে আৰু আছে ভযাৰ্ত্ত বিভীষিকা।

মানুহৰ মনটোৰ বিষয়ে মিল্টনৰ অনুধাৱণ।

চমকপ্ৰদ—"A mınd not to be changed by plaᴄe or tıme
The mınd ıs ıts own place, and ın ıtself
Can make a Heaven of Hell, a Hell of Heaven

ঐশ্বৰিক শক্তিৰ অদ্ভুত অনুভৱ প্ৰতিধবনিত হৈছে 'পেৰাডাইচ লষ্টত'। মানুহৰ স্বাধীন চিন্তা আৰু ইচ্ছাশক্তিৰ তীব্ৰ উচ্ছ্বাস প্ৰতিফলিত হৈছে তেওঁৰ যুগজয়ী সৃষ্টিত—

"Whom thunder hath made greater ? Here at least
We shall be free, the Almıghty hath not built
Here for hıs envy, wıll not drıve us hence
Heıe we may reıgn secure and ın my choıce,
To reıgn ıs worth ambıtıon, though ın Hell
Better to reıgn ın Hell than serve ın Heaven "

"সৰগৰ চাকৰ হৈ থকাতকৈ নৰকত ৰজা হোৱা অধিক শ্ৰেয়"— মিল্টনৰ এই স্বাধীন চিন্তাৰ অনুভৱ - মানৱাত্মাৰ মুক্তিৰ অনুভৱ, পৰাধীনতাৰ শৃঙ্খল চিঙি স্বাধীনতাৰ

বায়ু সেৱন কৰাৰ অনুভৱ। এনে অদ্ভুত স্বাধীন চিন্তাৰ মানবীয় অনুভৱৰ বাবেই মিল্টনৰ 'পেৰাডাইচ লষ্ট' মহাকাব্য।

মিল্টনৰ আগজীৱনৰ কাব্যসৃষ্টি সম্ভাৰতকৈ অন্ধ অৱস্থাত সৃষ্টি কৰা Paradise Lost, Paradise Regained আৰু Samson Agonistes নামৰ কাব্য কেইখন অধিক ভাব গধুৰ আৰু হৃদয়স্পৰ্শী। ইয়াৰ ভিতৰত পেৰাডাইচ লষ্ট নিঃসন্দেহে মিল্টনৰ অনুপম সৃষ্টি। পেৰাডাইজ লষ্ট শেষ কৰাৰ পিছত তেওঁৰ এগৰাকী বন্ধু থমাচ এলউডে এদিন তেওঁক সুধিলে- " But What hast thou to say of Paradise found!"

বন্ধুৰ এই প্ৰশ্নৰ উত্তৰ হিচাপেই Paradise regained নামৰ কাব্যখন ৰচনা কৰিলে। এই গ্ৰন্থত কেনেদৰে আডামে স্বৰ্গোদ্যান চ্যুত হোৱাৰ পিছত পুনৰাই যীশুখৃষ্টৰ সান্নিধ্য লাভ কৰিববলৈ সক্ষম হ'ল তাক বৰ্ণনা কৰিছে। তথাপি পেৰাডাইচ লষ্টৰ তুলনাত পেৰাডাইচ ৰিগেইনড্‌ত মিল্টনৰ কল্পনাৰ হেঙুল হাইতালৰ বোল অধিক ম্লান হোৱা দেখা যায়।

মিল্টনৰ আন এখন উল্লেখযোগ্য কাব্যগ্ৰন্থ হ'ল " Samson Agonistes" যাক মিল্টনৰ আত্মচৰিত বুলি অভিহিত্ত কৰা হৈছে। চেমচন হৈছে ইজৰাইলৰ শক্তিশালী বীৰপুৰুষ, যি আছিল অন্ধ আৰু অৱহেলিত। যিয়ে ফিলিষ্টাইন সকলৰ দাস হিচাপে কাম কৰিছিল। গ্ৰীক ট্ৰেজেডীৰ নায়কৰ দৰে চেমচনৰ চৰিত্ৰটো অংকন কৰা হৈছে। চেমচনে নিজৰ স্বজাতিৰ শত্ৰুৰ বিৰুদ্ধে সাহসেৰে সংগ্ৰাম কৰিছিল, ফিলিষ্টাইনৰ বংশজাত ছোৱালীক বিয়া কৰাই সংসাৰ পাতিছিল। কিন্তু তেওঁৰ সেই কাৰ্যৰ বাবে তেওঁ মূল্য দিবলগীয়া হৈছে, শেষত গৈ তেওঁ অন্ধ হৈছিল- নিজৰ মানুহৰ দ্বাৰা অৱহেলিত হৈছিল। চেমচনৰ জীৱনৰ যন্ত্ৰনাদায়ক দিনবোৰৰ ছবি আছিল অত্যন্ত হৃদয় বিদাৰক-বৰ ট্ৰেজিক, মিল্টনৰ নিজৰ জীৱনৰ ঘাত প্ৰতিঘাতৰ প্ৰতিফলন। তাত কল্পনা আছে, কিন্তু বাস্তৱ বৰ জীৱন্ত, দুখবোধৰ অনুভূতি বৰ সজীৱ। মিল্টনৰ জীৱনৰ কাৰুণ্যৰ সুৰ একাকাৰ হৈছে চেমচনৰ মাজত, প্ৰতিভাত হৈছে এক অক্ষয় জীৱন জ্যোতি। মিল্টনৰ সেই সৃষ্টি অনবদ্য, সেইসুৰ অত্যন্ত মৰ্মস্পৰ্শী-

Nothing is here to tears, nothing to wail
Or Knock the breast, No weakness, no contempt

Dispeaise or blame - nothing but well and fair
And What may quiet us in a death so noble

মিল্টনৰ জীৱনৰ আগডোখৰৰ পদ্যসমূহ সাঙ্গীতিক স্বৰবিশিষ্ট। এলিজাবেথান যুগৰ ছন্দবদ্ধ পদ্যৰ আৰ্হিত তেওঁৰ প্ৰথম কবিতা " On the morning of Christs nativity" ৰচনা কৰিছিল। ১৬৩১ চনৰ পৰা১৬৩৭ চনলৈ তেওঁ প্ৰায় দুহেজাৰ শাৰী কবিতা লিখিছিল। 'L' Allegro" আৰু "Il Penseroso" দুটা উল্লেখযোগ্য কবিতা। 'L' Allegro অৰ্থাৎ সুখীমানুহ য'ত শব্দৰ সুষমা আছে, প্ৰকৃতিৰ সৌন্দৰ্য বিদ্যমান, ফুলৰ সুঘ্ৰাণ আছে, চৰাইৰ কলধ্বনি আছে, সূৰ্যোদয়ৰ উজ্জ্বল পোহৰ আছে। Il Penseroso ত সূৰ্য্যস্তৰ ম্লান পোহৰ, চন্দ্ৰোদয়ৰ শীতলজোঁউতি আছে, স্নিগ্ধ বতাহ, সুবাস আৰু সৌন্দৰ্য্যৰ প্ৰকাশ, নাই তাত সূৰ্যোদয়ৰ প্ৰফুল্লতা, কিন্তু স্মৃতি আছে। এটাত আবেগিক উচ্ছ্বাস আৰু আনন্দৰ অনুভৱ আছে আৰু আনটোত আছে বেদনাৰ নিৰ্যাস দুয়োটা কবিতাই সুন্দৰ আৰু আবেগপূৰ্ণ।

এলিজাবেথান যুগত ইংল্যাণ্ডতো মুখা পিন্ধা ৰূপকাত্মক নাটক ( Masque) অনুষ্ঠিত হৈছিল। সেই নাটকৰ আৰ্হিতে মিল্টনেও 'Masque of Camus' নাম দি কবিতা ৰচিছিল। ইংল্যাণ্ডত অনুষ্ঠিত হোৱা উৎসৱ পাৰ্বনত এনেধৰণৰ নাটক অনুষ্ঠিত হৈছিল। পদ্যছন্দত ৰচিত এই মুখা পিন্ধা ৰূপকাত্মক নাটকত এটা কাহিনী থাকে। মিল্টনে ১৬৩৪ চনত 'Ludlow Castle অনুষ্ঠিত কৰাৰ বাবে এনেধৰণৰ ৰূপকাত্মক কাব্য নাটক ৰচিছিল।

মিল্টনৰ আন এক উল্লেখযোগ্য কবিতা 'Lycidas'। এই কবিতাটোত মিল্টনে এটা ধৰ্মীয় ইস্তাহাৰ সম্বলিত ইলিজী বৰ্ণনা কৰিছে। এই কবিতাত মিল্টনে পুৰণি পৰম্পৰা ভাঙি নতুনত্ব দাঙি ধৰিছে। ধৰ্মীয় পৰম্পৰাৰ বিৰুদ্ধে নিজৰ উদাৰ দৃষ্টিভঙ্গী দাঙি ধৰি নৈতিক আদৰ্শ প্ৰচাৰ কৰিছে। মিল্টনে ইটালী ভাষাত ৰচিত চনেটৰ আৰ্হিত ইংৰাজী ভাষাতো কেবাটাও চনেট ৰচনা কৰিছে। তাৰ ভিতৰত উল্লেখযোগ্য কৱিতাসমূহ হ'ল, On his deceased wife, To the Nightiangle, On Reaching the Age of Twenty three, The Massacre in Piedmont, On his blidness আদি।

মিল্টনৰ পদ্যৰ উপৰিও গদ্য সমূহেও ইংৰাজী সাহিত্যত যুগান্তৰৰ সূচনা কৰিছে,

ইংল্যাণ্ডৰ দুৰ্দ্দিনৰ সময়ত তেওঁ লেখা বলিষ্ঠ প্ৰবন্ধ সমূহে জনসাধাৰণৰ মনত নতুন আশাৰ সঞ্চাৰ কৰিছিল। মিল্টনৰ সময়ত ইংলাণ্ডত চেন্সৰ ব্যৱস্থাৰ প্ৰবৰ্ত্তন আছিল। কোনো কিতাপ চেন্সৰৰ অনুমোদন অবিহনে প্ৰকাশ কৰিব পৰা নগৈছিল। চেন্সৰ ব্যৱস্থাৰ বিৰুদ্ধে নিজৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰি মিল্টনে লিখিছিল ' Arepagitica' নামৰ এটা প্ৰতিবাদী প্ৰবন্ধ। সেইযুগতে মিল্টনে প্ৰেছৰ স্বাধীনতাৰ হকে মাত মাতিছিল।

অন্ধতাৰ গভীৰ অন্ধকাৰত নিমজ্জিত হৈ মিল্টনে মৌনভাৱে সপোন দেখিছিল সৃষ্টিৰ সপোন, মানবাত্মৰ মুক্তিৰ সপোন। কোনেও নাজানিছিল তেওঁৰ সপোনত কি আছিল কাৰ বাবে দেখিছিল তেওঁ সপোন! এন্ধাৰৰ মাজত দিন অতিবাহিত কৰিও উচ্ছ্বাসেৰে মিল্টনে বন্ধুবৰ্গক কৈছিল—" Still guides the heavenly vision"

স্বৰ্গীয় জ্যোতিযে মিল্টনক পথ দেখুৱাই আছিল- শান্তিৰ পথ- মুক্তিৰ পথ। সেই মুক্তিৰ পথেৰেই আগুৱাই গৈছিল অন্ধ কবি মিল্টন এক শান্তিপূৰ্ণ অসীম যাত্ৰা। ১৬৭৪ চনত শান্তিৰে চিৰ নিদ্ৰিত হৈ পৰিছিল অমৰ কবি মিল্টন। কিন্তু তেওঁৰ অমৰ সৃষ্টি, তেওঁৰ আদৰ্শ, তেওঁৰ নৈতিক দিক্ দৰ্শন এতিযাও চিৰ জ্যোতিষ্মান হৈ আছে ইংৰাজী সাহিত্যত।

তেওঁৰ অমূল্য সৃষ্টিয়ে তেওঁক অমৰত্ব দান কৰিছে, ইংৰাজী সাহিত্যত আজিও মিল্টন এক অমৰ আত্মা- সুদূৰ প্ৰসাৰী দিগন্তত এক সুউচ্চ পৰ্ব্বতৰ দৰে।

**প্ৰসঙ্গ পুথি—**

(১) পেৰাডাইজ লষ্ট (বুক নং ঃ ১-১২)

(২) মিল্টনৰ কবিতা।

(৩) English literature Its History and its significance- William J.Long

(৪) sonnet on Milton - W Wordsworth

●●●

# কাব্য সাধকৰ কবি
# এডমাণ্ড স্পেন্সাৰ

সুন্দৰৰ পূজাৰী কল্পনা প্ৰয়াসী কবি এড্‌মাণ্ড স্পেন্সাৰৰ কবিতাত সুন্দৰৰ আৰাধনা, নৈতিক পবিত্ৰতা, আদৰ্শনিষ্ঠতা আৰু অদ্ভুত কল্প চিত্ৰ প্ৰতিভাত হৈ উঠিছে আৰু ছন্দৰ মাজত্ অনুৰণিত হৈছে সকৰুণ সংগীতৰ মূৰ্চ্ছনা। সেই মূৰ্চ্ছনাত কপি উঠে হিয়া, ব্যথিত হয় অন্তৰ আৰু অনুকম্পাৰে পৰিপূৰ্ণ হয় পাঠকৰ হৃদয়। এই গুণৰ বাবেই স্পেন্সাৰৰ কবিতা হৈছে সৰ্ব্বজন প্ৰিয় আৰু সেয়েহে স্পেন্সাৰ হৈ উঠিছে কাব্য ৰসিকৰ প্ৰিয় কবিসকলৰ কবি মহাকাবি। ইংৰাজী সাহিত্যত এলিজাবেথান যুগ আৰম্ভ হৈছিল১৫৫০ খৃষ্টাব্দৰ পৰা। মহাৰাণী এলিজাবেথৰ বিচক্ষন তৎপৰতাত ধৰ্মীয় অনুশাসনৰ ভিত্তিত বিভক্ত হোৱা ইংল্যাণ্ডত এক নৱযুগৰ সূচনা হৈছিল। ধৰ্মীয় গোডামিয়ে সৰ্ব্বসাধাৰণ জনতাৰ মাজত সন্দেহ সংশয় আৰু বিভেদৰ বীজ ৰোপন কৰিছিল। ৰাণী এলিজাবেথে শাসন ভাৰ লোৱাৰ পিছত ধৰ্মীয় গোড়ামি, সামাজিক বৈষম্য আৰু অনৈক্যৰ বান্ধোন শিথিল হৈ পৰে আৰু ইংল্যাণ্ডত বুদ্ধি জীৱিৰ বিকাশ, সামাজিক সদাচাৰ আৰু সম্প্ৰীতিৰ এক নতুন বাতাবৰণৰ সৃষ্টি হয়- বিশেষকৈ সাহিত্য ক্ষেত্ৰত এক নতুন দিশ উন্মোচিত হয়। এই যুগত ধ্ৰুপদী সাহিত্যৰ বিকাশ আৰু প্ৰচাৰে এক নতুন গতি লাভ কৰিবলৈ সক্ষম হয়। এই যুগৰ ধ্ৰুপদী সাহিত্যৰ গুৰি ধৰোতা হিচাপে এডমাণ্ড স্পেন্সাৰকে চিহ্নিত কৰা হৈছে। এলিজাবেথান যুগৰ আদি কবি হিচাপে স্পেন্সাৰকে চিহ্নিত কৰা হৈছে। এলিজাবেথান যুগৰ আদি কবি হিচাপে স্পেন্সাৰে বিশেষ কৃতিত্ব লাভ কৰিবলৈ সক্ষম হয়। স্পেন্সাৰৰ জীৱন আৰু সাহিত্য সৃষ্টিত তিনিখন বিশেষ স্থানে বিশেষভাৱে প্ৰভাৱ পেলাইছিল আৰু সেইকথা তেওঁ নিজমুখে স্বীকাৰ কৰি গৈছে। কেম্ব্ৰিজত থাকোতে স্পেন্সাৰে পোন প্ৰথমে ক্লাছিক আৰু ইটালীয় কবিসকলৰ ধ্ৰুপদী সাহিত্যৰ সৈতে পৰিচয় হয়। তাৰ পিছতে তেওঁৰ

জীৱনত প্ৰভাৱ বিস্তাৰ কৰে লণ্ডণ চহৰৰ ব্যস্ততাই য'ত থাকি তেওঁ গৌৰৱ অৰ্জন কৰিছিল আৰু তাৰ লগে লগে লাভ কৰিছিল বিচাৰকৰ জীৱনৰ হতাশগ্ৰস্ততা। তেওঁৰ জীৱনত কল্পনা আৰু সৌন্দৰ্যৰ আবীৰ ছটিয়াই দিছে আয়াৰলেণ্ডে -য'ত তেওঁ মহৎ গ্ৰন্থ সৃষ্টি কৰিছিল। আয়াৰলেণ্ডত থাকোতেই তেওঁৰ কল্পনা অধিক বাংময় হৈ উঠে আৰু সেয়েহে আযাৰলেণ্ডত থাকোতে ৰচনা কৰা কবিতাসমূহ অধিক মৰ্মস্পৰ্শী হৈ উঠে। স্পেন্সাৰৰ কবিতাত অন্তৰাত্মাৰ বিননি অনুৰণিত হৈছে। মহাকবি ছ'ছাৰৰ পিছত স্পেন্সাৰৰ পদ্যই ইংল্যাণ্ডত এক নতুন কাব্য শৈলীৰ বিকাশ ঘটাইছে আৰু সেইকাৰণে স্পেন্সাৰক এলিজাবেথান যুগৰ আদি কবি হিচাপে চিহ্নিত কৰা হৈছে। মহাৰাণীৰ পৃষ্ঠপোষকতাত ইংল্যাণ্ডত এক নতুন কাব্যিক চেতনা জাগি উঠে আৰু সেই কাব্যিক চেতনাৰ গুৰি ধৰোতা আছিল এডমাণ্ড স্পেন্সাৰ।

স্পেন্সাৰৰ জন্ম হৈছিল লণ্ডন টাৱাৰৰ কাষৰ ইষ্ট স্মিথফিল্ড নামে ঠাইত এটি দুখীয়া পৰিযালত। তেওঁৰ প্ৰাথমিক শিক্ষা আৰম্ভ হৈছিল লণ্ডনৰ মাৰ্চেন্ট টেইলৰচ্ স্কুলত। স্কুলীয়া শিক্ষা শেষ কৰাৰ পিছত তেওঁ কেম্ব্ৰিজত ভৰ্ত্তি হয়। কেম্ব্ৰিজৰ ছাত্ৰ হিচাপে তেওঁ নিঃকিন জীৱন যাপন কৰিছিল যদিও তাৰ মাজতো বিশ্বৰ গৌৰৱোজ্বল সাহিত্যৰ সৈতে পৰিচিত হয়। ক্লাছিক সাহিত্য অধ্যয়ন কৰি তেওঁ ইংল্যাণ্ডৰ অতীত ঐতিহ্য হৃদয়ঙ্গম কৰে। ইটালীয় কবিসকলৰ কবিতা পঢ়ি কাব্য চৰ্চাত নিমগ্ন হয়। কেম্ব্ৰিজে তেওঁক জ্ঞান দিছিল, কবিতাৰ ভাষা দিছিল আৰু সেইসময়ত তেওঁ অসংখ্য সৰু সৰু কবিতা ৰচনা কৰিছিল। সেই কবিতাবোৰৰ মাজত পৰিস্ফুট হৈ উঠিছিল স্পেন্সাৰৰ অবিস্মৰণীয় কাব্যপ্ৰতিভা। মহাকবি ছ'ছাৰ আছিল তেওঁৰ কাব্য গুৰু। ছ'ছাৰৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ স্পেন্সাৰে ইংৰাজসকলৰ সপোন সঞ্চালনি কৰিছিল তেওঁৰ কবিতাত ইটালীৰ কবি এৰিষ্টোই ইটালী ভাষাত 'অৰলেণ্ডো ফুৰিও ছো' লিখি ইটালীৰ অতীত ঐতিহ্য গৌৰৱ আৰু সপোন বাস্তবায়িত কৰাৰ দৰে স্পেন্সাৰে "ছেফাৰ্ডচ্ কেলেণ্ডাৰত ইংল্যাণ্ডৰ অতীত ঐতিহ্য গৌৰৱ, যশস্যা মহিমামণ্ডিত কৰি থৈছে। কেম্ব্ৰিজৰ শিক্ষা শেষ কৰি ১৫৭৬ চনত স্পেন্সাৰে ইংল্যাণ্ডৰ উত্তৰ দিশে থকা নিৰ্জন অঞ্চলত ৰোজালিণ্ডৰ অন্বেষণত ঘূৰি ফুৰিছিল। ৰোজালিণ্ড আছিল তেওঁৰ প্ৰেমৰ দেৱী যাক তেওঁ কল্পনাৰ হেঙুল হাইতালেৰে বোলাই তুলি ছেফাৰ্ডচ্ কেলেণ্ডাৰত স্থান দিছিল। এনেদৰে নিৰ্জনতাৰ লগত প্ৰেমৰ সন্ধান কৰি

কবিতা লিখাৰ পিছত তেওঁৰ বন্ধু হাৰ্ভেৰ উপদেশমতে লণ্ডনলৈ উভতি আহে আৰু লগত লৈ আহে কবিতাবোৰ । লণ্ডনলৈ আহি তেওঁ ৰাজ অনুগ্ৰহ বিচাৰি ৰাজবিষয়া লেইচেষ্টাৰক লগ ধৰে।

এনেদৰে তেওঁ ৰাজ অনুগ্ৰহ লাভ কৰি লেইচেষ্টাৰ হাউচত থাকিবলৈ লয় আৰু তাতে তেওঁ 'ছেফাৰ্ডচ্ ক্ৰেলেণ্ডাৰ' সম্পূৰ্ণ কৰে। তাত থাকোতে তেওঁ মহাৰাণীৰ প্ৰিয়ভাজন বিষয়াসকলক অন্তৰংগভাৱে লগ পায় আৰু এনেদৰে চিড্ণী নামৰ বিষয়াজনৰ সান্নিধ্য লাভ কৰে। ৰাজদৰবাৰ ভৰি আছিল ঠগ, প্ৰৱঞ্চক, মিথ্যাবাদী, তোষামোদকাৰী বিষয়াৰে। সেয়েহে স্পেন্সাৰে নিজে বৰ অস্বস্তি অনুভৱ কৰিছিল। তেওঁৰ সেই অসন্তুষ্টিৰ ভাব প্ৰকাশ কৰিছে তেওঁৰ কবিতা "মাডাৰ হাবাৰ্ডচ্ টেল"ত। ৰাজবিষযাৰ তলতীয়া হৈ থাকি স্পেন্সাৰে বৰ বিৰক্তি অনুভৱ কৰিছিল। তথাপিও নিজৰ দুৰৱস্থাৰ বাবে ৰাজ অনুগ্ৰহতে জীয়াই থাকি কবিতা লিখি গৈছিল। ১৫৮০ খৃষ্টাব্দত তেওঁ লেইচেষ্টাবৰ প্ৰভাৱত আয়াৰলেণ্ডৰ শাসক লৰ্ড গ্ৰেৰ সচিব হিচাপে নিযুক্ত হৈ আযাৰলেণ্ডলৈ যাবলগীয়া হয়। আয়াৰলেণ্ডত তেওঁৰ জীৱনৰ তৃতীয় অধ্যায় আৰম্ভ হয়৲ লৰ্ড গ্ৰে আছিল ৰাণীৰ অনুগত ৰাজবিষয়া, আয়াৰলেণ্ডৰ শাসক হিচাপে লৰ্ড গ্ৰেই আইৰিচ। বিদ্ৰোহীসকলৰ বিদ্ৰোহ নিষ্ঠুৰভাৱে দমন কৰিছিল আৰু এই কামত তেওঁক পদে পদে সহায় কৰিছিল স্পেন্সাৰে। স্পেন্সাৰে আয়াৰলেণ্ডত মান-সন্মান ,ক্ষমতা সকলো লাভ কৰিছিল যদিও বিদেশৰ মাটিত থকাটো তেওঁৰ বাবে নিৰ্ব্বাসনৰ দ'ৰে হৈছিল। নিৰ্জন দ্বীপত নিৰ্বাসিতৰ জীৱন যাপন কৰাৰ বেদনা ব্যক্ত কৰিছে তেওঁৰ " আনহেপী আইলেণ্ড" নামৰ কবিতাত। আনহেপী আইলেণ্ডত কটোৱা নিঃসঙ্গ জীৱনৰ দিনলিপি ভাস্বৰ হৈ উঠিছে কবিতাবোৰৰ মাজত। আয়াৰলেণ্ডত তেওঁ যোলবছৰ কটাইছিল। যোল বছৰৰ অভিজ্ঞতাৰে তেওঁ ১৫৯৬ চনত আয়াৰলেণ্ডৰ ৰাজনৈতিক আৰু সামাজিক বিদ্ৰোহৰ বিষয়ে গদ্যত ৰচনা কৰে " ভিউ অফ ডি ষ্টেট অব আয়াৰলেণ্ড"। এই গ্ৰন্থখনত তেওঁ আয়াৰলেণ্ডৰ শোষণ পিষ্ট বিদ্ৰোহী সকলক দমন কৰাৰ বিষয়ে বিস্তৃত আচনি দাঙি ধৰিছে। তেওঁৰ মতে আয়াৰলেণ্ডক চাৰিওফালৰ পৰা পদাতিক আৰু অশ্বাৰোহী সৈন্যই ঘেৰি ৰাখিব লাগে।আইৰিচ বিদ্ৰোহী সকলক চমু সময় দিব আত্মসমৰ্পন কৰাৰ বাবে। সেই সময়ত যদি তেওঁলোকে আত্মসমৰ্পন কৰে তেনেহলে তেওঁলোকক বন্যপ্ৰাণীৰদৰে বিচৰণ কৰিব

দিব লাগে। তেতিয়া সিহঁত শীত দুৰ্ভিক্ষ আৰু ৰোগৰ চিকাৰ হ'ব। এনে উপসৰ্গই তৰোৱালতকৈ অধিক শক্তিশালী ৰূপত দেখা দিব। দুটা শীতকাল এনেদৰে অতিক্ৰম কৰিলে বিদ্ৰোহীৰ তপত তেজ চেচাঁ হৈ যাব আৰু দেশলৈও শান্তি ঘুৰি আহিব। ঐক্য আৰু সৌন্দৰ্য্যৰ বানীৰে কবিতা ৰচা কবিৰ এই আঁচনিয়ে আযাৰলেণ্ডৰ বিদ্ৰোহ শাম কটাত প্ৰভূত বৰঙণি আগবঢাইছিল। এই আঁচনি ইংল্যাণ্ডতো সমানে জনপ্ৰিয় হৈ উঠিছিল।

আয়াৰলেণ্ডৰ এখনি সৰু উপবন সদৃশ নিৰ্জন স্থান কিলক'লমেনৰ নিৰিবিলি পৰিৱেশত বহি স্পেন্সাৰে সম্পূৰ্ণ কৰিছিল ফেয়াৰী কুইনৰ তিনিখন গ্ৰন্থ য'ত আছিল নিঃসঙ্গ পৰীৰ দেশৰ ৰাণীৰ ৰূপ বৰ্ণনা। ১৫৮৯ খৃঃত ৰেলী নামৰ কাব্য ৰছিক জনে তেওঁক দেখা কৰিছিল, তেওঁৰ কবিতা শুনিছিল আৰু অনুভৱ কৰিছিল কবিতাৰ অন্তৰ্নিহিত ৰস। ৰেলী ইমানেই অভিভূত হৈছিল যে নিৰ্জনতাৰ কবিজনক ততালিকে লণ্ডনলৈ লৈ আহিছিল। সেই সময়ত স্পেন্সাৰৰ "ফেয়াৰী কুইন"ৰ তিনিওখন গ্ৰন্থ লণ্ডনত প্ৰকাশ হৈ ওলাইছিল, আৰু তিনিওখন গ্ৰন্থ ইমানেই জনপ্ৰিয় হৈ উঠিছিল যে পাঠক সমাজে ইংৰাজী ভাষাৰ আটাইতকৈ শ্ৰেষ্ঠ কাব্যগ্ৰন্থ হিচাপে স্বীকৃতি দিছিল। ৰেলীয়ে স্পেন্সাৰক মহাৰাণী এলিজা বেথৰ সন্মুখত হাজিৰ কৰাই তেওঁৰ কাব্য কৃতিৰ বিষয়ে সবিশেষ জনালে। ৰাণী এলিজাবেথে কবিগৰাকীক পঞ্চাশ পাউণ্ডৰ এটি বছৰেকীয়া পেন্সন দিয়াৰ কথা ঘোষণা কৰিলে। ৰাণীৰ পৰা পেন্সন লাভ কৰিও কবি সন্তুষ্ট নহ'ল । তেওঁ আকৌ আয়াৰলেণ্ডলৈ গুছি গ'ল। আয়াৰলেণ্ডলৈ ঘুৰি আহি স্পেন্সাৰে এগৰাকী ধুনীয়া আইৰিচ গাভৰুৰ প্ৰেমত পৰিল। আইৰিচ গাভৰু গৰাকীৰ নাম হ'ল এলিজাবেথ। প্ৰেমিকাক সন্মান জনাই কবিয়ে ৰচিলে এটি চ'নেট এযোৰেটি। এই চনেটত তেওঁ প্ৰেয়সীৰ ৰূপ-গুণৰ বৰ্ণনা কৰিলে। তেওঁ এলিজ বেথৰ প্ৰেমত ইমানেই নিমগ্ন হৈছিল যে তেওঁৰ প্ৰেয়সীক ফেয়াৰী কুইনত এগৰাকী ধুনীয়া নৰ্তকী হিচাপে উপস্থাপন কৰিলে। সেই নৰ্ত্তকীয়ে নাচি নাচি যেন পৰীৰ দেশত দয়া আৰু কৰুণাৰ ফল্গুধাৰা বোৱাই দিলে। ১৫৯৪ খৃঃ ত তেও এলিজাবেথক বিয়া কৰালে আৰু সেই বিবাহ উৎযাপন কৰিলে এপিতেলা মিওন নামৰ এটি সুন্দৰ বিবাহ বন্দনাৰে। তেওঁৰ কলমেৰে নিগৰি ওলোৱা এই বিবাহ বন্দনা ইংৰাজী ভাষাত এটি উল্লেখযোগ্য কাব্যকৃতি হিচাপে চিৰস্মৰণীয় হৈ ৰ'ল।

১৫৯৫ খৃঃত স্পেন্সাৰ আকৌ এবাৰ ঘুৰি আহিল লণ্ডনলৈ। সেইবাৰ তেওঁৰ বন্ধু চিডনিৰ বিয়োগত এটি হৃদয় পৰশা শোকগীতি ৰচিলে, -যাৰ নাম ৰাখিছিল 'এষ্ট্ৰোফেল'। সেইসময়ত লণ্ডনত তেওঁ ফেয়াৰী কুইনৰ আন তিনিখন গ্ৰন্থ প্ৰকাশ কৰে। লণ্ডনত থাকোতে তেওঁ লেইচেষ্টাৰ হাউচতে আছিল আৰু তাতেই তেওঁ চেক্সপীয়েৰ আৰু এলিজাবেথান যুগৰ অন্য সাহিত্যিক সকলক লগ পাইছিল। তাতেই তেওঁ ইংৰাজী সাহিত্যৰ বিভিন্ন দিশৰ ওপৰত আলোচনা কৰিছিল। লণ্ডনৰ পৰা তেওঁ আকৌ ঘুৰি গৈছিল আয়াৰলেণ্ডলৈ য'ত তেওঁক শ্বেৰিফ অৱ কৰ্ক হিচাপে নিযুক্তি দিয়া হৈছিল। সেইবছৰতে মুনষ্টাৰত টাইৰন বিদ্ৰোহ আৰম্ভ হৈছিল। বিদ্ৰোহী সকলে কিলকোলমেনৰ ডিচমণ্ডৰ পুৰণি ঘৰত আক্ৰমন কৰিছিল। সেই আক্ৰমনত স্পেন্সাৰে ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটিৰ সৈতে কথমপিহে ৰক্ষা পৰিল। বিদ্ৰোহীসকলে সুৰক্ষিত প্ৰাসাদ জ্বলাই দিলে আৰু সেই জুইত ভস্মীভূত হ'ল স্পেন্সাৰৰ ফেযাৰী কুইনৰ অসমাপ্ত কেবাটাও অধ্যায। বিদ্ৰোহীৰ আক্ৰমনত স্পেন্সাৰ ইমানেই ভীতিবিহ্বল হ'ল যে তেওঁৰ মনৰ পৰা আক্ৰমনৰ বিভীষিকা আতৰি নগ'ল। অৱশেষত তেওঁ হতাশগ্ৰস্ত ভগ্ন অন্তৰ লৈ ঘুৰি আহিল ইংলেণ্ডলৈ আৰু তাৰ পিছৰ বছৰত অৰ্থাৎ ১৫৯৯ খৃঃত ৱেষ্টমিনিষ্টাৰৰ একন পান্থশালাত তেওঁৰ মৃত্যু হ'ল। মৃত্যুৰআগতে চৰম দাৰিদ্ৰ্যৰ মাজত তেওঁ হাবু দাবু খইছিল। অৰ্থৰ অভাৱত তেওঁ অনাহাৰেও থকিবলগীয়া হৈছিল। বেন জনচনে তেওঁৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰি কৈছিল এগৰাকী বিখ্যাত কবিৰ মৃত্যু হৈছিল খাদ্যৰ অভাৱত। তেওঁক সমাধিস্থ কৰা হৈছিল ৱেষ্টমিনিষ্টাৰ এবেত তেওঁৰ গুৰু চ'চাৰৰ কাষত। তেওঁক সমধিস্থ কৰাৰ সময়ত তাত গোট খাইছিল সেইসময়ৰ কবিসকল আৰু তেওঁলোকৰ প্ৰত্যেকেই অশ্ৰুসিক্ত নয়নেৰে প্ৰত্যক্ষ কৰিছিল। তেওঁলোকৰ প্ৰিয় কবিৰ অন্তিম শয়নৰ শোকাকুল দৃশ্য।

**স্পেন্সাৰৰ সাহিত্য কৰ্ম ঃ** এলিজাবেথান যুগৰ আদি কবি স্পেন্সাৰৰ সাহিত্য কৰ্ম বিচাৰ কৰিবলৈ হ'লে প্ৰথমতে নাম ল'ব লাগিব তেওঁৰ বিখ্যাত কাব্য 'ফেয়াৰী কুইন'ৰ। 'ফেয়াৰী কুইন' নিসন্দেহে এখন উৎকৃষ্ট কাব্যগ্ৰন্থ। প্ৰথমতে স্পেন্সাৰে চাব্বিশখন ভিন ভিন সংকলনেৰে 'ফেয়াৰী কুইন' সম্পূৰ্ন কৰাৰ পৰিকল্পনা কৰিছিল। প্ৰতিখন কাব্যগ্ৰন্থতে সৎ আৰু অসৎৰ মাজত সংগ্ৰাম প্ৰতিফলিত কৰাৰ চেষ্টা

কৰিছিল। প্ৰতিটো কবিতাই দ্বিধাগ্ৰস্ততাৰ কাহিনী কৈছিল, জীয়াই থকাৰ সংগ্ৰামৰ বিষয়ে কৈছিল। স্পেন্সাৰে ছয়খন কাব্যগ্ৰন্থ সম্পূৰ্ন কৰিছিল। এখনত পূন্যাত্মাৰ বিষয়ে কৈছে, এখনত আত্মসংযমৰ কাহিনী কৈছে, আন এখনত কৈছে সতীত্বৰ কাহিনী, এখনত বন্ধুত্বৰ কাহিনী, আন এখনত ন্যায়ৰ কাহিনী আৰু শেষৰখনত শিষ্টাচাৰৰ কাহিনী লিপিবদ্ধ কৰিছে। সপ্তমখনত অবিচলতাৰ সুৰভি আছিল যদিও গ্ৰন্থখন কিলকোল মেনৰ জুইত ভস্মীভূত হোৱা বুলি সন্দেহ কৰা হৈছে। 'খেযাৰী কুইনৰ' তিনিখন গ্ৰন্থ নিঃসন্দেহে উৎকৃষ্ট মানৰ আছিল যদিও বাকী কেইখন কাহিনী তুলনামূলকভাৱে নিম্নমানৰ আছিল। তথাপি স্পেন্সাৰৰ অনন্য কাব্য প্ৰতিভা কোনো গুণে লাঘৱ কৰিব পৰা নাছিল। কিন্তু দুৰ্ভাগ্যবশতঃ পৰিকল্পনাকৰামতে চাব্বিশখন গ্ৰন্থ সম্পূৰ্ণ কৰিব নোৱাৰিলে। বাকী ওঠৰখন গ্ৰন্থ সপোন হৈযে ৰ'ল।

স্পেনসাৰৰ আন এখন সৰ্বোৎকৃষ্ট সাহিত্য কৰ্ম হ'ল 'ছেফাৰ্ডচ কেলেণ্ডাৰ - যিখন কাব্য ১৫৭৯ খৃঃত ৰচিত হৈছিল। এইখন আছিল তেওঁৰ প্ৰথম সাহিত্য কৰ্ম। ইয়াত আছে বাৰটা গ্ৰাম্য কবিতা য'ত ভেৰাৰখীযাৰ কথোপকথন আছে। কবিতাৰ বিষয়বস্তু গ্ৰাম্য জীৱন, প্ৰকৃতি, ধাননিৰ প্ৰেম আৰু কবিতাৰ নায়ক-নাযিকা হ'ল ভেৰা চৰাওতা আৰু ভেৰা চৰোৱা মাইকী মানুহ। তেওঁলোকৰ মাজৰ সহজ সৰল প্ৰেম-প্ৰীতিৰ জীৱন্ত ছবি ফুটি উঠিছে ছন্দৰ মাজত। এইবোৰ নিৰ্জনতাৰ কবিতা। কবিতাৰ মাজত প্ৰতিধ্বনিত হৈছে নিৰ্জনতাৰ সুৰ "ডি ব্ৰিয়াৰ এণ্ড ডি ওক" এটি সুন্দৰ ৰূপক। আন আন উল্লেখযোগ্য কবিতাসমূহ হ'ল এষ্ট্ৰোপেল,-চিডনিৰ বিয়োগত ৰচনা কৰা লোক সংগীত এ্ৰামেটিক-এলিজাবেথৰ উদ্দেশ্যে লিখা চনেট বিবাহ গীতি, এপিথেলা আৰু প্ৰেম, সৌন্দৰ্য, স্বৰ্গীয় প্ৰেম আৰু স্বৰ্গীয় সৌন্দৰ্যৰ বিষযে ৰচনা কৰা চাৰিটা যশোগীত। ইযাৰোপৰি স্পেন্সাৰে ৰচনা কৰি গৈছে অজস্ৰ কবিতা -য'ত পৰিস্ফুট হৈ উঠিছে তেওঁৰ সৃষ্টিশীল কাব্য প্ৰতিভা।

স্পেন্সাৰৰ কবিতাত সাধাৰণতে পাচটা বৈশিষ্ট্য পৰিলক্ষিত হয়। তেওঁৰ কবিতা একোটা সুৰীযা সঙ্গীতৰ দৰে। কবিতাত প্ৰস্ফুটিত হৈ উঠিছে সৌন্দৰ্যৰ অসাধাৰণ উপলব্ধি। ছন্দৰ মাজত পৰিদৃষ্ট হয় কল্পনাৰ চিক্ মিকনি। তেওঁৰ কল্পনাত ভাস্কৰ হৈ উঠিছে বীৰ, নাইট, মহিলা, বাওঁনা, দৈত্য দানৱ, ড্ৰেগ'ন পুৰণি পৰম্পৰা, অশ্বাৰোহী বীৰ যোদ্ধাৰ কাহিনী আৰু উজলি উঠিছে নৱ জাগৰণৰ নৱ আদৰ্শ।

এই সকলোৰে বিপুল সমাবেশত কবিতা হৈ উঠিছে প্ৰাকৃতিক দৃশ্যাৱলী অঙ্কিত এখন ধুনীয়া চিত্ৰ। তাৰমাজতো উদ্ভাসি উঠিছে নৈতিক বিশুদ্ধতা, গভীৰতা আৰু সুৰুচিসম্পন্ন আদৰ্শ- যাৰ ফলত সকলো সাধাৰণ বস্তুৱে হৈ উঠিছে মনোমহা। স্পন্দিত হৈছে সুৰীয়া শব্দৰ তৰঙ্গ। স্পেন্সাৰৰ এই মহান আদৰ্শবাদ, সৌন্দৰ্য পিপাসা আৰু সঙ্গীত সুৰীয়া কাৰণ্যাই তেওঁৰ কবিতাত প্ৰাণস্পন্দন সৃষ্টি কৰিচে আৰু সেয়ে তেওঁ আছিল কবিসকলৰ কবি - ইংৰাজী কাব্য সাহিত্যৰ মহান আদি কবি।



# সত্যানুসন্ধানৰ গদ্য-সাহিত্য ঃ
# ফ্রান্সিছ বেকন

প্ৰকৃতিৰ গোপন ৰহস্য উদঘাটন কৰি সত্যানুসন্ধানত ব্ৰতী এলিজাবেথান যুগৰ প্ৰসিদ্ধ গদ্যলেখক ফ্ৰান্সিছ বেকনৰ দাৰ্শনিক চিন্তাধাৰাই বৈজ্ঞানিক সত্যৰ অনুধাৱন কৰিছে। স্বৰ্গ আৰু পৃথিৱীক লৈ ভ্ৰান্ত ধাৰণা পোষণ কৰা সোতৰ শতিকাৰ জনগণৰ মাজত বিজ্ঞানৰ সত্য প্ৰকাশ কৰা বেকনক দাৰ্শনিক চিন্তাৰ নায়ক বুলি অভিহিত কৰিলেও তেওঁৰ দৰ্শনৰ মাজত বিকশিত হৈ উঠিছে বৈজ্ঞানিক সত্যৰ প্ৰচ্ছায়া। পৰম্পৰাগত অন্ধবিশ্বাস আঁতৰাই বৈজ্ঞানিক দৰ্শনৰ জৰিয়তে সত্যানুসন্ধানেই আছিল বেকনৰ সমগ্ৰ ৰচনাৰ মূল উপজীব্য। বেকনৰ জীৱন অধ্যয়ন কৰিলে আমি এফালে দেখা পাওঁ এগৰাকী ধীৰ স্থিৰ প্ৰকৃতিৰ ৰাজনীতিবিদ আৰু আনফালে এগৰাকী সত্যানুসন্ধানী বৈজ্ঞানিক লেখক— যাৰ ৰচনাত সত্যক প্ৰতিষ্ঠা কৰাৰ দুৰন্ত প্ৰয়াস পৰিলক্ষিত হয়। সাধাৰণ জনগণৰ মাজত পোষণ কৰা ভ্ৰান্ত ধাৰণা গুছাই সত্যৰ সন্ধান দিয়াটোৱেই হৈছে ফ্ৰান্সিছ বেকনৰ দাৰ্শনিক ৰচনাৰ মূল উদ্দেশ্য। অৱশ্যে এই উদ্দেশ্য কিমান দূৰ সফল হৈছে তাক অনুভৱ কৰিব পৰা যায় বেকনৰ বিভিন্নধৰ্মী ৰচনাৰাজি বিশ্লেষণ কৰিলে। প্ৰকৃতিৰ গোপন ৰহস্য ভেদ কৰি সত্যক প্ৰতিষ্ঠা কৰাৰ বাবে বেকনে জীৱনজোৰা যি একনিষ্ঠ সাধনা কৰি গ'ল তাৰ ফলস্বৰূপে সৃষ্টি হ'ল 'ন'ভাম অৰ্গেনাম' আৰু 'ইনষ্টেৰেচিও মেগনা' নামৰ দাৰ্শনিক চিন্তাসমৃদ্ধ গদ্য গ্ৰন্থ। বেকনৰ বেছিভাগ ৰচনা লেটিন ভাষাত ৰচিত হোৱা বাবে সেইবোৰৰ বিষয়বস্তু আৰু ৰস উদঘাটন কৰাটো কষ্টসাধ্য প্ৰচেষ্টা। তথাপি বেকনৰ ৰচনাত তিনিটা বৈশিষ্ট্য সুস্পষ্ট হৈ উঠিছে— প্ৰকৃতিৰ মুক্ত অনুসন্ধান, তথ্য বিশ্লেষণৰ পৰিৱৰ্তে বাস্তৱ সত্য উদঘাটন আৰু যুক্তিতৰ্কৰ সলনি অভিজ্ঞতাৰে ফলাফল প্ৰমাণ। এই তিনি বৈশিষ্ট্যৰ বাবে বেকনৰ ৰচনাৰ প্ৰাসঙ্গিকতা আজিও অটুট আছে।

অভিজাত আৰু সম্ভ্ৰান্ত পৰিযালত জন্ম হৈছিল ফ্ৰান্সিছ বেকনৰ ১৫৬১ খৃষ্টাব্দত। তেতিয়া ইংল্যাণ্ডত মহাৰাণী এলিজাবেথৰ শাসন চলিছে। বেকনৰ দেউতাকৰ নাম আছিল চাৰ নিকোলছ বেকন আৰু তেওঁ আছিল চীলৰ লৰ্ডকীপাৰ মহাৰাণী এলিজাবেথৰ ৰাজপ্ৰতিনিধি। বেকনৰ মাক আছিল আন কুক আৰু তেওঁ আছিল মহাৰাণীৰ আটাইতকৈ উচ্চপদস্থ বিষযা লৰ্ড বাৰলেইঘৰ খুলশালীয়েক। সম্ভ্ৰান্ত পৰিযালত জন্ম হোৱা বাবে বেকনৰ ৰুচি অভিৰুচিও সৰুৰে পৰা ৰাজকীয় ঠাচতে গঢলৈ উঠিছিল। শিশু অৱস্থাতে ৰাণী এলিজাবেথে তেওঁক 'লিটল লৰ্ড কীপাৰ' হিচাপে অভিহিত কৰিছিল। এনে এক সন্মানজনক ৰাজকীয উপাধি লাভ কৰা শিশু বেকনৰ চিন্তাধাৰা উচ্চাভিলাযেৰে পৰিপূৰ্ণ হৈ উঠিছিল। বাৰ বছৰ বয়সত বেকন কেম্ব্ৰিজলৈ গৈছিল উচ্চ শিক্ষা লাভৰ বাবে। দুবছৰ কেম্ব্ৰিজত অধ্যয়ন কৰাৰ পিছত তেওঁ আনুষ্ঠানিক শিক্ষা ব্যৱস্থাৰ প্ৰতি ইমানেই বীতশ্ৰদ্ধ হ'ল যে তেওঁ সমগ্ৰ শিক্ষা ব্যৱস্থাটোকেই ভ্ৰম বুলি অভিহিত কৰি কেম্ব্ৰিজৰ পৰা গুচি আহিল। তেওঁৰ মতে এৰিষ্টটলৰ দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত শিক্ষাব্যৱস্থাটো লৰামতীয়া বিভ্ৰান্তি আৰু এনে বিভ্ৰান্তিকৰ শিক্ষা ব্যৱস্থাই কোনো সুফল প্ৰদান নকৰে বৰং শুকান আৰু অব্যৱহাৰ্য গছ পাতৰ জাৰনিহে সৃষ্টি কৰে। চৈধ্য বছৰীযা এগৰাকী নিম্ন স্নাতক পৰ্য্যায়ৰ বিদ্যাৰ্থীযে শিক্ষা ব্যৱস্থাৰ বিৰুদ্ধে বিযোদগাৰ কৰাটো অত্যন্ত তাৎপৰ্যপূৰ্ণ বুলি বিবেচিত হৈছে। কেম্ব্ৰিজৰ শিক্ষাই বেকনক ধৰি ৰাখিব নোৱাৰিলে। কেম্ব্ৰিজৰ পৰা গুচি অহাৰ পিছত ফ্ৰান্সলৈ পঠোৱা ইংৰাজ ৰাষ্ট্ৰদূত গৰাকীৰ লগত তেওঁ ফ্ৰান্সলৈ গৈ পৰিসংখ্যা বিজ্ঞান আৰু আন্তঃৰাষ্ট্ৰীয কূটনীতি বিষযত ব্যৱহাৰিক অধ্যয়নত ব্ৰতী হয়।

দুবছৰ পিছত তেওঁৰ পিতৃৰ মৃত্যু হোৱাত তেওঁক লণ্ডনলৈ মাতি অনা হয়। তেতিযা তেওঁৰ আৰ্থিক অৱস্থা দুৰ্বল হয আৰু অৰ্থৰ অভাৱত তেওঁ বিকল্প পথ নাপাই তেওঁৰ খুৰাক বাৰলেইঘক এটা ভাল ৰাজবিষয়াৰ পদত নিয়োগ কৰাৰ বাবে আবেদন জনালে। আবেদন পত্ৰত তেওঁ দেশখনৰ বিষয়ে কূটনৈতিক জ্ঞান আহৰণ কৰা বুলি উল্লেখ কৰি নিজৰ অৰ্হতা প্ৰতিপন্ন কৰিব বিচাৰিলে। কিন্তু হিতে বিপৰীত হ'ল। বাৰলেইঘে তেওঁৰ এই আত্মশ্লাঘা আৰু স্বাৰ্থপৰতা সহজভাৱে নলৈ তেওঁক ৰাজদৰবাৰত নিয়োগ কৰাৰ ক্ষেত্ৰত বিধি পথালি দিলে। আনকি ৰাণী এলিজাবেথকো এই বিষয়ত কোনো সিদ্ধান্ত নলবলৈ বাধ্য কৰালে। ৰাজ বিষয়াৰ বাব পোৱাৰ আশা

পৰিত্যাগ কৰি বেকনে আইন অধ্যয়ন কৰিবলৈ ধৰিলে। আইনৰ শিক্ষা শেষ কৰি তেওঁ ১৫৮২ খৃষ্টাব্দত আদালতত যোগদান কৰিলে। আইনৰ মেৰপেছত সোমাই পৰিলেও তেওঁ নিজস্ব দৰ্শন বাদ দিয়া নাছিল। বৰং আইনৰ দৃষ্টিভংগীৰে দৰ্শনৰ সংজ্ঞা প্ৰস্তুত কৰি 'অন দি গ্ৰেট ষ্টবাৰ্থ অব টাইম' নামৰ নিবন্ধ লিখে। এই নিবন্ধই বেকনৰ অনুসন্ধানমূলক দৃষ্টিভংগী, তথ্যৰ সলনি প্ৰকৃত সত্য উদঘাটনৰ প্ৰচেষ্টা আৰু যুক্তি তৰ্কৰ পৰিৱৰ্ত্তে গৱেষণাৰ জৰিয়তে ফলাফল নিৰ্ণয় কৰাৰ নিৰ্দেশনা দাঙি ধৰিবলৈ সক্ষম হয।

উকীল হিচাপে তেওঁ কৃতকাৰ্য্য হয়। আদালতৰ মজিয়াত কৰা যুক্তি তৰ্কৰ চোক দেখি সকলোৱে তবধ মানিলে। অতি কম দিনৰ ভিতৰতে এগৰাকী ভাল উকীল চিহাপে তেওঁ বিখ্যাত হৈ পৰে। সেই সময়তে 'Eassays' নামৰ গ্ৰন্থ এখন প্ৰকাশ পায় আৰু তাত সন্নিবিষ্ট প্ৰবন্ধসমূহে তেওঁৰ সুনাম দুগুণে বৃদ্ধি কৰে। কিন্তু ইমানতো বেকন সন্তুষ্ট হোৱা নাছিল। তেওঁৰ মূৰত কেবাটাও বৃহৎ আঁচনি ৰূপায়ন কৰাৰ চিন্তাইহে বাহ লৈছিল। তেওঁৰ সেই বৃহৎ আঁচনিসমূহ আছিল অশান্ত আয়াৰলেণ্ডক শান্ত কৰা, ইংৰাজ আইন সৰলীকৰণ, গীৰ্জাৰ পুনৰ গঠন, প্ৰকৃতি অধ্যয়ন আৰু এক নতুন দৰ্শন প্ৰতিষ্ঠাকৰণ। ইতিমধ্যে তেওঁ নিজৰ স্বাৰ্থৰ অনুকূলে ৰাজনীতিৰ পাশাখেলত নিমগ্ন হৈ পৰে। ৰাজকীয বিষয়বাব লাভ কৰাৰ বাবে তেওঁ মহাৰাণীৰ কাষ চপাৰ সুযোগ বিচাৰি আছিল। মহাৰাণীৰ এগৰাকী প্ৰিয ডেকা বিষয়া এছেক্সৰ লগত বন্ধুত্ব গঢ়ি তোলে আৰু নিজৰ অভিলাষ পূৰ্ণ কৰাৰ বাবে সুযোগৰ সন্ধানত থাকিল। তেওঁৰ এই স্বাৰ্থপৰ অভিসন্ধিৰ বিষয়ে বন্ধুৱে একো গম নাপালে। অৱশেষত বন্ধুগৰাকী যেতিয়া ৰাষ্ট্ৰদ্ৰোহত পৰি বিচাৰৰ সন্মুখীন হ'ল তেতিযা বেকনে মহাৰাণীৰ পক্ষৰ উকীল হিচাপে বন্ধুৰ বিপক্ষে আদালতত থিয় হ'ল। বেকনৰ এই বিশ্বাসঘাটকতাৰ ফলস্বৰূপে এছেক্স ৰাষ্ট্ৰদ্ৰোহত দণ্ডিত হ'ল আৰু তেওঁ ৰাজকীয় পদবী হেৰুৱাবলগীয়া হ'ল। ন্যায়ৰ পক্ষত থিয হোৱাৰ বিপৰীতে বেকনে যি অমানবীয় আৰু অবিশ্বাসী ভূমিকা পালন কৰিলে সিয়ে তেওঁক ৰাজপৰিয়ালৰ ওচৰ চপাই আনিলে। আনহাতে সমাজৰ দৃষ্টিত তেওঁৰ স্বাৰ্থপৰতা আৰু বিশ্বাসঘাটকতা জল্ জল্ পট্ পট্কৈ ওলাই পৰিল। তেওঁৰ এই প্ৰকৃতি তেওঁৰ প্ৰবন্ধ 'লাভ এণ্ড ফ্ৰেইণ্ডশ্বিপ'তো দেখিবলৈ পোৱা যায়। উচ্চাভিলাষৰ তীব্ৰ বাসনাই তেওঁক বৌদ্ধিকভাৱে শীতল

কৰি তোলা পৰিলক্ষিত হয়। তেওঁৰ কাৰ্যাবলী মানৱতাৰ বিৰুদ্ধে এক নৃশংস পদক্ষেপ। ৰাণী এলিজাবেথৰ শাসনকালত তেওঁ বাৰে বাৰে উচ্চ ৰাজবিষয়াৰ পদ লোৱাৰ বাবে চেষ্টা কৰিছিল। অৱশ্যে এই ক্ষেত্ৰত ৰাণীৰ ৰাজনৈতিক বিচক্ষণতায়ো বেকনক ৰাজবিষয়া পদত অধিষ্ঠিত কৰাৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি কৰিছিল। কিন্তু ১৬০৩ খৃঃত যেতিয়া প্ৰথম জেমচ্ ইংল্যাণ্ডৰ শাসনকৰ্তা হয় তেতিয়া বেকনে নতুন শাসনকৰ্তাৰ সান্নিধ্য লাভৰ বাবে চেষ্টা কৰিলে আৰু সেই প্ৰচেষ্টাত তেওঁ কৃতকাৰ্যও হ'ল। তেওঁৰ ভাগ্য ৰবি উদয় হ'ল আৰু ৰজাই তেওঁক নাইট হিচাপে নিযুক্ত কৰিলে। সেই সময়তে তেওঁ সম্ভ্ৰান্ত আৰু ধনী পৰিয়ালৰ এগৰাকী ছোৱালীক বিয়া কৰালে আৰু যৈনীযেকৰ ফালৰ পৰা তেওঁ আৰ্থিকভাৱে বেছ টনকিয়াল হৈ উঠিল। ভাগ্য পৰিবৰ্তনৰ লগে লগে তেওঁৰ মানসিক চিন্তাৰ উৎকৰ্ষ সাধন হ'ল আৰু তেওঁ উচ্চ বৌদ্ধিক চিন্তাৰে ১৬০৫ চনত ৰচনা কৰিলে 'এড্‌ভাঞ্চমেণ্ট অব লাৰ্নিং' নামৰ প্ৰবন্ধ গ্ৰন্থ— যিখন গ্ৰন্থই তেওঁৰ উচ্চাভিলাষ পূৰণত প্ৰভূতভাৱে সহায় কৰিলে। ১৬১৩ খৃঃত তেওঁক এটৰ্ণী জেনেৰেল পদত নিযুক্ত কৰা হয আৰু তাৰ লগে লগে তেওঁৰ প্ৰতিপত্তি বাঢ়ি যায়। তেওঁ নিজকে ৰাজ পৰিয়ালৰ একান্ত বিশ্বাসী ৰাজবিষয়া হিচাপে প্ৰতিপন্ন কৰিবলৈ উঠিপৰি লাগিল আৰু ৰজাৰ মনতো এনে এক বিশ্বাস জন্মাবলৈ চেষ্টা কৰিলে যে তেওঁক যদি ইয়াতকৈ উচ্চ বিষয়বাব প্ৰদান কৰা হয় তেনেহ'লে তেওঁ বিজ্ঞানৰ প্ৰগতিৰ বাবে অতি উচ্চমান বিশিষ্ট ৰচনা সৃষ্টি কৰিব পাৰিব। সেই সময়তে তেওঁ অধিক আত্মবিশ্বাসেৰে 'টেষ্ট পেপাৰচ' নাম দি এলানি প্ৰবন্ধ লিখিবলৈ ধৰিলে— যিবোৰৰ ৰাজনৈতিক বিচাৰ বিশ্লেষণ বৈজ্ঞানিক দৃষ্টিভংগীৰে আগবঢ়োৱা হৈছে। তেওঁ যিবোৰ বিচাৰ বিশ্লেষণ আগবঢ়াইছিল, সেইবোৰ মানি চলাহেঁতেন ৰজা আৰু সংসদৰ মাজত সংঘৰ্ষ নহ'লহেঁতেন। ১৬১৭ খৃঃত তেওঁক পিতৃৰ কাৰ্য্যালয়ত ছীলৰ 'লৰ্ড কীপাৰ' হিচাপে নিযোগ কৰা হয় আৰু তাৰ এবছৰ পিছতে তেওঁক 'লৰ্ড চেঞ্চেলৰ'ৰ দৰে উচ্চ পদবী দিয়া হয়। এই পদত অধিষ্ঠিত হৈ তেওঁ 'বেকন ভেৰুলাম' উপাধি লাভ কৰে আৰু পিছত তেওঁ 'ভিচ্‌কাউণ্ট চেণ্ট এলবান' হিচাপে অধিষ্ঠিত হয়। এই উচ্চ পদত থাকি দুবছৰ পিছত উচ্চ দাৰ্শনিক চিন্তাৰে তেওঁৰ শ্ৰেষ্ঠ সৃষ্টিকৰ্ম 'ন'ভুম অৰ্গেনাম' প্ৰকাশ কৰি উলিয়ায়। এই দাৰ্শনিক গ্ৰন্থখনে এৰিষ্টটলৰ বিখ্যাত 'অৰ্গেনাম'ৰ পিছতে এক যুগান্তকাৰী ৰচনা হিচাপে পৰিগণিত হৈছে।

বেকনে ৰাজকীয় বিষযবাব বেছিদিন ভোগ কৰিব নোৱাৰিলে। ৰজা জেমচ্‌ৰ শাসনৰ বিৰুদ্ধে সংগ্ৰামৰ ধুমুহা প্ৰচণ্ডভাৱে বলিবলৈ ধৰিলে আৰু তাৰ চিকাৰ হ'বলগীয়া হ'ল বেকন। ৰাজদৰবাৰত বেকনৰ কাৰ্যকলাপৰ বিষয়ে সমালোচনা হ'ল আৰু ঘোচ লোৱা অপৰাধত বেকন দোষী সাব্যস্ত হ'ল। বেকনৰ ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে সাক্ষী বাদী প্ৰমাণিত হোৱাৰ পিছত তেওঁৰ বিচাৰ আৰম্ভ হ'ল। সংসদে বেকনক কোনোপধ্যে ৰেহাই নিদিলে। বেকনক দোষী সাব্যস্ত কৰি বিষয়বাবৰ পৰা ক্ষমতাচ্যুত কৰা হ'ল আৰু শাস্তি হিচাপে ৪০,০০০ পাউণ্ড জৰিমনা বিহা হ'ল। জৰিমনাৰ উপৰি তেওঁক কাৰাদণ্ডৰে দণ্ডিত কৰা হ'ল। তেওঁক সংসদ আৰু কোৰ্টৰ পৰাও চিৰদিনৰ বাবে বহিষ্কাৰ কৰা হ'ল। অৱশ্যে কেইদিনমান কাৰাবাস খটাৰ পিছত তেওঁক মুক্তি দিয়া হ'ল। কিন্তু জৰিমানাৰ ধন ৰেহাই দিযা নহ'ল। এনেদৰে বেকনে ৰাজনৈতিক জীৱনৰ পৰা সন্নাসলৈ সৃষ্টিকৰ্মত ব্ৰতী হ'ল। তেওঁ ৰাজহুৱা জীৱনৰ পৰা আঁতৰি আহি সাহিত্য চৰ্চা আৰু বিজ্ঞান চৰ্চাত একনিষ্ঠভাৱে লাগি গ'ল। তেওঁ প্ৰথমতে বুৰঞ্জী, বিজ্ঞান আৰু দৰ্শনৰ ওপৰত ভিত্তি কৰি ৰচনা লিখিবলৈ ধৰিলে। এনেদৰে তেওঁ কেবাটাও প্ৰবন্ধ সম্পূৰ্ণ কৰি পাঠকৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হ'ল। তেওঁৰ বিখ্যাত গ্ৰন্থ ইন্ ষ্টেৰেচিও মেগনাত অধিক মূল্যবান প্ৰবন্ধ সংযোজন কৰিলে। ১৬২৬ চনৰ বসন্ত কালত তেওঁ যেতিয়া বৰফৰ ধুমুহাৰ মাজৰে গাড়ী চলাই যায় তেতিয়া তেওঁৰ মনলৈ এটা ভাৱ আহিল— লোনৰ সলনি বৰফবোৰ সংৰক্ষক হিচাপে ব্যৱহাৰ কৰিব পৰা যায। ইয়াৰ সত্যতা প্ৰমাণৰ বাবে তেওঁ এটা কুকুৰা চৰাই কিনি আনিলে আৰু তেওঁৰ মনত খোপনি পোতা যুক্তিটো প্ৰমাণ কৰাৰ বাবে বৰফৰ মাজত পৰীক্ষা কৰাৰ বাবে সোমাই পৰিল। এনেদৰে পৰীক্ষা কৰোতে তেওঁ ঠেৰেঙা লাগি মৃত্যু মুখত পৰিল। তেওঁৰ মৃত্যুত মেক্‌লেই লিখিছিল— "যুক্তিবাদী দৰ্শনৰ এগৰাকী মহান উপাসক শ্বহীদ হ'ল।"

**বেকনৰ সৃষ্টিকৰ্ম :** দৰ্শন, শিক্ষা, বিজ্ঞান এই তিনি বিষয়ৰ ওপৰত বেকনে স্বকীয় ব্যৱহাৰিক দৃষ্টিভংগীৰে গদ্যত ৰচনা কৰি গৈছে কেইবাখনো মূল্যান গ্ৰন্থ— য'ত বেকনৰ বৌদ্ধিক চিন্তা, পাণ্ডিত্য আৰু আত্মগৌৰব পৰিস্ফুট হৈ উঠিছে। বেকনে নিজস্ব চিন্তাধাৰাৰে সৃষ্টি কৰিছে, দৰ্শনক বৈজ্ঞানিক দৃষ্টিৰে বিশ্লেষণ কৰিছে। বেকনৰ দাৰ্শনিক চিন্তাৰ ভৰাল 'দ্ৰি এডভাঞ্চমেণ্ট অৱ লাৰ্নিং' আৰু 'ন'ভুম আৰ্গেনাম' দুখন

গৌৰবোজ্জ্বল সৃষ্টি। 'ইন ষ্টেৰেচিও মেগনা' বা 'ডি গ্ৰেট ইন্‌ষ্টিটিউচন অৱ ট্ৰুৰু ফিলোচ'ফী' অসমাপ্ত হ'লেও যিবোৰ ৰচনা তাত সন্নিবিষ্ট হৈছে তাৰ বৈশিষ্ট্য হ'ল মৌলিক দাৰ্শনিক আৰু বৈজ্ঞানিক চিন্তা আৰু তাৰ নিৰ্মোহ বিশ্লেষণ। ইয়াক তেওঁ ছটা খণ্ডত বিভক্ত কৰিছিল। ভিন্ ভিন্ খণ্ডত ভিন্ ভিন্ বিষয়ৰ ওপৰত আলোকপাত কৰিছিল। কিন্তু বিষয়বোৰ ইমান জটিল আছিল যে সৰ্বসাধাৰণ পাঠকে তাৰ অৰ্থ বুজাতো দুৰূহ হৈ পৰিছিল। বেকনৰ আটাইতকৈ সৰ্বজনবিদিত ৰচনা আছিল 'Essay'– য'ত আছে বিভিন্ন বিষয় বস্তুৰ ৰচনা সম্ভাৰ। প্ৰথমতে বেকনে লেটিন ভাষাত প্ৰবন্ধ ৰচনা কৰিছিল। বেকনে বিশ্বাস কৰিছিল যে লেটিন ভাষাতহে মহৎ গ্ৰন্থ ৰচনা কৰাটো সম্ভৱ। কাৰণ আদি যুগৰে পৰা লেটিন ভাষা ইংল্যাণ্ডত প্ৰচলিত হৈ আহিছে। কিন্তু সময় বিবৰ্তনৰ লগে লগে ভাষাৰো উৎকৰ্ষ সাধন হয় আৰু লেটিনৰ ঠাই দখল কৰে ইংৰাজী ভাষাই। বেকনেও পিছলৈ ইংৰাজী ভাষাত প্ৰবন্ধ ৰচিবলৈ ধৰে। তেওঁৰ ইংৰাজী ইমানেই বাহুল্য বৰ্জিত, সংক্ষিপ্ত, অৰ্থপূৰ্ণ আৰু ভাৱপূৰ্ণ আছিল যে পাঠকে সহজতে বিষযবস্তু হৃদয়ঙ্গম কৰিব পাৰিছিল। ১৫৯৭ খৃঃত বেকনে পোনপ্ৰথমে দহখন ৰচনা সংকলন কৰি প্ৰকাশ কৰিছিল। এই দহখন ৰচনাই ইংল্যাণ্ডত আলোড়নৰ সৃষ্টি কৰিছিল আৰু সংকলনখন পোন্ধৰ বছৰ ধৰি একে লেঠাৰিয়ে পুনৰ প্ৰকাশ হৈ আছিল। ৰাজকীয় বিষয় বাবৰ পৰা অব্যাহতি লোৱাৰ পিছত বেকনে নতুন চিন্তা চৰ্চাৰে এৰিষ্টটলৰ দৰ্শনক প্ৰত্যাহ্বান জনাই ব্যৱহাৰিক দাৰ্শনিক চিন্তাৰ এক নতুন দিশ উন্মোচন কৰে। জীৱনক ব্যৱহাৰিক দৃষ্টিৰে পৰ্যবেক্ষণ কৰা বেকনৰ দৰ্শন আছিল বিজ্ঞান ভিত্তিক, পৰীক্ষা নিৰীক্ষাৰে তত্বক বিশ্লেষণ কৰা বাস্তৱ পদ্ধতি। পাঠকৰ দ্বাৰা সমাদৃত হোৱা বাবে বেকনৰ ৰচনা নিৰন্তৰভাৱে প্ৰকাশ হ'বলৈ ধৰে। ১৬১২ খৃঃত আঠত্ৰিশখন ৰচনাৰে সমৃদ্ধ হৈ তেওঁৰ গ্ৰন্থ 'এছেজ'ৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ হয়। তাৰ পিছত মৃত্যুৰ আগে আগে ১৬২৫ খৃঃত তেওঁৰ আঠাৱন্নটা প্ৰবন্ধ সংকলিত হৈ প্ৰকাশ হয়। এইবোৰ প্ৰবন্ধত তেওঁৰ চাৰিওফালে বাস কৰা মানুহৰ জীৱন আৰু জীয়াই থকাৰ সমস্যাৰ দিশ উন্মোচিত হৈছে।

প্ৰবন্ধৰ উপৰিও বেকনে 'ডি নিউ আটলাণ্টিজ' নামৰ এখন ব্যতিক্ৰমধৰ্মী উপন্যাস ৰচনা কৰিছে। নিউ আটলাণ্টিজ আছিল তেওঁৰ সপোনৰ দেশ সেই দেশৰ বাসিন্দাসকলে পৰম্পৰাগত দৰ্শন নিষিদ্ধ কৰি বেকনৰ ব্যৱহাৰিক দৰ্শন পদ্ধতি আকোৱালি লৈছিল।

বেকনৰ আন এক উল্লেখযোগ্য ৰচনা হ'ল 'ডি চেপিণ্টিয়া ভেটেৰাম'— য'ত তেওঁ পৌৰাণিক জনবিশ্বাসৰ গভীৰ অৰ্থ উদঘাটন কৰাৰ প্ৰয়াস কৰিছে। তেওঁৰ দ্বাৰা ৰচিত এক উল্লেখযোগ্য ঐতিহাসিক তথ্য সমৃদ্ধ ৰচনা হ'ল 'ডি হিষ্টৰী অব হেন্ৰী' (সপ্তম)। এইবোৰৰ উপৰি তেওঁ কেতবোৰ জাতীয সংগীতৰ বিশ্লেষণ আগবঢাই প্ৰবন্ধ লিখি গৈছে। তেওঁৰ প্ৰতিটো ৰচনা ভিন্নৰুচি সম্পন্ন আৰু ব্যতিক্ৰম চিন্তাধৰ্মী। এলিজাবেথান যুগত বেকনে ইংৰাজী গদ্য-সাহিত্যৰ যি সূচনা কৰিলে তাৰ গতিধাৰা আজিও চিৰপ্ৰবাহমান হৈ আছে। বেকনৰ দাৰ্শনিক চিন্তাই বিজ্ঞানৰ বুনিযাদ কট্‌কটীয়া কৰি পিছৰ যুগত বৈজ্ঞানিক সূত্ৰ আৰু অনুসিদ্ধান্তৰ বাট মুকলি কৰিলে। সেযেহে বেকনৰ দৰ্শন ব্যৱহাৰিক বিজ্ঞানৰ পথ প্ৰদৰ্শক হিচাপে আজিও যাউতিযুগীয়া হৈ আছে। বেকনৰ গদ্য সাহিত্য প্ৰকৃতি অনুসন্ধান আৰু মানৱ জীৱনৰ সত্যানুসন্ধানৰ সাহিত্য হিচাপে আজিও জিলিকি আছে।



# ড° মযিদুল ইচলাম বৰা

# আমীৰ হাচান দিহলবী আৰু বাহাৰিস্তান-ই-গায়বী

অসমৰ প্ৰথমজন ডক্টৰেট হিচাপে পৰিগণিত ড° মযিদুল ইচলাম বৰা দৰাচলতে অসমৰ প্ৰথম ডক্টৰেট নহযনে নহয সেই তথ্য প্ৰমাণিত হওঁকেই বা নহওঁকেই সেই বিতৰ্কলৈ নগৈ এটা কথা কিন্তু বিনা দ্বিধাই ক'ব পৰা যায় যে তেখেত নিভাঁজ আসমীযা হৈযো ফাৰ্চী ভাষাৰ অগাধ পণ্ডিত আছিল। তেখেতৰ অগাধ পাণ্ডিত্যৰ জ্বলন্ত উদাহৰণ হ'ল তেখেতৰ অসাধাৰণ গৱেষণাগ্ৰন্থ ফাৰ্চী কবি 'আমিৰ হাচান দিহলবীৰ জীৱন আৰু কৰ্ম— "The life and works of Amir Hasan Dihlabi আৰু মোগল সম্ৰাট জাহাঙ্গীৰ আৰু চাহজাহানৰ ৰাজত্বকালত অসম, কোচবিহাৰ, বঙ্গ, বিহাৰ আৰু উৰিষ্যাত মোগল আক্ৰমনৰ ঐতিহাসিক গ্ৰন্থ বাহাৰিস্তান-ই-গায়বী— 'Baharistan-I-Ghaybi' ঐতিহাসিক তথ্য সম্বলিত বাহাৰিস্তান ই-গায়বী গ্ৰন্থখনো মূল ফাৰ্চী ভাষাৰ পৰাই ড° বৰাদেৱে ইংৰাজীলৈ অনুবাদ কৰি ভাৰত বুৰঞ্জীৰ এক বস্তুনিষ্ঠ ঘটনাপঞ্জী উন্মোচন কৰিছে। এহাতে ভাৰতবৰ্ষৰ মুছলমান শাসনৰ আদি ভাষাৰ ইন্দো-ফাৰ্চীয়ান কবি আমিৰ হাচান দিহলবীৰ সাহিত্য কৰ্মৰ জৰিয়তে ভাৰতত ফাৰ্চী ভাষা-সাহিত্যৰ চহকী দিশ উন্মোচন কৰি অমূল্য গৱেষণাগ্ৰন্থ ৰচনা কৰিছে আৰু আনহাতে অসম, কোচবিহাৰ, বঙ্গ, বিহাৰ, উৰিষ্যাত মোগল আক্ৰমণৰ চাক্ষুস অভিজ্ঞতাৰে ৰচনা কৰা মিৰ্জানায়ানৰ ইতিহাস সমৃদ্ধ গ্ৰন্থ বাহাৰিস্তানক মূল ফাৰ্চী ভাষাৰ পৰা ইংৰাজীলৈ অনুবাদ কৰি ইতিহাসৰ এক ৰাজনৈতিক অধ্যায় উন্মোচন কৰি ঐতিহাসিক তথ্য যুগমীয়া কৰিছে। এনে এগৰাকী বিদগ্ধ পণ্ডিতৰ পাণ্ডিত্যপূৰ্ণ ৰচনসম্ভাৰ আলোচনা কৰাটো আমাৰ দৰে ক্ষুদ্ৰ মস্তিস্কৰ লোকৰ বাবে কিমান দুৰূহ কাম তাক নিশ্চয় পাঠকসকলে অনুমান কৰিব পাৰিছে। তথাপি ভীষণ দুঃসাহস কৰি

ড° মযিদুল ইচলাম বৰাৰ ৰচনা পঢ়ি যি এক ৰোমাঞ্চকৰ অভিজ্ঞতা লাভ কৰিলো তাক আমাৰ সীমাবদ্ধতাৰে সামৰি লোৱাৰ প্ৰয়াস কৰিছোঁ। হাইস্কুলত পঢ়ি থাকোতে শিক্ষকৰ মুখত শুনিছিলো অসমৰ প্ৰথম ডক্টৰেট ড° মযিদুল ইচলাম বৰাৰ কথা আৰু সেই সময়তে গম পাইছিলো যে অসমৰ শিৱসাগৰৰ এখন সৰু গাঁৱ জেকনিকটীযাৰ ল'ৰা মযিদুল ইচলাম বৰাই লণ্ডনলৈ গৈ লণ্ডন বিশ্ববিদ্যালয়ৰ অধীনত গৱেষণা কৰি ১৯৩১ চনৰ ১৫ জুলাইৰ দিনা সন্মানীয় ডক্টৰেট ডিগ্ৰী লাভ কৰিবলৈ সক্ষম হৈছিল। ড° বৰাই কলা শাখাত অসমৰ প্ৰথম ডক্টৰেট হিচাপে পৰিগণিত হৈছে। তেখেতৰ পূৰ্বে আনন্দৰাম ঢেকিয়াল ফুকনৰ জ্যেষ্ঠ পুত্ৰ ৰাধিকাৰাম ঢেকিযাল ফুকনে ১৮৯০ চনৰ ২৬ জুলাই তাৰিখে জাৰ্মানীৰ হাইডেলবাৰ্গ বিশ্ববিদ্যালযৰ পৰা বিজ্ঞান শাখাত প্ৰথম ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল। সেয়েহে অসমৰ প্ৰথমজন ডক্টৰেট আচলতে ড° ৰাধিকাৰাম ঢেকিযাল ফুকনহে, ড° মযিদুল ইচলাম বৰা দ্বিতীয ডক্টৰেটহে।

ড° বৰাৰ জন্ম হৈছিল শিৱসাগৰ নগৰৰ কাষৰ জেকনিকটীয়া গাঁৱৰ এটি সম্ভ্ৰান্ত পৰিয়ালত ১৮৯৯ চনৰ ২২ চেপ্তেম্বৰত। আহোম ৰাজত্ব কালত তেখেতৰ পূৰ্বপুৰুষসকলে বৰা বাব পাইছিল আৰু সেই সূত্ৰে আহোম শাসনকাৰ্যৰ লগত পূৰ্বপুৰুষসকল জড়িত হৈ আছিল। ড° মযিদুল ইচলাম বৰাৰ দেউতাকৰ নাম মেহেৰুদ্দিন বৰা আৰু মাকৰ নাম আছিল গুলবিবি বেগম। বৰাৰ পৰিয়ালে ও আহোম শাসনৰ অধীনত ৰজাঘৰীয়া সা-সুবিধা লাভ কৰিছিল। সেই সময়ত তেওঁলোকৰ পৰিয়াল সম্ভ্ৰান্ত আৰু আঢ্যবন্ত আছিল। সেই সুবাদতে বৰাৰ ককাদেউতাক ছাদেক বৰা আৰু পিতৃ কাদিৰ বৰা শিৱসাগৰ অঞ্চলৰ প্ৰতিপত্তিশালী লোক হিচাপে পৰিগণিত হৈছিল। কিন্তু ইয়াণ্ডাবু সন্ধিৰ পিছত ১৮২৬ চনত যেতিয়া অসম ব্ৰিটিছ শাসনৰ অধীনলৈ যায় তেতিয়া আহোম ৰাজ্যৰ সূৰ্য অস্ত যায় আৰু আহোম স্বৰ্গদেউৰ অধীনত বিষয়বাব লাভ কৰা বৰা, বৰবৰা, ফুকন, বৰুৱা আদি বংশ পৰিয়ালৰ সা-সুবিধা কৰ্তন কৰা হয়। ব্ৰিটিছ চৰকাৰৰ অধীনত আহোম ৰজাৰ ৰাজবাব খোৱা পৰিয়াল বিলাকৰ আৰ্থিক অবস্থা দুৰ্বল হৈ পৰে। ড° বৰাৰ জ্যেষ্ঠ ভাতৃ ৰাজেন বৰাই ব্ৰিটিছৰ স্বেচ্ছাচাৰী আৰু অনায় আদেশৰ বিৰুদ্ধে প্ৰতিবাদ কৰা বাবে বুধিয়ক ব্ৰিটিছ বিষয়াই বৰাৰ পৰিয়ালৰ নামত ৰাজমাই আৰু থাওৰা অঞ্চলত মাটি বন্দোবস্তী দিয়াৰ প্ৰস্তাৱ

আগবঢাই ৰাজেন বৰাৰ প্ৰতিবাদ শাম কটাবলৈ বিচাৰিছিল। কিন্তু স্বাধীন চিতীয়া ৰাজেন বৰাই ব্ৰিটিছ বিষয়াৰ টোপ নিগিলি সেই প্ৰস্তাৱ অগ্ৰাহ্য কৰে আৰু স্বাধীনভাৱে সহজ সৰল জীৱন যাপন কৰিবলৈ ধৰে। ড° বৰাৰ জন্মৰ সময়ত পৰিয়ালৰ আৰ্থিক অৱস্থা স্বচ্ছল নাছিল যদিও ককায়েকৰ কষ্টোপাৰ্জিত অৰ্থ সাহায্যত শিক্ষা লাভৰ ক্ষেত্ৰত কোনো ধৰণৰ অসুবিধা হোৱা নাছিল।

মফিদুল ইচলাম বৰা সৰুৰে পৰা চোকা বুদ্ধিৰ ছাত্ৰ আছিল আৰু তাৰ প্ৰমাণ পোৱা গৈছিল প্ৰাথমিক বিদ্যালযত পঢাৰ সমযতে। ১৯০৫ চনত শিৱসাগৰ প্ৰাথমিক বিদ্যালয়ত নাম লগাই শিক্ষা জীৱন আৰম্ভ কৰে আৰু ১৯১৭ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। হাইস্কুলত থাকোতে তেখেতৰ সমসাময়িক সহপাঠী পদ্মধৰ চলিহা, ভাগৱতী প্ৰসাদ বৰুৱা, বিমলা কান্ত বৰুৱা, ডিম্বেশ্বৰ নেওগ আদিৰ সৈতে লগ লাগি সাহিত্য চৰ্চাত ব্ৰতী হয়। সেই সমযৰেপৰা তেখেতে অসমীযা ভাষাত প্ৰৱন্ধ পাতি লিখি সাহিত্য চৰ্চা কৰে। প্ৰৱেশিকা পৰীক্ষাত বৃত্তি লাভ কৰি কটন কলেজত আই এ আৰু বি এ পঢ়ে। কটন কলেজৰ পৰা ১৯২১ চনত সুখ্যাতিৰে বি এ পাছ কৰি স্নাতকোত্তৰ শ্ৰেণীত পঢ়াৰ বাবে অসম চৰকাৰৰ পৰা বৃত্তি লাভ কৰে। সেই সময়ত স্নাতকোত্তৰ শ্ৰেণীত পঢাৰ বাবে অসমত কোনো বিশ্ববিদ্যালয স্থাপন হোৱা নাছিল। অসমৰ লৰাই ঢাকা বিশ্ববিদ্যালয়তহে স্নাতকোত্তৰ শ্ৰেণীত নাম ভৰ্তি কৰে। একে সময়তে তেখেতে বি এল শ্ৰেণীতো নাম লগায আৰু আইন অধ্যয়ন কৰে। দুবছৰ পিছত ঢাকা বিশ্ববিদ্যালয়ৰ পৰা ফাৰ্চী ভাষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি এম এ ডিগ্ৰী লাভ কৰে আৰু একে সময়তে আইনৰ স্নাতকো হয। তেখেতৰ প্ৰখৰ বুদ্ধি আৰু প্ৰতিভাৰ উমান পাই ঢাকা বিশ্ববিদ্যালয কৰ্তৃপক্ষই তেখেতক বিশ্ববিদ্যালয়ৰ ফাৰ্চী বিভাগত অধ্যাপনা কৰিবলৈ সুযোগ দিযে আৰু তেখেতেও সেই সুযোগ গ্ৰহণ কৰি ঢাকা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিবলৈ লয়। ফাৰ্চী ভাষাৰ অধ্যাপক হৈ ঢাকাত থাকোতে তেখেতে ১৯২৮ চনত ভাৰত চৰকাৰৰ বৃত্তি লৈ লণ্ডন বিশ্ববিদ্যালয়ৰ অধীনৰ স্কুল অব অৰিয়েণ্টেল ষ্টাডিজত ডক্টৰেট ডিগ্ৰীৰ বাবে গৱেষণা কৰিবলৈ লয়। তেখেতৰ গৱেষণাৰ গাইড আছিল প্ৰাচ্যতত্ববিদ আৰবীৰ প্ৰসিদ্ধ পণ্ডিত অধ্যাপক ছাৰ এড্ৱাৰ্ড ডেনিচন ৰছ। *তেখেতৰ গৱেষণাৰ বিষয় আছিল ত্ৰয়োদশ, চতুৰ্দশ শতিকাৰ ফাৰ্চী কবি আমীৰ হাচান*

দিহলবীৰ জীৱন আৰু কৰ্ম। বৰাদেৱে গৱেষণা আৰম্ভ কৰা সময়লৈকে ফাৰ্চী কবি হাচানৰ নাম বিস্মৃতিৰ অটল গৰ্ভত নিমজ্জিত হৈ আছিল। বৰাদেৱে তেওঁক আদি মুছলিম যুগৰ ইতিহাসৰ পাতৰ পৰা উদ্ধাৰ কৰি আনি গৱেষণাৰ জৰিয়তে তেখেতৰ কৰ্মৰাজি উন্মোচন কৰি দেখুৱালে। তেখেতে গৱেষণা গ্ৰন্থখন সম্পূৰ্ণ কৰি ১৯৩১ চনৰ জুন মাহত লণ্ডন বিশ্ববিদ্যালযত জমা দিছিল আৰু সেই বছৰৰে পোন্ধৰ জুলাইৰ দিনাখন তেখেতক ডক্টৰেট উপাধিৰে বিভূষিত কৰা হয়। লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি এইচ্ ডি ডিগ্ৰী লাভ কৰাৰ পিছত তেখেতে ভাৰতলৈ ঘুৰি আহি পুনৰ ঢাকা বিশ্ববিদ্যালয়ত অধ্যাপক হিচাপে যোগ দিয়ে। স্বকীয় প্ৰতিভা আৰু যোগ্যতাৰ বলত তেখেতে মাত্ৰ ৩৫ বছৰ বয়সতে ১৯৩৪ চনত বিশ্ববিদ্যালয়ৰ ফাৰ্চী আৰু উৰ্দু বিভাগত মুৰব্বী অধ্যাপক হয়।

ড° বৰা অকল যে ফাৰ্চী ভাষাৰে পণ্ডিত আছিল এনে নহয়, তেখেতে ফাৰ্চী ভাষাত ৰচিত ইতিহাস গ্ৰন্থসমূহৰ পৰা ভাৰত তথা অসমৰ ইতিহাস উদ্ধাৰ কৰাৰ কামত মনোনিৱেশ কৰিছিল। মধ্যযুগৰ ভাৰত বিশেষকৈ পূব ভাৰতৰ ইতিহাস উদ্ধাৰ কৰিবলৈ মুছলমান চুলতান, সম্ৰাট আৰু শাসকসকলৰ ৰাজসভাত থকা পণ্ডিত, কবি, সাহিত্যিকসকলৰ ৰচিত গ্ৰন্থ (সাধাৰণতে সেইবোৰ ফাৰ্চী, উৰ্দু আদি ভাষাত ৰচিত) সমূহৰ পৰা সমল সংগ্ৰহ কৰিব লাগিব। বৰাদেৱে এইকথা গভীৰভাৱে উপলব্ধি কৰি ফাৰ্চী ভাষাত ৰচিত ইতিহাসমূলক গ্ৰন্থ উদ্ধাৰ কৰি ইংৰাজীলৈ অনুবাদ কৰাৰ পৰিকল্পনা হাতত লৈছিল। সেই উদ্দেশ্য আগত ৰাখিয়েই তেখেতে বাহাৰিস্তান ইগাযবী নামৰ মূল্যবান গ্ৰন্থখন দুটা খণ্ডত ইংৰাজীলৈ অনুবাদ কৰি ইতিহাসৰ এক অধ্যায় উন্মোচন কৰি গৈছে। সেয়েহে তেখেত অকল ফাৰ্চী ভাষাৰ বিদগ্ধ পণ্ডিতেই নহয়, এজন বিদগ্ধ ইতিহাসবিদ হিচাপেও পৰিগণিত হৈছে।

ড° বৰাই ঢাকা বিশ্ববিদ্যালয়ত কৰ্মৰত হৈ থাকিলেও অসমীয়া ভাষা সাহিত্যৰ বাবেও চিন্তা চৰ্চা কৰিছিল। তেখেতে সমসাময়িক আৱাহন আৰু অসম সাহিত্য সভা পত্ৰিকাতো প্ৰবন্ধ পাতি লিখিছিল। অসম সাহিত্য সভা পত্ৰিকাত (১৯২৮-২৯, ৩য় বছৰ ৬ষ্ঠ সংখ্যা) প্ৰকাশিত 'সোতৰ শতিকাত অসমীয়াৰ ৰণবল' নামৰ প্ৰবন্ধটো ঐতিহাসিক পটভূমিত ৰচিত এটা মূল্যবান প্ৰবন্ধ। বিলাতত গৱেষণা কৰি থাকোতে তেখেতে ইণ্ডিয়া আফিচৰ পুথিভঁৰালত এখনি অপ্ৰকাশিত অসমীয়া কামৰূপী অভিধান

দেখা পাইছিল আৰু সেইখন অভিধানৰ লিখক আছিল ৰুচিনাথ কামৰূপী। সেইখন অভিধান ১৮১০ খৃঃত ৰচিত হৈছিল। সেই অভিধানৰ পৰিচয় আৰু শব্দকোষ দাঙি ধৰি আৱাহনত এটি প্ৰবন্ধ লিখিছিল (আৱাহন, ৩য় বছৰ ৯ম সংখ্যা আহাৰ ১৮৫৪ শক)। ইংল্যাণ্ডত গৱেষণা কৰি থাকোতে তেখেঁতে 'ইংলণ্ডৰ শিক্ষাৰ গঠন প্ৰণালী' নামে ইংল্যাণ্ডৰ শিক্ষা ব্যৱস্থাৰ বিষয়ে এটি প্ৰবন্ধ লিখিছিল আৰু সেই প্ৰবন্ধটোও আৱাহনত (৪ৰ্থ বছৰ ৩য় সংখ্যা জুন ১৮৫৪ শক) প্ৰকাশ হৈছিল। অসমত সুকীয়া বিশ্ববিদ্যালয স্থাপনৰ প্ৰস্তাৱ সমৰ্থন কৰি আৱাহনত 'অসম ইউনিভাৰ্চিটি' নামেৰে এটা প্ৰবন্ধ লিখিছিল। সেই প্ৰবন্ধটোত তেখেতে যি বৌদ্ধিক চিন্তাৰে সুকীয়া বিশ্ববিদ্যালয স্থাপনৰ যুক্তি দাঙি ধৰিছিল সেই যুক্তি সত্যত পৰিণত হৈছে। তেখেতে লিখিছিল— "যি বিলাকে ভাবে যে অসমীয়া অধ্যাপকৰ অভাৱত বিদেশী অধ্যাপক আনি ইউনিভাৰ্চিটি পতাতকৈ নপতাই ভাল, তেওঁবিলাকক সোধো যে অসমীয়া অধ্যাপকৰ 'অ'টো নথকাৰ কালত বিদেশীৰ সহায়েৰে কটন কলেজখন কিয় পতা হৈছিল? যদি সেইসময়ত এনে ভাব ধাৰণ কৰি কটন কলেজ পতা নহ'লেহেঁতেন তেন্তে অসমৰ আজি কি দুৰ্গতি হ'লহেঁতেন কোনোৱে ক'ব নোৱাৰে। সেই বিদেশী অধ্যাপকসকলক লৈয়ে কটন কলেজ আৰম্ভ কৰাৰ ফলত আজি দেশৰ সকলো বিষয়তে কল্যাণ হ'ব ধৰিছে, সেই কলেজৰ ছাত্ৰই আজি অসম দেশ শাসন কৰিছে আৰু ক্ৰমান্বয়ে বিদেশী অধ্যাপকসকলৰ ঠাই দখল কৰিছে। অসম বিশ্ববিদ্যালয়ৰ ফলো ঠিক সেইদৰে হ'ব। এই বিষয়ে আমি অতি উদাৰ হোৱা উচিত। নিজ দেশত উপযুক্ত লোকৰ অভাৱ হ'লে আনদেশৰ পৰা আমদানি কৰাটো সকলো দেশতে চলি আহিছে আৰু আমিও সেইদৰে চলিব লাগিব। প্ৰত্যেক জাতিৰ বুৰঞ্জীত একোটা যুগ আছে— যি সময়ত আনৰ সহায় ল'বলগা হয়। আমিও এই নিয়মৰ বাজ হ'ব নোৱাৰো। যদি আজি আমি বিদেশীৰ সহায়লৈয়ো ইউনিভাৰ্চিটি আৰম্ভ কৰিব পাৰোঁ তেন্তে ভৱিষ্যতত দেখিবলৈ পোৱা যাব যে এই ইউনিভাৰ্চিটিৰ ছাত্ৰই কটন কলেজৰ ছাত্ৰতকৈও দুগুন উৎসাহেৰে দেশৰ সেৱা কৰি বিদেশৰ আৰু স্বজাতিৰ প্ৰিয়পাত্ৰ হৈ উঠিব। (অসম ইউনিভাৰ্চিটি, আৱাহন ৪ৰ্থ বছৰ ৫ সংখ্যা ফাগুন ১৮৫৪ শক)।

বৰাদেৱৰ ভৱিষ্যতবাণী আজি সত্যত পৰিণত হৈছে। যতীন্দ্ৰ নাথ দুৱৰাৰ ওমৰ

খৈয়াম নামৰ কবিতা পুথিখনৰ নামটো শুধৰাই খৈয়ামৰ ঠাইত 'খায়যাম' কৰাৰ যুক্তি দাঙি ধৰি তেখেতে আৱাহনত এটি প্ৰবন্ধ লিখিছিল। (আৱাহন, ৪ৰ্থ বছৰ ১০ম সংখ্যা শাওন ১৮৫৫ শক) তেখেতে আৰু প্ৰবন্ধটোত লিখিছিল যে খৈয়াম নামেৰে পাৰস্যত কোনো কবি নাছিল। খৈয়ামৰ সলনি খায়য়াম (Khayyam) হে হব লাগে। এই শব্দৰ উৎপত্তি পাৰস্য ভাষাৰ 'খিমা' শব্দৰ পৰা হৈছে। 'খিমা' মানে তম্বু আৰু খায়য়াম মানে তম্বু প্ৰস্তুতকাৰক। ওমৰ খায়য়ামৰ পিতাক তম্বু প্ৰস্তুতকাৰক আছিল। সেইকাৰণে তেখেতে নিজক ওমৰ খায়যাম বা খায় য়ামৰ পুত্ৰ ওমৰ নামেৰে চিনাকি দিছিল। বৰাদেৱে দাঙি ধৰা এই শুধৰণিৰ পিছত দুৱাৰদেৱে ওমৰ খায যাম হিচাপেহে লিখিছিল।

ইতিহাসবিদ্ ড° বৰাই অসমৰ ইতিহাসৰ সঠিকভাৱে উদ্ধাৰ কৰাৰ বাবে ফাৰ্চী ভাষাত ৰচিত পুৰণি গ্ৰন্থসমূহৰ অধ্যয়ন অব্যাহত ৰাখি ইতিহাসৰ উৎস বিচাৰি উলিয়াইছিল। তেখেতে ফাৰ্চী ভাষাৰ পুথিৰ পৰা মধ্যযুগৰ ভাৰত আৰু অসমৰ বুৰঞ্জী উদ্ধাৰৰ চেষ্টা কৰাৰ উৎকৃষ্ট প্ৰমান্য তথ্য হ'ল তেখেতৰ দ্বাৰা অনুদিত 'বাহাৰিস্তান-ই-গায়বী'। ঢাকাত থাকিও তেখেতে অসমৰ উন্নতিৰ কথা চিন্তা কৰিছিল। তেখেতৰ জাতীযতাবোধৰ নিদৰ্শন পোৱা যায় ১৯৩৪ চনত অসম ছাত্ৰ সম্মিলনৰ সভাপতি হিচাপে প্ৰদান কৰা ভাষণত। ১৯৩৫ চনত তেখেতে কটন কলেজত শৰৎ চন্দ্ৰ গোস্বামীৰ বৰজীয়ৰীৰ স্মৃতিত অনুষ্ঠিত কৰা প্ৰতিভা দেৱী সোৱৰণী বক্তৃতা অনুষ্ঠানত মুছলমান ইতিহাসবিদে দাঙি ধৰা অসম বুৰঞ্জীৰ বিষয়ে তথ্য সম্বলিত বক্তৃতা প্ৰদান কৰিছিল।

অসমৰ স্কুল সমূহত ইংৰাজী শিক্ষাৰ উপযুক্ত পাঠ্যপুথিৰ অভাৱ অনুভৱ কৰি বৰাদেৱে দুখন ইংৰাজী পাঠ্যপুথি যুগুত কৰি দি পাঠ্যপুথিৰ অভাৱ পূৰণ কৰিছিল। তেখেতে যুগুত কৰা ইংৰাজী পাঠ্যপুথি দুখন হ'ল 'My first Reader' আৰু 'My Second Reader'। বৰাদেৱৰ গভীৰ জাতীয়তাবোধ, বৌদ্ধিক চিন্তা চৰ্চা আৰু ইতিহাস উদ্ধাৰৰ ঐকান্তিক প্ৰচেষ্টাৰ বাবে তেখেতক অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানৰ সভাপতি হিচাপে বৰণ কৰা হৈছিল। অসম সাহিত্য সভাৰ বুৰঞ্জীত তেখেতেই আজিলৈকে বয়োকনিষ্ঠ সভাপতি হিচাপে পৰিগণিত হৈ আহিছে। ১৯৪০ চনত যোৰহাটত অনুষ্ঠিত হোৱা অষ্টাদশ অধিৱেশনত তেখেতে সভাপতিৰ আসন

অলংকৃত কৰিছিল। সেই অধিৱেশনত সভাপতিত্ব কৰি তেখেতে যি চমু অভিভাষণ দিছিল তাৰ মূল্য আজিও অটুট আছে। তেখেতে ভাষণত সাম্প্ৰদায়িক সম্প্ৰীতিৰ যি বাণী উত্থাপন কৰিছিল সি আজিও হিন্দু মুছলমানৰ সম্প্ৰীতিৰ বাণী হিচাপে যুগমীয়া হৈ আছে। তেখেতে কৈছিল—

"ৰাজনৈতিক চুক্তিয়ে অস্থায়ী মিলন ঘটাব পাৰে কিন্তু মনোমালিন্য আতৰাবলৈ অপৰাগ। হিন্দু আৰু মুছলমান ভাৰতৰ সন্থান। আমি সদায় একেলগে আছোঁ আৰু থাকিব লাগিব, তেন্তে অনাহকতে এজনে আনজনৰ মনত কষ্ট দি কিয় ঘৃণাৰ ভাব সৃষ্টি কৰোঁ? আমাৰ মাজত মিলাপ্ৰীতিৰ ভাব স্থাপন কৰিম আৰু প্ৰত্যেকক নিজ ধৰ্ম আৰু সমাজৰ নিয়ম মানি চলিবলৈ দিম বুলি যদি প্ৰত্যেক মানুহে মনত বান্ধিলৈ কাৰ্যত পৰিণত কৰি দেখুৱায় আৰু সাহিত্যিক সকলে এই কাৰ্য জনসাধাৰণৰ মাজত প্ৰচাৰ কৰে তেন্তে বৰ্তমান সাম্প্ৰদায়িক সমস্যা পানীত ওলটেঙা উটি যোৱাদি উটি গৈ বঙ্গসাগৰত লয় পাবগৈ।"

অসমীযাৰ উপৰি ইংৰাজীত লিখা প্ৰবন্ধসমূহে ময়িদুল ইচলাম বৰাৰ বৌদ্ধিক চিন্তা আৰু পাণ্ডিত্যৰ পৰিচয় দিয়ে। ঢাকা বিশ্ববিদ্যালয়তো তেখেতৰ বহুমুখী প্ৰতিভাৰ বিকাশ ঘটে। তেখেতে নিজৰ বুদ্ধিমত্তাৰ বাবে ঢাকা বিশ্ববিদ্যালয়ৰ কাম কাজতো জড়িত হৈ পৰে আৰু ১৯৪৩-৪৪ চনত ঢাকা বিশ্ববিদ্যালয়ৰ কাৰ্যবাহী উপাচাৰ্য পদো লাভ কৰে। ১৯৪৪ চনত তেখেতে লক্ষ্ণৌলৈ যাওঁতে আকস্মিক পৰিস্থিতিত অকাল মৃত্যুক সাৱটি ল'বলগীয়া হয়। তেখেতৰ মৃত্যু ইমানেই আকস্মিক আৰু অস্বাভাৱিক আছিল যে বহুতে সেই মৃত্যুৰ অন্তৰালত মৌলবাদীৰ ষড়যন্ত্ৰৰ গোন্ধ পাইছে। বহুতে কয় তেখেতে চিকিৎসাৰ বাবে লক্ষ্ণৌলৈ যাওঁতে ১৯৪৪ চনৰ ৫ মে তাৰিখে আকস্মিকভাৱে মৃত্যু মুখত পৰে। সি যি কি নহওঁক তেখেতৰ দৰে এগৰাকী প্ৰতিভাধৰ ব্যক্তিৰ বিয়োগত অসমৰ অপূৰণীয় ক্ষতি হ'ল, মাত্ৰ ৪৪ বছৰ বয়সত অকালতে হেৰাই গ'ল এটি অনন্য প্ৰতিভা। তেখেতে এৰি থৈ যোৱা কৰ্মৰাজিৰ বিশ্লেষণ আজিলৈকে সম্পূৰ্ণভাৱে হোৱা নাই। আনকি তেখেতৰ গৱেষণা গ্ৰন্থ 'আমীৰ হাচান দিহলবীৰ জীৱন আৰু কৰ্ম' আজিও অসমীয়ালৈ অনুদিত হোৱা নাই। তেখেতে অশেষ কষ্ট স্বীকাৰ কৰি অনুবাদ কৰা বাহাৰিস্তান ই গায়বী য'ত মধ্যযুগৰ পূৰ্বভাৰতৰ ইতিহাস সন্নিবিষ্ট হৈ আছে সেই মহৎ ঐতিহাসিক গ্ৰন্থখন আজিও অসমীয়ালৈ অনুবাদ কৰা হোৱা নাই।

**গৱেষণাগ্ৰন্থ ঃ আমীৰ হাচান দিহলবীৰ জীৱন আৰু কৰ্মৰাজি ঃ**

ড° বৰাৰ গৱেষণা গ্ৰন্থই ইন্দো ফাৰ্চী সাহিত্যৰ এক গৌৰৱোজ্জ্বল দিশ উন্মোচন কৰিছে। গৱেষণা গ্ৰন্থখন তিনিটা প্ৰধান ভাগত বিভক্ত কৰি প্ৰস্তুত কৰিছে। প্ৰথম ভাগক পৰিচয় হিচাপে নামকৰণ কৰি হাচানৰ পূৰ্বৰ ইন্দো-ফাৰ্চী সাহিত্যৰ উৎস আৰু বিকাশৰ বুৰঞ্জী দাঙি ধৰিছে। হাচানৰ পূৰ্বসুৰী কবিসকলৰ পৰিচয, তেওঁলোকৰ সৃষ্টিশীল কৰ্ম আৰু ফাৰ্চী ভাষাৰ চহকী কাব্য সাহিত্যৰ ৰূপৰেখা অংকন কৰিছে। ফাৰ্চী ভাষাৰ চহকী বৈশিষ্ট্য আৰু বৈচিত্ৰ্য পৰিদৃশ্যমান হয সেই ভাষাৰ কাব্য সাহিত্যত।

দ্বিতীয ভাগত তেখেতে কবিজনাৰ জীৱন পঞ্জী লিপিবদ্ধ কৰি কবি প্ৰতিভাৰ বিষযে কৈছে। আমীৰহাচান দিহলবী প্ৰতিভাধৰ কবি হ'লেও বৰাদেৱে তেখেতৰ কৰ্মৰাজি গৱেষণাৰ জৰিয়তে উন্মোচন নকৰালৈকে হাচানৰ প্ৰতিভা অন্ধকাৰৰ অটল গৰ্ভত নিমজ্জিত হৈ আছিল। ভাৰতীয় ফাৰ্চী কবি আমীৰ খশ্ৰুৰ গজল, কবিতা আদিৰ বিষযে প্ৰচুৰ চৰ্চা হৈছে আৰু তেওঁৰ বিষয়ে সাধাৰণ পাঠকো সম্পূৰ্ণ অৱগত। আনহাতে আমীৰ হাচানৰ সাহিত্য কৰ্মৰ পৰিধি বিশাল হোৱা স্বত্বেও উপযুক্ত প্ৰচাৰৰ অভাৱত তেওঁ লোকসমাজৰ দৃষ্টিৰ অন্ধকাৰত আছিল। ড° বৰাদেৱে আমীৰ হাচানৰ জীৱন আৰু কৰ্ম ৰাজিৰ বিষয়ে গৱেষণা কৰিবলৈ ওলোৱাটো সেই সময়ত এক প্ৰত্যাহ্বান হিচাপে বিবেচিত হৈছিল, কাৰণ সেই সম্পৰ্কে বিশেষ আলোচনা, অধ্যয়ন আদি হোৱা নাছিল। কিন্তু বৰদেৱে ফাৰ্চী সাহিত্য অধ্যয়ন কৰাৰ পিচত গম পাইছিল যে আমীৰ হাচান আমীৰ খশ্ৰুৰ তুলনাত কোনোগুণে নিম্ন স্তৰৰ নহয়, কেৱল উপযুক্ত অধ্যয়ন নোহোৱা বাবেহে আমীৰ হাচানৰ সাহিত্য কৃতি লোক সমাজৰ মাজত সঠিকভাৱে উন্মোচিত হোৱা নাছিল। ড° বৰাই গৱেষণা গ্ৰন্থৰ সংক্ষেপনত কবি গৰাকীৰ বংশ পৰিচয় দাঙি ধৰিছে। আমীৰ হাচানৰ পিতৃপুৰুষ ভাৰতলৈ আহিছিল আৰু ভাৰতৰ মাটিতে বসবাস কৰিবলৈ লয়। আমীৰৰ জন্ম হৈছিল ১২৫৩ খৃঃত (হিজৰী ৬৫১) দিল্লীত। সেই সময়ত দিল্লীত নাচিৰুদ্দিন মাহমুদৰ ৰাজত্ব চলিছিল। আমীৰ হাচানৰ আন এটা নাম হ'ল আলাউদ্দিন চাঞ্চাৰী আৰু তেওঁ কাব্য প্ৰতিভাৰে হিজৰী সাত শতিকাৰ শেষ ভাগ আৰু আঠ শতিকাৰ আগভাগত ফাৰ্চী ভাষাত পদ্য আৰু গদ্য ৰচনা কৰি ফাৰ্চী সাহিত্যৰ ভঁৰাল চহকী কৰিছিল। আমীৰ হাচানৰ শিশুকালৰ শিক্ষা-দীক্ষাৰ বিষয়ে বিশদভাৱে জনা নাযায় যদিও তেওঁৰ দ্বাৰা ৰচিত কাব্য সংকলন

ডিভানৰ আগকথাৰ পৰা জনা যায় যে তেওঁ তেৰ বছৰ বয়সৰ পৰাই কবিতা লিখিবলৈ লৈছিল। তেওঁ যি দুগৰাকী কবিৰ পৰা কবিতা লেখাৰ প্ৰেৰণা পাইছিল তেওঁলোক দুজন হ'ল চাদী আৰু চেইথ আবু চাইড— যাৰ পদাঙ্ক অনুসৰণ কৰি তেওঁ পদ্য ৰচনা কৰিছিল। তেওঁ সমসাময়িক ফাৰ্চী কবি আমীৰ খশ্ৰুক লগ পাইছিল বৰ আকস্মিক আৰু নাটকীয়ভাৱে। ডেকা বয়সত তেওঁ বেকাৰীৰ দোকানত কাম কৰি থাকোতে ৰাস্তাৰে পাৰ হৈ যোৱা শ্বেইখ নিজামুদ্দিন আউলিয়া আৰু আমীৰ খশ্ৰুক দেখা পাইছিল। আমীৰ হাচান বৰ ধুনীয়া দেখনিয়াৰ যুৱক। আমীৰ খশ্ৰুৱে হাচানক দেখি আকৰ্ষিত হ'ল আৰু দোকানলৈ গৈ সুধিলে— তুমি কেনেদৰে ৰুটী বিক্ৰি কৰা? হাচানে উত্তৰ দিলে— তুৰ্জ্জুৰ এফালে ৰুটীটো ৰাখি আনফালে গ্ৰাহকক ধন দিবলৈ দিও আৰু যেতিয়া ধনৰ ওজন ৰুটীৰ ওজনতকৈ বেছি হয় তেতিয়া গ্ৰাহকক ৰুটী নিবলৈ দিও। আমীৰ খশ্ৰুৱে আকৌ সুধিলে— আৰু যদি গ্ৰাহকৰ ধন নাথাকে তেনেহ'লে কি কৰা? হাচানে উত্তৰ দিলে— ধনসোণৰ সলনি তেওঁলোকৰ দুখ আৰু কাবৌ কোকালি গ্ৰহণ কৰো। আমীৰ খশ্ৰুৱে হাচানৰ উত্তৰ শুনি আচৰিত হ'ল আৰু তেওঁ স্বেইখ নিজামুদ্দিনক ক'লে। সিদিনাৰে পৰা হাচানে দোকানৰ কাম বাদ দি আমীৰ খশ্ৰুৰ বন্ধু হ'ল আৰু নিজামুদ্দিন আউলিয়াৰ শিষ্য হ'ল। নিজামুদ্দিনৰ পৰা চুফী দৰ্শনৰ শিক্ষা গ্ৰহণ কৰি দাৰ্শনিক চিন্তাৰে ৰহস্যবাদী কবিতা লিখিবলৈ ধৰিলে, এনেদৰেই আৰম্ভ হ'ল আমীৰ হাচানৰ কাব্য জীৱন।

হাচানৰ সাহিত্য কৰ্মৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য হ'ল তেওঁৰ গজল, কাশিদা, কুইটা, ৰোবাই আৰু ৰোমান্তিক ধৰ্মী মছনবী। তেওঁৰ কাব্য সংকলন ডিভানত দহ হেজাৰ দ্বিপদী সংকলিত হৈছে— তাৰে ভিতৰত ৮০০ টা গজল, ১৩৭ টা ৰোবাই, ১০০ টা কাঁশিদা আৰু এটা সুদীৰ্ঘ মছনবী। হাচানে লোক সাহিত্যৰ কাহিনীৰ ভিত্তিত মছনবী লিখিছিল। হিকাযত-ই-আচ্ছিক-ই নাগৰী বা নাগৰীৰ প্ৰণয় কাহিনীৰে তেওঁ মছনবী লিখি থৈ গৈছে। গদ্য সাহিত্যৰ ভিতৰত তেওঁৰ উল্লেখযোগ্য অৱদান হ'ল ৰাজকুমাৰ মহম্মদৰ মৃত্যুত লিখা মাৰচিয়া আৰু গুৰু নিজামুদ্দিনৰ বাণী আৰু সংলাপেৰে সংকলিত 'ফাৱহিদ-উল-ফাৱাদ'। তেওঁৰ কোনো এখন কাব্যগ্ৰন্থ বা গদ্য গ্ৰন্থ প্ৰকাশ হোৱা নাছিল। তেওঁ দিল্লীৰ চুলতান গিয়াচুদ্দিন বলবনৰ ৰাজত্বকালৰ পৰা মহম্মদ টোঘলকৰ দিনলৈকে ৰাজদৰবাৰৰ কবি হিচাপে ১২৭৯ চনৰ পৰা ১৩২৭

চনলৈকে পাঁচজন চুলতানৰ দৰবাৰৰ সৈতে জড়িত হৈ আছিল। মহম্মদ টোঘলকে যেতিয়া দিল্লীৰ পৰা ৰাজধানী দক্ষিণৰ দেৱানগিৰি বা দৌলতাবাদলৈ স্থানান্তৰ কৰে তেতিয়া তেওঁ আমীৰ হাচানকো জোৰকৈ তালৈ পঠাই দিয়াত কবিজনে আচহুৱা পৰিৱেশত বৰ মানসিক আৰু শাৰীৰিক যন্ত্ৰণা পালে। অৱশেষত দৌলতাবাদলৈ অহাৰ এবছৰৰ পিছত ১৩৬৯ চনত ৮৩ বছৰ বয়সত তেওঁৰ মৃত্যু হয় বৰ কৰুণভাৱে। মহাৰাষ্ট্ৰৰ অউৰাংগাবাদ জিলাৰ ইলোৰৰ নাতিদূৰত দৌলতাবাদৰ ওচৰত তেওঁৰ সমাধি এতিয়াও হাচান শিৰৰ সমাধি হিচাপে বিখ্যাত হৈ আছে। তেওঁৰ সমাধিক হাচান শিৰৰ সমাধি বুলি কোৱাৰ অন্তৰালতো এটা কাহিনী আছে। কোনোবা দৰ্শনাৰ্থীয়ে যদি তেওঁৰ মাজাৰত ৰাতি যাপন কৰে তেন্তে তেওঁ মাজাৰত সিংহৰ চকুৰ জিলকনি দেখিবলৈ পায় আৰু ভয়তে পেপুৱা লাগি মূৰ্চ্ছা যায়। সেই কাৰণে তেওঁৰ সমাধিক সিংহৰ সমাধি হিচাপে জ্ঞান কৰি দৰ্শনাৰ্থীয়ে দিনৰ ভাগতে শ্ৰদ্ধাৰে দৰ্শন কৰে। ৰাতি মাজাৰলৈ কোনেও নাযায়।

ড° বৰাদেৱে আমীৰ হাচান দিহলবীৰ সাহিত্য কৰ্মৰাজি বিশ্লেষণ কৰাৰ পিছত হাচানক সৰ্বশ্ৰেষ্ঠ গজল ৰচক হিচাপে অভিহিত কৰা হৈছে। ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ ভাৰতীয় ফাৰ্চী কবি আমীৰ খশ্ৰুৰ ৰচনাৰ বিষয়ে বিস্তৃত আলোচনা হোৱাৰ পিচত সেইকালৰ সমসাময়িক প্ৰতিভাবান ফাৰ্চী কবিসকলৰ ৰচনা একেবাৰে নিস্প্ৰভ হৈ আছিল আৰু সেয়েহে বৰাদেৱে আমীৰ হাচানৰ কৰ্মৰাজিৰ বিষয়ে গৱেষণা কৰি কবিজনাৰ সৃষ্টিক উন্মোচন কৰাটো প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰি গৱেষণা গ্ৰন্থ যুগুত কৰি উলিযাইছিল। তেখেতৰ গৱেষণা গ্ৰন্থই ফাৰ্চী সাহিত্যৰ এটা গৌৰবোজ্বল অধ্যায় উন্মোচন কৰিলে। তেখেতে ঐতিহাসিক সমলৰ আধাৰত আমীৰ হাচান দিহলবীৰ জীৱন আৰু কৰ্মৰাজি বিশ্লেষণ কৰি ইতিহাসৰ বহুতো দিশ উন্মোচন কৰিলে। হাচানৰ কৰ্মৰাজি উদঘাটনৰ জৰিযতে ফাৰ্চী সাহিত্যত আমীৰ খশ্ৰু আৰু আমীৰ হাচানৰ গুৰুত্ব সমপৰ্যায়ৰ বুলি প্ৰমাণ কৰি বৰাদেৱে নিজৰ বৌদ্ধিক প্ৰতিভাৰ গভীৰতা প্ৰতিষ্ঠা কৰিলে। তেখেতৰ বৌদ্ধিক প্ৰতিভাৰ গভীৰতা অনুধাৱন কৰি লণ্ডন বিশ্ববিদ্যালয়ে তেখেতক সম্মানীয় ডক্টৰেট ডিগ্ৰী প্ৰদান কৰিলে।

**বাহাৰিস্তান-ই-গায়বী ঃ** ড° ময়িদুল ইচলাম বৰাৰ এক উল্লেখযোগ্য আৰু অনবদ্য অৱদান হ'ল ইতিহাস প্ৰমান্য দলিল বাহাৰিস্তান-ই-গায়বী নামৰ মূল্যবান ইতিহাস গ্ৰন্থখনক ইংৰাজী অনুবাদ। চাক্ষুস অভিজ্ঞতাৰে ৰচনা কৰা এইখন এখন ইতিহাস

তথ্য সম্বলিত গ্ৰন্থ। এই গ্ৰন্থখনত মোগল সম্ৰাট জাহাঙ্গীৰ আৰু তেওঁৰ পুত্ৰ চাহজাহানৰ ৰাজত্বকালত অসম, কোচবিহাৰ, বঙ্গ, বিহাৰ আৰু উৰিষ্যাত মোগল আক্ৰমণৰ তথ্য সম্বলিত ইতিহাস আছে। এই গ্ৰন্থখন পোন প্ৰথমতে আবিষ্কাৰ কৰিছিল বঙ্গৰ ইতিহাস পণ্ডিত চাৰ যদুনাথ চৰকাৰে ১৯২০-২১ চনত। বাহাৰিস্তানত বৰ্ণিত ঘটনাপঞ্জী প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ হিচাপে দাঙি ধৰিছে মিৰ্জা নাথন নামৰ এজন মোগল সেনাপতিয়ে। তেওঁৰ আচল নাম আছিল আলাউদ্দিন ইছফাহানি। তেওঁ আছিল সমৰবিদ্যা বিশাৰদ আৰু সমৰ কুশলতাৰ বাবে তেওঁ সম্ৰাট জাহাঙ্গীৰৰ পৰা 'চিতাবখান' উপাধি লাভ কৰিছিল। বাহাৰিস্তান ৰচনা কৰাৰ সময়ত তেওঁ মিৰ্জানাথন নামটোহে ব্যৱহাৰ কৰিছে। বাহাৰিস্তান-ই-গায়বীৰ আক্ষৰিক অৰ্থ হ'ল 'বসন্ত কালৰ গুপ্তস্থান'। বিহাৰ, উৰিষ্যা, বঙ্গ, কোচবিহাৰ অসম আদি পূবভাৰতৰ ভূখণ্ডক তেওঁ বসন্ত ঋতুৰ গুপ্তস্থান হিচাপে অভিহিত কৰি এই ভূখণ্ডত সংঘটিত ৰাজনৈতিক উত্থান-পতন আৰু যুদ্ধ-বিগ্ৰহৰ কাহিনী চাক্ষুস অভিজ্ঞতাৰে বৰ্ণনা কৰিছে। কিন্তু ড° বৰাই উল্লেখ কৰামতে গাযবী শব্দৰ অৰ্থ হ'ল অদৃশ্য। অদৃশ্য বা ছদ্মনাম লৈ লেখা বাবে গ্ৰন্থখনৰ নাম ৰাখিছে বাহাৰিস্তান-ই-গায়বী। বাহাৰিস্তানৰ লেখক আলাউদ্দিন ইছফাহানিয়ে ছদ্ম নামতহে গ্ৰন্থখন ৰচনা কৰিছে। গ্ৰন্থকাৰে গ্ৰন্থখনৰ তৃতীয় দাস্তানত নিজে কৈছে— "It occurred to the mind of this in significant Ghayli commonly known as Shitab Khan alias Alauoud-din, well known as Nathan, and Sank deeply down to the bottom of the ocean of his imagination that he should embellish the third volume of the *Baharistan with the ornaments of the pearls of speech, and that* whatever had taken place during the rule of the Khan Fath-jang known as Ibralum khan should be put into writing for the benefit of the readers So that they might derive pleasure by going through its contents, and by this means this in significant man might perhaps be remembered in their offerings of benedictory prayers

গ্ৰন্থখনৰ লেখক আলাউদ্দিন ইছফাহানি ওৰফে মিৰ্জা নাথন সমসাময়িক মোগল সেনাপতি আছিল আৰু তেওঁ অসম, বঙ্গ, কোচবিহাৰ আক্ৰমণৰ সময়ত আগভাগ লৈছিল। সম্ৰাট জাহাঙ্গীৰৰ শাসনকালত তেওঁৰ পুত্ৰ ছাহজাহানে বিদ্ৰোহ কৰি বঙ্গ

অধিকাৰ কৰাৰ সময়তো মিৰ্জা নাথন সোঁশৰীৰে উপস্থিত আছিল। কিন্তু বাহাৰিস্তান ৰচনা কৰোঁতে তেখেতে তাখাল্লুচ বা ছদ্মনাম লৈহে লিখিছিল আৰু সেইকাৰণে তেওঁ গ্ৰন্থখনৰ নাম ৰাখিলে বাহাৰিস্তান-ই-গাযবী। মোগল সাম্ৰাজ্য বিস্তাৰৰ ক্ষেত্ৰত উত্তৰ পূব ভাৰতত মিৰ্জা নাথনে চমকপ্ৰদ সাফল্য অৰ্জন কৰাৰ বাবে সম্ৰাট জাহাঙ্গীৰে তেওঁক চিতাবখান উপাধিৰে বিভূষিত কৰিছিল। চাৰ যদুনাথ চৰকাৰে প্ৰবাসী আৰু বিহাৰ উৰিষ্যা ৰিচাৰ্চ চোচাইটিৰ জাৰ্নেলত লিখা প্ৰবন্ধত মিৰ্জা নাথনৰ নামটো মিৰ্জা চাহন বুলি উল্লেখ কৰিছে যদিও সি শুদ্ধ নহয়। পুৰণি অসম বুৰঞ্জী আৰু কামৰূপৰ বুৰঞ্জীয়েও ঠায়ে ঠাযে মিৰ্জা নাথন বুলিহে উল্লেখ কৰিছে কিন্তু নাথন শব্দটো ফাৰ্চীও নহয়, আৰবীও নহয়। মিৰ্জানাথন ফাৰ্চী মুছলমান হোৱা স্বত্বেও কিয় নাথন লিখিলে তাৰ আঁতিগুৰি বিচাৰ কৰি ড° বৰাই কৈছে যে ভাৰতবৰ্ষৰ কিছুমান অঞ্চলত যিবিলাক পৰিয়ালৰ পিতৃ-মাতৃৰ মাথো একেটি সন্তান হয বা আগতে কেবাটাও সন্তান ঢুকাইছে তেনেক্ষেত্ৰত পিতৃ-মাতৃযে জীৱিত সন্তানটোৰ নাকত নাকফুলী পিন্ধোৱাৰ দস্তুৰ চলি আছে, নাকত আঙঠি বা নাকফুলী পিন্ধালে ভূত প্ৰেতে সন্তানৰ অনিষ্ট কৰিব নোৱাৰে। নাকত পিন্ধোৱা আঙঠিক 'নাথ' বুলি কোৱা হয়। ড° বৰাৰ মতে মিৰ্জা নাথনৰ ক্ষেত্ৰতো এই দস্তুৰ পালন কৰা হৈছিল আৰু তেওঁৰ নাকত আঙঠি পিন্ধোৱা বাবেহে নাথন হ'ল বুলি বিশ্বাস কৰা হয়।

বাহাৰিস্তান-ই-গায়বীৰ আবিষ্কাৰে উত্তৰ পূব ভাৰতৰ ইতিহাসৰ পুনৰ্নিৰ্মাণ সম্ভৱ কৰি তুলিছে। বঙ্গৰ ইতিহাসবিদ যদুনাথ চৰকাৰে পোন প্ৰথমে বাহাৰিস্তান আবিষ্কাৰ কৰি বঙালী আলোচনী প্ৰবাসী আৰু বিহাৰ-উৰিষ্যাৰ ৰিচাৰ্চ ছোচাইটিৰ আলোচনীত ১৯২১ চনত গ্ৰন্থখনৰ বিষয়বস্তু সামৰি কেইটামান প্ৰবন্ধ লিখে। ঢাকা বিশ্ববিদ্যালয়ে পেৰিচৰ 'Biblio theque National' লাইব্ৰেৰীত থকা পাণ্ডুলিপি এটাৰ অবিকল নকল কপি (Rotograph) সংগ্ৰহ কৰি আনে। এই কপিৰ পৰাই ড° বৰাই বাহাৰিস্তান ইংৰাজীলৈ অনুবাদ কৰে। বৰাই অনুবাদ কৰোঁতে কিছুমান অনাৱশ্যকীয় অংশ বা পুনৰ উক্তি বাদ দিছে। গ্ৰন্থখনৰ স্বত্ব সম্বন্ধে পাণ্ডুলিপিত কিছু কথা লিখা আছে। গ্ৰন্থখন লিখাৰ উদ্দেশ্য সম্বন্ধে লেখকে কোৱা কথাখিনি উল্লেখ কৰিছে। লেখকে নিজকে এজন গুৰুত্বহীন মানুহ বুলি জ্ঞান কৰি কৈছে যে পৃথিৱীৰ এগৰাকী শ্ৰেষ্ঠ চুলতান আৰু এগৰাকী শ্ৰেষ্ঠ 'খাগান' নিৰুদ্দিন মহম্মদ জাহাঙ্গীৰ বাদচাহ গাজীৰ

সমৃদ্ধিশালী ৰাজত্বকালত বঙ্গদেশ আৰু পাৰ্শ্ববৰ্তী অঞ্চলত ঘটা কেতবোৰ সঁচা ঘটনা লিপিবদ্ধ কৰা হৈছে যাতে সেইবোৰ সময়ৰ পৃষ্ঠাত বৈ যায় আৰু সেইবোৰৰ পৰা বিজ্ঞ পণ্ডিতসকলে ইতিহাসৰ সমল লাভ কৰিব পাৰে। ভগৱানৰ দয়াত এই সঁচা ঘটনাবোৰ লিখা হৈছে আৰু বিজ্ঞ পণ্ডিত আৰু জ্ঞানী বক্তাসকলে ভূলভ্ৰান্তি শুধৰাই জাহাঙ্গীৰৰ বিষয়ে লিখা বুৰঞ্জীত স্থান দিব পাৰে। কথাখিনিত লেখকৰ সৰলতা প্ৰকাশ পাইছে। কিন্তু দুৰ্ভাগ্যৰ বিষয় এই যে গ্ৰন্থখন জাহাঙ্গীৰৰ আমোলৰ ইতিহাস ৰচোঁতাৰ দৃষ্টিগোচৰ নহ'ল আৰু ইযাৰ সমল বুৰঞ্জীত লিপিবদ্ধ নহ'ল। গ্ৰন্থখনৰ স্বত্ব সংৰক্ষণৰ বিষযে প্ৰথম পৃষ্ঠাত লিখা কথাখিনি উল্লেখ নকৰিলে গ্ৰন্থখন কেনেদৰে ইজনৰ পৰা সিজনলৈ হস্তান্তৰ হৈ শেষত কাৰ স্বত্বত থাকিল সেইকথা অজ্ঞাত হৈয়ে থাকিল। গ্ৰন্থখনৰ প্ৰথম পৃষ্ঠাত লিখা কথাখিনি উল্লেখ নকৰিলে গ্ৰন্থখন কেনেদৰে ইজনৰ পৰা সিজনলৈ হস্তান্তৰ হৈ শেষত কাৰ স্বত্বত থাকিল সেই কথা অজ্ঞাত হৈয়ে থাকিল। গ্ৰন্থখনৰ প্ৰথম পৃষ্ঠাত লিখামতে গ্ৰন্থখন মালিক আলিৰ পুত্ৰ চিতাবখানে নবাব আচালাটখানক উপহাৰ দিছিল। নবাবে তেওঁৰ তোলনীয়া ভাতৃ আকা মহম্মদ বাগিৰক ১৬১৪ চনৰ ১০ জুন তাৰিখে (হিজৰীমতে ১০৫১ৰ ৰাউল আৱাল) উপহাৰ দিছিল। মহম্মদ বাগিৰে মৰমতে তেওঁৰ ভৃত্য চিৰাকক উপহাৰ দিছিল— য'ত তেওঁৰ চহী আৰু চীল মোহৰ আছিল। মহম্মদ বাগিৰে যেতিয়া আল্লাৰ দয়াত ভৃত্য জিৰাকক মুক্ত কৰিছিল তেতিয়া জিৰাকে গ্ৰন্থখন লাহোৰৰ ৰাজপথত বিক্ৰি কৰিলে। নবাবৰ এগৰাকী নিম্ন শ্ৰেণীৰ কৰ্মচাৰী মহম্মদ মুমিন ইছফাহানিৰ পুত্ৰ আমিৰুল্লাই জিৰাকৰ পৰা গ্ৰন্থখন দাম দি কিনি লৈছিল। গতিকে গ্ৰন্থখনৰ ওপৰত অন্য লোকৰ স্বত্ব থাকিব নোৱাৰে। এই কথাখিনি গ্ৰন্থৰ পৃষ্ঠাত ১৬৪২ চনৰ ৮ নবেম্বৰ তাৰিখে লিখা হৈছিল।

বাহাৰিস্তানত চাৰিটা দফতৰ বা খণ্ড আছে। প্ৰতিটো দফতৰ জাহাঙ্গীৰৰ শাসন কালত বঙ্গত নিযুক্ত গবৰ্ণৰ সকলৰ সময়ৰ ঘটনা প্ৰবাহৰ বিৱৰণ। প্ৰথম দফতৰটোত বঙ্গৰ গবৰ্ণৰ ইছলাম খানৰ শাসনকালৰ ঘটনা পঞ্জীৰ বৰ্ণনা আছে আৰু প্ৰতিটোকে দস্তান বা কাহিনী হিচাপে নামকৰণ কৰা হৈছে। দ্বিতীয় দফতৰত কাজিমখানৰ শাসনকালৰ বৰ্ণনা আছে আৰু ইয়াত আঠটা দস্তান আছে। অৱশ্যে এই দফতৰক গবৰ্ণৰৰ নামেৰে নামকৰণ কৰা হোৱা নাই। কাৰণ লেখক মিৰ্জা নাথনৰ লগত গবৰ্ণৰ

কাজিম খানৰ সম্পৰ্ক সৌহাৰ্দপূৰ্ণ নাছিল। সেই শত্ৰুতাৰ বাবে কাজিমখানৰ নামেৰে দফতৰ নামকৰণ কৰা হোৱা নাছিল বুলি অনুমান কৰা হৈছে। তৃতীয় দফতৰটোত ইব্ৰাহিম খানৰ ৰাজত্বকালৰ কথা আছে আৰু সেয়েহে এই দফতৰটোক ইব্ৰাহিম নামা হিচাপে নামকৰণ কৰিছে। চতুৰ্থ দফতৰত যুৱৰাজ চাহজাহানে বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ শাসকৰ বিৰুদ্ধে কৰা বিদ্ৰোহৰ কথা আছে। এই দফতৰক 'ৱাগিযাটি-ই-চাহজাহাণী' বা চাহজাহানৰ বিদ্ৰোহ বুলি নামকৰণ কৰা হৈছে। এই দফতৰটো চাহজাহানৰ ৰাজত্বকালৰ পঞ্চম বছৰত সমাপ্ত কৰিছে। ইযাত তিনিটা দস্তান বা অধ্যায় আছে।

গ্ৰন্থখনৰ ভাষা সহজ-সৰল, লিখাৰ পদ্ধতিও সহজ। কোনো ক্ষেত্ৰতে আলঙ্কৰিক ভাষা ব্যৱহাৰ কৰা হোৱা নাই। ব্যক্তিগত স্মৃতিৰ পৰা লেখকে ঘটনাবোৰ বৰ্ণনা কৰিছে। ঘটনাপঞ্জী লিখোঁতে মাজে মাজে ভাৰতীয শব্দ বিশেষকৈ বঙালী আৰু অসমীযা শব্দও সন্নিবিষ্ট হৈছে। গ্ৰন্থখনত ব্যাকৰণিক ভুল বা বানানৰ অশুদ্ধতা দেখা যায। লেখক এজন সামৰিক লোক বাবে লেখামেলাত বৰ বেছি অভ্যস্ত নোহোৱা বাবে তেনে ভুল থকাটো স্বাভাবিক। কিন্তু লেখকে গ্ৰন্থখনৰ তৃতীয় দফতৰত (ফলিঅ' ২০৭ বি) নিজেই নিজৰ অক্ষমতা স্বীকাৰ কৰি কৈছে—

"Whenever in the art of expression and orthography there are error due to omissions and oversight to which human beings are liable (it is hoped that) they would be corrected with the pen of clemency and the defects would be concealed under the train of generosity Because human beings is composed of error and forgetfulness "

লেখকৰ এই সৰলতাই গ্ৰন্থৰ মূল্য বঢাই তুলিছে। লেখকে ঘটনাবোৰ সত্যৰ ওপৰত ভিত্তি কৰি লিখা বুলি স্বীকাৰ কৰি নিজৰ প্ৰকাশৰ অক্ষমতাৰ বাবে ক্ষমা বিচাৰিছে। মিৰ্জা নাথনে গভীৰ প্ৰত্যাশাৰে ইতিহাসৰ সঁচা ঘটনা নিজৰ ভাষাৰে বৰ্ণনা কৰিছে। ড° বৰাই বাহাৰিস্তানৰ সকলো কথা আখৰে আখৰে অনুবাদ নকৰি বৰ সাৱলীল আৰু আঁতিগুৰি মাৰি ঘটনা ক্ৰম উল্লেখ কৰিছে। তেখেতে দুটা খণ্ডত সম্পূৰ্ণ গ্ৰন্থখন ইংৰাজীলৈ অনুবাদ কৰি দুঃসাধ্য সাধন কৰি নিজৰ পাণ্ডিত্য দেখুৱাইছে।

বাহাৰিস্তানৰ অনুবাদে অসম বুৰঞ্জীৰ এটা অধ্যায় উন্মোচন কৰিছে।

ড° মফিদুল ইচলাম বৰাই বাহাৰিস্তান-ই-গায়বী অনুবাদ কৰিবলৈ গৈ যথেষ্ট পৰিশ্ৰম কৰিবলগীয়া হৈছে। ড° বৰা অকল ফাৰ্চী ভাষাৰ পণ্ডিত আৰু গৱেষকেই নহয় তেখেতে বিস্তৃত টোকা সংযোজন কৰি গৈছে। তেখেতে সংযোগ কৰা টোকা টিপ্পনী বাহাৰিস্তানৰ ঐতিহাসিক প্ৰমূল্য দুগুণে বঢ়াই তুলিছে। ফাৰ্চী ভাষাৰ মূল গ্ৰন্থখনৰ তুলনাত বৰাদেৱে অনুবাদ কৰা গ্ৰন্থখনত প্ৰসঙ্গ-সঙ্গতিপূৰ্ণ ঐতিহাসিক সম্বল প্ৰচুৰ পৰিমাণে সন্নিবিষ্ট হৈছে। বাহাৰিস্তান ইংৰাজীলৈ সম্পূৰ্ণভাৱে অনুবাদ কৰাৰ বাবে তেখেতক সম্পূৰ্ণ তিনি বছৰ সময় লাগিছিল। ইংৰাজীলৈ অনুদিত হোৱাৰ পিছত ড° বৰাৰ বাহাৰিস্তান বঙালীলৈ অনুবাদ কৰিছে খালেকদাদ চৌধুৰীয়ে। কিন্তু বৰ পৰিতাপৰ বিষয় যে ড° বৰাৰ দ্বাৰা অনুদিত আৰু অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ববিভাগে প্ৰকাশ কৰা বাহৰিস্তানৰ ঐতিহাসিক প্ৰমূল্য আজি চাৰে তিনিশ বছৰে অকনো হ্ৰাস পোৱা নাই। বৰং উত্তৰ পুবভাৰতত মোগল সাম্ৰাজ্য বিস্তাৰৰ এটা অধ্যায়ৰ বুৰঞ্জী এতিয়াও জীৱন্ত হৈ আছে। অসমীয়া ভাষাত বাহাৰিস্তান-ই-গায়বী অনুদিত হ'লে ইতিহাসৰ এটা জীৱন্ত অধ্যায় সৰ্বসাধাৰণৰ বাবে উন্মোচিত হ'ব বুলি বিনা দ্বিধাই ক'ব পৰা যায়।



# উইলিয়াম ব্লেকৰ কবিতাত অতীন্দ্ৰিয়বাদ

ওঠৰ শতিকাত ইংৰাজী কাব্য সাহিত্যত ৰোমাণ্টিজিমৰ সুৰ স্পন্দিত হয ৰবাৰ্ট বাৰ্ণছ, উইলিযাম ব্লেক, জেমচ্ মেকফৰচন, থমাচ ছেটোৰটন, থমাচ পাৰ্ছি আদি কবিসকলৰ কবিতাত। এই ৰোমাণ্টিক কবি সকলৰ ভিতৰত যিগৰাকী কবিৰ কবিতাত স্বকীয় বৈশিষ্ট্য আৰু চিৰন্তন চিন্তাৰ উন্মেষ ঘটিছে সেই গৰাকী কবি হ'ল ৰবাৰ্ট বাৰ্নছৰ সমসাময়িক কবি উইলিযাম ব্লেক। লৰালিৰে পৰা কবিতাৰ ছন্দৰ প্ৰতি আকৃষ্ট হোৱা ব্লেকে এলিজাবেথান যুগৰ কবিসকলৰ পদানুসৰণ নকৰাকৈয়ে গভীৰ অনুভূতিৰে কবিতা লিখিছিল। লৰালিৰ কবিতাসমূহত আছিল ৰোমাণ্টিক ভাবোচ্ছ্বাস আৰু অসংলগ্ন কল্পনাশক্তিৰ প্ৰাচুৰ্য্য। কোনো পূৰ্বসুৰী কবিৰ ছন্দৰ দ্বাৰা অনুপ্ৰাণিত নোহোৱাকৈ নিজস্ব স্বাধীন চিন্তা আৰু অন্যন্য অনুভূতিৰে কবিতা লিখি যি এক অবিস্মৰণীয কাব্য প্ৰতিভাৰ পৰিচয দিয়ে সিয়ে তেওঁক ইংৰাজী সাহিত্যত নিভাঁজ পদ্যশৈলীৰ স্ৰষ্টা হিচাপে পৰিচিত কৰি ৰাখিছে। বহুতেই তেওঁৰ কবিতাক অসংলগ্ন চিন্তাৰ প্ৰলাপ বুলি ক'ব খোজে যদিও তেওঁৰ কেতবোৰ কবিতাত অন্তৰাত্মাৰ অবিনাশী চিন্তাৰ প্ৰকাশ ঘটিছে। তেওঁৰ কল্পনা বিলাস, ৰহস্যময়তা আৰু উদ্ভ্ৰান্ত চিন্তাৰ অভিব্যক্তিৰ সংমিশ্ৰণত একোটা সুন্দৰ ছন্দময কবিতাৰ জন্ম হৈছে। তেওঁৰ পূৰ্বসুৰী গ্ৰে, গল্ডস্মিথ, কাউপাৰ আদি কবিসকলৰ নান্দনিক সৃষ্টিৰ দ্বাৰা অনুপ্ৰাণিত হোৱা নাই বা তেনে কোনো কবিৰ কবিতাৰ ছন্দ অনুকৰণ কৰাও দৃষ্টিগোচৰ হোৱা নাই। সম্পূৰ্ণ নিজস্ব শৈলীৰে আৰু সৃষ্টিশীল কল্পনাৰে তেওঁ কবিতা লিখিছিল— যিবোৰ কবিতা আছিল নিভাঁজ অথচ কল্পনাপ্ৰৱণ, সঙ্গীতময় সাৱলীল আৰু অতীন্দ্ৰিয় অনুভূতিপ্ৰৱণ। তেওঁৰ কেতবোৰ কবিতাত উন্মাদ চিন্তাৰ উদ্ৰেক দেখিবলৈ পোৱা যায় যদিও আন কেতবোৰ কবিতাত অতীন্দ্ৰিয়বাদ আৰু মনস্তাত্বিক অনুভৱ পৰিস্ফুট হৈ উঠিছে। শিশুসুলভ অনুভূতিৰে কবিতা লিখিলেও তেওঁৰ কেতবোৰ কবিতা পাঠকৰ বাবে দুৰ্বোধ্য হৈ উঠিছে আৰু সেয়েহে কাব্য সমালোচক সকলে তেওঁৰ

কেতবোৰ কবিতাক শিশুমনৰ অসংলগ্ন প্ৰলাপ বুলি ক'বলৈও কুণ্ঠাবোধ কৰা নাই। তেওঁৰ প্ৰথমাৰ্দ্ধৰ কবিতাসমূহত শিশুসুলভ অনুভূতিৰ প্ৰকাশ ঘটিছে যদিও পৈনত বয়সৰ কবিতাসমূহত অতীন্দ্ৰিয়বাদী চিন্তা আৰু আধ্যাত্মিক অনুভূতিৰ সুষম বিকাশ পৰিদৃষ্ট হয়। তেওঁ নিজস্ব মাজত দেখিবলৈ পাইছে এক ঐশ্বৰিক শিশু— এক পবিত্ৰ অন্তৰাত্মা। সেই ঐশ্বৰিক শিশুটোৱে গান গায়, হাঁহে, কান্দে। সেই শিশুৰ হাঁহিত প্ৰস্ফুটিত হয় সুখৰ দিনৰ গান। কবিৰ কলমেৰে নিগৰি পৰে কবিতাৰ মূৰ্ত্তিমান ছন্দ। কবিৰ কল্পনাই আকাশ পাতল ভ্ৰমি ফুৰে। মেঘৰ আঁৰত দেখিবলৈ পায় এটি হাঁহিমুখৰ শিশু।

"Piping down the valleys wild,
  Piping songs of pleasant glee,
On a cloud saw a child,
  And he laughing said to me,"
"Pipe a song about a lamb",
  So I piped with merry cheer,
"Piper, pipe that song again,"
  So I piped, he wept to hear
"Piper, sit thee down and write
  I a book, that all may read,"
So he vanished from my sight,
  And I stained the water clear,
And I wrote my happy songs
  Every child may joy to hear

(Songs of Innocence)

উইলিয়াম ব্লেকৰ অনুভূতিপ্ৰৱণ কল্প দৃষ্টিয়ে তেওঁৰ কবিতাক বৰ্ণময় ৰসগ্ৰাহী কৰি তুলিছে। তেওঁৰ এই মহত্তম কাব্য প্ৰতিভাই ইংৰাজী কাব্য সাহিত্যত ৰোমাণ্টিজিমৰ সুকীয়া ধাৰা প্ৰৱৰ্ত্তন কৰিবলৈ সক্ষম হোৱা বাবেই কাব্য সমালোচক ছুইনবাৰ্নে ব্লেকক ওঠৰ শতিকাৰ "Supreme and Simple poetic genius" হিচাপে

অভিহিত কৰিছে। এই সৰ্বোত্তম কাব্যিক প্ৰতিভাৰ কবি ব্লেকৰ জন্ম হৈছিল লণ্ডনৰ এগৰাকী ব্যৱসায়ী গৃহত ১৭৫৭ চনত। ব্যৱসায়ী পৰিয়ালৰ সন্তান হৈও তেওঁ ধন দৌলতৰ প্ৰতি নিস্পৃহ আছিল। বস্তুবাদী চিন্তাতকৈ সৃষ্টিশীল চিন্তাৰ বীজহে তেওঁৰ মনত অঙ্কুৰিত হৈছিল। সৰুৰে পৰা তেওঁ ফুল আৰু পখিলা, চৰাই আৰু নিজৰাৰ কলকলনিৰ সৈতে সময় অতিবাহিত কৰিছিল। প্ৰকৃতি আৰু পৰীৰ দেশৰ সৌন্দৰ্য্য কল্পনা কৰি ব্যস্ত নগৰীৰ কোলাহলৰ পৰা আঁতৰি থাকি নিজৰ ঘৰতে সময় অতিবাহিত কৰিছিল। সৰুৰে পৰা তেওঁৰ মনৰ মাজত সুকুমাৰ কলা সাধনাৰ স্পৃহা জাগি উঠিছিল। লিখিব আৰু পঢ়িব জনাৰ পিছতে তেওঁৰ আনুষ্ঠানিক শিক্ষা সমাপ্ত হৈছিল আৰু মাত্ৰ দহবছৰৰ পৰাই তেওঁ ছন্দৰ সাধনাত ব্ৰতী হৈছিল। ছন্দ-ছবি, ৰং আৰু ৰেখাৰ মাজত আৰম্ভ হৈছিল আশৈশৱ কাব্য সাধনা। ছন্দ আৰু চিত্ৰ শিল্পৰ সাধনাত ব্ৰতী হোৱা ব্লেকৰ শিশুমনত ঈশ্বৰ চিন্তা আৰু দেৱদূতৰ কল্পদৃষ্টিয়ে গভীৰ ৰেখাপাত কৰিছিল। ল'ৰালিতে গজালি মেলা অতীন্দ্ৰিয়বাদী চিন্তাই জীৱনৰ শেষাৰ্দ্ধত পৰিপুষ্টি লাভ কৰা দেখা যায় তেওঁৰ কবিতাত। মোচেজ, ভাৰগিল, হোমাৰ, ডাণ্টে, মিল্টন আদি মহান ব্যক্তিসকলৰ আদৰ্শ আৰু প্ৰজ্ঞাৰে তেওঁৰ চিন্তা শক্তি আলোড়িত হৈছিল। এই মহান ব্যক্তিসকলৰ জীৱনৰ প্ৰচ্ছাযাই তেওঁক জ্ঞানৰ পোহৰ দিছিল আৰু সেয়েহে তেওঁ সেই মহান স্ৰষ্টাসকলক "Majestic shadows, gray but luminous" বুলি আখ্যা দিছিল। তেওঁৰ বাবে প্ৰকৃতি আছিল এক বিশাল আধ্যাত্মিক প্ৰতীক— য'ত তেওঁ দেখা পাইছিল সুন্দৰ পৰী, অসুন্দৰ যখিনী, ভূত-প্ৰেত, দেৱদূত, সুন্দৰ-অসুন্দৰৰ ছবি। ভূত-প্ৰেত, ডাইনী পৰী দেৱদূত সকলোৱে ফুল আৰু তৰাৰ চকুৰে বন্ধুত্ব সুলভ দৃষ্টিৰে অথবা শত্ৰুতাৰ দৃষ্টিৰে চাই আছে তেওঁলৈ। তেওঁৰ এই অসংলগ্ন কল্পনাই ছন্দৰ ৰূপ লৈছে এনেদৰে—

With the blue sky spread over with wings,
And the mild sun that mounts and sings,
With trees and fields full of fairy elve,
And little devils who fight for themselves;
With angels planted in how thorne bowers,
And god himself in the passing hours

প্ৰকৃতিৰ এই অলৌকিক অথচ নিৰ্মম অনুভৱৰ মাজতেই ব্লেকৰ কাব্য জীৱনৰ গভীৰ উপলব্ধি আৰু সেই উপলব্ধিৰ মাজতেই কবিতাৰ জন্ম। ধৰ্মীয় অন্ধবিশ্বাস বা আধ্যাত্মিক অনুশাসনৰ মাজত আবদ্ধ হৈ তেওঁ কোনো এটা কবিতাকে লিখা নাই। স্বকীয় অনুভূতি আৰু মুক্ত নৈসৰ্গিক বৈচিত্ৰ্যৰ মাজত তেওঁৰ অন্তৰত উথলি উঠা ছন্দক কলাত্মক ৰূপ দিযাতেই তেওঁৰ প্ৰতিভাৰ পূৰ্ণ বিকাশ ঘটিছে। অকল কবিতাৰ মাজতেই তেওঁ আবদ্ধ হৈ থকা নাছিল, কবিতা লিখাৰ লগে লগে তেওঁ চিত্ৰ সাধনাও কৰিছিল। হাতত তুলিকা লৈ ৰং আৰু ৰেখাৰে ছবি আঁকি তেওঁ কলাসুলভ প্ৰতিভাৰ পৰিচযো দিছিল। নিজৰ কবিতাৰ কিতাপৰ বেটুপাতো তেওঁ নিজা চিত্ৰ শৈলীৰে অংকন কৰিছিল। কবিতাৰ ছন্দৰ দৰে তেওঁৰ চিত্ৰশৈলীৰ মাজতো সুষম অনুভূতিৰ বিকাশ ঘটিছে। ইযঙৰ 'Night Thoughts' আৰু ব্লেযাৰৰ 'Grave' আৰু 'Inventions of the Book of job' নামৰ কবিতাৰ বেটুপাতত অংকন কৰা ছবিযে ব্লেকৰ চিত্ৰ কৌশলৰ জ্বলন্ত নিদৰ্শন দাঙি ধৰে।

সূৰ্যমুখী ফুলক লৈ কৰা কল্পনাৰ বৰ্ণময় চিত্ৰ দেখিবলৈ পোৱা যায় তেওঁৰ কবিতাত। লণ্ডনৰ ৰাষ্টাৰ দাঁতিত ফুলি থকা সূৰ্যমুখী ফুলে কবিৰ কল্পনাক জীৱন্ত কৰি তোলে আৰু কেই জীৱন্ত অনুভূতিৰে কবিযে লিখিছে—

"Ah, sunflower, weary of time,
Who contest the steps of the sun,
Seeking after that sweet golden clime
where the traveller's journey is done,
Where the youth pined away with desire,
And the pale virgin shrouded in snow,
Rise form the graves and aspire
Where my sunflower wishes to go!"

সূৰ্যমুখী ফুলৰ প্ৰতি থকা কৌতুহলৰ মাজত কবিৰ দুঃসাহস আৰু উত্তেজনাৰ চৰম প্ৰকাশ ঘটিছে। বাহিৰত কবিমন ব্যস্ত, শান্ত কিন্তু ভিতৰি ভিতৰি আলোড়িত, উত্তেজিত। তেওঁৰ সেই আলোড়িত উত্তেজিত চেতনাৰ উন্মেষ ঘটিছে তেওঁৰ প্ৰথম কবিতা সংকলন "Poetical Sketches" ত। এই সংকলনত সন্নিবিষ্ট কৰা হৈছে

লৰালি কালত লিখা কবিতাবোৰ। প্ৰতিটো কবিতাই একোটা স্কেচ্ছ-ছবিৰ দৰে। প্ৰতিটো স্কেচ্ছ কিন্তু সুষম নহয়, কেতবোৰ অসংলগ্ন, কেতবোৰ ভাৰাক্ৰান্ত। তাৰ মাজতো কবিৰ বৈশিষ্ট্য আৰু স্বকীয়তা ফুটি উঠিছে। এই কবিতা সংকলনটো প্ৰকাশ পায় ১৭৮০ চনত। অপৈনত বয়সত লিখা বাবে কবিতাৰ ভাব আৰু ভাষা ত্ৰুটীমুক্ত নহয় যদিও স্বকীয় বৈশিষ্ট্য অটুট আছে। তেওঁৰ আন দুখন সংকলন "Songs of Innocence" আৰু "Songs of Experience" মধ্য বয়সত লিখা কবিতাৰ সংকলন। এই দুখন সংকলনৰ কবিতাত মানবাত্মাৰ ছবি জীৱন্ত হৈ উঠিছে। এই দুই সংকলনৰ কেতবোৰ কবিতাত আউল বাউল চিন্তাৰ প্ৰাচুৰ্য দেখা যায় যদিও তাৰ মাজতো কেতবোৰ কবিতা সোণালী শইচৰ ফচল হৈ জিলিকি উঠিছে। অতীন্দ্ৰিয়বাদৰ তীব্ৰ অনুভূতি ঝংকাৰিত হৈছে কবিতাৰ মাজত—

My lord was like a flower upon the brows
  of lusty May, ah life as frail as flower'
My lord was like a star in highest heaven,
  Drawn down to earth by spells and wickedress,
My lord was like the opening eye of day,
  But he is darkened, like the summer noon
clouded, fall in like the stately tree, cut down,
  The breath of heaven dwelt among his leaves

ব্লেকৰ কবিতাৰ মূল্যাঙ্কন কৰিবলৈ হ'লে ছুইনবাৰ্ণৰ উইলিযাম ব্লেক নামৰ কিতাপখন পঢ়িবই লাগিব। ছুইনবাৰ্নে ব্লেকৰ কবিতাৰ ওপৰত বস্তু নিষ্ঠ সমালোচনা আগবঢ়াইছে। ছুইনবাৰ্নে ব্লেকক ওঠৰ শতিকাৰ এগৰাকী মহান কবি হিচাপে অভিহিত কৰিছে। ব্লেকৰ কেইটামান বিখ্যাত কবিতা "The Evening Star", "Memory", "Night", "Love", "To the Muses", "Spring", "Summer", "The Tiger", "The Lamb", "The Clod and the Pebble" আদি পঢ়িলে ছুইনবাৰ্ণৰ মূল্যাঙ্কন সত্য বুলি ক'ব পৰা যায়। এইবোৰ কবিতাৰ মাজত ব্লেকৰ স্বকীয় বৈশিষ্ট্য আৰু অননুকৰণীয় ষ্টাইল স্পষ্ট হৈ পৰিছে। প্ৰতিটো কবিতাই একোটা নিজস্ব বিশেষত্ব বহন কৰিবলৈ সক্ষম হৈছে। ব্লেকে কেতবোৰ দীঘলীয়া কবিতাও লিখিছে। সেইবোৰ

কবিতাত কবিজনাৰ উচ্চ বৌদ্ধিক চিন্তা আৰু নিভাঁজ সাঙ্গীতিক বৈশিষ্ট্য পৰিস্ফুট হৈ উঠিছে। মাজ বয়সত লিখা কেইটামান উল্লেখযোগ্য কবিতা হ'ল—

"Urisen", "Gates of Paradise", "Marriage of Heaven and Hell", "America", "The French Revolution", "The Vision of the Dauhgters of Albion" ইত্যাদি। এই কবিতাসমূহত কবিৰ পুৰঠ চিন্তা, আধ্যাত্মিক দৰ্শন আৰু অতীন্দ্ৰিয়বাদী চিন্তাৰ প্ৰকাশ ঘটিছে। তেওঁৰ শেষ কাব্য সংকলন "Jerusalem and Milton" প্ৰকাশ পায ১৮০৪ চনত। এইখন গ্ৰন্থত কবিৰ উদ্ভ্ৰান্ত চিন্তাৰ চৰম বিকাশ ঘটিছে। এই সংকলনৰ কবিতাসমূহত অলৌকিক চিন্তা, অস্বাভাৱিক অনুভূতি আৰু অসংলগ্ন আবেগ দেখা যায। সেযেহে বহুতো সমালোচকে তেওঁৰ শেষ গ্ৰন্থখনক সাহিত্যিক মূল্য দিব নোখোজে। তেওঁৰ যি অলৌকিক চিন্তা তাৰ মাজতো কিন্তু কবিতাৰ নান্দনিক বৈশিষ্ট্য অটুট আছে। কবিতা এটাৰ মূলভাৱ অস্বাভাৱিক যেন লাগিলেও ছন্দৰ ঝংকাৰে কবিতাৰ সৌন্দৰ্য্য ম্লান হ'বলৈ দিয়া নাই। এই কাব্যিক নৈপুণ্যৰ বাবেই ব্লেকৰ কবিতাই ইংৰাজী কাব্য সাহিত্যত এক সুকীয়া স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছে।

ব্লেক আছিল শান্ত, নীৰিহ লোক। বস্তুবাদী চিন্তাই তেওঁক কেতিয়াও টলাব পৰা নাছিল। নিঃকিন দৰিদ্ৰ হিচাপে জীৱন যাপন কৰিও তেওঁ কোনোদিনে অসুখী নাছিল। সহজ সৰল শিশুৰ দৰে কল্পনা কৰি কবিতা লিখাতেই আছিল তেওঁৰ অস্বাভাৱিক আনন্দ। সপোন ৰাজ্যত ঘুৰি ফুৰি তেওঁ সপোনৰ ইন্দ্ৰজাল ৰচিছিল কবিতাৰ মাজত—

"O what land is the land of dreams
 What are its mountains and what are its stones
 O father, I saw my mother there,
 Among the lilies by waters fair

হাঁহি হাঁহি জীৱনটো উপভোগ কৰা কবিয়ে হাঁহি হাঁহিয়েই মৃত্যুৰ কোলাত চিৰ নিদ্ৰিত হৈ পৰিছিল। মৰতত সৰগৰ কবিতা লিখা কবিয়ে ১৮২৭ চনত হাঁহি হাঁহি মৃত্যুক সাৱটি লৈছিল। গোটেই ৰাতি সপোন ৰাজ্যত বিচৰণ কৰি ফুৰা কবিয়ে শান্তিৰ বৈতৰণী পাৰ হোৱাৰ বাবে পথ বিচাৰি পোৱা নাছিল। মৃত্যুৰ লগে লগে এই পৃথিৱী এৰি সিপুৰী লৈ গ'ল যদিও ছন্দৰ মাজৰ কবিজন সিপাৰলৈ যাব নোৱাৰিলে। সিপাৰ

নোপোৱাৰ দুখৰ অনুৰনন ৰাজি আছে কবিতাৰ ছন্দত—

"Dear child, I also by pleasant dream
Have wandered all night in the land of dreams
But though calm and warm the water wide
I could not net to the other side"

ব্লেকৰ কবিতাই ইংৰাজী কবিতাত ৰোমাণ্টিক চিন্তাৰ ঢল বোৱাই আনিছিল। অতীন্দ্রিয়বাদ, আলৌকিকতাবাদ, আধ্যাত্মিকতাবাদৰ সুৰ ধ্বনিত হোৱা ব্লেকৰ কবিতা আজিও ইংৰাজী সাহিত্যত এক সুকীয়া স্থান অধিকাৰ কৰি আছে।



# মানুহৰ হৃদয়ৰ সংবাদ লিখা সাহিত্যিক চাৰ্লচ্ লেম্ব

ইংৰাজী কাব্য সাহিত্যৰ ৰোমাণ্টিক আন্দোলনৰ সৈতে জড়িত দুগৰাকী প্ৰসিদ্ধ কবি সাহিত্যিক লেম্ব আৰু ৱৰ্ডচ'ৰ্থৰ কবিতাৰ মাজত দুটা পৃথক দৃষ্টিভঙ্গী পৰিলক্ষিত হয়। এগৰাকীৰ কবিতাত প্ৰকৃতি, নৈসৰ্গিক বৈচিত্ৰ আৰু নিৰ্জ্জনতাৰ প্ৰভাৱ পৰিদৃষ্ট হয় আৰু আনগৰাকীৰ কবিতাত চহৰীয়া কোলাহল আৰু জন সমাগমৰ বিৰল দৃশ্য পৰিলক্ষিত হয়। এগৰাকীয়ে প্ৰকৃতিৰ নৈ নিজৰা, পৰ্বত পাহাৰ, সেউজীয়া ধাননি বননিৰ নিবিড় নিৰ্জ্জনতাৰ উপলব্ধিৰে ওপচাই দিছে কবিতাৰ ছন্দ আৰু আন গৰাকীয়ে নগৰীয়া ব্যস্ততাৰ মাজত থাকি সমাজ জীৱনৰ হাঁহি কান্দোন, দুখ-বেদনাৰ ছবি আঁকিছে। ৱৰ্ডচ'ৰ্থ হ'ল প্ৰকৃতিৰ পূজাৰী। আনহাতে চাৰ্লচ্ লেম্ব হ'ল মানৱতাৰ উপাসক। ৱৰ্ডচ'ৰ্থে মানুহৰ সান্নিধ্যৰ পৰা আঁতৰি প্ৰকৃতি ৰাজ্যত বিচৰণ কৰি নৈসৰ্গিক সৌন্দৰ্যৰ উপাসনা কৰিছিল। আনহাতে লেম্বে লণ্ডনৰ জনাকীৰ্ন ৰাষ্টাৰ কাষত মানুহৰ কোলাহলৰ মাজত বাস কৰি মানৱতাৰ জয়গান গাইছিল। মানুহৰ দুখ বিষাদ, আনন্দ-নিৰানন্দ, হাঁহি কান্দোনৰ সুৰ অনুধাৱন কৰি মানৱ-বন্দনা ৰচিছিল— য'ত আছিল সমাজ জীৱনৰ বিচিত্ৰ অনুভৱ, সামাজিক জীৱনৰ নৈতিক আদৰ্শ আৰু জনতাৰ হৃদয়ৰ ভাষা। লেম্বে লণ্ডনৰ জনাকীৰ্ন ৰাষ্টাত থিয় হৈ বজাৰ সমাৰত ভিৰ কৰা মানুহলৈ চাই চাই আনন্দৰ অশ্ৰুৰে দুচকু সিক্ত কৰিছিল। সেই চকুলো আছিল আনন্দৰ চকুলো, একেলগে ইমান সোপা সৎ মানুহৰ সমাগম দেখা পোৱাৰ সৌভাগ্যৰ কথা অনুভৱ কৰাৰ চকুপানী। সেই দৃশ্য হৃদয়েৰে অনুভৱ কৰাৰ পিছত তেওঁ যিবিলাক কবিতা আৰু প্ৰবন্ধ ৰচিলে তাত কেৱল অনুৰনিত হ'ল জনজীৱনৰ আনন্দ আৰু কাৰুণ্য। ৱৰ্ডচ'ৰ্থে কেৱল প্ৰকৃতি ৰাজ্যত বিচৰণ কৰি প্ৰকৃতিৰ ৰূপ লাৱণ্য, নৈ নিজৰাৰ সাঙ্গীতিক সুৰ, পাহাৰ-পৰ্বতৰ গুৰুগম্ভীৰ পৰিৱেশ, চৰাই-চিৰিকতিৰ সুমধুৰ কলতান,

ধাননি-বননিৰ ৰূপ যৌৱন আদিকে লৈ যুগজয়ী কবিতা লিখিছে— নৈসৰ্গিক বৈচিত্ৰ্যৰ বন্দনাৰ সলনি পৰিবৰ্তন বা ৰূপান্তৰৰ কোনো ধৰণৰ প্ৰয়াস তেখেতৰ কবিতাত পৰিলক্ষিত নহয়। কিন্তু লেম্বৰ ৰচনাত মানৱ বন্দনা আৰু মানৱ প্ৰেমৰ বিমূৰ্ত্ত প্ৰকাশ উজ্বলি উঠা দেখা যায়। সেই যুগৰ বিখ্যাত কবি-সাহিত্যিক কৰ্লেৰিজ, হেজলিট, লেগুৰ, হুদ, কাওদেন, কাৰ্লক আদিকে ধৰি বহুতো মুনিহ তিৰোতাৰ জীৱন প্ৰতিভাত কৰি তুলিছে তেওঁৰ ৰচনাত। তেওঁৰ ৰচনাত সেই যুগৰ মানুহৰ জীৱন্ত কাহিনী স্বকীয় অন্তৰ্দৃষ্টিৰে লক্ষ্য কৰি লিপিবদ্ধ কৰিছে। তেওঁৰ ৰচনা পঢ়িলে অতীতত লীন হোৱা, পাহৰণিৰ গৰ্ভত হেৰাই যোৱা বিখ্যত অখ্যাত মানুহবোৰ জীৱন্ত ৰূপ লৈ পাঠকৰ দৃষ্টিত ধৰা দিয়ে। তেওঁৰ ৰচনা ৰীতিৰ এক সুকীয়া বৈশিষ্ট্য আছে আৰু সেযেহে ইংৰাজ প্ৰবন্ধকাৰ সকলৰ ভিতৰত তেওঁ এক অনন্য প্ৰতিভা হিচাপে স্বীকৃত হৈছে, তেওঁৰ ৰচনাৰ আটাইতকৈ লক্ষণীয় দিশ হ'ল দূৰ্ভাগ্যৰ বিৰুদ্ধে বীৰোচিত সংগ্ৰাম, দুখ দাৰিদ্ৰৰ বিৰুদ্ধে সাহসী প্ৰত্যাহ্বান আৰু জীয়াই থকাৰ দুৰ্দ্দান্ত স্পৃহা— এইবোৰ অন্তৰ্নিহিত বিষয় বস্তুৰে তেওঁৰ সকলো ধৰণৰ ৰচনাতে ক্ষীণ পোহৰৰ জ্যোতি বিলাই দিছে। সেই জ্যোতিয়ে পাঠকৰ অন্তৰ পোহৰাই পেলাই এক অফুৰন্ত আনন্দ, এক মন পৰশা প্ৰশান্তি প্ৰদান কৰে।

লণ্ডন চহৰৰ মাজ মজিয়াত টেম্পল নামেৰে এডোখৰ পুৰণি জৰাজীৰ্ণ স্থান আছে। সেই ঠাইডোখৰ চহৰৰ কোলাহল মুখৰ ৰাস্তাৰ দাঁতিত। গাড়ী মটৰৰ লানি নিছিগা শাৰী ঠাইডোখৰৰ সমুখেদি অহৰহ পাৰ হৈ যায়। সেই শব্দমুখৰ ঠাইডোখৰত থকা আবাসগৃহ সমূহত মধ্যযুগৰ ধৰ্মযুদ্ধত অংশ গ্ৰহণ কৰা নাইট আৰু যোদ্ধাসকলৰ শিবিৰ আছিল। আবাস গৃহসমূহ পুৰণি ভগা-ছিগা অৱস্থাত সগৌৰৱে অতীত স্মৃতি সোঁৱৰাই তাত থিয় হৈ আছিল। পিছত ঠাই ডোখৰৰ আবাস গৃহসমূহ লণ্ডনৰ আইনজীৱি সকলৰ বাসস্থান আৰু কাৰ্য্যালয়লৈ ৰূপান্তৰিত হয়। তাৰে এটি আবাস গৃহত বাস কৰিছিল চাৰ্লচ্ লেম্বৰ পিতৃ-মাতৃ। লেম্বৰ পিতৃ আছিল উকীলৰ সাধাৰণ কেৰানী। টেম্পলৰ জৰাজীৰ্ণ আবাসগৃহতে ১৭৭৫ চনত জন্ম হৈছিল লেম্বৰ। সৰুৰে পৰা নিঃকিন জীৱন যাপন কৰা লেম্বৰ সেই ব্যস্তাতাপূৰ্ণ পুৰণি অঞ্চলটোৰ ৰাস্তা ঘাট, বাগিচা, পানীৰ ফোঁৱাৰা, নৈ নিজৰা, গছ-গছনি সকলো পৰিচিত আছিল। সেই ব্যস্ততাপূৰ্ণ অঞ্চলতে লেম্বে শৈশৱৰ প্ৰথম সাত বছৰ অতিবাহিত কৰিছিল। মাক

বাপেকৰ সাতজন ল'ৰা-ছোৱালীৰ ভিতৰত লেম্ব আছিল কনিষ্ঠ। সাতজন ল'ৰা-ছোৱালীৰ ভিতৰত কেৱল তিনিজনহে জীয়াই আছিল। লেম্বৰ ডাঙৰ ভায়েকজন আৰু সৰু ভনীয়েক মেৰী। জন সৰুৰে পৰা স্বাৰ্থপৰ আছিল আৰু নিজৰ কথাৰ বাহিৰে অন্য কথা চিন্তা নকৰিছিল। সেয়েহে ভনীয়েক মেৰীৰ সকলো দায়িত্ব লেম্বৰ ওপৰত পৰিছিল। সাত বছৰ বয়সত লেম্বক খৃষ্টান হস্পিটেলত অৱস্থিত ব্লু কোট চেৰিটি স্কুললৈ পঠোৱা হৈছিল। এই স্কুলত তেওঁ সাত বছৰ পঢ়িছিল। এই স্কুলতে তেওঁ লগ পাইছিল এজন দৰিদ্ৰ, অৱহেলিত ল'ৰাক— যাৰ লগত তেওঁৰ জীৱনজোৰা বন্ধুত্ব গঢ়ি উঠিছিল। এই ল'ৰাজনেই আছিল ক'লেৰিজ নামৰ বিখ্যাত কবি গৰাকী। সাত বছৰ বয়সতে লগ পোৱা ক'লেৰিজৰ লগত তেওঁৰ বন্ধুত্ব ইমানেই গভীৰ হৈছিল যে আজীৱন তেওঁ ক'লেৰিজৰ লগত বন্ধুত্ব বজাই ৰাখিছিল। পৰৱৰ্ত্তী কালত ক'লেৰিজৰ কবিতাৰ ওপৰত তেওঁ গ্ৰন্থও লিখিছিল।

চৈধ্য বছৰ বযসত লেম্বে চেৰিটি স্কুলৰ শিক্ষা শেষ কৰি চাউথ চি হাউচত কেৰাণীৰ চাকৰিত সোমায়। অতি কম বয়সতে কৰ্ম জীৱন আৰম্ভ কৰি লেম্ব জীয়াই থকাৰ সংগ্ৰামত ব্ৰতী হয়। ভনীয়েক আৰু মাকক ভৰণ-পোষণ দিয়াৰ বাবে কিশোৰ লেম্বে কেৰাণীৰ চাকৰিত সোমাবলগীয়া হয়। চৈধ্য বছৰ বয়সত আৰম্ভ কৰা জীৱন সংগ্ৰাম পঞ্চাছ বছৰ বয়সলৈকে অব্যাহত আছিল। চাউথ চি হাউচত দুবছৰ চাকৰি কৰাৰ পিছত লণ্ডনৰ বিখ্যাত ইণ্ডিয়া হাউচত কেৰাণীৰ চাকৰিত সোমাই জীৱন সংগ্ৰামত অৱতীৰ্ণ হ'ল চাৰ্লচ লেম্ব। ইণ্ডিয়া হাউচত সুদীৰ্ঘ তেত্ৰিশ বছৰ চাকৰি কৰি জীৱনৰ সকলো ঘাত প্ৰতিঘাত অতিক্ৰম কৰি সাহিত্য চৰ্চাত ব্ৰতী হয় লেম্ব। ভনীয়েক মেৰীক আজীৱন মৰম আৰু অনুকম্পাৰ ডেউকাৰে আবৰি ৰাখিবলগীয়া হয়। মেৰী সৰুৰে পৰা প্ৰতিভাসম্পন্না আৰু বুদ্ধিদীপ্তা ছোৱালী আছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তাই উন্মাদ হৈছিল। এটা সময়ত তাই ইমানেই হিংস্ৰ আৰু উন্মাদ হৈ উঠিছিল যে তাই হিতাহিত জ্ঞান হেৰুৱাই নিজৰ মাকক হত্যা কৰিছিল। মেৰীৰ হাতত মাকৰ হৃদয় বিদাৰক মৃত্যু হোৱাৰ পিছত তাই আৰু বেছি উন্মাদ হৈ পৰে আৰু অৱশেষত তাইক হক্সটনৰ অনাথ আশ্ৰমত ৰাখিবলগীয়া হয়। তাত এবছৰমান থকাৰ পিচত মেৰীৰ মানসিক অৱস্থাৰ উন্নতি হয় আৰু তেতিয়া তাইক লেম্বৰ সৰু ঘৰটোলৈ লৈ আনে। তেতিয়াৰে পৰা মেৰীৰ প্ৰতি যত্নৰ অকণো ক্ৰুটী কৰা নাই। ভনীয়েকৰ

অসহায় অৱস্থাৰ বাবে লেম্বৰ অন্তৰ ব্যথিত হৈছিল যদিও কোনো দিনে ভনীয়েকক নিঃসঙ্গতাৰ বেদনা অনুভৱ কৰাৰ অৱকাশ দিয়া নাই। ভনীযেকৰ হাতত ধৰি লণ্ডনৰ ৰাস্তাত ঘূৰি ফুৰি লেম্বে ভগ্নী প্ৰেমৰ যি জ্বলন্ত নিদৰ্শন ৰাখি থৈ গ'ল সি ইংৰাজী সাহিত্যৰ বুৰঞ্জীত এক অবিস্মৰণীয় সোণালী পৃষ্ঠা হৈ জিলিকি আছে। লেম্ব আছিল নীৰিহ, সৰল সহজ ব্যক্তি। কোম্পানীৰ কামত গেবাৰি খাটি নিজৰ ব্যক্তিগত সুখ স্বাচ্ছন্দ্যৰ বিষয়ে কোনোদিনে চিন্তা কৰা নাছিল। কোম্পানীৰ কামৰ ব্যস্ততাৰ মাজতো তেওঁ 'ডিঅ'ল্ড ফেমিলিয়াৰ ফেছেছ' নাম দি চিনাকি মানুহৰ চৰিত্ৰ বিশ্লেষণ কৰি যিবোৰ ৰচনা ৰচি থৈ গ'ল তাত মানৱতাৰ জয়গান আজিও স্পন্দিত হৈ আছে। কোম্পানীৰ কামৰ মাজতো লণ্ডনৰ ব্যস্ততাপূৰ্ণ ৰাজপথত খোজ কাঢ়ি ফুৰা নামী অনামী মানুহৰ খোজ কাটল, ভাৱ-ভঙ্গী, পোছাক-পৰিচ্ছদ নিৰীক্ষণ কৰি লেম্বে যিবিলাক চৰিত্ৰ বিশ্লেষণ কৰি প্ৰৱন্ধ ৰচিলে তাত মানুহৰ জীৱনৰ অনুভৱ মিহলি হৈ আছে।

ইষ্ট ইণ্ডিয়া কোম্পানীত সুদীৰ্ঘ তেত্ৰিছ বছৰ বিশ্বস্তভাৱে কাম কৰাৰ পিছত পঞ্চাছ বছৰ বয়সত লেম্বে অৱসৰ গ্ৰহণ কৰে। কোম্পানীয়ে তেওঁৰ প্ৰথম ৰচনা 'এছেজ অৱ এলিযা'ৰ প্ৰতি সন্মান জনাই আৰু তেওঁৰ কামৰ স্বীকৃতি স্বৰূপে এটি পেঞ্চন আগবঢ়ায়। পেঞ্চনটো লাভ কৰি লেম্ব অত্যন্ত সুখী হৈছিল আৰু তেওঁ নতুন উচ্ছাহেৰে সাহিত্য চৰ্চাত ব্ৰতী হোৱাৰ সংকল্প গ্ৰহণ কৰি ইণ্ডিযা হাউচৰ পৰা চিৰদিনৰ বাবে ওলাই আহে। শৈশৱতে শ্ৰেণী কোঠা এৰি চাকৰি ক্ষেত্ৰত খোজ পেলোৱা ল'ৰাজন পঞ্চাছ বছৰীযা আদহীযা হৈ ইণ্ডিযা হাউচ এৰি ৰাজপথলৈ ওলাই আহিল এটি মুক্ত মনলৈ। এই সন্দৰ্ভত ১৮২৫ খৃঃৰ এপ্ৰিলত তেওঁ ৱৰ্ডচ'ৰ্থলৈ লিখিছিল— "যোৱা সপ্তাহৰ মঙ্গলবাৰে মই চিৰদিনৰ বাবে ঘৰলৈ গুছি আহিলো— মোৰ এই যাত্ৰা যেন জীৱনৰ পৰা অনন্তকাললৈ আৰম্ভ কৰা যাত্ৰা।" অৱসৰৰ পিচত তেওঁৰ সৃষ্টিশীল প্ৰতিভাও হ্ৰাস পালে। মাত্ৰ ১৮৩৩ চনতহে তেওঁৰ এখন গ্ৰন্থ প্ৰকাশ হৈ ওলায়। লাহে লাহে তেওঁৰ বৌদ্ধিক চেতনাও লোপ পাই আহিছিল আৰু শেষত তেওঁ জীযাই থকাৰ স্পৃহাও হেৰুৱাই পেলাইছিল। অৱশেষত ১৮৩৪ খৃঃত এড্‌মণ্টনত তেওঁৰ মৃত্যু হৈছিল। তেওঁৰ মৃত্যুৰ পিছতে ভনীযেক মেৰীয়ে উপসাগৰত ডুব গৈ মৃত্যুক সাৱটি লৈছিল। লেম্বৰ মৃত্যুৰ লগে লগে এগৰাকী জনপ্ৰিয় সাহিত্যিকৰ

সৰলতা, উদাৰতা আৰু সততাৰ অপমৃত্যু ঘটিছিল। এগৰাকী মহান সাহিত্যিকৰ সৰলতা আৰু সততাৰ স্বাক্ষৰ বহন কৰি আছে তেওঁৰ দ্বাৰা ৰচিত ৰচনাৰাজিয়ে।

**লেম্বৰ ৰচনা :** লেম্বৰ ৰচনা ৰাজিক সাধাৰণতে তিনিটা কালত ভাগ কৰিব পৰা যায়। তেওঁৰ আদি কালৰ ৰচনাসমূহৰ সময় ১৭৯৬ চনৰ পৰা ১৮০৩ চনলৈকে ধৰা হৈছে। এই কালচোৱাৰ ভিতৰত তেওঁ কেবাটাও পদ্য ৰচনা কৰিছিল— যিবোৰ কলেৰিজৰ 'পোৱেমচ্ অন ভেৰিযাচ্ চাবজেক্ট' নামৰ গ্ৰন্থখনত সন্নিবিষ্ট হৈ আছে। এই গ্ৰন্থত যিকেইটা পদ্যৰ শেষত CL হিচাপে স্বাক্ষৰ কৰা আছে সেই কেইটা লেম্বৰ দ্বাৰা ৰচিত পদ্য। এই গ্ৰন্থখন ১৭৯৬ চনত প্ৰথম প্ৰকাশ হৈ ওলায়। লেম্বৰ আন এখন ৰোমান্সধৰ্মী ৰচনা 'ৰোজামণ্ড গ্ৰে ১৭৯৮ চনত প্ৰকাশ পায। এই সময়ছোৱাত তেওঁ 'মৰ্ণিংপোষ্ট' নামৰ কাকততো হাস্য ব্যঙ্গ ৰচনা লিখিছিল। তাৰ বিনিময়ত তেওঁ ছয পেনীকৈ লাভ কৰিছিল। তেওঁৰ আদি কাল চোবাৰ সাহিত্য চৰ্চাৰ সমাপ্তি ঘটে ১৮০৩ চনত। দ্বিতীয কালছোৱাত তেওঁ সাহিত্য সমালোচনা লিখিছিল। এই সময়চোৱা আছিল ১৮০৭ চনৰ পৰা ১৮২২ চনলৈ। এই সমযতে তেওঁ সমালোচনাত্মক প্ৰবন্ধ ৰচনা কৰিছিল। ১৮০৭ চনত চাৰ্লচ আৰু মেৰী লেম্বে 'টেলচ্ ফ্ৰম চেক্সপীয়েৰ' ৰচনা কৰে। এই গ্ৰন্থখনত ট্ৰেজেডীবোৰ লিখিছে চাৰ্লচে আৰু কমেডিবোৰ লিখিছে মেৰীয়ে। গ্ৰন্থখনত সন্নিবিষ্ট কৰা গল্পবোৰ সৰু ল'ৰা-ছোৱালীৰ বাবে লিখা হৈছিল যদিও গল্পবোৰে ডেকা-বুঢা সকলোকে সমানে আনন্দ দিছিল। দুই ভাই ভনীৰ ৰচনা ৰীতিয়ে চেক্সপীযেৰৰ গল্পক নতুন ৰূপ দিছিল আৰু সেযেহে সেইবোৰৰ জনপ্ৰিয়তা আজিও অক্ষুন্ন আছে। ১৮০৮ চনত লেম্বৰ আন এখন উল্লেখযোগ্য গ্ৰন্থ প্ৰকাশ হৈ ওলায। এই গ্ৰন্থত কেতবোৰ মূল্যবান সমালোচনাত্মক প্ৰবন্ধ আছে— যিবোৰ প্ৰবন্ধত চেক্সপীযেৰৰ সমসাময়িক কবিৰ নাটকীয অভিব্যঞ্জনা প্ৰকট হৈ উঠিছে। এই গ্ৰন্থত কলেৰিজৰ কাব্য প্ৰতিভাৰ বিষযেও বস্তুনিষ্ঠ বিশ্লেষণ আগবঢাইছে।

লেম্বৰ ৰচনাত স্বকীয বৈশিষ্ট্য বিৰাজমান। তেওঁ স্বকীয দৃষ্টিভঙ্গীৰে জীৱনক বিশ্লেষণ কৰে। তৃতীয কালচোৱাত যিখিনি ৰচনা লিখিছে তাত বিশ্লেষণাত্মক সমালোচনা পৰিলক্ষিত হয। তেনে এখন বিশ্লেষণাত্মক গ্ৰন্থ হ'ল 'এছেজ অৱ এলিয়া'। এই গ্ৰন্থখন ১৮২৩ চনত প্ৰকাশ লৈ ওলায আৰু এই গ্ৰন্থৰ বাবে তেওঁ ইষ্ট ইণ্ডিয়া কোম্পানীৰ পৰা সাহিত্যিক পেন্সন লাভ কৰে। ১৮২০ চনৰ পৰা তেওঁৰ কেতবোৰ

বিখ্যাত ৰচনা 'লণ্ডন মেগাজিন'ত একেলেঠাৰিয়ে প্ৰকাশ হ'বলৈ ধৰে। সেই ৰচনাবোৰৰ ভিতৰত 'ডিচাৰ্টেচন অন ৰোষ্ট পিগ', 'ওল্ড চাইনা', 'প্ৰেইজ অৱ চিমনি চুইপাৰচ্', 'মিছেচ্ বেটেলচ্ অ'পিনিয়নচ্ অন উইষ্ট', 'মেকাৰী এণ্ড', 'গ্ৰেছ্ বিফোৰ মিট্', 'ড্ৰিম চিলড্ৰেন' আদি উল্লেখযোগ্য। এই প্ৰৱন্ধবোৰৰ মাজত লণ্ডনৰ ব্যস্ত জীৱন-যাত্ৰাৰ প্ৰতিচ্ছবি প্ৰতিফলিত হৈছে। প্ৰৱন্ধবোৰৰ চৰিত্ৰবোৰ লণ্ডনৰ জনাকীৰ্ণ ৰাস্তাত দেখা মানুহক সুক্ষ্ম দৃষ্টিৰে পৰ্যবেক্ষণ কৰি লেম্বে মানুহৰ হৃদয়ৰ কথা লিখিছে। কথাৰ মাজত গভীৰ অনুভৱ সিঁচৰিত হৈ আছে আৰু আছে হাঁহিৰ খোৰাক আৰু দুখৰ অনুভৱ। মানুহৰ হাঁহি কান্দোনৰ সুৰ স্পন্দিত হোৱা ৰচনাবোৰৰ মাজত পাঠকে চিনাকি চৰিত্ৰৰ প্ৰতিচ্ছবি দেখিবলৈ পায় আৰু সেয়েহে লেম্বৰ ৰচনা মানৱীয় আবেদনৰে পৰিপূৰ্ণ ৰচনা হিচাপে জনপ্ৰিয় হৈ উঠিছে।

লেম্বৰ ৰচনাত পুৰণি ষ্টাইল আৰু অতীত সুষমা ধৰি ৰখাৰ দুৰন্ত প্ৰয়াস পৰিদৃষ্ট হয়। বিশেষকৈ 'বাৰ্টনৰ এনাটমী অৱ মেলাংকলী' আৰু ব্ৰাউনৰ 'ৰিলিজিও মেডিচি'ৰ দৰে গ্ৰন্থৰ ভাৱ অনুভৱৰ প্ৰচ্ছায়া দেখিবলৈ পোৱা যায়। পুৰণিৰ ছাঁ ঘনীভূত হ'লেও ৰচনাৰ মাজত স্বকীয় অৰ্ন্তদৃষ্টি আৰু সমালোচনাত্মক দৃষ্টিভঙ্গীয়ে লেম্বৰ বৈশিষ্ট্য প্ৰতিপন্ন কৰিছে। ব্যক্তিগত ভাৱ অনুভৱ আৰু সাৰ্বজনীন চিন্তা চৰ্চাই প্ৰতিখন ৰচনাতে এক স্বকীয় বৈশিষ্ট্য দান কৰিছে। নৈসৰ্গিক বৈছিত্ৰতকৈ মানৱত্বৰ বৈচিত্ৰহে লেম্বৰ ৰচনাত বেছিকৈ প্ৰতিভাত হৈছে আৰু সেয়েহে লেম্ব ইংৰাজী সাহিত্যৰ ৰোমাণ্টিজিমৰ উজ্জ্বল ভোটাতাৰা হিচাপে জিলিকি আছে।



# মানুহ আৰু প্ৰকৃতিৰ কবি
# আলফ্ৰেড টেনীচন

মহাৰাণী ভিক্টোৰিয়া ইংল্যাণ্ডৰ ৰাজৰাণী হিচাপে অধিষ্ঠিত হৈছিল ১৮৩৭ খৃষ্টাব্দত। সেই সময়ত ইংৰাজী সাহিত্যৰ দুৰ্বল অৱস্থা আৰম্ভ হৈছে। উনৈশ শতিকাৰ প্ৰথম দুই দশকত বিখ্যাত কবি ক'লেৰিজ, শ্বেলী, কীটছ্, বাইৰন আৰু স্কট আদি সাহিত্যিকসকলৰ মৃত্যু হৈছিল। এজনৰ পিচত আন এজন বিখ্যাত কাব্য সাধকৰ মৃত্যু হোৱাৰ পিচত উইলিযাম ৱৰ্ডচ'ৰ্থে ১৯৩৫ খৃষ্টাব্দত লিখিছিল—

"Like clouds that rake the mountain
or waves that own no curbing hand,
How fast has brother followed brother
From sunshine to the sunless land"

ৱৰ্ডচ'ৰ্থে সেই সময়ত সাহিত্যৰ টোকোনা অৱস্থা লক্ষ্য কৰি কৈছিল— পৰ্বতৰ শিখৰ ঢাকি ৰখা মেঘৰ দৰে, জোৱাৰৰ পিচত শান্ত হোৱা সমুদ্ৰৰ দৰে এজনৰ পিচত আন এজন সতীৰ্থ আঁতৰি যোৱাৰ পিচত যেন সূৰ্যৰ পোহৰৰ জেউতি নোহোৱা হৈ সূৰ্যহীন দেশৰ দৰে হ'ল ইংৰাজী সাহিত্য। সেই শূন্যতাৰ অনুভৱ অনুৰনিত হৈছে কবিতাৰ ছন্দত। বাইৰন, শ্বেলী, কীটছৰ শেষ ৰচনাৰ সময়তে ১৮২৭ চনত টেনীচনৰ কবিতা প্ৰকাশ হৈ ওলাইছিল। কিন্তু ব্ৰাউনিঙৰ কাব্যয়ো যথোচিত স্বীকৃতি লাভ কৰিবলৈ সক্ষম হোৱা নাছিল। ইংৰাজী সাহিত্যৰ অস্ত যোৱা ৰবি লাহে লাহে উদয় হোৱাৰ উপক্ৰম হয ১৮৫০ খৃষ্টাব্দৰ পৰা যেতিয়া টেনীচন আৰু ব্ৰাউনিঙৰ কবিতাই ইংৰাজী কাব্য সাহিত্যত প্ৰাণৰ সঞ্চাৰ কৰিবলৈ সক্ষম হয়। তাৰ পিচত কেইগৰাকীমান প্ৰসিদ্ধ গদ্য লেখকৰ গদ্য সম্ভাৰে এটা নতুন যুগৰ সূচনা কৰিবলৈ ধৰে। গদ্য সাধক চাৰ্লচ্ ডিকেন্স, থাকাৰে, কাৰ্লাইল আৰু ৰাস্কিনৰ গদ্য সাহিত্যই ইংৰাজী সাহিত্যত

এক সৃষ্টিশীল যুগৰ সূচনা কৰে আৰু সেই যুগৰ শুভাৰম্ভ হয ১৮৫০ চনৰ পৰা। এই গৌৰৱোজ্জ্বল যুগটোকে মহাৰাণী ভিক্টোৰিযাৰ নামেৰে ভিক্টোৰিযান যুগ হিচাপে নামকৰণ কৰা হৈছে। মহাৰাণী ভিক্টোৰিযাৰ দূৰদৃষ্টি সম্পন্ন পৃষ্ঠপোষকতা আৰু প্ৰজাতান্ত্ৰিক শাসন ব্যৱস্থাৰ ফলস্বৰূপে সাহিত্য ক্ষেত্ৰত আদৰ্শগত পৰিৱৰ্তনৰ সূচনা হয। ভিক্টোৰিযান যুগত কাব্য সাধনাৰ দিশত টেনীচনৰ আবিৰ্ভাৱে ইংৰাজী কাব্য সাহিত্যত যুগান্তকাৰী পৰিবৰ্তনৰ সূচনা কৰে। টেনীচনৰ যুগজযী কবিতা ‘মাৰলিন এণ্ড ডি গ্লিম’ তেওঁৰ কাব্য প্ৰতিভা আৰু জীৱনাদৰ্শৰ জ্বলন্ত স্বাক্ষৰ হৈ ইংৰাজী কাব্য সাহিত্যত জিলিকি আছে। এই কবিতাৰ জৰিযতে তেওঁ ইংৰাজ জাতিলৈ ৰোমাণ্টিক সংগ্ৰাম আৰু বিজযৰ ৰোমাঞ্চকৰ সংবাদ প্ৰেৰণ কৰিছে। সমগ্ৰ ভিক্টোৰিযান যুগটোত শীৰ্যস্থানত আৰোহন কৰা টেনীচনৰ কবিতাই ইংৰাজ জাতিক সাহস দিছিল, ধৈৰ্য দিছিল আৰু দিছিল সংগ্ৰামী সত্বা। ব’ৰ্ডচ’ৰ্থৰ মৃত্যুৰ পিচত ১৮৫০ খৃঃত টেনীচনক ‘প’যেট ল’ৰেট’ হিচাপে নিযুক্তি দিযা হৈছিল আৰু তেওঁ সেই পদৰ মৰ্যদা অক্ষুণ্ণ ৰাখি সাহিত্য ক্ষেত্ৰত নিজৰ অস্তিত্ব প্ৰতিপন্ন কৰি গৈছিল। প্ৰায সুদীৰ্ঘ অৰ্দ্ধ শতিকাজুৰি টেনীচনে ইংৰাজী কাব্য সাহিত্যত দপ্ দপাই আছিল। টেনীচন এজন লোক আৰু এজন কবিযেই নাছিল তেওঁ আছিল জনতাৰ কণ্ঠস্বৰ, জনগণৰ সুখ-দুখ হাঁহি-কান্দোনৰ সহযোগী। জনতাৰ বিশ্বাস, দুখ-বেদনা, সাফল্য-বিজয সকলোৰে প্ৰতিধ্বনি কবিতাৰ ছন্দত ঝংকাৰিত হৈছে। ইংল্যাণ্ডৰ ঐতিহ্য মণ্ডিত অতীত ধৰি ৰখা স্পেনচাৰৰ সপোন, মিল্টনৰ ৰাজোচিত গাম্ভীৰ্য, ৱৰ্ডচ’ৰ্থৰ প্ৰাকৃতিক সৰলতা, ব্লেক আৰু ক’লেৰিজৰ ভাব-বিলাস, কীটছ্ আৰু শ্বেলীৰ কাৰুণ্য, স্কট আৰু বাযৰণৰ বৰ্ণনাৰ মাধুৰ্য এই আটাইখিনি গুণৰ সমাহাৰ দেখিবলৈ পোৱা যায টেনীচনৰ কবিতাত। কেৱল এলিজাবেথান যুগৰ সাহিত্যিক সকলৰ নাটকীয কৌশল, আৰু শক্তিৰ অভাৱহে পৰিলক্ষিত হয। টেনীচন এটা যুগৰ প্ৰতীক, ব্যক্তিবাদৰ পৰিবৰ্তে জাতীয সত্বাক উদ্ভাষিত কৰা এক প্ৰচণ্ড সত্বা, ইংৰাজ জাতীয সত্বাক জাগ্ৰত কৰা ভিক্টোৰিযান যুগৰ সাৰ্থক প্ৰতিনিধি।

টেনীচনৰ জীৱনব্যাপী এটা প্ৰৱণতাই সততে ক্ৰিযা কৰি থকা পৰিদৃষ্ট হয। সেই প্ৰৱণতা কাব্যিক প্ৰৱণতা, সৃষ্টিশীল প্ৰৱণতা। কাব্য সাধনাই আছিল তেওঁৰ জীৱনৰ মূলমন্ত্ৰ। তেওঁৰ অন্য কোনো নিচা নাছিল, অন্য কোনো অভিলাষ নাছিল, অন্য কোনো

অভিজ্ঞতাও নাছিল। তেওঁৰ এটাই মাথো নিচা আছিল কাব্য সাধনা। কবিতা সৃষ্টিৰ আনন্দই তেওঁক ব্যস্ত কৰি ৰাখিছিল। সুদীৰ্ঘ তিনিকুৰি বছৰে তেওঁ কেৱল কবিতাৰ ওপৰতে পৰীক্ষা নিৰীক্ষা চলাইছিল, গৱেষণা কৰিছিল, অধ্যয়ন কৰিছিল। প্ৰথম কাব্যগ্ৰন্থ 'পোৱেমচ্ বাই টু ব্ৰাডাৰ্চ' ১৮২৭ খৃঃত প্ৰকাশ হোৱাৰ পিচত মৃত্যুৰ আগমুহূৰ্তলৈকে কেৱল সৃষ্টিশীল নিচাতে মত্ত হৈ সময় অতিবাহিত কৰিছিল। ব্ৰাউনিং আছিল তেওঁৰ সমসাময়িক কবি। ব্ৰাউনিঙৰো একেই নিচা আছিল। কিন্তু ব্ৰাউনিং আৰু টেনীচনৰ মাজত আছিল আকাশ পাতাল পাৰ্থক্য। টেনীচন আছিল স্বভাৱত লাজকুৰীয়া, প্ৰচাৰ বিমুখ আৰু মানুহৰ প্ৰতি উদাসীন। তেওঁ প্ৰকৃতিৰ সৈতে অকলশৰীয়াকৈ থাকিবলৈ ভাল পাইছিল। ৱৰ্ডচ'ৰ্থৰ দৰে তেৰোঁ আছিল প্ৰকৃতিৰ পূজাৰী। কোলাহলৰ পৰা আঁতৰি থাকি প্ৰকৃতি ৰাজ্যত বিচৰণ কৰিবলৈ ভাল পাইছিল। আনহাতে ব্ৰাউনিং আছিল সমাজপ্ৰিয়। মানুহৰ সংগ ভাল পোৱা ব্ৰাউনিঙে মানুহৰ সুখ-দুখৰ সমভাগী হৈহে ভাল পাইছিল। বিশাল পৃথিৱীৰ প্ৰান্তৰে প্ৰান্তৰে ঘূৰি জনসমাগমৰ মাজত থাকিহে আনন্দ ভাল কৰিছিল ব্ৰাউনিঙে।

টেনীচনৰ জন্ম হৈছিল ধৰ্ম যাজকৰ ঘৰত ১৮০৯ খৃষ্টাব্দত। লিঙ্কন চায়াৰৰ চোমাৰচ্ বাইৰ যাজক ৰেভাৰেণ্ড জন ক্লেটন টেনীচন আৰু তেওঁৰ পত্নী এলিজাবেথ ফীট্‌ছেৰ বাৰজন সন্তানৰ ভিতৰত এজন আছিল আলফ্ৰেড টেনীচন। সৰুৰে পৰা প্ৰকৃতিৰ নিৰিবিলি পৰিৱেশত ডাঙৰ-দীঘল হোৱা আলফ্ৰেডে প্ৰকৃতি বন্দনাতে আজীৱন অতিবাহিত কৰিলে। দেউতাক আছিল অধ্যয়নপুষ্ট বিদ্বান ধৰ্মযাজক। মাক নিৰক্ষৰ আছিল যদিও সহজ-সৰল সুগৃহিনী আছিল। মাক-বাপেকৰ আটাইকেইজন সন্তানেই আছিল কবিতা প্ৰিয় আৰু কাব্যসুলভ গুণৰ অধিকাৰী। তাৰে ভিতৰৰ চাৰ্লছ আৰু ফ্ৰেডেৰিক আলফ্ৰেডতকৈও অধিক প্ৰতিশ্ৰুতিপূৰ্ণ কবি আছিল। আলফ্ৰেডৰ বয়স যেতিয়া সাত বছৰ তেতিয়া তেওঁ 'ল'থ'ত থকা আইতাকৰ ঘৰলৈ গৈ গ্ৰামাৰ স্কুলত ভৰ্তি হয়। স্কুলীয়া জীৱনত টেনীচন বৰ সুখী নাছিল। সহপাঠীৰ কঠোৰ আচৰণতকৈও তেওঁ শিক্ষকৰ নিষ্ঠুৰতাকহে ভয় কৰিছিল। স্কুলৰ দুৱাৰত লেটিন ভাষাত চ'ল'মানৰ কঠোৰ উপদেশৰ ফলক আঁৰি থোৱা আছিল। শিক্ষকৰ চেকনিৰ কোবক ভয় নকৰা ল'ৰা সেই সময়ত কোনো নাছিল। শিক্ষকে কঠোৰভাৱে শাসন কৰি শিক্ষাদান কৰিছিল। সেই শিক্ষাই টেনীচনৰ কোমল মনটোক আকৰ্ষণ কৰিব পৰা

নাছিল। চাৰি বছৰ স্কুলত পঢ়াৰ পিছত তেওঁ ঘৰলৈ ঘূৰি আহিল আৰু পণ্ডিত দেউতাকৰ তলত শিকিবলৈ ধৰিলে। এনেদৰে দেউতাকে পঢ়ুৱাই বিশ্ববিদ্যালয়ত শিক্ষা লোৱাৰ বাবে উপযুক্ত কৰি তুলিলে। ঘৰত থকা সময়ত ভায়েকহঁতৰ লগ লাগি কবিতা লিখিবলৈ ধৰিলে আৰু নিজৰ কবিতাৰ লগতে ভায়েকহঁতৰ কবিতা লগ লগাই এখন সৰু কবিতাৰ পুথি প্ৰকাশ কৰি উলিয়ালে। ১৮২৭ চনত প্ৰকাশ হোৱা এই কবিতা পুথিখনৰ নাম আছিল 'পোৱেমচ্ বাই টু ব্ৰাডাৰ্চ'। ১৮২৮ চনত টেনীচনে কেম্ব্ৰিজৰ শিক্ষা গ্ৰহণ কৰাৰ বাবে ট্ৰিনিটি কলেজত নাম লগালে আৰু তাতে এগৰাকী যুব কবি আৰ্থাৰ হেন্‌ৰি হালামক লগ পালে। কলেজত বুধিযক বন্ধুবৰ্গক লগ পাই তেওঁ কাব্য চৰ্চাত মনোনিবেশ কৰিলে। লাহে লাহে তেওঁৰ কাব্য প্ৰতিভা বিকশিত হৈ উঠিল আৰু তেওঁ যেতিয়া 'টিম্বুক্ট' নামৰ কবিতাৰ বাবে চেঞ্চেলাৰৰ মেডেল পাবলৈ সক্ষম হ'ল তেতিযা তেওঁ কবি হিচাপে পৰিচিত হ'ল। পদক অৰ্জন কৰাৰ পিছত তেওঁৰ প্ৰথম কাব্য গ্ৰন্থ 'পোৱেমচ্ চিফ্‌লি লিৰিকেল' ১৮৩০ চনত প্ৰকাশ হৈ ওলায়। নতুন কবিৰ কবিতা হিচাপে সকলো কবিতা উৎকৃষ্ট মানৰ নহ'ল যদিও কবিতাসমূহৰ মাজত তেওঁৰ স্বকীয় বৈশিষ্ট্য উদ্ভাসি উঠিল। এই গ্ৰন্থৰ কবিতাত বাইৰনৰ প্ৰভাৱ পৰা যেন অনুমান হয়।

১৮৩১ চনত টেনীচনে ডিগ্ৰী নোলোৱাকৈয়ে বিশ্ববিদ্যালয় এৰিছিল। বিশ্ববিদ্যালযৰ শিক্ষা কিয় সম্পূৰ্ণ নকৰিলে তাক জনাৰ অৱকাশ নাই যদিও পৰিয়ালৰ আৰ্থিক অনাটন আৰু দাৰিদ্ৰ্যৰ বাবে পঢ়া বাদ দিয়া বুলি অনুমান কৰা হয়। সেই সময়ত তেওঁৰ দেউতাকৰো মৃত্যু হৈছিল। দেউতাকৰ মৃত্যুৰ পিচত পৰিয়ালৰ অৱস্থা পানীত হাঁহ নচৰাৰ দৰে হৈছিল। অৱশ্যে নতুন ধৰ্ম যাজকৰ দয়াত চোমাৰচ্ বাইৰ পুৰণি ঘৰটোতে প্ৰায় ছবছৰ থকাৰ সুবিধা লাভ কৰিছিল। টেনীচনে বিশ্ববিদ্যালয়ৰ আনুষ্ঠানিক শিক্ষা বাদ দি ঘৰতে বহি পঢ়া-শুনা কৰিবলৈ ধৰে। সেই সময়ত তেওঁ প্ৰকৃতিৰ গছ-গছনি, চৰাই-চিৰিকতিৰ সৈতে কথা পাতি কবিতাৰ সমল আহৰণ কৰিছিল। এনেদৰে প্ৰকৃতিৰ মাজত বিচৰণ কৰি ১৮৩১ চনত তেওঁৰ এখন নতুন কবিতা পুথি প্ৰকাশ কৰে যাৰ নাম 'পোৱেমচ্'। মাত্ৰ তেইশ বছৰ বয়সতে এনে এখন বিচিত্ৰ সুৰৰ কাব্যগ্ৰন্থ ৰচনা কৰি প্ৰতিশ্ৰুতিপূৰ্ণ ভৱিষ্যতৰ পৰিচয় দিয়ে। এই গ্ৰন্থত সন্নিবিষ্ট কৰা কবিতাসমূহৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য কবিতসমূহ হ'ল— 'ডি ল'ট'জ

ইটাৰচ', 'পেলেছ অৱ আৰ্ট', 'এ ড্ৰিম অৱ ফেযাৰ উইমেন', 'ডি মিলাৰচ্ ড'টাৰ', 'এনন', 'ডি লেডী অৱ চেলোট' ইত্যাদি। 'কোৱাৰ্টাৰলি' কাকতৰ সমালোচকে কঠোৰ সমালোচনাৰে টেনীচনৰ কাব্য কৃতি থকা সৰকা কৰে যদিও কম বয়সীয়া কবিৰ কবিতা হিচাপে পাঠকে আদৰি লয়। এফালে সমালোচকৰ কঠোৰ সমালোচনা আৰু আনফালে তেওঁৰ বন্ধু হালামৰ আকস্মিক মৃত্যুৱে টেনীচনক হতশাগ্ৰস্ত কৰি তোলে। সেই সময়ত টেনীচনৰ মন শোকবিহ্বল হৈ পৰে। বন্ধুৰ মৃত্যুৰ শোকে তেওঁৰ কবি হৃদযত শোকগীতিৰ সুৰ স্পন্দিত কৰে। হৃদয়ৰ সমস্ত দুখ বেদনাৰে তেওঁ চিঞৰি উঠে— 'ব্ৰিক, ব্ৰিক, ব্ৰিক অন ডি কোল্ড গ্ৰে ষ্টোনচ্ অ' চি'। সমালোচকৰ কঠোৰ সমালোচনাৰ প্ৰত্যুত্তৰত তেওঁ ৰচনা কৰে 'মাৰ্লিন এণ্ড ডি গ্লিম' নামৰ কবিতাটো— য'ত তেওঁৰ অন্তৰৰ সমস্ত বেথা অকপটে উজাৰি দিছে। প্ৰিয় বন্ধু হালামৰ মৃত্যুৰ পিছত টেনীচন ইমানেই ভাগি পৰিছিল যে তেওঁ সুদীৰ্ঘ দহবছৰ ধৰি মনৰ শান্তি বিচাৰি ইংল্যাণ্ডৰ বিভিন্ন ঠাই ঘূৰি ফুৰিছিল। তেওঁৰ লগে লগে পৰিয়ালৰ লোক সকলো ঘূৰি ফুৰিছিল। এনেদৰে যাযাবৰী জীৱন-যাপন কৰি ঘূৰি ফুৰিলেও তেওঁ কিন্তু কবিতা লিখা অভ্যাস বাদ দিয়া নাছিল। সেই সময়চোৱাৰ ভিতৰত তেওঁ দুখন কাব্য গ্ৰন্থ সম্পূৰ্ণ কৰিছিল। তাৰে এখন আছিল যুগজয়ী কবিতাৰ সংকলন 'ইন মেমোৰিযাম' আৰু আনখন আছিল 'আইডিলচ্ অৱ ডি কিং'। বন্ধুবৰ্গৰ তাগিদাত দুযোখন গ্ৰন্থ ১৮৪২ চনত সম্পূৰ্ণ কৰে। কবিতাবোৰত গ্ৰাম্য জীৱনৰ ছবি আছে, কেঁচা মাটিৰ গোন্ধ আছে আৰু আছে প্ৰকৃতিৰ ৰূপ-বন্দনা। প্ৰিয় বন্ধু হালামৰ স্মৃতিত ৰচিত শোক সংগীত 'ইউলিচেচ্', আৰু 'মৰ্টে ডি আৰ্থাৰ'ত সুৰীয়া সংগীতৰ মূৰ্চ্ছনা আছে। 'ড'ৰা' আৰু 'ডি গাৰ্ডেনাৰচ্ ডাটাৰ'ৰ দৰে কবিতাত গ্ৰাম্য জীৱনৰ জীৱন্ত চিত্ৰ আছে। ৱৰ্ডচ'ৰ্থেও এনেধৰণৰ কবিতাক উচ্চ প্ৰশংসা কৰিছে। টেনীচনৰ কবিতাৰ ক্ৰমবৰ্দ্ধমান জনপ্ৰিয়তাই ইংল্যাণ্ডৰ কাব্য সাহিত্যত এখন সুকীয়া আসন লাভ কৰিছে। তেওঁৰ সেই জনপ্ৰিয়তাৰ ফলস্বৰূপে ৱৰ্ডচ'ৰ্থৰ মৃত্যুৰ পিছত ১৮৫০ চনত টেনীচনক 'পোৱেট ল'ৰেট' হিচাপে নিযুক্তি দিয়া হয়। এই পদত অধিষ্ঠিত হৈ তেওঁ আজীৱন কাব্য সাধনা কৰি ইংৰাজী কবিতাত নতুন প্ৰাণ সঞ্চাৰ কৰিলে।

টেনীচনে বিয়া কৰাইছিল এমিলি চেলউদক। সুদীৰ্ঘ তেৰ বছৰ ধৰি এমিলিৰ সৈতে তেওঁৰ প্ৰেম চলি আছিল, কিন্তু দাৰিদ্ৰ্যৰ বাবে বিয়া পাতিবলৈ সাহস কৰা

নাছিল। ১৮৫০ চনটো আছিল টেনীচনৰ বাবে উল্লেখনীয় বছৰ। সেই বছৰতে তেওঁ 'পোযেট ল'ৰেট' হিচাপে নিযুক্তি লাভ কৰে। তেওঁৰ দ্বাৰা ৰচিত এখন বিখ্যাত কাব্যগ্ৰন্থ 'ইন মেমোৰিযাম' সেই বছৰতে প্ৰকাশ হৈ ওলায। সেই বছৰতে তেওঁৰ প্ৰেয়সী এমিলিৰ সৈতে বিবাহ পাশত আৱদ্ধ হয আৰু যুগ্ম জীৱনৰ পাতনি মেলে। সেই সময়ত প্ৰকাশ হোৱা কাব্য গ্ৰন্থই তেওঁলৈ প্ৰচুৰ অৰ্থ সম্পদ কঢ়িযাই আনে। তিনি বছৰ পিচত উইটৰ আইচলে নামে ঠাইত 'ফেৰিং ফৰ্ড' নামৰ ঘৰ এটা লৈ পৰিযালেৰে সৈতে তাতে থাকিবলৈ লয। লোকসমাজৰ পৰা দূৰৈত থাকি পৰিযালৰ সৈতে নতুন ঘৰত থাকি কাব্য সাধনাত ব্যস্ত হয। কবি ৱৰ্ডচ'ৰ্থৰ দৰে প্ৰকৃতিৰ নিৰ্জ্জন পৰিৱেশত বহি অন্তৰৰ সমস্ত অনুভূতি উজাৰি কবিতা লিখি গ'ল। টেনীচন আছিল সকলোৰে বন্ধু। ধনী দুখীযা উচ্চ-নীচ সকলো শ্ৰেণীৰ লোকৰ লগতে তেওঁ সমব্যৱহাৰ কৰিছিল। সেযেহে সমাজৰ সকলো শ্ৰেণীৰ লোকে তেওঁৰ সাক্ষাৎ বিচাৰি আহিছিল, কাৰণ তেওঁ হৈ উঠিছিল জনগণৰ কবি। কাৰ্লাইলে তেওঁক এগৰাকী সুন্দৰ ডাঙৰ-দীঘল নিষ্প্ৰভ চকুৰ তামবৰণীযা জপৰা চুলিৰ লোক হিচাপে অভিহিত কৰিছে আৰু তেওঁক এঘৰাকী শান্ত, নীৰিহ, উদাৰ হৃদয়ৰ ভাতৃতুল্য লোক বুলি কৈছে। টেনীচন আছিল নিৰ্জ্জনতাপ্ৰিয প্ৰচাৰ বিমুখ লোক। বিৰল কাব্য প্ৰতিভাৰে বিখ্যাত হৈ পৰা স্বত্বেও তেওঁ জনসাধাৰণৰ চকুৰ আঁতৰতহে থাকিবলৈ ভাল পাইছিল। এনে এগৰাকী প্ৰচাৰ বিমুখ কবিযে লোক সমাজৰ পৰা আঁতৰি থাকি ইংল্যাণ্ডৰ এখন নিৰ্জন ঠাই 'সুৰে'ত মাটি কিনি এটা নতুন ঘৰ সাজিলে আৰু সেই ঘৰৰ নাম ৰাখিলে 'এল্ডৱৰ্থ'। যদিও জীৱনৰ বেচিভাগ সময় ফেৰিং ফোৰ্ডতে অতিবাহিত কৰিলে তথাপি জীৱনৰ শেষ কালছোৱাত এল্ডৱৰ্থত থাকি কাব্য সাধনা কৰি মূল্যবান কবিতা ৰচিলে। জীৱনৰ প্ৰথম কালছোৱাৰ কবিতাসমূহ তুলনামূলকভাৱে নিম্নমানৰ আছিল যদিও ১৮৫০ চনৰ পিচত লিখা কবিতাসমূহত স্বকীয বৈশিষ্ট্য আৰু সৃষ্টিশীল প্ৰতিভা অধিক উজ্জ্বল হৈ উঠিছে। এনেদৰে একনিষ্ঠভাৱে কাব্য সাধানত ব্যস্ত থাকি ইংৰাজী কাব্য সাহিত্যলৈ নতুনত্ব কঢ়িযাই অনা কবি টেনীচনে এল্ডৱৰ্থতে নীৰৱে নিৰলে মৃত্যু বৰণ কৰে। তেওঁৰ মৃত্যুৰ সময়ত পৰিয়ালৰ লোকসকল তেওঁৰ কাষত আছিল। জোনাক ৰাতিৰ স্নিগ্ধ পোহৰত চিৰ নিদ্ৰিত হোৱা টেনীচনৰ কাষত আছিল চেক্সপীয়েৰৰ চিম্বেলিনৰ এটি খোলা পৃষ্ঠা— য'ত আছিল মৃতদেহ সৎকাৰৰ সময়ত গোৱা এটি শোক

সংগীত—

"Fear no more the heat of the sun
Nor the furious winter's rages
Thou thy worly task hast done
Hone out gone and ta'en thy wages"

তেওঁৰ জীৱনৰ মহৎ আদৰ্শ প্ৰতিফলিত হৈছে একাশী বছৰ বয়সত ৰচনা কৰা বিখ্যাত জনপ্ৰিয় কবিতা 'ক্ৰছিং ডি বাৰ'ত। কবিতাটোত তেওঁৰ জীৱনোপলব্ধি আৰু অভিজ্ঞতাৰ স্পষ্ট প্ৰকাশ ঘটিছে আৰু সেয়েহে কবিতাৰ বিষযবস্তু অত্যন্ত বাস্তৱ হৈছে।

**কাব্যকৃতি ঃ** টেনীচন জন্মগতভাৱে কবি। তেওঁ যুৱ-প্ৰজন্মৰ প্ৰিয় কবি। তেওঁৰ কবিতাই ডেকাসকলক অনুপ্ৰাণিত কৰে, যৌৱনৰ সপোন দেখুৱায়। সেয়েহে তেওঁৰ কবিতা চিৰ যৌৱনা, তেওঁৰ কবিতাই ডেকাসকলক দিয়ে নিত্য নতুন প্ৰেৰণা। তেওঁৰ প্ৰথম কালচোৱাৰ কবিতা নিম্ন মানৰ আছিল যদিও মাজভাগৰ কবিতাত পুৰঠ চিন্তাৰ সমাবেশ ঘটিছে। প্ৰথম কালছোৱাৰ কবিতাত বাইৰণৰ প্ৰভাৱ পৰিদৃষ্ট হয়। অৱশ্যে পৰবৰ্তী কালত প্ৰভাৱমুক্ত হৈ স্বকীয় অনুভূতিৰে কবিতা লিখি স্বকীয় বৈশিষ্ট্য প্ৰতিপন্ন কৰিছে। ১৮৪৭ চনত ৰচনা কৰা কবিতা 'প্ৰিঞ্চেজ এ মেড্‌লে' এটি সুদীৰ্ঘ কবিতা—য'ত তিনি হেজাৰ শাৰী ছন্দ আছে। এই দীঘলীয়া কবিতাটোত তেওঁ নাৰীৰ অধিকাৰ, নাৰীৰ স্থান আদিৰ বিষযে উত্থাপন কৰা প্ৰশ্নবোৰৰ উত্তৰ দিছে আৰু এইবোৰ উত্তৰে সেই সময়ৰ সমাজ ব্যৱস্থাক প্ৰৱলভাৱে জোকাৰি গৈছে। কবিতাটোত উত্থাপন কৰা সমস্যাবোৰ শেষত এটি কেঁচুৱাৰ জন্মই সামাধান কৰিছে। নাৰী নহ'লে সমাজ ব্যৱস্থা অচল হৈ পৰে, সমাজ ব্যৱস্থাটো জীপাল কৰি ৰাখে নাৰীয়ে। নাৰীক বাদ দি পুৰুষ সমাজৰ অস্তিত্ব মূল্যহীন। সেয়েহে মানৱ-জাতিৰ প্ৰাণ হিচাপে নাৰীক অভিহিত কৰা হৈছে। আন আন সুক্ষ্ম অনুভূতি সম্পন্ন কবিতা হ'ল— 'টিয়াৰচ্ আইড' টিয়াৰ্', 'বাগুল চং' আৰু 'চুইট এণ্ড লো'। 'মৌড' (Maud) ১৮৫৫ চনত ৰচনা কৰা আন এটি বিখ্যাত কবিতা। ই কবিতা যদিও এককাভিনয় (Monodrama)। তাৰ ছন্দৰ বৈচিত্ৰ্যও অত্যন্ত আকৰ্ষণীয়। মৌডক যেতিয়া বাগিচালৈ মতা হয় 'Come intothe Garden, Maud' তেতিয়া ডেকা প্ৰেমিক-প্ৰেমিকাৰ অন্তৰ প্ৰেমেৰে পুলকিত হয়। টেনীচনৰ আটাইতকৈ জনপ্ৰিয় কাব্য গ্ৰন্থ হ'ল 'ইন মেমোৰিয়াম'। ইয়াৰ বিষয়বস্তু

আৰু নিৰ্মাণ পদ্ধতি অতুলনীয়। বন্ধু হালামৰ মৃত্যুত সুদীৰ্ঘ তিনি বছৰ শোক সাগৰত ডুব গৈ কেৱল ছন্দেৰে মনৰ শোকানুভূতি প্ৰকাশ কৰি মানসিক প্ৰশান্তি লাভ কৰাৰ বাবে কৰা চেষ্টাৰ ফলতে সৃষ্টি হ'ল 'ডি মোমোৰিয়াম'ৰ দৰে কাব্য গ্ৰন্থ। প্ৰথমতে হেৰোৱাৰ শোক, তাৰ পিচত প্ৰশান্তি আৰু আশা। অৱশেষত সাহস আৰু বিশ্বাসেৰে মানৱ প্ৰেমৰ বন্দনা মুখৰ হৈ উঠিছে। মানুহৰ মনত উদয় হোৱা সন্দেহ, সংশয় আৰু প্ৰশ্নৰ সমিধান দি টেনীচনে এই কবিতাৰ জড়িযতে বিশ্বজনীন মানৱীয় সত্বাক উপস্থাপন কৰিছে। নিঃসন্দেহে টেনীচনৰ 'ইন মেমোৰিযাম' মানৱীয় প্ৰমূল্য সমৃদ্ধ এটি উৎকৃষ্ট শোক সঙ্গীত। পিচৰ কাব্য গ্ৰন্থসমূহৰ ভিতৰত টেনীচনৰ আটাইতকৈ উল্লেখযোগ্য গ্ৰন্থ হ'ল 'ডি ইডিলচ্ অৱ ডি কিং'। কেল্টিক কিংবদন্তীত ৰজা আৰ্থাৰ আৰু তেওঁৰ নাইটসকলৰ অজস্ৰ কাহিনী আছে আৰু সেই কাহিনীবোৰ লিপিবদ্ধ নোহোৱাকৈ মুখে মুখে চলি আহিছে। সেই কাহিনীৰ আধাৰতে ৰচিত হৈছে 'ডি ইডিলচ্ অৱ ডি কিং' অৰ্থাৎ ৰজাৰ গ্ৰাম্য জীৱনৰ কাহিনী। মেলোৰীৰ 'মোৰ্টে ডি আৰ্থাৰ'ক সম্বল হিচাপে লৈ টেনীচনেও তেওঁৰ 'মোৰ্টে ডি আৰ্থাৰ'ত কেবাটাও কাহিনীক কাব্যিক ৰূপ দিছে। সেইবোৰ কবিতা জীৱনৰ আগডোখৰত ৰচনা কৰিছিল বাবে মহাকাব্যীয় ৰূপ নাপালে। পিচৰ কালচোৱাত টেনীচনে কেবাজনো বীৰ বীৰঙ্গনাৰ জীৱন কাহিনীৰ আধাৰত কেবাটাও কবিতা ৰচনা কৰি একেলগে 'ইডিলচ্ অৱ ডি কিং' নাম দি ১৮৮৫ চনত প্ৰকাশ কৰে। ১৮৪২ চনত প্ৰকাশ কৰা তেওঁৰ 'পোৱেমচ্' নামৰ গ্ৰন্থখনত ইংৰাজ গ্ৰাম্যজীৱনৰ কেতবোৰ সঙ্গীত সন্নিবিষ্ট কৰিছে। সেইবোৰত ইংৰাজ জীৱনৰ বিভিন্ন দিশ আৰু আদৰ্শ প্ৰতিফলিত হৈছে। তেনেবোৰ কবিতাৰ ভিতৰত উল্লেখযোগ্য কবিতাবোৰ হ'ল ড'ৰা (Dora), ডি গাৰ্ডেনাৰচ্ ড'টাৰ, ইউলিছেচ, 'ল'কল্লে হ'ল' (Locksley Hall) চাৰ গালাহাড (Sır Galahad)। ইংৰাজ গ্ৰাম্যজীৱনৰ সঙ্গীতেৰে ভৰপূৰ আন এখন সুন্দৰ ৰচনা হ'ল 'এনোছ আৰ্ডেন' (Enoch Arden)– যিখন গ্ৰন্থ ১৮৬৪ চনত প্ৰকাশ হয়। এই গ্ৰন্থত মধ্যযুগৰ নাইট বীৰ বীৰঙ্গনা, ধুনীয়া নাৰী আৰু ৰজা-মহাৰজাৰ ৰোমাঞ্চকৰ কাহিনী আছে। এই গ্ৰন্থই বিক্ৰীৰ ক্ষেত্ৰত অভিলেখ স্থাপন কৰিছিল। টেনীচনৰ পৰৱৰ্তী কালৰ কাব্যগ্ৰন্থবোৰ হ'ল বেলাডচ্ (১৮৮০), টিমিষ্টাৰ (১৮৮৯), 'মাৰ্লিন এণ্ড ডি গ্লিম' ইত্যাদি। এইবোৰ কাব্য গ্ৰন্থত কেতবোৰ সুন্দৰ সুন্দৰ কবিতা আছে। 'ডি চাৰ্জ অৱ ডি লাইটব্ৰিগেড'

তেওঁৰ এক অনবদ্য সৃষ্টি। এই কবিতাটো যিকোনো স্কুলীয়া ল'ৰা-ছোৱালীয়ে আবৃত্তি কৰি দৰ্শকক মুগ্ধ কৰিব পাৰে। বৃদ্ধ বয়সৰ সমস্যা, বৃদ্ধলোকৰ অসহায় অৱস্থা আৰু জীৱন-মৃতুৰ বিষয়ে লিখা কবিতা হ'ল 'ৱেজেজ' আৰু 'ডি হায়াৰ পেন্থেইজম্'।

টেনীচন অকল এগৰাকী কবিয়েই নহয়, তেওঁ আছিল এগৰাকী চিত্ৰ-শিল্পী। চিত্ৰ-শিল্পীয়ে ৰং আৰু তুলিকাৰে চিত্ৰ আকি মনৰ ভাৱ প্ৰকাশ কৰাৰ দৰে টেনীচনেও কবিতাৰ ছন্দৰ মাজত বীৰ-বীৰঙ্গনা, ৰজা-মহাৰজা আৰু প্ৰকৃতিৰ জীৱন্ত চিত্ৰ আঁকি ইংৰাজ জাতিৰ ঐতিহ্য পৰম্পৰাক জীৱন্ত কৰি তুলিছিল। টেনীচন এগৰাকী লেখকেই নহয তেওঁ আছিল জনগণৰ কণ্ঠস্বৰ, তেওঁ আছিল সময়ৰ আহ্বায়ক। তেওঁৰ কবিতা আছিল আধ্যাত্মিক দৰ্শনৰ সমষ্টি, প্ৰগতিৰ পথ প্ৰদৰ্শক আৰু মানৱতাৰ প্ৰতীক। অৰ্দ্ধশতিকা জুৰি নিজৰ কণ্ঠস্বৰেৰে ইংল্যাণ্ডৰ মাটি ৰজন জনাই থকা টেনীচন আছিল ইংৰাজী কাব্য সাহিত্যৰ প্ৰবাদ পুৰুষ। মিল্টন, ৱৰ্ডচ'ৰ্থৰ দৰে তেওঁ এখন সুকীয়া সাম্ৰাজ্য গঢি তুলি নিজৰ স্থান যাউতিযুগীযা কৰি গৈছে। ভিক্টোৰিয়ান যুগত ইংৰাজী কাব্য সাহিত্যক বিশ্বদৰবাৰত প্ৰতিষ্ঠিত কৰা টেনীচনৰ কবিতা আজিও ইংৰাজী সাহিত্যত অতুলনীয় সৃষ্টি হিচাপে চিৰযুগমীয়া হৈ আছে।



# প্ৰথম অভিধান ৰচক ছেমুৱেল জনচন

ইংৰাজী ভাষাত প্ৰথম অভিধান ৰচনা কৰা লেখক ছেমুৱেল জনচনৰ নাম বিস্মৃতিৰ অটল গৰ্ভত বিলীন হ'লেও ইংৰাজ ভাষাবিদসকলে ইংৰাজী শব্দৰ আভিধানিক অৰ্থ বিচাৰিবলৈ গ'লেই ছেমুৱেল জনচনৰ অভিধান অধ্যয়ন কৰিবলগীয়া হয়। ছেমুৱেল ওঠৰ শতিকাৰ উল্লেখযোগ্য সাহিত্যিক হিচাপে পৰিগণিত নহ'লেও ইংৰাজী শব্দৰ উৎপত্তি বিচাৰ কৰিবলৈ গ'লে ছেমুৱেলক ইংৰাজী শব্দৰ এক নায়কত্ববাদী ৰচক হিচাপে স্মৰণ কৰিবলগীয়া হয। ইংৰাজী শব্দ কোষ ৰচনাৰে ইংৰাজী ভাষা সাহিত্যত নিজৰ আধিপত্য বিস্তাৰ কৰা জনচনৰ সাহিত্য কৃতি যেনে বিশাল ঠিক তেনে বিশাল তেওঁৰ ব্যক্তিত্ব। শকত-আৱত হৃষ্ট-পুষ্ট অসাধাৰণ চেহেৰাৰ মানুহজনে যিকোনো বিষযৰ আলাপ-আলোচনাতে ভাগলৈ নিজৰ অসাধাৰণ ব্যক্তিত্ব সৰৱ কৰি তুলিছিল। তৰ্ক বিতৰ্কতো নিজৰ উচ্চস্বৰৰ কথাৰে প্ৰতিপক্ষৰ মুখ বন্ধ কৰি দিছিল। তেওঁৰ চেহেৰাত যি দৃঢতা ফুটি উঠিছিল সেই একেই দৃঢতাৰে তেওঁ সামাজিক জীৱনতো নিজৰ অস্তিত্ব প্ৰতিপন্ন কৰিবলৈ সক্ষম হৈছিল। লণ্ডনৰ সৰু ঘৰটো তেওঁৰ গুণমুগ্ধ শিল্পী, সাহিত্যিক, পণ্ডিত আৰু ক'লা কুশলীৰ উপস্থিতিৰে গমগমাই আছিল আৰু গ্ৰীকসকলে গীৰ্জাত দৈৱজ্ঞৰ দৈৱবাণী শুনাৰ দৰে তেওঁলোকেও জনচনৰ কঠোৰ মতাদৰ্শৰ বাণী শুনিছিল।

জনচন আছিল নিজৰ মতত অলৰ-অচৰ। হেজাৰ সংঘাতেও তেওঁক লক্ষ্যৰ পৰা বিচলিত কৰিব পৰা নাছিল। যিকোনো বিতৰ্কতে তেওঁ নিজৰ মত দৃঢতাৰে দাঙি ধৰি নিজৰ স্বকীয় ব্যক্তিত্বৰ পৰিচয় দিছিল। দাৰিদ্ৰ্য, একাকীত্ব আৰু দুৰ্দশাৰ বিৰুদ্ধে সাহসেৰে যুজি নিজক প্ৰতিষ্ঠা কৰিছিল। জীৱনত তেওঁ নানান ঘাত-প্ৰতিঘাতৰ সন্মুখীন হৈছিল, লক্ষ্য প্ৰাপ্তিৰ ক্ষেত্ৰত প্ৰতিৰোধ পাইছিল, কিন্তু তেওঁ ভাগৰি পৰা নাছিল, লক্ষ্যভ্ৰষ্ট হোৱা নাছিল। হেজাৰ বিপদ বিঘিনিৰ মাজতো ঈশ্বৰৰ প্ৰতি অটল বিশ্বাস ৰাখি অগ্ৰসৰ হৈছিল। ৰাজনৈতিক ক্ষেত্ৰত নিজৰ প্ৰতিক্ৰিয়া ব্যক্ত কৰিবলৈ

কুণ্ঠাবোধ নকৰিছিল। ৰজাৰ একনায়কত্ববাদী শক্তিৰ সপক্ষে থিয় হৈছিল, মানৱ মুক্তিৰ উত্তৰণক বিৰোধ কৰিছিল। তেওঁৰ ৰাজনৈতিক দৰ্শন বহুতৰে বাবে গ্ৰহণযোগ্য নাছিল যদিও তেওঁৰ যি গভীৰ মানৱতাবোধ, নিপীড়িত, নিষ্পেষিতৰ প্ৰতি যি গভীৰ সহৃদয়তা সি নিঃসন্দেহে সৰ্বজনবিদিত আছিল। সমাজৰ দলিত শ্ৰেণীৰ প্ৰতি আছিল তেওঁৰ গভীৰ অনুকম্পা। জীয়াই থকাৰ যুদ্ধত ব্যস্ত মুনিহ তিৰোতাৰ প্ৰতি তেওঁ আছিল শ্ৰদ্ধাশীল, সহানুভূতিশীল আৰু নিৰাশ্ৰয় দৰিদ্ৰৰ প্ৰতি আছিল সমব্যথী। লণ্ডনৰ ৰাষ্টাত বিনিদ্ৰ ৰজনী পাৰ কৰা দৰিদ্ৰ গৃহহীন আৱৰ সকলৰ হাতত তেওঁ নিঃসংকোচে গুজি দিছিল এটি মুদ্ৰা যাতে সিহঁতে অন্ততঃ এসাজ পেট ভৰাই খোৱাৰ সপোন দেখিব পাৰে। সিহঁতৰ সেই অনুভৱ জনচনে মনে মনে উপলব্ধি কৰিছিল। জনচনৰ এই মমতাবোধ আৰু মানৱতাবোধ সেই সময়ত লণ্ডনৰ ৰাস্তাই ঘাটে আলোচনাৰ বিষয় হৈ পৰিছিল। কাৰ্লাইলে জনচনক 'a mass of genuine manhood' হিচাপে অভিহিত কৰিছে। তেওঁৰ এই সঁচা মানৱতাবোধৰ বাবে জনচনক সকলোৱে ভাল পাইছিল আৰু সন্মান কৰিছিল।

ছেমুৱেল জনচনৰ জীৱন আছিল সংঘাতময় আৰু প্ৰত্যাহ্বানপূৰ্ণ। ঘাত প্ৰতিঘাতত থকা সৰকা হৈও জীৱনত প্ৰতিষ্ঠা লাভ কৰাটো প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰিছিল আৰু তাৰ ফলস্বৰূপে সাধাৰণ কিতাপৰ দোকানীৰ ল'ৰা হৈও জনচনে ইংৰাজী অভিধানৰ দৰে মহৎ গ্ৰন্থ সংকলন কৰি নিজৰ নাম চিৰ স্মৰণীয় কৰি থৈ গৈছে। জনচনৰ জীৱন কাহিনী পঢ়িলে এটা কথা নিশ্চিতভাৱে ক'ব পৰা যায় সৎসাহস আৰু সৎবিশ্বাসেৰে সংগ্ৰাম কৰি গ'লে শেষত গৈ জয় অনিবাৰ্য্য। এই কথাৰ সত্যতা প্ৰতিপন্ন কৰি থৈ গৈছে ওঠৰ শতিকাৰ ইংৰাজী ভাষাৰ প্ৰথম অভিধান ৰচক ছেমুৱেল জনচনে। ১৭০৯ চনত ষ্টেফোৰ্ডচায়াৰৰ লিছফিল্ডত জনচনৰ জন্ম হৈছিল। তেওঁৰ দেউতাক আছিল এজন সৰু কিতাপৰ দোকানী। সৰু দোকানী হ'লেও মানুহজন আছিল বুধিয়ক আৰু সাহিত্যানুৰাগী। দোকানৰ পৰা যি লাভ হয় তাৰে পৰিয়ালটো কোনোমতে ভৰণ-পোষণ দিব পাৰে। শৈশৱৰ পৰা জনচনে শাৰীৰিক দুৰ্বলতা আৰু অসুখৰ বিৰুদ্ধে যুঁজ দিবলগীয়া হৈছিল। সেয়েহে কঠোৰ পৰিশ্ৰমৰ প্ৰতি তেওঁ নিৰাসক্ত আছিল। দেউতাকৰ কিতাপৰ দোকানত যিকোনো বিষয়ৰ কিতাপ পঢ়ি জ্ঞান আহৰণ কৰিছিল। এনেদৰে পঢ়া-শুনা কৰি তেওঁ অক্সফোৰ্ডত পঢ়াৰ বাবে প্ৰস্তুতি

চলাইছিল। স্নাতক ডিগ্ৰী লোৱাৰ পিচত তেওঁ অক্সফোৰ্ডত ভৰ্ত্তি হৈছিল আৰু তেতিয়াই তেওঁ পৌৰাণিক সাহিত্য কলা-সংস্কৃতি বিষয়ৰ কিতাপ পঢ়ি ইংল্যাণ্ডৰ গৌৰবোজ্জ্বল অতীত ঐতিহ্য পৰম্পৰাৰ বিষয়ে জ্ঞান অৰ্জন কৰিছিল। কিন্তু নিজৰ দাৰিদ্ৰ্যৰ বাবে তেওঁ অক্সফোৰ্ডৰ শিক্ষা সমাপ্ত কৰিব নোৱাৰিলে। তাৰ পিচত তেওঁ ভেৰোণীয়া লেখক হিচাপে লিখা-মেলা কৰি জীৱিকা উলিয়াবলৈ ধৰিলে। তেওঁ বেলেগৰ হৈ লিখে আৰু সেই লেখাৰ বিনিময়ত পাৰিশ্ৰমিক হিচাপে যিখিনি পায় তাৰে কোনোমতে সাধাৰণভাৱে জীৱন-নিৰ্বাহ কৰে। এনেদৰে জীয়াই থকাৰ সংগ্ৰামত ব্ৰতী হৈ তেওঁ লেখা-মেলাৰ জৰিয়তে জীৱিকা উলিযাই ল'লে। আৰ্থিক অনাটনৰ মাজতো তেওঁ কলম চলাই গৈ থাকিল আৰু জীৱিকাৰ একমাত্ৰ পেশা হিচাপে গ্ৰহণ কৰিলে। পচিশ বছৰ বযসত তেওঁ বিয়া কৰালে মাতৃৰ বযসীযা এগৰাকী ভদ্ৰমহিলাক। বয়সত তেওঁতকৈ কেবা বছৰ ডাঙৰ হ'লেও তেওঁ ভদ্ৰমহিলাৰ প্ৰেমত পৰিহে বিযা কৰায। ভদ্ৰমহিলাক বিয়া কৰোৱাৰ বিনিমযত লাভ কৰে ৮০০ পাউণ্ড আৰু সেই ধনেৰে তেওঁলোকে এখন ব্যক্তিগত স্কুল আৰম্ভ কৰিলে। কিন্তু স্কুলৰ ব্যৱসাযতো তেওঁ সফল হ'ব নোৱাৰিলে। তেওঁৰ ঘৈণীয়েক লিচফিল্ডতে থাকিল। ডেভিড গেৰিক নামৰ তেওঁৰ ছাত্ৰ এজনৰ লগত লণ্ডনলৈ গুছি আহিল। ডেভিড গেৰিক পৰৱৰ্তী কালত বিখ্যাত চলচ্চিত্ৰ নাযক হিচাপে পৰিচিত হয়। লণ্ডনলৈ আহি জনচনে জীৱিকা অৰ্জনৰ বাবে হাতত কলম তুলি ল'লে। লণ্ডনৰ কিতাপৰ দোকানীবিলাকৰ লগত তেওঁৰ পূৰ্বৰে পৰা চিনাকি আছিল আৰু সেই সূত্ৰে তেওঁলোকে প্ৰকাশ কৰা কিতাপৰ পাতনি লিখি, সমালোচনা লিখি আৰু বেলেগ ভাষাৰ কিতাপ ইংৰাজীলৈ অনুবাদ কৰি উপাৰ্জন কৰিবলৈ ধৰিলে। জনচনৰ দৰে লেখকসকলৰ অৱস্থা ইংল্যাণ্ডত বৰ পুতৌ লগা। তেওঁলোকৰ বেছিভাগৰে থাকিবলৈ ঘৰ নাই, য'তে ৰাতি ত'তে কাতিৰ লেখীযা কৈ তেওঁলোকে ৰাতি হ'লে লণ্ডনৰ ৰাস্তাৰ দাঁতিত শুই থাকে। কেতিযাবা এসাজ পেট ভৰাই ভাত খায়, কেতিযাবা লঘোনে থাকে। কিতাপৰ দোকানীৰ দয়াৰ ওপৰত নিৰ্ভৰশীল এই লেখক সকলে জীয়াই থকাৰ বাবে কুকুৰ মেকুৰীৰ দৰে জীৱন নিৰ্বাহ কৰিবলগীযা হয়। তেনেধৰণৰ লেখকসকলে বেছিভাগেই গ্ৰাব ষ্ট্ৰীটৰ জৰাজীৰ্ণ ঘৰত বাস কৰে। তেওঁলোকে দোকানীৰ প্ৰয়োজনত লেখা-মেলা কৰে আৰু তাৰ বিনিমযত পাৰিশ্ৰমিক পায়। জনচনৰ জীৱনো এনেদৰে অতিবাহিত হৈছিল।

তেওঁ নিজেই এবাৰ কৈছিল— তেওঁ লণ্ডনৰ ৰাস্তাত গোটেই ৰাতি খোজ কাঢ়ি কটাই দিছিল, ৰাতি বৰ ঠাণ্ডা শুব পৰা নাছিল, পেটত ভাত এমুঠিও পৰা নাছিল, নাছিল কোনো আশ্ৰয়স্থল। এনেদৰে জীয়াই থকাৰ বাবে সংগ্ৰাম কৰি কেৱল কলমৰ ওপৰত নিৰ্ভৰ কৰি জীয়াই আছিল অভিধান সংকলক ছেমুৱেল জনচন। কিতাপৰ দোকানীৰ প্ৰয়োজনত লেখা মেলা কৰি ভদ্ৰলোকৰ আলোচনীৰ বাবে লিখি লাহে লাহে তেওঁ লণ্ডনত লেখক হিচাপে পৰিচিত হ'ল আৰু তেওঁৰ কাষলৈ যথেষ্ট লেখাৰ কাম আহিল। সেইবোৰ সমাপ্ত কৰোতে দিন-ৰাতি পাৰ হৈ যায়। অনৰ্গলভাৱে তেওঁ কেৱল লিখি গ'ল। কিছুমান লেখা বেলেগৰ নামত প্ৰকাশ হ'ল। কিছুমান কিতাপৰ পাতনি হিচাপে থাকি গ'ল— য'ত জনচনৰ নাম নাই। কিছুমান লেখাই কেইদিনমানৰ বাবে আলোড়নৰ সৃষ্টি কৰিলে। কিছুমান লেখা স্থায়ী হ'ল। সেই সময়ত তেওঁ লেখা কবিতাৰ ভিতৰত 'লণ্ডণ' নামৰ কবিতাটো উল্লেখযোগ্য কবিতা হিচাপে পৰিগণিত হ'ল। তেওঁৰ আন এটা লেখা 'লাইফ অব ডি পোয়েট চেভেজ'ত তেওঁৰ জীৱনৰ প্ৰতিচ্ছবি অংকিত হৈছে। লণ্ডনৰ ৰাস্তাত দিন-ৰাতি অতিবাহিত কৰি কলমকে জীৱিকাৰ সম্বল হিচাপে গ্ৰহণ কৰা অখ্যাত কবিসকলৰ জীৱন কাহিনী প্ৰতিফলিত হৈছে এই কবিতাত। এনেদৰে এটাৰ পিচত আন এটা লেখাৰে ইংল্যাণ্ডৰ বিদ্বৎ সমাজৰ ওচৰত পৰিচিত হোৱা জনচনক এটি সুন্দৰ প্ৰস্তাৱ আগবঢ়ালে। তেতিয়ালৈকে ইংৰাজী ভাষাৰ কোনো শব্দকোষ সংকলিত হোৱা নাছিল। কিতাপ ব্যৱসায়ীসকলে এখন ইংৰাজী অভিধান ৰচনা কৰাৰ বাবে জনচনক অনুৰোধ জনালে আৰু এই কামৰ বাবে তেওঁলোকে তেওঁক অৰ্থৰ যোগান ধৰিব। তেওঁলোকৰ এই প্ৰস্তাৱত জনচন সন্মত হ'ল আৰু তেওঁ এখন ইংৰাজী শব্দকোষ ৰচনাৰ কামত ব্যস্ত হ'ল। অভিধান সংকলন কৰাৰ বাবে তেওঁলৈ অৰ্থৰ যোগান ধৰা হ'ল। অভিধান এখন সংকলন কৰাটো সহজ সাধ্য কাম নহয়। ইয়াৰ বাবে লেখকৰ ধৈৰ্য্য, অধ্যয়ন আৰু একাগ্ৰতাৰ প্ৰয়োজন। জনচনৰ ক্ষেত্ৰত এই তিনিওটা গুণৰে অভাৱ হোৱা নাছিল। সম্পূৰ্ণ আঠ বছৰ কঠোৰ পৰিশ্ৰম কৰাৰ পিচত তেওঁ ইংৰাজী ভাষাৰ প্ৰথম অভিধান সংকলন কৰি উলিয়ায়। আঠ বছৰৰ নিৰৱচ্ছিন্ন সাধনাৰ পিচত ছেমুৱেল জনচনে ইংৰাজী ভাষাৰ প্ৰথম শব্দকোষ ৰচনা কৰি এক বিৰল দৃষ্টান্ত ৰাখিলে।

অভিধান ৰচনা কৰাৰ বাবে তেওঁলৈ যিখিনি অৰ্থ সাহাৰ্য্য প্ৰদান কৰা হৈছিল

সেই আটাইখিনি বহুত আগতেই শেষ হৈ গ'ল। তথাপি তেওঁ নিজৰ সাধনাৰ পৰা বিচলিত হোৱা নাছিল। আৰ্থিক অনাটনৰ মাজতো তেওঁ শব্দ সংগ্ৰহ কৰি ফুৰিছিল আৰু সেইবোৰ শব্দক অভিধানত স্থান দিছিল। অভিধান সংকলন কৰি থকাৰ সময়ত অৰ্থৰ নাটনি হোৱাত দুখন গ্ৰন্থ ৰচনা কৰি অৰ্থ সংগ্ৰহ কৰিছিল। তাৰে এখন হ'ল কাব্য গ্ৰন্থ— 'ডি ভেনিটি অৱ হিউমেন উইছেজ' আৰু আনখন হ'ল ক্লাচিক ট্ৰেজেডী 'আইৰিন'। এই গ্ৰন্থ দুখনৰ পৰা তেওঁ কিছু অৰ্থ লাভ কৰিছিল।

জনচনে অকল অভিধান ৰচনা কৰিযেই ক্ষান্ত থকা নাছিল। সেই সময়ত ইংল্যাণ্ডত প্ৰৱন্ধ সংকলিত আলোচনী বৰ জনপ্ৰিয় হৈ উঠিছিল। এডিচন আৰু ষ্টীলে ৰচনা কৰা 'স্পেক্টেট'ৰ আলোচনীৰ জনপ্ৰিযতা দেখি জনচনে ১৭৫০ চনত 'ডি ৰেম্বলাৰ' নামৰ প্ৰৱন্ধ আলোচনী এখন প্ৰকাশ কৰি উলিযায। এই আলোচনীত তেওঁ বিভিন্ন বিষয়ৰ প্ৰৱন্ধ লিখিছিল। আলোচনীখন প্ৰায তিনি বছৰ চলাৰ পিচত তাত প্ৰকাশিত প্ৰৱন্ধবোৰ কিতাপ আকাৰে ছপা হৈ ওলায। এই প্ৰৱন্ধ সংকলন ইমানেই জনপ্ৰিয হৈ উঠিছিল যে ইযাৰ দহটা সংস্কৰণ প্ৰকাশ হৈ ওলাইছিল। আলোচনীখন ১৭৫০ চনৰ পৰা ১৭৫২ চনলৈ প্ৰকাশ হৈ আছিল। তাৰ পিচত জনচনে 'ডি আইডলাৰ' নামৰ আন এখন আলোচনী প্ৰকাশ কৰে। সেইখন আলোচনীও ১৭৫৮ চনৰ পৰা ১৭৬০ চনলৈ একেলেঠাৰিয়ে প্ৰকাশ হৈ থাকে। এই আলোচনী আৰু প্ৰৱন্ধসংকলনৰ পৰা কিছুপৰিমাণে আৰ্থিক লাভ হৈছিল যদিও তাৰে অধিকাংশ দান বৰঙণিতে শেষ হৈ যায়। ১৭৫৯ চনত যেতিয়া তেওঁৰ মাকৰ মৃত্যু হ'ল তেতিযা মাকৰ সৎকাৰ আৰু প্ৰেতকাৰ্য সম্পন্ন কৰাৰ বাবে তেওঁৰ হাতত ধন নাছিল। তেতিয়াই তেওঁ লৰালৰিকৈ 'ৰচেলাচ্' নামৰ এখন ৰোমান্সধৰ্মী গ্ৰন্থ ৰচনা কৰি প্ৰকাশকৰ ওচৰত তাৰ স্বত্ব বিক্ৰী কৰি ধন আনিলে। সেই টকাৰে মাকৰ প্ৰেতকৰ্ম সম্পন্ন কৰিলে। জনচনে কিতাপৰ পৰা লাভ কৰা ৰয়েল্টিৰ ওপৰত নিৰ্ভৰ কৰি জীৱন নিৰ্বাহ কৰিছিল। ১৭৬২ চনত তেওঁ যেতিয়া ৫৩ বছৰ বয়সত ভৰি দিযে তেতিয়া তেওঁৰ সাহিত্য কৰ্মৰ বিচাৰ ৰাজকীয়ভাৱে কৰা হয় আৰু তেতিয়াই তেওঁ ৩য় জৰ্জৰ পৰা ৩০০ পাউণ্ডৰ এটা বছৰেকীয়া পেঞ্চন লাভ কৰে। সেই পেঞ্চনটো লাভ কৰাৰ পিচত তেওঁৰ আৰ্থিক অৱস্থা কিছু টনকিয়াল হয়। চিত্ৰকাৰ যচুৱা ৰেনোল্ডৰ লগ লাগি জনচনে লণ্ডনত এটা সাহিত্যিকৰ ক্লাব আৰম্ভ কৰে। সেই সময়ৰ বিখ্যাত

লেখকসকলৰ ভিতৰৰ বাৰ্ক, পিট, ফক্স, গিবন, গোল্ডস্মিথ আদি সাহিত্যিক সকল সেই ক্লাবৰ নিয়মীয়া সদস্য আছিল। ক্লাবত সাহিত্য-সংস্কৃতিৰ উপৰি সেই সময়ৰ ৰাজনৈতিক নেতাসকলো আহিছিল। ক্লাবত সাহিত্য-সংস্কৃতিৰ উপৰি ৰাজনীতি, সমাজবিজ্ঞান, দৰ্শন আদি বিভিন্ন বিষয়ত ৰসাল আলোচনা অনুষ্ঠিত হৈছিল। এই আলোচনাত অংশ গ্ৰহণ কৰি জনচনে বিভিন্ন বিষযত নিজৰ দৃষ্টিভঙ্গী আগবঢ়াইছিল। জনচনৰ কথোপকথনৰ ওপৰত ভিত্তি কৰি বোছৱেলে 'লাইফ অব জনচন' নামৰ এখনি জীৱনীমূলক গ্ৰন্থ ৰচনা কৰি জনচনৰ ব্যক্তিত্ব আৰু সাহিত্যকৰ্মৰ বিশদ আলোচনা আগবঢ়াইছে।

জনচনৰ সত্তৰ বছৰ বযসত লণ্ডনৰ গ্ৰন্থ ব্যৱসায়ীসকলে আহি তেওঁৰ ওচৰত এটা প্ৰস্তাৱ দাঙি ধৰিলে। তেওঁলোকে ইংৰাজ কবিসকলৰ বিষয়ে নতুন সংস্কৰণ প্ৰকাশ কৰিব বিচাৰে। প্ৰতিটো সংস্কৰণতে প্ৰতিজন কবিৰ বিষয়ে পাতনি লিখি দিবলৈ জনচনক অনুৰোধ জনালে। জনচনে কোবাটাও সংস্কৰণৰ বাবে পাতনি লিখি দিলে। এনেদৰে লিখোতে লিখোতে এখন কিতাপে হৈ গ'ল আৰু সেইখন 'লাইফ অব ডি পোয়েটচ্' নাম দি প্ৰকাশ কৰা হ'ল। এইখন আছিল জনচনৰ শেষ ৰচনা। এই গ্ৰন্থত জনচনৰ বিশ্লেষণাত্মক দৃষ্টিভংগী পৰিস্ফুট হৈ উঠিছে। এই গ্ৰন্থ শেষ কৰাৰ পিচত ১৭৮৪ চনত লণ্ডনৰ ফ্লিট ষ্ট্ৰীট হাউচত তেওঁ শেষ নিঃশ্বাস ত্যাগ কৰে। তেওঁৰ নশ্বৰ দেহ ইংল্যাণ্ডৰ সন্মানীয় কবিসকলৰ লগতে ৱেষ্টমিনিষ্টাৰ ওবেত সমাধিস্থ কৰা হয।

জনচন একেধাৰে কবি, কাব্য সমালোচক, নিবন্ধকাৰ, কাহিনীকাৰ হোৱাৰ উপৰিও তেওঁৰ উজ্জ্বলতম কৃতি আছিল ইংৰাজী ভাষাৰ প্ৰথম শব্দকোষ। শব্দকোষৰ বাবে শব্দৰ অৰ্থ লিখোতে কেতিয়াবা অশুদ্ধ অৰ্থও লিখিছে, কেতিয়াবা ব্যঙ্গ অৰ্থ লিখিছে— কিন্তু তেওঁ যি ধৈৰ্য্য আৰু একাগ্ৰতাৰে প্ৰথম ইংৰাজী অভিধান সংকলন কৰিলে— সি অতুলনীয় অবিস্মৰণীয় হৈ আছে। পোন প্ৰথমতে শব্দকোষ ৰচনা কৰা বাবে কেতবোৰ শব্দৰ অৰ্থ বিভ্ৰাট হৈছে যদিও পিচৰ সংস্কৰণত সেই বোৰ শুধৰাই লোৱা হৈছে। কিছুমান শব্দৰ অৰ্থ দিওঁতে তেওঁ ইচ্ছাকৃতভাৱে ব্যঙ্গ কৰিছে। তেনে এটা উদাহৰণ হ'ল 'অটচ্' শব্দটো। 'অটচ্' শব্দটোৰ অৰ্থ ইংল্যাণ্ডত ঘোঁৰাক খাবলৈ দিয়া এবিধ শস্য বুলি কৈছে, আনহাতে স্কটলেণ্ডত মানুহে খোৱা এবিধ শস্য বুলি কৈছে।

ইয়াৰ দ্বাৰাই তেওঁ স্কটলেণ্ডৰ মানুহক তুচ্ছ তাচ্ছিল্য কৰিছে। তেনেদৰে 'পেঞ্চন' শব্দটোৰ অৰ্থ তেওঁ লিখিছে যে মহাৰাণী এলিজাবেথৰ দিনৰ পৰা লেখকসকলে ৰাজতন্ত্ৰক তোষামোদ কৰি লাভ কৰা অৱসৰ কালীন ভাট্টা। অথচ তেওঁ ৰাজঘৰৰ পৰা তেনে পেঞ্চন লাভ কৰিছিল। তেওঁ কিন্তু পিচৰ সংস্কৰণতো এই শব্দৰ অৰ্থ বদলাই ল'বলৈ ইচ্ছা নকৰিলে। তেওঁৰ অভিধানত 'পেষ্টাৰ্ন' শব্দটোৰ অৰ্থ দিছিল ঘোৰাৰ আঠু বুলি। আচলতে পেষ্টাৰ্নৰ অৰ্থ হ'ল চাৰিঠেঙীয়া জন্তুৰ ভৰিৰ সৰু গাঁঠি। এগৰাকী ভদ্ৰমহিলাই তেওঁক সুধিছিল যে পেষ্টাৰ্ন শব্দটোৰ অৰ্থ কিয় ভুলকৈ লিখিলে। তেতিয়া তেওঁ অকপটে স্বীকাৰ কৰিছিল— অজ্ঞতা, অজ্ঞতাৰ বাবেহে তেনেকৈ লিখিছে। নিজৰ অজ্ঞতাৰ স্বীকাৰোক্তি দিব পৰা লোক এজনৰ সৰলতা আৰু নিৰহঙ্কাৰে সেই সময়ৰ পাঠকসকলক আকৃষ্ট কৰিছিল। জনচনৰ শেষ গ্ৰন্থ 'লাইভচ্ অব ডি পোয়েটচ্' আন এখন উল্লেখযোগ্য প্ৰবন্ধ গ্ৰন্থ। এই গ্ৰন্থত সেই সময়ৰ সমসাময়িক কবিসকলৰ জীৱন আৰু কৰ্মৰ বিচাৰ কৰা হৈছে। গ্ৰন্থখন নিঃসন্দেহে এখন সুখপাঠ্য।

জনচনৰ কবিতা, প্ৰবন্ধ আৰু কাহিনী গ্ৰন্থত তেওঁৰ স্বকীয় চিন্তাধাৰা আৰু দৰ্শন প্ৰতিফলিত হৈছে। সমাজ, দৰ্শন আৰু ধৰ্মৰ প্ৰতি তেওঁৰ দৃষ্টিভঙ্গী সুন্দৰভাৱে প্ৰস্ফুটিত হৈছে তেওঁৰ ৰচনাত। তেওঁৰ সাহিত্য কৰ্মত এটা স্বকীয় শৈলী দেখা যায় আৰু তাক 'জনচনিক ষ্টাইল' বুলি বিবেচিত হৈছে। সেই ষ্টাইল ইংৰাজী সাহিত্যত জনচনৰ স্বকীয় ষ্টাইল হিচাপে চিৰোজ্জ্বল হৈ আছে।



# নীৰৱ সাহিত্য-সাধক যোচেফ এডিচন

আগাষ্টান যুগৰ সাহিত্যত দুটা উল্লেখনীয় দিশ পৰিদৃষ্ট হয়। সেই যুগৰ লেখকৰ ৰচনাৰ বিষযবস্তুত বাস্তৱ ঘটনাৰ জিলিঙনি সুস্পষ্ট হৈ উঠিছে আৰু প্ৰকাশভঙ্গীও অধিক মসৃন হোৱা পৰিলক্ষিত হয়। সেই যুগৰ কৱি আলেকজেণ্ডাৰ পোপৰ কবিতা আৰু গদ্য লেখক এডিচনৰ ৰচনাত ওপৰোক্ত দুয়োটা দিশ পৰিদৃষ্ট হয়। সেই যুগৰ লেখকসকলে বাস্তৱক বাদ দি কল্পনাত উটি ভাহি ফুৰা দেখা নাযায় আৰু প্ৰকাশ ভঙ্গীও পোনপটীযা হোৱা পৰিদৃষ্ট হয়। সেই যুগত আত্মপ্ৰকাশ কৰা এগৰাকী নীৰৱ সাহিত্য সাধক যোচেফ এডিচন— যাৰ গদ্য ৰচনাত সামাজিক জীৱনৰ প্ৰতিচ্ছবি সমুজ্বল হৈ উঠিছে। এডিচন এগৰাকী প্ৰকৃত ভদ্ৰলোক আৰু তেওঁৰ ৰচনাতো কলাসুলভ কোমল অনুভৱ অনুৰণিত হৈছে। তেওঁৰ সমসাময়িক লেখক ছুইফটৰ ৰচনাত ধুমুহাৰ গৰ্জন শুনিবলৈ পোৱা যায়। সামাজিক জীৱনৰ ভণ্ডামিৰ বিৰুদ্ধে ছুইফটে গৰ্জি উঠিছে, সংস্কাৰৰ পথ দেখুৱাইছে। আনহাতে এডিচনৰ ৰচনা সূৰ্যৰ পোহৰৰ দৰে উজ্বল, সেই ৰশ্মিয়ে বৰফ গলাইছে, বোকা শুকুৱাইছে আৰু পৃথিৱীখন পোহৰ আৰু আশাৰে পৰিপূৰ্ণ কৰি তুলিছে।

ইংৰাজী সাহিত্যৰ পুনৰ সংস্থাপন (Restoration) যুগৰ সাহিত্যত কেতবোৰ কুদিশ উন্মোচিত হৈছিল যদিও এডিচন, ছুইফট্ আদিয়ে জাবৰ-জোথৰবোৰ চিকুনাই মননশীল আৰু বুদ্ধিদীপ্ত সাহিত্য সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। ইংৰাজী সাহিত্যলৈ নতুন মূল্যবোধ ঘূৰি আহিছিল, আৰু সামাজিক প্ৰমূল্যক অধিক গুৰুত্ব দিয়া হৈছিল। এডিচনৰ ৰচনা অধ্যয়ন কৰিলে সেই গুণ পৰিলক্ষিত হয়। এডিচন মানুহ হিচাপে যেনে বিনম্ৰ আৰু ভদ্ৰ, তেওঁৰ লেখনীও বিনম্ৰতা আৰু ভদ্ৰতাৰে পৰিপূৰ্ণ। তেওঁৰ ৰচনা সুৰুচিপূৰ্ণ আৰু সুকোমল অনুভূতিৰে সমুজ্জ্বল।

এডিচনৰ জন্ম হৈছিল ১৬৭৮ চনত উইল্ট চায়াৰৰ মিলষ্টোনত। তেওঁৰ দেউতাক আছিল বিদ্বান আৰু আধ্যাত্মিক ভাবাপন্ন লোক। ঘৰৰ শান্ত সমাহিত পৰিৱেশে

শিশুকালৰে পৰা এডিচনৰ মন শান্ত আৰু সংস্কৃতিবান কৰি তুলিছিল। লণ্ডনৰ বিখ্যাত চাৰ্টাৰ হাউচ স্কুলত স্কুলীযা শিক্ষা আৰম্ভ কৰি অক্সফোৰ্ড বিশ্ববিদ্যালযৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিছিল। স্কুল, কলেজ আৰু বিশ্ববিদ্যালয়ত মেধাৰ পৰিচয দি বৃত্তি লাভ কৰিছিল আৰু সুচৰিত্ৰৰ অধিকাৰী হৈছিল। কলেজীয়া জীৱনৰ পৰাই এডিচনে হাতত কলম তুলি লৈ গদ্য ৰচনা কৰিছিল। বিশ্ববিদ্যালয়ৰ ডিগ্ৰী লাভ কৰাৰ পিচত তেওঁ গীৰ্জাৰ কামত সোমাব বিচাৰিছিল। কিন্তু তেওঁৰ বন্ধুবৰ্গই চৰকাৰী চাকৰিত সোমাবলৈ পৰামৰ্শ দিছিল আৰু অৱশেষত বন্ধুবৰ্গৰ পৰামৰ্শমতে তেওঁ ৰাষ্ট্ৰৰ কূটনৈতিক বিষযৰ চাকৰিত সোমাই পৰিছিল। জনাথন ছুইফট আৰু যোচেফ এডিচন দুইজন সমসামযিক লেখক আছিল। দুযোৰে চাৰিত্ৰিক বৈশিষ্ট্য বিশ্লেষণ কৰিলে দেখা যায যে ছুইফট আছিল প্ৰতিবাদী লেখক, ৰাজনৈতিক ভণ্ডামিৰ বিৰুদ্ধে তেওঁ আছিল প্ৰচণ্ড সৰৱ। আনকি কিছু কিছু ক্ষেত্ৰত ৰাজনৈতিক ব্যক্তি বিশেষক ৰচনাৰ মাজেদি গালি শপনিও পাৰিছিল। আনহাতে এডিচন আছিল ঠাণ্ডা প্ৰকৃতিৰ লেখক। তেওঁ মিত্ৰতাৰ হাত আগবঢাই ৰাজনৈতিক নেতা, বুদ্ধিজীৱী তথা সাধাৰণ লোকৰ লগতো সহৃদযতা গঢি তুলিছিল। ড্ৰাইডেনৰ প্ৰতিভাৰ প্ৰতি সন্মান জনাই তেওঁ লিখা কবিতাই ড্ৰাইডেনৰ দৰে বিখ্যাত মনীষীকো অভিভূত কৰিছিল আৰু তেওঁৰ আশীৰ্বাদ লাভ কৰিবলৈ সক্ষম হৈছিল। তেওঁ ১৬৯৭ চনত লিখা লেটিন কবিতা 'ডি পিছ অফ ৰীচ্চডউইক'ত তেওঁ ৰজা উইলিয়ামৰ গুণানুকীৰ্তন কৰা হৈছিল আৰু তাৰ ফলস্বৰূপে তেওঁ ৰজাঘৰীয়া অনুগ্ৰহ লাভ কৰিবলৈ সক্ষম হৈছিল। ৰজাঘৰৰ পৰা তেওঁ বছৰি তিনিশ পাউণ্ডকৈ পেঞ্চন লাভ কৰিছিল। এই পেঞ্চন দিয়া হৈছিল বিদেশ ভ্ৰমণ কৰি কূটনৈতিক কৌশল অধ্যয়ন কৰাৰ বাবে। সেই অৰ্থ সাহাৰ্য্যৰে তেওঁ বিদেশ ভ্ৰমণলৈ গৈছিল আৰু বিভিন্ন দেশৰ ৰাজনৈতিক আৰু কূটনৈতিক দিশ অধ্যযন কৰিছিল। এনেদৰে বিদেশ ভ্ৰমণ কৰি থাকোতে ৰজা উইলিয়ামৰ মৃত্যু হৈছিল আৰু তাৰ লগে লগে হুইগচ্ সকলে ৰাজনৈতিক ক্ষমতা হেৰুৱাবলগীয়া হৈছিল। হুইগচ্ সকলে ক্ষমতা হেৰুৱাৰ পিচত এডিচনৰ পেঞ্চনটোও বন্ধ কৰি দিযা হৈছিল আৰু তেওঁ তেতিয়া স্বদেশলৈ ঘূৰি আহি দাৰিদ্ৰৰ মাজত জীৱন নিৰ্বাহ কৰিবলগীয়া হৈছিল। সেই সময়তে ব্লেন হেইমৰ যুদ্ধ আৰম্ভ হৈছিল আৰু সেই যুদ্ধত টোৰীসকলে জয়লাভ কৰিছিল। যুদ্ধ জয়ৰ উৎসৱ উদযাপনৰ সময়ত

গোৱাৰ বাবে এটি সুন্দৰ কবিতা ৰচিব লাগে। সেই সময়ত এডিচনৰ কবিতা 'ডি কেম্পেইন' টোৰীসকলৰ চকুত পৰিল আৰু সেই কবিতাটো অনুষ্ঠানত পঠিত হ'ল। কবিতাৰ ছন্দই যোদ্ধাসকলৰ শৌর্য-বীর্য্য দাঙি ধৰিলে। যুদ্ধৰ বিভীষিকাময় পৰিস্থিতিৰ ছবিও কবিতাত পৰিস্ফুট হৈ উঠিল। এই কবিতাটোৱে এডিচনৰ জীৱনলৈ প্ৰাচুৰ্য্য আনি দিলে। এডিচনৰ ভাগ্য ঘূৰি গ'ল। এডিচনে ৰাজনৈতিক অনুগ্ৰহ লাভ কৰি প্ৰথমতে আগুাৰ চেক্ৰেটাৰী হ'ল। তাৰ পিচত সাংসদ সদস্য হ'ল। এটা সময়ত তেওঁ আযাৰলেগুৰ চেক্ৰেটাৰী হ'ল আৰু শেষত চেক্ৰেটাৰী অফ্ ষ্টেটৰ দৰে সৰ্ব্বোচ্চ আসন লাভ কৰিবলৈ সক্ষম হ'ল।

এডিচনৰ বাকীচোৱা কাল দুটা ভাগত ভাগ কৰিব পৰা যায়। এফালে ৰাজনৈতিক কৰ্তব্য আৰু আনফালে সাহিত্য সৃষ্টিৰ তাড়না। তেওঁৰ প্ৰসিদ্ধ ৰচনা 'টেট্‌লাৰ এণ্ড স্পেক্টেট'ৰ ১৭০৯ চনৰ পৰা ১৭১৪ চনৰ ভিতৰত ৰচনা কৰা হৈছে। কিন্তু তেওঁৰ আটাইতকৈ উল্লেখযোগ্য ক্লাছিক ট্ৰেজেডী হ'ল কেটো (Calo)। এই গ্ৰন্থত তেওঁৰ জীৱনৰ দুখ দুৰ্দশাৰ ছবি সন্নিবিষ্ট হৈছে।

তেওঁৰ বিবাহিত জীৱনো দুখেৰে পৰিপূৰ্ণ হৈছিল। ১৭১৬ চনত তেওঁ এগৰাকী বিধবাক বিয়া কৰাইছিল। বিধবাগৰাকী আছিল ৱাৰ উইকৰ কাউণ্টেছ। বিধবাগৰাকীৰ বিখ্যাত হলেও হাউচত এডিচনে একেলগে থাকিবলৈ লয়। কিন্তু তেওঁৰ বিবাহিত জীৱন বৰ খন্তেকীয়া আছিল। মাত্ৰ তিনি বছৰহে তেওঁলোকৰ যুগ্মজীৱন অতিবাহিত হৈছিল। বিবাহিত জীৱনত সুখী নোহোৱা বাবে তেওঁ পত্নীৰ সঙ্গ ত্যাগ কৰি বেলেগকৈ থাকিবলৈ লয়। তাৰ পিচতে আৰম্ভ হয় তেওঁৰ যাযাবৰী জীৱন। তেওঁ বেছিভাগ সময় লণ্ডনৰ ক্লাব আৰু কফিঘৰত কটাবলৈ ধৰিলে। অকলশৰীয়া জীৱনত তেওঁ কিছু পৰিমানে সুখী আছিল। কিন্তু জীৱনৰ শেষকালছোৱাত তেওঁ এজনৰ পিচত আন এজনৰ লগত কাজিয়া কৰি কটালে। অৱশ্যে এই কাজিয়া কৰি প্ৰতিশোধ ল'লে। আনখন কাজিয়া আছিল জনাথন ছুইফটৰ লগত আৰু তাৰ পিচত নিজৰ পুৰণি বন্ধু ষ্টীলৰ লগত কাজিয়া কৰিছিল। এই কাজিয়াৰ সূত্ৰপাত হৈছিল ৰাজনৈতিক মতাদৰ্শক লৈ। সাহিত্য আৰু ৰাজনীতি একাকাৰ কৰা বাবেই এই কাজিয়াৰ সূত্ৰপাত হৈছিল। বিভিন্ন যুক্তি তৰ্কৰ মাজেৰে তেওঁলোকৰ মাজৰ কাজিয়া আগবাঢ়িছিল। অৱশেষত ১৭১৯ চনত তেওঁ মৃত্যুৰ শীতল কোলাত চিৰ নিদ্ৰিত হৈ পৰে।

**এডিচনৰ ৰচনা সম্ভাৰ ঃ** এডিচন এফালে যেনেকৈ বিখাত কূটনীতিবিদ আছিল আনফালে আছিল এগৰাকী বিখ্যাত লেখক। তেওঁৰ ৰচনাত নৰম সুৰ প্ৰতিধ্বনিত হৈছে। কাৰোবাক সমালোচনা কৰিলেও নৰম সুৰত দোষ-ক্ৰুটী দাঙি ধৰিছিল। ছুইফটৰ ৰচনাত যি ৰূঢ় সুৰ স্পন্দিত হয়, তেনে আক্ৰমনাত্মক অভিব্যক্তি এডিচনৰ ৰচনাত পোৱা নাযায়। এডিচনে মিহি সুৰত দোষক্ৰুটী দাঙি ধৰি ভদ্ৰভাৱে সেইবোৰ উপস্থাপন কৰি সকলোৰে প্ৰিয়পাত্ৰ হৈছিল। এডিচনৰ 'ডিজেক্চন অফ এ বিউজ হেড' আৰু 'ডিজেকচন অফ এ কোৱেটচ্ হাৰ্ট'ত জীৱনৰ বহুতো গোপন কথা আৰু তেওঁৰ জীৱন জিজ্ঞাসা সুন্দৰভাৱে প্ৰতিফলিত হৈছে। এডিচনৰ ৰচনাই পাঠকক প্ৰেৰণা দিয়ে, আশা দিয়ে, জীৱনক উপলব্ধি কৰাৰ পথ দেখুৱায়। তেওঁৰ ৰচনাত কেতবোৰ বাস্তৱ চৰিত্ৰ অংকন কৰা দেখা যায়। এডিচনৰ ৰচনা নপঢ়িলে ইংৰাজী সাহিত্যৰ অধ্যয়ন সম্পূৰ্ণ নহয়। এডিচনৰ লেখাৰ ষ্টাইল চৰিত্ৰ চিত্ৰণৰ নৈপুন্য আৰু শব্দ প্ৰযোগ অত্যন্ত আকৰ্ষণীয আৰু সেযেহে জনচনে কৈছে যে ইংৰাজী সাহিত্যৰ বিষযে পঢ়িবলৈ হ'লে এডিচনক জানিব লাগিব। এডিচনৰ ৰচনাৰ মৌকোহ বিচাৰি উলিয়াব পাৰিব লাগিব। ভাল লেখক হোৱাৰ গুণ আযত্ব কৰিবলৈ হ'লে এডিচনৰ ৰচনা অধ্যযন কৰিব লাগিব। এডিচনৰ ৰচনাসমূহে ইংৰাজী সাহিত্যত উপন্যাস সাহিত্য সৃষ্টিৰো পথ প্ৰশস্ত কৰিছে। কিয়নো তেওঁৰ বাস্তৱবাদী ৰচনাত কাহিনী আছে, চৰিত্ৰ আছে আৰু আছে মনোৰম সংলাপ। এডিচন অকল গদ্যৰ সাধনাতে ব্যস্ত নাছিল, তেওঁ কাব্যৰ সাধনাও কৰিছিল। কেটো (Cato) তেওঁৰ উল্লেখযোগ্য কাব্য গ্ৰন্থ। অৱশ্যে সেই কাব্য গ্ৰন্থৰ কবিতাই পাঠকক আকৰ্ষণ কৰিব নোৱাৰিলে। তথাপি তেওঁৰ কবিতাৰ মাজত বিষাদৰ সুৰ ঝংকাৰিত হৈছে। ছন্দৰ বিষাদ মধুৰ ঝংকাৰে পাঠকৰ হৃদয় কপাই তোলে। তেওঁৰ কবিতা একোটা প্ৰাৰ্থনাগীতি হিচাপে উদ্ভাসি উঠিছে। সেই প্ৰাৰ্থনাগীতি গীৰ্জাত গোৱা আধ্যাত্মিক গীতৰ দৰে মধুৰ মূৰ্চ্ছনাময়। গদ্যই হওঁক বা পদ্যই হওঁক এডিচনৰ ৰচনাত নীৰৱ সাধনাৰ পৰিচয় পোৱা যায়। সেয়েহে ওঠৰ শতিকাৰ ইংৰাজী সাহিত্যত তেওঁক *নীৰৱ সাহিত্য সাধক হিচাপে চিহ্নিত কৰা হৈছে।*

●●●

# এলিজাবেথান যুগৰ নাট্যকাৰ
# বেন জনচন

চেক্সপীয়েৰৰ উত্তৰসুৰী নাট্যকাৰ হিচাপে বেন জনচনৰ নাটকে ইংল্যাণ্ডৰ নাট্য আন্দোলনত এক বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিছিল। বহুতে ভাবিছিল যে চেক্সপীয়েৰৰ নাটকৰ পিছত ইংল্যাণ্ডৰ নাট্য সাহিত্যত বলিষ্ঠ নাট্যকাৰৰ নাটকৰ অভাৱ অনুভৱ হ'ব। নাটকৰ কাহিনীও নিম্নগামী হ'ব। ইংল্যাণ্ডৰ সৰ্বসাধাৰণ দৰ্শকে নাটকৰ কাহিনীৰ মাজত তেওঁলোকৰ বাস্তৱ জীৱনৰ ছবি প্ৰতিফলিত হোৱাটো বিচাৰে আৰু দৰ্শকৰ অভিৰুচিমতে চেক্সপীয়েৰে বাস্তৱ জীৱনৰ দুখ-দুৰ্দশা, সন্দেহ, সংশয় আৰু লাঞ্ছনা -গঞ্জনাক প্ৰতিভাত কৰি নাটক লিখি প্ৰভূত জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছিল। চেক্সপীয়েৰৰ নাটকত অকল দৰ্শকৰ জীৱন চিত্ৰই প্ৰতিভাত হোৱা নাছিল, তদুপৰি আছিল জীৱনৰ অৰ্থ, জীয়াই থকাৰ অৰ্থ আৰু মানবীয় অনুভূতি। নাটকৰ কাহিনীত আছিল ন্যায নিষ্ঠতা শুদ্ধ আচৰণৰ বিপৰীতে পাপাচাৰ আৰু ভণ্ডামি। কিন্তু পাপাচাৰ আৰু ভণ্ডামিয়ে ন্যায়নিষ্ঠতাৰ হাতত পৰাভূত হৈছিল। সত্য আৰু ন্যায়ৰ জয়েৰে নাটকৰ কাহিনীৰ যবনিকা পেলোৱা হৈছিল। এনেধৰণৰ নীতি শিক্ষা আৰু সদাচাৰ ব্যক্ত কৰা বাবেই চেক্সপীয়েৰৰ নাটক হৈছিল সৰ্বজন গৃহীত আৰু জনপ্ৰিয়। চেক্সপীয়েৰৰ সমকালীন নাট্যকাৰসকলে নাটকত গ্ৰহণযোগ্য আদৰ্শ প্ৰতিফলিত কৰিব নোৱাৰা বাবে তেওঁলোকৰ নাটকে জনপ্ৰিয়তা অৰ্জনত ব্যৰ্থ হৈছিল। কিন্তু তাৰ মাজতো ব্যতিক্ৰম আছিল বেন জনচন। বেন জনচনৰ নাটক আছিল গভীৰ মননশীল আৰু আদৰ্শগত কাৰণতে নাটকৰ কাহিনী সৰ্বসাধাৰণ দৰ্শকৰ বাবে গ্ৰহণযোগ্য হৈছিল। তেনে কাহিনীয়ে সকলো শ্ৰেণীৰ দৰ্শকক আমোদ দিব পাৰিছিল। বেনজনচনৰ নাটকৰ কাহিনীত সৰ্বসাধাৰণ লোকৰ জীৱনৰ প্ৰতিচ্ছবি উদ্ভাৰি উঠা বাবে চেক্সপীয়েৰৰ নাটকৰ সমতুল্য হৈছিল। সেয়েহে এলিজাবেথানসকলৰ ভিতৰত জনচন আছিল

প্ৰতিশ্ৰুতিপূৰ্ণ লেখক আৰু প্ৰায় পচিশ বছৰ কাল জনচনৰ সাহিত্য প্ৰতিভাই লণ্ডনৰ বিদ্বৎ সমাজক আলোকিত কৰি ৰাখিছিল। লণ্ডনৰ পুৰণি 'ডেভিল টেভাৰ্ন'ত সমবেত হোৱা বিদ্বৎ সমাজত জনচনে নিজৰ বুদ্ধিমত্তাৰে দপ্‌দপাই আছিল। জনচনে দুটা উদ্দেশ্যৰ বাবে সাহসেৰে থিয় হৈছিল— তাৰে এটা আছিল তেওঁৰ নাটকত ক্লাছিক চৰিত্ৰ অক্ষুন্ন ৰখাৰ চেষ্টা আৰু আনটো আছিল মঞ্চক অধোগামী নকৰাৰ প্ৰৱণতা। কিন্তু ৰোমাণ্টিক চিন্তাই ইমান প্ৰবলভাৱে আলোড়িত কৰিছিল যে শেষত গৈ ক্লাছিক চৰিত্ৰৰ নাটক মঞ্চৰ পৰা মেলানি মাগিবলগীয়া হৈছিল আৰু মঞ্চও বন্ধ হোৱাৰ উপক্ৰম হৈছিল। ফৰাচী নাটকৰ প্ৰভাৱে ইংল্যাণ্ডৰ নাট্য আন্দোলনত এনেদৰে প্ৰভাৱ পেলাইছিল যে তথাকতিত ক্লাছিচিজিমৰ মৃত্যু ঘটিছিল। শেষত ১৬৪২ চনত চেক্সপীয়েৰৰ মৃত্যুৰ চাব্বিশ বছৰ পিচত সংসদৰ উভয় সদনে ভোটদানৰ জৰিয়তে লণ্ডনৰ থিয়েটাৰ হলসমূহ বন্ধ কৰি দিবলগীয়া হৈছিল।

নাট্যকাৰ হিচাপে বেন জনচনৰ এক সুকীয়া বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্য তেওঁৰ অন্তিম দিনলৈকে অটুট আছিল। বেন জনচনৰ জন্ম হৈছিল ১৫৭৩ খৃঃত ৱেষ্টমিনিষ্টাৰত। তেওঁৰ দেউতাক এজন শিক্ষিত ভদ্ৰলোক আছিল। কিন্তু আইনৰ মেৰপেছত পৰি তেওঁ সম্পত্তি হেৰুৱাবলগীয়া হৈছিল। ৰাণী মেৰীৰ নিৰ্দেশত তেওঁক জেলত বন্দী কৰি ৰখা হৈছিল আৰু সম্পত্তিও বাজেযাপ্ত কৰা হৈছিল। মাকৰ ফালৰ পৰা জনচনে লাভ কৰিছিল সৎ সাহস আৰু স্পষ্টবাদিতা। এই লক্ষণসমূহ তেওঁৰ নাটকত স্পষ্ট হৈ উঠিছে। কেতিয়াবা নায়কৰ গাত পৰিলক্ষিত হৈছে, কেতিয়াবা নায়িকাৰ চৰিত্ৰত পৰিদৃষ্ট হৈছে। জনচনৰ জন্মৰ আগতে ৰাজৰোষত পৰি দেউতাকে জেললৈ যাবলগীয়া হৈছিল। জেলৰ পৰা ওলাই আহি তেওঁ মন্ত্ৰী হৈছিল। জনচনৰ জন্মৰ আগতে দেউতাকৰ মৃত্যু হৈছিল। দেউতাকৰ মৃত্যুৰ দুবছৰ পাচত মাকে লণ্ডনৰ এগৰাকী ৰাজমিস্ত্ৰীক পুনৰ বিবাহ কৰায় আৰু ল'ৰাটোৰে সৈতে ৰাজমিস্ত্ৰীৰ লগত থাকিবলৈ লয়। প্ৰথমতে জনচনক ব্যক্তিগত শিক্ষানুষ্ঠানলৈ পঠোৱা হৈছিল। তাৰ পিচত তেওঁ ৱেষ্টমিনিষ্টাৰ স্কুলত শিক্ষা গ্ৰহণ কৰে। জনচনৰ বুদ্ধি-বৃত্তি দেখি স্কুলৰ শিক্ষক কেমডেন আকৃষ্ট হৈছিল আৰু জনচনক আৰ্থিকভাৱে সাহায্য প্ৰদান কৰি পঢ়া-শুনাত উৎসাহ যোগাইছিল। স্কুলৰ শিক্ষা সাং কৰি জনচনে কেম্ব্ৰিজত পঢ়িবলৈ যায়। কিন্তু কেম্ব্ৰিজৰ শিক্ষা শেষ নৌহওঁতেই সতীয়া বাপেকৰ তাগিদাত পৰি ৰাজমিস্ত্ৰীৰ

কাম শিকিবলৈ যাবলগীয়া হয়। ৰাজমিস্ত্ৰীৰ কামত জনচনৰ অকনো মন বহা নাছিল। তেওঁ তাৰপৰা পলাই গৈ সৈন্য বাহিনীত যোগ দিয়ে। সৈন্য বাহিনীত যোগ দি তেওঁ যুদ্ধত অৱতীৰ্ণ হ'বলগীয়া হয় আৰু নিজৰ মানুহক হত্যাকৰিবলগীয়া হয়। নিজৰ ইচ্ছাৰ বিৰুদ্ধে আপোন মানুহক হত্যা কৰিবলগীয়া হোৱা বাবে তেওঁৰ মন বিষাদগ্ৰস্ত হয় আৰু তেওঁ সৈন্যবাহিনী ত্যাগ কৰি ইংল্যাণ্ডলৈ ঘূৰি আহে। ইংল্যাণ্ডলৈ প্ৰত্যাবৰ্তন কৰাৰ পিচত ঘটনাক্ৰমে তেওঁ মাত্ৰ কুৰি বছৰ বয়সত বিবাহ পাশত আবদ্ধ হ'বলগীয়া হয়। তেওঁৰ বিবাহিত জীৱন কেনে আছিল সেই তথ্য পোৱা নাযায় যদিও বিয়াৰ পাচ বছৰ পিচত তেওঁ থিয়েটাৰ কোম্পানিৰ কামত নিয়োজিত হয়। থিয়েটাৰ দলত সোমাই প্ৰথমতে তেওঁ নাটকত অভিনয় কৰে। তাৰ পিচত থিয়েটাৰ দলৰ বাবে নাটক লিখিবলৈ লয়। পুৰণি নাটকসমূহক নতুন দৃষ্টিভঙ্গীৰে ৰচনা কৰি মঞ্চস্থ কৰে। সেই সময়ত তেওঁক সংঘাতৰ ধুমুহাই প্ৰচণ্ডভাৱে কোৱাই গৈছিল। এটাৰ পিচত আন এটা অপ্ৰত্যাশিত ঘটনাই তেওঁৰ জীৱন জুৰুলা কৰিছিল। থিয়েটাৰ দলত কাম কৰি থাকোতে তেওঁৰে সহকৰ্মী এজনৰ লগত কিবা কথাত তৰ্কাতৰ্কি লাগে আৰু শেষত তেওঁ মানুহজনক মাৰি পেলায়। এই ঘটনাত দোষী সাব্যস্ত হৈ ফাচিৰ কাঠগড়াত উঠিবলগীয়া অৱস্থা হয়। অৱশ্যে ধৰ্ম যাজকৰ ওচৰত অশেষ কাকুতি-মিনতি কৰাৰ পিচত কোনোমতে ফাঁচি কাঠত ওলোমাৰ পৰা ৰক্ষা পৰে। কিন্তু তাৰ পিচতো অথন্তৰে তেওঁৰ লগ এৰা দিয়া নাছিল। এই ঘটনাৰ পিচত তেওঁ সকলোধৰণৰ সুচিন্তা হেৰুৱাই পেলালে আৰু ভাব অনুভূতিহীন জড়াগ্ৰস্তলৈ ৰূপান্তৰিত হ'ল।

জনচনৰ প্ৰথম নাটক 'এভৰিমেন ইন হিজ হিউমাৰ' প্ৰথমতে মঞ্চস্থ হয় ১৫৯৮ খৃঃত। এই নাটকত চেক্সপীয়েৰেও এটা চৰিত্ৰত অভিনয় কৰিছিল। এনেদৰে চেক্সপীয়েৰৰ লগত জনচনৰ বন্ধুত্ব গঢ়ি উঠে আৰু এই বন্ধুত্ব দীৰ্ঘম্যাদী হয়। তাৰ পিচত এখনৰ পিচত আন এখন নাটক ৰচনা কৰাৰ জৰিয়তে তেওঁ বিখ্যাত হৈ পৰে। সেই সময়ত জেমচে ইংল্যাণ্ডৰ ৰাজ সিংহাসন দখল কৰা বাবে জনচনৰ নাটকে ৰাজ অনুগ্ৰহ লাভ কৰিবলৈ সক্ষম হয়। ৰজাৰ অনুগ্ৰহতে জনচনক 'পোয়েট ল'ৰেট' হিচাপে ৰাজকীয় সম্মান যচা হয়। তেতিয়াৰে পৰা ইংল্যাণ্ডৰ সাহিত্য জগতত কেন জনচনৰ স্থান সুদৃঢ় হয়। ১৬১৬ খৃঃত চেক্সপীয়েৰে নাট্য জগতৰ পৰা অৱসৰ লোৱাৰ পিচত জনচনেও মঞ্চৰ বাবে নাট লিখা বাদ দিলে। তাৰ পৰিবৰ্তে তেওঁ গভীৰভাৱে

অধ্যয়নৰত হৈ চিন্তাগধুৰ ৰচনা লিখিবলৈ ধৰিলে।

১৬১৮ খৃঃত জনচনে পদব্ৰজে স্কটল্যাণ্ডলৈ যায় আৰু বিচিত্ৰ অভিজ্ঞতা লাভ কৰে। এই ভ্ৰমণক লৈ তেওঁ 'ফুট পিলগ্ৰিমেছ' নামৰ এখন গ্ৰন্থ ৰচনা কৰে। কিন্তু দুৰ্ভাগ্য বশতঃ এইখন গ্ৰন্থ প্ৰকাশ হোৱাৰ আগতে জুইত পুৰি ধ্বংস হ্য। তাৰ পিচত তেওঁ চেগাচোৰোগাকৈ দুই এখন গ্ৰন্থ ৰচনা কৰিছিল যদিও লেখা মেলা কমি যোৱা বাবে তেওঁৰ আৰ্থিক অৱস্থা বেয়া হ্য আৰু অৰ্থৰ অভাৱত অনাহাৰে থাকিবলগীয়া হ্য।

এনেদৰে দাৰিদ্ৰৰ যাতনা সহ্য কৰি জীৱন যুদ্ধত কক্ বকাই থাকোতে ১৬৩৭ খৃঃত তেওঁৰ মৃত্যু হ্য। তেওঁৰ মৃত্যুত ইংল্যাণ্ডত ৰাষ্ট্ৰীয় শোক পালন কৰা হ্য আৰু চেক্সপীয়েৰৰ দৰে তেওঁক ৰাষ্ট্ৰীয মৰ্যদাৰে ৱেষ্টমিনিষ্টাৰ এবেত সমাধিস্থ কৰা হয়। তেওঁৰ সমাধিত মাৰ্বল ফলক লগাই শ্ৰদ্ধাৰে খোদিত কৰা হ্য— 'O Rare Ben Jonson'। এই ফলক আজিও জিলিকি আছে জনচনৰ সমাধিস্তম্ভত।

**জনচনৰ সাহিত্য কৰ্ম :** বেন জনচনৰ সাহিত্য-কৰ্ম অধ্যয়ন কৰিলে চেক্সপীয়েৰ আৰু তেওঁৰ পৰৱৰ্তী নাট্যকাৰ সকলৰ নাট্যকৰ্মৰ সৈতে বৈপৰীত্য পৰিলক্ষিত হয়। চেক্সপীয়েৰৰ নাটকত ৰোমাণ্টিক চিন্তাধাৰা, সংশয়, সন্দেহ, ঠগবাজী আদিৰ চিত্ৰ পৰিদৃষ্ট হোৱাৰ বিপৰীতে জনচনৰ নাটকত ৰোমাণ্টিকতাতকৈ ক্লাছিচিজিমৰ ওপৰতে অধিক গুৰুত্ব দিয়া দেখা যায। ক্লাছিক মান বৰ্তাই ৰখাৰ বাবে জনচনে অকলেই যুদ্ধ কৰিছে। সেয়েহে তেওঁৰ নাটকত ৰোমাণ্টিকতাতকৈ মহাকাব্যীয গুণহে প্ৰকট হৈ উঠিছে। ঐতিহাসিক সমলতকৈ তেওঁ ধৰ্মীয় সমলতহে অধিক গুৰুত্ব দিছিল। চেক্সপীয়েৰে ইতিহাসৰ কাহিনীৰ আধাৰত নাটক ৰচনা কৰি বিয়োগান্ত দৃশ্যৰ লগতে হাস্য-ব্যঙ্গ চিত্ৰত সনা-পিটিকা কৰি বৈচিত্ৰপূৰ্ণ ৰূপ দিছিল। আনহাতে জনচনে বাস্তৱৰ ওপৰত অধিক গুৰুত্ব দিছিল। এলিজাবেথান যুগত পুৰুষ-স্ত্ৰীয়ে কেনেদৰে কথা কৈছিল, কেনেদৰে জীৱন নিৰ্বাহ কৰিছিল তাৰ হুবহু চিত্ৰ দেখিবলৈ পোৱা যায় জনচনৰ নাটকৰ চৰিত্ৰত। চেক্সপীয়েৰৰ নাটকতকৈ জনচনৰ নাটকত বাস্তৱতা অধিক সমুজ্বল হৈ উঠিছে। জনচনৰ প্ৰথম হাস্য মধুৰ নাটক 'এভৰি মে ইন হিজ্ হিউমাৰ' এখন সুন্দৰ নাটক। এই নাটকত হাস্য-ব্যঙ্গৰ মাজেদি সজীৱ চৰিত্ৰ অংকন কৰিছে। নাটকৰ চৰিত্ৰই কথা কওঁতে বিশেষ হাঁহিৰ খোৰাক যোগায়। কিন্তু তাৰ মাজতো বাস্তৱ গুণ

হেৰোৱা নাই। মঞ্চত চৰিত্ৰই কথা কওঁতে বাস্তৱত কথা কোৱা যেন লাগে। তাৰ পিচত নাটক 'ছিছিয়াচ্ ৰেভেলচ্'ত আদালতৰ ঘটনাক ব্যঙ্গ কৰিছে। তৃতীয়খন নাটক 'ডি পোয়েষ্টাৰ'ত সমসাময়িক কবিসকলৰ অৰ্থহীন অহঙ্কাৰৰ বিৰুদ্ধে প্ৰচণ্ড ব্যঙ্গ কৰিছে।

জনচনৰ তিনিখন উল্লেখযোগ্য হাস্যমধুৰ নাট হ'ল 'ভ'লপ'ন অৱ ডি ফক্স', 'ডি এলকেমিষ্ট' আৰু 'এপিকেইন বা ডি চাইলেণ্ট ওমেন'। ভ'লপ'ন হ'ল অৰ্থলিপ্সু মানুহৰ জীৱন্ত প্ৰতীক। এই অৰ্থলোভী মানুহজনে জীৱনত কেৱল অৰ্থ উপাৰ্জন কৰিলে। অৰ্থলিপ্সাই মানুহক কেনেদৰে প্ৰতাৰণা কৰে তাৰ ছবি অংকন কৰা হৈছে নাটকৰ কাহিনীত। জনচনৰ আন এক উল্লেখযোগ্য নাটক হ'ল এলকেমিষ্ট। নাটকত আছে আসুৰি চিকিৎসাৰ গুণ আৰু মানুহৰ বিশ্বাস আৰু সৰলতা। নাটকখনৰ চিন্তাধাৰা অত্যন্ত ব্যতিক্ৰমধৰ্মী। এলিজাবেথান যুগতো মানুহে আসুৰি চিকিৎসাক সৰলভাৱে বিশ্বাস কৰিছিল আৰু সেই চিকিৎসাৰ দ্বাৰাই মানুহৰ যিকোনো ৰোগ নিৰাময় কৰা হৈছিল। নাটকৰ মূলকথা বাস্তৱধৰ্মী আৰু দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত। নাটকত শৈল্পিক কলা-কৌশল বিদ্যমান। সেইকাৰণে এই নাটকখনক এখন উৎকৃষ্ট নাটকৰ শাৰীত স্থান দিয়া হৈছে। নাটকৰ বচনত কলা সুলভ গুণ আছে।

জনচনৰ আন এখন গদ্যত ৰচিত হাস্য ৰসাত্মক নাট হ'ল এপিকেইন বা ডি চাইলেণ্ট ওমেন। এই নাটকত জীৱনৰ দুখ-দুৰ্দশা, হাঁহি-কান্দোন আৰু জীয়াই থকাৰ হাবিয়াস আছে। তাৰ মাজতো নাটকত ব্যঙ্গাত্মক দৃশ্য বিৰাজমান। ক'মেডিৰ উপৰি জনচনে দুখন বিখ্যাত ট্ৰেজেডী ৰচনা কৰিছে। তাৰে এখন 'চেজানাচ' ১৬০৩ চনত ৰচিত আৰু আনখন 'কেটিলাইন' ১৬২১ চনত ৰচিত। দুয়োখন ট্ৰেজেডীয়ে পাঠক আৰু দৰ্শকৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। মঞ্চৰ বাবে নাট লেখা কাম সামৰাৰ পিচত জনচনে সৃষ্টিশীল ৰচনাত মনোনিবেশ কৰিছিল। তাৰ ভিতৰত কেবাখনো ৰূপকাত্মক নাটক আছিল। এই ৰূপকাত্মক নাটক সমূহ ৰজা প্ৰথম জেমচ্ আৰু ৰাণী এনীৰ সন্মানাৰ্থে নিবেদন কৰিছিল। সেইবোৰৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য নাটকসমূহ হ'ল— 'ডি ছেভীৰ', 'ডি পিনেটচ্', 'মেস্ক অ ব্লেকনেছ', 'মেস্ক অৱ বিউটি', 'হিউ এণ্ডক্ৰাই 'আফটাৰ কিউপিড' আৰু ডি মেস্ক অৱ কুইনচ্। এই আটাইবোৰ ৰচনাতে জনচনৰ সৃষ্টিশীল কাব্য প্ৰতিভাৰ স্বৰূপ জিলিকি উঠিছে।

জনচনৰ কবিতা আৰু গীতে এক বিশেষ স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছে। কেইটামান বিখ্যাত গীতি ৰচনা হ'ল— 'ডি ট্ৰাইম্ফ অৱ ছেৰিজ', 'ড্ৰিঙ্ক টু মি অ'নলি উইথ ডাইন আইজ' আৰু 'টু ডি মেমোৰী অৱ মাই বিলাভেদ মাদাৰ'। জনচনৰ একমাত্ৰ গদ্য ৰচনা হ'ল 'টিম্বাৰ অৱ ডিচকোভাৰিজ অ' মেড ওমেন অৱ মেটাৰ। এই ৰচনাত জনচনৰ বিখ্যাত প্ৰৱন্ধসমূহ সন্নিবিষ্ট হৈছে। জনচনৰ নাটক, ৰূপক, কবিতা, গদ্য অধ্যয়ন কৰিলে এই কথা নদি ক'ব পৰা যায যে জনচনে পুৰণি ঐতিহ্য পৰম্পৰাক বাদ দি সাহিত্য সৃষ্টি কৰা নাছিল। তেওঁৰ সকলোবোৰ ৰচনাত ৰোমাণ্টিক চিন্তাতকৈ ক্লাছিচিজিমৰ প্ৰভাৱহে অধিক পৰিমাণে পৰিলক্ষিত হয।



# ৰোমাণ্টিক হতাশগ্ৰস্ততাৰ কবি জৰ্জ গৰ্ডন, লৰ্ড বাইৰণ

গভীৰ হতাশগ্ৰস্তাৰ মাজত জীৱন অতিবাহিত কৰা ইংৰাজী ৰোমাণ্টিক কাব্য সাহিত্যৰ কবি জৰ্জ গৰ্ডন, লৰ্ড বাইৰণৰ কবিতাত তিমিৰাচ্ছন্ন সময়ৰ প্ৰতিচ্ছবি দৃষ্টিগোচৰ হ'লেও করুণ গীতৰ লয়লাস মূৰ্চ্ছনা অনুৰণিত হৈছে— যাৰ সুৰত স্পন্দিত হৈছে ৰোমাণ্টিক দুখবোধৰ যন্ত্ৰণা। পংগু ভৰিৰে লণ্ডনৰ ৰাস্তাত খোজ কঢ়া হতাশগ্ৰস্ত কবিৰ কণ্ঠত উচ্চাৰিত হোৱা নৈৰাশ্যৰ শব্দ গাঁথাই পাঠকৰ অন্তৰত অনুকম্পাৰ শিহঁৰণ তোলে আৰু সেই গুণৰ বাবেই বাইৰণ ইংৰাজী কাব্য সাহিত্যৰ এগৰাকী অমৰ কবি হিচাপে চিৰবন্দিত হৈ আছে। বাইৰণৰ কবিতা বিশ্লেষণ কৰিলে দুটা সম্পূৰ্ণ বিপৰীতধৰ্মী দিশ উন্মোচিত হয়। কিছুমান কাব্য সমালোচকৰ মতে তেওঁৰ সৃষ্টি অভূতপূৰ্ব, অবিনাশী আৰু দুৰন্ত নিষ্ঠা সম্বলিত। আন কিছুমান সমালোচকৰ মতে তেওঁৰ কবিতা সস্তীয়া প্ৰতাৰণা ভুৱা চিক্‌মিকনি আৰু নিৰৰ্থক ভুকভুকনিৰ সমষ্টি ("Gaudy charlatanry, blare of brass and bih bowwowishness")। বাইৰণৰ আগডোখৰৰ কবিতা আৰু পিছৰ সময়ৰ কবিতাসমূহ বিশ্লেষণ কৰিলে দুয়ো শ্ৰেণী সমালোচকৰ সমালোচনা সত্য বুলি মানিবলগীয়া হয়। কিয়নো তেওঁৰ কোমল বয়সৰ কবিতাত তৰল আৰু নিষ্ঠাহীন চিন্তাধাৰৰ প্ৰতিফলন পৰিলক্ষিত হয়। কবিতাৰ প্ৰকাশভঙ্গী বাহুল্যৰে পৰিপূৰ্ণ, বাগাডম্বৰপূৰ্ণ অথচ চিন্তাশক্তি তৰল প্ৰকৃতিৰ। দৰাচলতে তেওঁ ইংল্যাণ্ড এৰি ইউৰোপৰ অন্যান্য দেশ ভ্ৰমণ কৰিবলৈ গৈ ইটালীত মহাকবি শ্বেলীৰ সান্নিধ্যলৈ অহাৰ পিছতহে তেওঁৰ কাব্যিক অনুভূতি পূৰঠ হৈ উঠে। সেই ফালৰ পৰা বিচাৰ কৰি চালে এই কথা নিঃসন্দেহে ক'ব পৰা যায় যে শ্বেলীৰ প্ৰভাৱত তেওঁৰ চিন্তাধাৰা পূৰঠ আৰু সজীৱ হৈ উঠে আৰু তাৰ পিচৰ পৰাহে তেওঁৰ কবিতাত অভিজ্ঞতা লব্ধ পূৰঠ চিন্তাৰ প্ৰতিফলন দৃষ্টিগোচৰ হয়। তেওঁৰ অশান্ত

মনৰ বলয়ত হতাশগ্ৰস্ততা আৰু নিৰাশাবাদৰ ভাৱৰ ঘনীভূত হ'লেও তাৰ মাজতো তেওঁ সততা আৰু স্বচ্ছতাৰ ছবি দাঙি ধৰি সৎচিন্তাৰ ধাৰক হিচাপে পৰিগণিত হৈছে। সেয়েহে তেওঁৰ পিচৰ কালচোৱাৰ কবিতা তুলনামূলকভাৱে বাগাডম্বৰ বৰ্জিত আৰু তেওঁৰ অনুভূতিয়ে পাঠকৰ হৃদয় স্পৰ্শ কৰিবলৈ সক্ষম হৈছিল। ইংল্যাণ্ডলৈ ঘূৰি যোৱাৰ পিছত ৰচিত 'চাইল্ড হেৰল্ড' নামৰ গ্ৰন্থত সন্নিবিষ্ট কবিতাসমূহত নৈসৰ্গিক বৈচিত্ৰৰ চিত্ৰ, অনুতাপ অনুশোচনাৰ অভিব্যক্তি আৰু নিষ্ঠাপূৰ্ণ প্ৰকাশভঙ্গী সমুজ্বল হৈ উঠিছে।

বাইৰণৰ জন্ম হৈছিল ১৭৮৮ চনত লণ্ডনত। তেওঁৰ দেউতাক নৈতিকতাহীন ধোঁৱাখুলীয়া স্বভাৱৰ লোক আছিল। তেওঁৰ মাক আছিল স্কটিছ পৰিয়ালৰ জীয়ৰী। মাক আছিল আৱেগ প্ৰৱণ আৰু অস্থিৰ প্ৰকৃতিৰ। মাক-বাপেকৰ ফালৰ পৰা সৰুৰে পৰা অৱহেলিত হৈ আহিছে বাইৰণ। দেউতাকে মাকক এৰি ভাগ্য অন্বেষণত গুছি যায়। মাকৰ লগত ডাঙৰ হোৱা বাইৰণক সৰুৰে পৰা লাই দি নষ্ট কৰিছিল। এঘাৰ বছৰ বয়সত দেউতাকৰ খুৰাকৰ মৃত্যুৰ পিছত তেৱে নিউষ্টেড এবেৰ পুৰণি বেৰণ পৰিয়ালৰ একমাত্ৰ উত্তৰাধিকাৰী হয় আৰু তেতিয়াৰে পৰা লৰ্ড বাইৰণ নামেৰে পৰিচিত হয়। তেওঁ দেখনিযাৰ আছিল যদিও ভৰি এখন খোৰা হোৱা বাবে মানসিকভাৱে দুৰ্বল আছিল। শাৰীৰিক পঙ্গুতাৰ বাবে তেওঁৰ অন্তৰ হতাশাৰে পৰিপূৰ্ণ হৈ আছিল আৰু সেযেহে তেওঁৰ কাব্যিক অনুভূতিও হতাশগ্ৰস্ততা আৰু নৈৰাশ্যৰে পৰিপূৰ্ণ হৈছিল। ল'ৰালি কালৰ বাহ্যিক পৃথিৱীৰ কৰ্কশ পৰিৱেশ, মাক-বাপেকৰ পৰা লাভ কৰা হতাশজনক ব্যৱহাৰ, শাৰীৰিক অক্ষমতা আৰু চাৰিওফালৰ কদাকীৰ্ণ বাতাৱৰণে তেওঁৰ কোমল মনটো ভাৰাক্ৰান্ত কৰি তুলিছিল। ভৰি এখন খোৰা হোৱা বাবে খেলা ধূলাতো মুক্তমনেৰে অংশ গ্ৰহণ কৰিব পৰা নাছিল। হেৰোত স্কুলীয়া শিক্ষা লোৱাৰ পিচত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত উচ্চ শিক্ষাৰ বাবে ভৰ্ত্তি হৈছিল। কেম্ব্ৰিজত পটি থাকোতে তেওঁ কবিতা লিখিছিল আৰু তেতিয়াই তেওঁৰ প্ৰথম কাব্য গ্ৰন্থ 'আৱাৰচ্ অৱ আইডলনেচ' (অলসতাৰ সময়) প্ৰকাশ কৰি উলিয়ায় ১৮০৭ চনত। তেতিয়া তেওঁ ঊনৈশ বছৰীয়া চফল ডেকা। ডেকা বয়সৰ চঞ্চলতা, আশা-নিৰাশা আৰু অলস সময়ৰ সঙ্গতিহীন অনুভূতিৰে কবিতা ৰচনা কৰা বাবেই তেওঁৰ কবিতা বাগাডম্বৰপূৰ্ণ নিৰৰ্থক ভুকভুকনি লৈহে পৰ্যবসিত হ'ল। কাব্য সমালোচক সকলে

কঠোৰ সমালোচনাৰে তেওঁৰ কবিতাক অৰ্থহীন প্ৰলাপ বুলি সমালোচনা কৰি থকা-সৰকা কৰিলে। 'এডিনবাৰ ৰিভিউ'ত প্ৰকাশ হোৱা সমালোচনাই কবিতা ৰচনা কৰাৰ গৰ্ব চূৰ্ণ কৰি দিলে আৰু তেওঁ খঙত জ্বলি-পকি সমালোচকক ব্যঙ্গ কৰি 'ইংলিছ বাৰ্ডচ্ এণ্ড স্কটিছ ৰিভিউবাৰচ' নাম দি মালিতা জাতীয় কবিতা ৰচনা কৰে। এই গ্ৰন্থত তেওঁ সেই সময়ৰ সাহিত্যিক সকলক উদ্দেশি তীব্ৰ শ্লেষাত্মক কবিতা লিখিছিল। সেই সময়ৰ সমসাময়িক সাহিত্যিক স্কট, বৰ্ডচৰ্থ আদিকো তেওঁ গালি পাৰিছিল। অথচ তেওঁলোকে তেওঁৰ বিষয়ে কোনো বেয়া মন্তব্য দিয়া নাছিল। তেওঁ পোপ আৰু ড্ৰাইডেনৰ কবিতা অনুকৰণ কৰি ৰোমাণ্টিক চিন্তাৰ পাতনি মেলিছিল যদিও তেওঁৰ ভুৱা ৰোমাণ্টিক চিন্তাই পাঠকক আকৃষ্ট কৰিব পৰা নাছিল। তথাপি তেওঁ নিজকে এগৰাকী ডাঙৰ কবি হিচাপে জহাই ফুৰিছিল আৰু তেওঁৰ মতে অন্য কবি বিলাক আছিল বৰ্বৰ। এনে অহঙ্কাৰৰ বাবেই তেওঁৰ কবিতাই জনপ্ৰিযতা অৰ্জন কৰিব নোৱাৰিলে। তেওঁৰ এই উশৃঙ্খল স্বভাৱৰ বাবেই তেওঁৰ কাব্য চৰ্চা জনপ্ৰিয় হৈ নুঠিল। তেওঁৰ প্ৰিয় গ্ৰন্থ দুখন আছিল অ'ল্ড টেষ্টামেণ্ট আৰু পোপৰ কবিতাৰ সংকলন আৰু এই গ্ৰন্থ দুখনৰ আধাৰতে তেওঁ কবিতা ৰচনা কৰি পোপ আৰু ড্ৰাইডেনৰ দৰে বিখ্যাত হোৱাৰ অলীক কল্পনা কৰিছিল। অৱশ্যে এনে কল্পনা আছিল তেওঁৰ জীৱনৰ আদিচোৱাৰ। তেতিয়া তেওঁৰ বয়স আছিল কুৰি বছৰ আৰু কুৰি বছৰীযা ডেকাৰ উতনুৱা স্বভাৱ, অহংকাৰ, চঞ্চলতা তথা একে ৰাতিতে বিখ্যাত হোৱাৰ সপোন থকাটো স্বাভাৱিক। সেই কাৰণে তেওঁৰ আদি কালচোৱাৰ কবিতা বাগাডম্বৰপূৰ্ণ আৰু তৰল প্ৰকৃতিৰ আছিল।

১৮০৯ চনত তেওঁ যেতিয়া একৈশ বছৰীয়া তেতিয়া তেওঁ ইউৰোপ আৰু প্ৰাচ্যৰ দেশসমূহ ভ্ৰমণ কৰিবলৈ ওলাল। এই ভ্ৰমন কালতে তেওঁ ইটালীত শ্বেলীক লগ পালে। শ্বেলীৰ সান্নিধ্য লাভ কৰাৰ পিচত তেওঁৰ মনৰ পৰিৱৰ্তন ঘটিল, মানসিক চিন্তাধাৰাৰ উন্মেষ ঘটিল। ইয়াৰ উদাহৰণ দেখিবলৈ পোৱা যায় চাইল্ড হেৰল্ডচ্ পি লগ্ৰিমেজৰ দুটা অধ্যয়ত। ৰোমাণ্টিক দৃশ্য পটৰ অৱতাৰণা কৰিছে এই কবিতাসমূহত। এই কবিতাসমূহে তেওঁৰ কীৰ্তি বঢ়াই তোলে আৰু তেওঁ নিজেই নিজৰ কাব্য প্ৰতিভাৰ প্ৰশংসা কৰি কাব্যজগতত

আন এগৰাকী নেপোলিয়নৰ জন্ম হোৱা বুলি ক'বলৈ কুণ্ঠাবোধ কৰা নাছিল। তথাপিও তেওঁৰ কবিতাত নিষ্ঠাৰ অভাৱ আৰু বাগাডম্বৰ প্ৰকাশভংগী পৰিলক্ষিত হৈছিল। তেওঁৰ ভাল ভাল কবিতাসমূহ বেলেগ ভাষালৈও অনুদিত হৈছিল আৰু তেওঁৰ কাব্য কৃতি ইংল্যাণ্ডৰ উপৰি গোটেই মহাদেশতে বিয়পি পৰিছিল। তেওঁৰ ছন্দৰ ভুৱা চিক্‌মিকনিযে গ'থেৰ দৰে কাব্য সাধককো প্ৰতাৰণা কৰিছিল আৰু প্ৰতাৰণাৰ বশৱৰ্তী হৈ গ'থে ঘোষণা কৰিছিল যে বাইৰণৰ দৰে অদ্ভুত চৰিত্ৰৰ লোক তেওঁ দেখা নাই আৰু ভৱিষ্যতেও তেনে অদ্ভুত চৰিত্ৰৰ লোক দেখা পোৱা নাযাব। কিন্তু তেওঁৰ ৰঙ চঙ বেছিদিন নিটিকিল। ৰোমাণ্টিক উচ্ছ্বাসৰ দ্বাৰা পৰিচালিত হৈহে কাব্য সমালোচকসকলে তেওঁক এনেদৰে প্ৰশংসা কৰিছিল। কিন্তু পৰৱৰ্তী কালত তেওঁৰ সেই চিক্‌মিকনি নিষ্প্ৰভ হৈ গৈছিল।

১৮১৫ চনত তেওঁ মিছ্ মিলবাঙ্কে নামৰ এগৰাকী ইংৰাজ উত্তৰাধিকাৰিণীক বিয়া কৰাইছিল। কিন্তু এবছৰ পিচতে তেওঁ বাইৰণৰ সংগ ত্যাগ কৰি গুছি যায়। তেওঁলোকৰ এই বিচ্ছেদৰ কাৰণ অজ্ঞাত আছিল যদিও জনসাধাৰণে সেই বিচ্ছেদৰ আঁৰত বাইৰণৰ স্বাৰ্থপৰ চৰিত্ৰ আৰু প্ৰতাৰণাৰ গোন্ধো পাইছিল। জনসাধাৰণে কবি গৰাকীৰ ভুৱা প্ৰতাৰণাৰ বিৰুদ্ধে সোচ্চাৰ হৈ উঠিল আৰু অৱশেষত জনমতৰ ওচৰত সেও মানি তেওঁ অবিশ্বাস আৰু হতাশাৰ মাজৰে ১৮১৬ চনত ইংল্যাণ্ড এৰি গুছি গৈছিল। তেতিয়াৰে পৰা তেওঁ ইংল্যাণ্ডৰ মাটিত ভৰি দিয়া নাছিল। সুদীৰ্ঘ আঠ বছৰ কাল ইটালীত থাকি শ্বেলীৰ সৈতে নিবিড় সম্পৰ্ক গঢ়ি তুলিছিল আৰু তেতিয়াই তেওঁৰ চিন্তাৰ পৰিৱৰ্তন হৈছিল। ১৮২২ চনত দুৰ্ভাগ্যজনকভাৱে শ্বেলীৰ মৃত্যু হৈছিল। শ্বেলীৰ মৃত্যুৰ পিচত বিপ্লৱী বিতুষ্ট দেশ প্ৰেমিকসকলৰ লগত আলোচনাত মিলিত হৈছিল আৰু শাসন যন্ত্ৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল। বাইৰণে যিকোনো মানুহকে সহজতে বিশ্বাস কৰিছিল, টকা-পইচা দি উদাৰভাৱে সহায়ো কৰিছিল। কিন্তু মানুহক ইমান সৰলভাৱে বিশ্বাস কৰা মানুহজনে সমাজ নাইবা চৰকাৰৰ ওপৰত বিশ্বাস হেৰুৱাই পেলাইছিল। চৰকাৰী যন্ত্ৰৰ প্ৰতি তেওঁ ঘৃণা বৰ্ষণ কৰিছিল আৰু এয়ে আছিল তেওঁৰ

ৰাজনৈতিক মতাদর্শ। ইটালীত থাকোতেই তেওঁ চাইল্ড হেৰল্ডৰ আটাইকেইটা অধ্যায সম্পূর্ণ কৰে। তেওঁৰ আন এখন কাব্যগ্রন্থ 'ডি প্রিজনাৰ অৱ ছিলন' আৰু দুখন নাটক 'কেইন' আৰু মেনফ্রেড সম্পূর্ণ কৰে। 'কেইন' নাটকৰ কাহিনীটো বাইবেলত বর্নিত এজন ভাতৃঘাটকৰ কাহিনী। কাহিনীত নৃশংসতা আছে, প্রতিশোধ পৰায়ণতা আছে :সেয়া যেন কবি মনৰ মাজত সংগোপনে বর্তি থকা প্রতিশোধ প্রৱণতাৰ জ্বলন্ত ছবি। দুয়োখন নাটকৰ চৰিত্রৰ মাজেদি অন্তৰত সুপ্ত হৈ থকা বিকৃত চিন্তাৰ উন্মেষ ঘটাইছে।

১৮২৪ চনত বাইৰণে ইটালী এৰি গ্রীছলৈ গ'ল আৰু তেওঁ গ্রীকসকলৰ মুক্তি সংগ্রাম সমর্থন কৰি গ্রীকসকলৰ ত্রানকর্তা হৈ উঠিল। গ্রীকসকলৰ মুক্তি সংগ্রাম আছিল তুর্কীৰ বিৰুদ্ধে। গ্রীকসকলেও তেওঁক নেতা হিচাপে আদৰি লৈছিল। কিন্তু কেইমাহমানৰ পিচত তেওঁৰ স্বার্থপৰ, নিষ্ঠাহীন, কাপুৰুষ সুলভ চৰিত্র উন্মোচিত হ'ল আৰু তেওঁক মুক্তি যুদ্ধৰ নেতাৰ সলনি কুচক্রান্তকাৰী কাপুৰুষ হিচাপে চিহ্নিত কৰিলে। এই ঘটনাৰ পিচত ১৮২৪ চনত তেওঁ জ্বৰত পৰি মিছ'লংঘী নামে ঠাইত মৃত্যু বৰণ কৰিলে। মৃত্যুৰ সময়ত তেওঁৰ বয়স আছিল মাত্র ছয়ত্রিশ বছৰ। ছয়ত্রিশ বছৰীয়া জন্মদিনৰ কেইমাহমান আগতে তেওঁ হতাশগ্রস্ত জীৱনৰ অনুভৱৰে যিটো কবিতা ৰচিছিল তাৰ মাজত পৰিস্ফুট হৈ উঠিছে দুখবোধৰ যন্ত্রণা—

"মোৰ দিনবোৰ হালধীয়া পাতত
প্রেম-ভালপোৱাৰ ফল ফুল সৰি গ'ল
পোক-পৰুৱা, গলিত বস্তু আৰু দুখৰ বোজা
বৈ গ'ল মাথো অকলে মোৰ বাবে।"

(বাইৰণ)

বাইৰণৰ কবিতা বিশ্লেষণ কৰিলে দেখা যায় তেওঁ ব্যক্তিগত জীৱনতে নহয় সামাজিক জীৱনটো নৈৰাশ্যকে বুকুত বান্ধি ল'বলগীয়া হৈছিল। তেওঁ মুক্তিযোদ্ধাৰ সৈতে বিপ্লৱৰ সূচনা কৰিব বিচাৰিছিল, সমাজ পৰিবর্তনৰ বাবে জনতাৰ অভ্যন্তৰত সোমাই পৰিছিল, কিন্তু তেওঁৰ নিষ্ঠাহীনতা, স্বার্থপৰতা কাপুৰুষালি আৰু ঔদ্ধত্যৰ বাবে বিফল হ'বলগীয়া হৈছিল। ফৰাচী বিপ্লৱৰ

ব্যৰ্থতাৰ ফলত ইউৰোপীয় লোকসকল হতাশগ্ৰস্ত হৈছিল। বিপ্লৱে নতুন চৰকাৰ, নতুন সমাজ ব্যৱস্থাৰ সূত্ৰপাত কৰিব নোৱাৰিলে। ইউৰোপীয় লোকসকলৰ সেই হতাশ গ্ৰস্তৃতাৰ প্ৰচ্ছায়া পৰিদৃষ্ট হয় বাইৰণৰ কবিতাত। তেওঁৰ জীৱনৰ আগডোখৰৰ কবিতাত অলস চিন্তাৰ ৰেঙণি স্পষ্ট হৈ উঠিছে। 'Hours of Idleness' ৰ কবিতাসমূহত বিশ্ববিদ্যালযত পঢ়ি থাকোতে ৰচনা কৰা বাবে সেই কবিতাসমূহৰ ভাৱ তৰল প্ৰকৃতিৰ হোৱা স্বত্বেও কিতাপৰ পাতনিত তেওঁৰ অহংকাৰ আৰু অল্প বিদ্যা ভযঙ্কৰী স্বভাৱ ঘোষিত হৈছে।

বাইৰণৰ আটাইতকৈ জনপ্ৰিয় কাব্য গ্ৰন্থ হ'ল 'মেজেপা' (Mazeppa), 'ডি প্ৰিজনাৰ অৱ ছিলন' আৰু 'চাইল্ড হেৰল্ডচ্ পিলগ্ৰিমেজ'। চাইল্ড হেৰল্ডৰ দুটা অধ্যায় ১৮১২ চনত সম্পূৰ্ণ কৰা হৈছিল। বাকী দুটা অধ্যায় ইউৰোপ ভ্ৰমণৰ পিচত ১৮১৬-১৮১৮ চনত সম্পূৰ্ণ কৰিছিল। পিচৰ অধ্যায় দুটাত কবিৰ অভিজ্ঞতালব্ধ অভিব্যক্তি স্পষ্ট হৈ উঠিছে। ৰোমাণ্টিক চিন্তাৰ সুঁতিটো অধিক গতিশীল হোৱা পৰিলক্ষিত হৈছে তাৰ মাজতো কিন্তু তেওঁৰ বাগাডম্বৰপূৰ্ণ অভিব্যক্তি, শোচনীয় অৰ্থালঙ্কাৰ, সস্তীযা ব্যঙ্গ আৰু নিৰৰ্থক ব্যঞ্জনা প্ৰকট হৈ উঠিছে আৰু এইবোৰ দোষৰ বাবে তেওঁৰ একোটা সুন্দৰ কবিতা অৰ্থহীন ভুকভুকনিলৈ পৰ্যবসিত হৈছে। বহুতে আকৌ বাইৰণক স্কটৰ লগত তুলনা কৰিব বিচাৰে। স্কটে যি আন্তৰিক প্ৰচেষ্টা আৰু ঐতিহাসিক চেতনাৰে ইতিহাসৰ হেৰাই যাব ধৰা মহান চৰিত্ৰসমূহ কাহিনীৰ মাজত সমুজ্জ্বল কৰি তুলি ইংল্যাণ্ডৰ মাজত ঐতিহাসিক স্কটল্যাণ্ডৰ সৃষ্টি কৰিলে সেই বিৰল বৈশিষ্ট্য বাইৰণৰ ৰচনাত পৰিদৃষ্ট নহয়। নিঃসন্দেহে বাইৰণে ইউৰোপ আৰু প্ৰাচ্যৰ দেশসমূহ ভ্ৰমণ কৰি এক ক্ৰান্তিকাৰী পৰিবৰ্তনৰ সূচনা কৰিবলৈ বিচাৰিছিল যদিও নিজৰ অতিব্যক্তিকেন্দ্ৰিক চৰিত্ৰ, নিষ্ঠাহীনতা, স্বাৰ্থপৰতা আৰু সমাজ ব্যৱস্থাৰ বিৰুদ্ধে প্ৰতিশোধ পৰাযণ মনোভাৱ পোষণ কৰা বাবে ইউৰোপীয় সমাজৰ গোপন সংবাদ কবিতাৰ ছন্দত লিপিবদ্ধ কৰিব নোৱাৰিলে। তেওঁ জীৱন্ত মানুহৰ মনোবেদনা প্ৰকাশ কৰাৰ পৰা আঁতৰি গৈ অস্থিৰ মানসিকতাৰে হতাশগ্ৰস্থ আৰু অহঙ্কাৰাচ্ছন্ন চিন্তাৰহে উদ্ৰেক কৰিলে। তেওঁৰ দ্বাৰা ৰচিত গ্ৰন্থ কেইন, মেনফ্ৰেড, ডি কৰচেয়াৰ, ডি গিয়াৱাৰ, চাইল্ড হেৰল্ড, ডন জুৱান আদিত অন্তৰ্দ্বন্দ্বত জৰ্জৰিত নিৰাশাবাদী, চাৰ্বাকবাদী চৰিত্ৰহে সৃষ্টি কৰিলে। তেওঁৰ দ্বাৰা চিত্ৰিত চৰিত্ৰসমূহে কেৱল সমাজৰ দোষ গুণহে দেখা

পায়, প্ৰেম, দয়া মমতাহীন ফালটোহে জুমি যায় আৰু ফলত পাঠকৰ অন্তৰত আশাবাদৰ বীজ অংকুৰিত্ কৰিব নোৱাৰে। তেওঁৰ বৰ্ণনাই সঁচা নৰ-নাৰীৰ চিত্ৰ প্ৰতিফলিত কৰিব পৰা নাই। তথাপিও তেওঁৰ কেতবোৰ কবিতাত উভ্তাষি উঠা প্ৰকৃতি বৰ্ণনা, ৰাতিৰ ছবি, ধুমুহাৰ ভয়াবহতা, শোকৰ মূৰ্চ্ছনা, মহাসাগৰৰ বিশালতা, আদিয়ে অসাধাৰণ কাব্যিক পৰিমণ্ডলৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। তেওঁৰ জীৱনৰ হতাশগ্ৰস্ততাই প্ৰতিটো কবিতাকে আৱৰি ধৰিছে বাবেই ইংৰাজী কাব্য সাহিত্যত তেওঁক ৰোমাণ্টিক হতাশগ্ৰস্ততাৰ কবি হিচাপে চিহ্নিত কৰা হৈছে।



# ৰিচাৰ্ডচনৰ পত্ৰোপন্যাস

ইংৰাজী উপন্যাস সাহিত্যৰ ক্ৰমবিকাশৰ বুৰঞ্জীত যি গৰাকী লেখকক প্ৰথম বাস্তৱবাদী ঔপন্যাসিক হিচাপে স্বীকাৰ কৰি লোৱা হৈছে সেই গৰাকী ঔপন্যাসিক হ'ল চমুৱেল ৰিচাৰ্ডচন— যাৰ দ্বাৰা ৰচিত প্ৰথম পত্ৰোপন্যাস 'পামেলা'ক প্ৰকৃতাৰ্থত বিশ্বৰ প্ৰথম বাস্তৱধৰ্মী অথচ কল্পনাৰ হেঙুল হাইতালেৰে বুলোৱা আৰু মানুহৰ বাস্তৱ জীৱনৰ জীৱন্ত প্ৰতিচ্ছবি অংকন কৰা উপন্যাস হিচাপে স্বীকৃতি দিয়া হৈছে। ইংৰাজী উপন্যাস সাহিত্যৰ ইতিহাস অধ্যযন কৰিলে দেখা যায যে ডেনিযেল ডিফোৰ ৰবিনচন ক্ৰুচোৰ দুঃসাহসিক অভিযানৰ কাহিনীৰ পিচতে মানুহৰ হৃদয়ৰ সংবাদ পৰিৱেশন কৰা পামেলা পত্ৰোপন্যাসখনেই ১৭৪০ চনত প্ৰকাশিত হোৱা সঁচা অৰ্থত ফিক্‌চন কাহিনী — য'ত মানুহ আৰু প্ৰকৃতিৰ অন্তৰঙ্গ অনুভৱৰ বাস্তৱিক প্ৰকাশ ঘটিছে। ডেনিযেল ডিফোৰ ক্ৰুচোৰ বাস্তৱতা বিতৰ্কিত হোৱা বাবে আৰু দুঃসাহসিক কাৰ্যৰ ৰোমাঞ্চকৰ বৰ্ণনা অত্যধিক হোৱাৰ ফলত ক্ৰুচোৱে সাধাৰণ পাঠকৰ দৃষ্টিত মানুহৰ অন্তৰৰ কথা বেকত কৰা উপন্যাস হিচাপে সমাদৃত নহ'ল। আনহাতে ৰিচাৰ্ডচনৰ পামেলাত সঁচা মানুহৰ অন্তৰৰ অনুভৱ জীৱন্ত হৈ উঠা বাবে পত্ৰোপন্যাস হ'লেও সেইখন ইংৰাজী সাহিত্যৰ প্ৰথম বাস্তৱ ধৰ্মী উপন্যাস হিচাপে মানি লোৱা হৈছে। ইংৰাজী সাহিত্য সমালোচক সকলৰ মতে ৰবিনচন ক্ৰুচোৱে উপন্যাস সৃষ্টিৰ ভেঁটিটো চেগা-চেৰেগাকৈহে নিৰ্মাণ কৰিছিল। কিন্তু পামেলাই উপন্যাসৰ ভেঁটিটো অধিক কট্‌কটীয়া কৰি এক নব্য সাহিত্য ধাৰাৰ সৃষ্টি কৰিলে। সমালোচক সকলৰ মতে, ১৭৪০ চনত প্ৰকাশিত হোৱা পামেলাৰ আগতে বিশ্বসাহিত্যত সঁচা অৰ্থত কোনো উপন্যাসৰ সৃষ্টি হোৱা নাছিল। সৰল মানৱজীৱনৰ কাহিনীকৈলে ৰচনা কৰা পামেলাই হ'ল সঁচা অৰ্থত বিশ্বৰ প্ৰথম উপন্যাস আৰু পামেলাৰ লেখক চমুৱেল ৰিচাৰ্ডচনকে বিশ্বৰ প্ৰথম ঔপন্যাসিক হিচাপে স্বীকাৰ কৰি লোৱা হৈছে।

পামেলা এখন পত্ৰোপন্যাস। পামেলা নামৰ ছোৱালীজনীযেই উপন্যাসৰ নাযিকা।

পামেলাৰ জীৱন কাহিনীযেই উপন্যাসৰ মূল উপজীব্য। চিঠিৰ মাজত পামেলাৰ জীৱন কাহিনী পৰিস্ফুট হৈ উঠিছে। পামেলাৰ জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন, মানসিক অন্তৰ্দ্বন্দ্ব, প্ৰেম-ভালপোৱা, আশা-নিৰাশা চিঠিৰ মাজেদি ব্যক্ত কৰা হৈছে। মধ্য বিত্ত পৰিয়ালৰ এজনী ছোৱালীৰ জীৱনৰ কথা আৰু ব্যথাই পাঠকৰ অন্তৰ স্পৰ্শ কৰিবলৈ সক্ষম হোৱা বাবেই পামেলা প্ৰথম উপন্যাস হিচাপে সমাদৃত হৈছিল। পামেলা চৰিত্ৰটোৱেই উপন্যাসৰ মূল চৰিত্ৰ। পামেলা চৰিত্ৰৰ সূত্ৰ ধৰিয়েই চিঠিৰ মাজত মূৰ্ত্ত হৈ উঠিছে বাস্তৱ, জীৱনৰ বিষাদ বেদনা, হাঁহি-কান্দোন আৰু জীয়াই থকাৰ অৰ্থ। পামেলাই চিঠিত বৰ্ণনা কৰা ঘটনা প্ৰৱাহেৰেই উপন্যাসৰ কাঠামো গঠন কৰা হৈছে। এনেধৰণে নতুন আঙ্গিকেৰে জীৱনৰ কথা কোৱা বাবেই পামেলা পত্ৰোপন্যাস হ'লেও সঁচা অৰ্থত এখন সাৰ্থক উপন্যাস। উপন্যাসখনত দোষ-ত্ৰুটি থাকিলেও বাস্তৱ জীৱনৰ পৰা বুটলি অনা অনুভৱ উপলব্ধিৰে ৰঞ্জিত হোৱা বাবেই ওঠৰ শতিকাৰ সাহিত্যত পামেলাই প্ৰথম উপন্যাস হিচাপে পৰিগণিত হ'বলৈ সমৰ্থ হৈছে।

পামেলা সৃষ্টিৰ ৰহস্যও আকস্মিক অথচ অভিনৱ। ৰিচাৰ্ডচন আছিল লণ্ডনৰ এটি মধ্যবিত্ত পৰিয়ালৰ সন্তান। অৰ্থনৈতিক অস্বচ্ছলতাৰ বাবে দেউতাকে লণ্ডনৰ দাঁতি কাষৰীয়া এখনি সৰু চহৰ ডাৰ্বিচায়াৰত বাস কৰিছিল আৰু তাতেই ১৬৮৯ চনত চমুৱেলে জন্ম গ্ৰহণ কৰিছিল। লৰালিকালত চমুৱেলে প্ৰাথমিক শিক্ষাহে লৈছিল তাতকৈ অধিক পঢ়াৰ সুযোগ নেপালে। কিন্তু সৰুৰে পৰা চিঠি লিখাত তেওঁৰ প্ৰতিভা বিকশিত হৈ উঠিছিল। চহৰত কাম কৰা নিৰক্ষৰ ছোৱালীহঁতে তেওঁলোকৰ প্ৰেমিকালৈ প্ৰেম পত্ৰ লিখাৰ বাবে চমুৱেলক লৰালি কালতে ব্যৱহাৰ কৰিছিল। চমুৱেলে সুন্দৰ চিঠি লিখিব পাৰিছিল। প্ৰেমিকৰ অন্তৰ পৰশি যোৱাকৈ চিঠি লিখিব পৰা বাবেই লৰালিতে চমুৱেল গাভৰুহঁতৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। লৰালিতে অইন ছোৱালীৰ হৈ প্ৰেমাস্পদলৈ প্ৰেমপত্ৰ লিখা লৰাজনেই যে শেষত গৈ পামেলাৰ দৰে পত্ৰোপন্যাস লিখি ইংৰাজী সাহিত্যত প্ৰথম ঔপন্যাসিকৰ আসন লাভ কৰিব তাক কোনেও কল্পনা কৰিব পৰা নাছিল। শেষত কিন্তু সেইজন লৰায়েই ইংৰাজী সাহিত্যৰ প্ৰথম উপন্যাস সৃষ্টি কৰা গৌৰৱ অৰ্জন কৰি চমুৱেল ৰিচাৰ্ডচন হিচাপে বিখ্যাত হৈ পৰিল। লৰাকালতে প্ৰেমিকাৰ হৈ প্ৰেমিকলৈ প্ৰেমপত্ৰ লিখা অভিজ্ঞতা সঞ্চয় কৰি চমুৱেলে নিৰক্ষৰা অথচ অভিমানী গাভৰুহঁতৰ অন্তৰৰ নিবিড় অনুভৱ

হৃদয়ঙ্গম কৰিব পাৰিছিল। প্ৰেমাপ্লুত গাভৰুৰ হৃদযৰ বাস্তৱ অনুভৱ চিঠিৰ মাধ্যমেৰে লিপিবদ্ধ কৰিব পৰা ক্ষমতাৰ বাবেই চমুৱেলৰ পামেলা এক অনবদ্য সৃষ্টি হিচাপে স্বীকৃত হ'ল। তদুপৰি তেওঁ গাভৰুহঁতৰ স্বভাৱ চৰিত্ৰ সুন্দৰভাৱে পৰ্যবেক্ষণ কৰিব পাৰিছিল আৰু সেইবোৰ আচৰিত ধৰণে বৰ্ণনা কৰিব পাৰিছিল। চৰিত্ৰ বৰ্ণনাৰ কৌশল ইমানেই সজীৱ আছিল যে তেওঁৰ বৰ্ণনা অবিশ্ৰান্ত হ'লেও পাঠকে তাক পঢ়ি আমনি নাপাইছিল। সোতৰ বছৰ বযসত তেওঁ লণ্ডনলৈ গৈ ছপা কাম শিকি আহি ছপা ব্যৱসাযত নামিছিল। লৰালিতে প্ৰেমপত্ৰ লিখা অভ্যাসটো বয়স বঢ়াৰ লগে লগে অধিক পুৰঠ আৰু অভিজ্ঞতাসম্পন্ন হৈ উঠে। পঞ্চাছ বছৰ বযসত ৰিচাৰ্ডচনৰ ওচৰলৈ কেতবোৰ প্ৰকাশন প্ৰতিষ্ঠানৰ তৰফৰ পৰা এটা প্ৰস্তাৱ আহিল যে তেওঁ এলানি চিঠি লিখি দিব লাগে আৰু সেই চিঠিবোৰ প্ৰকাশকে প্ৰকাশ কৰি উলিযাই দিব যাতে চিঠি লিখিব নজনা মানুহে সেই চিঠিৰ আৰ্হিত চিঠি লিখাৰ অভ্যাস গঢ়ি তুলিব পাৰে। প্ৰকাশকৰ এই ব্যৱসাযিক প্ৰস্তাৱটো ৰিচাৰ্ডচনে অন্তৰেৰে গ্ৰহণ কৰিলে আৰু এই প্ৰস্তাৱৰ উছাহতে তেওঁ নতুন ষ্টাইলেৰে চিঠি লিখিবলৈ আৰম্ভ কৰিলে। এই চিঠিবোৰৰ মাজত সন্নিবিষ্ট হ'ল এজনী ছোৱালীৰ জীৱন-কাহিনী। প্ৰেম পত্ৰৰ মাজতেই উদ্ভাসিত হৈ উঠিল ছোৱালীজনীৰ জীৱনৰ কেতবোৰ আনুষঙ্গিক ঘটনা। এই ঘটনাৰ লগত জীৱনৰ ভাৱ-অনুভৱ একান্ত হৈ পৰাৰ ফলত নাযিকাৰ জীৱনৰ গোপন তথ্য কেতবোৰ সণ্ঢালনি হৈ পৰিল। সমসামযিক ইংৰাজ সমাজৰ সামাজিক চিত্ৰ, চাৰিত্ৰিক বৈশিষ্ট্য আৰু সঁচা মানুহৰ হাঁহি কান্দোন চিঠিৰ মাজত ভাস্বৰ হৈ উঠা বাবেই ইংৰাজী সাহিত্যত এই চিঠিবোৰেৰে এক নতুন ইতিহাস ৰচনা কৰিবলৈ সক্ষম হ'ল। এই চিঠিবোৰৰ সমষ্টিযেই হ'ল পামেলা বা 'ভাৰ্চু ৰিৱাৰ্ডেড" — য'ত পামেলা নামৰ গাভৰু জনীৰ অন্তৰৰ কথা কোৱা হৈছে। পামেলাৰ মানসিক অন্তৰ্দ্বন্দ, জীযাই থকাৰ উপলব্ধি, যুক্তি-বিচাৰ আৰু সপোনক শব্দৰ মাজত মূৰ্ত্ত কৰি তোলা হৈছে। পামেলাৰ জীৱন পৰিক্ৰমাৰ প্ৰতিটো ঘটনা, সামাজিক পৰিৱেশ, বিভিন্নজনৰ সৈতে গঢ়ি উঠা সহৃদয়তা, ওচৰ চুবুৰীযাৰ সৈতে ঘটা সান্নিধ্য আৰু নৈকট্যৰ সজীৱ বৰ্ণনা, চিঠিৰ মাজত লিপিবদ্ধ কৰা হৈছে। শেষত পামেলাৰ শুভ বিবাহৰ বৰ্ণনাৰে উপন্যাসৰ পৰিসমাপ্তি ঘটোৱা হৈছে। লেখকৰ বৰ্ণনাৰীতি, প্ৰকাশভঙ্গীৰ কৌশল, পৰিৱেশ চিত্ৰন আৰু চৰিত্ৰ সৃষ্টিৰ নৈপুন্যই পত্ৰোপন্যাসখনক অধিক আকৰ্ষণীয় আৰু

অন্তৰস্পৰ্শী কৰি তুলিছে। চাৰিটা বেলেগ বেলেগ খণ্ডত পামেলা উপন্যাসখন সমাপ্ত কৰা হৈছে আৰু ১৭৪০ চনৰ পৰা ১৭৪১ চনলৈ প্ৰতিটো খণ্ড বেলেগ বেলেগকৈ প্ৰকাশ হৈ ওলায়। উপন্যাসখনৰ আটাইতকৈ আকৰ্ষণীয় দিশ হ'ল অনুভূতিপ্ৰৱনতা আৰু বাস্তৱতা। পামেলা চৰিত্ৰটো মধ্যবিত্ত সমাজৰ পৰা বুটলি অনা এজনী নিৰক্ষৰা নায়িকাৰ চৰিত্ৰ। মধ্যবিত্ত পৰিয়ালৰ সামাজিক অস্তিত্ব, জীৱনক উপলব্ধি কৰাৰ কায়দা কৌশল আৰু সামাজিক বৈশিষ্ট্য প্ৰকট হৈ উঠা বাবেই সেই সময়ৰ ইংৰাজী সাহিত্যৰ পাঠকসকলৰ বাবে অধিক গ্ৰহণযোগ্য হৈ উঠিছে।

ৰিচাৰ্ডচনৰ উপন্যাসৰ কাহিনী কোৱাৰ একমাত্ৰ মাধ্যম হ'ল চিঠি— প্ৰেমিকাই প্ৰেমিকলৈ লিখা প্ৰেম পত্ৰ। পামেলা প্ৰকাশ হোৱাৰ পিচত সুদীৰ্ঘ ছয়বছৰ কাল ধৰি তেওঁ এখনৰ পিচত আন এখন প্ৰেম পত্ৰ লিখি দিছিল আৰু তাৰ ফলস্বৰূপেই সৃষ্টি হৈছিল তেওঁৰ আন এখনি পত্ৰোপন্যাস 'ক্লাৰিছা' বা 'ডি হিষ্টৰী অফ্ এ ইয়ং লেডী'। 'ক্লাৰিছা' আছিল এই চিঠিবোৰৰ লেখিকা। এগৰাকী মধ্যবিত্ত শ্ৰেণীৰ গাভৰুৰ অন্তৰত উথলি উঠা প্ৰেমানুভূতি, আশা নিৰাশা, পোৱা-নোপোৱাৰ জীৱন্ত প্ৰকাশ ঘটিছে ক্লাৰিছা উপন্যাসৰ মাজত। এই উপন্যাসৰ নায়িকা ক্লাৰিছা পামেলাতকৈও অধিক জীৱন্ত অধিক মানবীয। ক্লাৰিছা জীৱন্ত নাৰী হোৱাৰ বিপৰীতে তেওঁৰ প্ৰেমিক মাথো যন্ত্ৰবৎ নায়ক। কাল্পনিক নায়কৰ জুমুঠিটোহে সৃষ্টি কৰা হৈছে— সঁচা মানুহ চৰিত্ৰ বিকশিত হোৱা নাই। সঁচা নায়ক চৰিত্ৰ সৃষ্টিত লেখকৰ অসমৰ্থতা দেখ দেখকৈ ওলাই পৰিছে। তথাপিও উপন্যাসত যি নাটকীয়তা সৃষ্টি কৰা হৈছে সি অত্যন্ত আকৰ্ষণীয় আৰু এই নাটকীয়তাই কাহিনীৰ চৰিত্ৰসমূহ অধিক জীৱন্ত কৰি তুলিছে। কাহিনীৰ চৰিত্ৰ সমূহ পাঠকৰ অধিক সান্নিধ্যলৈ আহিবলৈ সক্ষম হোৱা বাবে পাঠকৰ দৃষ্টিৰে জীৱনক চোৱাৰ প্ৰয়াস সহজ হৈ উঠিছে। ক্লাৰিছাৰ জীৱনৰ দুখ-বেদনা, তিতা-কেহা অভিজ্ঞতা, ক্ষত-বিক্ষত অনুভৱ, সংশয়, বিচাৰ-বুদ্ধি চিঠিৰ বৰ্ণনাত অধিক ঘনীভূত হোৱা বাবে উপন্যাসখন তুলনামূলকভাৱে অধিক জনপ্ৰিয় হয়। ক্লাৰিছা চৰিত্ৰটো সমসাময়িক সমাজৰ মাজৰ অজটিল চৰিত্ৰ হোৱা বাবে পাঠকৰ বাবে অধিক গ্ৰহণযোগ্য আৰু সংবেদনশীল হৈছে। ক্লাৰিছাত নাটকীয় পৰিৱেশ ইমানেই সজীৱ আৰু গভীৰ যে যি কোনো পাঠকৰে অন্তৰত ক্লাৰিছাৰ কাহিনীয়ে জোকাৰনি তোলে।

সেই সময়ত পাঠকৰ এনে লাগে যেন ক্লাৰিছা তেওঁৰ সমুখতে ডাঙৰ দীঘল হৈ যৌৱন প্ৰাপ্ত হোৱা এগৰাকী তেজ মঙহৰ গাভৰু। এই প্ৰসঙ্গত সাহিত্য সমালোচক মেকলে ক্লাৰিছা চৰিত্ৰৰ দ্বাৰা অভিভূত হৈ এক অৰ্থপূৰ্ণ মন্তব্য কৰিছে।— উপন্যাসখন হেৰালেও ক্লাৰিছা মনৰ পৰা হেৰাই নেযায়। স্মৃতিৰ পটত ক্লাৰিছা চিৰ সজীৱ-চিৰ জীৱন্ত হৈ ৰৈ যায। সঁচাকৈয়ে ক্লাৰিছা ইংল্যাণ্ডৰ মধ্যবিত্ত সমাজখনৰ পৰা চয়ন কৰি অনা এগৰাকী জীৱন্ত গাভৰুৰ প্ৰতিভূ।

মধ্যবিত্ত পৰিযালৰ নায়িকাৰ চৰিত্ৰ বিশ্লেষণৰ পিচত ৰিচাৰ্ডচনে পাঁচ ছয়বছৰ ধৰি অভিজাত পৰিয়ালৰ নায়ক চৰিত্ৰ সৃষ্টিত ব্ৰতী হৈছিল। এইবাৰ তেওঁ নায়কৰ হতুৱাই চিঠি লিখাইছিল আৰু সেই চিঠিবোৰত অভিজাত নায়কৰ চৰিত্ৰ অংকন কৰিবলৈ চেষ্টা কৰিছিল। তাৰেই ফলশ্ৰুতি হিচাপে সৃষ্টি হৈছিল 'চাৰ চাৰ্লচ্ গ্ৰেণ্ডিচন' নামৰ সাতখণ্ডৰ এখন বৃহৎ উপন্যাস। এই উপন্যাসৰ খণ্ডসমূহ প্ৰকাশ হৈ ওলাইছিল ১৭৫০ চনত। এই উপন্যাসৰ নায়ক আছিল ধনী সম্প্ৰদায়ৰ। তেওঁৰ চাল-চলন, আচাৰ-ব্যৱহাৰ, গুণ-গৰিমা আৰু জীৱন ধাৰণৰ মানদণ্ডত ফুটি ওলাইছিল ইংল্যাণ্ডৰ অভিজাত শ্ৰেণীৰ সামাজিক স্থিতি আৰু আভিজাত্য। নায়ক প্ৰধান এই উপন্যাসৰ জৰিয়তে তেওঁ ইংল্যাণ্ডৰ সমকালীন অভিজাত সম্প্ৰদায়ৰ পাঠকক আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিছিল। ফলত তেওঁৰ গুণগ্ৰাহী পাঠকৰ সংখ্যা বৃদ্ধি হৈছিল। অভিজাত সম্প্ৰদায়ৰ ভাৱ অনুভৱ, প্ৰেম বিৰহ, জীয়াই থকাৰ সপোন বাস্তৱায়িত কৰি তেওঁ মধ্যবিত্ত শ্ৰেণীৰ মাজত জীয়াই থকাৰ আদৱ কায়দা শিকাবলৈ চেষ্টা কৰিছিল। আনহাতে চাৰ চাৰ্লছ গ্ৰেণ্ডিচনৰ নায়কৰ জৰিযতে অভিজাত সম্প্ৰদায়ৰ জীৱন ধাৰণ প্ৰনালীৰ আভাষ দিবলৈ চেষ্টা কৰিছিল। তেওঁৰ প্ৰতিখন উপন্যাসেই আছিল উদ্দেশ্যধৰ্মী। অৱশ্যে তেওঁৰ ৰচনাৰ সীমাবদ্ধতাৰ বাবে তেওঁৰ উদ্দেশ্য সিমান দূৰ সফল হ'ব নোৱাৰিলে। তেওঁ উপন্যাসৰ জৰিয়তে সমকালীন সমাজক নীতিশিক্ষা দিবলৈ প্ৰয়াস কৰিছিল যদিও তেওঁ ভবামতে সেয়া সুদূৰ প্ৰসাৰী নহ'ল। তথাপি তেওঁৰ ৰচনাই ইংৰাজী সাহিত্যত যি এক নতুন ধাৰাৰ সূচনা কৰিলে সেই ধাৰা চিৰকাল অবিস্মৰণীয় হৈ ৰ'ল। তেওঁৰ প্ৰতিখন উপন্যাসেই আছিল মানুহৰ কাহিনী, জীৱন আৰু যৌৱনৰ কাহিনী। অস্বাভাবিক আৰু দুঃসাহসিক ঘটনাৰ মেৰুমণ্ডল ভাঙি

তেওঁ যি নিষ্ঠা আৰু সাহসেৰে মানুহ আৰু প্ৰকৃতিৰ সঁচা চৰিত্ৰ অংকন কৰিবলৈ চেষ্টা কৰিলে— সেই প্ৰচেষ্টাই সঁচা অৰ্থত উপন্যাস সৃষ্টি কৰাৰ বাবে তেওঁক অমৰত্ব দান কৰিলে। তেওঁৰ সৃষ্টিয়ে ইংৰাজী উপন্যাস সাহিত্যক এক নতুন গতি প্ৰদান কৰিলে আৰু সেই গতি চিৰ প্ৰবাহমান হৈ ৰ'ল।

✪ প্ৰসঙ্গ পুথি—


1 *The Development of English Novel - Cross*

2 *An Introduction to study of English Fiction - Simond*

3 *The English Novel - Raleigh*




# পুনৰ সংস্থাপন যুগৰ প্ৰখ্যাত কবি
# জন ড্ৰাইডেন

ইংৰাজী সাহিত্যৰ পুনৰ সংস্থাপন যুগৰ প্ৰখ্যাত কবি জন ড্ৰাইডেনৰ কবিতাই এক নতুন যুগান্তৰ সূচনা কৰিছিল। ড্ৰাইডেন আছিল দুটা পৃথক যুগৰ মাজৰ স্বকীয় বৈশিষ্ট্যৰে উজ্বলি উঠা কবি যাৰ পদ্যশৈলীত এক সুকীয়া বৈশিষ্ট্য পৰিস্ফুট হৈ উঠিছে। তেওঁৰ সৃষ্টিত ভাল বেয়া উপলব্ধিৰ চিত্ৰ দেখিবলৈ পোৱা যায়। ড্ৰাইডেন আছিল যুগসন্ধিৰ কবি। মহাকবি চেক্সপীয়েৰ আৰু মিল্টনৰ পৰা আৰম্ভ হোৱা কবিতাৰ পৰ্ব্বতীয়া জুৰিটো পোপৰ দিনৰ সমভূমিলৈ নামি অহাৰ সময়তে ড্ৰাইডেনৰ কবিতাই ভেটাৰ সৃষ্টি কৰি এক নতুন গতি প্ৰদান কৰিছিল। ইংৰাজী কাব্য সাহিত্যৰ এই উত্তৰণৰ গতিৰ সৈতে ড্ৰাইডেনৰ কবিতাৰ সুৰো মিহলি হৈ এক নতুন গতিধাৰাৰ সৃষ্টি কৰিছিল। ইংৰাজী সাহিত্যত চেক্সপীয়েৰ আৰু মিল্টনৰ সৃষ্টি এক সুউচ্চ পৰ্ব্বতৰ দৰে আৰু সেই পৰ্বতৰ পৰাই সাৱলীল গতিৰে নাম আহিছে কাব্যৰ সুতিটো। মাজতে ড্ৰাইডেনৰ কাব্য সৃষ্টিয়ে সেই সুতিটোত পৰিৱৰ্ত্তনৰ গতি দি নমাই আনিছে আলেকজেণ্ডাৰ পোপৰ সমভূমিলৈ। পৰ্ব্বত আৰু সমভূমিৰ মাজৰ পথচোৱাত পৰিৱৰ্ত্তনৰ গতি প্ৰদান কৰি ড্ৰাইডেনে ইংৰাজী কাব্য সাহিত্যত নিজৰ স্থান প্ৰতিষ্ঠা কৰি থৈ গৈছে।

ড্ৰাইডেনৰ জীৱন মহানতা আৰুসংকীৰ্ণতাৰে পৰিপূৰ্ণ এক ব্যতিক্ৰমী জীৱন— য'ত সন্দেহ আছে, সংশয় আছে আৰু আনফালে আছে দৃঢ প্ৰত্যয। আত্মবিশ্বাস আৰু আত্মোপলব্ধিৰে তেওঁ সৃষ্টি কৰি গ'ল অমৰ কাব্য সাহিত্য। ইংৰাজী সাহিত্যৰ এগৰাকী আদি কবি হিচাপ আজিও তেওঁ চিৰনমস্য হৈ আছিছে। তেওঁৰ ৰচনাৰ সৰলতা আৰু সাহিত্যৰ সৈতে একাত্মতাই এক যুগ সৃষ্টিত সহায় কৰিছে। তেওঁৰ সময়ৰ সমাজ জীৱনৰ বাস্তৱ ছবি তেওঁৰ নাটকত প্ৰতিফলিত হৈছে। দুৰ্দ্দশাগ্ৰস্ত জনগনৰ দুখ-দুৰ্দ্দশা, জীয়াই থকাৰ স্পৃহা আৰু শোষিতৰ মনৰ ব্যথা উদ্ভাষি উঠা তেওঁৰ নাট্য কৰ্মই

দৰ্শকৰ মনত আশাৰ সঞ্চাৰ কৰে আৰু সেয়ে পুনৰ সংস্থাপন যুগৰ কাব্য সাহিত্যত ড্ৰাইডেন এক উজ্বল নক্ষত্ৰ হিচাপে জিলিকি আছে। সময়ৰ আহ্বানত তেওঁ সৃষ্টি কৰিছিল, বাস্তৱ জগতৰ মাজত বিচৰণ কৰি তেওঁ চৰিত্ৰ চিত্ৰন কৰিছিল। তথাপি তাৰ মাজতো কেতবোৰ সংকীৰ্ণ চিন্তাধাৰাৰ উন্মেষ নঘটাকৈ থকা নাছিল।

ড্ৰাইডেনৰ জন্ম হৈছিল ১৬৩১ চনত নৰ্থাম্পটন চায়াৰৰ এল্ডউইস্কল গাঁৱত। এটি সম্ভ্ৰান্ত পিউৰিটান পৰিয়ালত জন্ম লাভ কৰা ড্ৰাইডেনে জন্মসূত্ৰে লাভ কৰিছিল আধ্যাত্মিক অনুশাসন আৰু ধৰ্মীয় বিশ্বাস। প্ৰথমতে ৱেষ্ট মিনিষ্টাৰ স্কুলত প্ৰাথমিক শিক্ষা লাভ কৰি পিচত কেম্ব্ৰিজত ভৰ্ত্তি হয়। কেম্ব্ৰিজত বিদ্যা লাভ কৰি সেই সময়ৰ এগৰাকী বিদ্বান লোক হিচাপে পিউৰিটাণ সমাজত পৰিচিত হয়, বিশেষকৈ ক্লাছিক সাহিত্যত বুৎপত্তি লাভ কৰিবলৈ সক্ষম হয়। ক্লাছিক সাহিত্যত ব্যুৎপত্তি লাভ কৰিলেও সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত কোনোধৰণৰ মনোযোগ দিয়া নাছিল। ত্ৰিশ বছৰ বয়সলৈকে পিউৰিটান মতত বিশ্বাস ৰাখি পিউৰিটান দলৰ কামকাজত ব্যস্ত হৈ আছিল। কিন্তু ক্ৰমৱেলৰ মৃত্যুৰ সমযত ব্যথিত অন্তৰেৰে যিটো কাব্য গাথা ৰচনা কৰিলে সেইটো সেই সময়ৰ বীৰত্বপূৰ্ণ দফা হিচাপে বিবেচিত হ'ল। মাত্ৰ চাৰিটা শাৰীত ৰচিত সেই বীৰত্বপূৰ্ণ দফাই তেওঁৰ কাব্য প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিলে আৰু তেওঁ কাব্য ৰসিক হিচাপে পৰিগণিত হ'ল। চাৰিটা শাৰীৰ কবিতাই ড্ৰাইডেনক কবি হিচাপে বিখ্যাত কৰিলে আৰু পিউৰিটানিজমৰ এগৰাকী নবীন কবি হিচাপে পৰিচিত হ'ল। কাব্য সাধনাৰ উছাহতে তেওঁ লণ্ডনলৈ গুছি আহিল আৰু তাতে সাহিত্যিক জীৱন আৰম্ভ কৰিলে। চাৰিশাৰী কবিতাৰে এটা যুগৰ কবি হিচাপে বিখ্যাত হোৱা দৃষ্টান্ত পৃথিৱীৰ বুৰঞ্জীত বিৰল। ড্ৰাইডেন এই ক্ষেত্ৰত ব্যতিক্ৰম। সেই সময়ত ইংল্যাণ্ডত ৰাজ পৰিয়ালৰ শাসন চলিছে। দ্বিতীয় চাৰ্লচ্ ইংল্যাণ্ডৰ ৰজা। ড্ৰাইডেনে দ্বিতীয় চাৰ্লচক সম্ভাষণ জনোবাৰ উদ্দেশ্যে লিখা 'আষ্ট্ৰা ৰিডা" আৰু 'পেনে জাইৰিক টু হিজ চেক্ৰেড্ মেজেষ্টী' নামৰ কবিতাত ৰজাৰ গুণানুকীৰ্ত্তন কৰি ৰাজপৰিয়ালৰ কবি হৈ পৰে। সেই সূত্ৰে তেওঁ ৰাজকীয় সম্মানো লাভ কৰে আৰু পিউৰিটানৰ ধৰ্মীয় বেহ ভেদি ৰাজতন্ত্ৰৰ পুজাৰী হৈ পৰে। লণ্ডনৰ ভয়াবহ অগ্নিকাণ্ড আৰু হলেণ্ড যুদ্ধৰ বিভীষিকাপূৰ্ণ ঘটনাক বৰ্ণনা কৰি ১৬৬৭ চনত তেওঁ 'এনাচ্ মিৰাবিলিজ্' নামৰ যিটো কবিতা ৰচিলে সিয়ে সৰ্বসাধাৰণ পাঠকৰ হৃদয় স্পৰ্শ কৰিলে আৰু তেতিয়াই তেওঁ জনতাৰ কবি

হিচাপে বিখ্যাত হৈ পৰিল। অগ্নিকাণ্ডৰ ভযাবহতা আৰু যুদ্ধৰ বিভীষিকাই সৃষ্টি কৰা পৰিৱেশৰ বাস্তৱ ছবি কবিতাৰ ছন্দত স্পষ্ট হৈ উঠা ববে কবিতাটো সমাদৃত হ'ল আৰু তেওঁৰ খ্যাতি বিযপি পৰিল।

যুদ্ধৰ পিচত যেতিযা পৰিস্থিতি স্বাভাৱিক হ'ল তেতিযা লণ্ডনৰ থিযেটাৰ হ'ল সমূহ খোলা হ'ল আৰু ৰাতি দুপৰলৈকে তাত থিযেটাৰ চলিবলৈ ধৰিলে। ড্ৰাইডেন তেতিযা থিযেটাৰৰ মঞ্চলৈ ঘূৰি আহিল। থিযেটাৰ দলৰ অনুৰোধত তেওঁ নাটক লিখিবলৈ ধৰিলে। সেই সময়ৰ বিখ্যাত কিংছ থিযেটাৰ দলৰ বাবে বছৰি তিনিখনকৈ নাটক লিখি দিযাৰ বাবে চুক্তি বদ্ধ হ'ল। এনেদৰে তেওঁ নাটক লিখি জীৱিকা উলিযাবলৈ ধৰিলে। মঞ্চৰ লগত জড়িত হৈ নাটক লিখি জীৱনৰ কুৰিটা বছৰ বৰ শান্তিৰে অতিবাহিত কৰিলে। অভাৱ অনাটনো নাছিল, অশান্তিও নাছিল। ব্যক্তিগত জীৱনত তেওঁ সৎ আৰু নিকা চৰিত্ৰৰ লোক আছিল। কিন্তু থিযেটাৰ দলৰ তাগিদাত পৰি অসুস্থ চিন্তাৰ নাটক লিখিবলগীযা হৈছিল— যিটো তেওঁৰ ইচ্ছাৰ পৰিপন্থী আছিল। দৰ্শকে অশ্লীল নাটকহে বিচাৰে। থিযেটাৰ পাৰ্টিযে দৰ্শকৰ মনৰ খোৰাক যোগাবৰ বাবে তেনে নাটকহে মঞ্চস্থ কৰিবলৈ পছন্দ কৰে। বাধ্যত পৰি ড্ৰাইডেনৰ দৰে সৎ আৰু নিকা প্ৰকৃতিৰ লেখকজনে অশ্লীল নাটক ৰচনা কৰিবলগীয়া হয। এই কথাই তেওঁৰ মনত বৰ দুখ দিছিল আৰু তেওঁ মাজে মাজে আত্মানুশোচনাত দগ্ধ হৈছিল। তেওঁ নিজে তেওঁৰ পৰৱৰ্ত্তী ৰচনাত এই কথা অকপটে স্বীকাৰ কৰি গৈছে। যিখন নাটক লিখি তেওঁ আটাইতকৈ বেছি সুখ অনুভৱ কৰিছিল সেইখন আছিল "অ'ল ফ'ৰ লাভ"। এইখন নাটক তেওঁ সুস্থ চিন্তাৰে ৰচনা কৰিছিল আৰু তাৰ ডাইলগসমূহো নিজৰ মতেৰেই দিছিল। সেই সময়ত তেওঁ লণ্ডনৰ এগৰাকী বিখ্যাত লেখক হিচাপে পৰিগণিত হৈছিল আৰু সাহিত্য ক্ষেত্ৰত একচ্ছত্ৰী নায়ক হিচাপে শীৰ্ষস্থান অধিকাৰ কৰিছিল। লণ্ডনৰ হোটেল আৰু কফি হাউচত বহা লোকৰ আড্ডাৰ মধ্যমণি হৈ উঠিছিল ড্ৰাইডেন। তেওঁ ৰচনাৰ পৰা প্ৰচুৰ অৰ্থ লাভ কৰিছিল আৰু তেওঁক 'পয়েট ল'ৰেট' হিচাপে নিযুক্তি দিযা হৈছিল। চৰকাৰে তেওঁক লণ্ডন বন্দৰৰ কালেক্টৰ হিচাপে নিযোগ কৰি বিৰল সন্মান দিছিল। এনেধৰণৰ বিৰল সন্মান আৰু পদবী তেওঁৰ পূৰ্ব্বসুৰী মহাকবি ছ'ছাৰকহে দিযা হৈছিল।

সুদীৰ্ঘকাল লণ্ডনৰ থিযেটাৰ পাৰ্টিত নাটকৰে দপ্‌দপাই থকা ড্ৰাইডেনৰ নাটৰ

জনপ্ৰিযতা লাহে লাহে কমি আহিল। নতুন নতুন চিন্তাধাৰা আৰু আঙ্গিকৰ নাটক ৰচিত হ'ল। তাৰ ভিতৰত জেৰিমী ক'লিয়াৰৰ নাটকে মঞ্চত অভূতপূৰ্ব্ব সফলতা লাভ কৰিলে। সেই সময়ত থিয়েটাৰ পাৰ্টিযে ক'লিযাৰৰ নাটকহে মঞ্চস্থ কৰিব ধৰিলে আৰু লাহে লাহে ড্ৰাইডেনৰ নাটক মঞ্চৰ পৰা অন্তৰ্ধান হ'ল। তেতিয়া ড্ৰাইডেনৰ বয়স পঞ্চাছ্ বছৰ। তেওঁ নাট্য পৃথিৱীৰ পৰা ওলাই আহি আধ্যাত্মিক আৰু ৰাজনৈতিক ক্ষেত্ৰত অধিক মনোনিৱেশ কৰিলে। তেতিয়া তেওঁ ধৰ্মীয বিশ্বাস আৰু ৰীতি নীতিৰ বিষযে গদ্যত অসংখ্য প্ৰবন্ধ লিখিলে। ১৬৮২ চনত তেওঁ এটি আধ্যাত্মিক প্ৰবন্ধ লিখি এংলিকান গীৰ্জা কৰ্ত্তৃপক্ষৰ সপক্ষে যুক্তি দাঙি ধৰিলে। তেওঁৰ মতে কেথলিক আৰু প্ৰেজবিটেৰিযান সকলতকৈ এংলিকান সফল উদাৰ পন্থী আৰু অনুশাসনপ্ৰিয়। কিন্তু ইয়াৰ তিনিবছৰ পিচত যেতিয়া দ্বিতীয জেমচ্ ৰাজসিংহাসনত অধিষ্ঠিত হ'ল তেতিয়া তেওঁ ৰোমান বিশ্বাসৰ প্ৰতি অধিক আকৰ্ষিত হ'ল আৰু কেথলিক মতাদৰ্শক অধিক গুৰুত্ব দিবলৈ ধৰিলে। তেতিয়া ড্ৰাইডেনো কেথলিক পন্থীলৈ ৰূপান্তৰিত হ'ল আৰু তেওঁ ৰোমান গীৰ্জাক প্ৰশংসা কৰি এটি বিখ্যাত কবিতা ৰচিলে— যাৰ নাম ৰাখিলে "ডি হিন্দ এণ্ড ডি পেন্থাৰ"। এই কবিতাটোত তেওঁ ৰোমানগীৰ্জাক 'হিন্দ' হিচাপে অভিহিত কৰিছে আৰু এংলিকানক 'পেন্থাৰ' হিচাপে চিত্ৰিত কৰিছে। বাকী ধৰ্মীয সম্প্ৰদায় যেনে কেলভিনিষ্ট, এনাব্যাপিষ্ট, কোৱেকাৰ সকলক কুকুৰ নেচীযা বাঘ, মতা গাহৰি, শহাপহু আৰু অন্য জন্তুৰ লগত তুলনা কৰিছে। এই কবিতাৰ দ্বাৰাই অন্য সম্প্ৰদাযক তুচ্ছ তাচ্ছিল্য কৰা বাবে আন সম্প্ৰদাযৰ লোকে তেওঁক বেয়া পালে আৰু তেওঁৰ প্ৰতি শত্ৰুতা আচৰণ কৰিলে। তেওঁ এবাৰ এটা সম্প্ৰদায়ৰ গুণ বখানিলে আৰু তাৰ পিচত আন এটি সম্প্ৰদাযৰ প্ৰতি আনুগত্য দেখুৱালে। তেওঁৰ এই চাৰিত্ৰিক ভণ্ডামিয়ে তেওঁৰ জনপ্ৰিয়তা হ্ৰাস কৰিলে। ১৬৮৮ চনৰ বিদ্ৰোহৰ সময়ত তেওঁ 'উইলিয়াম অব অৰেঞ্জ'ৰ প্ৰতি আনুগত্য প্ৰকাশ নকৰিলে। ফলস্বৰূপে তেওঁ ৰাজকীয় পদবী আৰু পেঞ্চনো হেৰুৱালে। তেতিয়া তেওঁ বৃদ্ধ আৰু চাৰিওফালৰ পৰা দূৰ্ভাগ্যই আগুৰি ধৰিছে। তেওঁৰ অৱস্থা নাজুল-নাথল হ'ল। আৰ্থিক দৈন্যতাৰ বাবে তেওঁৰ স্বাস্থ্যও ভাঙি পৰিল। অৱশেষত তেওঁ সাহিত্য সাধনাকে জীৱিকাৰ একমাত্ৰ পথ হিচাপে বাচি ল'লে। অদম্য সাহস আৰু অফুৰন্ত শক্তিৰে কলম চলাবলৈ ধৰিলে। তেওঁ কবিতা ৰচিলে, বিষাদ গীতি ৰচিলে, গদ্য

ৰচিলে আৰু গ্ৰন্থৰ পাতনি লিখি হ'লেও অৰ্থ উপাৰ্জন কৰিবলৈ ধৰিলে। সেই সময়ৰ তেওঁৰ আটাইতকৈ উল্লেখযোগ্য ৰচনা হ'ল অনুবাদ সাহিত্য। মহাকবি হোমাৰ, ওভিদ, আৰু জুবেনালৰ ৰচনা অনুবাদ কৰি 'এনচিড' নামৰ অনুবাদগ্ৰন্থখন সম্পূৰ্ণ কৰিলে। এই গ্ৰন্থখন এখন মূল্যবান অনুবাদ গ্ৰন্থ হিচাপে পৰিগণিত হৈছে। ১৬৯৭ চনত তেওঁ লিখা এটি বিখ্যাত কবিতা হ'ল "আলেকজেণ্ডাৰচ্ ফিষ্ট"। এই কবিতাটো আজিও ড্ৰাইডেনৰ কাব্যকৃতিৰ যুগমীয়া স্বাক্ষৰ হিচাপে চিৰস্থায়ী হৈ আছে। ইয়াৰ তিনিবছৰ পিচত তেওঁৰ শেষ গ্ৰন্থ "ফেবলচ্" প্ৰকাশ হৈ ওলায়। এই গ্ৰন্থত তেওঁ "বোকাছিও" আৰু ছ'ছাৰৰ গল্পসমূহৰ কাব্যিক শব্দান্তৰ ঘটাইছে। সেই সময়ত গ্ৰন্থৰ পাতনি লিখাতো এটা চখ আছিল আৰু ড্ৰাইডেনে তেওঁৰ কাব্যগ্ৰন্থৰ পাতনি গদ্যত লিখি গৈছে। পাতনিত তেওঁ যি সমালোচনাত্মক দৃষ্টিভঙ্গী দাঙি ধৰিছে সেইবোৰ তেওঁৰ নতুন গদ্যৰীতি হিচাপে স্বীকৃত হৈছে। গদ্যৰচনাৰ ষ্টাইল অনবদ্য আৰু স্বকীয়। ফেবলচ্ৰ পাতনিতো অতুলনীয় গদ্য ৰীতি পৰিলক্ষিত হয়। ড্ৰাইডেনৰ শেষ বযসৰ সৃষ্টিসমূহৰ সাহিত্যিক মূল্য বিচাৰ কৰি চালে বিনা দ্বিধাই কব পৰা যায় যে তেওঁৰ শেষ বযসৰ ৰচনাসমূহ চিন্তাগধুৰ আৰু ভাব উদ্ৰেককাৰী। সাহিত্য কৰ্মৰ মাজত ব্যস্ত থাকোতেই তেওঁ ১৭০০ চনত মৃত্যুক সাৱটি লয় আৰু তেওঁৰ মৃত্যুৰ লগে লগে ড্ৰাইডেন যুগৰ সমাপ্তি হয। তেওঁৰ সাহিত্য সাধনাৰ প্ৰতি সন্মান জনাই গুনমুগ্ধ জনতাই ৱেষ্ট মিনিষ্টাৰ এৱেত ছ'ছাৰৰ কাষতে তেওঁক সমাধিস্থ কৰে। ই আছিল ড্ৰাইডেনৰ মহান আত্মাৰ প্ৰতি জনগনৰ প্ৰগাঢ় শ্ৰদ্ধাৰ নিদৰ্শন।

**ড্ৰাইডেনৰ সাহিত্য-সম্ভাৰ ঃ** পুনৰ সংস্থাপন যুগত নাট ৰচনা কৰি ড্ৰাইডেনে লণ্ডনৰ দৰ্শকৰ মাজত অভূতপূৰ্ব্ব জনপ্ৰিযতা অৰ্জন কৰিছিল। কিন্তু সেই জনপ্ৰিযতা চিৰস্থায়ী নহ'ল। কিয়নো সেই সময়ত দৰ্শকৰ ৰুচি অনুযায়ী আমোদজনক অশ্লীল নাটকহে ৰচনা কৰা হৈছিল। ফলত সেই নাটসমূহৰ সাহিত্যিক মূল্য চিৰস্থায়ী নহ'ল। মঞ্চৰ সফলতাই ড্ৰাইডেনক নাট্যকাৰ হিচাপে প্ৰতিষ্ঠিত কৰিলেও নাটক সমূহৰ বিষয়বস্তুৱে ক্ষন্তেকীযা আনন্দহে দান কৰিবলৈ সক্ষম হ'ল। অকল দৰ্শকৰ মনোৰঞ্জনাৰ্থে কাহিনী আৰু ডাইলগ ৰচনা কৰা বাবে তাৰ মাজত নান্দনিক মূল্য ফুটি নুঠিল। ফলত নাটকৰ মূল্যাংকন কৰিবলৈ হ'লে পঁচা আপেল এটাৰ পৰা খুটি খুটি ভালখিনিহে খোৱাৰ লেখীয়া হয়। আনকি ভালখিনিও বেযাৰ সংস্পৰ্শত ধ্বংস হৈ গ'ল। সেয়েহে তেওঁৰ

নাট্য সৃষ্টি জাবৰ জোথৰত পৰিনত হ'ল। অৱশ্যে তাৰে ভিতৰত দুখন নাট "অ'ল ফৰ লাভ" আৰু "এণ্টনি এণ্ড ক্লিওপেট্ৰা"ই মাৰ্লো আৰু চেক্সপীয়েৰৰ নাটকৰ সমকক্ষ হিচাপে পৰিগণিত হৈছে।

ড্ৰাইডেনৰ কবিতাত প্ৰচণ্ড ব্যঙ্গাত্মক অভিব্যক্তি দেখিবলৈ পোৱা যায়। তেওঁৰ এটি উল্লেখযোগ্য ব্যঙ্গ কবিতা হ'ল 'এবজালম এণ্ড এচিটোফেল'। এই কবিতাত এটা ব্যঙ্গ কাহিনী আছে। ব্যঙ্গাত্মক বৰ্ণনাতকৈ ড্ৰাইডেনৰ কবিতা বৰ্ণনাধৰ্মী প্ৰকাশৰ বাবে বিখ্যাত। 'এনাচ মিৰাবিলিজ', 'আলেকজেণ্ডাৰচ্ ফিষ্ট' আদি বৰ্ণনাধৰ্মী কবিতা। গদ্য লেখক আৰু সমালোচক হিচাপেও ড্ৰাইডেনৰ নাম আছে। তেওঁ গদ্য ৰচনাৰ ষ্টাইলতকৈ প্ৰকাশভঙ্গীতহে অধিক গুৰুত্ব দিছিল। মুকলিভাৱে মনৰ চিন্তাধাৰা প্ৰকাশৰ ক্ষেত্ৰত তেওঁ অধিক গুৰুত্ব দিছিল। গদ্য ৰচনাৰ লগে লগে তেওঁ সমালোচনাত্মক প্ৰবন্ধ লিখাতো হাত দিছিল। সাধাৰণতে তেওঁৰ কাব্যগ্ৰন্থৰ পাতনিত সমালোচনাত্মক সমীক্ষা দাঙি ধৰিছিল। এনেধৰণৰ সমালোচনাত্মক সমীক্ষা তেওঁৰ বেছিভাগ গ্ৰন্থৰ পাতনিতে দেখিবলৈ পোৱা যায়। তাৰ ভিতৰত ফেবলচ্ অৱ হিৰোইক প্লেজ', ডিচকোৰ্চ অন চেটায়াৰচ্ আৰু এছে অফ ড্ৰামাটিক পোয়েচী নামৰ গ্ৰন্থৰ পাতনিয়ে সমালোচনাত্মক সাহিত্যত গভীৰ ৰেখাপাত কৰিবলৈ সক্ষম হৈছে।

ড্ৰাইডেন একেধাৰে নাট্যকাৰ, কবি, গদ্য লেখক, সমালোচক হোৱাৰ উপৰিও আধ্যাত্মিক মাৰ্গ দৰ্শক হিচাপে পুনৰ সংস্থাপন যুগৰ সাহিত্যত নতুন গতিৰ সঞ্চাৰ কৰিছিল। সেই গতি ওঠৰ শতিকাৰ ইংৰাজী সাহিত্যলৈ প্ৰবাহিত হৈছিল।



# সাহিত্য সম্ৰাট দৈৱচন্দ্ৰ তালুকদাৰ আৰু তেখেতৰ উপন্যাস

কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধৰ এগৰাকী প্ৰচাৰ বিমুখ স্বনামধন্য ঔপন্যাসিক দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাস ৰাজিৰ সঠিক বিশ্লেষণ আৰু অধ্যয়ন আজিলৈকে অসমীযা সাহিত্যত যথাযোগ্যভাৱে হৈছে বুলি বিনা দ্বিধাই কব পৰা নাযায়। অসমীযা উপন্যাস সাহিত্যৰ দোকমোকালিতে উনৈশখনকৈ উপন্যাস ৰচনা কৰা স্বত্বেও তেখেতৰ সাহিত্য সাধনাৰ সঠিক মূল্যাঙ্কন নোহোৱাটো অসমীযা ভাষা সাহিত্যৰ অপূৰ্ণতা বুলিহে পৰিগণিত হৈছে। যি সময়ত অসমীযা সাহিত্যত উপন্যাসৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা আছিল সেই সময়ত তেখেতে এখনৰ পিচত আন এখন ভিন্ন স্বাদৰ উপন্যাস ৰচনা কৰি অসমীযা উপন্যাস সাহিত্যৰ ভৰাল চহকী কৰি থৈ গৈছে। তেখেতৰ দ্বাৰা ৰচিত উপন্যাসৰ সংখ্যা ১৯ খন বুলি মানি লোৱা হৈছে, অথচ এই উনৈছখন উপন্যাসৰ ভিতৰত মাত্ৰ এখন উপন্যাস 'অপূৰ্ণ'ৰ বিষযেহে চেগা চোৰোকাকৈ আলোচনা হোৱা দেখা গৈছে। সেই ফালৰ পৰা চাবলৈ গ'লে অসমীয়া উপন্যাস সাহিত্যৰ চালুকীয়া অৱস্থাৰ এগৰাকী বিশিষ্ট ঔপন্যাসিকৰ উপন্যাসৰ বিষয়ে বিস্তৃত আলোচনা নোহোৱাটো সঁচাকৈয়ে পৰম দূৰ্ভাগ্যৰ কথা। 'অসমীয়া উপন্যাসৰ ভূমিকা' শীৰ্ষক গ্ৰন্থত প্ৰথিতযশা সাহিত্যে সমালোচক পণ্ডিত ড° সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে কৈছে পঞ্চাশৰ দশকলৈকে অসমীয়া উপন্যাসৰ প্ৰকাশ আৰু বিকাশ অতিশয় মন্থৰ। এই প্ৰথমৰ কালচোৱাত যি সামান্য সংখ্যক ঔপন্যাসিক ওলাই আহে তাৰ ভিতৰত দুজনেই বিশেষভাৱে উল্লেখযোগ্য — দৈৱচন্দ্ৰ তালুকদাৰ আৰু দণ্ডিনাথ কলিতা। এই কথাৰ আঁত ধৰি কব পৰা যায় যে উক্ত দশকত দৈৱচন্দ্ৰ তালুকদাৰে উনৈছখনকৈ উপন্যাস লিখিছে যদিও তেখেতৰ বেছিভাগ উপন্যাস প্ৰকাশ হৈ ওলোৱা নাছিল। সেই সময়চোৱাত তেখেতৰ মাত্ৰ দুখন উপন্যাস 'ধুৰলি কুৰলি' আৰু 'আগ্নেয়গিৰি'হে

দুবাৰকৈ ছপা হৈ ওলাইছিল। তেখেতক ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠিত কৰা তেখেতৰ বহুল পাঠিত বিখ্যাত উপন্যাস 'অপূৰ্ণ'খন ১৯৩১-৩২ চনত আৱাহনত খণ্ড খণ্ডকৈ প্ৰকাশ হৈ ওলাইছিল। আৱাহনত সম্পূৰ্ণকৈ প্ৰকাশ হোৱাৰ দহবছৰ পিচতহে কিতাপ আকাৰত প্ৰকাশ হয়। তেখেতৰ উপন্যাসৰ বিশ্লেষণ কৰিবলৈ গ'লে দেখা যায় যে দুই এখন উপন্যাসত বাহিৰে তেখেতৰ বেছিভাগ উপন্যাস স্বৰাজৰ পূৰ্বে ৰচিত আৰু সেয়েহে স্বাধীনতা আন্দোলনৰ বিবিধ প্ৰসঙ্গ আৰু গান্ধীবাদী আদৰ্শ চিন্তাচৰ্চা উপন্যাসত প্ৰতিফলিত হৈছে। তেখেতৰ পূৰ্বসূৰী ঔপন্যাসিকসকলৰ উপন্যাসত সমকালীন সমাজৰ চিত্ৰতকৈ অতীতৰ ঐতিহাসিক চৰিত্ৰৰ প্ৰাধান্যহে পৰিলক্ষিত হয়। সোতৰ-ওঠৰ শতিকাৰ ভিতৰত পাশ্চাত্য সাহিত্যত উপন্যাসৰ আবিৰ্ভাৱ হয় যদিও ভাৰতীয় ভাষাত উপন্যাসৰ উদ্ভৱ হয় ইংৰাজ শাসনৰ সময়তহে। ইংৰাজী শিক্ষাৰ প্ৰসাৰ ইংৰাজৰ শাসন প্ৰবৰ্ত্তন, বেপাৰ বাণিজ্যৰ প্ৰগতি আদিৰ ফলত ভাৰতীয় সমাজ ব্যৱস্থাত পৰিবৰ্ত্তনৰ ছাপ পৰে আৰু তাৰ লগে লগে সাহিত্যৰ ক্ষেত্ৰতো পাশ্চাত্যৰ প্ৰভাৱ পৰিবলৈ ধৰে। অসমীয়া উপন্যাসৰো ক্ৰমবিকাশ আৰম্ভ হয় ইংৰাজ শাসন আৰু ইংৰাজী শিক্ষা ব্যৱস্থা প্ৰৱৰ্ত্তনৰ পিচতহে। প্ৰথম অসমীয়া উপন্যাস হিচাপে স্বীকৃত পদ্মনাথ গোহাঞি বৰুৱাৰ 'ভানুমতী' ১৮৯৯ চনতহে প্ৰকাশ হয়। তাৰ পিচত লক্ষ্মীনাথ বেজবৰুৱাৰ 'পদুম কুঁৱৰী' প্ৰকাশ হয়। কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধত ৰজনী কান্ত বৰদলৈয়ে ঐতিহাসিক ঘটনাৰ আলমত কেবাখনো উপন্যাস ৰচনা কৰে যদিও তেখেতৰ উপন্যাসত সামাজিক ঘটনা আৰু সমকালীন চৰিত্ৰাংকন সীমাবদ্ধ হৈ থকাহে দেখা যায। তেখেতৰ 'মিৰিজীয়ৰী' এখন সামাজিক উপন্যাস — য'ত জনজাতীয় গাঁৱ আৰু সমাজৰ ৰীতি-নীতি, পৰম্পৰা দস্তুৰ, সামাজিক অনুশাসন আদিৰ চিত্ৰ সমুজ্বল হৈ উঠিছে। ঐতিহাসিক ঘটনা চক্ৰ আৰু চৰিত্ৰৰ পৰা ফালৰি কাটি আহি সামাজিক জীৱনৰ সজীৱ চিত্ৰ অংকনৰ প্ৰয়াস কৰা বাবেই আজিও মিৰি জীয়ৰী এখন সুন্দৰ সুপাঠ্য উপন্যাস হিচাপে পৰিগণিত হৈ আহিছে। ৰজনীকান্ত বৰদলৈৰ পিচত দৈৱচন্দ্ৰ তালুকদাৰে উপন্যাসত সমাজ জীৱনৰ চিত্ৰ অংকন কৰি উপন্যাসৰ কাহিনীক মানুহৰ প্ৰাত্যহিক জীৱনৰ কাহিনী হিচাপে ৰূপ দিছে। গ্ৰাম্য সমাজ জীৱনৰ ছবি অধিক প্ৰোজ্বল হৈ উঠিছে তালুকদাৰৰ উপন্যাসত আৰু সেয়েহে তেখেতৰ উপন্যাস সৰল সহজ জীৱন কাহিনীলৈ ৰূপান্তৰিত হোৱা পৰিলক্ষিত হৈছে। গ্ৰাম্য

জীৱনৰ সৰলতা, সামাজিক বান্ধোন, সামাজিক সম্পৰ্ক, পৰম্পৰা, দস্তুৰ আদিৰ চিত্ৰ অংকন কৰি সমাজৰে এজন হিচাপে তেখেতে বিভিন্ন চৰিত্ৰ চয়ন কৰি উপন্যাসত স্থান দিছে। তেখেতৰ কৰ্মস্থল গুৱাহাটী হোৱা বাবে পুৰণি গুৱাহাটীৰ খণ্ড চিত্ৰও উপন্যাসত দেখিবলৈ পোৱা যায়। নগৰীয়া জীৱনৰ সংঘাত, জটিলতা, আভিজাত্য আৰু অন্তৰ্দ্বন্দ তেখেতৰ সৰ্ববৃহৎ উপন্যাস 'দুনীয়া'ত দেখিবলৈ পোৱা যায়। প্ৰতিখন উপন্যাসতে কল্পনাৰ হেঙুল হাইতালতকৈ বাস্তৱৰ নিৰ্মম আচোঁৰহে পৰিলক্ষিত হয়। ঘটনাবোৰ পঢ়ি গলে এনে লাগে যেন ঔপন্যাসিক নিজেই সোঁশৰীৰে উপস্থিত আছে ঘটনাৰ সংঘটন কালত। সহজ সৰল ভাষা আৰু জটিলতাশূন্য প্ৰকাশ ভঙ্গীয়ে চৰিত্ৰৰ সৰলতা অধিক প্ৰকট কৰি তুলিছে। আটাইকেইখন উপন্যাস সংলাপধৰ্মী। স্বাধীনতাৰ পূৰ্বে ৰচনা কৰা উপন্যাস সমূহত দেশপ্ৰেম, গান্ধীবাদী আদৰ্শ, অস্পৃশ্যতা বৰ্জন, স্বাধীন চিতীয়া মনোভাব আৰু সমাজ সংস্কাৰৰ চিত্ৰ স্পষ্টভাৱে ধৰা দিছে।

দৈৱচন্দ্ৰ তালুকদাৰে ৰচনা কৰা ১৯ খন উপন্যাসৰ ভিতৰত ৮ খনহে পুথিৰ আকাৰত ছপা হৈ ওলাইছে। সাতখন হাতে লিখা অৱস্থাতে এৰি থৈ গৈছে আৰু চাৰিখন আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। তেখেতৰ উপন্যাস কেইখন হ'ল— (১) ধুঁৱলি-কুঁৱলি, (২) আগ্নেয়গিৰি, (৩) অপূৰ্ণ (৪) আদৰ্শপীঠ, (৫) জয় অসম (পিছলৈ এই পথে ৰিঙিয়ায়), (৬) দুনীয়া, (৭) উতলা পানীৰ ভাপ, (৮) কেৰ্কেটুৱা, (৯) ভঙা-গঢ়া, (১০) বিদ্ৰোহী, (১১) কাচনমতী, (১২) তৰুণ অসম, (১৩) নিস্পৃহ-পন্থী, (১৪) শ্ৰীনাথ (পিতৃঋণ), (১৫) সোনপাহি, (১৬) সৰস্বতী, (১৭) জীৱন নৈৰ গৰাখহনীয়া, (১৮) জনাৰ্দন, (১৯) আমাৰ সমাজ। এইউনৈশখন উপন্যাসৰ ভিতৰত 'বিদ্ৰোহী', 'জনাৰ্দন', আৰু 'আমাৰ সমাজ' এই তিনিখন উপ্যাস এতিয়ালৈকে উদ্ধাৰ হোৱা নাই। বাকী যোল্লখন উপন্যাসৰ ৯ খন প্ৰকাশিত অৱস্থাত পোৱা গৈছে আৰু ৭ খন হাতেলিখা অৱস্থাত উদ্ধাৰ হৈছে। পুথিৰ আকাৰত প্ৰকাশিত এখন উপন্যাস 'বিদ্ৰোহী' ১৯৪৮ চনত প্ৰকাশ হৈছে বুলি কোৱা হৈছে যদিও সেইখন উপন্যাস উদ্ধাৰ হোৱা নাই। আলোচনীত প্ৰকাশ পোৱা আন এখন উপন্যাস 'জনাৰ্দন' খনো পোৱা নাই। 'আমাৰ সমাজ' নামৰ উপন্যাসখনো এতিয়ালৈকে উদ্ধাৰ হোৱা নাই। এই তিনিখন উপন্যাস বাদ দি বাকী যোল্লখন উপন্যাস অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰি উলিওৱা 'দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাস সাহিত্য" নামৰ গ্ৰন্থখনত সন্নিবিষ্ট কৰা

হৈছে। সেই গ্ৰন্থখন প্ৰকাশৰ লগে লগে দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাস সাহিত্যৰ বিষয়ে পাঠক সমাজ সম্যকভাৱে অৱগত হৈছে। অকল উপন্যাসেই নহয় তেখেতে কবিতা, নাটক আদিও লিখিছে। তেখেতৰ দ্বাৰা ৰচিত আঠখন নাটক প্ৰকাশ হৈ ওলাইছে। নাটকেইখন হ'ল অসম-প্ৰতিভা, বামুনীকোঁৱৰ, ৰেণু, ভাস্কৰ বৰ্মা, হৰদত্ত, বিপ্লৱ, লহঙা আৰু ৰাধা-ৰুক্মিনী। পৰিয়ালসূত্ৰে লাভ কৰা তথ্য মতে তেখেতৰ অপ্ৰকাশিত নাটক ৫২ খন। প্ৰকাশিত ৮ খনৰ সৈতে তেখেতে সৰ্বমুঠ ৬০ খন নাটক লিখিছিল। সেইবোৰ সংগ্ৰহ কৰি নাটকৰ সংকলন কৰাৰ অৱকাশ আছে। তেখেতৰ প্ৰকাশিত কবিতাৰ পুথি চাৰিখন— প্ৰেমপট, অন্তৰব্যথা, সৌন্দৰ্য্য আৰু কুঁহিমলা। পৰিয়ালে দিয়া সংখ্যামতে অপ্ৰকাশিত কবিতাৰ পুথি ৪৯ খন আৰু সৰ্বমুঠ কবিতাৰ পুথি ৫৩ খন বুলি কোৱা হৈছে। পৰিয়ালে দাঙি ধৰা তথ্য মতে তেখেতৰ হাতেলিখা পৃষ্ঠাসৰ্বমুঠ ৬৫৩৫। তেখেতৰ সম্পূৰ্ণ সাহিত্যকৰ্ম বিচাৰ কৰি নিঃসন্দেহে কব পৰা যায় সে সাহিত্য-সাধনা তেখেতৰ প্ৰাত্যহিক কৰ্ম আছিল। তেখেতৰ দৰে এগৰাকী নীৰৱ প্ৰচাৰ বিমুখ সাহিত্যিকৰ সাহিত্যকৰ্মৰ বিচাৰ বিশ্লেষণ নোহোৱাটো অসমীয়া ভাষা সাহিত্যৰ বাবে অপূৰণীয় ক্ষতি হিচাপে পৰিগণিত হৈছে। চৰকাৰী চাকৰিৰ ব্যস্ততাৰ মাজতো নিৰৱচ্ছিন্নভাৱে সাহিত্যৰ সাধনা কৰি বিশাল সাহিত্য কৰ্ম এৰি থৈ যোৱা মানুহজনৰ সৃষ্টিশীল প্ৰতিভা সচাঁকৈয়ে বিস্ময়ৰ বিষয। আমি এই নিৱন্ধত তেখেতৰ দ্বাৰা ৰচিত যোল্লখন উপন্যাসৰ আলোচনাহে আগবঢাম। অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাস সাহিত্য পঢাৰ পিচতহে তেখেতৰ সৃষ্টিশীল সাহিত্যকৰ্মৰ বিষয়ে অৱগত হৈছো। তেখেতৰ উপন্যাসসমূহ পঢ়াৰ পিচত আমাৰ মনত প্ৰশ্ন উত্থাপন হৈছে— পঞ্চাছৰ দশকলৈ নিৰবচ্ছিন্নভাৱে সাহিত্য চৰ্চ্চা কৰা এগৰাকী নীৰৱ সাহিত্যসাধকৰ সাহিত্য কৰ্ম বিশ্লেষণ কৰিবলৈ অসমীয়া সাহিত্যৰ সমালোচকসকল আগবাঢ়ি নহাটো পক্ষপাতিত্ব নে অধ্যযনৰ অভাব? কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধত অসমীয়া উপন্যাস সাহিত্যৰ চালুকীয়া অৱস্থাত দৈৱচন্দ্ৰ তালুকদাৰে উনৈশখনকৈ উপন্যাসৰ বৰঙনি আগবঢাই যি মহৎ কাম কৰিলে তাৰ স্বীকৃতি স্বৰূপে মৰনোত্তৰভাৱে হ'লেও তেখেতৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰাৰ কথা আজিলৈকে কোনও চিন্তা কৰা পৰিলক্ষিত হোৱা নাই। ঔপন্যাসিক জনৰ উপন্যাস সমগ্ৰ অধ্যয়ন কৰাৰ পিচত গুনীৰ গুণ স্বীকাৰ কৰাৰ ক্ষেত্ৰত অসমীয়া মানুহৰ কাৰ্পণ্য আৰু উদাসীনতাহে প্ৰকট হৈ উঠিছে।

দৈৱচন্দ্ৰ তালুকদাৰৰ প্ৰথম উপন্যাস প্ৰকাশ হৈ ওলায় ১৯১২ চনত। তাৰ পিচত এখনৰ পিচত আন এখন উপন্যাস প্ৰকাশ হৈ আছে। তেখেতৰ দ্বাৰা ৰচিত প্ৰথম উপন্যাস হিচাপে চিহ্নিত হোৱা উপন্যাসখনৰ নাম 'ধুৱলি-কুঁৱলি'।

**(১) ধুঁৱলি-কুঁৱলি ঃ** এইখন উপন্যাসৰ পৰিৱেশ সৃষ্টি বৰ মনোৰম। গধুলি সময়ৰ গাঁৱৰ প্ৰকৃতিৰ চিত্ৰ বৰ জীৱন্ত। কেৰপাই নামৰ গাঁৱলীয়া মগনীয়া আৰু শ্ৰমজীৱি মানুহৰ সহজ-সৰল অথচ হৃদয় পৰশা অনুভৱেৰে আৰম্ভ হৈছে উপন্যাসৰ কাহিনী। গধুলিৰ দৃশ্য ঔপন্যাসিকৰ ভাষাত সজীৱ হৈ উঠিছে এনেদৰে—

"তেতিয়া গধুলি । বাটৰ আদৰ মালতীৰ পাহিবোৰে মৰমতে ভৰি চুই লাজতে লেউসেউ হৈ জাপখাই বিৰহ লাঞ্ছনা অসহ্য হোৱাৰ বাবে মাটিত ঢলি পৰিছে। সিহঁত মাটিত পৰি মূৰ্চ্ছা গৈছে নে বিৰহৰ পোৰণিত ডেই পুৰি বাগৰি বাগৰি উচুপি কান্দিছে কাঠচিতীয়া কেৰপাইৰ তাঁলৈ মন নাই ।"

উপন্যাসৰ চৰিত্ৰ চিত্ৰন সহজ সৰল হ'লেও ধনী দুখীয়াৰ মাজৰ দ্বন্দ্ব সুন্দৰভাৱে ফুটাই তুলিছে। কেৰপাই, কুঁহিৰাম হোজা গাঁৱলীয়া মানুহৰ চৰিত্ৰ। কদমী, বীনাৰ মাজত সহজ সৰল তিতোৰ অন্তৰ আছে— যাৰ বাবে পতি পৰম গুৰু। ঠাকুৰীয়া, চুৱা মেধি আদিৰ দৰে গাঁৱৰ ধনী মানুহ বিলাকে দুখীয়া দৰিদ্ৰক শোষণ কৰি আহিছে। সিহঁতৰ প্ৰতিপত্তিৰ বাবে কেৰপাই কুঁহিৰামহঁতে সৎভাৱে জীযাই থাকিব নোৱাৰে। উকীলৰ চৰিত্ৰটো সততা আৰু ন্যাযৰ প্ৰতীক হিচাপে চিত্ৰিত কৰিছে। উপন্যাসৰ মুখ্য চৰিত্ৰ নোমল আৰু নাৰী চৰিত্ৰ বীনাৰ মানসিক সংঘাত আৰু অন্তৰ্দ্বন্দ্বক সুন্দৰভাৱে দাঙি ধৰিছে। নোমলে নিজৰ পত্নী বীনা থাকোতেও কদমীৰ প্ৰতি দুৰ্বলতা দেখুৱাই অনাহকতে জেলৰ ভাত খাব লগীয়া হ'ল আৰু চুৱামেধিৰ শোষণৰ বলি হৈ কুঁহিৰামে মানসিক ভাৰসাম্য হেৰুৱাই আত্মহত্যা কৰিবলগীয়া হ'ল। কেৰপাইৰ জীয়ৰী পেমী উকীলৰ ঘৰত থাকি কদমী হোৱাৰপিচত কুঁহিৰামৰ পত্নী হ'ল আৰু শেষত কুঁহিৰামে আত্মহত্যা কৰাৰ পিচত তাই বিধৱা হ'ল। বীনাই নোমলৰ চৰিত্ৰ স্খলন দেখি অন্তৰ্দ্বন্দ্বত ভুগি নোমলক এৰি গুছি আহি পেমী আৰু কেৰপাইৰ লগত আশ্ৰমত থাকিবলৈ ল'লে। নাৰীৰ প্ৰতি সহানুভূতিবোধ আৰু সমাজত ধনী দুখীয়াৰ সংঘাত, অন্যায় অবিচাৰৰ চিত্ৰ বৰ জীৱন্ত। কাহিনী সাধাৰণ হ'লেও সাৱলীলতা ধৰি ৰখাত ঔপন্যাসিক সফল হৈছে? উপন্যাসৰ কাহিনী বিয়োগাত্মক হ'লেও তাৰ মাজতো

লেখকৰ উদ্দেশ্য সুন্দৰ ভাবে ব্যক্ত কৰিছে উকিলৰ মুখেৰে— "কলিকতাত খুদিৰামৰ ফাঁচী হোৱাত গোটেই দেশে গৱৰ্ণমেণ্টৰ বিৰুদ্ধে কিমান আন্দোলন কৰিছিল, কিন্তু এনে ফাঁচী যে কত চুকে কোনে নিজৰ মানুহে নিজৰ বংশ পৰিয়ালে, নিজৰ জাতি ভায়ে নিৰ্দ্দয় আচৰণৰ দ্বাৰা কৰিব ধৰিছে তাক সমাজে বিচাৰি চাইছেনে?"

(২) **আগ্নেয়গিৰি** ঃ এইখন ৩৪ পৃষ্ঠাৰ সৰু উপন্যাস। উপন্যাসখন দুবাৰ ছপা হৈছে— এবাৰ ১৯২৪ চনত আৰুএবাৰ ১৯৪০ চনত। উপন্যাসৰ কাহিনীত সমাজ ব্যৱস্থাৰ বান্ধোন চিঙাৰ প্ৰচেষ্টা আছে। উপন্যাসৰ নায়ক কনক সৰুৰে পৰা টটাটিঙা স্বভাৱৰ হ'লেও বুধিযক, সৎচৰিত্ৰবান। সৰুতে উদণ্ড থাকিলেও মাকৰ মৃত্যুৰ পিচত তাৰ পৰিবৰ্ত্তন হয। মোমায়েক আৰু মাহীযেকৰ শাসনত থাকি সি জীৱন গঢ়াৰ যুদ্ধত নামি পৰে। তাৰ সৰু কালৰ লগৰী আইকনক অন্তৰেৰে ভাল পাইছিল। আইকনৰ বিযা হৈ গৈছিল শোভন বৰুৱালৈ। কনকে পঢ়াশুনা কৰি হাকিম হ'ল।হাকিম হোৱাৰ পিচতো বিযা বাৰু কৰোৱা নাছিল। আইকনৰ প্ৰতি থকা ভাল পোৱাৰ বাবেই সি অইন ছোৱালী বিয়াকৰাই সংসাৰপতাৰ চিন্তা কৰা নাছিল। আইকনৰ গিৰিয়েকৰ আকস্মিক মৃত্যুৰ পিচত তাই বিধৱা হ'ল। তেতিয়া কনকে তাইক তাৰ ঘৰলৈলৈ আহিল কনক আৰু আইকনে একেলগে বাস কৰা বাবে সমাজখনে নানা বিদ্ৰুপ সহ্য কৰিব নোৱাৰি আইকনৰ ককায়েক সোনটিয়ে তাইক নিবলৈ আহে। আইকনক ককাযেকে লৈ যোবাৰ সময়ত কনকে আগ্নেয়গিৰিৰ উদ্‌গীৰনৰ দৰে গৰজি উঠি কয — সি সমাজৰ বান্ধোন চিঙি আইকনক গ্ৰহণ কৰিব। কিন্তু আইকনক কনকে গ্ৰহণ কৰিলেনে নাই সেই কথা অন্তৰালত ৰাখি উপন্যাসৰ সামৰনি মৰা হ'ল। উপন্যাসৰ শেষ কথাখিনিয়ে সমাজ বান্ধোন চিঙি পোলোৱাৰ ইংগিত দিয়ে।

"নাই, নাই সোনটি, সমাজ, ধৰ্ম, দেশাচাৰৰ মই বিদ্ৰোহী, মই চুৰমাৰ কৰিম। আইকন উভতি আহ— মই তোক এৰি দিব নোৱাৰো। লাগে যদি সেইবোৰে শত বাধা দিয়ক— ভুমিকম্পৰ সৃষ্টি কৰক— তথাপি আইকন তই মোৰ মই সমাজৰ ধুমকেতু। মই দেশাচাৰৰ ওপৰত আগ্নেয়গিৰিৰ দৰে তৰল ধাতু, বাষ্প, জলবোৱাই সেইবোৰৰ প্ৰলয় কৰিম।"

উপন্যাসখন আদৰ্শধৰ্মী। সামাজিক দায়বদ্ধতাৰ প্ৰতি ঔপন্যাসিক সচেতন।

(৩) **অপূৰ্ণ** ঃ এইখন উপন্যাসৰ বাবে দৈৱচন্দ্ৰ তালুকদাৰ ঔপন্যাসিক হিচাপে

জনাজাত হৈ পৰে। উপন্যাসখন ১৯৩১-৩২ চনৰ আৱাহনত খণ্ড খণ্ডকৈ প্ৰকাশ হৈ ওলাইছিল। তাৰ দহবছৰৰ পিচত অৰ্থাৎ ১৯৪২ চনত পুথি আকাৰে প্ৰকাশ হয়। এইখন এখন জনপ্ৰিয় উপন্যাস। উপন্যাসৰ পাতনি মেলা হৈছে সপোনৰ বৰ্ণনাৰে। অসমৰ প্ৰাকৃতিক সৌন্দৰ্য, অসমৰ প্ৰগতি, সাহিত্য-সংস্কৃতি, জ্ঞান-বিজ্ঞানৰ প্ৰগতি সপোনত দেখা পাই কাৰ্ত্তিকে ককাযেক প্ৰেমধৰৰ আগত বৰ্ণনা কৰিছে। কাৰ্ত্তিক আৰু প্ৰেমধৰৰ কথাৰ মাজত জয়বলিয়াৰ উপস্থিতি আৰু তাৰ উক্তি "আজি আৰু কালি"যে পুৰনি আৰু নতুনৰ সংঘাত পৰিস্ফুট কৰিছে। উপন্যাসৰ কহিনীত স্বাধীনতা আন্দোলনৰ জিলিঙনি আছে, স্বদেশ প্ৰেমৰ গোন্ধ আছে। গান্ধীবাদী আদৰ্শৰ প্ৰচ্ছাযাও পৰিলক্ষিত হয। প্ৰেমধৰৰ প্ৰেমিকা পূৰ্ণিমা। কাৰ্ত্তিকে ভাল পাইছিল প্ৰফেচাৰৰ জীযৰী হেমক। পূৰ্ণিমা আৰু প্ৰেমধৰক আলিঙ্গনাবদ্ধ অৱস্থাত দেখি পূৰ্ণিমাৰ দেউতাক আৰু জন্মি কানীয়াই বহুতো গালি-গালাজ কৰিলে। কাৰ্ত্তিকে পঢ়া-শুনা কৰি ভাল ৰিজাল্ট দেখুৱাই বিলাতলৈ গ'ল। কিন্তু কাৰ্ত্তিকে বিলাতৰ পৰা ঘুৰি আহিল এগৰাকী নিভাঁজ স্বদেশপ্ৰেমী হৈ। হেম আৰু কাৰ্ত্তিকৰ বিয়া নহ'ল। পূৰ্ণিমাই প্ৰেমধৰৰ মাক মৌজাদাৰনীৰ আশ্ৰয়ত থাকি বোৱাৰীৰ মৰ্যদা পালে যদিও প্ৰেমধৰে শেষত হেমৰ লগতে হিবাহ পাশত আবদ্ধ হ'ল। বিযাৰ দিনাই প্ৰেমধৰ মূৰ্চ্ছা গ'ল আৰু বিযাৰ পিচদিনা সি আত্মগ্লানিত দগ্ধ হৈ বিৰহ যন্ত্ৰনাত পুৰি পুৰি ইহলীল সম্বৰণ কৰিলে। কাৰ্ত্তিক, প্ৰেমধৰ, পূৰ্ণিমা, হেম, মৌজাদাৰনী সকলোৰে আশা আৰু সপোন অপূৰ্ণ হৈ ৰ'ল। উপন্যাসৰ কাহিনীত নানান ঘটনা পৰিঘটনা সংযোগ কৰি অসমীয়া জাতিৰ অস্তিত্ব, শিক্ষা-দীক্ষা, সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধন, মৈমনচিঙিযাৰ প্ৰব্ৰজন, কানি বৰ বিহৰ প্ৰাদুৰ্ভাৱ আদি বিভিন্ন সমস্যাৰ কথা সঞ্চালনি কৰি ঘটনা বহুলভাৱে আগবঢ়াই নিছে। ঘটনাত বিচিত্ৰতা নাই যদিও সমকালীন সমস্যা দাঙি ধৰাত ঔপন্যাসিক সফল হৈছে। ঔপন্যাসিকৰ নিভাঁজ অসম-প্ৰেম উপন্যাসত ভাস্বৰ হৈ উঠিছে। দেশ পুনৰ নিৰ্মানৰ বৰ্ণনা চমকপ্ৰদ।

**(৪) আদৰ্শপীঠ ঃ** এই খন উপন্যাস ১৯৩৯ চনত ৰচনা কৰা। আদৰ্শপীঠ গ্ৰাম্য জীৱনৰ চিত্ৰ সমৃদ্ধ উপন্যাস। উপন্যাসৰ কাহিনী উদ্দেশ্যধৰ্মী হ'লেও কাহিনী কথন আৰু গঠন বৰ নিমজ। কাহিনীৰ শেষলৈকে পাঠকক ঔৎসুক্যৰ মাজত ৰাখি পৰিসমাপ্তি ঘটাইছে। মৌজাদাৰৰ শিক্ষিত ল'ৰা শ্ৰীধৰে বাপেকৰ ধন-সম্পত্তিৰ ওপৰত

বিলাসী জীৱন যাপন নকৰি নিজে এটা কিবা কৰি দেখুৱাৰ সংকল্প গ্ৰহণ কৰি গাঁৱ-সংস্কাৰৰ কামত লাগে। প্ৰথমতে গাৰো গাঁৱলৈ গৈ শ্ৰম কৰি জীয়াই থকাৰ কায়দা-কিটিপ শিকি লয়। গাৰো গাঁৱৰ সহজ-সৰল জীৱন, আত্মনিৰ্ভৰশীলতা, জোৰাংহঁতৰ পৰিশ্ৰমী স্বভাৱ আদিয়ে শ্ৰীধৰৰ মনলৈ আত্মবিশ্বাস আনি দিলে। গাৰো গাঁৱৰ অশিক্ষিত লোকসকলক শিক্ষা-দীক্ষা দি জ্ঞানৰ পোহৰ বিলালে। তাৰ পিচত নিজৰ গাঁৱলৈ ঘুৰি আহি শ্মশানৰ মাটিত আদৰ্শপীঠ আশ্ৰম খুলিলে, স্কুল খুলিলে। এনেদৰে গাঁৱৰ সংস্কাৰৰ কামত লাগি স্বাৰ্থত্যাগ কৰিলে। বাপেক মৌজাদাৰৰ লগতো আদৰ্শগত বিবাদ হ'ল। গাঁৱৰ বিধৱা পাৰ্ব্বতীৰ লগত শ্ৰীধৰৰ সম্পৰ্ক গঢ়ি উঠিল। এই লৈ গাঁৱত বু-বা হ'ল। পাৰ্ব্বতী অন্তৰ্দ্ধান হ'ল। পাৰ্ব্বতী অন্তৰ্দ্ধানৰ লগে লগে শ্ৰীধৰৰ মনলৈ হতাশা আহিল। সি আৰ্দশ বাদ দি আদৰ্শপীঠ এৰি যোৱাৰ যো-জা কৰিলে। শ্ৰীধৰে যি আদৰ্শৰে আদৰ্শপীঠ গঢ়ি তুলিছিল সেই আদৰ্শত পাৰ্ব্বতীৰ আকস্মিক মৃত্যুৱে চেচাঁ পানী ঢালিলে। গওঁৱা ৰাইজে পাৰ্ব্বতীৰ মৃত্যুৰ বাবে শ্ৰীধৰকে দায়ী কৰিলে। কিন্তু বহু বছৰ পিচত পাৰ্ব্বতীৰ মৃত্যুৰহস্য উদঘাটন হ'ল। পাৰ্ব্বতীক ছলনা কৰি শ্ৰীধৰৰ কবি বন্ধু পূৰ্ণ বৰুৱাই লৈ গ'ল আৰু নৈৰ কুঁৰত পৰি পাৰ্ব্বতীৰ মৃত্যু হ'ল। আশ্ৰমৰ ভগ্ন অৱস্থা পাৰ্ব্বতীৰ অস্বাভাবিক মৃত্যু, সামাজিক লাঞ্ছনা-গাঞ্ছনা আদিয়ে শ্ৰীধৰৰ দেহত যক্ষ্মাৰ বীজাণু বিয়পাই দিলে। শ্ৰীধৰ হ'ল মৃত্যুপথৰ যাত্ৰী। শেষত পুৰ্ণ বৰুৱাই বন্ধুক বিশ্বাস ঘাটকতা কৰাৰ কথা স্বীকাৰ কৰি শ্ৰীধৰৰ আদৰ্শৰ বিষয়ে কোৱা কথাখিনিয়ে উপন্যাসৰ কাহিনীক অধিক আকৰ্ষনীয় কৰি তুলিছে। "বাস্তৱ জগতত তোমাৰ আদৰ্শপীঠৰ অন্ত হ'লেও তোমাৰ হৃদয়ত যি আদৰ্শপীঠৰ বীজ ৰুইছা, জন্মে জন্মে তাৰ নতুন নতুন সৃষ্টি হ'ব। তাৰ অন্যাথা নাই। যক্ষ্মা, মাউৰে তাক ধ্বংস কৰা অসম্ভৱ। তুমি মৃত্যুক জয় কৰিছা। তুমি অমৰ, আদৰ্শ অমৰণ, অভগন।"

**(৫) জয় অসম ঃ** স্বৰাজোত্তৰ কালত ৰচিত এই উপন্যাস খনত অসমৰ মহিলাসকলক আত্মনিৰ্ভৰশীল কৰি তোলাৰ প্ৰচেষ্টা আছে। উপন্যাসখন ১৯৪৮ চনত ৰচনা কৰা আৰু প্ৰথমতে উপন্যাসখনৰ নাম দিয়া হৈছিল 'জয় অসম'। পিচত লেখকে নামটো সলনি কৰি 'এই পথে ৰিঙিয়াই' দিয়ে। লেখকে উপন্যাসৰ পাতনিতে এইখন উছৰ্গা কৰিছে অসমৰ মহিলা সকলৰ হাতত।

"অসমৰ তিৰোতাসকল স্বামী বা আন কোনোৰ ওপৰত আলম লৈ জীৱন কটাব লাগে। আত্মনির্ভৰশীল নহয়। তেওঁলোক দুৰ্ব্বলা-অবলা। যাতে এনে নিঃসহায় অৱস্থাৰ পৰা অসমীয়া তিৰোতাসকল স্বাৱলম্বী হৈ স্বাধীন চেতীয়া হৈ মূৰ দাঙি উঠিব পাৰে তাৰ আদর্শ দাঙি ধৰিবলৈ জয় অসমৰ সৃষ্টি। শত কেলেঙ্কাৰী, শত অপমান, আপদ, বিপদ কাটি কৰি কেনেকৈ নিজৰ ভৰিত থিয়দি জাকত জিলিকা হৈ উঠিব পাৰে 'জয় অসমে' বাট দেখুৱাব বুলি মোৰ আশা। সেয়ে এই 'জয় অসম' অসম মহিলা সমিতিৰ হাতত তুলি দিলো। তেখেত সকলে অসমীয়া তিৰোতাক সকলো প্ৰকাৰে স্বাৱলম্বী কৰি জয় অসম ধ্বনিৰে অসম জয় জয় মৰ মৰ কৰক। উপন্যাসৰ নায়িকা ৰহন, কালিন্দ্ৰী, হেমনী, জোনাকী চাৰিওজনী বায়েক ভনীযেক। চাৰিওজনী বাযেক ভনীযেকৰ স্বাৱলম্বন আৰু আত্মনির্ভৰশীলতাৰ জৰিয়তে অসমীয়া ছোৱালীক উন্নতিৰ পথত অগ্ৰসৰ হোৱাৰ প্ৰেৰণা দিয়া হৈছে। উপন্যাসৰ কাহিনী উদ্দেশ্যধৰ্মী আৰু ইয়াৰ উদ্দেশ্য সম্বন্ধে লেখকে আগকথাত লিপিবদ্ধ কৰিছে

"স্বাধীনতাৰ আগতে বিশ্বৰ দ্বিতীয় মহাৰণৰ কোঢালৰ সময়তে জয় অসম লিখা অৰম্ভ হৈছিল। যুদ্ধৰ শেষত চীনদেশত নিজৰ ভিতৰতে ঘটা কোঢালৰো ইয়াত উল্লেখ আছে। যুদ্ধৰ সময়ত ঘটা দৃশ্যৰো ইয়াত বৰ্ণনা পাব। ভাৰতৰ স্বাধীনতাৰ পিচত ১৯৪৮ চনত এই উপন্যাসখনি শেষ কৰা হয়। গতিকে স্বাধীনতাৰ পিচৰ যুগৰ কিছু আভাস এই উপন্যাসখনিত সোমাইছে। এই তিনি যুগৰ চমু আভাস ৰাইজৰ সমুখত দাঙি ধৰি সহায়হীন, নিথৰুৱা অসমীয়া ছোৱালীৰ মনত স্বাৱলম্বন, আত্মনির্ভৰশীলতা, দেশপ্ৰেমৰ জাগৰনৰ লগে লগে সমাজৰ মিছা কেলেঙ্কাৰী, অপবাদ, ভুৱা মান-সন্মানৰ হেঙাৰ ডেৱাই অসমীয়া ছোৱালীসকলে উন্নতি পথত আগুৱাই বিশ্বৰ আন তিৰোতাৰ লগে লগে খোজ কাঢ়িবলৈ সৎসাহস পাওঁক এয়ে উপন্যাসখনিৰ উদ্দেশ্য।"

ৰহনৰ সাম্যবাদী, গান্ধীবাদী ৰাজনৈতিক দর্শন, চক্ৰপানিৰ বামপন্থী চিন্তা, বৃহত্তৰ বঙ্গৰ বিৰোধীতা, কেবিনেট মিশ্যন আদিয়ে ৰাজনৈতিক উপন্যাস হিচাপে চিহ্নিত কৰিছে। অৱশ্যে নাৰীৰ মাজত স্বাৱলম্বন আৰু আত্মনির্ভৰশীলতা গঢ়ি তোলাৰ জৰিয়তে নাৰীৰ উন্নতিয়ে চাৰিওফালে জয় অসম ধ্বনিৰে মুখৰিত হব বুলি আশা কৰিছে। ভাৰতীয় স্বাধীনতা সংগ্ৰামৰ পটভূমিত অসমৰ সৰ্বাঙ্গীন উন্নতিৰ স্পৃহা পৰিস্ফুট হৈ উঠিছে। জোনাকীয়ে প্ৰেছ খুলি কাকত উলিয়ায়। অসমৰ গাঁৱ উন্নয়ন,

সাম্য মৈত্ৰীৰে সমাজ সংস্কাৰ, গান্ধীবাদ আদিয়ে উপন্যাসৰ কাহিনীত গভীৰ ৰেখাপাত কৰিছে। অসমৰ উন্নতিযেই উপন্যাসৰ কাহিনীৰ মূল উপজীব্য।

**(৬) দুনীয়া ঃ** দৈব্যচন্দ্ৰ তালুকদাৰৰ সৰ্ববৃহৎ উপন্যাস দুনীয়া প্ৰকাশিত হয় ১৯৬২ চনত। এই উপন্যাসত গান্ধীজীৰ অস্পৃশ্যতা বৰ্জনৰ ধ্বনি প্ৰতিধ্বনিত হৈছে। দুনীয়া হৰিজন সম্প্ৰদায়ৰ দেখনীয়াৰ তিৰোতা, তাইৰ চেহেৰাৰ প্ৰতি মিউনিচিপালিটিৰ অভাৰচিয়াৰ, ডাক্তৰ খানাৰ কম্পাউণ্ডাৰ বহুতৰে দুৰ্ব্বলতাৰ লোলুপ চাবনি। তাই কিন্তু অবিচল, কাৰো ফুচলনিয়ে তাইক টলাব নোৱাৰে। ৰোমাৰী গিৰিয়েক ৰামুক শুশ্ৰূষা কৰি তাই পতিব্ৰতা নাৰীৰ পৰিচয় দিছে। উপন্যাসৰ নায়ক মৌজাদাৰৰ ল'ৰা অনন্ত আদৰ্শবাদী ডেকা। সি গাঁৱলৈ ফটো তুলিবলৈ যাওঁতে লগ পায় মালতীক। মালতী ধৰ্ষিতা হৈ বাৰীৰ পিচফালে মূৰ্চ্ছা গৈ পৰি আছিল। অনন্তই মালতীক হাস্পাতাললৈ লৈ গৈ চিকিৎসা কৰাইছিল। হাস্পাতালত মালতীৰ শুশ্ৰূষা কৰিলে দুনীযাই। দুনীযাৰ লগত অনন্তৰ চিনাকি হ'ল। দুনীয়া মালতী আৰু অনন্তৰ আপোন হৈ পৰিল। আন এখন গাঁৱত ধৰ্ষিতা বিধৱা মাইতীক লগ পালে অনন্তই আৰু মাইতীক উদ্ধাৰ কৰি কলিকতালৈ লৈ গ'ল। মাইতীক অনন্তই ভাল পাইছিল। কিন্তু মাইতীয়ে অনন্তৰ প্ৰেমক প্ৰত্যাখ্যান কৰি বোম্বাইলৈ গুছি গৈ ছবি জগতত সোমাই পৰে। তাতে মাইতীয়ে চিনেমাৰ অভিনেত্ৰী হৈ জীৱন যাপন কৰে। অনন্তয়ো মুম্বাইলৈ গৈ ফিল্ম জগতত প্ৰৱেশ কৰে। এনেদৰে মাইতী আৰু অনন্তৰ সম্পৰ্ক গভীৰ হৈ পৰে। মদাহী গিৰীযেক ৰামুৰ মৃত্যুৰ পিচত দুনীয়াই ল'ৰা বুদুক কলিকতালৈ পঠিয়াই দিয়ে আৰু তাতে পঢ়ি-শুনি বুদুৱে কহিমাত চাকৰিত সোমায়। দুনীয়ায়ো নাৰ্চ হৈ পুতেকৰ লগত কহিমালৈ গৈ কামত সোমায়। মুম্বাইৰ অনন্ত আৰু মাইতী গাঁৱলৈ ঘূৰি আহি গাঁৱৰ মানুহক দান-দক্ষিণা কৰে। তাৰ পিচত নগা পাহাৰলৈ গৈ বুদু আৰু দুনীয়াক লগ পায়। সিহঁতৰ আদৰ্শ দেখি বিচলিত হয়। উপন্যাসৰ কাহিনী উদ্দেশ্যধৰ্মী। অস্পৃশ্যতা বৰ্জন আৰু সমাজ সংস্কাৰেই উপন্যাসৰ মূল উপজীব্য। সমাজৰ ধৰ্ষিতা পতিতা, বিধৱা নাৰীৰ মৰ্মবেদনাৰে সিক্ত কাহিনীয়ে পাঠকৰ অন্তৰ পৰশি যায়। ধৰ্ষিতা পতিতা নাৰীক উদ্ধাৰ কৰাৰ জৰিয়তে নাৰীৰ দুখ বেদনাৰ প্ৰতি ঔপন্যাসিকৰ সমব্যথা প্ৰকট হৈ উঠিছে। উপন্যাসত সমাজ সংস্কাৰৰ ওপৰত অধিক গুৰুত্ব দি বৰ্ণনা কৰা হৈছে যদিও সমাজ সংস্কাৰ কিমান কঠিন তাক অনন্তই পোৱা বাধা বিঘিনিৰ জৰিয়তে

দেখুৱাইছে। নাৰীৰ মানসিক অন্তৰ্দ্বন্দ্বৰ চিত্ৰও বৰ সজীৱ। লেখকৰ তত্ব দৰ্শনে কাহিনীক চিৰিয়াচ ৰূপ দিছে। উপন্যাসত কাহিনীৰ গতিশীলতা ৰক্ষা কৰিব পৰাটো লেখকৰ শৈল্পিক নৈপুন্য হিচাপে পৰিগনিত হৈছে।

**(৭) উতলা পানীৰ ভাপ ঃ** এইখন উপন্যাস তালুকদাৰৰ শেষ উপন্যাস বুলি কোৱা হৈছে। উপন্যাসখন তেখেতৰ মৃত্যুৰ পিচত ১৯৬৮ চনত প্ৰকাশিত হয়। এইখন উপন্যাসৰ কাহিনী উদ্ভট ধৰণৰ। যমৰাজ্যত গনতন্ত্ৰ প্ৰতিষ্ঠা কৰাৰ কথা কোৱা হৈছে। পৃথিৱীৰ পৰা যোৱা দুষ্ট দগাবাজসকলে যমৰাজ্যত আধিপত্য চলাইছে। যমৰাজে সিহঁতৰ উৎপাতত পলাই গৈ নতুনকৈ আশ্ৰম পাতি দুখীযা দৰিদ্ৰক আশ্ৰয় কৰিছে। পৃথিৱীৰ অন্যায় অবিচাৰৰ প্ৰাদুৰ্ভাৱ দেখুৱাই ব্যঙ্গ কৰা হৈছে। ঔপন্যাসিকৰ কল্পনা ইমান সুদূৰপ্ৰসাৰী যে শেষত গৈ ভুৱা গনতন্ত্ৰৰ ৰক্ষকসকলে এটম বোমাৰে যমৰ আশ্ৰম উৰুৱাই দিলে। ভবিষ্যতৰ সকলো আশা কল্পনা উতলা পানীৰ ভাপ হৈ উৰি গ'ল। যমৰাজে উপলদ্ধি কৰিলে যে সমবিতৰণৰ দ্বাৰাইহে ৰাইজৰ মাজত সমতা স্থাপন কৰিব পৰা যায়। ব্যঙ্গাত্মক অভিব্যক্তিৰে ঔপন্যাসিকে এক গভীৰ অৰ্থবহ সিদ্ধান্ত প্ৰকাশ কৰিছে। আকাৰত সৰু হ'লেও উপন্যাসখনৰ মূল্য কোনো গুণে কম নহয়।

**(৮) কেৰ্কেটুৱা ঃ** এইখন সৰু উপন্যাস ১৯৬০ চনত প্ৰথম প্ৰকাশিত হয। উপন্যাসৰ নায়কৰ নাম কেৰ্কেটুৱা। সি গাঁৱৰ ল'ৰা। গাঁৱৰে সম্বন্ধীয় চাপ্ৰাচীৰলগত আহি চহৰত হাকিমৰ ঘৰত দুই টকা মাহিলী দৰমহাত চাকৰ থাকে। উপন্যাসৰ কাহিনীত পুৰণি দিনৰ কথা আছে। উপন্যাসখন কেৰ্কেটুৱাৰ জীৱন কাহিনী। কেৰ্কেটুৱাই হাকিমৰ ঘৰত লগুৱাৰ কাম কৰি চহৰৰ আদৱ কায়দা আৰু বেয়া কামো শিকি লয়। তাৰ পিচত সি দোকানীৰ ৫০০ টকা লৈ পলাল। সি ভলণ্টিয়াৰ হৈ কানি বৰ্জনৰ বাবে আন্দোলন কৰিলে আৰু এনেকৈ কানিৰ বিৰুদ্ধে পিকেটিং কৰোতে তাক জেলত ভৰাই থোৱা হ'ল। জেলৰ পৰা ওলাই সি গাঁৱলৈ ঘূৰি গৈ ভাল মানুহ হিচাপে জীয়াই থাকিব বিচাৰিলে। সি গাঁৱৰ ঢুলীয়া পাৰ্টিত সোমাই টকা ঘটিবলৈ ধৰিলে। সি গাঁৱৰে নাপিতৰ ছোৱালী লখিমীক ভাল পাইছিল। কিন্তু গাঁৱত জাত-পাতৰ বিচাৰ থকা বাবে কলিতাৰ ল'ৰাই নাপিতৰ ছোৱালীক সামাজিকভাৱে বিয়া কৰাব নোৱাৰে। সি জাত পাত বিচাৰৰ বিৰুদ্ধে সমাজত বিদ্ৰোহ কৰিবলৈ গৈ লখিমীক গ্ৰহণ কৰিবলৈ ওলাল। কিন্তু তাৰ আগতে অনাহাৰত লখিমীৰ মৃত্যু হ'ল।

সমাজৰ সংস্কাৰৰ বিৰুদ্ধে কেৰ্কেটুৱাৰ বিদ্ৰোহ সফল নহ'ল। সি নিজৰ উপাৰ্জনৰ টকাৰে গাঁৱত স্কুল খুলি গাঁৱৰ ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ ব্যৱস্থা কৰিলে। প্ৰথমতে কেৰ্কেটুৱাৰ চৰিত্ৰ বেযাভাৱে অংকন কৰি শেষত তাৰ জৰিয়তে ভাল কাম কৰাৰ উদাহৰণ দাঙি ধৰা হৈছে। উপন্যাসৰ কাহিনীত গাঁৱলীয়া সৰু মানুহৰ সৰলতা, উদাৰতা আৰু সৎভাৱে জীয়াই থকা'ৰ চিত্ৰ আছে।

(৯) ভঙা-গঢ়া ঃ আলোচনীত প্ৰকাশিত এইখন এখন সৰু উপন্যাস। অসম্পূৰ্ণ অৱস্থাতহে পোৱা গৈছে। সেযেহে কাহিনী সম্পূৰ্ণ নহয়। এখন আশ্ৰমৰ কাহিনীৰে উপন্যাস আৰম্ভ কৰা হৈছে। পতিতা, জৰ্জৰিত, হতাশগ্ৰস্ত, গৃহহাৰাৰ কাৰণে খোলা হৈছিল। আশ্ৰমৰ বাসিন্দাসকলক স্বাৱলম্বী হ'বলৈ শিক্ষা দিয়া হয়। উপন্যাসৰ কাহিনীৰ নায়ক নগেন বৰুৱা পত্নীহাৰা লোক। তেওঁ আশ্ৰমত বাস কৰে, নায়িকা তাৰিনী স্বামীহাৰা বিধবা। তেৰোঁ ঘৰ এৰি আশ্ৰমত থাকিবলৈ লয়। আশ্ৰমত মানুহক কৰ্মঠ, পৰিশ্ৰমী আৰু স্বাৱলম্বী কৰি তোলাৰ শিক্ষা দিয়া হয়। গান্ধীবাদী আদৰ্শ প্ৰতিষ্ঠা কৰা প্ৰযাসো পৰিদৃষ্ট হয়। আশ্ৰমত থাকোতে নগেন বৰুৱা আৰু তাৰিনীৰ মাজত প্ৰেম গঢি উঠে। কিন্তু প্ৰেম নিবেদন কৰিবলৈ ওলোৱাৰ সময়ত নগেন বৰুৱাৰ পত্নীলৈ মনত পৰে আৰু তাৰিনীয়ে স্বামীৰ কথা ভাবে। ফলত দুয়ো প্ৰেম নিবেদন কৰাৰ ক্ষেত্ৰত দ্বিধাগ্ৰস্ত হয়। কাহিনীত মানসিক অন্তৰ্দ্বন্দ্বৰ চিত্ৰ আছে। পিচত পুলিছে আশ্ৰমখন ভাঙি দিয়ে। কিয় ভাঙি দিলে সেই কথা গম পোৱা নাযায়।

(১০) কাচনমতী ঃ এইখন আধাছপোৱা সম্পূৰ্ণ উপন্যাস। এইখন এখন চৰিত্ৰ প্ৰধান উপন্যাস। কাহিনীৰ নায়ক নাহৰ। মাহীমাকৰ লগত নাহৰৰ সম্পৰ্ক বৰ মধুৰ আৰু আদৰ্শনীয়। তেজীমলাৰ সতীয়া মাকৰ লগত এইজনা সতীয়া মাকৰ আকাশ পাতাল পাৰ্থক্য। নাহৰৰ সতীয়া ভনীয়েক কাচনমতী। কাচনমতীৰ নামেৰেই উপন্যাসৰ নামকৰণ কৰা হৈছে। গাওঁবুঢ়াৰ পুতেকলৈ কাচনমতীক বিয়া কৰাই নিয়ে। এই বিয়াৰ অন্তৰালতো গাওঁবুঢ়াৰ কুটকৌশল আছে। নাহৰৰ সম্পত্তি গ্ৰাস কৰাৰ বাবে কাচনমতীক গাওঁবুঢ়াই পুতেক নিধিৰামলৈ বিয়া কৰাই বোৱাৰী কৰি নিয়ে। কাঞ্চনী গাঁৱলীয়া কুট বুঢ়ী। তাই কুট-কৌশল কৰিয়েই বিয়াখন পাতে। নিধিৰাম দুৰ্বল চৰিত্ৰৰ লোক। গাওঁবুঢ়াই কাচনমতীৰ ওপৰত অত্যাচাৰ কৰি ঘৰৰ পৰা খেদি দিয়ে। নিধিৰামে গুৱাহাটী আৰু নগাঁবলৈ গৈ নগৰীয়া জীৱনৰ সোৱাদ পাই পুনৰ গাঁৱলৈ ঘূৰি আহে।

কাঞ্চনী বুঢ়ীয়ে কাচনমতীক আশ্রয় দিয়ে। ইয়াৰ মাজতো কিবা কুট-কৌশল আছিল যদিও উপন্যাসৰ কাহিনী অসম্পূৰ্ণ হৈ ৰোৱা বাবে ধৰিব পৰা নগ'ল। নিধিৰামে নগাঁৱলৈ গৈ বাল্য বিবাহৰ অপকাৰ অনুভৱ কৰিব পৰিছে। জটিল পৰিস্থিতি নিৰ্মাণতো ঔপন্যাসিকৰ পাৰদৰ্শিতা প্ৰকাশ পাইছে। উপন্যাসখন অসম্পূৰ্ণ হৈ ৰোৱা বাবে ঔপন্যাসিকৰ উদ্দেশ্য উপলব্ধি কৰিব পৰা নগ'ল।

**(১১) তৰুণ অসম ঃ** উপন্যাসখনৰ সময় ১৯২৩ চন। উপন্যাসৰ নায়ক কন্দৰ্প চফল ডেকা। "জাতীয় যুঁজত জীৱন পন' কৰা আদৰ্শত ব্ৰতী কন্দৰ্পই দেশভক্ত গোবৰ্দ্ধন বৰুৱাৰ লগত গাঁৱত জনসেৱা কৰে। উপন্যাসখন প্ৰাকস্বাধীনতা কালত ৰচনা কৰা বাবে অসহযোগ আন্দোলনৰ কথা আছে। দেশোদ্ধাৰৰ চিন্তা চৰ্চাও আছে। অসহযোগ আন্দোলনৰ অন্ত পৰাত কন্দৰ্পই ভাৰতীয় আধ্যাত্ম্য দৰ্শনেৰে দেশ উদ্ধাৰৰ কামত মনোনিবেশ কৰে। দেশভক্ত বৰুৱা ৩৫০০ টকীয়া মন্ত্ৰী হয়। বৰুৱাৰ উচ্চ শিক্ষিতা জীয়ৰী কমলাই দেশভক্ত আৰু কন্দৰ্প দুয়োজনকে সমালোচনা কৰে। তেওঁলোকৰ আদৰ্শৰ সৈতে কমলাৰ চিন্তা চৰ্চাৰ অমিল। অসমৰ উন্নতি হ'লেহে ভাৰতৰ উন্নতি সম্ভৱ বুলি কমলাই বিশ্বাস কৰে। অসম ধনীৰ ঘৰৰ চৰিত্ৰহীন যুৱক। অসমৰ সৈতে কমলাৰ বিয়াৰ প্ৰস্তাৱ আহে। কমলাই তাক প্ৰত্যাখ্যান কৰে। অসমৰ আত্মশুদ্ধি হয়। কমলা কন্দৰ্পৰ প্ৰতি আকৰ্ষিত হৈছিল। কন্দৰ্পই নতুন বিশ্ববিদ্যালয় পতাৰ যোগেদি অসমৰ উন্নতিৰ প্ৰস্তাৱ আগবঢ়াই কমলালৈ চিঠি লিখে। কমলা আৰু কন্দৰ্পৰ মিলন নহ'ল। দেশভক্ত বৰুৱাই নিজৰ সাঁচতীয়া ধন সমাজৰ কামত বিলাই দি কাশীলৈ গুছি যায় আৰু তাতে মৃত্যু বৰণ কৰে। অসমৰ উন্নতিয়েই উপন্যাসৰ কাহিনীৰ মূল উপজীব্য। শিক্ষাৰ উন্নতিৰ জৰিয়তে দেশৰ উন্নতি কৰাৰ প্ৰয়াস দৃষ্টিগোচৰ হয়। উপন্যাসৰ কাহিনীত ঔপন্যাসিকৰ স্বদেশ প্ৰীতি, অসম প্ৰেম আৰু গতিশীল চিন্তাধাৰাৰ উন্মেষ ঘটিছে।

**(১২) নিস্পৃহ-পন্থী ঃ** এইখন উপন্যাস ১৯২৫ চনত ৰচনা কৰা। বিষয় বাসনা আৰু বস্তুবাদী চিন্তাৰ পৰা মুক্ত হৈ আধ্যাত্মিক চিন্তা বা নিস্পৃহ মনোভাৱেৰে জীয়াই থকা মানুহ সুখী— এই যুক্তিকে দাঙি ধৰা হৈছে উপন্যাসৰ কাহিনীত। মোহন খাটনিয়াৰ, শ্ৰীধৰ ফুকন আৰু কপিল বৰুৱা তিনিও বন্ধু। বন্ধুৰ সহায়ত মোহন খাটনিয়াৰে, মৌজা পাই মৌজাদাৰ হ'ল। শ্ৰীধৰ ফুকন মৌজাদাৰৰ ঘৈনীয়েকৰ প্ৰতি

দুৰ্বল। মৌজাদাৰৰ ল'ৰা মদন গীতা মাহাত্ম্যৰ প্ৰতি আকৰ্ষিত আৰু সেয়ে বিষয় বাসনা এৰি ঘৰ ত্যাগ কৰিছে। সংসাৰৰ পাকচক্ৰত তিনিও বন্ধু দেউলীয়া হ'ল। আশ্ৰমৰ গৰাকী জগন্নাথ প্ৰভুৰ আকৰ্ষণ মৌজাদাৰৰ পত্নীৰ প্ৰতি। প্ৰভুৰ ভণ্ডামি সুন্দৰভাৱে উদঙাই দিছে। কপিল বৰুৱাৰ জীয়ৰী ৰশ্মি দেখনিয়াৰ। মদন আৰু ৰশ্মি দুযো দুয়োৰো প্ৰতি দুৰ্বল। তিনিও বন্ধু বাটৰ ভিকহু হোৱাৰ পিচত মৌজাদাৰ খাটনিয়াৰক উদ্ধাৰ কৰিবলৈ মদন ঘৰলৈ ঘূৰি আহি খেতি-বাতিত লাগিল। মদন আৰু ৰশ্মিৰ বিবাহ হ'ল। মদনে মৌজাও উদ্ধাৰ কৰিলে। কাহিনীত কোনো জটিলতা নাই যদিও বৰ্ণনা সুন্দৰ। প্ৰতিটো চৰিত্ৰ বাস্তৱ চৰিত্ৰ। ধৰ্মীয় গুৰুৰ ভণ্ডামি উদঙাই দি তথাকথিত সাধু সন্তৰ চৰিত্ৰ উন্মোচন কৰিছে।

(১৩) শ্ৰীনাথ (পিতৃ-ঋণ) ঃ এইখন সৰু উপন্যাসিকা। গল্প বুলিও ক'ব পৰা যায়। বৃদ্ধলোকে তৰুণী স্ত্ৰী বিয়া কৰালে কেনে নগুৰ নাগতি হয় তাকে দেখুৱাবলৈ চেষ্টা কৰিছে। শ্ৰীনাথ ৰজনীৰ পিতৃ। ৰজনী চফল ডেকা হোৱাৰ পিচত মাক ঢুকাল। ৰজণীয়ে চাকৰি কৰে। বিয়াৰ বন্দোবস্ত হৈও আছে। সেই সময়তে শ্ৰীনাথে এজনী মাহীমাক আনিলে। মাহীমাক অহাৰ পিচত ৰজনীয়ে বিয়া কৰিলে। বোৱাৰী অহাৰ পিচত মাহীমাকৰ অত্যাচাৰ বাঢ়িল। আগতে মাহীমাকে ৰজনীক কেটেৰ জেঙেৰ কৰিছিল। এতিয়া বোৱাৰীয়েকক কেটেৰ জেঙেৰ কৰে। মাহীমাকৰ দৌৰাত্ম্যত ঘৰখনত অশান্তি আৰম্ভ হ'ল। ৰজনীয়ে চাকৰিৰ টকাৰে দেউতাকক এখন গেলামালৰ দোকান দি দিলে। ৰজনী বদলি হৈ ঘৰৰ পৰা দূৰ ঠাইলৈ গ'ল। তাত নিগাজীকৈ থাকিব নোৱাৰি চাকৰি ইস্তাফা দি ঘৰলৈ ঘূৰি আহিল। তাৰ পিচত আফিঙৰ দোকান দি ব্যৱসায় আৰম্ভ কৰিলে। তাতে মেলেৰিয়া জ্বৰত পৰি ঘৰলৈ গুছি আহিল। ৰজণীৰ জ্বৰ টান হ'ল। সি দেউতাক আৰু মাহীমাকক চাবলৈ ইচ্ছা কৰিলে। দেউতাক ৰজনীৰ কাষত হাজিৰ হ'ল। সি দেউতাকৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। মাহীমাককো বিচাৰিলে। মাহীমাকক দেউতাকে ঘৰৰ পৰা খেদি পঠিয়াইছে। ৰজনীৰ মৃত্যু হ'ল। উপন্যাসৰ শেষখিনি বিয়োগাত্মক। ৰজনীৰ কথাই পাঠকৰ অন্তৰ পৰশি যায়।

(১৪) সোনপাহি ঃ এইখন উপন্যাস ১৯৩৯ চনত ৰচনা কৰা হৈছে। উপন্যাসত গ্ৰাম্য সমাজৰ ৰক্ষণশীলতা, কুসংস্কাৰ ৰীতি-নীতি আদিৰ চিত্ৰ আছে। বিধবা বিবাহৰ সপক্ষে থিয় হৈ সমাজ সংস্কাৰ কৰাৰ প্ৰয়াস দেখা যায়। উপন্যাসৰ নায়ক ভাবতে

স্বাধীনতা সংগ্ৰামত নামে। নায়িকা সোনপাহি বামুনৰ বিধবা। ভাৰতে গাঁৱলৈ আহি দুখীয়া লোকক সহায় কৰে। সোনপাহিকো সহায় কৰে। গাঁৱৰ কুটকাণী বুঢ়ীয়ে সোনপাহিৰ লগত ভাৰতৰ বদনাম ৰটনা কৰে। মণ্ডলৰ চৰিত্ৰটো গাঁৱত সততে লগ পোৱা চৰিত্ৰহীন পৰশ্ৰীকাতৰ লোকৰ চৰিত্ৰ। ভাৰতে সোনপাহিক উদ্ধাৰ কৰাৰ বাবে চহৰলৈ লৈ যায় আৰু তাতে খৰি বেচি পোহপাল দিয়ে। দুয়ো দুয়োৰো প্ৰেমত নিমজ্জিত হয়। কিন্তু ভুল বুজাবুজি হৈ দুয়োৰো বিচ্ছেদ হয়। ভাৰতে সোনপাহিক এৰি গাঁৱলৈ ঘুৰি আহে। গাঁৱলৈ আহি কানী বুঢ়ীৰ মুখত ষডযন্ত্ৰৰ কথা শুনি সি নিজৰ ভুল বুজি সোনপাহিক বিয়া কৰাই বিধবা বিবাহৰ আদৰ্শ দেখুওৱাৰ বাবে চহৰলৈ ঢাপলি মেলে। কিন্তু তালৈ গৈ সোনপাহিক বিচাৰি নেপালে। উপন্যাসৰ গ্ৰাম্য চৰিত্ৰ সমূহত কোনোধৰণৰ নতুনত্ব নাই। ভাৰত আৰু সোনপাহিৰ চৰিত্ৰ চিত্ৰন নিখুঁত হৈছে।

**(১৫) জীৱন নৈৰ গৰাখহনীয়া ঃ** এই উপন্যাসৰ ৰচনা কাল ১৯৫৯ চন। উপন্যাসৰ নায়ক দুখু। দুখুৰ জীৱন কাহিনী সমুজ্বল হৈ উঠিছে। দুখু দুখীয়া ঘৰৰ ল'ৰা। কষ্ট কৰি পঢ়া-শুনা কৰি প্ৰৱেশিকা পৰীক্ষা পাছ কৰিলে। আইন পাছ কৰিও ওকালতি নকৰি দোকান দি স্বাৱলম্বী হ'ল। জজৰ জীয়ৰী কল্পনাক আকস্মিকভাৱে লগ পায়। ওকালতি নকৰি গাঁৱলৈ ঘুৰি আহি গাঁৱ সংস্কাৰৰ কামত লাগে। কিন্তু তাতো তিষ্ঠিব নোৱাৰি এড়ি মুগাৰ প্ৰতিষ্ঠান খুলি দুখীয়া বিধৱাক সহায় কৰে। ডেকা ল'ৰাৰ উৎপাতত প্ৰতিষ্ঠান চলাব নোৱাৰি নগৰলৈ গুছি আহে। তাতে ওকালতি আৰম্ভ কৰে। পুৰণি বান্ধৱী কল্পনাৰ লগ লাগি বিপদত পৰা সেউতীক বচাবলৈ মোকৰ্দ্দমা কৰে। কিন্তু মোকৰ্দ্দমাত জিকিব নোৱাৰিলে। উপন্যাসখন সংলাপধৰ্মী। কেতবোৰ সংলাপে পাঠকক জোকাৰি যায়। দুখুৰ উপলব্ধিয়ে সকলোকে চিন্তা কৰিবলৈ বাধ্য কৰায়।

"সংসাৰৰ সকলো একোটা ভাও ধৰি আছে। কেও উকিল, কেও হাকিম, কেও জজ, কেও দোকানী, পোহাৰী, কিন্তু মৰিবৰ দিনা সকলো ভাও এৰি চিতা জুইত ছাই হৈ যায়। গতিকে ইটো সৰু, সিটো ডাঙৰ একো অৰ্থ নাই।"

এনেবোৰ উক্তিয়ে উপন্যাসৰ কাহিনীক জীৱন্ত কৰি তুলিছে। অসমৰ গাঁৱ উন্নয়নৰ চিন্তা, দেশ সেৱাৰ ভাৱ আদি প্ৰকট হৈ উঠিছে।

**(১৬) সৰস্বতী :** এইখন এখন দীঘলীয়া উপন্যাস। আমাৰ জাতীয় জীৱনৰ সৰ্ব্বাঙ্গীন বিকাশ উপন্যাসৰ মূল বক্তব্য। উপন্যাসৰ নায়িকা সৰস্বতী। প্ৰবীন সাহিত্যিক বোধনাথ বৰুৱাৰ জীয়ৰীৰ প্ৰতি উকিল কৰুণা আকৃষ্ট হয়। অৰুনে বি এ পাছ কৰি বোধনাথ বৰুৱাৰ কিতাপ পত্ৰ বেচি জীৱিকা উলিয়ায়। সৰস্বতী আৰু কৰুনাৰ মাজত ভুল বুজাবুজি হয় নিৰাশ্ৰয়া নলিনীক লৈ। অৰুনক জোঁৱাই কৰাৰ ইচ্ছাৰে আৰতিৰ দেউতাকে তাক এম এ পঢ়িবলৈ কলিকতালৈ পঠায়। অৰুনে এম এ পাছ কৰি কলেজৰ চাকৰি নকৰি অসমৰ গাঁৱৰ অৱস্থাৰ বুজ লৈ ফুৰে। সেই কামতে সি আত্মনিয়োগ কৰে। ভুল বুজাবুজি ভঙাৰ পিচত কৰুনা আৰু সৰস্বতীৰ বিয়া হয়। উপন্যাসত ৰাজনৈতিক বিষয়ো সন্নিবিষ্ট হৈছে। অসমীয়া সাহিত্যৰ প্ৰচাৰত গুৰুত্ব দিয়া দেখা গৈছে। সৰস্বতীয়েও মহিলাৰ উৎকৰ্ষৰ বাবে লেখা মেলা কৰে। কাহিনীবোৰ সবল নহয় আৰু ঔপন্যাসিকৰ উদ্দেশ্যও সঠিকভাৱে প্ৰতিফলিত হোৱা নাই। ইযাতো অসমৰ উন্নতিৰ কথা আছে। ঔপন্যাসিকৰ অসম প্ৰেম জল্ জল্ পট পট্কৈ ওলাই পৰিছে।

দৈৱচন্দ্ৰ তালুকদাৰৰ বেছিভাগ উপন্যাসতে অসম প্ৰীতি উদ্ভাসি উঠিছে। তেওঁ আছিল হাড়ে হিমজুৱে অসমীয়া। অসমৰ সৰ্ব্বাঙ্গীন উন্নতিয়েই আছিল তেওঁৰ সপোন। তেখেতে অসমীয়া ভাষা সাহিত্যৰ ভৰাল চহকী কৰাৰ বাবে একেধাৰে উপন্যাস, নাটক, কবিতা ৰচিছিল। কেখেতৰ সকলো ৰচনা উদ্ধাৰ কৰি প্ৰকাশ কৰিব পাৰিলে অমসীয়া সাহিত্যৰ বাবে এক মহৎ কাম কৰা হ'ব। স্বাধীনতাৰ আগতে তেখেতৰ উপন্যাস সমূহ ৰচনা কৰা বাবে দেশপ্ৰেমৰ চিত্ৰ স্পষ্ট হৈ উঠিছে। দেশসেৱা, সমাজ সংস্কাৰ, স্বাধীনতা সংগ্ৰামৰ আদৰ্শ, দেশৰ ৰাজনৈতিক পৰিস্থিতি আদিৰ সজীৱ চিত্ৰ দেখিবলৈ পোৱা যায় উপন্যাসৰ কাহিনীত।

অসম আৰু অসমীয়াৰ সৰ্ব্বাঙ্গীন উন্নতিয়ে তালুকদাৰৰ উপন্যাসৰ মূল উপজীব্য। অসমৰ প্ৰতিটো সম সাময়িক সমস্যাৰ লগত একনিষ্ঠভাৱে জড়িত হৈ তেখেতে কাহিনীৰ মাজেৰে সেইবোৰ দাঙি ধৰিছে। সেইবুলি তেখেতে সৰ্ব্বভাৰতীয় চিন্তা চৰ্চ্চাৰ পৰাও ফালৰি কাটি অহা নাই। ভাৰতীয় আধ্যাত্মিক আদৰ্শৰে দেশ উদ্ধাৰ কৰাৰ চিন্তা চৰ্চ্চাও তেখেতৰ উপন্যাসৰ কাহিনীত স্পষ্ট হৈ উঠিছে। এনে এগৰাকী সৃষ্টিশীল মহান সাহিত্যিকৰ সৃষ্টিৰ মূল্যাংকন সঠিকভাৱে নোহোৱাটো পৰম দুৰ্ভাগ্যৰ কথা।

অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানে তেখেতৰ সৃষ্টিশীল প্ৰতিভাৰ স্বীকৃতি হিচাপে মৰনোত্তৰভাবে হ'লেও শ্ৰেষ্ঠতম সাহিত্য বঁটা নাইবা সাহিত্য সম্ৰাট উপাধিৰে বিভূষিত কৰাৰ চিন্তা চৰ্চা কৰিব পাৰে। আমি তেখেতক অকপটে অসমীয়া সাহিত্যৰ সম্ৰাট হিচাপে স্বীকাৰ কৰিবলৈ বাধ্য হৈছোঁ।



# জাৰ্মান ঔপন্যাসিক টমাচ মানৰ উপন্যাস

জাৰ্মান সাহিত্যৰ এগৰাকী বাস্তৱবাদী ঔপন্যাসিক টমাচ মানৰ উপন্যাসত সমাজ বিবৰ্ত্তনৰ ছবি পৰিস্ফুট হৈ উঠিছে। জাৰ্মান জাতিৰ উত্থান-পতন, সামাজিক ৰীতি-নীতি আৰু সাংস্কৃতিক পৰম্পৰাৰ মাজত এটি জাৰ্মান পৰিয়ালৰ অধঃপতনৰ কাহিনীৰে তেওঁ যিখন বৃহৎ আকাৰৰ উপন্যাস ৰচনা কৰিছিল সেইখনৰ নাম হৈছে, 'বাডেনব্ৰুকচ্'। এই উপন্যাসত এটা জাৰ্মান পৰিয়ালৰ তিনিপুৰুষৰ কাহিনীৰ মাজেদি জাৰ্মান জাতিৰ সামাজিক, সাংস্কৃতিক উত্তৰণ আৰু অধঃপতনৰ ছবি অংকন কৰিছে। এইখন উপন্যাস তেওঁৰ যৌৱণোদ্দীপ্ত অনুভূতিৰে সমুজ্বল যদিও সেই অনুভূতিৰ মাজত সামাজিক দায়বদ্ধতা আৰু সচেতনতা প্ৰতিফলিত হৈছে। এইখন উপন্যাস দুটা খণ্ডত শেষ কৰা হৈছে। এই উপন্যাসৰ প্ৰথম খণ্ডটোৰ আঠাইখিনি কিতাপ এবছৰৰ ভিতৰতে শেষ হৈ গৈছিল। এই উপন্যাসৰ কাহিনীয়ে জাৰ্মান লোকৰ অনুভূতিক এনেদৰে আলোড়িত কৰিছিল যে জাৰ্মানীৰ প্ৰতিটো পৰিযালৰে ড্ৰয়িং ৰুমত বাইবেলৰ লগতে 'বাডেনব্ৰুকচ'ৰ কপি এটাযো শোভা বৰ্দ্ধন কৰিছিল। ১৫৩৫ চনৰ ভিতৰত এইখন উপন্যাসৰ জাৰ্মান সংস্কৰণৰ দহলাখ কপি বিক্ৰী হৈ জাৰ্মান সাহিত্যত এক অভিলেখ স্থাপন কৰিছিল। বাডেনব্ৰুকচৰ জৰিয়তে বিশ্ববিখ্যাত হোৱা টমাচ মান জাৰ্মান সাহিত্যৰ পৰিধি অতিক্ৰম কৰি ইউৰোপীয় উপন্যাস সাহিত্যৰ এগৰাকী প্ৰবাদ পুৰুষ হৈ উঠে। তেওঁৰ পৰৱৰ্ত্তী উপন্যাস সমূহত মানৱাত্মাৰ চিৰন্তন অভীস্‌পা, ক্ষযিষ্ণু, পৃথিৱীৰ বিষাদ-বেদনা, ব্যক্তিজীৱনৰ সত্য অন্বেষণ আৰু মানৱ সভ্যতাৰ ৰুগ্নতা প্ৰতিফলিত হোৱা বাবেই তেওঁ হৈ উঠে বাস্তৱবাদী ঔপন্যাসিক। উপন্যাসৰ মাজতেই তেওঁৰ জীৱন জিজ্ঞাসা, সত্যান্বেষণ, ৰাজনৈতিক, সমাজনৈতিক আৰু দাৰ্শনিক চিন্তাৰ মূৰ্ত্ত প্ৰকাশ ঘটিছে।

কঠোৰ বাস্তৱৰ মাজত জীৱনক হাড়ে হিমজুৱে উপলব্ধি কৰা মানৰ জীৱনটো আছিল ঘাট প্ৰতিঘাট আৰু সংগ্ৰামৰ সমষ্টি। সৰুৰে পৰা ঘাট-প্ৰতিঘাট আৰু দাৰিদ্ৰৰ মাজেৰে ডাঙৰ দীঘল হোৱা মানৰ জীৱনৰ আগডোখৰৰ অনুভৱ আছিল অত্যন্ত বাস্তৱ আৰু উচ্ছ্বাসহীন। ১৮৭৫ চনৰ ৬ জুনৰ দিনা জাৰ্মানীৰ এখন পুৰণি চহৰ লিউবেকৰ ফ্ৰি চিটিৰ এটি সম্ভ্ৰান্ত পৰিয়ালত টমাচ মানৰ জন্ম হৈছিল। সৰুৰে পৰা মান আছিল অধ্যয়নশীল আৰু স্কুলীয়া জীৱনতে এণ্ডাৰচন আৰু হোমাৰৰ কিতাপ পঢ়ি জ্ঞান আহৰণ কৰিছিল। এণ্ডাৰচনৰ সাধুৰ আৰ্হিত নিজেও কাহিনী ৰচনা কৰিবলৈ চেষ্টা কৰিছিল। স্কুলত পঢ়ি থাকোতেই মানে 'ফলেন' নামৰ এখন সাধুৰ কিতাপ ৰচনা কৰিছিল। মানৰ যেতিয়া বয়স পোন্ধৰ বছৰ তেতিয়া দেউতাকৰ মৃত্যু হৈছিল আৰু দেউতাকৰ মৃত্যুৰ লগে লগে মান পৰিয়াললৈ নামি আহে দুৰ্যোগৰ দিনবোৰ। দাৰিদ্ৰৰ গ্ৰাসত পৰি মানৰ মাকে সৰু সৰু ভায়েক ভনীয়েকহঁতক লৈ মিউনিকলৈ গুছি যায়। কিন্তু মানৰ পঢ়া-শুনা আধৰুৱা হৈ ৰোৱা বাবে দাদাকৰ লগত লিউবেকতে থাকি যায়। উনৈশ বছৰ বয়সত শিক্ষা শেষ কৰি মান মাকৰ ওচৰলৈ গুছি আহে আৰু তাতে পৰিযালটোক ভৰণ পোষণ দিয়াৰ বাবে মিউনিকৰ এটা বীমা কোম্পানীৰ চাকৰিত সোমায়। চাকৰি কৰি থাকোতেই তেওঁ মিউনিক বিশ্ববিদ্যালযত দৰ্শন আৰু সাহিত্য অধ্যয়নৰ বাবে ভৰ্ত্তি হয়। সেই সময়তে তেওঁ বিশ্ব সাহিত্যৰ লগত পৰিচয় হয় আৰু মৌলিক চিন্তাৰে উপন্যাস ৰচনাত মনোনিৱেশ কৰে। বীমা কোম্পানীৰ নিৰস হিচাপ নিকাচৰ মাজতো তেওঁৰ অন্তৰত জাগি উঠে উপন্যাস ৰচনাৰ স্পৃহা। কাৰ্যালয়ত বহি বহি তেওঁ উপন্যাসৰ কাঠামো গঢ়ি তোলে। সাধুকথা লিখি সাহিত্য চৰ্চ্চা কৰা মানে প্ৰথমতে গল্প ৰচনাত মনোনিৱেশ কৰে। তেওঁৰ প্ৰথম গল্পৰ কিতাপ *"Little her freedom"* প্ৰকাশিত হয় ১৮৯৮ চনত। তেওঁৰ গল্পৰ মাজত সমকালীন জীৱনৰ সংবেদনশীলতা আৰু কাৰুণ্যৰ চিত্ৰ স্পষ্ট হৈ উঠিছে। সেয়েহে তেওঁৰ গল্প জাৰ্মান পঢ়ুৱৈ সমাজৰ বাবে হৈ উঠিছিল আবেদনময়।

মানৰ প্ৰথম উপন্যাস বাডেনব্ৰুকচ্ ২৬ বছৰ বয়সত ৰচনা কৰে। তেতিয়া তেওঁৰ কল্পনাশক্তি আছিল প্ৰখৰ, অনুভুতি আছিল জীৱন্ত। সামাজিক দায়বদ্ধতা আৰু সমাজ সচেতনতাৰ অনুভূতিৰে তেওঁ জাৰ্মন পৰিয়ালৰ অতীত আৰু বৰ্ত্তমানক পুনৰ বিশ্লেষণ কৰি চাইছিল উপন্যাসৰ কাহিনীৰ মাজত। জাৰ্মান সমাজৰ তিনিপুৰুষৰ কাহিনীক

উপন্যাসৰ মাজত নান্দনিক ৰূপ দিছে। এফালে তেওঁৰ ৰচনাত পৰিস্ফুট হৈছে উত্থানৰ কাহিনী আৰু আনফালে অধঃপতনৰ কাহিনী। তাৰ মাজত জাৰ্মানীৰ সামাজিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক বিপৰ্য্যযৰ ছবি অংকন কৰাৰ প্ৰসায় পৰিলক্ষিত হৈছে। উপন্যাসৰ কাহিনীৰ পটভূমি জাৰ্মানী, নায়ক নায়িকাও জাৰ্মান বংশোদ্ভৱ। গতানুগতিকতাৰ মাজেৰে কাহিনী উপস্থাপন কৰা হৈছে। কাহিনীৰ বৰ্ণনাও স্বাভাৱিক, কিন্তু কাহিনীৰ অন্তৰ্নিৰ্হিত বিষয় দাৰ্শনিক। ঔপন্যাসিকৰ যি জীৱন-এষণা তাক নিৰবিচ্ছিন্নভাৱে কাহিনীৰ মাজত অন্তৰ্লীন হৈ থকা দেখা যায়। ঔপন্যাসিকৰ যি অন্তৰ্লীন বেদনা সিও যেন নায়কৰ অন্তৰ্লীন বেদনা, সেই বেদনাৰ চমকনি প্ৰতিফলিত হৈছে কাহিনীৰ মাজত। উপন্যাসৰ প্ৰধান চৰিত্ৰ টোনিও ক্ৰোগাৰৰ চৰিত্ৰটোৰ মাজত ঔপন্যাসিকৰ নিজৰ চৰিত্ৰৰ প্ৰতিফলন দেখা যায়। ক্ৰোগাৰৰ জীৱন দৰ্শন, অনুভূতি, চিন্তা আৰু অন্তৰ্দ্বন্দ্বৰ মাজত ঔপন্যাসিকৰ নিজস্ব দৰ্শন, অনুভূতি, চিন্তা আৰু অন্তৰ্দ্বন্দ্বৰ হুবহু প্ৰতিফলন পৰিদৃষ্ট হয়। অৱশ্যে চৰিত্ৰৰ মানসিক সংঘাত আৰু আনুভূতিক পৰিদৃশ্যই ঔপন্যাসিকৰ সৃষ্টিশীল নৈপুন্যক অধিক ভাস্বৰ কৰি তুলিছে। ঔপন্যাসিকে ক্ৰোগাৰৰ চৰিত্ৰটো দুখন পৃথিৱীৰ মধ্যৱৰ্ত্তী স্থানত থিয় কৰাইছে— এখন সাধাৰণ নাগৰিকৰ পৃথিৱী আৰু আনখন শিল্পীৰ নিজস্ব পৃথিৱী। এই দুইখন পৃথিৱীৰ কোনো এখনৰ লগতেই যেন নায়কে নিজকে খাপ খুৱাই লব পৰা নাই আৰু সেই কাৰণেই নায়ক মানসিক অন্তৰ্দ্বন্দ্বৰ মাজত দুখ ভোগৰ যন্ত্ৰনা উপলব্ধি হয়। সেই যন্ত্ৰনা দ্বিধাগ্ৰস্ত মনৰ যন্ত্ৰনা। চৰিত্ৰৰ এই দ্বান্দ্বিক বিশ্লেষণত উপন্যাসৰ কাহিনীৰ চমৎকাৰিত্ব প্ৰকট হৈ উঠিছে।

'বাডেনব্ৰুকচ্' উপন্যাসখন দুটা খণ্ডত সমাপ্ত কৰা হৈছে। প্ৰথম খণ্ডটো প্ৰকাশ হোৱা এবছৰৰ ভিতৰতে প্ৰথম সংস্কৰণৰ আটাইখিনি কিতাপ বিক্ৰি হৈ গৈছিল। উপন্যাসখনে জাৰ্মানীত বিপুল জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছিল আৰু টমাচ মানক জাৰ্মানী সাহিত্যত ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠা কৰিছিল। বিশ্বসাহিত্যতো উপন্যাসখনে এক বিশেষ স্থান অধিকাৰ কৰিবলৈ সক্ষম হয়। পৃথিৱীৰ বিভিন্ন ভাষালৈ উপন্যাসখন অনুদিত হোৱাৰ লগে লগে মানৰ নাম সমগ্ৰ বিশ্বতে বিখ্যাত হৈ পৰে। বাডেনব্ৰুকচৰ খ্যাতিয়ে মানলৈ মান সন্মান, ঐশ্বৰ্য্য-বিভূতি আৰু সামাজিক প্ৰতিষ্ঠা আনি দিয়ে।

ত্রিশ বছৰ বয়সত তেওঁ কাতিয়া প্রিংখেন নামৰ এগৰাকী বিদূষী গাভৰুক বিয়া কৰায়। সাংসাৰিক জীৱনৰ আঠাইশ বছৰ কাল আছিল তেওঁৰ জীৱনৰ আটাইতকৈ গৌৰৱময় কাল। এই সময়চোৱাতে তেওঁ মান সন্মান, ঐশ্বৰ্য্য-বিভূতি, সামাজিক প্রতিষ্ঠা, সাহিত্যিক পুৰস্কাৰ সকলো লাভ কৰিছিল। বাডেনব্রুকচ্ উপন্যাসৰ পৰা তেওঁ অজস্র ধন লাভ কৰিছিল আৰু সেই ধনেৰেই তেওঁ মিউনিকত প্রকাণ্ড ঘৰ সাজি বসবাস কৰিবলৈ লয়। তিনিটা পুত্র আৰু তিনিজনী কন্যাসন্তানেৰে তেওঁৰ সংসাৰ পৰিপূৰ্ণ হৈ উঠে। সাংসাৰিক পৰিপূৰ্ণতা আৰু ব্যস্ততাৰ মাজতো তেওঁ 'ৰয়েল হাইনেছ' নামৰ এখন সৰু উপন্যাস ৰচনা কৰে। এই উপন্যাসত তেওঁৰ সৃষ্টিশীল প্রতিভাৰ পূৰ্ণ বিকাশ হোৱা নাছিল যদিও এখন কৌতুক উপন্যাস হিচাপে এইখনেও একশ্রেণী পাঠকৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল।

পয়ত্রিশ বছৰ বয়সত মানে আন এখন চাঞ্চল্যকৰ উপন্যাস ৰচনা কৰে। এইখন উপন্যাসৰ নাম 'ডেথ ইন ভেনিছ'। এই উপন্যাসত মানৰ সৃষ্টিশীল প্রতিভাৰ চৰম বিকাশ ঘটিছে। এইখন উপন্যাসৰ কাহিনী সাধাৰণ বিষয়বস্তুৰ ওপৰত ৰচিত হৈছে যদিও তাৰ মাজত যি এক শ্বাসৰুদ্ধ পৰিৱেশৰ সৃষ্টি কৰিছে সিয়ে উপন্যাসৰ কাহিনীক নতুন গতি প্রদান কৰিছে। উপন্যাসত প্লট বা আখ্যান বুলি বিশেষ একো নাই। এটি সাধাৰণ কাহিনী— কাহিনীটোত কোনো নতুনত্ব নাই, নাই কোনো সজীৱতা। কিন্তু তাৰ মাজতো উপন্যাসৰ স্বাভাৱিক গতি হেৰাই যোৱা নাই। উপন্যাসৰ কাহিনীৰ মাজত যি এক আনুভূতিক সম্পৰ্ক আছে, যি এক প্ৰগাঢ়তা আছে সি অত্যন্ত হৃদয়স্পৰ্শী— দুৰ্লভ। এক বুজাব নোৱাৰা আনুভূতিক আসক্তি— এক অব্যক্ত সহৃদয়তা, তাৰ মাজতে উপন্যাসৰ কাহিনী ঠন্ ধৰি উঠিছে। কাহিনীৰ মাজত সৌন্দৰ্য্য, অনুভূতি আৰু আত্মিক আসক্তিৰ প্ৰচ্ছন্ন বিকাশ পৰিলক্ষিত হৈছে। কিন্তু উপন্যাসৰ আটাইতকৈ আকৰ্ষণীয় দিশটো হ'ল পৰিৱেশ সৃষ্টি। এক আতঙ্কগ্ৰস্ত পৰিৱেশৰ মাজত সৌন্দৰ্য্যৰ স্তুতি উপন্যাসৰ মূল উপজীব্য। উপন্যাসৰ নায়ক গুষ্টভ এচেনবেক এগৰাকী অভিজাত তথা সৌন্দৰ্য্যপ্ৰিয় ব্যক্তি। সুন্দৰৰ প্ৰতি মানৱ মনৰ যি হাবিয়াস সেই হাবিয়াসৰে ব্যাখ্যাতীত উপলব্ধি উপন্যাসৰ কাহিনীৰ মাজত পৰিদৃষ্ট হয়। এফালে মৃত্যুৰ বিভীষিকা, সংশয়, আতংক আৰু অনিশ্চয়তাৰ পৰিৱেশ আৰু আনফালে সুন্দৰৰ আনুভূতিক আসক্তি তাৰ মাজত যি উত্তেজনাৰ চৰম প্ৰকাশ— সিয়ে উপন্যাসৰ

স্বাভাৱিক কাহিনীক নতুনত্ব প্ৰদান কৰিছে। অস্বাভাৱিক যেন লাগিলেও মানুহৰ মাজৰ যি এক সহৃদয়তা সি মানৰ যাদুকাঠিৰ পৰশত অধিক আকৰ্ষণীয় হৈ উঠিছে। এজন সুন্দৰ সুঠাম পোলিচ বালকৰ প্ৰতি নায়ক এচেনবেকৰ যি অহেতুক আকৰ্ষণ সিয়ে উপন্যাসৰ কেন্দ্ৰবিন্দু। নায়ক আৰু সুন্দৰ ল'ৰাজনৰ মাজত কোনো কথা বতৰা নাই অথচ দুয়োৰো মাজত গঢ়ি উঠিছে এক আত্মিক সহৃদয়তা, এক আনুভূতিক আসক্তি। ল'ৰাজন নায়কৰ বাবে হৈ উঠে চকুৰ মনি সৌন্দৰ্য্যৰ এক মূৰ্ত্তিমান বিগ্ৰহ। সেই সময়ত চহৰখনত প্লেগ বেমাৰে মহামাৰীৰূপে দেখা দিছে। প্ৰেগত আক্ৰান্ত হৈ মানুহ মৰিছে। চাৰিওফালে এক মৃত্যুৰ বিভীষিকা এক আতংকময় পৰিৱেশ। প্লেগৰ হাত সৰাৰ বাবে মানুহ চহৰ এৰি পলাইছে। মানুহৰ যি এক অসহায় অৱস্থা তাৰমাজত প্লেগ থিয় হৈছে এক অপ্ৰতিৰোধ্য দৈত্যৰূপে। এই আতংকময় পৰিৱেশতে এচেনবেকে চহৰ এৰি যাব পৰা নাই একমাত্ৰ পোলিচ ল'ৰাজনৰ মায়াত আবদ্ধ হৈ। প্লেগৰ ভয়ত চহৰ এৰি গুছি যোৱা মানেই ল'ৰাজনৰ পৰাও বিচ্ছিন্ন হোৱা। তাতোকৈ নায়কে চহৰত থাকিযেই মৃত্যুক আকোৱালি লোৱাটোকেই বিচাৰিছে। নায়কৰ এই অদ্ভুত অনুভৱক মানে জীৱন্তৰূপ দিছে। মোহ, আসক্তিৰ আগত যেন মৃত্যু তুচ্ছ হৈ গৈছে। তাকে বুজাবলৈ ঔপন্যাসিকে যি এক পৰিৱেশ সৃষ্টি কৰিছে তাৰ মাজত উত্তেজনা ৰূপান্তৰিত হৈছে আতংকলৈ। সেই আতংকৰ মাজতো সৌন্দৰ্য্যৰ যি এক স্তুতি ৰচিত হৈছে সিয়ে উপন্যাসৰ কাহিনীক সংবেদনশীল কৰি তুলিছে আৰু সেই সংবেদনশীলতাই পাঠকৰ অন্তৰত জগাই তোলে প্ৰেৰণা।

প্ৰথম বিশ্বযুদ্ধৰ সময়ত মানে বিশেষ কোনো উপন্যাস ৰচনা কৰা নাই। কিন্তু সেই সময়ত তেওঁ এখন উল্লেখযোগ্য কিতাপ ৰচনাক ৰিছে য'ত তেওঁৰ নৈতিক, দাৰ্শনিক ৰাজনৈতিক আৰু সমাজনৈতিক ধ্যান ধাৰণা প্ৰকট হৈ উঠিছে। যুদ্ধকালীন সময়ৰ উপলব্ধিৰে লিখা *"Reflection of an unpolitical Man"* নামৰ গ্ৰন্থখনিত আত্ম বিশ্লেষণ আৰু মননশীল চিন্তাৰ বিকাশ ঘটিছে। প্ৰথম অৱস্থাৰ ৰচনা সমূহত তেওঁৰ চিন্তাত উৎকট স্বদেশপ্ৰেম আৰু জাৰ্মান জাতীয়তাবাদ পৰিলক্ষিত হয়। কিন্তু যুদ্ধোত্তৰ কালৰ ৰচনা সমূহত তেওঁৰ চিন্তাৰ পৰিবৰ্ত্তন হোৱা দেখা যায়। এই সময়ছোৱাত তেওঁ আত্মবিশ্লেষণত নিমগ্ন হয় আৰু তেতিয়াই তেওঁৰ মানসিকতাৰ পৰিবৰ্ত্তন হোৱা দেখা যায়। সেই সময়তে তেওঁ লিখিছে আন এখন নতুন উপন্যাস

"ডি মেজিক মাউণ্টেন"। এইখন উপন্যাস ৰচনা কৰাৰ এক বিশেষ পটভূমিও আছে। ১৯১২ চনত তেওঁৰ পত্নী যক্ষ্মাৰোগত আক্ৰান্ত হৈ এটা স্বাস্থ্যনিবাসত চিকিৎসাধীন হৈ আছিল। সেই সময়ত পত্নীৰ শুশ্ৰূষাৰ বাবে মানো তেওঁৰ লগত আছিল। স্বাস্থ্য নিবাসত চিকিৎসাধীন হৈ থকা, যক্ষ্মাৰোগত আক্ৰান্ত হৈ ৰুগ্ন দেহেৰে জীয়াই থকা ৰোগী বিলাকৰ শুকান মুখবোৰ চাই চাই মানে কেতবোৰ অদ্ভুত বাস্তৱ অভিজ্ঞতা সঞ্চয় কৰিছিল। পত্নীৰ চিকিৎসাৰ বাবে সেইখন হাস্পিটেলত তেওঁ তিনিসপ্তাহ অতিবাহিত কৰিছিল।-সেই তিনি সপ্তাহত আহৰণ কৰা অভিজ্ঞতাৰ ভেঁটিত তেওঁ ৰচনা কৰিছিল এখনি প্ৰতীকধৰ্মী উপন্যাস 'ডি মেজিক মাউণ্টেন' — 'যাদুকৰী পৰ্ব্বত', প্ৰকৃতাৰ্থত এখন যাদুকৰী উপন্যাস। এটা ৰুগ্ন সভ্যতাৰ এক বাস্তৱ কাহিনী এই উপন্যাসৰ উপজীব্য। কাহিনীৰ নায়ক হানচ্ কেষ্টৰপ্ নামৰ এজন ডেকা। সেই ডেকাজন যক্ষ্মাৰোগত আক্ৰান্ত হৈ চুইজাৰলেণ্ডৰ এখন চিকিৎসালয়ত চিকিৎসাৰ বাবে ভৰ্ত্তি হৈছিল। তেওঁৰ চকুত আছিল সজীৱ স্বপ্ন, সমুখত আছিল এখন ৰঙীন পৃথিৱী। সুস্থ সবল নিৰোগী দেহেৰে পৃথিৱী জয় কৰাৰ স্বপ্ন দেখা সেই ডেকাজন যেতিয়া যক্ষ্মা ৰোগত আক্ৰান্ত হৈ চিকিৎসালয়ত ভৰ্ত্তি হ'বলগীয়া হ'ল তেতিয়া তেওঁৰ দেহৰ আভ্যন্তৰিক অৱক্ষয়ৰ ৰূপ দেখি চমকি উঠিল। তেওঁৰ ৰুগ্ন দেহৰ যি ৰুগ্ন অনুভৱ তাক বৰ নিৰ্মোহভাৱে উপস্থাপন কৰিছে উপন্যাসত। মাত্ৰ তিনিসপ্তাহৰ বাবে চিকিৎসালয়ত থাকিবলৈ অহা ডেকা হানচ্ কেষ্টৰপে দেহৰ ৰুগ্নতাৰ বাবে সুদীৰ্ঘ সাতোটা বছৰ হস্পিটেলত চিকিৎসাধীন হৈ থাকিবলগীয়া হ'ল। চিকিৎসালয়ত থকা সময়ত তেওঁ ৰুগ্ন মানুহৰ দুখ-যন্ত্ৰনা হতাশা আৰু মৃত্যুভয় দেখি নতুনকৈ উপলব্ধি কৰিব পাৰিলে। মানুহৰ জীৱনত যি সত্য সেই সত্যক অস্বীকাৰ কৰাৰ সাহস কাৰোৰেই নাই। প্ৰতিগৰাকী ৰোগীৰ ৰুগ্নতাৰ ছবিয়ে নায়কৰ দৃষ্টি আচ্ছন্ন কৰি তুলিলে। দুখ যন্ত্ৰনা, হতাশা, মৃত্যুভয় জয় কৰি পৃথিৱী জয় কৰাৰ যি হেপাহ সিয়ে মানুহক দিয়ে নতুন প্ৰেৰণা আৰু আশা। উপন্যাসৰ কাহিনীৰ মাজত দুটা স্তৰ আছে— এটা বস্তুব আৰু আনটো প্ৰতীকধৰ্মী। প্ৰতীকধৰ্মী এই উপন্যাসৰ বিষয়ে মন্তব্য দি এগৰাকী ইংৰাজ সমালোচকে কৈছে— *"On the symbolic level "The Majic Mountain" a juxtaposition of comedy and tragedy in which al the characters tend to become allegorical figmes". "A man*

*lives not only his personal life as an induvidual, but also consciously or unconciously, the life of his epoch and his Centemporaries."*

১৯২৪ চনত এইখন উপন্যাস প্ৰকাশ হয়। এই উপন্যাসত মানৰ কল্পনা আৰু সৃষ্টিশীল প্ৰতিভাৰ চৰম বিকাশ ঘটিছে। সমালোচক সকলৰ মতে মানৰ বাডেনব্ৰুকচ্ আছিল সমকালীন খাটি জাৰ্মান উপন্যাস আৰু 'ডি মেজিক মাউন্তেন" হ'ল খাটি ইউৰোপীয উপন্যাস। "ডি মেজিক মাউন্তেন"ত চেনাটৰিয়াম খনক ইউৰোপৰ প্ৰতীক হিচাপে কল্পনা কৰিছে আৰু নায়ক হানচ্ কেষ্টৰপক মানৱাত্মাৰ মূৰ্ত্তিমান প্ৰতীক হিচাপে উপস্থাপন কৰিছে। হানচৰ দেহৰ ৰুগ্নতাক বিংশ শতিকাৰ ক্ষয়িষ্ণু পৃথিৱীৰ ৰুগ্নতা হিচাপে দাঙি ধৰা হৈছে। ক্ষয়িষ্ণু পৃথিৱীৰ ৰুগ্নতাৰ মাজতো মানবাত্মাৰ মৃত্যু জয়ৰ যি উচ্ছাস তাক পৰিশীলিত ভাষাত উপস্থাপন কৰিব পৰাতোৱেই উপন্যাসখনৰ সাৰ্থকতা। ইউৰোপৰ সমাজ আৰু সভ্যতাৰ বিশ্লেষণ উপন্যাসৰ আন এক বহুমূলীয়া সম্পদ। এইখন উপন্যাসৰ বাবেই ১৯২৯ চনত টমাচ মানক সাহিত্যৰ নোবেল বঁটা প্ৰদান কৰা হয।

১৯৩৩ চনত যেতিয়া হিটলাৰ জাৰ্মানীৰ অধিনাযক হয় তেতিয়া মানে জাৰ্মানী ত্যাগ কৰিবলগীযা হয়। কাৰণ মান আছিল নাৎসীবাদৰ নিৰ্মম সমালোচক। হিটলাৰৰ নেচনেল চ'চিয়েলিজমক কঠোৰ সমালোচনা কৰি মানে প্ৰবন্ধ লিখিছিল। সেয়েহে হিটলাৰ শাসনে মানৰ জাৰ্মান নাগৰিকত্ব নিষিদ্ধ কৰে আৰু তেওঁৰ সা-সম্পত্তি বাজেয়াপ্ত কৰে। তেওঁৰ বিখ্যাত উপন্যাসসমূহৰ কপিবিলাক জাৰ্মানৰ ৰাজপথত জ্বলাই দি জাৰ্মানীত তেওঁৰ কিতাপ বাজেয়াপ্ত কৰিছিল। হিটলাৰী শাসনৰবলি হৈ তেওঁ ১৯৩৮ চনত আমেৰিকালৈ গুছি আহে আৰু তাতে প্ৰিন্সটন বিশ্ববিদ্যালয়ত জাৰ্মান সাহিত্যৰ অধ্যাপক হিচাপে কাম কৰিবলৈ লয়। তেওঁ আৰু জাৰ্মানীলৈ ঘূৰি নগৈ আমেৰিকাৰ নাগৰিকত্ব গ্ৰহণ কৰি কালিফোৰ্নিয়াত এটা ঘৰ সাজি থাকিবলৈ লয়। সেইসময়ত তেওঁ মানৱ সভ্যতাৰ ভৱিষ্যত গতি প্ৰকৃতি বিশ্লেষণ কৰি "ডি কামিং ভিক্তৰি অব ডেম'ক্ৰেচি" নামৰ এখন গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থত তেওঁ মানৱ সভ্যতাৰ উত্থান পতনৰ ইতিহাস, গণতন্ত্ৰৰ গতি প্ৰকৃতি আদিৰ বিষয়ে বস্তুনিষ্ঠ বিশ্লেষণ আগবঢ়াই আমেৰিকাত আলোড়নৰ সৃষ্টি কৰে।

আমেৰিকাত থাকোতেই মানে তেওঁৰ সাহিত্যিক জীৱনৰ বিশালতম সৃষ্টি আধ্যাত্মিক উপন্যাস "যোচেফ" সমাপ্ত কৰে। এই উপন্যাসখন ৰচনা কৰোতে তেওঁৰ সময় লাগিছিল ষোল্ল বছৰ। এই উপন্যাসৰ কাহিনী বাইবেলৰ কাহিনীৰ আধাৰত ৰচিত হৈছে যদিও আধুনিক দৃষ্টিভঙ্গীৰে সজাই তুলিছে। উপন্যাসৰ চাৰিটা খণ্ড যথাক্ৰমে— "যোচেফ এণ্ড হিজ ব্ৰাদাৰচ্', 'ইয়ং যোচেফ', 'যোচেফ ইন ইজিপ্ত' আৰু যোচেফ ডি প্ৰ'ভাইদাৰ'। এই উপন্যাসত মানৰ যুক্তিবাদী আৰু আধ্যাত্ম দৰ্শন প্ৰকট হৈ উঠিছে।

মানৰ উপন্যাসত পৰিৱৰ্ত্তনশীল চিন্তাৰ প্ৰকাশ পৰিলক্ষিত হয়। প্ৰতিখন উপন্যাসতে ভিন্ন ভিন্ন মৌলিক বৈশিষ্ট প্ৰকট হৈ উঠিছে। জীৱনৰ শেষাৰ্দ্ধত ৰচনা কৰা উপন্যাসসমূহত আধ্যাত্ম দৰ্শন, জন্ম আৰু সৃষ্টিৰ ৰহস্যৰ অন্বেষণ, জীৱনৰ অৰ্থ আৰু উদ্দেশ্য সন্ধান অধিকভাৱে ঘনীভূত হোৱা দেখা যায। জীৱনৰ শেষ বয়সত ৰচনা কৰা উপন্যাস সমূহৰ ভিতৰত 'ডি বিলাভেদ" 'ৰিটাৰ্নচ্' 'ডি হলি চিনাৰ', 'ডি ট্ৰানচপচড্ হেডচ', 'ডি পিচ', 'ডি ৱাৰ', 'ডক্তৰ ফলচটাজ' আদি উল্লেখযোগ্য। তেসত্তৰ বয়সত ৰচনা কৰা *"Doctor Fallstus"* উপন্যাসখন তেওঁৰ আন এক অনবদ্য সৃষ্টি— যাৰ মাজত ঝংকাৰিত হৈছে নৈৰাশ্যৰ মাজত আশাৰ সুৰ আৰু আত্মবিশ্বাসৰ অজেযবানী। মৃত্যুৰ আগলৈকে তেওঁৰ কলম স্থবিৰ হৈ পৰা নাছিল। আশীবছৰ বয়সতো তেওঁ লিখিছিল তেওঁৰ শেষ উপন্যাসখন *"The Black Swan"*। বাৰ্দ্ধক্যজডিত অসংলগ্ন চিন্তাৰ সমাৱেশ ঘটা বাবে উপন্যাসখনৰ শিল্প কৰ্ম উন্নত ধৰণৰ নহ'ল। তথাপি আশীবছৰ বয়সলৈ যিজন ঔপন্যাসিকৰ সৃষ্টিশীল প্ৰতিভা অক্ষুন্ন আছে তেওঁক বিংশ শতাব্দীৰ শ্ৰেষ্ঠ ঔপন্যাসিক হিচাপে আখ্যা দিবই লাগিব। যুদ্ধোত্তৰ কালৰ দ্বিধা বিভক্ত জাৰ্মানীক একত্ৰিত কৰাৰ মহৎ উদ্দেশ্যলৈ আশী বছৰীয়া টমাচ মান আহিছিল চুইজাৰলেণ্ডলৈ। জুৰিকত তেওঁ হঠাৎ অসুস্থ হৈ পৰে আৰু ১৯৫৫ চনৰ ১২ আগষ্ট তাৰিখে তেওঁ তাতেই শেষ নিঃশ্বাস ত্যাগ কৰে। দুই জাৰ্মানীক এক কৰাৰ সপোন দেখা ঔপন্যাসিক মান চিৰদিনৰ বাবে হেৰাই গ'লেও তেওঁৰ যি সৃষ্টি সম্ভাৰ সি আজিও অতুলনীয় অবিস্মৰণীয় হৈ আছে বিশ্ব-সাহিত্যত।

●●●

# মানসিক বিকাৰগ্ৰস্ত কবি
# উইলিয়াম কাউপাৰ

ৰোমাণ্টিক আৰু ক্লাছিক আদৰ্শৰ যুগসন্ধিত ৰোমাণ্টিক ভাবাদৰ্শৰে উদ্বুদ্ধ হৈ কাব্য সাধনা কৰা এগৰাকী ইংৰাজ কবি কাউপাৰৰ কবিতাত প্ৰকৃতি আৰু মানৱ বন্দনাৰ সুৰ প্ৰতিধ্বনিত হৈছে। তেওঁৰ কবিতাত সৰু মানুহৰ চৰিত্ৰ উন্মোচিত হৈছে। মালবাহী গৰুগাড়ী বা ঘোৰাগাড়ীৰ গাৰোৱান আৰু চিঠিৰ বোজা কঢ়িওৱা ডাকোৱালৰ চৰিত্ৰ উন্মোচিত কৰি তেওঁ লিখিছে 'ডি টাস্ক' নামৰ বিখ্যাত কবিতা। শ্ৰমৰ মৰ্যদা দি সৰু মানুহৰ হৃদযৰ ব্যথা অনুভৱ কৰি ৰোমাণ্টিক দুখৰ কবিতা লিখা বাবেই কাউপাৰৰ কবিতা মানুহৰ হৃদযৰ সংবাদ বিলোৱা কবিতা হিচাপে সাধাৰণ পাঠককো স্পৰ্শ কৰিবলৈ সক্ষম হৈছে। 'জন গিলপিন' কাউপাৰৰ এক চমকপ্ৰদ সৃষ্টি।

কাউপাৰৰ জীৱন আছিল অনুতাপ আৰু অনুশোচনাৰে পৰিপূৰ্ণ। তেওঁ আছিল আত্ম প্ৰত্যয়হীন সৃজনী ক্ষমতাসম্পন্ন এগৰাকী কবি যিয়ে মানুহৰ পৃথিৱীখন বৰ কৰ্কশ আৰু হৃদয়হীন বুলি অনুভৱ কৰিছিল। মানুহৰ পৃথিৱীত থকা-সৰকা হৈ তেওঁ আঘাত প্ৰাপ্ত জন্তুৰ দৰে প্ৰকৃতিৰ বুকুলৈ ঢাপলি মেলিছিল। প্ৰকৃতিৰ বুকুত বিচৰণ কৰি শান্তিৰ সৰগ ৰচি কল্পনাত উটি বুৰি কবিতা ৰচিছিল। শিশুকালৰে পৰা তেওঁ কঠোৰ বাস্তৱৰ মুখামুখি হৈ অনাদৃত অৱহেলিত ভাৱে জীয়াই থাকিবলগীয়া হৈছিল। তেওঁৰ জন্ম হৈছিল গ্ৰেট বাৰখামবেটডৰ হাৰ্টফোৰ্ড চায়াৰত ১৭৩১ খৃঃত। দেউতাক আছিল ইংৰাজ ধৰ্মযাজক। শিশুকালৰেপৰা কাউপাৰ আছিল অভিমানী আৰু কোমল অন্তৰৰ। শৈশৱত মাতৃহাৰা হোৱা শিশু কাউপাৰ অনাদৰ অৱহেলাৰ মাজত ডাঙৰ দীঘল হৈছিল। মাত্ৰ ছয়বছৰ বয়সতে তেওঁক স্কুললৈ পঠোৱা হৈছিল। কিন্তু তাতো ডেকা বৰ্ব্বৰসকলৰ ভয়ত ভীতিগ্ৰস্ত হৈ জীৱন দুৰ্বিসহ হৈ পৰে। এজন নিৰ্দ্দয় মস্তানক তেওঁ ইমানেই ভয় কৰিছিল যে কেতিয়াও তাৰ মুখলৈ চাব পৰা নাছিল। মস্তানৰ

জোতাৰ ফিটাৰ বান্ধনি দেখিয়েই তেওঁক চিনি পাইছিল আৰু তেওঁ অহা দেখিলেই ভয়ত থৰ্ থৰকৈ কপিছিল। এনেদৰে মানসিকভাৱে ভীতিগ্ৰস্ত হৈ পঢ়া-শুনা কৰা বাবে তেওঁৰ মন আৰু স্বাস্থ্য ভাগি পৰিছিল। স্কুলীয়া জীৱনৰ ভয়বিহ্বল মানসিক যন্ত্ৰনাৰ প্ৰতিচ্ছবি পৰিদৃষ্ট হৈছে পৰৱৰ্ত্তী কালত ৰচিত তেওঁৰ কাব্য গ্ৰন্থ "টিৰোচিনিয়াম" বা ৰিভিউ অব স্কুলচ্"ত (১৭৮৫)। স্কুলীয়া জীৱনৰ অভিজ্ঞতাৰে ৰচিত কবিতাৰ মাজত কবিৰ ভীতিগ্ৰস্ত মনৰ চিত্ৰখন জীৱন্ত হৈ উঠিছে। বাৰ বছৰ তেওঁ আইন পঢ়িছিল। কিন্তু যেতিয়া তেওঁ কোনো এটা অফিচৰ চাকৰিৰ বাবে পৰীক্ষাত বহিবলগীয়া হৈছিল তেতিয়া তেওঁ ভয়তে পেপুৱা লাগিছিল আৰু অৱশেষত আত্মহত্যা কৰাৰ বাবেও চেষ্টা কৰিছিল। তেতিয়া তেওঁ চেণ্ট এলবানৰ এটি আশ্ৰয় গৃহত এবছৰ থাকিবলগীয়া হৈছিল। তাৰপিচতহে তেওঁৰ মনত জন্মা ভয় নিঃসৰন হৈছিল আৰু তেওঁ স্বাভাৱিক অৱস্থালৈ ঘুৰি আহিছিল। ১৭৫১ খৃষ্টাব্দত তেওঁৰ পিতৃ বিয়োগ হয় আৰু পিতৃৰ মৃত্যুৰ পিচত তেওঁ কিছু পৈতৃক সম্পত্তিৰ গৰাকী হয যদিও সেইখিনি সম্পত্তিৰে জীৱিকা নিৰ্বাহ কৰাটো টান হৈ পৰে। ফলস্বৰূপে তেওঁ জীয়াই থকাৰ সংগ্ৰামত ব্ৰতী হব লগীয়া হয়। এনেদৰে জীৱন সংগ্ৰামত ব্ৰতী হৈ থাকোতে তেওঁ আনউইন দম্পতীৰ সান্নিধ্যলৈ আহে। আন ইউন দম্পতীয়ে কাউপাৰৰ ভিতৰত থকা প্ৰতিভাৰ সন্ধানপাই তেওঁলোকৰ ধৰ্মপুত্ৰ হিচাপে আদৰি লয় আৰু তেওঁলোকৰ ঘৰত কাউপাৰক থাকিবলৈ দিয়ে। মিছেছ আনউইনে কাউপাৰক নিজৰ ল'ৰাৰ দৰে আদৰ সাদৰ কৰিছিল আৰু কাউপাৰেও আন উইনক মাতৃজ্ঞান কৰিছিল। আনউইন দম্পতীৰ সৈতে কটোৱা সময়চোৱা কাউপাৰৰ জীৱনৰ আটাইতকৈ সুখৰ দিন আছিল। মিছেছ আনউইনক কাউপাৰে ইমানেই ভাল পাইছিল যে তেওঁৰ কবিতাত মিছেছ আনউইনক মেৰী হিচাপে বৰ্ণনা কৰিছে। তেওঁৰ কবিতাৰ মমতাময়ী মেৰীয়েই বাস্তৱত মিছেছ আনউইন।

দ্বিতীয়বাৰ কাউপাৰ মানসিকভাৱে বিকাৰ গ্ৰস্ত হৈছিল যেতিয়া তেওঁ ধৰ্মীয় অনুশাসনৰ মাজত বাধ্যত পৰি ইচ্ছাৰ বিৰুদ্ধে কাম কৰিবলগীয়া হৈছিল। জন নিউটন নামৰ এগৰাকী ধৰ্মযাজকৰ সান্নিধ্যলৈ আহি তেওঁ অ'লনে নামৰ সৰু গাঁৱ এখনৰ গীৰ্জ্জাত কাম কৰিবলগীয়া হৈছিল। সেই সময়ত তেওঁ কেতবোৰ আধ্যাত্মিক স্তোত্ৰগীত ৰচনা কৰিছিল আৰু সেইবোৰ গীৰ্জ্জাৰ প্ৰাৰ্থনা সভাত গাইছিল। নিৰ্জনতা

আৰু নিঃসঙ্গতাই কাউপাৰক মানসিকভাৱে বিকাৰগ্ৰস্ত কৰি তুলিছিল। তেনে অৱস্থাতো তেওঁ কবিতা লিখি গৈছিল। হোমাৰৰ কাব্যও ইংৰাজীলৈ অনুবাদ কৰিছিল। মানসিকভাৱে অত্যন্ত বিষন্ন হৈ থকাৰ সময়ত তেওঁৰ একমাত্ৰ নিৰ্ভৰযোগ্য সংগী আছিল হাতৰ কলমডাল। সেই সময়ত তেওঁ কেতবোৰ চিঠি লিখিছিল। সেই চিঠিবোৰত তেওঁৰ মানসিক যন্ত্ৰনা ব্যক্ত কৰিছিল। সেই চিঠিবোৰ থুপ খুৱাই ১৮০৩ খৃঃত 'লেটাৰচ্' নামেৰে গ্ৰন্থ এখন প্ৰকাশ কৰা হৈছিল।

কাউপাৰৰ আটাইতকৈ উল্লেখযোগ্য কবিতা হ'ল 'জন গিলপিন'। এই কবিতাটো লিখাৰ মূলতে হ'ল এগৰাকী সুৰুচিপূৰ্ণা সুশিক্ষিতা বিধৱা লেডী অ'ষ্টেনৰ উৎসাহ-উদ্দীপনা। বিধৱা গৰাকীয়ে তেওঁক জন গিলপিনৰ কাহিনীটো কৈ এটা বেলাড লিখাৰ বাবে অনুৰোধ কৰিছিল আৰু মহিলাগৰাকীৰ প্ৰেৰণাৰ ফলস্বৰূপেই কাউপাৰে লিখি পেলাইছিল এটি অমৰ কবিতা 'জন গিলপিন'। অন্য এটা বিষয় বাচি দিয়াৰ বাবে মহিলাগৰাকীক কওঁতে তেখেতে নভবা নিচিন্তাকৈ 'চোফা' নামৰ নতুন আচবাব বিধৰ নাম কৈছিল। তেতিয়া কাউপাৰে 'ডি চোফা' নাম দি এটি সুন্দৰ কবিতা লিখি পেলাইছিল। চোফাকে ধৰি কেতবোৰ সুন্দৰ কবিতাৰে 'ডি টাস্ক' নামৰ কাব্য গ্ৰন্থখন প্ৰকাশ হৈছিল ১৭৮৫ খৃঃত আৰু তাৰ পিচতে কাউপাৰ সেই সময়ৰ এগৰাকী ৰোমাণ্টিক কবি হিচাপে জনাজাত হৈছিল। কাউপাৰৰ কাব্য প্ৰতিভাৰ পৰিধি আছিল বিশাল। কিন্তু মানসিক বিকাৰগ্ৰস্ততাই তেওঁৰ কাব্য প্ৰতিভাক চেপি ৰাখিছিল। তথাপি তেওঁ দাৰিদ্ৰ আৰু ৰোগগ্ৰস্ততাৰ বিৰুদ্ধে সংগ্ৰাম কৰি নিজৰ অস্তিত্ব প্ৰতিপন্ন কৰিবলৈ সক্ষম হৈছিল। জীৱনৰ শেষ চোৱাত কেইবছৰমান মানসিক বিকাৰগ্ৰস্ততাৰ বিৰুদ্ধে যুদ্ধ কৰি অৱশেষত মৃত্যুক সাৱটি লয় ১৮০০ খৃষ্টাব্দত। তেওঁৰ শেষ কবিতা 'ডি কাষ্টাৱে' আছিল এগৰাকী হতাশগ্ৰস্ত কবিৰ নিৰাশাৰ ক্ৰন্দন। জীৱন সংগ্ৰামৰ ধুমুহাই কোবাই কোবাই তেওঁক ধ্বংসৰ গৰাহলৈ ঠেলি দিছিল। সকলোৰে চকুৰ আগত তেওঁ তিল তিলকৈ মৃত্যুক সাৱটি লৈছিল। তেওঁৰ বন্ধুবৰ্গ, আত্মীয়স্বজন সকলোৰে পৰিত্যক্ত হৈ বৰ্জিত হৈ মৃত্যুৰ কোলাত শুই পৰিছিল। এয়ে আছিল তেওঁৰ অন্তিম কবিতা 'কাষ্টাৱে'ৰ মূল উপজীৱ্য।

**সাহিত্য-কৰ্ম ঃ** কাউপাৰৰ প্ৰথম কাব্য-সংকলনৰ কেতবোৰ কবিতা পঢ়িলে দেখা যায় যে প্ৰথমতে তেওঁ মহাকাব্যিক প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল। তেওঁৰ

কবিতা ডি প্ৰ'গ্ৰেছ অব এৰ'ৰ, ট্ৰুথ, টেবুল টক আদিত ক্লাছিক প্ৰভাৱ পৰিলক্ষিত হয়। অৱশ্যে লাহে লাহে তেওঁ ৰোমাণ্টিক চিন্তাৰ দ্বাৰা প্ৰভাৱান্বিত হয় আৰু পৰৱৰ্ত্তী কালৰ কবিতাত ৰোমাণ্টিক ভাৱাদৰ্শ স্পষ্টভাৱে প্ৰতিফলিত হৈছে। 'ডি টাস্ক' কাউপাৰৰ প্ৰথম কাব্যগ্ৰন্থ আৰু এইখন প্ৰকাশ হৈছিল ১৭৮৫ খৃষ্টাব্দত। কবিতাবোৰ দীঘলীয়া, কল্পনা আৰু বাস্তৱৰ ৰোমাণ্টিক উচ্ছাস আছে। বৰ্ডচ'ৰ্থ আৰু টেনীচনৰ প্ৰকৃতি বন্দনাত পৰম্পৰাগত বৰ্ণনা আছে। মানুহৰ কথা আছে, শ্ৰমিক কৃষকৰ ঘৰ্মাক্ত শৰীৰৰ বেদনা আছে, অৱসাদ আছে। সি বাস্তৱ, চকুৰ আগত দেখা বাস্তৱ দৃশ্য সিয়ে হৃদয় স্পৰ্শ কৰে। কাউপাৰৰকবিতা পঢ়ি পাঠকে ভাব ৰাজ্যত বিচৰণ কৰে আৰু অনুভৱ কৰে এক ৰোমাণ্টিক উচ্ছাস। কাউপাৰৰ কবিতাই ইংৰাজী কাব্য সাহিত্যত পৰিবৰ্ত্তনৰ সূচনা কৰিছে। পুৰণি পৰম্পৰাগত পদ্ধতি এৰি নতুন ৰোমাণ্টিক চিন্তাৰে কবিতা ৰচনা কৰা বাবে সেই পৰিবৰ্তন কাউপাৰৰ কবিতাত স্পষ্টভাৱে পৰিলক্ষিত হৈছে। কাউপাৰে হোমাৰৰ মহাকাব্য স্বকীয় ছন্দত অনুবাদ কৰি এক কষ্টসাধ্য কাম সম্পন্ন কৰিছে আৰু সেই মহাকাব্যৰ অনুবাদ সংস্কৰণ ১৭৯১ খৃষ্টাব্দত প্ৰকাশ হৈ ওলায়। হোমাৰৰ মহাকাব্য ইংৰাজীলৈ অনুবাদ কৰি কাউপাৰে চিৰযুগমীয়া কীৰ্ত্তি ৰাখি গ'ল। আজিও ইংৰাজী সাহিত্যই কাউপাৰৰ কষ্টসাধ্য অনুবাদ কৰ্মৰ স্বীকৃতি দি আছে।

কাউপাৰৰ প্ৰাৰ্থনাগীতিয়ে এক স্বকীয় স্থান দখল কৰিছে। অ'লনেৰ গীৰ্জ্জাত গাবলৈ লিখা অসংখ্য প্ৰাৰ্থনাগীত সংকলন কৰি ১৭৭৯ খৃষ্টাব্দত "অ'লনে সংগ্ৰহ" প্ৰকাশ কৰে। এইবোৰ গীতত আধ্যাত্মিক অনুভৱ আৰু ভগবানৰ মহাত্ম্য আছে। ভগবান এক অদৃশ্য শক্তি— ৰহস্যময় তেওঁৰ গতি। সেই অদৃশ্য শক্তিয়ে এক অদ্ভুত জ্যোতি বিলাই আছে। মানুহক বিলাই দিছে অফুৰন্ত শক্তি। এয়ে কাউপাৰৰ আধ্যাত্মিক অনুভৱ আৰু দৰ্শন।

'জন গিলপিন' কাউপাৰৰ অমৰ সৃষ্টি। লেডী অ'ষ্টেনৰ মুখত শুনা কাহিনী এটাই কবিৰ অন্তৰ এনেদৰে জোকাৰি গ'ল যে গোটেই নিশাটো তেওঁ মনৰ মাজত মন্থন কৰি থাকিল। পিছদিনা ৰাতিপুৱা কবিৰ শোৱনি কোঠাৰ পৰা ভাহি আহিছিল বন্ধ কৰি ৰখা হাঁহিৰ টুকুৰা। ৰাতিপুৱাৰ আহাৰ খোৱাৰ সময়ত তেওঁ মুখেৰে আওৰাই গৈছিল কবিতাৰ ছন্দবোৰ। এক আনন্দ মুখৰ পৰিবেশত কবিয়ে হাস্যমধুৰ স্বৰেৰে

আবৃত্তি কৰি গৈছিল। সৃষ্টি হৈছিল এটি অসমৰ কবিতা— 'জন গিলপিন'। কবিতাটোত অকলশৰীয়া জীৱনৰ বিষাদ আছে। নিঃসঙ্গতাৰ অনুভৱ আছে— তাৰ মাজতো কিন্তু হাঁহিৰ থুনপাক আছে। মানসিক বিকাৰগ্ৰস্ততাই কাউপাৰৰ কাব্যিক প্ৰতিভাক ম্লান কৰি ৰাখিছিল যদিও তাৰ মাজতো জন গিলপিনৰ দৰে সুন্দৰ কবিতা ৰচনা কৰি কাউপাৰে ইংৰাজী কাব্য সাহিত্যত নিজৰ স্থান চিৰযুগমীয়া কৰি গৈছে।



# দূৰ্বোধ্য কবি ৰবাৰ্ট ব্ৰাউনিং

ভিক্টোৰিয়ান যুগৰ দূৰ্বোধ্য কবি ৰবাৰ্ট ব্ৰাউনিং আছিল আত্মাসন্ধানী চেতনাশীল কবি যাৰ কবিতাৰ শৈলী দুৰ্বোধ্যতা আৰু অস্পষ্টতাৰ ছায়াৰে ধূসৰ। কিন্তু তাৰ মাজতো ব্ৰাউনিঙৰ আত্মানুসন্ধান আৰু বৌদ্ধিক বিশ্লেষণ সুস্পষ্ট হৈ উঠিছে। ছন্দৰ মাজত তেওঁ অন্তৰাত্মাৰ অনুসন্ধান কৰে, মনৰ গোপন ৰহস্য বিশ্লেষণ কৰে। তেওঁৰ *'Soul'* নামৰ কবিতাটোত মানুহৰ অন্তৰাত্মাৰ ছবি দেখিবলৈ পোৱা যায়। তেওঁৰ মতে মানুহৰ জীৱন কিমান সুন্দৰ। অকল জীযাই থকাটোৱেই নে জীৱনৰ অৰ্থ? অন্তৰ, আত্মা আৰু অনুভৱ সকলোতে পৰিব্যাপ্ত হৈ আছে আনন্দ-পৰমানন্দ। সেই আনন্দোপলব্ধিয়েই শ্বাশ্বত শান্তি আৰু প্ৰকৃত সুখ। তেওঁৰ ভাষাত—

*'How Good is man's life, the mere living! how fit to empty*
*All the heart and the soul and the senses forever in joy!"*

এয়ে ব্ৰাউনিঙৰ দৰ্শন— এযে ব্ৰাউনিঙৰ জীৱন জিজ্ঞাসা। সুদীৰ্ঘ ত্ৰিশ বছৰ কাব্য সাধনা কৰি ব্ৰাউনিঙে নিজকে প্ৰতিষ্ঠা কৰিছে— টেনীচনৰ লগতে আসন লাভ কৰিছে। তেওঁৰ কবিতাৰ বিশ্লেষণ নিৰন্তৰভাৱে চলি আছে আৰু ভৱিষ্যতে হয়তো তেওঁৰ স্থান অধিক উচ্চত নিৰূপিত হ'ব। তেওঁৰ সকলো কবিতা বিশ্লেষণ কৰাৰ পিচত ইংৰাজী সাহিত্যত চেক্সপীয়েৰৰ পিচতে তেওঁ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ কবি হিচাপে পৰিগণিত হব বুলি নিঃসন্দেহে কব পৰা যায়। ব্ৰাউনিঙৰ দুৰ্বোধ্য কবিতাৰ অন্তৰ্নিহিত বিষয় বস্তু অনুধাৱন কৰিব নোৱাৰা বাবে পঞ্চাছ বছৰ পূৰ্বে তেওঁৰ কবিতাক উপহাস কৰা হৈছিল। আনকি টেনীচনৰ দৰে কবিয়েও ব্ৰাউনিঙৰ কবিতা 'চ'ৰডেলো'ক ব্যঙ্গ সমালোচনা কৰি কৈছিল— "কবিতাটোৰ প্ৰথম পংক্তি আৰু শেষ পংক্তি দুটাহে বুজি পাওঁ। বাকীখিনি মুঠেও বোধগম্য নহয়।" দৰাচলতে বিষয়বস্তুৰ জটিলতা আৰু প্ৰকাশভঙ্গীৰ বৈচিত্ৰতাই কবিতাটো দুৰ্বোধ্য কৰি তুলিছিল। কেতবোৰ সমালোচকৰ মতে ব্ৰাউনিঙে কবিতাৰ মাজেদি কেবাটাও সামাজিক সমকালীন সমস্যাৰ ইংগিত

দিযে। ব্ৰাউনিঙে নিজৰ মানসিক চিন্তাকহে অধিক গুৰুত্ব দিয়ে। পাঠকৰ অনুভৱৰ প্ৰতি লক্ষ্য নাৰাখে। ইংৰাজী শব্দ প্ৰয়োগতো বৰ বেছি ধ্যান নিদিয়ে। কেৱল মাথো অন্তৰৰ ভাব প্ৰকাশতহে অধিক গুৰুত্ব দিয়ে। ব্ৰাউনিঙৰ জ্ঞানৰ পৰিধি ইমানেই বিশাল আছিল যে তেওঁ যিকোনো পুৰণি পৰম্পৰা আৰু পুৰণি কাহিনীৰ প্ৰসঙ্গ কবিতাত উল্লেখ কৰে। ফলস্বৰূপে সাধাৰণ পাঠকে সেই কাহিনীৰ প্ৰসঙ্গ সঙ্গতি বিচাৰি হাবাথুৰি খাবলগীয়া হয় আৰু সেয়েহে তেওঁৰ কবিতাৰ বিষয় বস্তু সহজে বোধগম্য নহয়। তেওঁ বাহিৰৰ পৃথিৱীৰ মানুহৰ ভাব-অনুভৱ হৃদয়ঙ্গম কৰাৰ বাবে চেষ্টা কৰে। গভীৰ অন্তৰ্দৃষ্টিৰে তেওঁ মানুহৰ মনৰ কথা বিশ্লেষণ কৰে, মানৱাত্মাৰ লক্ষণ অধ্যয়ন কৰে। আত্মাবিশ্লেষণতকৈ পৰ আত্মাবিশ্লেষণতহে অধিক মনোযোগ দিয়ে আৰু আত্মাৰ গভীৰতালৈ গৈ গোপন সম্ভেদ আহৰণ কৰে। খনি খন্দা বনুৱাই ভূগৰ্ভৰ পৰা বিভিন্ন ধাতুৰ আকৰ উদঘাটনকৰাৰ দৰে ব্ৰাউনিঙেও আত্মা বিশ্লেষণ কৰি সোণৰ দৰে মূল্যবান বস্তু বাহিৰ উলিয়ায়। তেওঁৰ প্ৰকাশভঙ্গী জটিল আৰু শব্দচয়ন দুৰ্ব্বোধ্য হোৱা বাবে তেওঁৰ কবিতাই সৰ্ব্বসাধাৰণ পাঠকৰ অন্তৰ স্পৰ্শ কৰিব পৰা নাছিল। কিন্তু লাহে লাহে যেতিয়া তেওঁৰ কবিতাৰ মাজত লুকাই থকা মূল্যবান সম্পদ উদ্ধাৰ হয় তেতিযাৰে পৰা তেওঁৰ কবিতাই এক সুকীয়া দিশ উন্মোচন কৰিবলৈ সক্ষম হয়। ব্ৰাউনিঙ আছিল মানুহৰ শিক্ষক। তেওঁৰ কবিতাই মানুহক অৰ্থপূৰ্ণ জীৱন-যাপন কৰাৰ বাবে শিক্ষা দিয়ে। ব্ৰাউনিঙৰ কবিতা আয়াসতে পঢ়া কবিতা নহয়। তেওঁৰ কবিতা গভীৰ মনোযোগেৰে পঢ়িব লাগিব— অন্তনিহিত তথ্য বুজিব লাগিব। কবিতা পঢ়ি উঠি চিন্তা কৰিব লাগিব আৰু তেতিয়াহে কবিতাৰ মাজৰ গভীৰ বিষয়বস্তু উদঘাটিত হ'ব। সুদীৰ্ঘ ত্ৰিশ বছৰ তেওঁ কবিতা লিখিছে। সমালোচকৰ উপহাস, ঠাট্টা বিদ্ৰূপলৈ আওঁকান কৰি একান্তভাবে লিখিছে, সাহসেৰে লিখিছে, আনন্দমনেৰে মনৰ ভাব প্ৰকাশ কৰি গৈছে। অৱশেষত তেওঁক কবি হিচাপে স্বীকৃতি দিয়া হৈছে। তেওঁৰ কবি সত্বাক সন্মান কৰা হৈছে। তেওঁৰ জীৱন দৰ্শন প্ৰতিভাত হৈছে তেওঁৰ কবিতা "পেৰাছেলছাছ"ত— যিটো কবিতা তেওঁ মাত্ৰ বাইশ বছৰ বয়সত ৰচনাক ৰিছিল। তেওঁ সাময়িক আনন্দ দিয়া কবি নহয়, তেওঁৰ কবিতাৰ গূঢ়াৰ্থ বুজিবলৈ হ'লে গভীৰভাৱে অধ্যয়ন কৰিব লাগিব। তেওঁৰ কবিতাই চিন্তাৰ খোৰাক যোগায়। তেওঁৰ কবিতাই পথৰ সন্ধান দিয়ে। জীৱনৰ ওপৰত তেওঁৰ কবিতাই ইতিবাচক প্ৰভাৱ

পেলায়, জীযাই থকাৰ বাবে সাহস দিয়ে, বিমল আনন্দ প্ৰদান কৰে আৰু আশাবাদেৰে জীপাল কৰি তোলে হৃদয়। তেওঁৰ কবিতাই সৎচিন্তাৰে সৎজীৱন যাপন কৰাৰ বাবে প্ৰেৰণা দিয়ে। সেয়েহে ব্ৰাউনিং ইংৰাজী কাব্য-সাহিত্যৰ আটাইতকৈ উদ্দীপনাময় কবি।

ব্ৰাউনিঙৰ দেউতাক আছিল এগৰাকী ব্যৱসায়ী। পঞ্চাছ বছৰ ইংল্যাণ্ডৰ বেঙ্কত কেৰাণীৰ চাকৰি কৰি পৰিয়ালক ভৰণ-পোষণ দিছিল। পেশাত ব্যৱসায়ী হ'লেও মানুহজন আছিল পণ্ডিত আৰু কলা সংস্কৃতিৰ সাধক। মাক আছিল মৃদুভাষী, সৎস্বভাৱী আৰু সঙ্গীত প্ৰিয় মহিলা। ধনী জাৰ্মান ব্যৱসায়ী সদাগৰৰ জীয়ৰী মাকৰ পিতৃপুৰুষ স্কটল্যাণ্ডবাসী আছিল। কেল্টিক বংশোদ্ভৱ মাক আৰু বৃটিছ ব্যৱসায়ী দেউতাকৰ সন্তান ব্ৰাউনিঙৰ স্বভাৱ-চৰিত্ৰ জাৰ্মান আৰু ইংৰাজৰ সংমিশ্ৰনত স্বকীয় বৈশষ্ট্যৰে উজ্বলি উঠিছিল। ব্ৰাউনিঙৰ জন্ম হৈছিল ১৮১২ খৃষ্টাব্দত লণ্ডনৰ দাঁতি কাষৰীয়া চেম্বাৰৱেল নামৰ সৰু ঠাইখনত। লৰালি কালত তেওঁ ঘৰ আৰু স্কুলৰ পৰা লণ্ডন চহৰৰ ৰাতিৰ উজ্বল পোহৰ আৰু দিনত চিমনিৰে ওলোৱা ধোঁৱা দেখিবলৈ পাইছিল। লণ্ডন চহৰৰ ৰাতিৰ উজ্বল পোহৰ আৰু দিনৰ ধুৱলী কুঁৱলীময় আকাশে শিশু ব্ৰাউনিক কল্পনাত উটি বুৰি ফুৰাৰ সুযোগ দিছিল। তেওঁৰ স্কুলীয়া জীৱন আছিল তেনেই চমু আৰু বেমেজালিপূৰ্ণ। ঘৰুৱা শিক্ষক আৰু দেউতাকৰ তলতহে শিক্ষা লাভ কৰিছিল। দেউতাকেও লৰাটোৰ ইচ্ছামতে যিফালে ঢাল খায় সেইফালে যাবলৈ দিছিল। সৰুৰে পৰা ব্ৰাউনিং সঙ্গীতপ্ৰিয় আছিল আৰু সঙ্গীতৰ ফালেহে তেওঁৰ মন ঢাল খাইছিল। লৰালিৰে পৰা সঙ্গীতপ্ৰিয় লৰাজনে সুৰীয়া সঙ্গীতেৰেই কবিতা লিখিবলৈ ধৰিলে আৰু তেনেকৈয়ে সৃষ্টি হ'ল তেওঁৰ সঙ্গীত সুৰীয়া পদ্য "এবট্ ভোগ্লাৰ" আৰু "এ টোকাটো অৱ গেলুপিজ্" নামৰ দুটা বিখ্যাত কবিতা। কবিতা দুটিৰ ছন্দত সঙ্গীতৰ মূৰ্চ্ছনা আৰু লোকগীতৰ হৃদয় পৰশা সুৰ আছে।

টেনীচনৰ দৰে ব্ৰাউনিঙেও সৰু কালৰে পৰা কলম হাতত লৈ কবিতা ৰচিবলৈ ধৰিলে আৰু তেওঁৰ জীৱনৰ সুদীৰ্ঘ পঞ্চাছ বছৰৰ ভিতৰত মাত্ৰ এটা সপ্তাহহে কবিতা নিলিখাকৈ অতিবাহিত কৰিছিল। ছয় বছৰ বয়সতে বাইৰণক অনুসৰণ কৰি কেতবোৰ পদ্য ৰচনা কৰিছিল যদিও সেইবোৰ হেৰাই থাকিল। পিছত তেওঁ শ্বেলীৰ প্ৰভাৱত কবিতা লিখিবলৈ ধৰে। এনেদৰে তেওঁ "পাউলিন" নামৰ প্ৰথম কাব্য গ্ৰন্থখন সম্পূৰ্ণ কৰে। অৱশ্যে নতুন কবিৰ কবিতা হিচাপে সেইখন গ্ৰন্থ প্ৰকাশ কৰাৰ বাবে কোনো

প্ৰকাশক আগবাঢ়ি নাহিল। শেষত এগৰাকী দূৰ সম্পৰ্কীয় লোকৰ আৰ্থিক সাহায্যত গ্ৰন্থখন ১৮৩০ খৃষ্টাব্দত প্ৰকাশ হৈ ওলায় আৰু এইখনেই হ'ল ব্ৰাউনিঙৰ প্ৰথম ছপা কাব্যগ্ৰন্থ। এই কাব্যগ্ৰন্থই পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰিলে। নতুন কবিৰ কবিতা হিচাপে বিশেষ ধৰণৰ স্বীকৃতিও নাপালে। দুবছৰ পিচত তেওঁৰ আন এখন কাব্যগ্ৰন্থ "পেৰাছেলছাছ" প্ৰকাশ হয। সেই একেসময়তে তেওঁৰ দ্বাৰা ৰচিত এখন ট্ৰেজেডী "ষ্ট্ৰেফোৰ্ড" মঞ্চস্থ হয়। ১৮৪০ খৃষ্টাব্দত তেওঁৰ আন এখন কাব্য "চ'ৰডেলা" প্ৰকাশ হয যদিও পাঠকৰ পৰা সমাদৰ লাভ কৰিব নোৱাৰিলে। আচলতে তেওঁৰ কবিতাৰ দুৰ্বোধ্যতা আৰু ভাৱৰ অস্পষ্টতাৰ বাবে পাঠকৰ গ্ৰহণযোগ্য নহ'ল। ছয়বছৰ পিচত অৰ্থাৎ ১৮৪৬ খৃষ্টাব্দত তেওঁৰ আন এখন কাব্যগ্ৰন্থ "বেলছ্ এণ্ড পোমেগ্ৰেনেটচ্" প্ৰকাশ হয় যদিও তেওঁ কবি হিচাপে বিখ্যাত নহ'ল। কিন্তু সেই বছৰত তেওঁ বিখ্যাত হৈ উঠিল এটা ঘটনাৰ বাবে। সেই সময়ৰ ইংল্যাণ্ডৰ জনপ্ৰিয় মহিলা কবি এলিজাবেথ বাৰেটৰ লগত প্ৰেম-পাশত আৱদ্ধ হয় ব্ৰাউনিঙে। বাৰেট কবি হিচাপে টেনীচনতকৈও জনপ্ৰিয় হৈ উঠিছিল। সেই সময়ত এলিজাবেথ বাৰেটৰ কবিতা ইমানেই জনপ্ৰিয় হৈ উঠিছিল যে ইংল্যাণ্ডৰ সাধাৰণ পাঠকেও বাৰেটৰ নাম শুনিছিল আৰু টেনীচনতকৈও ওপৰত তেওঁক স্থান দিছিল। যি সময়ত ব্ৰাউনিঙে এলিজাবেথ বাৰেটৰ প্ৰেমত পৰিছিল সেই সময়ত বাৰেট ৰোগাক্ৰান্ত হৈ অসহায় আৰু অকৰ্মন্য হৈ পৰিছিল। ব্ৰাউনিঙে বাৰেটক বিয়া কৰাবলৈ ইচ্ছা প্ৰকাশ কৰিছিল যদিও বাৰেটৰ পৰিয়ালৰ অসন্মতিৰ বাবে সেয়া সম্ভৱ হৈ উঠা নাছিল। অৱশেষত ব্ৰাউনিঙে এলিজাবেথক ইটালীলৈ পলুৱাই নি ১৮৪৬ চনৰ ১২ চেপ্তেম্বৰত বিয়া কৰায। ব্ৰাউনিঙৰ অকৃত্ৰিম প্ৰেমৰ পৰশত বাৰেটৰ স্বাস্থ্যৰ উন্নতি হয়। প্ৰেম ভালপোৱাৰ মাজত দুয়োৰো যুগ্মজীৱন পিছা আৰু ইটালীত সুখ শান্তিৰে অতিবাহিত হৈছিল। তেওঁলোকৰ জীৱনৰ প্ৰেম-ভালপোৱা আৰু ৰোমান্স সিঁচৰিত হৈ আছে মিছেচ্ ব্ৰাউনিঙৰ দ্বাৰা ৰচিত "চ'নেটচ্ ফ্ৰম ডি পৰ্ত্তুগীজ" আৰু "লেটাৰচ্" নামৰ কাব্যগ্ৰন্থত। "লেটাৰচ্"ত সন্নিবিষ্ট প্ৰেম পত্ৰসমূহৰ কোমল উচ্ছাসে দুগৰাকী প্ৰেমিক প্ৰেমিকাৰ হৃদযৰ সংবাদ দিয়ে। মিঃ আৰু মিছেচ্ ব্ৰাউনিঙৰ যুগ্মজীৱনলৈ আহিছিল তেওঁলোকৰ একমাত্ৰ পুত্ৰ সন্তান ৰবাৰ্ট বাৰেট ব্ৰাউনিং। ১৯৪৯ চনত জন্মগ্ৰহণ কৰা ৰবাৰ্ট পিছলৈ চিত্ৰকৰ হিচাপে বিখ্যাত হয়।

মিছেচ্‌ ব্ৰাউনিঙৰ মৃত্যু হৈছিল ১৮৬১ চনত ফ্লোৰেন্সত। তেওঁৰ সেই আকস্মিক বিযোগ-বেদনাত ভাঙি পৰিছিল ব্ৰাউনিং। প্ৰিয়তমা পত্নী বিয়োগৰ যন্ত্ৰনা সহ্য কৰিব নোৱাৰি ব্ৰাউনিঙে পুত্ৰক লগত লৈ ইংল্যাণ্ডলৈ গুছি আহে। জীৱনৰ বাকী কালচোৱা লণ্ডন আৰু ইটালীৰ বিভিন্ন ঠাইত থাকি ব্ৰাউনিঙে সাহিত্য চৰ্চ্চা কৰিছিল। ভেনিছৰ "পলাকো ৰেজোনিকা" নামে ঠাইত থাকি তেওঁ মানসিক শান্তি লাভ কৰিছিল। সেই ঠাই বৰ্ত্তমানে এখন তীৰ্থস্থানত পৰিনত হৈছে। যেতিয়াই তেওঁ তালৈ যায় তেতিয়াই তেওঁ সেই ঠাইৰ মুনিহ তিৰোতাৰ লগত ভাব বিনিময় কৰে। তেওঁলোকৰ ভাব অনুভৱ, প্ৰেম-ভালপোৱা, দুখ-দাৰিদ্ৰৰ বতৰা লৈ সেইবোৰ কবিতাৰ মাজত প্ৰকাশ কৰে। তেওঁ ইংল্যাণ্ডৰ মাটিত জন্মিছিল যদিও ইটালীয়ে তেওঁক প্ৰতিষ্ঠাৰ সুযোগ দিছিল। তেওঁৰ জীৱনৰ আগ কালচোৱাৰ ৰচনাৰাজি আমেৰিকাত সমাদৃত হৈছিল। কিন্তু ১৮৬৮ চনত যেতিয়া তেওঁৰ "ডি ৰিং এণ্ড বুক" প্ৰকাশ হয় তেতিয়া তেওঁক ইংল্যাণ্ডৰ এগৰাকী প্ৰসিদ্ধ কবি হিচাপে স্বীকৃতি দিয়া হয়। তেওঁ শেষ সাহিত্য কৰ্ম "এছালেণ্ডো" প্ৰকাশ হোৱাৰ দিনা অৰ্থাৎ ১৮৮৯ চনৰ ১২ ডিচেম্বৰৰ দিনা ভেনিছত তেওঁৰ মৃত্যু হয়। যদিও ইটালীয়ে তেওঁক সন্মানজনক বিশ্ৰামৰ স্থান দিছিল তথাপি ইংল্যাণ্ডে তেওঁক তেওঁলোকৰ প্ৰিয় কবি হিচাপে দাবী কৰিছিল। তেওঁৰ নশ্বৰ দেহ কবিবন্ধু টেনীচনৰ কাষত বেষ্টমিনিষ্টাৰ এবেত সমাধিস্থ কৰা হৈছিল।

**সাহিত্যকৰ্ম ঃ** ব্ৰাউনিঙৰ আটাইবোৰ আহিত্য কৰ্ম বিশ্লেষণ কৰি তিনিটা বেলেগ শ্ৰেণীত ভাগ কৰিবপৰা যায়— বিশুদ্ধ নাটক, নাটকীয় বৰ্ণনাত্মক ৰচনা আৰু নাটকীয় গীতি কবিতা। বিশেষভাৱে উল্লেখযোগ্য ৰচনাসমূহ হ'ল— ড্ৰামাটিক লিৰিকচ্‌ (১৮৪২), ড্ৰামাটিক ৰোমান্সেজ এণ্ড লিৰিকচ্‌ (১৮৪৫), মেন এণ্ড উইমেন (১৮৫৫), আৰু ড্ৰামাটিক পাৰচোনা (১৮৬৪)। বিশুদ্ধ নাটকৰ দৰে ৰচনা হ'ল — ষ্টেফোৰ্ড আৰু এ ব্লট ইন ডি স্কাট্‌চিওন। নাটকীয় বৰ্ণনাত্মক ৰচনা হ'ল "পিপা পাচেজ"। এইখন সাইলাথ নাটক যদিও অভিনয়ৰ বাবে উপযুক্ত নহয়। নাটকীয় গীতি কবিতা হ'ল— "ডি লাষ্টৰাইড্‌ টুগেদাৰ" — য'ত সৰু সৰু কবিতা আছে। কবিতাবোৰ ব্যক্তিগত অনুভৱৰ কবিতা, মানৱ জীৱনৰ নাটকীয় কাহিনীৰে পৰিপূৰ্ণ। নায়কে নিজেই নিজৰ জীৱনৰ কাহিনী কৈছে কবিতাত। নাটকীয় ৰচনাৰ বাবে ব্ৰাউনিঙক চেক্সপীয়েৰৰ লগত তুলনা কৰা হয়। চেক্সপীয়েৰে নাটকীয় চৰিত্ৰ অংকন কৰি নাটকীয় পৰিবেশ

সৃষ্টি কৰে। চৰিত্ৰৰ অন্তৰাত্মাৰ বিশ্লেষণ তেওঁৰ উদ্দেশ্য নহয়। চৰিত্ৰ উপস্থাপন কৰি দৰ্শকক বিচাৰ বিশ্লেষণ কৰিবলৈ দিয়ে। আনহাতে ব্ৰাউনিঙে চৰিত্ৰৰ অন্তৰাত্মাৰ বিশ্লেষণ কৰি তেওঁৰ জীৱন দৰ্শন প্ৰতিভাত কৰে। চেক্সপীয়েৰৰ নাটত মনস্তাত্ত্বিক চৰিত্ৰ চিত্ৰনতকৈ স্বাভাৱিক চৰিত্ৰ উপস্থাপনহে দেখা যায়। কিন্তু ব্ৰাউনিঙৰ নাট্য কৰ্মত মনস্তাত্ত্বিক বিশ্লেষণ আৰু আত্মানুসন্ধানহে অধিক প্ৰকট হোৱা দেখা যায়। চেক্সপীয়েৰৰ নাটক মঞ্চোপযোগী হোৱাৰ উপৰিও দৰ্শকৰ মনোৰঞ্জনৰ বাবে উপযুক্ত। ব্ৰাউনিঙৰ চৰিত্ৰ চিত্ৰন কঠিন, আবেগিক আৰু ব্যাপক বিশ্লেষণধৰ্মী— যাৰ ফলত নাটকসমূহ দৰ্শকৰ মনোৰঞ্জনৰ আহিলা হৈ নুঠে আৰু মঞ্চাভিনয়ৰ উপযোগীও নহয়। ব্ৰাউনিঙৰ চৰিত্ৰ চিত্ৰনৰ বিশাল পৰিধি আৰু বিশ্লেষণধৰ্মী স্বভাৱৰ ফলত একোটা সাধাৰণ চৰিত্ৰযো বিশাল ৰূপ ধাৰণ কৰে। এনেবোৰ চৰিত্ৰৰ ভিতৰত "এবট্ ভোগলাৰ"ৰ সঙ্গীতজ্ঞ, এন্দ্ৰিয়া ডেল চাৰটোৰ শিল্পী, এ ডেথ ইন ডি ডেজাৰ্টৰ আদি খৃষ্টান লোকজন, 'মুলেকেহ'ৰ আৰবীয় ঘোৰাচালকজন, 'হাৰ্ভে ৰিয়েল'ৰ নাৱিক, "চিল্ডে ৰোলাগুৰ মধ্যযুগীয় নাইট, 'চ'উল'ৰ হিব্ৰুজন, "বেলেউচনচ্ এডভেঞ্চাৰ"ৰ গ্ৰীক লোকজন, 'কেলিবান'ৰ দৈত্যটো, কাৰছিছ'ৰ অমৰ মৃতকজনকে ধৰি স্বাভাৱিক চৰিত্ৰই ব্ৰাউনিঙৰ বিশাল জ্ঞান আৰু অভিজ্ঞতাৰ পৰিচয় দাঙি ধৰে। চেক্সপীয়েৰৰ সৃষ্টি আৰু ব্ৰাউনিঙৰ সৃষ্টিৰ পাৰ্থক্যই দুগৰাকী মহান সাহিত্যিকৰ স্বকীয় বৈশিষ্ট্য প্ৰতিপন্ন কৰিছে।

নাটকীয় কবিতাৰ উপৰিও অন্যান্য সৃষ্টিশীল সাহিত্য কৰ্মসমূহৰ সৃষ্টিকাল হিচাপে ব্ৰাউনিঙৰ ৰচনাক তিনিটা প্ৰধান কালত ভাগ কৰিব পৰা যায় — প্ৰথম বা আদিকাল — ১৮৩৩ চনৰ পৰা ১৮৪১ চনলৈকে, মধ্যমকাল — ১৮৪১ চনৰ পৰা ১৮৬৮ চনলৈকে আৰু শেষকাল — ১৮৬৮ চনৰ পৰা ১৮৮৯ চনলৈকে পৰিব্যাপ্ত। প্ৰথম বা আদিকালৰ ৰচনাসমূহ হ'ল পাউলিন (১৮৩৩), পেৰাচেলচাচ্ (১৮৩৫), আৰু চ'ৰডেলো (১৮৪০)।— এই আটাইকেইখন কাব্যগ্ৰন্থৰ কবিতাসমূহ দুৰ্বোধ্য আৰু অস্পষ্ট চিন্তাৰে ভাৰাক্ৰান্ত। সেয়ে আদিকালৰ ৰচনাসমূহ সমালোচকে কঠোৰ সমালোচনাৰে থকা-সৰকা কৰিছে। এই কালচোৱাৰ প্ৰথম নাটক হ'ল ষ্টেফোৰ্ড (১৮৩৭) — যিখন নাটকে সমালোচনাৰ হাত সাৰিব পৰা নাছিল।

আদিকালৰ ৰচনা চ'ৰডেলোৰ তীক্ষ্ণ সমালোচনাই ব্ৰাউনিঙৰ কবিমনত নতুন প্ৰত্যাহ্বানৰ বীজ ৰোপন কৰিলে। সমালোচনাই ব্ৰাউনিঙক এক নতুন শক্তি প্ৰদান

কৰিলে আৰু তেওঁ নতুন শক্তিৰে নতুন আবেগেৰে তেওঁৰ বিখ্যাত সৃষ্টি "বেলচ্ এণ্ড পোমেগ্রেনেটচ্" (১৮৪১-১৮৪৬) নাম দি আঠখন কাব্যগ্রন্থ একেলেঠাৰিযে লিখি পেলালে। তাৰে প্ৰথমখন প্ৰকাশ হৈ ওলায ১৮৪১ চনত যাৰ নাম আছিল "পিপা পাচেজ"। এইটো এটা দীঘলীযা কবিতা — য'ত কবিৰ সুক্ষ্ম অনুভূতিৰ প্ৰকাশ ঘটিছে। আন এখন গ্ৰন্থ হ'ল "এ ব্লট ইন ডি স্কাট্‌চিঅ'ন" — ই এটা নাটকীয কবিতা। এই দুই গ্ৰন্থৰ কবিতাসমূহ আমোদজনক আৰু ৰোমাঞ্চকৰ। সাধাৰণ পাঠকেও ইযাৰ কাব্যিক সুষমা উপলব্ধি কৰিব পাৰে। আন দুখন কাব্যধৰ্মী নাটক হ'ল কলম্ব'চ বাৰ্থডে (১৮৪৪) আৰু ইন এ বেলকনি (১৮৫৫)। নাটখনৰ জনপ্ৰিযতা আৰু গ্ৰহণযোগ্যতা সীমিত— কাৰণ দৰ্শকৰ মনোৰঞ্জনৰ সমল একেবাৰে তাকৰ। এই কালত প্ৰকাশ হোৱা "ডি ৰিং এণ্ড ডি বুক" গ্ৰন্থই ব্ৰাউনিঙৰ কাব্য প্ৰতিভা উজলাই তোলে আৰু তেওঁ এগৰাকী মহান প্ৰতিভাবান কবি হিচাপে পৰিচিত হয। এই গ্ৰন্থখন দ্বিতীয কালৰ শেষবছৰ অৰ্থাৎ (১৮৬৮) চনত প্ৰকাশ হৈ ওলায। এইখন কাব্যগ্ৰন্থ ব্ৰাউনিঙৰ জীৱন সংগ্ৰামৰ জীৱন্ত স্বাক্ষৰ হিচাপে পৰিগণিত হৈছে।

ব্ৰাউনিঙৰ সাহিত্যিক জীৱনৰ তৃতীয অৰ্থাৎ অন্তিম কাল আৰম্ভ হৈছিল ১৮৬৮ খৃষ্টাব্দৰ পৰা। সেই সমযত তেওঁৰ বযস আছিল ৬০ বছৰ। তেতিযা পূৰঠ চিন্তা আৰু অভিজ্ঞতাৰে সমৃদ্ধ কবিযে আগতকৈ অধিক উৎসাহ আৰু পৰিশ্ৰমেৰে কাব্য সাধনা কৰি প্ৰতিবছৰে একোখনকৈ কৰিতাৰ গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছিল। সেই সময চোৱাৰ ভিতৰত লিখা তেওঁৰ ৰচনাৰাজি হ'ল "ফিফাইন ইন ডি ফেযাৰ, ৰেড কটন নাইট কেপ কান্ট্ৰি, ডি ইন এলবাম, জকোচেৰিযা আৰু বহুতো ৰচনা। সেইসমযৰ ৰচনাসমূহত অভিজ্ঞতালব্ধপূৰঠ চিন্তাৰ উন্মেষ ঘটিছে। অৱশ্যে কেতবোৰ ৰচনাত বৃদ্ধকালৰ অসংলগ্ন চিন্তাও পৰিদৃষ্ট হয। এই কালচোৱা তেওঁৰ মৃত্যুলৈকে পৰিব্যাপ্ত হৈ আছে। তেওঁৰ প্ৰিয়তমা পত্নী মিছেচ্ ব্ৰাউনিঙৰ প্ৰভাৱ অন্তিমকালৰ ৰচনাত বাৰুকৈযে পৰিছে।

ব্ৰাউনিঙৰ কেতবোৰ চুটি কবিতাত ব্যক্তিগত জীৱনৰ প্ৰচ্ছায়া পৰিলক্ষিত হয। তেনে কবিতাৰ ভিতৰত মাই ষ্টাৰ, এ ভেলিন হোপ, ৱাটিং ইজ্ হোৱাট?, হোম *থ'টচ্ ফ্ৰম এ ব্ৰ'ড মিটিংএট্ নাইট, অ'ৱান বৰ্ড মোৰ, প্ৰোজ প্ৰাইচ আদি বিশেষভাৱে* উল্লেখযোগ্য। "অ'ৱান বৰ্ড মোৰ" কবিতাটো পৰলোকগত *পত্নীৰ বিদেহীআত্মাৰ প্ৰতি*

শ্ৰদ্ধা জনাই ৰচনা কৰা— য'ত বিগলিত হৃদযৰ দুখৰ অনুভূতি বিৰাজমান। আন কেতবোৰ কবিতাত প্ৰেমৰ উচ্ছাস মিহলি হৈ আছে। তেনে কবিতা হ'ল — "বাই ডি ফায়াৰ চাইড" আৰু "ডি লাষ্ট ৰাইড্ টুগেদাৰ"। মুঠৰ ওপৰত ব্ৰাউনিঙৰ কবিতাৰ বৈচিত্ৰতা সুদূৰপ্ৰসাৰী।

ব্ৰাউনিঙৰ ৰচনাৰ বিষযে বিস্তৃত আলোচনা কৰাটো যিমান কঠিন, তেওঁৰ কবিতাৰ অন্তৰ্নিহিত বিষয়বস্তু বিশ্লেষণ কৰাটো সিমান কষ্টসাধ্য বিষয়। তেওঁৰ আত্মা বিশ্লেষণ যেনেদৰে কঠিন, কবিতাৰ বিষয়বস্তুও তেনেদৰে দুৰ্বোধ্য। "এন্দ্ৰিয়া ডেল চাৰ্টো" এটি সুন্দৰ নাটকীয় কবিতা। কবিতাৰ মাজত এটি কাহিনী অংকন কৰা হৈছে। এগৰাকী আত্মাহীন সুন্দৰী নাৰীৰ সৈতে গঢ়ি উঠা প্ৰেমৰ কাহিনী। সেই মায়াবিনী নাৰীৰ প্ৰেমে কেনেদৰে জীৱন দুৰ্বিসহ কৰি তুলিলে তাৰেই ছবি প্ৰতিফলিত হৈছে কবিতাত। ' কাৰচিচ্" নামৰ এগৰাকী আৰব চিকিৎসকৰ দ্বাৰা বৰ্ণিত হৈছে কাহিনী। এনেদৰেই পৰোক্ষভাৱে তেওঁ সত্যকাহিনী উপস্থাপন কৰে। "মাই লাষ্ট ডাছেচ্" কবিতাটো চুটি কিন্তু তাৰ মাজত উজ্বলি উঠিছে এজন স্বাৰ্থপৰ মানুহৰ আত্ম বিশ্লেষণ। তেওঁৰ মৃত পত্নীৰ স্মৃতি ৰোমন্থনৰ মাজত প্ৰকট হৈ উঠিছে তেওঁৰ স্বাৰ্থপৰ চৰিত্ৰ। "ডি বিচপ অৰ্ডাৰচ্ হিজ্ টম্ব" নামৰ কবিতাটোত অসাধাৰণভাৱে আমোদজনক চৰিত্ৰৰ মানুহ এজনৰ অৰ্থশূন্য অহঙ্কাৰী চৰিত্ৰ উন্মোচিত হৈছে। "এবট্ ভোগলাৰ" নিঃসন্দেহে ব্ৰাউনিঙৰ এটি সুন্দৰ কবিতা— য'ত এগৰাকী সঙ্গীতজ্ঞৰ আত্মা বিশ্লেষণ কৰা হৈছে। "মুলেকেহ" কবিতাত এজন আৰবৰ অহঙ্কাৰ আৰু তেওঁৰ ঘোৰাক লৈ কৰা আত্মগৌৰবৰ কাহিনী আছে। ব্ৰাউনিঙৰ এটি আত্মবিশ্লেষণাত্মক কবিতা "ৰাবি বেন এজৰা"'ত জীৱনৰ প্ৰতি থকা গভীৰ বিশ্বাসৰ চিত্ৰ আছে। ব্ৰাউনিঙৰ প্ৰতিটো কবিতাই বিশ্লেষণাত্মক, বৈচিত্ৰময় আৰু ভিন্নধৰ্মী বিষয়বস্তু সমৃদ্ধ। আত্মা বিশ্লেষণ আৰু জীৱণ অন্বেষণ অদ্যপি অটুট আছে। তেনেধৰণৰ কবিতাৰ ভিতৰত উল্লেখযোগ্য কবিতা কেইটা হ'ল "এ টোকাটা অব গেলুপিজ", "এ গ্ৰামাৰিয়ানচ্ ফিউলাৰেল", "ফ্ৰা লিপ্পোলিপ্পি", "চউল", "ক্লিওন", "এ ডেথ ইন ডি ডেজাৰ্ট", আৰু "চোলিলোকয় অব ডি স্পেনিছ ক্ল'ইষ্টাৰ"।

ব্ৰাউনিঙৰ দ্বাৰা ৰচিত দীঘলীয়া কবিতা সমূহৰ ভিতৰত দুটা আটাইতকৈ দীঘলীয়া কবিতাৰ এটা হ'ল "পিপ্পা পাছেজ"। এই কবিতাটো ইটালীৰ অ'চলো নামে পাহাৰীয়া

চহৰৰ পটভূমিত ৰচিত হৈছিল। কবিতাটোত এটি সুন্দৰ কাহিনী আছে। ব্ৰাউনিঙৰ ঘৰৰ কাষতে থকা হাবিৰ মাজে মাজে এজনী অঘৰী ছোৱালীয়ে গান গাই ফুৰে। তাইৰ গানৰ সুৰ শুনিয়েই কবিয়ে "পিপ্পা' নামৰ এগৰাকী পাটকাপোৰ বোৱা সৰু ছোৱালীৰ মনৰ কথাৰে কবিতাটো ৰচিছিল। কবিতাটোত কবিৰ অদ্ভুত কল্পনাৰ পৰশত জীৱন্ত হৈ উঠা এটি মন পৰশা কাহিনী আছে য'ত "পিপ্পা" নামৰ সৰু ছোৱালীজনীৰ সপোন সজীৱ হৈ উঠিছে।

ব্ৰাউনিঙৰ সৰ্ব্বোৎকৃষ্ট শিল্প নিদৰ্শন হ'ল "ডি ৰিং এণ্ড ডি বুক"। এইটো এটি আটাইতকৈ দীঘলীয়া কবিতা— পেৰাডাইচ লষ্টতকৈও দুগুণ দীঘল, হোমাৰৰ ইলিয়াডতকৈও দুহেজাৰ শাৰী দীঘলীয়া। কবিতাটোৰ কাহিনী কেনেদৰে সৃষ্টি হ'ল তাৰো পটভূমি দিয়া হৈছে। কবিতাটোত গাৰ নোম শিয়ঁৰি যোৱা এটি কাহিনী আছে। কাউণ্ট গুইডো নামৰ মানুহজনে তেওঁৰ সুন্দৰী গাভৰু ঘৈনীয়েকক হত্যা কৰাৰ লোমহৰ্ষক কাহিনী। ব্ৰাউনিঙে কাহিনীটো এখন সৰু কিতাপত পাইছিল য'ত দোষীৰ বিচাৰৰ বৰ্ণনা আছিল। তাকে সমল হিচাপে লৈ ব্ৰাউনিঙে এখন দীঘলীয়া কাব্য ৰচনা কৰিলে। কাব্যখনৰ নামটো কিয় "ডি ৰিং এণ্ড ডি বুক" ৰাখিলে তাৰো এটা কাহিনী আছে। পুৰনিকালত এট্ৰুজেন সোণাৰীসকলে সোণৰ আঙুঠি গঢ়োতে বিশুদ্ধ সোণৰ লগত এবিধ সংকৰ ধাতু মিহলায় আৰু যেতিয়া গঢ়োৱা সম্পূৰ্ণ হয় তেতিয়া আঙুঠিটো এচিদত ডুবাই দিয়া হয়। এচিদে সংকৰ ধাতুখিনি খাই পেলাই বিশুদ্ধ সোণৰ ধুনীয়া আঙুঠিটো চিকচিকিয়া কৰি তোলে। ব্ৰাউনিঙেও ঠিক একে পদ্ধতিৰে ৰোমত ১৬৯৮ খৃষ্টাব্দত চলা গুইডোৰ বিচাৰৰ সাক্ষী বাদীকে সমল হিচাপে লৈ চিকচিকিয়া সোণৰ আঙুঠি গঢ়োৱা পদ্ধতিৰে "ডি ৰিং এণ্ড ডি বুক" সম্পূৰ্ণ কৰিছে। কবিয়ে এটি ৰূঢ় সত্য কাহিনীক সমল হিচাপে লৈ এটা সুন্দৰ শিল্পকৰ্ম সম্পূৰ্ণ কৰি সৃষ্টিশীল প্ৰতিভাৰ নিদৰ্শন দাঙি ধৰিলে। ব্ৰাউনিঙৰ কবিতাটোত নাটকীয় স্বগতোক্তি আছে। কাহিনীটোৰ আকৰ্ষণীয় মূল চৰিত্ৰ চাৰিটা — হত্যাকাৰী গিৰিয়েক গুইডো, ডেকা পুৰোহিত চেপনচাকৃছি, গাভৰু পত্নী প'ম্পিলিয়া আৰু আটাইতকৈ মহৎ চৰিত্ৰ পোপ। কাহিনীৰ লগত সংলগ্ন হৈ থকা আন আন চৰিত্ৰ সমূহে নিজৰ মুখেৰে বিচাৰৰ কাহিনী কৈছে আৰু এনেদৰে স্বগতোক্তি কৰোতে অজানিতে নিজৰ চৰিত্ৰৰ দিশ উন্মোচিত হৈছে। *কবিৰ চৰিত্ৰ বিশ্লেষণ আৰু মানসিক অন্তৰ্দৃষ্টিয়ে কাব্যখনক এখন*

অনবদ্য সৃষ্টি হিচাপে ৰূপ দিছে। ব্ৰাউনিঙ ৰূপান্তৰৰ স্ৰষ্টা, নিৰ্মোহ বিশ্লেষণ তেওঁৰ কাব্যিক নিপুনতা। ব্ৰাউনিঙে যিকোনো বিষয় বস্তুৰ গভীৰতালৈ সোমাই গৈ বিশ্লেষণ কৰে। বাকলি গুছাই শাহখিনিৰ অভ্যন্তৰলৈ গৈ বিশ্লেষণ কৰা বাবেই ব্ৰাউনিঙৰ কবিতা দুৰ্ব্বোধ্য। দুৰ্ব্বোধ্য আৰু অস্পষ্ট বুলি সমালোচিত হ'লেও ব্ৰাউনিঙৰ কবিতাই ৰূঢ় বাস্তৱক উন্মোচিত কৰাৰ ক্ষেত্ৰত কোনোধৰণৰ আপোচ নকৰে আৰু সেয়াই হ'ল দুৰ্ব্বোধ্য আৰু অস্পষ্ট বুলি সমালোচকে তীক্ষ্ণ সমালোচনা কৰিলেও তেওঁৰ কবিতাৰ নান্দনিক বৈচিত্ৰ্য আৰু কাব্যিক সৌন্দৰ্য কোনেও অস্বীকাৰ কৰিব নোৱাৰে। ব্ৰাউনিঙৰ কবিতা আজিও গৱেষণাৰ বিষয় হৈ আছে। গভীৰ বৈজ্ঞানিক বিশ্লেষণৰ ফলস্বৰূপে আধুনিক যুগতো ব্ৰাউনিঙৰ কবিতাৰ বিষয়ে নতুন নতুন সূত্ৰ আবিস্কাৰ হৈ আছে আৰু সেয়েহে ইংৰাজী সাহিত্যত ব্ৰাউনিং আজিও গৱেষণাৰ বিষয় হৈ এক সুকীয়া বৈশিষ্ট্য বহন কৰি আছে।



# ৰোমাণ্টিজিমৰ বাটকটীয়া অ'লিভাৰ গোল্ডস্মিথ

ক্লাছিক আৰু ৰোমাণ্টিক ভাৱধাৰাৰ দোমোজাত যি দুগৰাকী সাহিত্যিকে ৰোমাণ্টিজিমৰ পক্ষত থিয় হৈ বিজয় ধ্বজা উৰুৱালে সেই দুগৰাকী সম-সাময়িক কাব্য সাধকৰ এগৰাকী হ'ল থমাছগ্রে' আৰু আনগৰাকী হ'ল অ'লিভাৰ গোল্ডস্মিথ। গোল্ডস্মিথ আছিল ইংৰাজী কাব্য-সাহিত্যত ৰোমাণ্টিজিমৰ প্রভাতী পোহৰ বিলোৱা এগৰাকী চিৰস্মৰণীয় কবি— যাৰ কবিতা 'ডি ডিজার্টেড ভিলেজ'ত ৰোমাণ্টিক চিন্তাৰ ছাঁ সুস্পষ্ট ৰূপত ধৰা দিছে। এইখন গ্ৰন্থ কাব্য হিচাপে বিবেচিত হ'লেও ই আচঁলতে সুৰীয়া গদ্যহে। গদ্যৰ সাধনা অ'লিভাৰৰ এক স্বকীয় কৃতিত্ব। তেওঁ একেধাৰে কবি, গদ্যলেখক, নাটৰচক, ঔপন্যাসিক আৰু নিবন্ধকাৰ হিচাপে নিজৰ কৃতিত্ব প্ৰতিপন্ন কৰিছে। তেওঁৰ চৰিত্ৰ সৃষ্টিত ঔপন্যাসিকৰ লক্ষণ পৰিদৃষ্ট হৈছে। তেওঁ পুৰণি পৰম্পৰা ভঙ্গ কৰি নতুন দৃষ্টিভংগীৰে চৰিত্ৰ সৃষ্টি কৰি উপন্যাসৰ কাহিনী ৰচনা কৰিছে। তেওঁৰ দ্বাৰা ৰচিত উল্লেখনীয় উপন্যাস হ'ল 'ডি ভিকাৰ অৱ ৱেকফিল্ড'— য'ত ধ্ৰুপদী ছন্দত চৰিত্ৰৰ মুখত ভাষা দিয়া হৈছে। ছন্দত কথা ক'লেও চৰিত্ৰৰ স্বৰূপ স্পষ্ট ৰূপত বিকশিত হৈ উঠিছে। কবি হিচাপে গোল্ডস্মিথ জনচনৰ অনুগামী আছিল যদিও ক্লাছিক চিন্তাধাৰাৰ পৰিধি ভাঙি তেওঁ প্ৰকৃতি আৰু মানুহৰ বন্দনাৰে ৰোমাণ্টিক চিন্তাৰ সোঁত বোৱাই আনিবলৈ সক্ষম হৈছিল। সেয়েহে জনচনৰ সময়ৰ এগৰাকী পৰিবৰ্তনকামী বহুমুখী প্ৰতিভাৰ কবি, ঔপন্যাসিক আৰু প্ৰবন্ধকাৰ অলিভাৰ গোল্ড স্মিথ জনপ্ৰিয় সাহিত্যিক হিচাপে বিখ্যাত হৈ আছে।

গোল্ডস্মিথৰ জন্ম হৈছিল আয়াৰলেণ্ডৰ পাল্লাজ নামে গাঁৱত। গাঁৱলীয়া পৰিৱেশত ডাঙৰ দীঘল হোৱা গোল্ডস্মিথ সকৰে পৰা ভোটা বুদ্ধিৰ ছাত্ৰ আছিল। গোল্ডস্মিথৰ দেউতাক আছিল গ্ৰাম্য গীৰ্জাৰ সাধাৰণ যাজক। দৰিদ্ৰ হ'লেও তেওঁ আছিল সৎস্বভাৱী

আৰু ধৰ্মভীৰু। অলিভাৰৰ উপন্যাস 'ডি ভিকাৰ অব ৱেকফিল্ড'ত ডাঃ প্ৰাইমৰোজৰ চৰিত্ৰটোত দেউতাকৰ সৎ চৰিত্ৰৰ প্ৰতিফলন ঘটিছে। দেউতাকৰ চৰিত্ৰ লক্ষ্য কৰিয়েই ডাঃ প্ৰাইমৰোজ চৰিত্ৰটো অংকন কৰা হৈছে। সেইদৰে 'ডি ডিজাৰ্টেড ভিলেজ'ত থকা গ্ৰাম্য যাজকৰ চৰিত্ৰত দেউতাকৰ চৰিত্ৰৰ কেতবোৰ বৈশিষ্ট্য প্ৰতিফলিত হৈছে। সৎ চৰিত্ৰবান যাজকৰ সন্তান হ'লেও অলিভাৰৰ বুদ্ধি বৃত্তি ভোটা প্ৰকৃতিৰ আছিল আৰু পঢ়া-শুনাতো বিশেষ অগ্ৰগতি লাভ কৰিব পৰা নাছিল। কেবাখনো স্কুল বাগৰি শেষত ডাবলিনৰ ত্ৰিনিটি কলেজত ভৰ্ত্তি হৈ গোল্ডস্মিথে ছাত্ৰ পৰিচাৰক হিচাপে কলেজীয়া শিক্ষা আৰম্ভ কৰে। কলেজৰ মাছুলৰ সলনি অন্য ছাত্ৰসকলৰ আলপৈছান ধৰি শ্ৰমৰ বিনিময়ত শিক্ষা গ্ৰহণ কৰে। কিন্তু তাতো তেওঁ কামত ফাঁকি দিয়া বাবে কৰ্তৃপক্ষৰ অপ্ৰিয় হৈ পৰে আৰু তেওঁৰ প্ৰতি দেখুওৱা অনুগ্ৰহ বন্ধ কৰি দিয়ে। তেওঁৰ অৱস্থা পানীত হাঁহ নচৰাৰ দৰে হ'ল যদিও তাকে লৈ তেওঁ অকনো চিন্তিত নহ'ল। বৰং তেওঁ ৰাস্তাত গান গাই ফুৰা গায়কসকলৰ বাবে গীত লিখি কেই ছিলিংমান আৰ্জিলে। তাৰে এটা ভাগ ৰাষ্টাৰ ভিখাৰীৰ মাজত বিলাই দিলে। এনেদৰে তিনি বছৰ কলেজত কটাই ৰাস্তাই ঘাটে যাযাবৰৰ দৰে ঘূৰি ফুৰিব ধৰিলে। ভোকে লোঘনে অনাই বনাই ঘূৰি ফুৰি মৃত্যুৰ দুৱাৰ ডলিলৈ আগবাঢ়ি যোৱা গোল্ডস্মিথক তেওঁৰ আপোন মানুহে ধ্বংসৰ গৰাহৰ পৰা ৰক্ষা কৰি স্বাভাৱিক জীৱনলৈ ঘূৰাই আনে। তাৰ পিছত তেওঁ শ্ৰম কৰি জীৱিকা উলিয়াই পঢ়া-শুনা কৰিলে আৰু ১৭৪৯ খৃষ্টাব্দত বিশ্ববিদ্যালয়ৰ ডিগ্ৰী ল'লে। কিন্তু আচৰিত কথা যে তেওঁৰ দৰে এজন এলেহুৱা আৰু দায়িত্বজ্ঞানহীন ডেকাক পৰিয়ালৰ আধ্যাত্মিক দিশটো চোৱা চিতা কৰাৰ বাবে পৰিয়ালৰ লোকে অনুৰোধ কৰিলে। পৰিয়ালৰ অনুৰোধ মৰ্মে গোল্ডস্মিথে দুবছৰ ধৰ্মীয় কাম কাজ আৰু ৰীতি নীতিৰ শিক্ষা গ্ৰহণ কৰি যাজকৰ দায়িত্বভাৰ লোৱাৰ বাবে প্ৰস্তুত হ'ল। কিন্তু তেওঁৰ স্বভাৱৰ বাবে সেই পদৰ বাবে উপযুক্ত বুলি বিবেচিত নহ'ল। তেতিয়া তেওঁ আমেৰিকালৈ যোৱাৰ সপোন দেখিলে আৰু সেইমতে টকা পইচাও সংগ্ৰহ কৰিলে। এটা ভাল ঘোঁৰাও আনিলে আৰু ঘোঁৰাৰ পিঠিত উঠি কৰ্কলৈ যাত্ৰা কৰিলে। তাৰপৰাই নতুন পৃথিৱীলৈ যোৱাৰ বাবে জাহাজত উঠিব লাগে। তাতো গৈ তেওঁ লক্ষ্যহীনভাৱে ঘূৰি ফুৰিব ধৰিলে। আৰু ফলস্বৰূপে আমেৰিকালৈ যোৱা জাহাজখনো সময়মতে ধৰিব নোৱাৰিলে। এনেদৰে অনাই বনাই

ঘূৰি থাকোতে তেওঁৰ টকা পইচাও শেষ হ'ল আৰু শেষত ঘোৰাটোও বিক্ৰি কৰি দিলে। অৱশেষত 'ফিডলবেক' নামৰ বতুৱা ঘোৰা এটা কিনি তাৰ পিঠিত উঠি ঘৰলৈ ঘূৰি আহিল। এইবাৰ তেওঁ সম্পৰ্কীয় মানুহৰ পৰা পঞ্চাশ পাউণ্ড ধাৰলৈ লৈ লণ্ডনলৈ আইন পঢ়াৰ বাবে যাবলৈ ওলাল। কিন্তু এইবাৰো তেওঁ তাচপাতৰ জুৱাত বহি সকলোখিনি টকা পইচা শেষ কৰিলে। তেওঁৰ এই বদ অভ্যাসৰ বাবে সম্পৰ্কীয় মানুহখিনিয়ে বৰ বেয়া পালে যদিও তেওঁৰ কোনো আত্মানুশোচনা নহ'ল। পিছৰ বাৰ তেওঁক এডিনবাৰ্গলৈ ডাক্তৰী পঢ়াৰ বাবে পঠোৱা হ'ল। কিন্তু তালৈ গৈয়ো ডাক্তৰী বিদ্যা চৰ্চা কৰাৰ পৰিবৰ্তে গান গাই গায়ক হ'ল। ৰাস্তাই ঘাটে মানুহ গোটাই গল্প কোৱাত লাগিল। ডাক্তৰী বিদ্যা গ্ৰহণ কৰাটো তেওঁৰ বাবে বোজা স্বৰূপ হৈ পৰিল। সেই সময়ত তেওঁৰ ভ্ৰমণস্পৃহা ইমানেই তীব্ৰ হ'ল যে তেওঁ ডাক্তৰী শিক্ষা বাদ দি ইউৰোপৰ দেশে দেশে যাযাবৰৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলে। জীৱিকাৰ সম্বল হিচাপে তেওঁৰ হাতত আছিল এটি বাঁহী আৰু কণ্ঠত আছিল গান। বাঁহীত সুৰ দি গান গাই তেওঁ থকা খোৱাৰ বাবে পইচা উপাৰ্জন কৰিলে। এনেদৰে ইখন ঠাইৰ পৰা সিখন ঠাইলৈ ঘূৰি ফুৰোঁতে লেইডেন আৰু পদুৱাত ডাক্তৰী ডিগ্ৰীলৈ লণ্ডনলৈ ঘূৰি আহিল। ডিগ্ৰীটো স্বীকৃতিপ্ৰাপ্ত ডিগ্ৰী নাছিল যদিও কেতিযাবা ঔষধালয়ৰ সহায়কাৰী হিচাপে কাম কৰে। কেতিয়াবা ঘৰুৱা শিক্ষক হিচাপে কাম কৰে। গাঁৱৰ স্কুলত দাৰোৱান হিচাপে কাম কৰিও জীৱন নিৰ্বাহ কৰিলে। এনেদৰে জীয়াই থকাৰ সংগ্ৰামত ব্ৰতী হৈ যিকোনো কাম কৰি তেওঁ জীৱন নিৰ্বাহ কৰিলে। অৱশেষত চাউথৱৰ্কত চিকিৎসক হিচাপে কাম কৰিব ধৰিলে। লাহে লাহে তেওঁ সাহিত্যৰ প্ৰতি আকৃষ্ট হ'ল আৰু লিখা-মেলা কৰি কোনোমতে জীৱিকা উলিয়ালে। সস্তীয়া লেখাৰ মাজতে কেতবোৰ উৎকৃষ্ট ৰচনাও বাহিৰ হ'ল। তেনে এখন তথ্য গধুৰ ৰচনা 'চিটিজেন অব ডি বৰ্ল্ড' (১৭৬০-৬১) প্ৰকাশ হোৱাৰ পিছত সেইখন ৰচনা জনচনৰ দৃষ্টিগোচৰ হ'ল। জনচনে লেখকৰ প্ৰতিভাৰ বিষয়ে জানিব পাৰি তেওঁৰ লগত পৰিচয় হ'ল আৰু তেওঁক সাহিত্যিক ক্লাবৰ সদস্য হিচাপে অন্তৰ্ভুক্ত কৰি ল'লে। তেওঁৰ ওপৰত থকা জনচনৰ বিশ্বাস অধিক দৃঢ় হ'ল যেতিয়া গোল্ডস্মিথৰ কাব্য গ্ৰন্থ 'ডি ট্ৰেভেলাৰ' (১৭৬৪) প্ৰকাশ হৈ ওলায়। এই গ্ৰন্থৰ কবিতাসমূহ শক্তিকাৰ শ্ৰেষ্ঠ কবিতা হিচাপে পৰিগণিত হ'ল আৰু অলিভাৰৰ কাব্যিক প্ৰতিভা বিকশিত হৈ উঠিল। গ্ৰন্থ

ব্যৱসায়ীসকলৰ পৰা কাব্য গ্ৰন্থখনৰ বাবে তাগিদা আহিল আৰু তাৰ লগে লগে অলিভাৰৰ হাতলৈ ধন আহিল। হাতলৈ প্ৰচুৰ পৰিমাণে ধন অহা বাবে গোল্ডস্মিথে পুৰণি ঘৰ এৰি ফ্লীটষ্ট্ৰীটত নতুন ঘৰ ল'লে আৰু ঘৰটো নতুন আচবাব পত্ৰৰে সজাই পৰাই তুলিলে। তেওঁৰ হাতলৈ যেনেদৰে ধন আহিল তেনেদৰে ধোঁৱাখুলীয়াকৈ ধন খৰচো কৰিলে। উজ্বল ৰঙৰ পোছাক পিন্ধাটো আলিভাৰৰ চখ আছিল। তেওঁ যিমান আৰ্জিলে তাতকৈ দুগুণ খৰচ কৰিবলৈ ধৰিলে, জধেমধে দান দক্ষিণা দিবলৈ ধৰিলে। সেইসময়তে তেওঁ দামী ৰঙচঙীয়া পোছাক পিন্ধি চিকিৎসকৰ ব্যক্তিগত বৃত্তিও চলাই নিলে। কিন্তু তেওঁৰ দেহৰ দামী পোছাকে ৰোগীক আকৰ্ষণ কৰিব নোৱাৰিলে। ফলস্বৰূপে চিকিৎসা বৃত্তিৰ ধন ঘটিব নোৱাৰি গ্ৰন্থ ৰচনাতহে অধিক মনোযোগ দিলে। গ্ৰন্থ ব্যৱসায়ীসকলৰ তাগিদাত তেওঁ কিছুমান অবিশ্বাস্য আৰু অনুপযোগী পাঠ্যপুথিও লিখিলে। ইংল্যাণ্ড, গ্ৰীচ আৰু ৰোমাৰ বুৰঞ্জী লিখিলে। এইবোৰ গ্ৰন্থই বিলাসী জীৱন যাপন কৰাৰ বাবে তেওঁলৈ অৰ্থতকৈ অধিক খ্যাতি আনি দিলে সেইকেইখন গ্ৰন্থ হ'ল 'ভিকাৰ অৱ ৱেকফিল্ড', 'ডি ডিজাৰ্টেড ভিলেজ' আৰু 'চি ষ্টুপচ্ টু কংকাৰ'। এই আটাইকেইখন গ্ৰন্থই অলিভাৰ গোল্ডস্মিথৰ অনুপম সাহিত্য প্ৰতিভাৰ স্বাক্ষৰ বহন কৰি আজিকোপতি ইংৰাজী সাহিত্যৰ ভৰাল চহকী কৰি ৰাখিছে। অলিভাৰৰ সাহিত্য সৃষ্টিত জনচনৰ অনুপ্ৰেৰণাই প্ৰভূত প্ৰভাৱ বিস্তাৰ কৰিছে। বোচৱেলৰ দৰে জীৱনী কাৰৰ সৈতে সদ্ভাৱ নথকা স্বত্বেও বোচৱে লৰ দ্বাৰা 'লাইফ অৱজনচন'ত গোল্ডস্মিথৰ জীৱনৰ বিভিন্ন পৰিঘটনাৰ উল্লেখ কৰি তেওঁৰ হাস্যৰসৰ শলাগ লৈছে। গোল্ডস্মিথৰ জীৱনকাল আছিল নিচেই চুটি। মাত্ৰ সাতচল্লিশ বছৰ জীয়াই থাকি সেই চুটি জীৱনকালত গোল্ডস্মিথে যিখিনি সাহিত্য সম্ভাৰ সৃষ্টি কৰি গ'ল তাৰ মূল্যায়নে গোল্ডস্মিথক জনচন যুগৰ একমাত্ৰ প্ৰতিভাৱান কবি আৰু গদ্যৰচক হিচাপে প্ৰতিষ্ঠা কৰিলে। গোল্ডস্মিথৰ বয়স যেতিয়া সাতচল্লিশ বছৰ তেতিয়া তেওঁ সাধাৰণ জ্বৰত ভুগিছিল। তেওঁ নিজে নিজৰ চিকিৎসা কৰি অধিক ৰোগগ্ৰস্ত হৈ পৰে আৰু অৱশেষত ১৭৭৪ খৃষ্টাব্দত মৃত্যুক সাৱটি লয়। যদিও গোল্ডস্মিথৰ পাৰ্থিৱ শৰীৰ অন্য ঠাইত সমাধিস্থ কৰা হৈছিল তথাপি জনচনে ৱেষ্টমিনিষ্টাৰ এৱেত এটা স্মৃতিস্তম্ভ সজাই তাতে এটা টেবলেট থৈ লেটিন ভাষাত এখন স্মৃতিফলক আঁৰি দিছিল য'ত লিখা আছিল—

"Let not his frailties be rembered, he was a very great man "

জনচনৰ এই বাণী আজিও অনুৰণিত হৈ আছে আৰু সাহিত্য জগতেও এই বাণী সৰোগত কৰি গোল্ডস্মিথৰ সাহিত্য-কৃতিৰ বন্দনা কৰি আছে।

**সাহিত্য-কৃতি ঃ** গোল্ডস্মিথৰ প্ৰথম কালৰ ৰচনা সমূহ অৰ্থ উপাৰ্জনৰ বাবেহে লিখা হৈছিল যদিও তাৰ মাজতো কেতবোৰ ৰচনাই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা পৰিলক্ষিত হৈছে। তাৰ ভিতৰত উল্লেখযোগ্য ৰচনা হ'ল 'পাব্লিক লেজাৰ'— একে লেঠাৰিয়ে লিখা কেতবোৰ চিঠিৰ সমষ্টি এই চিঠিবোৰ লগ লগাই ৰচিত 'ডি চিটিজেন অব ডি ৱৰ্ল্ড' নাম দি প্ৰকাশ কৰা হৈছিল। কোনোবা চীনা পৰিব্ৰাজকে ইংৰাজ সভ্যতাৰ বিষয়ে কৰা বিৰূপ মন্তব্যৰ প্ৰতিবাদ কল্পে গোল্ডস্মিথে একেলেঠাৰিয়ে কেতবোৰ চিঠি প্ৰকাশ কৰিছিল— য'ত আছিল লেখকৰ ব্যক্তিগত অভিমত আৰু দৃষ্টিভঙ্গী। যি পাঁচখন গ্ৰন্থই গোল্ডস্মিথক সাহিত্যিক হিচাপে প্ৰতিষ্ঠিত কৰিছিল সেই পাঁচখন গ্ৰন্থ হ'ল ক্ৰমে 'ডি ট্ৰেভেলাৰ' (১৭৬৪), 'ডি ডেজাৰ্টেড ভিলেজ' (১৭৭০), 'ডি গুড নেচাৰড় মেন', 'চি ষ্টুপচ্ টু কংকাৰ' আৰু 'ডি ট্ৰেভেলাৰচ্' মহাকাব্যৰ অনুকৰণত ৰচিত মূল্যহীন কাব্য— য'ত গোল্ডস্মিথৰ আদৰ্শৰ প্ৰতিফলন ঘটিছে। এইটো এটা দীঘলীয়া কবিতা ছন্দোবদ্ধ সুৰীয়া কবিতা। ইউৰোপৰ বিভিন্ন দেশৰ সামাজিক জীৱনৰ প্ৰতিচ্ছবি কবিতাৰ মাজত প্ৰতিফলিত হৈছে। গোল্ডস্মিথৰ যাযাবৰী জীৱনৰ অভিজ্ঞতা সঞ্চিত কবিতাত সামাজিক মূল্যবোধ আৰু সমালোচনাত্মক দৃষ্টিভঙ্গী বিদ্যমান। গোল্ডস্মিথৰ আন এক উল্লেখযোগ্য কাব্যগ্ৰন্থ হ'ল 'ডি ডিজাৰ্টেড ভিলেজ'— য'ত আয়াৰলেণ্ডৰ গ্ৰাম্য জীৱনৰ সাধুতা, সৰলতা আৰু শুচিতাৰ চিত্ৰ উজ্বল হৈ উঠিছে। গোল্ডস্মিথৰ দুখন কমেডি হ'ল 'ডি গুড্ নেচাৰড্ মেন' আৰু 'চি ষ্টুপচ্ টু কংকাৰ'। দুয়োখন নাটকতে হাস্যৰসাত্মক দৃশ্য আৰু চৰিত্ৰ সুন্দৰকৈ অংকন কৰিছে।

**'ডি ভিকাৰ অব ৱেক্‌ফিল্ড' ঃ** 'ডি ভিকাৰ অব ৱেকফিল্ড' গোল্ডস্মিথৰ একমাত্ৰ উপন্যাস। এইখন যিকোনো ভাষাৰ প্ৰথম উপন্যাস হিচাপে পৰিগণিত হৈছে। এইখন উপন্যাসে ইংৰাজী সাহিত্যত উপন্যাস সৃষ্টিৰ বাট মোকোলাই দিছে। উপন্যাসৰ কাহিনী এজন ইংৰাজ ধৰ্ম যাজকৰ জীৱন-কাহিনী। নাম তেওঁৰ ড° প্ৰাইমৰোজ। তেওঁৰ পৰিয়ালৰ হাঁহি কান্দোন, দুখ-দাৰিদ্ৰ আৰু আশা-নিৰাশাৰ চিত্ৰৰে সমুজ্জ্বল হৈ উঠিছে

উপন্যাসৰ কাহিনী। জীৱন-পথত ঘাট-প্ৰতিঘাটৰ সন্মুখীন হৈছে ড° প্ৰাইমৰোজ। নিজৰ মৰমৰ জীয়ৰীহঁতক আকস্মিকভাৱে অকালতে হেৰুৱাইছে। সন্তান হেৰোৱা ব্যথাৰে ব্যথিত ধৰ্মযাজকে কিন্তু দুখতো বিচলিত হোৱা নাই আৰু সুখতো আত্মহাৰা হোৱা নাই। ভগবান আৰু মানুহৰ ওপৰত থকা অটল বিশ্বাস কাহানিও হেৰোৱা নাই। জীৱন যুদ্ধত তেওঁ সাহসী সৈনিকৰ দৰে যুঁজি গৈছে। তেওঁৰ চাৰিওফালে যেন আশাহত বেদনাৰূপী সিংহই গৰ্জন কৰিছে। যুদ্ধভূমিৰ চাৰিওফালে থিয় হৈ আছে তেওঁৰ ল'ৰা-ছোৱালীহঁত। সিংহ নিনাদতো সন্ত্ৰস্ত নহৈ তেওঁ কেৱল প্ৰভু যীশুৰ যশোগীত গাইছে। প্ৰভুৱে তেওঁক বিপদমুক্ত কৰিছে। জীৱন-যুদ্ধত তেওঁ জয়ী হৈছে। কাৰণ যীশু আৰু মানুহৰ ওপৰত থকা অটল বিশ্বাসে তেওঁক আত্মবল দিছে, সৎসাহস দিছে। উপন্যাসৰ কহিনীৰ মাজত গোল্ডস্মিথৰ অন্তৰাত্মাৰ বিননি স্পন্দিত হৈছে। এনে এক হৃদয়স্পৰ্শী কাহিনীয়ে পাঠকক জীয়াই থকাৰ বাবে আশা দিয়ে, সাহস দিয়ে আৰু দিয়ে আত্মবিশ্বাস। ড° প্ৰাইমৰোজ উপন্যাসৰ কাহিনীৰ নায়ক নহৈ বাস্তৱত লগ পোৱা সৎ চিন্তাৰ সৎসাহসী জীৱন্ত মানুহ হিচাপে ধৰা দিছে। বাস্তৱত সেইজনেই তেওঁৰ দেউতাক সহজ সৰল আত্মবিশ্বাসী ধাৰ্মিক ধৰ্মযাজক। সেযেহে সকলো ভাষাৰ আদি উপন্যাস 'ডি ভিকাৰ অৱ ৱেকফিল্ড' মানৱ জীৱনৰ বাস্তৱ কাহিনী হিচাপে স্বীকৃত হৈছে আৰু এইখন উপন্যাসেই ইংৰাজী সাহিত্যত বাস্তৱধৰ্মী উপন্যাসৰ বাট মুকলি কৰিছে।



# ৰোমাণ্টিক আন্দোলনৰ অগ্ৰণী ঔপন্যাসিক
# জানে অ'ষ্টেন

ৰোমাণ্টিক আন্দোলনৰ সময়ত ইংৰাজী সাহিত্যত কেবাগৰাকীও মহিলা লেখিকাই আত্ম প্ৰকাশ কৰিছিল আৰু তাৰে ভিতৰৰ গাঁচগৰাকী ঔপন্যাসিকাই উপন্যাস ৰচনা কৰি গদ্য সাহিত্যৰ গতি ত্বৰান্বিত কৰিছিল। সেই পাঁচ গৰাকী মহিলা ঔপন্যাসিকা হ'ল ক্ৰমে জানে অ'ষ্টেন, ফ্ৰেন্সেচ্ বাণী, মেৰিযা এজৱৰ্থ, জানে প'ৰ্টাৰ আৰু চুচান ফেৰীয়াৰ। এই আটাইকেইগৰাকীৰ ভিতৰত জানে অ'ষ্টেন আৰু জানে প'টাৰ্ৰ উপন্যাস আজিও সমাদৃত হৈ আহিছে। জানে অ'ষ্টেন যদিও ৰোমাণ্টিক আন্দোলনৰ উপন্যাসিকা আছিল তথাপি তেওঁৰ উপন্যাসৰ পুনৰ বিশ্লেষণৰ কাম বহুত পিচতহে আৰম্ভ হৈছিল। তেওঁ ৱৰ্ডচৰ্থ আৰু কলেৰিজ্ৰ সমসাময়িক লেখিকা আছিল যদিও তেওঁৰ উপন্যাসৰ পুনৰ্মূল্যায়ন হোৱাৰ পিচত পাঠকসকলে স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে তেওঁৰ উপন্যাসে ইংৰাজী উপন্যাস সাহিত্যৰ ভেটিটো অধিক কটকটীয়া কৰি তুলিছে। চাৰ ৱাল্টৰ স্কটে ইতিহাসৰ কাহিনীৰ আট ধৰিহে উপন্যাস ৰচনা কৰিছিল। কিন্তু জানে অ'ষ্টেনে গ্ৰাম্য জীৱনৰ কাহিনী, দৃশ্যপট আৰু নৈসৰ্গিক শোভা অংকন কৰি সামাজিক উপন্যাস ৰচনা কৰি এক সুকীয়া ধাৰা সৃষ্টি কৰি গৈছে। বৰ কম বয়সতে গদ্যৰ সাধনাত ব্ৰতী হোৱা ঔপন্যাসিকা জানে অ'ষ্টেনে বাস্তৱ জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন, সংঘাত দ্বন্দ্বৰ চিত্ৰ অংকন কৰি উপন্যাস ৰচিছিল। ৱৰ্ডচৰ্থ আৰু কলেৰিজৰ বিখ্যাত কাব্যগ্ৰন্থ 'লিৰিকেল বেলাডচ' প্ৰকাশ হোৱাৰ এবছৰ আগতে জানে অ'ষ্টেনৰ আটাইতকৈ বিখ্যাত উপন্যাস "প্ৰাইড এণ্ড প্ৰেজুডাইজ ১৭৯৭ চনত সম্পূৰ্ণ হৈছিল। কিন্তু উপন্যাসখন প্ৰকাশ কৰাৰ বাবে প্ৰকাশক বিচাৰি হায়ৰান হ'বলগীয়া হৈছিল। প্ৰকাশকৰ অভাৱত উপন্যাসৰ পাণ্ডুলিপিটো যোল বছৰ ধৰি অপ্ৰকাশিতভাৱে পৰি আছিল। যোল বছৰ পিচত যেতিয়া উপন্যাসখন প্ৰকাশ হৈ

ওলায় তেযি৷ ই ইংল্যণ্ডত আলোড়নৰ সৃষ্টি কৰে আৰু এইখন উপন্যাসে পোহৰৰ মুখ দেখাৰ পিচতে জানে অ'ষ্টেনৰ নিৰৱ সৃষ্টিৰ বিষয়ে ইংল্যাণ্ডৰ পাঠক সমাজ অৱগত হয়। এইগৰাকী প্ৰচাৰ বিমুখ গদ্য লেখিকা ইমান দিনে লোকচক্ষুৰ আঁতৰত নিৰৱে গদ্যৰ সাধনা কৰি আছিল বুলি তেতিয়াহে সাহিত্য সমালোচক সকলেও গম পায। ৱৰ্ডচৰ্থে যেনেকৈ প্ৰকৃতিৰ বৈচিত্ৰ্য, নৈসৰ্গিক শোভা আৰু জানজুৰি চৰাই চিৰিকতিৰ কলকলনিক পদ্যৰ ভাষাৰে চিৰসুন্দৰৰ ৰূপ দিছিল ঠিক তেনেকৈ অ'ষ্টেনে ইংল্যাণ্ডৰ গ্ৰাম্য সমাজৰ জীৱন কাহিনীক সমুজ্জ্বল কৰি ৰোমাণ্টিক কল্পনাৰ পৰা ওলাই আহি বাস্তৱৰ সৈতে মুখামুখি কৰাই দিছিল। ভাষাত নাছিল কোনো বাগাডম্বৰ বৰ্ণনা, নাছিল কোনো আতিশয্য। অত্যন্ত পৰিশীলিত আৰু পৰিমিত ভাষাত উন্মোচন কৰিছিল বাস্তৱ চৰিত্ৰ। অহঙ্কাৰ আৰু কুসংস্কাৰৰ বলি হোৱা গ্ৰাম্য ইংৰাজ জীৱনৰ কাহিনীৰে ৰচনা কৰা বাবেই তেওঁৰ উপন্যাস 'প্ৰাইড্ এণ্ড প্ৰেজুডাইজ' (অহংকাৰ আৰু কুসংস্কাৰ) এখন লেখত ল'বলগীয়া উপন্যাস হিচাপে স্বীকৃত হয আৰু অ'ষ্টেনো পাঠকৰ মাজত প্ৰিয উপন্যাসিকা হিচাপে পৰিচিত হয়।

জানে অ'ষ্টেনৰ জন্ম হৈছিল ১৭৭৫ চনত ইং.লণ্ডৰ এখনি সৰু গাঁৱত। দেউতাকৰ নাম আছিল ৰেভাৰেণ্ড জৰ্জ অ'ষ্টেন। তেওঁ আছিল ষ্টিভেণ্টনৰ ৰেক্টৰ, গাঁৱৰ গীৰ্জাৰ ধৰ্ম যাজকৰ ঘৰত ওপজা বাবে সৰুৰে পৰা সংস্কাৰৰ মাজত ডাঙৰ দীঘল হৈছিল। ঘৰখনৰ তেওঁ আছিল সপ্তম সন্তান। ঘৰৰ চাৰিবেৰৰমাজত বায়েক ভনীয়েকহঁতৰ লগত ঘৰুৱা কাম কাজ কৰি ৰীতি নীতিৰ মাজত ডাঙৰ দীঘল হৈছিল। ভায়েক-ভনীয়েকহঁতৰ মাজত মিলাপ্ৰীতিৰে শিক্ষাগ্ৰহণ কৰি পৃথিৱীখন নতুন দৃষ্টিৰে চোৱাৰ প্ৰয়াস কৰিছিল। সৰুৰে পৰা হাতত কলম তুলি লৈ লিখিবলৈ লৈছিল। পৰিয়ালৰ বহা কোঠাত এখন সৰু মেজলৈ তাতে লিখা-পঢ়া কৰিছিল। ঘৰলৈ আলহী অতিথি আহিলে নিৰৱে লিখা কাগজ পত্ৰ আঁতৰাই নিৰৱে বহি থাকে। ইমান কম বয়সতে সেইজনী ছোৱালীয়ে উপন্যাস ৰচনা কৰি এনেদৰে বিখ্যাত হৈ পৰিব বুলি কোনেও ভবা নাছিল। প্ৰথম উপন্যাস "প্ৰাইড এণ্ড প্ৰেজুডাইজ" মাত্ৰ ২২ বছৰ বয়সতে ৰচনা কৰিছিল যদিও প্ৰকাশক বিচাৰি নোপোৱা বাবে পাণ্ডুলিপিটো যোল্ল বছৰে অপ্ৰকাশিতভাৱে পৰি আছিল। দ্বিতীয় উপন্যাস 'নৰ্থাঙ্গৰ এবে' ১৭৮৭ চনত লিখি শেষ কৰিছিল যদিও সেইখনো প্ৰকাশকৰ অভাৱত পৰি আছিল। প্ৰথমতে এগৰাকী

প্ৰকাশকৰ ওচৰত সামান্য মূল্যতে পাণ্ডুলিপিটো বিক্ৰি কৰি দিছিল। কিন্তু প্ৰকাশকে নতুন লেখকৰ উপন্যাস বুলি অৱহেলিতভাৱে পেলাই থৈ দিছিল। পোন্ধৰ বছৰ ধৰি এনেদৰে পাণ্ডুলিপিটো অনাদৃতভাৱে পৰি থকাৰ পিচত পৰিয়ালৰ লোকে অন্য এজন প্ৰকাশক বিচাৰি উলিয়াই প্ৰকাশ কৰে। তেওঁৰ তৃতীয় উপন্যাস 'চেন্স এণ্ড চেন্সিবিলিটি'খন পোন প্ৰথমে প্ৰকাশ হৈ ওলায় ১৮১১ চনত। এইখন উপন্যাসৰ আংশিক সাফল্যৰ পিচতহে তেওঁৰ প্ৰথম আৰু দ্বিতীয় উপন্যাসখন প্ৰকাশ হৈ ওলায়। প্ৰথম উপন্যাসখনৰ কাহিনী আৰু চৰিত্ৰই ইংল্যাণ্ডৰ গ্ৰাম্য জীৱনৰ সংস্কাৰাছন্ন পৰিৱেশ জলজল পট পট্কৈ দাঙি ধৰা বাবে সকলো শ্ৰেণীৰ পাঠকৰ বাবে গ্ৰহণযোগ হৈ উঠে। তিনিখন উপন্যাস এখনৰ পিচত এখনকৈ একেলেঠাৰিযে প্ৰকাশ হৈ ওলোৱাৰ পিচতো উপন্যাসৰ সমালোচনা নোহোৱাটো দূৰ্ভগ্যজনক। লেখিকা নিজে প্ৰচাৰ বিমুখ আৰু প্ৰতিষ্ঠাৰ প্ৰতি উদাসীন হোৱা বাবে তেওঁৰ ৰচনাই সমাদৰ লাভ কৰিব পৰা নাছিল। কিন্তু যেতিযা ১৮১৫ চনত এমা (Emma) নামৰ উপন্যাসখন প্ৰকাশ হৈ ওলায তেতিযা 'কোৱাৰ্টাৰলি ৰিভিউ' নামৰ পত্ৰিকাত জানে অ'ষ্টেনৰ ৰচনাৰ বিষয়ে এগৰাকী অনামী সমালোচকে এটি সুন্দৰ প্ৰবন্ধ লেখে। সেই প্ৰবন্ধত নতুন লেখিকাগৰাকীৰ প্ৰতিভাৰ বিষয়ে উচ্চ প্ৰশংসা কৰা হয আৰু জানে অ'ষ্টেনক এগৰাকী প্ৰতিশ্ৰুতি সম্পন্না লেখিকা হিচাপে অভিহিত কৰা হয। সেই অনামী সমালোচকৰ পৰিচয় কেইবছৰমানলৈ অজ্ঞাত হৈ আছিল যদিও পিচত তেওঁৰ পৰিচয সকলোৰে জ্ঞাত হয়।সেই সমালোচকজন অইন কোনো নহয় তেখেত আছিল বিখ্যাত ঔপন্যাসিক চাৰ ৱাল্টাৰ স্কট। স্কট অ'ষ্টেনৰ উপন্যাসৰ নিয়মীয়া পাঠক আছিল আৰু তেওঁ অ'ষ্টেনৰ উপন্যাসৰ উচ্চ প্ৰশংসা কৰিছিল। স্কট আৰুঅ'ষ্টেন দুয়োগৰাকী সমসাময়িক লেখক আছিল যদিও ইজনে সিজনক লগ পোৱা নাছিল নাইবা সমুখা সমুখিকৈ কথা বতৰাও হোৱা নাছিল। দুয়ো লেখনীৰ জৰিয়তে পৰিচয় হৈছিল আৰু এনেদৰেই দুয়োৰো মাজত ঘনিষ্ঠতা গঢ়ি উঠিছিল। দুয়োগৰাকীয়ে ঘৰৰ ভিতৰত থাকি নিৰবে লিখা-পঢ়া কৰিছিল। বাহিৰৰ কোলাহলৰ পৰা দুয়োগৰাকী আঁতৰি আছিল। দুয়োৰো দেখা সাক্ষাৎ হোৱা নাছিল যদিও চিন্তাৰ সুঁতিডাল কিন্তু একেডাল সৰলৰেখাৰে গতি কৰিছিল। অ'ষ্টেনে নিজৰ প্ৰচাৰ নিবিচাৰিছিল, জনপ্ৰিয়তা অৰ্জ্জনৰ প্ৰতিও আকৰ্ষিত হোৱা নাছিল। বৰং তেওঁ নিৰবে ঘৰৰ চাৰিবেৰৰ মাজত থাকি

গদ্যৰ সাধনা কৰিছিল। লেখা মেলা কথাটো তেওঁৰ এক নীৰৱ সাধনা আছিল আৰু মৃত্যুৰ পিচত হ'লেও সেই সাধনাত সিদ্ধি লাভ কৰিবলৈ সক্ষম হৈছিল। এনেদৰে নিৰৱে নিৰলে সাহিত্য সাধনা কৰি কম বয়সতে ১৮১৭ চনত তেও উইনচেষ্টাৰত মৃত্যুক সাৱটি লৈছিল। তেওঁৰ নশ্বৰ দেহ ধৰ্মীয় ৰীতি নীতিৰে গাঁৱৰ গীৰ্জাত সমাধিস্থ কৰা হৈছিল। গাঁৱৰ মাটিতে জন্ম লাভ কৰি গাঁৱৰ মাটিতে সমাধিস্থ হোৱা জানে অ'ষ্টেনৰ উপন্যাসৰ কাহিনীত গাঁৱৰ সেমেকা মাটিৰ গোন্ধ বিয়পি আছে। সেয়েহে তেওঁৰ উপন্যাস সৰ্বসাধাৰণ গঞা ৰাইজৰ অতি প্ৰিয়। কিয়নো উপন্যাসৰ চৰিত্ৰৰ মাজত তেওঁলোকে নিজৰ প্ৰতিচ্ছবি দেখিবলৈ পায়।

অ'ষ্টেনৰ অকাল বিয়োগত চাৰ ৱাণ্টাৰ স্কটে গভীৰ দুখ প্ৰকাশ কৰি লিখিছিল, "সেই গৰাকী কমবয়সীয়া লেখিকাৰ মাজত বিপুল সম্ভাৱনা আছিল। জনসাধাৰণৰ জীৱন দৰ্শন, চাৰিত্ৰিক বৈশিষ্ট্য, অনুভৱ, অনুৰাগৰ প্ৰতি আছিল সম্পূৰ্ণ সচেতন। তেওঁৰ কলমৰ স্পৰ্শত সাধাৰণ ঠাই, সাধাৰণ বস্তু আৰু সাধাৰণ চৰিত্ৰসমূহো উজ্জ্বল হৈ উঠিছিল, জীৱন্ত হৈ উঠিছিল। তেওঁৰ বৰ্ণনা কৌশলে সকলো বস্তুতে প্ৰাণৰ সঞ্চাৰ কৰিছিল। ভগবান প্ৰদত্ত শক্তিৰ গৰাকীনী সেই নাৰীৰ অকাল বিয়োগ কিমান মৰ্মন্তুদ তাক কেৱল অন্তৰেৰেহে অনুভৱ কৰিব পাৰি, ভাষাৰে ব্যক্ত কৰিব নোৱাৰি।" স্কটৰ এই অমৰ বাণীয়ে অ'ষ্টেনৰ সৃষ্টিশীল প্ৰতিভাক চিৰোজ্জ্বল কৰি ৰাখিছে।

জানে অ'ষ্টেনৰ জীৱন কাল আছিল মাত্ৰ ৪২ বছৰীয়া। এইখিনি সময়তে তেওঁ ৬ খন উপন্যাস ৰচনা কৰি ইংৰাজী উপন্যাস সাহিত্যত আগশাৰীৰ আসন দখল কৰিছে। তেওঁ গোটেই জীৱন গাঁৱতেই অতিবাহিত কৰে। এখন সৰু গাঁৱৰ ৰক্ষণশীল পৰিৱেশত জীৱন কটাই গাঁৱৰ সহজ সৰল মানুহক নিচেই কাষৰ পৰা পৰ্যবেক্ষণ কৰি তেওঁলোকৰ জীৱন কাহিনীকে গাঁৱৰ চাবিসীমাৰ মাজতে আৱদ্ধ থাকি ঘৰুৱা কাম কাজ কৰি গাঁৱৰ মানুহক লৈয়ে উপন্যাস লিখিলে। ঔপন্যাসিকা গৰাকীৰ বিচৰণ ক্ষেত্ৰ সীমাবদ্ধ আছিল, কিন্তু তাৰ মাজতো তেওঁ মানুহৰ চৰিত্ৰ যিধৰণে বিশ্লেষণ কৰিলে তাৰ তুলনা নাই। তেওঁৰ দ্বাৰা বৰ্ণিত চৰিত্ৰসমূহৰ মাজত জীৱনৰ সত্যানুসন্ধান উজ্বলি উঠিছে— যেন এখন ৰঙবিৰঙৰ চিত্ৰ। উপন্যাস পঢ়িলে সেই চিত্ৰখন চকুৰ আগত জলজল পটপটকৈ ভাহি উঠে। তেওঁৰ প্ৰথম উপন্যাস "প্ৰাইড এণ্ড প্ৰেজুডাইজ' বহুল প্ৰচাৰিত উপন্যাস। তাৰ মাজত মানুহৰ দম্ভ, অহংকাৰ আৰু

কুসংস্কাৰৰ জীৱন্ত ছবি আছে। আন তিনিখন উপন্যাস 'চেন্স এণ্ড চেন্সিবিলিটি', 'এমা' 'মেন্সফিল্ড পার্ক' ভাল উপন্যাসৰ শাৰীত স্থান পাবলৈ সক্ষম হৈছে। তেওঁৰ আন এখন উল্লেখযোগ্য উপন্যাস 'নর্থেঙ্গাৰ এবে'ত হাস্যব্যঙ্গৰ সুন্দৰ সমন্বয় ঘটিছে। এইখন এখন জনপ্রিয় উপন্যাস হিচাপে পৰিগণিত হৈছে। বাস্তৱ কাহিনীক অনুধাৱন কৰি লিখা াবৰে উপন্যাসৰ কাহিনীৰ মাজত গ্রাম্য সমাজ জীৱন ভাস্বৰ হৈ উঠিছে। বাস্তৱ অভিজ্ঞতাৰ পৰা দেখি শুনিহে তেওঁ উপন্যাস লিখে। তেওঁৰ ভাযেকহঁতে নৌবাহিনীত কাম কৰিছিল। নাবিকৰ জীৱনৰ বিষযে বায়েকহঁতৰ মুখত শুনা কাহিনীবোৰকো উপন্যাসত স্থান দিছে। তেনেবোৰ কাহিনীত ৰোমাঞ্চকৰ অনুভৱ আছে, সমুদ্রৰ বিশালতাৰ ছবি আছে। গাঁৱৰ ৰীতি নীতি, ৰক্ষণশীল সংস্কাৰ, সৰলতা আৰু সীমাবদ্ধতাৰ মাজত থাকিও তেওঁ যি কেইখন উপন্যাস লিখি থৈ গ'ল তাৰ মাজত বাস্তৱ জীৱনৰ ঘাত প্রতিঘাত, আশা নিৰাশা, সুখদুখ, সুন্দৰভাৱে প্রতিফলিত হৈছে। জীৱিত অৱস্থাত তেওঁৰ সৃষ্টিশীল প্রতিভাৰ উচিত মূল্যাংকন হোৱা নাছিল যদিও মৃত্যুৰ পিচত তেওঁৰ সৃষ্টিযে উচিত মর্যাদা লাভ কৰিবলৈ সক্ষম হৈছে।



# নৈতিকতাবাদী ঔপন্যাসিক
# উইলিয়াম মেকপীছ্ থাকাৰে

ইংৰাজী সাহিত্যৰ ভিক্টোৰিযান যুগৰ দুগৰাকী আটাইতকৈ সফল বাস্তববাদী ঔপন্যাসিকৰ এগৰাকী হ'ল চাৰ্লচ ডিকেন্স আৰু আনগৰাকী নৈতিকতাবাদী লেখক উইলিযাম মেক্‌পীছ্ থাকাৰে— যাৰ জীৱন জোৰা সাধনাৰ ফলত সৃষ্টি হৈছে নৈতিক চৰিত্ৰ সম্বলিত উপন্যাস। ডিকেন্সৰ উপন্যাসত জীৱনৰ তিতা-কেঁহা অভিজ্ঞতাৰ প্ৰতিফলন দেখা যায যদিও থাকাৰেৰ উপন্যাসত নৈতিক চৰিত্ৰৰ সুষম অভিব্যক্তি পৰিদৃষ্ট হয। দুয়োগৰাকী ঔপন্যাসিকৰ উপন্যাস সমানে জনপ্ৰিয় হৈ উঠিছে যদিও দুয়োগৰাকীৰ উপন্যাসৰ দুটা সুকীযা ধাৰা পৰিলক্ষিত হয়। সমাজ আৰু জীৱন দুয়োৰে উপন্যাসৰ মূল বিষয যদিও পৰিৱেশ সৃষ্টিত পাৰ্থক্য নহ'লেও মানসিক সংস্থিতিৰ পাৰ্থক্য পৰিলক্ষিত হয়। ডিকেন্স ৰোমাণ্টিক আৱেগ প্ৰবণ আৰু পৃথিৱীখনক কল্পনাৰ চকুৰে চাব বিচাৰে। আনহাতে থাকাৰে বাস্তববাদী। বাস্তৱত চকুৰে যি দেখিছে তাকে প্ৰত্যক্ষ কৰি উপন্যাসত কাহিনী সৃষ্টি কৰে। থাকাৰেৰ মূল লক্ষ্য সমাজৰ প্ৰকৃত চিত্ৰ দাঙি ধৰি নৈতিকতাৰ শিক্ষা দিযা।

থাকাৰেৰ জন্ম হৈছিল ১৮১১ খৃষ্টাব্দত কলিকতাত। তেওঁৰ দেউতাক আছিল বৃটিছ শাসিত ভাৰত চৰকাৰৰ অসামৰিক বিষয়া। থাকাৰেৰ বয়স যেতিয়া পাঁচবছৰ তেতিয়া দেউতাকৰ মৃত্যু হৈছিল আৰু দেউতাকৰ মৃত্যুৰ পিচত থাকাৰেৰ পৰিয়ালটো ইংল্যাণ্ডলৈ ঘূৰি গৈছিল। তাৰ পিচত থাকাৰেক বিখ্যাত চাৰ্টাৰ হাউচ স্কুলত নাম ভৰ্ত্তি কৰাই দি মাক দ্বিতীয় বিবাহত আবদ্ধ হয়। সেই সময়ৰ স্কুলৰ পৰিৱেশে থাকাৰেকো আমুৱাইছিল তথাপি ইচ্ছাৰ বিৰুদ্ধে গৈও থাকেৰেই শিক্ষা গ্ৰহণ কৰিবলগীয়া হৈছিল। তেওঁৰ 'ডি নিউকামচ' নামৰ উপন্যাসত স্কুলৰ পৰিৱেশ স্পষ্টভাৱে দাঙি ধৰিছে। তেওঁৰ মতে সেই সময়ৰ ইংল্যাণ্ডৰ স্কুল পবিত্ৰ শিক্ষানুষ্ঠান

ন'হে কচাইখানাহে আছিল। কাৰণ স্কুলত ছাত্ৰৰ ওপৰত নিৰ্মম অত্যাচাৰ চলোৱা হৈছিল। ছাত্ৰসকলক সাধাৰণ দোষতে নিৰ্মমভাৱে প্ৰহাৰ কৰা হৈছিল। ওঠৰ বছৰ বয়সত তেওঁ স্কুলীয়া শিক্ষা সমাপ্ত কৰি কেম্ব্ৰিজৰ ট্ৰিনিটি কলেজত নাম ভৰ্ত্তি কৰে। তাত দুবছৰ পঢ়াৰ পিচত ডিগ্ৰী পঢ়িবলৈ জাৰ্মানী আৰু ফ্ৰান্সলৈ গুছি যায় য'ত তেওঁ শিল্প বিষয়ৰ অধ্যয়ন কৰে আৰু এগৰাকী শিল্পী হোৱাৰ সপোন দেখে। ১৮৩২ খৃঃত তেওঁ ইংল্যাণ্ডলৈ ঘূৰি আহি 'টেম্পুল' নামে ঠাইত থিতাপি লয় আৰু তাতে আইন পঢ়িবলৈ ধৰে। কিন্তু লাহে লাহে আইনৰ প্ৰতিও মোহভঙ্গ হয় আৰু আইন পঢ়া বাদ দি এখন বাতৰি কাকত প্ৰকাশ কৰিবলৈ ধৰে। কিন্তু তাতো তেওঁ সফল হ'ব নোৱাৰিলে। তথাপি বাইশবছৰ বযসত চিত্ৰকৰ আৰু ভাষ্যকাৰ হিচাপে জীৱিকা আৰম্ভ কৰে। এনেদৰে ছবি আঁকি আৰু বিভিন্ন বিষযৰ ওপৰত ভাষণ দি তেওঁ উপাৰ্জন কৰিবলৈ ধৰে। সেই সমযত ডিকেন্সৰ উপন্যাসে জনপ্ৰিযতা অৰ্জন কৰিবলৈ সক্ষম হৈছিল। থাকাৰেই কেইখনমান চিত্ৰ অংকন কৰি সেইবোৰলৈ ডিকেন্সক দেখা কৰে আৰু ছবিসমূহৰ বিষযবস্তুৰ বিষযে ক'বলৈ প্ৰযাস কৰে। ডিকেন্সে ছবিবোৰ চাই একে আষাৰে ছবিবোৰৰ গ্ৰহণযোগ্যতা নাকচ কৰে। ডিকেন্সৰ ব্যৱহাৰত হতাশ হৈ থাকাৰেই ছবি অঁকা বাদ দি সাহিত্য-চৰ্চা কৰিবলৈ ধৰে। প্ৰথমতে সমাজ জীৱনৰ বিভিন্ন দিশ ব্যঙ্গাত্মক অভিব্যক্তিৰে দাঙি ধৰি পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ চেষ্টা কৰে। 'ফ্ৰেজাৰচ্ মেগাজিন'ত এই প্ৰৱন্ধসমূহ প্ৰকাশ কৰিবলৈ লয আৰু এনেদৰে একেলেঠাৰিয়ে কেবাটাও ব্যঙ্গাত্মক প্ৰৱন্ধ লিখি পাঠকৰ দৃষ্টি আকৰ্ষণ কৰে। তেওঁৰ ব্যঙ্গ প্ৰৱন্ধসমূহৰ ভিতৰত উল্লেখযোগ্য কেইটামান হ'ল ইযেলো প্লাছ পেপাৰচ্' ডি গ্ৰেট হোগাৰ্টি ডায়মণ্ড, কেথেৰিণ, ডি ফিটচ্ বুডলাৰচ্, ডি বুক অৱ স্নোৱচ্, 'বেৰী লিণ্ডন' ইত্যাতি। ১৮৪৭-৪৮ খৃষ্টাব্দত যেতিযা তেওঁৰ উপন্যাস 'ভেনিটী ফেয়াৰ' প্ৰকাশ হৈ ওলায় তেতিয়া তেওঁ উপন্যাসিক হিচাপে স্বীকৃত হয়।

থাকাৰেৰ জীৱনৰ আটাইতকৈ সুখৰ দিনবোৰ আৰম্ভ হৈছিল বিয়াৰ পিচত। ১৮৩৬ খৃষ্টাব্দত তেওঁ এগৰাকী সুন্দৰী গাভৰুক বিযা কৰাই সংসাৰ সুখত নিমগ্ন হয়। বিয়াৰ পিচত কেইবছৰমান সুখ-শান্তিৰে পাৰ হয যদিও সেই সুখৰ দিন বেছিদিনলৈ বৰ্তি নাথাকিল। তেওঁৰ প্ৰিয়তমা পত্নী নৰিযাত পৰি মানসিক বিকাৰগ্ৰস্তা হ'ল আৰু তেওঁক আৰোগ্য নিকেতনত ৰাখিবলগীয়া হ'ল। পত্নীৰ অনুপস্থিতিয়ে থাকাৰেক তীব্ৰ আঘাত

দিলে আৰু বিকাৰগ্ৰস্তা পত্নীৰ চিন্তাই তেওঁক খুলি খুলি খাবলৈ ধৰিলে। তেওঁৰ মন ইমানেই বিষাদগ্ৰস্ত হ'ল যে তেওঁ নিজৰ ঘৰ বাদ দি ক্লাবৰ আড্ডাত নিমগ্ন হ'ল। আড্ডাত বহি মানসিক যন্ত্ৰণা কিছুপৰিমাণে উপশম কৰাৰ চেষ্টা কৰিলেও অন্তৰত বেদনাৰ অন্তৰ্বাহী ফল্গু প্ৰবাহমান হৈ থাকিল। সংসাৰৰ চাকনৈয়াত তেওঁৰ বৈবাহিক জীৱন সাগৰৰ ধুমুহা আৰু দুৰ্ঘটনাত বিধ্বস্ত হোৱা জাহাজৰ দৰে ছেদেলি ভেদেলি হ'লেও তেওঁ অন্তৰত প্ৰেম ফল্গু স্ৰোতস্বিনী হৈ থাকিল আৰু সেই ভগ্ন প্ৰেমৰ সুবাসেৰে সুবাসিত হৈ উঠিল তেওঁৰ উপন্যাসৰ চৰিত্ৰসমূহ। "ভেনিটী ফেযাৰ'ত নিৰৰ্থক জীৱনৰ অহংকাৰ আৰু সমাজজীৱনৰ ঠগ-প্ৰৱঞ্চনা সমুজ্জ্বল হৈ উঠিছে। থাকাৰেৰ প্ৰথম উপন্যাস হিচাপে 'ভেনিটী ফেয়াৰে' আংশিক সফলতা লাভ কৰাৰ পিচত মধ্য বিত্ত শ্ৰেণীৰ জীৱন সংঘাতক লৈ ৰচনা কৰা আন চাৰিখন উপন্যাসে তেওঁলৈ ধন আৰু যশস্যা কঢ়িযাই আনিছে। সেই চাৰিখন উপন্যাস হ'ল— পেণ্ডেনিচ (১৮৫০), হেনৰি এচমণ্ড (১৮৫২), ডি নিউকামচ্ (১৮৫৫) আৰু ভি ভাৰজিনিয়ানচ্ (১৮৫৯)। প্ৰতিখন উপন্যাসতে সমাজ জীৱনৰ দ্বন্দ্ব, দ্বিধা, সংস্কাৰ আৰু মধ্যবিত্ত শ্ৰেণীৰ অভাৱ-অনাটন আৰু হাঁহি কান্দোনৰ সজীৱ চিত্ৰ প্ৰকট হৈ উঠিছে। সাংসাৰিক জীৱনত হতাশ হোৱা থাকাৰেই সমাজ জীৱনৰ ইতিবাচক দিশটো লক্ষ্য কৰিহে উপন্যাসৰ কাহিনী ৰচনা কৰিছে।

**থাকাৰেৰ সাহিত্য কৰ্ম ঃ** প্ৰথমতে সাহিত্য আলোচনীৰ বাবে বিভিন্ন বিষয়ৰ প্ৰবন্ধ লিখি জীৱিকা উলিওৱা থাকেৰেই পৰৱৰ্তী জীৱনত উপন্যাস ৰচনা কৰি ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠিত হয়। তেওঁৰ প্ৰথম উপন্যাস 'ভেনিটী ফেয়াৰ'ত এটি সৰু কাহিনী আছে। উপন্যাসত কোনো নায়ক চৰিত্ৰ নাই। সমালোচকৰ ভাষাত "a novel without a hero" দুগৰাকী নাৰী চৰিত্ৰ 'এমেলিয়া' আৰু 'বেকী চাৰ্প'ৰ কাহিনীৰে উপন্যাসখন সম্পূৰ্ণ কৰা হৈছে।

**পেণ্ডেনিজ ঃ** পেণ্ডেনিজ থাকাৰেৰ দ্বিতীয় উপন্যাস। এইখন উপন্যাস ১৮৫০ চনত প্ৰকাশ হয়। উপন্যাসত আইনৰ প্ৰতি তেওঁৰ মানসিক দৃষ্টিভঙ্গীৰ পূৰ্ণ প্ৰতিফলন ঘটিছে। তেওঁ নিজে আইন পঢ়া বাদ দিছিল। আইনৰ প্ৰতি থকা বিৰক্তিয়ে উপন্যাসত ব্যঙ্গ ৰূপ পৰিগ্ৰহ কৰিছে আৰু সমাজ ব্যৱস্থাটোক ব্যঙ্গ কৰি নৈতিকতাৰ স্খলন হোৱা দেখুৱাইছে। সঁচাক মিছা কৰাৰ যি প্ৰৱণতা সেয়া নৈতিকতাত বিশ্বাসী থাকাৰেৰ বাবে

অসহ্যকৰ আৰু সেয়েহে তেওঁ এই উপন্যাসত ভণ্ডামি আৰু ঠগামিৰ বিপৰীতে নৈতিকতাৰ জযগান গাইছে। লেখকৰ আত্মবিশ্লেষণ, আত্ম অন্বেষণ আৰু নিঃস্বাৰ্থতা শক্তিশালী ৰূপত প্ৰতিপন্ন হৈছে উপন্যাসৰ কাহিনীত।

**হেনৰি এচ্‌মণ্ড ঃ** এইখন এখন ঐতিহাসিক উপন্যাস। মহাৰাণী আন্নেৰ শাসন কালত ঘটা ঘটনাৰ আলমত উপন্যাসখন ৰচনা কৰা হৈছে। এই উপন্যাসৰ কাহিনী মালবোৰোৰ ডিউকৰ উচ্চাভিলাষৰ কাহিনী। যুদ্ধকালীন সময়ৰ এক বিভীষিকাপূৰ্ণ দৃশ্যপট উপন্যাসত উজ্জ্বলি উঠিছে। চৰিত্ৰবোৰ বুৰঞ্জীৰ পাতৰ পৰা বুটলি লোৱা হ'লেও চৰিত্ৰ চিত্ৰণত কলাসুলভ স্বকীয বৈশিষ্ট্য বিৰাজমান। প্ৰেম ভালপোৱা, ৰোমান্স, উচ্চাভিলাষৰ সঙ্গীত সুৰেৰে কাহিনী ভৰপুৰ হ'লেও বাস্তৱক অস্বীকাৰ কৰাৰ প্ৰৱনতা পৰিলক্ষিত নহয। বাস্তৱত যি ঘটিছে তাকে নিৰ্মোহভাৱে উদঙাই দিছে। হেনৰি এচ্‌মণ্ড উপন্যাসৰ নায়ক। নায়কে দহ বছৰে এজনী গাভৰুক ভাল পাইছিল। গাভৰুৰ দৈহিক সৌন্দৰ্যই নায়কক মুগ্ধ কৰিছিল। সুদীৰ্ঘ দহবছৰ প্ৰেমৰ পূজাৰী হৈ শেষত প্ৰেমিকাৰ মাকৰ লগত বিবাহ পাশত আৱদ্ধ হৈছিল। প্ৰেমিকাৰ মাকৰ লগত বিযা হোৱাটো নিষ্ঠুৰ সত্য হ'লেও তাক অদৃষ্টৰ পৰিহাস বা বিধিৰ বিধান বুলি মানি ল'বলগীয়া হোৱাটো উপন্যাসৰ কাহিনীত বাস্তৱতাকে প্ৰতিপন্ন কৰিছে। থাকাৰেৰ উপন্যাসত বাস্তৱ উদঘাটনৰ চেষ্টা নিঃসন্দেহে সুখদায়ক নহয় যদিও কাহিনীৰ পৰিসমাপ্তিযে কল্পনাৰ ধূসৰতাৰ সলনি বাস্তৱকহে উন্মোচন কৰে। সেযেহে তেওঁৰ উপন্যাস বাস্তৱ কাহিনীৰ জীৱন্ত প্ৰতিচ্ছবি হিচাপে পৰিগণিত হৈছে।

**ডি নিউকামচ্ আৰু ডি ভাৰজিনিয়ানচ্ ঃ** থাকাৰেৰ আন দুখন উপন্যাস হ'ল 'ডি নিউকামচ' আৰু 'ডি ভাৰজিনিয়ানচ্'। এই দুখন উপন্যাসতো মানৱীয় প্ৰমূল্যবোধ, সহৃদয়তা আৰু মানৱতাবোধক অধিক প্ৰাধান্য দিয়া হৈছে। কাহিনীৰ মাজত প্ৰেম দযা কৰুণা মমতা আৰু জীৱনৰ ক্ষণভঙ্গুৰতা স্পষ্ট হৈ উঠিছে। আন কেইখন উপন্যাসৰ দৰে এই দুখন উপন্যাসতো মানৱীয় দুৰ্বলতাৰ কাহিনী উজ্জ্বলি উঠিছে। থাকাৰেৰ জীৱনত উপন্যাস ৰচনাৰ কাল ১৮৪৭ খৃষ্টাব্দৰ পৰা ১৮৫৯ লৈ পৰিব্যাপ্ত হৈ আছে। এই কালচোৱাৰ ভিতৰত তেওঁ কাহিনী স্ৰষ্টা হিচাপে জীৱন অন্বেষণত ব্ৰতী হৈছিল। এটাৰ পিচত আন এটা কাহিনী ৰচনা কৰিলেও তেওঁৰ সৃষ্টিশীল স্পৃহা নিৰ্বাপিত হোৱা নাছিল। তেওঁ আৰু বেছিভাল কাহিনী সৃষ্টি কৰাৰ তাডনাত ভুগিছিল

আৰু অধিক মৰ্মস্পৰ্শী কাহিনীৰ সন্ধানত ব্যাকুল হৈ পৰিছিল। ১৮৬০ খৃষ্টাব্দত তেওঁ 'কৰ্ণহিল মেগাজিন'ৰ সম্পাদক পদ অলংকৃত কৰিছিল আৰু আলোচনীৰ পাতত নতুন কাহিনী সৃষ্টি কৰাৰ প্ৰয়াস কৰিছিল। এনেদৰে কাহিনীৰ সন্ধানত ব্যস্ত হৈ থাকোতে হঠাতে তেওঁ ১৮৬৩ খৃষ্টাব্দত মৃত্যুৰ কোলত চিৰনিদ্ৰিত হৈ পৰে। এনেদৰে এগৰাকী সৃষ্টিশীল সাহিত্যিকৰ অতৃপ্ত আত্মাৰ বাসনা চিৰদিনৰ বাবে নিৰ্বাপিত হয়। তেওঁৰ মৃতদেহ কেনচেল গ্ৰীণৰ সেউজীয়া ঘাঁহনিৰ মাজত সমাধিস্থ কৰা হয় আৰু তাৰ লগে লগে অন্ত হয় এগৰাকী মহান ঔপন্যাসিকৰ জীৱন নাট। ভিক্টোৰিয়ান যুগৰ ঔপন্যাসিক থাকাৰেৰ উপন্যাস আছিল নৈতিকতাবাদ আৰু মানৱতাবাদৰ জীৱন্ত দলিল, আৰু সেয়েহে তেওঁ আজিও ইংৰাজী উপন্যাস সাহিত্যৰ প্ৰবাদ পুৰুষ হিচাপে জীয়াই আছে।



## ইংৰাজ ঔপন্যাসিক

# মেৰী আন ইভানচ্ ওৰফে জৰ্জ এলিয়ট

ভিক্টোৰিয়ান যুগৰ লেখকসকলৰ ক্ষেত্ৰত এহাতে জীৱনৰ সমস্যাৰাশি বিশ্লেষণ কৰাৰ বাবে শক্তিশালী বুদ্ধিদীপ্ত প্ৰৱণতা আৰু আনহাতে সেই সমস্যাসমূহ সমাধান কৰাৰ বাবে উপায় উদ্ভাৱন কৰাৰ কৌশল সুন্দৰভাৱে পৰিদৃষ্ট হয়। উপন্যাসৰ কাহিনীতো নৈতিক শিক্ষা দিযাৰ উদ্দেশ্য নিহিত হৈ থকা পৰিলক্ষিত হয। ডিকেন্স আৰু থাকাৰেৰ উপন্যাসে স্বকীয গতি নিৰ্দ্ধাৰণ কৰাৰ পিচত যি গৰাকী ঔপন্যাসিকৰ উপন্যাসে মানৱ সমাজত নৈতিক আদৰ্শ প্ৰতিষ্ঠা কৰাৰ চেষ্টা কৰিছে সেই গৰাকী ঔপন্যাসিক হ'ল মেৰী আন ইভানচ্ যি গৰাকী মহিলাই পুৰুষৰ নামলৈ ছদ্ম নামত জৰ্জ ইলিযট হিচাপে উপন্যাস ৰচনা কৰি এক সুকীয়া আসন দখল কৰি থৈ গৈছে। ডিকেন্সে নগৰীয়া জীৱনৰ ছবিৰে কাহিনী ৰচিছিল, থাকাৰেই সমাজ ব্যৱস্থাৰ কেৰোণ উদঙাই দি কাহিনী ৰচিছিল। আনহাতে জৰ্জ এলিযটে ইংল্যাণ্ডৰ গ্ৰাম্য জীৱনৰ ছবি আঁকি নৈতিকতাৰ শিক্ষা দিবলৈ চেষ্টা কৰিছিল। তিনিগৰাকী সম-সাময়িক ঔপন্যাসিকৰ তিনিটা ভিন ভিন আদৰ্শই ইংৰাজী সাহিত্যত উপন্যাসৰ সবল ভেটি গঢ়ি তুলিবলৈ সক্ষম হৈছিল। নাৰী হৃদযৰ কোমলতা, স্নেহ কৰুণাৰে সিক্ত হৈ উঠিছিল এলিয়টৰ উপন্যাসৰ কাহিনী— য'ত নাছিল ধৰ্মীয় গোড়ামি, আধ্যাত্মিক অনুভৱ আৰু ৰাজনৈতিক পৰিৱেশ। মানৱজীৱনৰ প্ৰমূল্যবোধ আৰু নৈতিকতাক আগস্থান দি বাস্তৱ চৰিত্ৰ চিত্ৰণ কৰি নৈতিক শিক্ষা দিয়াৰ চেষ্টা কৰা পৰিলক্ষিত হয় মেৰী আনচৰ উপন্যাসত। ইংল্যাণ্ডৰ যি কেইগৰাকী ঔপন্যাসিকাই ইংৰাজী উপন্যাস বিশ্ব সাহিত্যৰ শীৰ্ষস্থানত বহুৱাবলৈ চেষ্টা কৰিছিল সেই কেইগৰাকীৰ ভিতৰত মেৰী আনে নিঃসন্দেহে আটাইতকৈ শীৰ্ষ স্থান অধিকাৰ কৰিছে। মেৰী আন ইভানচে নিজৰ নামত

কোনো ৰচনা প্ৰকাশ কৰা নাছিল। জৰ্জ এলিয়ট ছদ্ম নাম লৈহে উপন্যাস লিখিছিল। তেওঁ চল্লিশ বছৰ বয়সত উপন্যাস লিখা আৰম্ভ কৰিছিল আৰু দহ বছৰ সাধনা কৰি কেবাখনো ভাল উপন্যাস ৰচি থৈ গৈছে। বয়সৰ হিচাপত তেওঁ জীয়াই আছিল ৬১ বছৰ আৰু সাহিত্য চৰ্চা আৰম্ভ কৰিছিল চল্লিশ বছৰ বয়সত। তথাপি দহ বছৰ সাধনা কৰিয়ে তেওঁ ইংৰাজী সাহিত্যত এগৰাকী বিখ্যাত ঔপন্যাসিকা হিচাপে প্ৰতিষ্ঠিত হৈছিল। থাকাৰে আৰু ডিকেন্সৰ উপৰিও এই সময়চোৱাৰ ভিতৰততেওঁ কেবাটাও মূল্যবান প্ৰবন্ধও ৰচনা কৰিছিল। জৰ্জ এলিয়টৰ আটাইতকৈ উল্লেখযোগ্য ৰচনা হ'ল 'ৰোমোলা' — যিখন, উপন্যাস নৱজাগৰণ আন্দোলনৰ নৈতিক আৰু দাৰ্শনিক আদৰ্শৰে সমৃদ্ধ।

মেৰী আনৰ জন্ম হৈছিল ১৮১৯ খৃষ্টাব্দত। ষ্ট্ৰেটফোৰ্ড অন এভনৰ পৰা কুৰি মাইল নিলগৰ বৰ্কচায়াৰৰ অন্তৰ্গত আৰবাৰী ফাৰ্ম নামৰ এখন কৃষি প্ৰধান অঞ্চলত জন্ম হৈছিল মেৰী আনৰ। পৰিয়ালটো আছিল এটি সাধাৰণ কৃষক পৰিয়াল য'ত আছিল ধৰ্মীয় বিশ্বাস আৰু কৰ্মযোগ। কামেই যাৰ ধৰ্ম — সেই পৰিয়ালৰ লোকসকলৰ একমাত্ৰ ধ্যান ধাৰণা আছিল কামৰ মাজেদি সফলতা অৰ্জন কৰা। দেউতাক আছিল নীৰৱ কৰ্মযোগী। কৰ্মৰ মাজেদি দেউতাকে সামাজিক প্ৰতিষ্ঠা লাভ কৰি গণ্য মান্য ইংৰাজ ভদ্ৰলোক হিচাপে পৰিচিত হৈছিল।

জৰ্জ এলিয়টৰ জন্মৰ পিচত পৰিয়ালটোৱে গ্ৰীচৰ ধৰ্মযাজকৰ অধীনস্থ এটা গ্ৰামাঞ্চললৈ আহে আৰু তাতে বসতি কৰিবলৈ লয়। সেই সেউজীয়া অঞ্চলৰ বিনন্দীয়া প্ৰকৃতিৰ মাজত আনৰ শৈশৱ অতিবাহিত হয়। ল'ৰালিৰ সেই স্মৃতি ধূসৰ মিডলেণ্ডৰ গ্ৰাম্য জীৱনৰ চিত্ৰ মেৰীৰ প্ৰথমাৰ্দ্ধৰ উপন্যাসত দেখিবলৈ পোৱা যায়। মেৰীৰ নিজৰ পৰিয়ালৰ ছবি উপন্যাসত প্ৰকট হৈ উঠিছে। মেৰীৰ 'ডি মিল অন ডি ফ্ল'চ' নামৰ উপন্যাসৰ মেগীৰ চৰিত্ৰটো হুবহু মেৰীৰ চৰিত্ৰ আৰু টম টুলিভাৰ চৰিত্ৰটো মেৰীৰ বায়েকৰ চৰিত্ৰ হিচাপে প্ৰকট হৈ উঠিছে। "আডাম বেডে", উপন্যাসত মেৰীৰ খুৰীয়েকক ডিনা মৰিজৰ চৰিত্ৰত আৰু মাকক মিছেছ্ পয়জাৰ নামৰ নাৰী চৰিত্ৰত পৰিদৃষ্ট হয়। তেওঁৰ দেউতাকৰ চৰিত্ৰটো পিচৰ উপন্যাসত দেখিবলৈ পোৱা যায়। বিশেষকৈ 'মিডিল মাৰ্চ' নামৰ উপন্যাসত 'ক'লেব গ্ৰেথ'ৰ লগত দেউতাকৰ চৰিত্ৰৰ সাদৃশ্য দেখিবলৈ পোৱা যায়। কেইবছৰমান তেওঁ নিনেটন

আৰু ক'ভেণ্ট্ৰীৰ দুখন ব্যক্তিগত স্কুলত অধ্যয়ন কৰিছিল। কিন্তু মাকৰ মৃত্যুৰ পিচত সোতৰ বছৰ বয়সত ঘৰুৱা কামৰ দায়িত্ব বহন কৰিবলগীয়া হয় আৰু ফলস্বৰূপে তেওঁৰ আনুষ্ঠানিক শিক্ষালাভৰ পথ ৰুদ্ধ হয়। ঘৰত থাকিয়ে তেওঁ বিভিন্ন বিষয়ৰ অধ্যয়ন কৰিবলৈ লয় আৰু তেনেদৰে তেওঁ সাহিত্য, ব্যাকৰণ, জ্যামিতি, ৰসায়ন, পদাৰ্থ বিজ্ঞান, দৰ্শন আদি বিষয়ৰ গ্ৰন্থ অধ্যয়ন কৰি জ্ঞান আহৰণ কৰে। সেই জ্ঞানৰ ওপৰত ভিত্তি কৰিয়েই তেওঁ পৰৱৰ্তী জীৱনত সাহিত্য চৰ্চাত ব্ৰতী হয়।

মেৰী যেতিয়া বিশবছৰীয়া হয় তেতিয়া তেওঁৰ পৰিয়ালটো আকৌ এবাৰ ক'ভেণ্টিৰ কাষৰীয়া ঠাই 'ফলোচিন ৰোডলৈ' উঠি আহে। ইয়াত তেওঁ ৰঙবিৰঙৰ ফিটা তৈয়াৰ কৰোতা চাৰ্লচ ব্ৰেৰ পৰিয়ালৰ সান্নিধ্যলৈ আহে। ব্ৰেৰ ঘৰত ওচৰ পাজৰৰ স্বাধীনভাৱে চিন্তা কৰালোকসকল গোট খাইছিল আৰু তেওঁলোকে বিভিন্ন বিষয়ৰ ওপৰত আলোচনা কৰিছিল। মেৰীযেও এনেবোৰ আলোচনাত ভাগ লৈছিল যদিও তেওঁলোকৰ চিন্তাধাৰাৰ সৈতে মেৰীৰ চিন্তাৰ আকাশ পাতাল পাৰ্থক্য আছিল। মেৰীয়ে কাৰ্লাইলৰ ধৰ্ম যুদ্ধৰ প্ৰতিহে অধিক আকৃষ্ট হৈছিল আৰু আধ্যাত্মিক অনুশাসনৰ ভিতৰত নুসুমাই মানৱীয় প্ৰমূল্যবোধক গুৰুত্ব দি মানুহৰ জীৱনক লৈ উপন্যাস ৰচাৰ সম্বলহে বিচাৰি ফুৰিছিল।

১৮৪৯ চনত মেৰীৰ দেউতাকৰ মৃত্যু হয় আৰু তেতিয়া তেওঁ ব্ৰেৰ লগত ভ্ৰমণলৈ যায় আৰু মহাদেশৰ বিভিন্ন ঠাই ভ্ৰমণ কৰে। ইংল্যাণ্ডলৈ ঘূৰি আহি 'ৱেষ্টমিনিষ্টাৰ ৰিভিউ'ত কেবাটাও উদাৰনৈতিক আদৰ্শৰ প্ৰবন্ধ লিখে আৰু সেই আলোচনীৰ সহকাৰী সম্পাদকৰ দায়িত্ব বহন কৰে। লণ্ডনত থকা তেওঁৰ আবাসগৃহত তেওঁৰ জীৱনৰ পৰিবৰ্তনৰ অধ্যায় আৰম্ভ হয় আৰু তাতেই তেওঁৰ প্ৰকৃত সাহিত্যিক জীৱনৰ সূচনা হয়। সেইসময়ত তেওঁৰ স্পেন্সাৰ, মিল আৰু অন্য বৈজ্ঞানিকৰ লগত বন্ধুত্ব গঢ়ি উঠে আৰু স্পেন্সাৰৰ জৰিয়তে সেইসময়ৰ এগৰাকী লেখক হেনৰি লিউজৰ লগত পৰিচয় হয়। লিউজৰ লগত তেওঁৰ বন্ধুত্ব ইমানেই গাঢ় হয় যে শেষত গৈ লিউজক বিয়া কৰায়। লিউজৰ অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত হৈ মেৰীয়ে আলোচনীৰ বাবে উপন্যাস লিখিবলৈ আৰম্ভ কৰে। তেওঁৰ প্ৰথম কাল্পনিক কাহিনী হ'ল 'এমোচ বাৰ্টন' ১৮৫৭ খৃষ্টাব্দত প্ৰকাশ হয় আৰু পিচত ইয়াক ১৮৫৮ চনত প্ৰকাশিত হোৱা 'চিনচ অৱ ক্লাৰিকেল লাইফ' নামৰ গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হয়। তেওঁৰ প্ৰথম দীঘলীয়া উপন্যাস

'আডাম বেডে' (Adam Bede প্ৰকাশিত হয় ১৯৫৯ চনৰ আগ ভাগত আৰু উপন্যাসখন জনপ্ৰিয় হৈ উঠে। উপন্যাসখনে তেওঁলৈ সন্মান কঢ়িয়াই আনে। এই সফলতাই তেওঁক অনুপ্ৰাণিত কৰে আৰু নতুন উদ্যমেৰে সম্পূৰ্ণ কৰে আন এখন জনপ্ৰিয় উপন্যাস 'ডি মিল অন ডি ফ্লচ'। তাৰপিচৰ বছৰত ৰচনা কৰে 'চিলাচ মাৰনাৰ' (Silas Marnar) নামৰ আন এখন উপন্যাস। এখনৰ পিচত আন এখন উপন্যাসৰ জনপ্ৰিয়তাই ঔপন্যাসিকজনকো অতি জনপ্ৰিয় কৰি তোলে। এই আটাইবোৰ উপন্যাস জৰ্জ এলিয়টৰ নামত প্ৰকাশ হৈছিল। কিন্তু ইংল্যাণ্ডৰ অনুসন্ধিৎসু পাঠকৰ দৃষ্টিত ঔপন্যাসিকজনৰ প্ৰকৃত পৰিচয় বেচি দিন গোপন হৈ নাথাকিল। পাঠকে ঔপন্যাসিকৰ পৰিচয় বিচাৰি গম পালে যে এই জনপ্ৰিয় লেখক জন আচলতে এগৰাকী নাৰীহে যাৰ প্ৰকৃত নাম মেৰী আন ইভানচ্।

জৰ্জ এলিয়টে ইংল্যাণ্ডৰ গ্ৰাম্য জীৱনৰ চিত্ৰ আৰু চৰিত্ৰৰ সমাৱেশ ঘটাই উপন্যাস ৰচনা কৰি ইংৰাজ পাঠকৰ হৃদয় জিনিলে। অকল গ্ৰাম্য জীৱনৰ চিত্ৰ অংকনতে ক্ষান্ত নাথাকি এলিয়টে ইতিহাসৰ কাহিনীৰ আধাৰত ঐতিহাসিক উপন্যাস ৰচনা কৰাৰ প্ৰয়াস কৰিলে আৰু সেই উদ্দেশ্যে তেওঁ ১৮৬০ চনত উপন্যাসৰ সমল বিচাৰি ইটালী পৰিভ্ৰমণ কৰে। তেওঁৰ এই ইটালী ভ্ৰমণৰ উদ্দেশ্য আছিল ইউৰোপৰ নৱজাগৰণ আন্দোলনৰ বিষয়ে বিস্তৃত অধ্যয়ন কৰা আৰু তাৰ পটভূমিত এখনি ইতিহাস সমৃদ্ধ অথচ কল্পনাৰ ৰহন সানি উপন্যাস ৰচনা কৰা। তেওঁৰ এই পৰিকল্পনা আছিল সুবৃহৎ আৰু সুদীৰ্ঘ এবছৰ ধৰি ৰোমোলা নামৰ এখন বৃহৎ উপন্যাস ৰচনা কৰি ইতিহাসৰ জীৱন্ত কাহিনী উন্মোচন কৰা। এই প্ৰচেষ্টাত মেৰী সম্পূৰ্ণৰূপে সফল হৈছিল যদিও কাহিনীৰ 'দুৰ্বোধ্যতা'ৰ বাবে উপন্যাসখন জনপ্ৰিয় হৈ নুঠিল। উপন্যাসখন ৰচনা কৰোতে কেবামাহো ধৰি অশেষ কষ্ট স্বীকাৰ কৰি সম্পূৰ্ণ কৰে। উপন্যাসখন সৃষ্টিৰ ক্ষেত্ৰত লাভ কৰা অভিজ্ঞতাৰ কথাকে মেৰীয়ে নিজেই স্বীকাৰ কৰি গৈছে— যেতিয়া মই উপন্যাসখন আৰম্ভ কৰো তেতিয়াই মই যুৱতী নাৰী আছিলো আৰু যেতিয়া সমাপ্ত কৰিলো তেতিয়া হ'লো বুঢ়ী। উপন্যাসখন জনপ্ৰিয় হৈ নুঠিলেও এখন কষ্টোপাৰ্জিত সৃষ্টি হিচাপে আজিও স্বীকৃত হৈ আহিছে। ৰোমোলাৰ পিচত ১৮৬৬ চনত তেওঁৰ আন এখন উপন্যাস 'ফেলি' হল্ট ডি ৰেডিকেল' সম্পূৰ্ণ কৰে। তাৰ পিচত তেওঁ স্পেইন ভ্ৰমণ কৰি স্পেইনৰ সমাজ জীৱনৰ ওপৰত ভিত্তি কৰি ১৯৬৮ চনত 'ডি স্পেনীচ্ জিপচী' নামৰ.কাব্যগ্ৰন্থ ৰচনা কৰে। ১৮৭১-৭২ চনৰ ভিতৰত

সম্পূৰ্ণ কৰা মিডিল মাৰ্চ (Middle march) জৰ্জ এলিয়টৰ এখন জনপ্ৰিয় উপন্যাস। তেওঁৰ উপন্যাসৰ আমনিদায়ক দিশটো হৈছে অত্যধিক বিশ্লেষণ আৰু নৈতিক দৰ্শন। তেওঁৰ আন এক উল্লেখযোগ্য আৰু মহৎ সৃষ্টি হ'ল 'ডেনিযেল ডেৰোণ্ডা' — যিখন উপন্যাস ১৮৭৬ চনত প্ৰকাশ হয়। এখনৰ পাচত আন এখন উপন্যাস প্ৰকাশ কৰি জৰ্জ এলিয়ট ভিক্টোৰিয়ান যুগৰ এগৰাকী প্ৰথিতযশা ঔপন্যাসিক হিচাপে জনাজাত হয় আৰু তেওঁৰ সাফল্যৰ আঁৰত যাৰ অনুপ্ৰেৰণাই অনুঘটকৰ দৰে কাম কৰিছিল সেইগৰাকী লোক আছিল তেওঁৰ স্বামী লিউজ্। কিন্তু দুৰ্ভাগ্যবশতঃ ১৮৭৮ চনত লিউজৰ মৃত্যু হয়। স্বামী বিয়োগৰ ব্যথাত মেৰী দিশহাৰা হৈছিল। নিঃসঙ্গতাৰ বেদনাই মেৰীক খুলি খুলি খাইছিল। অৱশেষত তেওঁ এক অদ্ভুত সিদ্ধান্ত লৈ জন ৱাল্টাৰ ক্ৰচ্ নামৰ লোক এজনক বিয়া কৰালে। জন তেওঁতকৈ কেবাবছৰে সৰু আছিল। জনক বিয়া কৰোৱাৰ পিচত মেৰীয়ে লিখিছিল— মোৰ ভৰিৰ তলেৰে দুখৰ গভীৰ নৈ বৈ আছে অথচ মই নতুন জীৱনৰ পাতনি মেলি দিনবোৰ উপভোগ কৰিছোঁ। ষাঠি বছৰীয়া মেৰীয়ে ডেকা স্বামীৰ সান্নিধ্যত যৌৱনৰ মাদকতা অনুভৱ কৰি দুখৰ বোজা পাতলাই জীৱনটোক উপভোগ কৰিছে। কিন্তু সেই সুখ বেচিদিন নিটিকিল। সেই বছৰৰে ডিচেম্বৰ মাহত (১৮৮০) মেৰীৰ মৃত্যু হৈছিল আৰু অন্ত হৈছিল এগৰাকী ঔপন্যাসিকাৰ বৈচিত্ৰ্যপূৰ্ণ জীৱন নাট।

**সাহিত্য-কৰ্ম ঃ** জৰ্জ এলিয়টৰ সাহিত্যকৰ্মক তেওঁৰ জীৱনৰ তিনিটা অধ্যায়ৰ তিনিটা সমষ্টিত ভাগ কৰিব পৰা যায়। প্ৰথম অধ্যায়ৰ ৰচনাৰাজিক প্ৰথম সমষ্টিত ধৰা হয়। প্ৰথম অধ্যায় ১৮৪৬ চনৰ পৰা ১৮৫৪ লৈকে বিশেষকৈ অনুবাদ সাহিত্যকে ধৰি বিভিন্ন ৰচনা সন্নিবিষ্ট কৰা হয়। প্ৰথম অধ্যায়ৰ শেষৰফালে লিউজৰ সান্নিধ্য লাভ কৰাৰ পিচত এলিয়টৰ সাহিত্য-চৰ্চাৰ গতি অধিক ত্বৰান্বিত হয়। তেওঁৰ জীৱনৰ দ্বিতীয় অধ্যায় ১৮৬১ চনলৈ বুলি ধৰিলে এই সময়চোৱাত তেওঁৰ সাহিত্য প্ৰতিভাৰ পূৰ্ণ বিকাশ ঘটে আৰু এই সময়চোৱাত চাৰিখন উপন্যাস সম্পূৰ্ণ কৰে। এই চাৰিখন উপন্যাস হ'ল 'চিনচ্ অব ক্লাৰিকেল লাইফ', আডাম বেডে, মিল্ অন্ ডি ফ্ল'চ আৰু চিলাচ্ মাৰনাৰ। এই উপন্যাসৰ কাহিনীত ব্যক্তিগত জীৱনৰ প্ৰচ্ছায়া পৰিলক্ষিত হয়। মিডলেণ্ডৰ সাধাৰণ মানুহৰ জীৱন আৰু জীয়াই থকাৰ সংগ্ৰামৰ প্ৰতিচ্ছবি দেখিবলৈ পোৱা যায় উপন্যাসৰ কাহিনীত। তেওঁৰ সাহিত্য প্ৰতিভাৰ অধিক উৎকৰ্ষ সাধন হয় এই সময়ছোৱাত। 'চিলাচ মাৰনাৰ' এলিয়টৰ এক উৎকৃষ্ট সৃষ্টি। তেওঁৰ ৰচনাত

নিৰপেক্ষতা, সাবলীলতা আৰু হাস্য-ব্যঙ্গ অভিব্যক্তি বিদ্যমান। তেওঁৰ সাহিত্যিক জীৱনৰ তৃতীয় তথা অন্তিম অধ্যায় আৰম্ভ হয় ১৮৬২ চনৰ পৰা। এই অধ্যায়ৰ প্ৰথম উপন্যাস ৰোমোলা সম্পূৰ্ণ হয ১৮৬২-১৮৬৩ চনত আৰু এই উপন্যাসৰ কাহিনী ইটালীৰ জীৱন আৰু ইতিহাসৰ ছাঁ লৈ ৰচিত। সেই সময়চোৱাত তেওঁ তিনিখন উপন্যাস, এখন নাটকীয় পদ্য, আৰু এখন ভিন্নধৰ্মী প্ৰবন্ধ সংকলন ৰচনা কৰে। উপন্যাস তিনিখন হ'ল ফেলি'হল্ট (১৮৬৬), মিডিল মাৰ্চ (১৮৭১-৭২), ডেনিয়েল ডেৰোণ্ডা (১৮৭৬)। অভিলাষী নাটকীয় কাব্য গ্ৰন্থ হ'ল স্পেনীচ্ জিপচী (১৮৬৮) আৰু ভিন্ন ধৰ্মী ৰচনা সংগ্ৰহ হ'ল 'ডি ইম্প্ৰেচনচ্ অৱ থিওফ্ৰেষ্টাচ্ চাচ্চ (১৮৭৯)। মধ্যভাগত ৰচিত ৰচনাসমূহৰ তুলনাত শেষ ভাগৰ উপন্যাসমূহ কম আমোদজনক আৰু অধিক বৰ্ণনাধৰ্মী। চৰিত্ৰৰ বিশ্লেষণ সুক্ষ্ম হ'লেও গ্ৰাম্যজীৱনৰ চিত্ৰ অস্পষ্ট। ঔপন্যাসিকাই কষ্টকৰ শ্ৰম কৰিছে যদিও মানৱীয অনুভূতি নিস্প্ৰভ হোৱা বাবে পাঠকৰ অন্তৰ স্পৰ্শ কৰিব নোৱাৰিলে। কিন্তু তাৰ মাজতো ডেনিয়েল ডেৰোণ্ডা লেখকৰ মহত্বম সৃষ্টি হিচাপে পৰিগণিত হৈছে।

লেখকৰ মতে তেওঁৰ উপন্যাসত Psychologic Realism অৰ্থাৎ মনস্তাত্বিক বাস্তৱতা বিৰাজমান। মনস্তাত্বিক বিশ্লেষণ এলিযটৰ উপন্যাসৰ এক অনন্য বৈশিষ্ট্য। অৱশ্যে কেতিয়াবা এনে বিশ্লেষণ ইমানেই বৰ্ণনা ধৰ্মী হয় যে উপন্যাসৰ বিষয় বস্তুটোৱে আমনিদায়ক হৈ উঠে। এলিয়টে চৰিত্ৰৰ জৰিয়তে নৈতিক শিক্ষা দিবলৈ চেষ্টা কৰে। চাৰ্লচ ডিকেন্স আৰু থাকাৰেৰ উপন্যাসৰ নায়ক-নায়িকা স্বয়ং সম্পূৰ্ণ হোৱাৰ বিপৰীতে এলিয়টৰ উপন্যাসৰ নাযক-নায়িকা প্ৰথমতে চালুকীয়া অৱস্থাত থাকে। লাহে লাহে চৰিত্ৰবোৰ গঢ লৈ উঠে। দুৰ্বল অৱস্থাৰ পৰা চৰিত্ৰ সবল পৰ্যায়ত উপনীত হওঁতে সময় লাগে। চৰিত্ৰৰ প্ৰথম অৱস্থাৰ গঢ-গতি চাই চৰিত্ৰটো কেনেদৰে ঠন ধৰি উঠিব তাক অনুমান কৰিব নোৱাৰি। উদাহৰণস্বৰূপে ৰোমোলা উপন্যাসৰ মূল চৰিত্ৰ টিটো আৰু ৰোমালাৰ কথা ক'ব পৰা যায়। প্ৰথম অৱস্থাত টিটো চৰিত্ৰটো ভাল হ'বনে বেয়া হ'ব তাক অনুমান কৰিব নোৱাৰি। কিন্তু লাহে লাহে চৰিত্ৰটো নৈতিক শিক্ষাৰ সমল হৈ উঠে। তেনেদৰে ৰোমোলা চৰিত্ৰটো প্ৰথমতে অস্পষ্টভাৱে বিকশিত হয় যদিও পিচলৈ সবল সুন্দৰ হৈ উঠে। এলিয়টে চৰিত্ৰৰ জৰিয়তে নৈতিক শিক্ষা দিয়াৰ উপৰিও আইনৰ প্ৰতি সন্মান জনোৱাৰ পৰামৰ্শও দিয়ে। এলিয়টৰ উপন্যাসৰ আন এক গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হ'ল বিমৰ্ষতা আৰু কৰুণতা। প্ৰতিখন

উপন্যাসৰ চৰিত্ৰৰ মাজত বিমৰ্ষতা, কাৰুণ্য আৰু দ্বিধাগ্ৰস্ততা প্ৰকট হৈ উঠিছে। ব্যক্তিগত জীৱনৰ কাৰুণ্য আৰু হতাশগ্ৰস্ততা প্ৰতিফলিত হৈছে উপন্যাসৰ চৰিত্ৰৰ মাজত। মেৰীৰ স্বামীয়ে উপন্যাসৰ বিশ্লেষণ আগবঢ়াই যেতিয়া মন্তব্য কৰে যে তেওঁৰ উপন্যাস কাৰুণ্যৰে ভৰপুৰ তেতিয়া মেৰী উচুপি উচুপি উত্তৰ দিয়ে— তেওঁ জীৱনক যেনেদৰে বিচাৰি পাইছে তেনেদৰেই উপস্থাপন কৰিছে। বিমৰ্ষতা, কাৰুণ্য আৰু দ্বিধাগ্ৰস্ততা তেওঁৰ জীৱন লগৰী। এলিয়টৰ মতে দুখ বেদনাই আমাৰ যাত্ৰাপথত গোপনে প্ৰৱেশ কৰে। বিষাদ বেদনা এৰাই চলি জীৱনৰ যাত্ৰাপথ সুগম আৰু মসৃণ কৰাটো কাৰো বাবে সহজসাধ্য নহয়। সেযেহে তেওঁৰ উপন্যাসৰ কাহিনীত বেদনাৰ বোৱতী সুঁতি প্ৰবাহমান হৈ থাকে। 'চিলাচ মাৰনাৰ' এলিয়টৰ এক উল্লেখযোগ্য ট্ৰেজেডী উপন্যাস। উপন্যাসৰ নায়ক চিলাচ এজন দুখীয়া তাঁতী (Weaver)। তেওঁৰ জীৱন সংগ্ৰাম, ঘাট প্ৰতিঘাট উপন্যাসৰ মূল উপজীব্য। কাপোৰ বুই যিখিনি উপাৰ্জন কৰে তাৰে কোনোমতে সংসাৰ চলায়। কিন্তু তেওঁৰ উপাৰ্জনৰ ধনো ডকাইতি কৰি নি তেওঁৰ অৱস্থা নাজল নাথল কৰিলে। উপন্যাসখনৰ কাহিনীত বিষাদৰ সুৰ স্পন্দিত হৈছে। উপন্যাসৰ আন-আন চৰিত্ৰ গডফ্ৰে চেচ, মিঃ মেচি, ডলীউইনথ্ৰ'প আদি নিউলেণ্ডৰ সাধাৰণ লোক। এই মানুহবোৰৰ চৰিত্ৰ বিশ্লেষণৰ দ্বাৰা কাহিনী আগবঢ়াই নিছে।

'ৰোমোলা' সম্পূৰ্ণ ইটালীয় চৰিত্ৰ আৰু চিত্ৰৰ ওপৰত নিৰ্ভৰ কৰি ৰচনা কৰা হৈছে। ফ্ৰ'ৰেন্সত যি সময়ত চেভোনাৰোলাৰ শাসন চলিছিল সেই সময়ত আৰম্ভ হোৱা নৱজাগৰণ আন্দোলনৰ পটভূমিত ৰচিত হৈছে উপন্যাসৰ কাহিনী। কাহিনীত ঐতিহাসিক ঘটনা আৰু দৃশ্যৰ সমাৱেশ ঘটিছে। উপন্যাসত ঐতিহাসিক স্থান আৰু চৰিত্ৰ উপস্থাপন কৰা হৈছে যদিও বাস্তৱতাৰ প্ৰমাণ নাই। সেয়েহে পাঠকে ইয়াৰ ঐতিহাসিক সমলক বিশ্বাস কৰিবলৈ টান পায়। উপন্যাসখন কষ্ট কৰি ৰচনা কৰা হৈছিল যদিও বাস্তৱ চৰিত্ৰৰ অভাৱত পাঠকৰ গ্ৰহণযোগ্য হৈ নুঠিল। নাৰী হৈও পুৰুষৰ ছদ্মনামত হতাশগ্ৰস্ত জীৱনৰ কাহিনীৰে উপন্যাস ৰচনা কৰি মেৰী আন ইভানচে ইংৰাজী উপন্যাস সাহিত্যত নিজৰ স্থান যুগমীয়া কৰি গৈছে।

●●●

# আফিঙৰ নিচাগ্ৰস্ত লেখক থমাচ ডি কুৱেঞ্চি

ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক যুগত আফিঙৰ নিচাত ডুবি সপোন ৰাজ্যত বিচৰণ কৰি যিগৰাকী লেখকে সাহিত্য সাধনা কৰি সৃজনশীল প্ৰতিভাৰ পৰিচয় দিলে সেই গৰাকী সাহিত্যিক হ'ল থমাচ ডি কুৱেঞ্চি। তেওঁৰ ৰচনা জটিল দুৰ্বোধ্য আৰু অলীক কল্পনাৰে ভৰপুৰ। কিন্তু তাৰ মাজতো বিশেষকৈ তেওঁৰ সুকীয়া ষ্টাইল আৰু প্ৰকাশ ভংগীয়ে এক সুকীযা বৈশিষ্ট্য বহন কৰিছে। ক'লেৰিজতকৈ তেওঁ বিদ্বান আৰু প্ৰখৰ বুদ্ধিদীপ্ত আছিল কিন্তু তেওঁৰ বুদ্ধিমত্তা সপোন দেখা প্ৰৱণতাই ম্লান কৰি পেলাইছিল। আফিঙৰ নিচাত তেওঁ সপোন ৰাজ্যত ভাহি ফুৰিছিল। তেওঁৰ বন্ধু বান্ধৱ আছিল বহুতো, বিশেষকৈ গ্ৰেছমিয়াৰৰ কবিসকল আছিল তেওঁৰ অন্তৰঙ্গ বন্ধু। ৱৰ্ডচৰ্থৰ পুৰণি ঘৰটো আছিল লেম্ব, কুৱেঞ্চি আৰু অন্যান্য কবিসকলৰ আড্ডাৰ কেন্দ্ৰস্থল। গ্ৰেছমিয়াৰতে কুৱেঞ্চিয়ে জীৱনৰ সুদীৰ্ঘ বিশটা বছৰ অতিবাহিত কৰিছিল। লেম্ব কুৱেঞ্চিতকৈ দহ বছৰে ডাঙৰ আছিল যদিও দুয়োৰো মাজৰ বন্ধুত্ব আছিল গভীৰ। দুয়োজন সমসাময়িক লেখক আছিল যদিও দুয়োৰো ৰচনাৰীতিৰ পাৰ্থক্য দৃষ্টিগোচৰ হয়। লেম্বৰ ৰচনা সৰলতা, সততা, মানৱতা আৰু সহৃদয়তাৰে পৰিপূৰ্ণ হোৱাৰ বিপৰীতে কুৱেঞ্চিৰ ৰচনাত অসংলগ্ন চিন্তাৰ উন্মেষ আৰু দুৰ্বোধ্য অভিব্যক্তি পৰিলক্ষিত হয়। কিন্তু তাৰ মাজতো কুৱেঞ্চিৰ লিখাৰ ষ্টাইল ব্যতিক্ৰম ধৰ্মী আৰু সুকীয়া। ডি কুৱেঞ্চিৰ দৃষ্টিত জীৱন ধুঁৱলি কুঁৱলিময় আৰু বিশৃংখল। তেওঁ যিবোৰ ৰচনা লিখিছে সেইবোৰত বাস্তৱতকৈ কল্পনাৰ ৰহন অধিক দেখা যায়। তেওঁৰ এখন উল্লেখযোগ্য ৰচনা 'ডি ৰিভোল্ট অৱ টাৰটাৰচ'তো বাস্তৱিক কাহিনীতকৈ কল্পনাৰ প্ৰাচুৰ্য পৰিলক্ষিত হয়। শ্বেলীৰ কবিতাতকৈও ডি কুৱেঞ্চিৰ গদ্যত অবাস্তৱ কথাৰ পয়োভৰ দেখা যায়। কিন্তু তথাপিও কুৱেঞ্চিৰ লেখাৰ ষ্টাইলে তেওঁৰ ৰচনাক আকৰ্ষণীয় কৰি তুলিছে।

কুৱেঞ্চিৰ জন্ম হৈছিল ১৭৮৫ খৃষ্টাব্দত মানচেষ্টাৰত। দেউতাক আছিল ধনী মহাজন আৰু মাকো আছিল আঢ্যৱন্ত পৰিয়ালৰ জীয়ৰী। কিন্তু মাক আৰু বাপেকৰ স্বভাৱ চৰিত্ৰৰ ছাঁ কুৱেঞ্চিৰ ওপৰত পৰা নাছিল। মাক বাপেকে কুৱেঞ্চিৰ পঢ়া-শুনাৰক্ষেত্ৰতো বিশেষ যত্ন লোৱা নাছিল। বাথৰ গ্ৰামাৰ স্কুলত ভৰ্ত্তি হৈ কুৱেঞ্চিয়ে নিজৰ প্ৰতিভাৰ বলত গ্ৰীক আৰু লেটিন ভাষা সুন্দৰকৈ আয়ত্ব কৰি লয়। পোন্ধৰ বছৰ বয়সত গ্ৰীক ভাষা পঢ়িব জনাই নহয়, সলসলীয়াকৈ ক'বও পাৰিছিল। তেওঁৰ সেই ব্যুৎপত্তি দেখি স্কুলৰ শিক্ষকসকল আচৰিত হৈছিল। শিক্ষকসকলৰ লেহেমীয়া শিক্ষাই কুৱেঞ্চিক ধৰি ৰাখিব নোৱাৰিলে। তেওঁ স্কুলৰ বন্ধ পৰিৱেশৰ পৰা ওলাই আহি মুকলি আকাশৰ তলত ঘূৰি ফুৰিবলৈ ধৰিলে, যাযাবৰৰ দৰে জীৱন যাপন কৰিব ধৰিলে। ঘৰৰ মানুহে বুজাই বঢ়াইযো স্কুলীয়া শিক্ষাত মন বহুৱাব নোৱাৰিলে। আনকি সেইসময়ত ভাৰতত থকা তেওঁৰ খুৰাকে বুজাই বঢ়াই সপ্তাহত এক গিনিকৈ হাত খৰচ দিয়াৰ বন্দোৱস্ত কৰি স্কুললৈ পঠালে। কিন্তু তেওঁ স্কুলত নাথাকি বাহিৰত যাযাবৰী জীৱন যাপন কৰিবলৈ ধৰিলে। স্কুলৰ ক্লাছ নকৰি তেওঁ পাহাৰে কন্দৰে ঘূৰি ফুৰে, কেতিয়াবা ভেৰাৰখীয়াৰ পজাত ৰাতি কটায়, কেতিয়াবা এঙেৰুৱাৰপৰ্ণ কুটীৰত থাকে, কেতিয়াবা অঘৰীৰ তম্বুৰ তলত নিশা যাপন কৰে। এনেদৰে তেওঁ যাযাবৰী জীৱন যাপন কৰি জীৱনৰ মাদকতা অনুভৱ কৰে। অৱশেষত তেওঁ মানচেষ্টাৰৰ স্কুলৰ পৰা পলাই লণ্ডনলৈ গুছি আহে। লণ্ডণতো তেওঁ হাবি বননি, পৰ্বতে কন্দৰে অনাই বনাই ঘূৰি ফুৰে। কেতিয়াবা ধুমুহা বৰষুণৰ মাজতো সপোনৰ পাছে পাছে দৌৰি ফুৰে। এনেদৰে এবছৰ যাযাবৰৰ দৰে ভোকে লঘোনে ঘূৰি ফুৰি কটোৱাৰ পিচত তেওঁৰ পৰিয়ালৰ মানুহে তেওঁক বিচাৰি আনি অ'ফোৰ্ডত নাম লগাই দিয়ে। অ'ফোৰ্ডত তেওঁৰ বুদ্ধিৰ বিকাশ হয় আৰু বৃত্তি লাভ কৰিবলৈও সক্ষম হয়। ১৮০৭ চনত তেওঁ ডিগ্ৰী পৰীক্ষাত বহি লিখা পৰীক্ষা কৃতকাৰ্যতাৰে শেষ কৰে। কিন্তু যেতিয়া মৌখিক পৰীক্ষাৰ বাবে সাজু হ'বলগীয়া হয় তেতিয়া অহেতুক ভয়ে তেওঁক বিহ্বল কৰি তোলে আৰু লগে লগে বিশ্ববিদ্যালয়ৰ পৰা নিৰুদ্দেশ হয়। তাৰ পিচত তেওঁ আৰু অ'ফোৰ্ডলৈ ঘূৰি যোৱা নাই আৰু শেষত তেওঁ শিক্ষাজীৱনৰ যৱনিকা পৰে। অ'ফোৰ্ডত থাকোতে তেওঁ স্নায়ু ৰোগত আক্ৰান্ত হয় আৰু সেই ৰোগৰ বিষৰ পৰা পৰিত্ৰাণ পোৱাৰ বাবে আফিং খাবলৈ ধৰে। আফিঙৰ নিচাই

সাময়িক সকাহ দিয়া বাবে তেওঁ ড্ৰাগছৰ প্ৰতি আসক্ত হয় আৰু শেষত ড্ৰাগছ সেৱন কৰাটো অভ্যাসত পৰিণত হয়। এনেদৰে সুদীৰ্ঘ ত্ৰিশবছৰে তেওঁ আফিংখাই সপোন বিভোৰ হৈ আছিল। কল্পনা ৰাজ্যত উটিভাহি লেখা মেলাও কৰিছিল। নিচাগ্ৰস্ত হৈ লেখা বাবে কেতবোৰ ৰচনাত বিষয় বস্তুৰ আঁট হেৰাই গৈছে। ক'ৰবাত বৰ্ণনা অতিৰঞ্জিত হৈছে আৰু ক'ৰবাত ভাৱৰ আঁট  হেৰাই গৈ আউল লাগিছে। তথাপি তেওঁৰ লেখাৰ ষ্টাইল অনবদ্য। সুদীৰ্ঘ বিশবছৰ লেকৰ কবিসকলৰ সঙ্গত গ্ৰাছমিয়াৰত কটাই দিয়ে। ১৮২১ খৃঃত তেওঁৰ প্ৰথম গ্ৰন্থ "কনফেচনচ অৱ এন ইংলিছ অ'পিযাম ইটাৰ" প্ৰকাশ হয। এইখন গ্ৰন্থ তেওঁৰ আত্মজীৱনী য'ত নিজৰ নিছাৰ কথা কৈ আত্মবিশ্লেষণ কৰিছে। তেওঁ অকপটে স্বীকাৰ কৰিছে আফিঙৰ নিচাত আত্মবিভোৰ হোৱা দিনবোৰৰ কথা। কুৱেঞ্চিয়ে ছদ্ম নামত প্ৰৱন্ধ লিখিছিল। ১৮৩০ চনত তেওঁ ব্ৰেকউডচ্ মেগানিজৰ লগত জড়িত হৈ পৰে আৰু তাত নিযমীয়াকৈ প্ৰৱন্ধ লিখিবলৈ লয। সেই সমযত তেওঁ পৰিযালৰ সৈতে এডিনবাৰ্গলৈ গুছি আহে। এডিন বাৰ্গত পৰিযাল ৰাখি বন্ধু বান্ধৱে বিচাৰি নোপোৱা ঠাইত এটি সৰুকৈ কোঠালী লৈ লিখিবলৈ ধৰে। সেইখিনি সময়ত তেওঁৰ ওচৰলৈ কোনেও যাব নোৱাৰে, তেওঁক লগ ধৰিবও নোৱাৰে। আনকি পৰিযালৰ লোকৰ লগতো তেওঁৰ কোনো সম্পৰ্ক নাথাকে। এনেদৰে গণবিচ্ছিন্ন হৈ তেওঁ একোখন কিতাপ সম্পূৰ্ণ কৰে। যেতিয়া তেওঁৰ বন্ধু বান্ধৱ আৰু পৰিযাল বৰ্গই তেওঁৰ থকা ঠাইৰ সম্ভেদ পায যেতিযা তেওঁ সেই ঠাই এৰি অইন ঠাইত কোঠা এটা লৈ লিখিবলৈ লয়। এনেদৰে তেওঁ কেবাখনো গ্ৰন্থ সম্পূৰ্ণ কৰে। অৱশেষত ১৮৫৯ চনত এডিনবাৰ্গতে তেওঁৰ মৃত্যু হয়। মৃত্যুৰ আগে আগে তেওঁৰ যিমান ৰচনা ছদ্মনামত প্ৰকাশ হৈছিল আটাইখিনি লগ লগাই চৈধ্যখন গ্ৰন্থ সংকলন কৰে। সেই গ্ৰন্থসমূহে আজিও ইংৰাজী সাহিত্যত তেওঁৰ সাহিত্যিক প্ৰতিভা চিৰস্মৰণী কৰি ৰাখিছে।

**সাহিত্য কৰ্ম ঃ** কুৱেঞ্চিৰ সাহিত্য কৰ্মক সাধাৰণতে দুটা শ্ৰেণীত ভাগ কৰা হৈছে। প্ৰথম শ্ৰেণীত ৰখা হৈছে তেওঁৰ অসংখ্য সমালোচনাত্মক প্ৰৱন্ধ আৰু দ্বিতীয় শ্ৰেণীত ধৰা হৈছে আত্মজীৱনীমূলক ৰচনাসমূহ। এই আটাইখিনি ৰচনা বিভিন্ন আলোচনীত সিঁচৰিত হৈ আছিল আৰু মৃত্যুৰ আগে আগে সেই আটাইখিনি সংগ্ৰহ কৰি প্ৰকাশ কৰা হয। সমালোচনাত্মক গ্ৰন্থৰ ভিতৰত সাহিত্যিক মূল্য থকা আটাইতকৈ উল্লেখযোগ্য

সাহিত্য কৰ্ম হ'ল 'লিটাৰেৰী ৰেমিনিচিনচ্' (সাহিত্যিক সুলভ স্মৃতিৰোমন্থন)। এই গ্ৰন্থত তেওঁৰ পূৰ্বসুৰী কবি সাহিত্যিকসকলৰ স্মৃতিৰোমন্থন কৰি তেওঁলোকৰ সাহিত্যকৰ্মৰ আলোচনা আগবঢাইছে। ৱৰ্ডচ'ৰ্থ, ক'লেৰিজ, লেম্ব, শ্বেলী, কীটচ, হেজলিট আৰু লেগুৰৰ সাহিত্য সৃষ্টিৰ বিশ্লেষণে গ্ৰন্থখনক অধিক মূল্যবান কৰি তুলিছে। সমালোচনাত্মক ৰচনৰ ভিতৰত ১৮২৩ চনত প্ৰকাশিত 'অন ডি ন'কিং এট ডি গেটইন মেকবেথ' নামৰ সংকলনখন নিঃসন্দেহে এখন সুখপাঠ্য। এই গ্ৰন্থত কুৱেঞ্চিৰ সুক্ষ্ম বিশ্লেষণাত্মক দৃষ্টিভংগী উজ্জ্বল হৈ উঠিছে। ১৮২৭ চনত প্ৰকাশিত হোৱা আন এখন ৰচনা 'মাৰ্ডাৰ কন্সিডাৰড এজ ৱান অৱ ডি ফাইন আৰ্টচ' এখন ব্যতিক্ৰমধৰ্মী হাস্যৰসাত্মক সৃষ্টি। আন আন সমালোচনাত্মক সাহিত্য কৰ্মবোৰ হ'ল 'লেটাৰচ্ টু ইয়ং মেন' (১৮২৩) জোৱান অৱ আৰ্ক' (১৮৪৭), 'ডি ৰিভোলট অৱ ডি টাৰটাচ' (১৮৪০) আৰু 'ডি ইংলিছ্ মেইল কোচ্চ' (১৮৪০)। 'ড্ৰিম ফগ' এখন কল্পনামধুৰ কৌতুহলোদ্দীপক ৰচনা।

**আত্মজীৱনীমূলক ৰচনা ঃ** আত্মজীৱনীমূলক ৰচনাৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য ৰচনা হ'ল 'কনফেচনচ্ অৱ এন ইংলিছ্ অপিযাম ইটাৰ'। এই গ্ৰন্থত আফিঙৰ নিচাগ্ৰস্ত কুৱেঞ্চিৰ স্বীকাৰোক্তি আছে, সপোন আছে আৰু আছে যাযাবৰী জীৱনৰ ভ্ৰমণ কাহিনী। সজীৱ অথচ অৰ্থপূৰ্ণ বৰ্ণনাৰে দাঙি ধৰিছে যাযাবৰী জীৱনৰ দিনপঞ্জী দ্বিধাহীন সংকোচহীনভাৱে নিজৰ স্খলনৰ কথা অকপটে স্বীকাৰ কৰিছে। ১৮৪৫ চনত সংকলন কৰা আন এখন আত্মবিশ্লেষণ ধৰ্মী ৰচনা হ'ল 'চাচপিৰিযা ডি প্ৰোফান্দিজ' য'ত অদ্ভুত সপোন আৰু দুখবোধৰ ছবি আছে। সপোনবোৰ উজ্জ্বল আলোকময় চিত্ৰৰে ভৰপূৰ। সপোন হ'লেও তাৰ মাজত কুৱেঞ্চিৰ গভীৰ অন্তৰ্দৃষ্টি আছে। সপোনতে সৃষ্টি কৰিছে কেবাটাও অচিনাকি আচহুৱা নাৰী চৰিত্ৰ। নাৰী চৰিত্ৰৰ বৰ্ণনাৰে উদ্ভাসি উঠিছে 'লেভানা', 'মেডোনা', 'আৱাৰ লেডী অৱ চাইজ', আৰু 'আৱাৰ লেডী অৱ ডাৰ্কনেছ'। ১৮৫৩ চনত ত্ৰিশটা প্ৰবন্ধ একগোট কৰি 'অ'টো বায়োগ্ৰাফিক স্কেচ্ছেচ' নামৰ গ্ৰন্থখন প্ৰকাশ হৈ ওলায়। সেই প্ৰবন্ধবোৰত তেওঁৰ নিজৰ জীৱনৰ ঘাত-প্ৰতিঘাত, দুখ-বেদনাৰ কথা আছে। এক অৰ্থত এইখন তেওঁৰ জীৱনৰ আত্মকথা বুলিও ক'ব পৰা যায়। বিভিন্ন বিষয়বস্তুৰ ওপৰত লেখা তেওঁৰ ৰচনাসমূহ হ'ল এখন উপন্যাস যাৰ নাম 'ক্লোষ্টাৰ হেইমি' অৰ্থনীতি সম্পৰ্কীয় প্ৰবন্ধ 'লোজিক অৱ

পোলিটিকেল ইকোনোমী', সাহিত্যৰ প্ৰবন্ধ — 'এছেজ্ অন ষ্টাইল এণ্ড ৰিথোৰিক', ফিলোচ'ফী অৱ হিৰোডটাচ্ আৰু গ'থে, পোপ, শ্বিলাৰ, শ্বে'পীয়েৰ আদিৰ বিষয়ে লিখা প্ৰবন্ধ। এইবোৰ প্ৰবন্ধ 'এনচাইক্ল'পেডিয়া ব্ৰিটানিকা'ত প্ৰকাশ হৈছিল।

কুৱেঞ্চিৰ ৰচনাৰ ষ্টাইলে ইংৰাজী ভাষাৰ নান্দনিক সৌন্দৰ্য দাঙি ধৰিছে। বিষয়বস্তুতকৈও লেখাৰ ষ্টাইল (সৃজনশৈলী) অত্যন্ত আকৰ্ষণীয় আৰু তেওঁৰ সেই ষ্টাইলে ৰাস্কিন আৰু ভিক্টোৰিযান যুগৰ গদ্য লেখকসকলক প্ৰভাৱিত কৰিছিল। কুৱেঞ্চিৰ গদ্য ৰচনাই ইংৰাজী সাহিত্যত এক নতুন ষ্টাইলৰ সৃষ্টি কৰিছে আৰু সেই ষ্টাইলে সোতৰ শতিকাৰ লেখকসকলক গভীৰভাৱে প্ৰভাৱান্বিত কৰিছে। কুৱেঞ্চিৰ সাহিত্যকৰ্মৰ দুটা দোষ দৃষ্টিগোচৰ হয এটা হ'ল বহুবল্কিতা অৰ্থাৎ প্ৰয়োজনতকৈ মাত্ৰাধিকভাৱে বৰ্ণনা কৰা ফলস্বৰূপে আচল বিষয়বস্তুৰ পৰা আঁতৰি যোৱা আৰু আন এটা হ'ল গুৰুত্বহীনতা অৰ্থাৎ এটা গুৰুত্বপূৰ্ণ কথা বৰ্ণনা কৰি থাকোতে লঘু কথাৰে বিষয়টোৰ গভীৰতা লাঘৱ কৰা। এই দুটা দোষৰ বাবে তেওঁৰ কেতবোৰ ৰচনাৰ মান নিম্নস্তৰলৈ যোৱাও পৰিলক্ষিত হৈছে। তথাপি গদ্য ৰচনাত তেওঁ যি এক নতুন সৃজনশৈলী সৃষ্টি কৰিলে তাৰ প্ৰভাৱ উত্তৰসূৰী লেখকসকলৰ লেখাত প্ৰতিফলিত হৈছে। তেওঁৰ গদ্য ৰচনাত কল্পনা আৰু কৰুণ গীতৰ সুৰ প্ৰতিধ্বনিত হৈছে। লেখাৰ নতুন ষ্টাইল উদ্ভাৱন কৰা বাবে তেওঁক 'চাইকোল'জিষ্ট অৱ ষ্টাইল' অৰ্থাৎ 'সৃজনশৈলীৰ মনোবিজ্ঞানী' হিচাপে অভিহিত কৰা হৈছে। তেওঁ ইংৰাজী সাহিত্যৰ জনপ্ৰিয় লেখক হিচাপে পৰিগণিত নহ'লেও নতুন সৃজনশৈলীৰ বাবে পাঠকে সদায়ে তেওঁক মনত ৰাখিব। সেয়েহে ইংৰাজী ভাষা-সাহিত্যত ডি কুৱেঞ্চিৰ এখন সুকীয়া স্থান আজিও অক্ষুণ্ণ আছে।



# বাস্তৱবাদী ঔপন্যাসিক
# চাৰ্লচ্‌ ডিকেন্স

ইংৰাজী সাহিত্যত বাস্তৱবাদী উপন্যাস সৃষ্টি কৰি সুকীয়া স্থান অধিকাৰ কৰা ঔপন্যাসিক চাৰ্লচ ডিকেন্সৰ উপন্যাসে সাম্প্ৰতিক কালতো পাঠকৰ সমাদৰ লাভ কৰি আহিছে। তেওঁৰ উপন্যাস 'ডেভিড কোপাৰফিল্ড' বিশ্ববিদ্যালযৰ ডিগ্ৰী পাঠ্যক্ৰমত অন্তৰ্ভুক্ত হৈছে। ইংৰাজী সাহিত্যৰ ক্ৰমোত্তৰণৰ কাহিনীত যি দুগৰাকী প্ৰখ্যাত কবিৰ নাম সংযোজিত হৈছে সেই দুগৰাকী কবি হ'ল টেনিচন আৰু বাউনিং। দুযোগৰাকী কবিৰ কবিতা আজিও গৱেষণাৰ বিষয় হৈ আছে। এই দুগৰাকী কবিৰ সমসাময়িক গদ্য লেখক চাৰ্লচ ডিকেন্সে বাস্তৱবাদী উপন্যাস ৰচনা কৰি এক সুকীয়া আসন দখল কৰিবলৈ সক্ষম হয। তুলনামূলকভাৱে ডিকেন্সৰ জীৱনৰ আদিকাল চোৱা দুখ দাৰিদ্ৰ্য আৰু অভাৱ অনাটনেৰে পৰিপূৰ্ণ আছিল। টেনিচন আৰু বাউনিঙে অভাৱৰ মাজতো উচ্চ শিক্ষা লাভ কৰাৰ সুযোগ পাইছিল। আনহাতে ডিকেন্সে শিশু শ্ৰমিক হিচাপে কাম কৰি পৰিয়ালক ভৰণ পোষণ দিযাৰ দায়িত্ব ল'বলগীয়া হৈছিল। ক'লাৰঙ তৈয়াৰ কৰা প্ৰতিষ্ঠান এটাত বটলত লেবেল লগোৱা কাম কৰি পৰিযালৰ বাবে উপাৰ্জন কৰিছিল ডিকেন্সে। প্ৰতিষ্ঠানৰ কাউণ্টাৰতে ৰাতিও শুইছিল আৰু সপ্তাহত এবাৰ দেউতাকক দেখা কৰাৰ বাবে জেললৈ গৈছিল। দেউতাকে ঋণ পৰিশোধ কৰিব নোৱাৰা বাবে কাৰাবাস খাটিবলগীযা হৈছিল। এনেদৰে সৰু কালতে জীযাই থকাৰ সংগ্ৰামত ব্ৰতী হোৱা ডিকেন্সে সামান্য স্কুলীয়া শিক্ষা লৈ বাস্তৱ জীৱনৰ অভিজ্ঞতাৰে উপন্যাস ৰচনা কৰি ইংৰাজী সাহিত্যত এক সাংঘাটিক পৰিবৰ্তনৰ সূচনা কৰিলে। তেওঁৰ পূৰ্বসূৰী লেখকে অস্বাভাৱিক আৰু অলৌকিক কাহিনীৰে উপন্যাস ৰচনা কৰি পাঠকৰ মনত যি এক ভ্ৰান্ত ধাৰণাৰ সৃষ্টি কবিছিল তাৰ পিচতে ডিকেন্সে বাস্তৱ চৰিত্ৰৰ আধাৰত উপন্যাস ৰচনা কৰি ৰোমাণ্টিক উচ্ছ্বাসৰ পৰিবৰ্তে উপন্যাসত বাস্তৱবাদৰ সূচনা কৰি উপন্যাসৰ পৰম্পৰাগত ধাৰাটোৰআমূল পৰিবৰ্তন ঘটালে আৰু

ফলস্বৰূপে ডিকেন্সৰ উপন্যাস জনপ্ৰিয়তাৰ শীৰ্ষত আৰোহণ কৰিলে। তেওঁৰ প্ৰথম উপন্যাস 'পিকউইক' ১৮৩৬ খৃষ্টাব্দত প্ৰকাশ হৈ ওলোৱাৰ লগে লগে ইংল্যাণ্ডত আলোড়নৰ সৃষ্টি হ'ল আৰু পাঠকৰ অন্তৰত এক নতুন চিন্তাৰ উদ্ৰেক হ'ল। উপন্যাসখনে ডিকেন্সৰ জীৱনলৈ যশখ্যাতি লগতে প্ৰচুৰ অৰ্থও আনি দিলে। ইংল্যাণ্ডৰ এগৰাকী স্বনামধন্য ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠা লাভ কৰাৰ লগে লগে এগৰাকী চহকী লেখক হিচাপেও খ্যাতি অৰ্জন কৰিলে। ডিকেন্সৰ জীৱনৰ এই দ্ৰুত পৰিৱৰ্তন জীৱনৰ আগচোৱাৰ অবিৰত সংগ্ৰামৰ ফল হিচাপে পৰিগণিত হৈছে। তেওঁৰ জীৱন সংগ্ৰাম, দুখ দাৰিদ্ৰ অভিশাপ নহৈ আশীৰ্বাদহে হ'ল। কিয়নো জীৱনৰ আগচোৱাৰ সঞ্চিত অভিজ্ঞতাৰে তেওঁ মানুহৰ দুখ ব্যথাৰ কাহিনী সন্নিবিষ্ট কৰি বাস্তৱবাদী উপন্যাস ৰচনা কৰিলে আৰু তাৰ বিনিময়ত লাভ কৰিলে মান সন্মান আৰু প্ৰতিষ্ঠা। তেওঁৰ জন্ম হৈছিল ১৮১২ খৃষ্টাব্দত লেণ্ডপোৰ্টত। লেণ্ডপোৰ্টৰ এটি দুখীয়া পৰিয়ালৰ আঠোটা দুৰ্ভগীয়া সন্তানৰ মাজৰ দ্বিতীয়জন আছিল চাৰ্লচ ডিকেন্স। দেউতাক বিখ্যাত 'মিকাবেৰ' পৰিযালৰ বংশধৰ আছিল। চাকৰি কৰিছিল নৌ বাহিনীৰ কাৰ্যালয়ত সাধাৰণ কেৰাণী হিচাপে। পৰিয়াল ডাঙৰ হোৱা বাবে ধাৰ ঋণ কৰি জীৱিকা নিৰ্বাহ কৰিছিল যদিও নিজৰ চহৰত ঋণৰ পৰিমাণ বৃদ্ধি হোৱা বাবে উপায়বিহীন হৈ লণ্ডনলৈ গুচি আহে। তেতিয়া ডিকেন্সৰ বযস মাথোন নবছৰ। লণ্ডন চহৰতো ঋণৰ তাগিদা দিযা মানুহে শান্তিৰে থাকিবলৈ নিদিলে। ঋণৰ বোজাই দেউতাকক খেদি ফুৰিবলৈ ধৰিলে। অৱশেষত ঋণ পৰিশোধ কৰিব নোৱৰা বাবে দেউতাক জেললৈ যাবলগীয়া হয়। তেতিয়া পৰিয়ালৰ অৱস্থা শোচনীয় হৈ পৰে। মাকে ঘৰতেই ডেকা মহিলাৰ বাবে আবাসগৃহ খুলিলে। কিন্তু সেই আবাসগৃহলৈ কোনো মহিলা আবাসী থাকিবলৈ নাহিল। বৰং ধাৰ আদায় কৰিবলৈ অহা ব্যক্তিহে আহি দিনে নিশাই ভিৰ কৰিবলৈ ধৰিলে। ধাৰ আদায কৰিবলৈ অহা মানুহৰ গালি শপনি ভৎৰ্সনাৰে মুখৰ হ'ল আবাসগৃহ আৰু আবাসগৃহৰ ভিতৰত উচুপি উঠিল ডিকেন্সৰ মাক আৰু পৰিয়ালৰ সদস্যসকল। এনেদৰে লাঞ্ছনা গঞ্জনা আৰু দাৰিদ্ৰ্যৰ যন্ত্ৰণা সহ্য কৰি ডিকেন্সে সময় অতিবাহিত কৰিলে। পৰিয়ালৰ এই দুৰ্যোগপূৰ্ণ দিনত মাত্ৰ এঘাৰ বছৰ বয়সত স্কুল ত্যাগ কৰি ক'লা ৰঙ তৈয়াৰ কৰা কাৰখানাৰ তলৰ মহলাত থকা ভৰাল ঘৰত কাম কৰিবলৈ লয়। এঘাৰ বছৰীয়া ল'ৰাজনে ৰাতিপুৱাৰে পৰা গধুলিলৈকে একেৰাহে

কাম কৰিবলগীয়া হৈছিল কেইটামান পইচাৰ বাবে। জিৰণিৰ সময়ত লগ পাইছিল গুণ্ডা বদমাছ আৰু অনাথ শিশুসকলক। কিন্তু সিহঁতৰ মাজতো তেওঁ বিচাৰি পাইছিল হৃদয়ৰ সংবাদ আৰু তেনেবোৰ অভিজ্ঞতাই তেওঁৰ ৰচনাক অত্যন্ত বাস্তৱ আৰু হৃদয়স্পৰ্শী কৰি তুলিছিল। তেওঁৰ এক অনবদ্য সৃষ্টি 'ডেভিড কোপাৰফিল্ড'ত ল'ৰালি কালত সন্মুখীনহোৱা দুখ-যন্ত্ৰণা আৰু দুৰ্ভোগৰ চিত্ৰ পৰিস্ফুট হৈছে। ডাল দৰিদ্ৰৰ বুকুৰ বেদনা, নিৰাশ্ৰয় শিশুৰ দুখ, বিষাদগ্ৰস্ত, দ্বিধাগ্ৰস্ত মানুহৰ হা-হুমুনিয়াহ উপন্যাসৰ কাহিনীৰ মাজত প্ৰকাশ কৰা বাবে ডিকেন্সৰ উপন্যাসে ইংল্যাণ্ডৰ সাহিত্য-পথাৰত খলকনি তুলিবলৈ সক্ষম হৈছিল। প্ৰতিখন উপন্যাসৰ পাতত ঔপন্যাসিকৰ জীৱন-বীক্ষা, ব্যক্তিগত অভিজ্ঞতা আৰু নিপীড়িত, নিস্পেষিত মানুহৰ হিয়াৰ বতৰা উন্মোচিত হৈছে। শিশু শ্ৰমিক হিচাপে কাম কৰি ঋণগ্ৰস্ত দেউতাকক কাৰাবাসৰ পৰা মুক্ত কৰাৰ পিচত শিশু ডিকেন্সক আকৌ এবাৰ বেলিংটন হাউচ একাডেমীত নাম লগাই দিয়া হয়। এইখন স্কুলো আছিল মূল্যহীন নৃশংস বিদ্যালয়— য'ত তেওঁ সৎ শিক্ষা লাভ কৰিব নোৱাৰিলে। স্কুলৰ প্ৰধান শিক্ষকজন আছিল এগৰাকী জধামূৰ্খ তথা দানবীয় প্ৰকৃতিৰ লোক— যিজনে কেৱল ছাত্ৰক জ্ঞান দিয়াৰ পৰিৱৰ্তে নিষ্ঠুৰভাৱে শাস্তি প্ৰদান কৰিবহে জানিছিল। সেইসময়ৰ ইংল্যাণ্ডৰ ব্যক্তিগত শিক্ষা প্ৰতিষ্ঠানৰ জীৱন্ত ছবি দাঙি ধৰিছে নিকোলাছ নিকোলবাই উপন্যাসত চিত্ৰিত কৰা 'ড'থ বয়জ হল' নামৰ স্কুলৰ পৰিবেশত। তেওঁৰ অভিজ্ঞতা ইমানেই বাস্তৱ আছিল যে তাক কল্পনাৰ হেঙুল হাইতালেৰে বোলাই উপন্যাসৰ কাহিনীত দাঙি ধৰিছে। জন্মগতভাৱে তেওঁ এগৰাকী অভিনেতা আছিল আৰু নাট্যদলৰ লগত জড়িত হৈ সমগ্ৰ ইংল্যাণ্ডতে নাট অভিনয় কৰি ফুৰিছিল। অভিনয়ৰ লগত ওতঃপ্ৰোতঃভাৱে জড়িত হোৱা বাবে তেওঁৰ উপন্যাসত নাটকীয় পৰিৱেশ আৰু সংলাপ সন্নিবিষ্ট হোৱা দেখা যায়। তেওঁৰ ৰচনাত তিনিটা বিশেষ লক্ষণ পৰিলক্ষিত হয়— তেওঁৰ সচেতন কল্পনাশক্তি, অভিনয় দক্ষতা আৰু জীৱনোপলব্ধিৰ গভীৰ চিন্তা শক্তি। মানুহৰ চৰিত্ৰ সুক্ষ্মভাৱে পৰ্যবেক্ষণ আৰু অধ্যয়ন কৰি উপন্যাসৰ চৰিত্ৰত উপস্থাপন কৰা বাবেই তেওঁৰ উপন্যাস 'মানুহৰ উপন্যাস' হিচাপে স্বীকৃত হৈছে।

ডিকেন্সৰ স্কুলীয়া শিক্ষা শেষ হৈছিল মাত্ৰ পোন্ধৰ বছৰ বয়সত। স্কুল এৰি তেওঁ আৰু চাকৰিত সোমায়। এইবাৰ তেওঁ উকীলৰ অফিচত চাকৰিত সোমায়। দিনটো

চাকৰিত ব্যস্ত থাকে। ৰাতি আশুলিপি শিকে যাতে নিজকে এজন সাংবাদিক হিচাপে গঢ়ি তুলিব পাৰে। জেলৰ পৰা মুক্তি লাভ কৰাৰ পিচত তেওঁৰ দেউতাকেও বাতৰি কাকতৰ সাংবাদিক হৈ সংসদত প্ৰদান কৰা বক্তৃতাৰ সংবাদ পৰিৱেশন কৰিছিল। দেউতাকৰ পদাঙ্ক অনুসৰণ কৰি ডিকেন্সেও বাতৰি কাকতত বিভিন্ন বিষয়ৰ টোকা লিখিবলৈ ধৰে। এনেদৰে তেওঁ লণ্ডন চহৰত থাকি জীৱিকা উলিয়াইছিল। সুদীৰ্ঘ দুবছৰ তেওঁ লণ্ডন চহৰৰ পাৰ্শ্ববৰ্তী গ্ৰাম্যাঞ্চলৰ অভাৱ অভিযোগ, সুবিধা অসুবিধাৰ বিষয়ে টোকা লিখি বাতৰি কাকতত প্ৰকাশ কৰিছিল। লণ্ডন চহৰৰ অন্ধকাৰ দিশৰ কেতবোৰ চাঞ্চল্যকৰ দৃশ্য অংকন কৰি জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। এই সময়চোৱাতে তেওঁ আশ্ৰয়গৃহ দেখিছিল, ঘোৰাশাল পৰিদৰ্শন কৰিছিল আৰু আহৰণ কৰিছিল কেতবোৰ বিচিত্ৰ অভিজ্ঞতা। তেওঁৰ উপন্যাসৰ ঘোৰা প্ৰিয় মানুহজনৰ চৰিত্ৰটো এই অভিজ্ঞতাৰ ভিত্তিতে অংকন কৰিছে। ডিকেন্সৰ পৰ্যবেক্ষণ সুক্ষ্ম, চৰিত্ৰ চিত্ৰন বাস্তৱ। একৈছ বছৰ বয়সত প্ৰথম চৰিত্ৰ চিত্ৰণ কৰি লিখিলে এটি গল্প নাম ৰাখিলে 'মিঃ মিন এণ্ড হিজ কাজিন'। এই গল্পটো তেওঁৰ দ্বাৰা ৰচিত প্ৰথম গল্প সংকলন 'স্কেচেজ্জ বাই ব'জ'ত অন্তৰ্ভূক্ত হৈছে। এইখন গল্প প্ৰকাশ হয় ১৮৩৫ খৃষ্টাব্দত। এই গ্ৰন্থত চিত্ৰিত কৰা চৰিত্ৰবোৰ ডিকেন্সৰ সুক্ষ্ম পৰ্যবেক্ষণৰ ফল আৰু এই চৰিত্ৰবোৰে লণ্ডন চহৰৰ কেতবোৰ গোপন দিশ উদঙাই দিছে। তেওঁৰ প্ৰথম উপন্যাস 'পিকউইক' ধাৰাবাহিকভাৱে প্ৰকাশ হৈছিল ১৮৩৬ খৃষ্টাব্দৰ পৰা ১৮৩৭ খৃষ্টাব্দলৈ আৰু এইখন উপন্যাসেই ডিকেন্সৰ জীৱনলৈ আনি দিছিল যশস্যা আৰু সৌভাগ্য। ইয়াৰ আগতে এনেধৰণৰ বাস্তৱধৰ্মী উপন্যাস ইংৰাজী ভাষাত প্ৰকাশিত হোৱা নাছিল। উপন্যাসখনত চৰিত্ৰৰ বৈচিত্ৰ্যতা আছে, হাঁহি ধেমালি আছে আৰু আছে নিটোল কাহিনী। সেইকাৰণে আজি দেড়শবছৰ পিচতো উপন্যাসখনৰ আদৰ কমা নাই। 'পিকউইক'ৰ সাফল্যৰ পিচত এখনৰ পিচত আন এখন উপন্যাস প্ৰকাশ হৈ থাকিল। তাৰ ভিতৰত উল্লেখযোগ্য উপন্যাস হ'ল অ'লিভাৰ টুইষ্ট, নিকোলাছ নিকোলবাই, অ'ল্ডকিউৰি চিটি চ'প ইত্যাদি। এই উপন্যাসমূহত বিচিত্ৰ চৰিত্ৰৰ সমাৱেশ ঘটিছে। উপন্যাস ৰচনাৰ উপৰিও তেওঁ অভিনয়ৰ লগতো সক্ৰিয়ভাৱে জড়িত হৈ পৰে। এমেচাৰ থিয়েটাৰ দলৰ লগ হৈ তেওঁ গাঁৱে ভূঞে নাট অভিনয় কৰি ফুৰিছিল। উপন্যাসৰ নাটকীয় ৰচনাসমূহেৰে নাটক ৰচনা কৰি দৰ্শকৰ

মাজত অভিনয় কৰিছিল। তেওঁৰ অভিনয় চাবলৈ দৰ্শকেৰে ঠাহ খাই পৰে প্ৰেক্ষাগৃহ। তেওঁৰ নাটকীয় সংলাপৰ যাদুকৰী শক্তিয়ে দৰ্শকক আকৰ্ষিত কৰিছিল। এফালে তেওঁ বিখ্যাত চৰিত্ৰ স্ৰষ্টা ঔপন্যাসিক আৰু আনফালে নিজেই নাটকৰ চৰিত্ৰত অভিনয় কৰি জনপ্ৰিয় নায়ক হৈ পৰিছিল। উপন্যাস ৰচনা, অভিনয় আদিৰ জৰিয়তে ডিকেন্সলৈ মান সন্মান যশস্যা অহাৰ লগে লগে প্ৰচুৰ অৰ্থও আহিল। তেওঁৰ আৰ্থিক অৱস্থা টনকিয়াল হ'ল। তেওঁ তেতিয়া গেডচিল প্লেছত এটি ঘৰ কিনি তাতে থাকিবলৈ ল'লে। নিজৰ ঘৰ হ'লেও তেওঁ ঘৰত বেচিদিন নাথাকিল। তেওঁ দেশ দেশান্তৰ ভ্ৰমণ কৰি বিভিন্ন চৰিত্ৰৰ মানুহৰ সংস্পৰ্শলৈ আহি বিচিত্ৰ অভিজ্ঞতা সঞ্চয় কৰি সেইবোৰ উপন্যাসৰ চৰিত্ৰত অংকন কৰিছিল। সেয়েহে তেওঁৰ উপন্যাসত বিচিত্ৰ চৰিত্ৰৰ সমাৱেশ ঘটিছে। ইংৰাজী ভাষাৰ ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠিত হ'লেও তেওঁৰ উপন্যাস যুক্তৰাষ্ট্ৰ আৰু কানাডাত বেছিকৈ সমাদৃত হৈছিল। ১৮৪২ খৃষ্টাব্দত তেওঁক যুক্তৰাষ্ট্ৰ আৰু কানাডা ভ্ৰমনলৈ নিমন্ত্ৰণ কৰিছিল আৰু নিমন্ত্ৰণ ৰক্ষা কৰি তেওঁ দেশ দুখন ভ্ৰমণ কৰিছিল। দুয়োখন দেশতে তেওঁক ৰাষ্ট্ৰৰ অতিথি হিচাপে সন্মান জনোৱা হৈছিল। আমেৰিকাৰ নৈসৰ্গিক সৌন্দৰ্যই তেওঁৰ চকু চাঁট মাৰি ধৰিছিল। তেওঁৰ বাবে আমেৰিকা আছিল পৰীৰ দেশ য'ত কেৱল ঐশ্বৰ্য বিভূতি আৰু সুখ স্বাচ্ছন্দ্য বিৰাজমান। এনেকুৱা এখন ঐশ্বৰ্যশালী দেশ ভ্ৰমণ কৰি তেওঁ সুখী হৈছিল কিন্তু প্ৰাচুৰ্যৰ মাজতো তেওঁ যিটো বিচাৰি ফুৰিছিল তাক যেন বিচাৰি পোৱা নাছিল। সেইবাবে তেওঁ হতাশ গ্ৰস্ত হৈছিল। পচিশ বছৰ পিচত তেওঁ যেতিয়া আকৌ এবাৰ যুক্তৰাষ্ট্ৰলৈ গৈছিল তেতিয়া তেওঁ দেশখনৰ বাহ্যিক বাতাবৰণ আৰু আধুনিক সভ্যতাৰ চিকমিকনি দেখি ভাল পোৱা নাছিল। দেশখনৰ আভ্যন্তৰীণ বিশৃংখলা আৰু বৌদ্ধিক শূণ্যতাই তেওঁক হতাশ কৰিছিল। তেওঁ আমেৰিকাৰ সামাজিক বিশৃংখলা আৰু বিভিন্ন দিশক কঠোৰভাৱে সমালোচনা কৰি 'আমেৰিকান নোটচ' (১৮৪২) আৰু মাৰ্টিন চাজলউইট (১৮৪৩-৪৪) নামৰ দুখন সমালোচনাত্মক গ্ৰন্থ লিখিছিল। এই গ্ৰন্থ দুখনে তেওঁৰ জনপ্ৰিয়তা বহুপৰিমাণে হ্ৰাস কৰিছিল। সেই সময়ত তেওঁ অপ্ৰিয় হোৱাৰ উপৰিও আৰ্থিকভাৱে ক্ষতিগ্ৰস্ত হৈছিল। আয়ৰ তুলনাত ব্যয়ৰ পৰিমাণ বৃদ্ধি হোৱা বাবে তেওঁ আৰ্থিক অনাটনতো ভুগিবলগীয়া হৈছিল। তেওঁৰ পাৰিবাৰিক জীৱন সুখৰ আছিল যদিও তাতো ঘূণে ধৰিছিল। পত্নীৰ সৈতেও তেওঁৰ সম্পৰ্ক তিক্ত হৈ পৰে

আৰু অৱশেষত তেওঁ ১৮৫৮ খৃষ্টাব্দত পত্নীৰ পৰা বেলেগ হয়। পত্নী বিচ্ছেদ হোৱাৰ পিচত তেওঁৰ প্ৰেৰণাৰ উৎস নোহোৱা হয় আৰু তেওঁ অত্যন্ত হতাশগ্ৰস্ত হয়। সেই সময়ত তেওঁ ইটালীলৈ যায় যদিও তাতো ভাল নলগা বাবে পুনৰ লণ্ডনলৈ ঘূৰি আহে আৰু লণ্ডনৰ ৰাস্তাত অনাই বনাই ঘূৰি দিন কটাবলৈ ধৰিলে। তেওঁৰ জীৱনৰ সৃষ্টিশীল সময় আছিল ১৮৪৮ খৃষ্টাব্দৰ পৰা ১৮৫৩ খৃষ্টাব্দলৈ আৰু এই সময়চোৱাতে তেওঁ তিনিখন বিখ্যাত উপন্যাস ৰচনা কৰিছিল। সেই তিনিখন উপন্যাস হ'ল 'ড'ম্বী এণ্ড চন', ডেভিড কোপাৰফিল্ড আৰু ব্লিক হাউচ। এই তিনিখন উপন্যাসৰ উপৰিও তেওঁৰ যিবোৰ গল্পৰ কিতাপ প্ৰকাশ হৈছে সেইবোৰ সাধাৰণতে এই সময়চোৱাৰ ভিতৰতে প্ৰকাশ হৈ ওলাইছে। জীৱনৰ শেষ কালছোৱা বিশেষকৈ ১৮৫৮ খৃষ্টাব্দৰ পৰা প্ৰায় বাৰ বছৰ কাল তেওঁ নিঃসঙ্গ আৰু হতাশগ্ৰস্ত জীৱন যাপন কৰিবলগীয়া হয়। এনেদৰে মানসিক যন্ত্ৰণা ভূগি তেওঁ শাৰীৰিকভাৱেও দুৰ্বল হৈ পৰে আৰু অৱশেষত ১৮৭০ খৃষ্টাব্দত তেওঁৰ মৃত্যু হয। মৃত্যুৰ সময়ত তেওঁ 'এডউইন ড্ৰুড' নামৰ এখন গ্ৰন্থ আধা লিখা অৱস্থাত এৰি থৈ যায। তেওঁৰ বিদেহী আত্মাৰ প্ৰতি সন্মান জনাই তেওঁক 'ৱেষ্টমিনিষ্টাৰ এবে'ত সমাধিস্থ কৰা হয়।

**ডিকেন্সৰ সাহিত্য কৰ্ম আৰু জীৱন-জিজ্ঞাসা ঃ** ডিকেন্সৰ জীৱন পঞ্জী বিশ্লেষণ কৰিলে কেতবোৰ চাঞ্চল্যকৰ আৰু ৰোমাঞ্চকৰ ঘটনা পৰিলক্ষিত হয়। এটি দৰিদ্ৰ নিঃসম্বল শিশুৱে কঠোৰ বাস্তৱৰ মুখামুখি হৈ শৈশৱ অতিবাহিত কৰি যি বাস্তৱ অভিজ্ঞতা সঞ্চয় কৰিলে তাৰ আধাৰত হতভগীয়া শিশুৰ শিশুকালৰ জীৱন্ত ছবি অংকন কৰি ডিকেন্সে নিজ সৃষ্টিশীল প্ৰতিভাৰ পৰিচয় দিলে। শিশু শ্ৰমিকৰ শাৰীৰিক কষ্ট মানসিক যন্ত্ৰণা আৰু ঘৰ্মাক্ত দেহৰ অৱসাদ অনুৰণিত হৈছে ডিকেন্সৰ উপন্যাসত। জীৱনৰ আদি কালছোৱাত ডিকেন্সে শিশু শ্ৰমিক হিচাপে সঞ্চয় কৰিছিল কেতবোৰ তিক্ত অভিজ্ঞতা। দ্বিতীয়তে উকীলৰ কেৰাণী হিচাপে কোৰ্ট কাছাৰীৰ মামলা মোকৰ্দ্দমা আৰু আইনৰ মেৰপেচৰ বিষয়ে বিচিত্ৰ অভিজ্ঞতা লাভ কৰিছিল। শত্ৰু মিত্ৰ চিনি উলিওৱাত এই অভিজ্ঞতাই তেওঁক সহায় কৰিছিল। তৃতীয়তে কাকতৰ সাংবাদিক হিচাপে বিভিন্ন বিষয়ৰ ওপৰত টোকা লিখি নিজকে লেখক হিচাপে প্ৰতিষ্ঠিত কৰিছিল। চতুৰ্থতে এগৰাকী মঞ্চাভিনেতা হিচাপে নাটকীয় সংলাপ, পৰিৱেশ আৰু কথনভঙ্গীৰ ষ্টাইল শিকিছিল যাৰ ফলত তেওঁৰ উপন্যাসত কাহিনী কথন আৰু

চৰিত্ৰ চিত্ৰণ নিখুঁত হৈছিল। জীৱনকালত লাভ কৰা বিচিত্ৰ অভিজ্ঞতাই তেওঁক এগৰাকী বাস্তৱবাদী পৈনত লেখক হিচাপে গঢ়ি তোলাত অৰিহণা যোগাইছিল।

ডিকেন্সৰ ৰচনাৰ আভ্যন্তৰীণ অনুভৱ অনুধাৱন কৰিলে দুই ধৰণৰ বৈশিষ্ট্য দৃষ্টিগোচৰ হয়। তেওঁৰ বাস্তৱ অভিজ্ঞতা নিঃসৃত প্ৰকাশ ভঙ্গীত কল্পনাৰ প্ৰাচুৰ্য আৰু গভীৰ অন্তৰ্দৃষ্টিৰে একোটা সাধাৰণ বস্তুতো সজীৱতাৰ ৰহন ছটিয়াই দিব পৰা দক্ষতা। তেওঁৰ যাদুকৰী বৰ্ণনাত ৰাস্তা-ঘাট, দোকান পোহাৰ, কুঁৱলী, ৰাস্তাৰ কাষৰ লেম্প পোষ্ট, মঞ্চৰ সামগ্ৰী কটিওৱা গাড়ী আদি নিৰ্জীৱ বস্তুতো প্ৰাণ সঞ্চাৰিত হৈছে। তেওঁৰ বৰ্ণনা সুৰীয়া পদ্যৰ দৰে, প্ৰকাশ ভঙ্গী ৰোমাণ্টিক উচ্ছ্বাসপূৰ্ণ আৰু কাহিনী কথন সুৰুচিপূৰ্ণ। তেওঁৰ ৰচনাৰ দ্বিতীয় বৈশিষ্ট্য হ'ল অত্যধিক স্পৰ্শকাতৰ অনুভূতি। এই স্পৰ্শকাতৰ অনুভূতিযে তেওঁক জনতাৰ কাষ চপাই নিছিল। জনগণৰ ভাৱ-অনুভৱ, হাঁহি-কান্দোন, হৃদয়ঙ্গম কৰি ডিকেন্সে সৃষ্টি কৰিলে কেতবোৰ চৰিত্ৰ— তেজ মঙহৰ চৰিত্ৰ। প্ৰতিটো চৰিত্ৰই জনগণৰ মাজত জীৱনধাৰণ কৰি নিত্য নৈমিত্তিক কাৰ্য সম্পাদন কৰা মানুহৰ চৰিত্ৰ। জনগণৰ মাজৰ পৰা চয়ন কৰা চৰিত্ৰৰ মাজেদি হৃদয়ৰ অনুভৱ ব্যক্ত কৰি অন্যায়ৰ বিৰুদ্ধে কলম চলাই ডিকেন্সে ভগ্ন হৃদয়ৰ মানুহৰ অন্তৰত আশাৰ সঞ্চাৰ কৰিছে দুৰ্বলক সাহস দিছে, হতাশগ্ৰস্তক উজ্জীৱিত কৰিছে আৰু সামাজিক ভণ্ডামিৰ বিৰুদ্ধে সংগ্ৰাম চলোৱাৰ মন্ত্ৰ দিছে। সেয়েহে ডিকেন্সৰ উপন্যাস জনগণৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে আৰু ডিকেন্স জনতাৰ ঔপন্যাসিক হিচাপে পৰিগণিত হৈছে।

**উপন্যাসৰ চৰিত্ৰ চিত্ৰণ ঃ** ডিকেন্সৰ উপন্যাসৰ আটাইতকৈ উল্লেখযোগ্য বৈশিষ্ট্য হ'ল চৰিত্ৰ চিত্ৰণ। যিকোনো চৰিত্ৰ তেওঁ হুবহু উপস্থাপন কৰিব পাৰে আৰু চৰিত্ৰৰ মুখৰ সংলাপ অত্যন্ত স্বাভাৱিকভাৱে দিব পাৰে। কাহিনী কথনতো হাস্য মধুৰ বৰ্ণনা আছে। তেওঁৰ প্ৰথম উপন্যাস 'পিক্‌উইক্' কাকতৰ সম্পাদকৰ তাগিদাত ৰচনা কৰা হৈছিল আৰু উপন্যাসখন ধাৰাবাহিকভাৱে কাকতত প্ৰকাশ হৈছিল। প্ৰতিটো অধ্যায়ৰ লগত কাৰ্টুন ছবি সংলগ্ন কৰা হৈছিল। এই কাৰ্টুনবোৰ আঁকিছিল সেই সময়ৰ কাৰ্টুন চিত্ৰকৰ 'চেইমোৰ' নামৰ মানুহজনে। একেলেঠাৰিয়ে কেবাটাও চৰিত্ৰৰ সমাৱেশ ঘটিছে উপন্যাসৰ কাহিনীত। ঘটনাও বিচিত্ৰ, হাস্য-ব্যঙ্গৰসৰ কাহিনীয়ে পাঠকক আমোদ দিয়ে। এইখন উপন্যাসে ডিকেন্সক হাস্য ব্যঙ্গ লেখক হিচাপে প্ৰতিষ্ঠা কৰিছে। তেওঁৰ

দ্বিতীখন উপন্যাস 'অ'লিভাৰ টুইষ্ট' এখন চিৰিয়াচ উপন্যাস— য'ত দুখ-বেদনাৰ ছবি আছে। এই উপন্যাসৰ নায়ক এটি দুখীয়া শিশু যাৰ শৈশৱ দুখ-কষ্টেৰে অতিবাহিত হৈছে। ঔপন্যাসিকৰ নিজৰ শৈশৱৰ সংগ্ৰামৰ প্ৰতিফলন উপন্যাসত দেখা যায়। উপন্যাসৰ পাতে পাতে দুখ-বেদনাৰ ছবি। শোকানুভূতিৰ তীব্ৰতা উপন্যাসৰ মাজত পৰিদৃষ্ট হয। অশুভ শক্তিৰ বিৰুদ্ধে তীব্ৰ বিষোদগাৰ উপন্যাসৰ কাহিনীৰ আন এক বৈশিষ্ট্য। সমাজ ব্যৱস্থাৰ বলি হোৱা হতভগীয়া শিশুৰ কাৰুণ্যই পাঠককো অনুভূতিপ্ৰৱণ কৰি তোলে আৰু সেয়েহে 'অলিভাৰ টুইষ্ট' এখন হৃদয়স্পৰ্শী জনপ্ৰিয় উপন্যাস হিচাপে পৰিগণিত হৈছে। তেওঁৰ তৃতীয় উপন্যাস 'নিকোলাছ নিকোলবাঈ' আৰু অন্যান্য সাহিত্য কৰ্মত এফালে অন্যায় অবিচাৰৰ বিৰুদ্ধে সংগ্ৰাম আৰু আনফালে হাঁহি-কান্দোনৰ দৃশ্য প্ৰকট হৈছে। কেতবোৰ দৃশ্যত নাটকীয় অভিব্যক্তি, কেতবোৰত শোকৰ ছাঁ আৰু কেতবোৰত জীয়াই থকাৰ সংগ্ৰাম পৰিলক্ষিত হয়।

অকল উপন্যাসেই নহয খৃষ্টমাছৰ ৰসাল কাহিনী ৰচনা কৰি ডিকেন্সে কাহিনীকাৰ হিচাপেও নিজৰ প্ৰতিভাৰ পৰিচয দিয়ে।তেনে কাহিনী গ্ৰন্থৰ ভিতৰত উল্লেখযোগ্য গ্ৰন্থ হ'ল 'ডি ক্ৰিকেট অন ডি হাৰ্থ' আৰু 'ডি চাইমচ্'। খৃষ্টমাছ কেৱল ৰচনা কৰি ডিকেন্সে খৃষ্টধৰ্মী লোকৰ মাজত যীশুখৃষ্টৰ আধ্যাত্মিক মহাত্ম্য দাঙি ধৰিছিল।

'ডেভিদ কোপাৰ ফিল্ড' ডিকেন্সৰ চিৰযুগমীয়া সৃষ্টি। এটি দুৰ্ভগীয়া শিশুৰ শৈশৱৰ অস্তিত্বৰ সংগ্ৰাম আৰু তাৰ পৰিযালৰ দুখৰ কাহিনী যেন ডিকেন্সৰ নিজৰ শৈশৱৰ কাহিনী। ডেভিদ কোপাৰফিল্ডৰ কাহিনী কল্পনাৰহেঙুল হাইতালেৰে বুলোৱা এটি নিটোল বাস্তৱ কাহিনী য'ত ঔপন্যাসিকৰ নিজৰ জীৱনৰ প্ৰচ্ছায়া দেখবলৈ পোৱা যায়।

'পিকৱিক' ডিকেন্সৰ আন এখন আমোদজনক উপন্যাস য'ত 'খণ্ড খণ্ড কাহিনীৰ সমাৱেশ ঘটিছে। ডিকেন্সৰ আন এক অবিস্মৰণীয় সৃষ্টি হ'ল 'এ টেল অব টুচিটিজ্। ইয়াত কেবাটাও চৰিত্ৰ আছে। কিছুমান চৰিত্ৰ করুণ কিছুমান সৎ আৰু কিছুমান ধেমেলীয়া। বিচিত্ৰ চৰিত্ৰৰ মাজেদি কাহিনী সুগঠিতভাৱে দাঙি ধৰিছে। দুখন নগৰৰ বিচিত্ৰ কাহিনী উপন্যাসৰ মূল উপজীব্য। ফৰাচী বিপ্লৱৰ সময়ৰ লণ্ডন আৰু পেৰিছৰ দৃশ্য কাহিনীৰ মাজত জিলিকি উঠিছে। কাহিনীত ঐতিহাসিক তথ্য নাই যদিও ইতিহাসৰ এটা স্মৰণীয় সময়ৰ ঘটনাপ্ৰবাহৰ জিলিঙনি আছে। উপন্যাসৰ এটা বিশিষ্ট চৰিত্ৰ

চিড্‌নী কাৰ্টন— যাৰ জীৱন প্ৰিয়জনৰ সুখৰ বাবে বিলাই দিছে। চাৰ্লচ্‌ ডাৰ্‌নে এজন ডেকা নিৰ্বাসিত ফৰাচী ভদ্ৰলোক, ড° মানেটে কাৰাৰুদ্ধ জীৱনৰ ভয়াবহ দিনবোৰৰ কথা সুৱঁৰিছে, সেই সোৱৰণীয়ে পাঠকৰ অন্তৰত শিহঁৰণ তোলে। তেওঁৰ শান্ত শিষ্ট জীয়ৰী লুচী কাহিনীৰ নায়িকা। জাৰ্ভিঞ্জ ল'ৰী এটা ডাঙৰ বেঙ্কৰ কেৰানী— পুৰণি আদৱ কায়দাৰ মৰমিয়াল লোক। মাডাম ডিফাৰ্ণ এগৰাকী ভয়লগা ভদ্ৰ মহিলা যিয়ে নিজৰ মদৰ দোকানৰ দুৱাৰদলিত বহি উল গুঠি আছে। এইবোৰ চৰিত্ৰৰ উপৰি সৰু সৰু কেতবোৰ চৰিত্ৰই কাহিনীৰ বিভিন্ন অংশত প্ৰভাৱ পেলাইছে। ফৰাচী বিপ্লৱৰ বতাহে কোবোৱা দুখন চহৰ লণ্ডন আৰু পেৰিছৰ জনজীৱনৰ হাঁহি-কান্দোন, সংগ্ৰাম সংঘাত আৰু বিপ্লৱৰ স্ফুলিংগ সিঁচৰিত হৈ আছে উপন্যাসৰ কাহিনীত। কাহিনীত ঐতিহাসিক তথ্য নাই যদিও বাস্তৱৰ পৰশ পৰিছে। সুন্দৰ সুগঠিত কাহিনীৰ মাজত কাৰুণ্য আছে, হাস্যৰস আছে আৰু আছে নাটকীয় অনুভূতি। ডিকেন্সৰ অন্যান্য উপন্যাসসমূহো শিল্প সুলভ প্ৰভাৱেৰে পাঠোপযোগী হৈছে। তেনে কেতবোৰ উপন্যাস হ'ল ব্লিক হাউচ, ড'ম্বী এণ্ডচন, আৱাৰ মিউচুৱেল ফ্ৰেণ্ড আৰু ওল্ড কিউৰিচিটি চ'প। প্ৰতিখন উপন্যাসতে ডিকেন্সৰ কলাসুলভ নৈপুন্য আৰু নাটকীয় অভিব্যক্তি সুন্দৰকৈ পৰিস্ফুট হৈ উঠিছে। ডিকেন্সে ইংৰাজী সাহিত্যত বাস্তৱবাদী উপন্যাসৰ সৃষ্টি কৰি নতুন গতি প্ৰদান কৰিলে আৰু তাৰ প্ৰভাৱ আজিও বিদ্যমান।



# দেৱদূতী এলিজাবেথ বাৰেট আৰু কাব্যিক প্ৰেম

এলিজাবেথ বাৰেট আৰু ৰবাৰ্ট ব্ৰাউনিঙৰ মাজত কবিতাৰ মাজেদি গঢ়ি উঠা প্ৰেমক চিৰস্থায়ী ৰূপ দিছে পত্নীবিয়োগৰ বেথাত আবেগ বিহ্বল কবি ব্ৰাউনিঙৰ যুগমীয়া ছন্দই।

"O Lyric Love, half angel and half bird এবিজাবেথ বাৰেটৰ জীৱনকাল আছিল মাত্ৰ আঠৈকুৰি পাঁচবছৰীয়া। এই চমু কালছোৱাত বাৰেটে যিবোৰ প্ৰেমৰ কবিতা ৰচি থৈ গ'ল তাৰ সৌৰভ আজিও ইংৰাজী সাহিত্যত আমোল-মোলাই আছে। তেওঁৰ প্ৰেম অমৰ প্ৰেম। পৃথিৱীত প্ৰেমেই চিৰন্তন অক্ষয়-অমৰ-যুগজয়ী। ক্ষণভঙ্গুৰ জীৱন প্ৰেমৰ সুবাসতে জাতিষ্কাৰ হৈ উঠে আৰু সেই প্ৰেমে অমৰত্ব লাভ কৰে সাহিত্যৰ মাজত। যুগে যুগে প্ৰেমৰ বন্দনাৰে ৰচিত হৈছে অমৰ কাব্য। এলিজাবেথ বাৰেট আৰু ৰবাৰ্ট ব্ৰাউনিঙৰ প্ৰেমৰ গভীৰতা কিমান আছিল তাক ছন্দত লিপিবদ্ধ কৰিছে কবি বাৰেটে এনেদৰে—

"How do I love Thee? Let me Count two ways,
I love thee to the depth and breadth and height"

কিমান গভীৰ সেই প্ৰেম, কিমান বহল সেই প্ৰেমৰ পৰিধি আৰু কিমান উচ্চ সেই প্ৰেম! জীৱনৰ হাঁহি কান্দোন সকলো নিমজ্জিত হয় সেই প্ৰেমৰ মাজত। মৃত্যুৰ পিচতো সেই প্ৰেম আৰু অধিক গভীৰ হৈ চিৰ যুগমীয়া হৈ ৰয়।

"Smiles, tears of all my life! and if God choose
I shall but love thee better after death

ভিক্টোৰিয়ান যুগৰ কাব্য সাহিত্যত এলিজাবেথ বাৰেটৰ স্থান টেনীচনতকৈও ওপৰত নিৰূপিত হৈছিল। কিন্তু তেওঁৰ কাব্য সাধনাৰ কাল সীমিত হোৱা বাবে

প্ৰাপ্য সন্মানৰ পৰা বঞ্চিত হয়। তথাপিও চুটি জীৱন কালত তেওঁ যিখিনি কবিতা ৰচি থৈ গ'ল তাৰ সুবাসত আজিও সুবাসিত হৈ আছে ইংৰাজী কাব্য-সাহিত্য।

এলিজাবেথ বাৰেটৰ জন্ম হৈছিল ১৮০৬ খৃষ্টাব্দত ডাৰবানৰকাষৰ ক'হো হলত। কিন্তু তেওঁৰ শৈশৱ আৰু আদি যৌৱন কাল অতিবাহিত হৈছিল হিয়াৰ ফোৰ্ডচায়াৰত। মালভাৰ্ণ পাহাৰৰ সেউজীয়া প্ৰকৃতিৰ সৈতে কথা পাতি শৈশৱ আৰু আদি যৌৱন কাল পাৰ কৰা বাৰেটে সৰুৰে পৰা কবিতা ৰচি মনৰ বাব প্ৰকাশ কৰিছিল। মালভাৰ্ণ পাহাৰৰ বিনন্দীয়া ৰূপৰ বৰ্ণনাৰে বাৰেটে লিখা কবিতা "পায়াৰচ্ প্লাওমেনৰ" ছন্দে ছন্দে প্ৰস্ফুটিত হৈ উঠিছে পাহাৰীয়া প্ৰকৃতিৰ মনোমোহা সৌন্দৰ্য — যি সৌন্দৰ্যই বাৰেটৰ অন্তৰত কাব্যিক অনুভূতিৰ সৃষ্টি কৰিছিল। জীৱিকা আৰু প্ৰতিষ্ঠাৰ বাবে ১৮৩৫ খৃষ্টাব্দত বাৰেটৰ পৰিয়ালটো লণ্ডনলৈ গুছি আহে। তাতে এলিজাবেথৰ কাব্য-সংকলন "ডি স্ক্ৰেফিম্ এণ্ড আডাৰ পোৱেম্‌চ" প্ৰকাশ হয় ১৮৩৮ খৃষ্টাব্দত। এইখন বাৰেটৰ প্ৰথম ছপা কাব্য। প্ৰথম সংকলনৰ কবিতাই পাঠকৰ মন জয় কৰিবলৈ সক্ষম হয় আৰু বাৰেটৰ কাব্যিক প্ৰতিভা লণ্ডনত বিকশিত হয়। কিন্তু ১৮৪০ খৃষ্টাব্দত তেওঁৰ ভাতৃৰ শোকাবহ মৃত্যুত তেওঁ ইমানেই মৰ্মাহত হয যে শোকসাগৰত ডুবি তেওঁ ৰোগগ্ৰস্ত হৈ পৰে। এনেদৰে ছটা বছৰ বিছনাত পৰি দিন কটাবলগীয়া হয়। বন্ধ কোঠাৰ বিছনাত পৰি ৰোগৰ যন্ত্ৰণা পাহৰি থকাৰ বাবে কিতাপৰ পাতত নিমগ্ন হয় আৰু কবিতা লিখিবলৈ ধৰে। তেওঁৰ কল্পনাশক্তি ইমানেই প্ৰৱল আছিল যে ৰোগৰ যন্ত্ৰণায়ো তেওঁৰ কাব্যিক অনুভূতি ম্লান কৰিব নোৱাৰিলে। ৰোগশয্যাত পৰি থাকোতে ১৮৪৪ খৃষ্টাব্দত তেওঁৰ আন এক কাব্য সংকলন 'পোৱেম্‌চ' প্ৰকাশ হৈ ওলায় আৰু বাৰেট কবি হিচাপে লণ্ডনত প্ৰতিষ্ঠিত হয়। বাৰেটৰ কবিতাই ইংলণ্ডৰ সৰ্বসাধাৰণ পাঠকৰ অন্তৰো আলোড়িত কৰিছিল। সেই সময়ৰ ইংলণ্ডৰ এক জ্বলন্ত সমস্যা শিশু শ্ৰমিক নিয়োগৰ বিৰুদ্ধে বাৰেটে "ডি ক্ৰাই অৱ ডি চিল্ড্ৰেন" নামৰ কবিতাৰে প্ৰতিবাদ কৰিছিল। সেই প্ৰতিবাদৰ ভাষা আজিও ইংলেণ্ডৰ মাটিত প্ৰতিধ্বনিত হৈ আছে। বাৰেট আছিল সামাজিক সমস্যাৰ প্ৰতি সচেতন আৰু সংবেদনশীল। সমাজ জীৱনৰ ঘাত-প্ৰতিঘাট, সামাজিক দ্বন্দ্ব, সামাজিক ন্যায় আৰু অন্যায়ৰ চিত্ৰ তেওঁৰ কবিতাত প্ৰতিফলিত হৈছে। তেওঁৰ কবিতাই টেনীচন আৰু ব্ৰাউনিৰ কবিতাকো চেৰ পেলাই এখন সুকীয়া আসন দখল কৰিবলৈ সক্ষম হৈছিল।

সেই সূত্রে ১৮৫০ খৃষ্টাব্দত যেতিয়া ৱৰ্ডচ্ৱৰ্থৰ মৃত্যু হয় তেতিয়া এলিজাবেথক ন'বেল ল'ৰেট হিচাপে নিযুক্তি দিয়াৰ গুণাগথা চলিছিল। কিন্তু তেওঁৰ বয়স কম হোৱা বাবে তেনে সন্মানৰ পৰা বঞ্চিত হয়। তেওঁতকৈ বয়সত ডাঙৰ টেনীচনকহে সেই সন্মানীয় স্থানত বহুওৱা হয়।

ব্ৰাউনিঙে কবিতাৰ জৰিয়তেহে বাৰেটৰ লগত পৰিচয় হয়। বাৰেটৰ কবিতাই ব্ৰাউনিঙক মুগ্ধ কৰিছিল। বাৰেটৰ লগত ব্ৰাউনিঙৰ যদিও দেখা সাক্ষাৎ হোৱা নাছিল তথাপি তেওঁ বাৰেটক উদ্দেশ্য কৰি "লেডী জিৰাল্ডাইনচ্ কোৰ্টশ্বিপ" নাম দি এটি কবিতা লিখিছিল। তাৰ পিচতহে বাৰেটক দেখা কৰিবলৈ গৈছিল। বাৰেট তেতিয়া অসহায়ভাৱে বিছনাত পৰি লেখা পঢ়া কৰি আছিল। প্ৰথম দৃষ্টিত বাৰেটক তেওঁ ভাল পাই পেলাইছিল। এনেদৰে বাৰেট আৰু ব্ৰাউনিঙৰ মাজত প্ৰেম গঢ়ি উঠিছিল। তেওঁলোকৰ মাজৰ প্ৰেম ইমানেই গভীৰ হৈছিল যে ব্ৰাউনিঙে এলিজাবেথক বিয়া কৰোৱাৰ প্ৰস্তাৱ দিছিল কিন্তু এলিজাবেথৰ দেউতাক এই প্ৰস্তাৱত ৰাজী নহ'ল। অৱশেষত ব্ৰাউনিঙে এলিজাবেথক ইটালীলৈ পলুৱাই নি ১৮৪৬ খৃষ্টাব্দৰ ১২ চেপ্তেম্বৰত বিয়া কৰায়। তাৰ পিচত ইটালীত তেওঁলোকৰ যুগ্মজীৱন আৰম্ভ হয়। তেওঁলোকৰ মাজৰ গভীৰ প্ৰেম আৰু ভালপোৱাৰ অনুভূতি সিঁচৰতি হৈ আছে মিছেছ ব্ৰাউনিঙৰ "চ'নেটচ্ ফ্ৰম ডি পৰ্তুগীজ" নামৰ কাব্যৰ কবিতাসমূহত। এই গ্ৰন্থখন এখন প্ৰেমৰ কাব্য হিচাপে পৰিগণিত হৈছে। বিয়াৰ পিচত সুদীৰ্ঘ পোন্ধৰ বছৰ ব্ৰাউনিঙ দম্পতীৰ সুখী জীৱন অতিবাহিত হৈছিল পিছা আৰু ফ্ল'ৰেন্সৰ কাছাগুইডিতা তেতিয়া দুযোৰো মাজত আছিল কাব্যময় প্ৰেম আৰু আছিল কবিতা সৃষ্টিৰ দুৰ্বাৰ বাসনা। ইজন সিজনৰ আছিল প্ৰেৰণাৰ উৎস। ইটালীয়ে তেওঁলোকক দিছিল সৃষ্টিৰ প্ৰেৰণা। ইটালীয়ে অষ্ট্ৰিয়াৰ বৰ্বৰতাৰ বিৰুদ্ধে কৰা সংগ্ৰামক লৈ এলিজাবেথে ১৮৫১ খৃষ্টাব্দত "কাছাগুইডি উইণ্ডোজ" নাম দি এখন কাব্যগ্ৰন্থ প্ৰকাশ কৰিছিল য'ত আছিল ৰাজনৈতিক চিন্তাধাৰা আৰু দেশপ্ৰেমৰ আবেগ। ১৮৫৬ খৃষ্টাব্দত বাৰেটৰ দ্বাৰা ৰচিত এখন উপন্যাস প্ৰকাশ হৈছিল। উপন্যাসৰ নাম আছিল "অ'ৰোৰা লেইঘ"। উপন্যাসৰ নায়ক আছিল এজন চফল ডেকা সমাজ সংস্কাৰক আৰু নায়িকা আছিল এগৰাকী ডেকা উৎসাহী কাব্যিক নাৰী। বহুতে ক'ব খোজে যে নায়িকাগৰাকী এলিজাবেথ বাৰেট নিজেই আছিল। সেই সময়ৰ সমাজ ব্যৱস্থাৰ কেৰোণ ডাঙি ধৰি তাৰ সংস্কাৰৰ

বাবে আগবাঢ়ি অহা ডেকা নায়ক-নায়িকাৰ কাহিনীৰে উপন্যাসখন ৰসাল কৰি তুলিছে। উপন্যাসখন উদ্দেশ্যধৰ্মী হ'লেও তাৰ মাজত লেখিকাৰ জীৱনাদৰ্শ প্ৰতিভাত হৈ উঠিছে। এলিজাবেথৰ শেষ ৰচনা আছিল "পোৱেমচ্ বিফোৰ কংগ্ৰেছ" যিখন ১৮৬০ খৃষ্টাব্দত প্ৰকাশ হৈছিল। কাব্যময় প্ৰেম আৰু সৃষ্টিৰ নিছাত মগ্ন হৈ থাকোতে আকস্মিকভাৱে ১৮৬১ খৃষ্টাব্দত বাৰেটৰ মৃত্যু হয়— যাৰ মৃত্যুৱে কন্দুৱালে অমৰ কবি ব্ৰাউনিঙ আৰু ইংলেণ্ড-ইটালীৰ হাজাৰ বিজাৰ গুণমুগ্ধ পাঠকক। ছুটি জীৱনকালত এলিজাবেথে যিখিনি সৃষ্টি কৰি থৈ গ'ল সি আজিও ইংৰাজী কাব্য-সাহিত্যৰ ভৰাল চহকী কৰি ৰাখিছে। ইটালীযে তেওঁক কবিতা লিখাৰ প্ৰেৰণা দিছিল আৰু সেয়েহে ফ্ল'ৰেন্সৰ মাটিতে তেওঁক সমাধিস্থ কৰা হৈছিল। তেওঁৰ মৃত্যুত তেওঁৰ স্বামী ব্ৰাউনিঙে আবেগ বিহ্বল কণ্ঠেৰে লিখিছিল — "O' lyric love, half angel and half bird" –

ব্ৰাউনিঙৰ বাবে এলিজাবেথ আছিল প্ৰেমৰ দেৱী— তেওঁ যেন আধা দেৱদূতী আৰু আধা বিহঙ্গিনী। ব্ৰাউনিঙৰ হৃদয় থকাসৰকা কৰি এলিজাবেথৰূপী দেৱদূতী মুক্ত বিহঙ্গৰ দৰে অনন্তধামলৈ উৰি গ'ল— এৰি থৈ গ'ল মাথো কাব্যময় প্ৰেম।



# চাৰ্লচ্‌ ৰীড

ইংৰাজী সাহিত্যত ভিক্টোৰিযান যুগ আৰম্ভ হয় মহাৰাণী ভিক্টোৰিয়াৰ ৰাজ অভিষেক সম্পন্ন হোৱাৰ পিচত আৰু এই যুগ ১৮৫০ খৃষ্টাব্দত আৰম্ভ হৈ ১৯০০ খৃষ্টাব্দলৈ পৰিব্যাপ্ত হৈ আছিল। এই যুগত ইংৰাজী সাহিত্যই পৰম্পৰা ভঙ্গ কৰি ৰজা-মহাৰজা, নাইট বিচপ আৰু দৈত্য-দানৱৰ অলৌকিক কাহিনীৰ জাল ফালি গণতান্ত্রিক চিন্তা-ভাৱনা, ৰোমাণ্টিক ভাৱাদৰ্শ, সমাজ সংস্কাৰ আৰু সামাজিক জীৱনৰ দৈনন্দিন ঘটনা প্ৰৱাহৰ মাজেৰে বাস্তৱক দাঙি ধৰাৰ প্ৰয়াস পৰিলক্ষিত হয়। এই যুগতে মহাকবি আলফ্রেড টেনীচন, ৰবাৰ্ট ব্ৰাউনিং, এলিজাবেথ বাৰেট (মিছেছ ব্ৰাউনিং), মৰিছ, চুইনবাৰ্ণ আদি কবিসকলে তেওঁলোকৰ কবিতাৰে ইংৰাজী পদ্য-সাহিত্য সমৃদ্ধ কৰাৰ বিপৰীতে চাৰ্লচ্‌ ডিকেন্স, উইলিয়াম মেক্‌পীছথাকাৰে জৰ্জ এলিযট আদি গদ্য লেখক সকলে তেওঁলোকৰ গদ্য সম্ভাৰেৰে ইংৰাজী গদ্য সাহিত্যত নতুন দিশ উন্মোচন কৰিবলৈ সক্ষম হৈছিল। দৰাচলতে ভিক্টোৰিযান যুগত বাস্তৱবাদী ৰোমাণ্টিক উপন্যাসৰ জযযাত্ৰা আৰম্ভ হয চাৰ্লচ ডিকেন্স, থাকাৰে আৰু জৰ্জ এলিয়টৰ উপন্যাসৰ জৰিযতে। এই 'তিনিগৰাকী' ঔপন্যাসিকৰ বাহিৰেও সেই যুগত সমাজ জীৱনৰ প্ৰতিচ্ছবি দাঙি ধৰি উপন্যাস ৰচনা কৰা আন আন ঔপন্যাসিক সকলৰ ভিতৰত চাৰ্লচ ৰীড, এন্থনী ট্ৰোলোপ চাৰ্ললট ব্ৰোণ্টে, বুলৱাৰ লীটন, কিংচলে, মিছেছ গেছকেল, ব্ৰেকমোৰ, মেৰীডিথ, থমাচ হাৰ্ডি আৰু ৰবাৰ্ট লেইচ ষ্টিভেনচন উল্লেখযোগ্য। এইসকল ঔপন্যাসিকৰ উপন্যাসে ইংৰাজী উপন্যাস সাহিত্যত ৰোমাণ্টিক আবেগ-অনুভূতি, প্ৰেম ভালপোৱা, হাঁহি-কান্দোনৰ জীৱন্ত ছবি দাঙি ধৰিছে। চাৰ্লচ্‌ ডিকেন্স সামাজিব সমস্যা সমাধানৰ দিহা পৰামৰ্শৰে কাহিনী ৰচিছিল, থাকাৰেই সমাজ জীৱনৰ ছবি আকিছিল আৰু জন এলিযটে নৈতিকতাৰ মূলমন্ত্ৰ উচ্চাৰণ কৰি উপন্যাস ৰচিছিল। ডিকেন্সৰ আদৰ্শ অনুসৰণ কৰি চাৰ্লচ্‌ ৰীডে সৰ্বসাধাৰণ লোকৰ জীৱনৰ ৰোমাণ্টিক দিশটো উন্মোচন কৰি কেবাখনো সুন্দৰ উপন্যাস ৰচি ইংৰাজী সাহিত্য চহকী কৰি থৈ গৈছে।

চাৰ্লচ ৰীডৰ জন্ম হৈছিল ১৮১৪ খৃষ্টাব্দত। যিসময়ত তেওঁৰ জন্ম হৈছিল সেই সময়ত ইংৰাজী সাহিত্যত ৰোমাণ্টিক কবিতাৰ ঢল প্ৰবাহিত হৈছিল। ৱৰ্ডচ্‌ৱৰ্থ, বাইৰণ, কীট্‌ছ, শ্বেলীৰ কবিতাই ইংৰাজী সাহিত্যত ৰোমাণ্টিজিমৰ সূচনা কৰিছিল। ৱাল্টাৰস্কট আৰু চাৰ্লচ্ ডিকেন্সৰ উপন্যাসে বাস্তৱ কাহিনীত ৰোমাণ্টিক চেতনা জাগ্ৰত কৰিছিল। সেয়েহে জন্ম লগ্নৰে পৰা ৰীড ৰোমাণ্টিক চিন্তা চৰ্চ্চাৰ মাজত ডাঙৰ দীঘল হৈ ৰিয়েলিজিমৰ প্ৰতি অনুধাৱিত হৈছিল। ৰোমাণ্টিক চিন্তাৰ মাজত ৰিয়েলিজিমৰ উপলব্ধিয়ে ৰীডক অভিনযৰ প্ৰতি আকৰ্ষিত কৰিছিল আৰু তেওঁ অভিনয় জগতত প্ৰৱেশ কৰি মঞ্চৰ লগত জড়িত হৈ পৰে। কাৰণ মঞ্চাভিনয়ৰ সৈতে জড়িত হৈ তেওঁ ৰোমান্স অনুভৱ কৰিছিল। মঞ্চত অভিনয় কৰাৰ বাবে তেওঁ কেবাখনো নাটক ৰচনা কৰি সফলভাৱে মঞ্চস্থ কৰিছিল। এনেদৰে মঞ্চৰ সৈতে জড়িত হৈ তেওঁ ইংলেণ্ডৰ মঞ্চ শিল্পীসকলৰ জীৱনৰ অন্তৰ্ভাগ পৰ্যবেক্ষণ কৰিছিল। ওঠৰ শতিকাৰ মঞ্চশিল্পৰ সমস্যা আৰু মঞ্চশিল্পীৰ জীৱন কাহিনীক লৈ তেওঁ এটি সুন্দৰ কাহিনীৰে ৰচনাকৰিছিল এখনি উপন্যাস— “পেগ আফিংটন” — য’ত আছিল আঁৰ কাপোৰৰ মাজেদি পৰ্যবেক্ষণ কৰা মঞ্চশিল্পীৰ বাস্তৱ জীৱনৰ ৰোমাণ্টিক কাহিনী। এই উপন্যাসখন ১৮৫৩ খৃষ্টাব্দত প্ৰকাশ হোৱাৰ পিচত মঞ্চজগতত ৰীডৰ নাম ঔপন্যাসিক হিচাপে স্বীকৃত হৈছিল।

ডিকেন্সৰ সামাজিক উপন্যাসে ৰীডকো আকৃষ্ট কৰিছিল। ডিকেন্সৰ প্ৰভাৱ দেখিবলৈ পোৱা যায় তেওঁৰ পৰৱৰ্তী উপন্যাস “পুট ইওৰ চেল্‌ফ্ ইন হিজ প্লেছ”ত। এই উপন্যাসখন এখন সমস্যা বহুল উপন্যাস আৰু এইখন প্ৰকাশ হৈ ওলায় ১৮৭০ খৃষ্টাব্দত। উপন্যাসৰ কাহিনীত আছিল শ্ৰমিকৰ সামাজিক সমস্যা। শ্ৰমিকৰ সমস্যাৰ প্ৰতি ট্ৰেড ইউনিয়ন সমূহে কৰা অন্যায অবিচাৰৰ কথা উপন্যাসত বৰ্ণিত হৈছে। শ্ৰমিকজনে তেওঁৰ প্ৰতি কৰি অহা অন্যায়ৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে। ট্ৰেড উইনিয়নে কৰা শোষণ আৰু অবিচাৰৰ বিৰুদ্ধে শ্ৰমিকে গৰজি উঠিছে। শ্ৰমিক শ্ৰেণীৰ সামাজিক সমস্যা উত্থাপন কৰি সেই সমস্যা সমাধানৰ ক্ষেত্ৰত ট্ৰেড ইউনিয়নে কৰা অবিচাৰ আৰু অন্যায়ৰ ছবি কাহিনীত প্ৰতিফলিত হৈছে।

১৯৭১ খ্ৰীষ্টাব্দত ৰচিত আন এখন উপন্যাস “এ টেৰিবুল টেম্প্‌টেচন”ত সমাজ পৰিবৰ্তনৰ ছবি পৰিদৃষ্ট হয়। উপন্যাসৰ চৰিত্ৰৰ মাজত সামাজিক পৰিবৰ্তন আৰু সমাজ সংস্কাৰৰ প্ৰৱণতা প্ৰকাশ পাইছে।

ৰীডৰ আটাইতকৈ জনপ্ৰিয় উপন্যাস "ডি ক্ল'ইটাৰ এণ্ড ডি হাৰ্থ" ১৮৬১ খৃষ্টাব্দত প্ৰকাশ হয়। এইখন এখন বুৰঞ্জীমূলক উপন্যাস। নৱজাগৰণৰ কাহিনী সম্বলিত উপন্যাসত ইতিহাসৰ সম্বল আছে। উপন্যাসৰ কাহিনীত ইউৰোপৰ ছাত্ৰ আৰু যাযাবৰৰ জীৱন কাহিনী আছে। জাৰ্মান নৱজাগৰণৰ সময়ত ইউৰোপৰ ছাত্ৰসকলে অনাই বনাই ঘূৰি ফুৰি যাযাবৰী দিন অতিবাহিত কৰা ৰোমাঞ্চকৰ ঘটনাৰে সমৃদ্ধ উপন্যাসৰ কাহিনী। উপন্যাস সম্ৰাট স্কটৰ ঐতিহাসিক উপন্যাসৰ পিচত এইখন এখন ইতিহাসসমৃদ্ধ বিখ্যাত উপন্যাস হিচাপে পৰিগণিত হৈছে। উপন্যাসৰ কাহিনী কথনত ঔপন্যাসিকৰ কষ্টকৰ পৰ্যবেক্ষণ আৰু অন্বেষণৰ সম্ভেদ পোৱা যায়। জৰ্জ এলিয়টৰ 'ৰোমোলা'ৰ সাদৃশ্য পৰিদৃশ্যমান হয় "ডি ক্ল'ইষ্টাৰ এণ্ড ডি হাৰ্থ" উপন্যাসত। অৱশ্যে ৰোমোলাৰ কাহিনী আছিল ইটালী দেশৰ। আনহাতে এইখন উপন্যাসৰ কাহিনী জাৰ্মান নৱজাগৰণৰ সময়ৰ ইউৰোপীয কাহিনী। কম সংখ্যক উপন্যাস ৰচিলেও জন ৰীডৰ উপন্যাসে নৱজাগৰণৰ সমযত সামাজিক সংস্কাৰ আৰু পৰিবৰ্তনৰ পথ দেখুৱাবলৈ সক্ষম হৈছিল। ১৮৮৪ খৃষ্টাব্দত শেষ নিশ্বাস ত্যাগ কৰা চাৰ্লচ্ ৰীডৰ 'উপন্যাস ৰোমাণ্টিক উচ্ছাসেৰে ভৰপূৰ সমকালীন সমাজ জীৱনৰ প্ৰচ্ছায়া হিচাপে আজিও স্মৰণীয় হৈ আছে।



# নাট পৃথিৱীৰ অনন্য প্ৰতিভা
# ইউজিন অ'নীল

চে'পীয়েৰৰ বহুবছৰ পিচত ইউৰোপৰ নাট্য সাহিত্যত যিকেইগৰাকী বিখ্যাত নাট্যকাৰৰ নাট্য চিন্তাই আলোড়ণৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল সেই কেইগৰাকী নাট্য প্ৰতিভা হ'ল হেনৰিক ইবচেন, বাৰ্ণাড শ্ব', চেকভ পিৰানদেলো আৰু ইউজিন অ'লীন। প্ৰতিগৰাকী নাট্যকাৰৰে নাট্য প্ৰতিভা আছিল স্বতঃস্ফূৰ্ত, সৃষ্টিশীল তথা যুগজয়ী। নাট্যৰচনা, সংলাপ, উপস্থাপন ৰীতি আৰু দৃশ্যাংশও আছিল স্বাধীনচিতীয়াচিন্তাপুষ্ট আৰু কলাসুলভ। জৰ্জ বাৰ্ণাৰ্ড শ্ব'ৰ উত্তৰসুৰী মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাৰ ইউজিন অ'নীলৰ বিশাল নাট্যচিন্তাৰ বিষয়ে আলোচনা কৰাটো অকল দুঃসাধ্যই নহয় অত্যন্ত কঠিনো। অ'নীলৰ নাট্যবিশ্লেষণ কৰাটো মননশীল গৱেষণাৰ বিষয়। নাট্যকাৰ অ'নীল নিজেই এক বিশাল প্ৰতিভাৰ প্ৰতীক আৰু তেওঁৰ স্বকীয় চিন্তাত নাটকৰ অভিব্যক্তি আৰু নায়কৰ পৰিশীলিত অভিনয় সুনিৰ্দিষ্ট মাত্ৰাত পৰিস্ফুট হোৱা দেখাগৈছে। অ'নীলৰ প্ৰতিখন নাটকতে উপস্থাপন ৰীতি, সংলাপ আৰু অভিনয় কলাত পৰীক্ষামূলক পদ্ধতি অৱলম্বন কৰা দেখা যায়। নাটকৰ কাহিনী আৰু নাটকীয় মুহূৰ্তবোৰো সমসাময়িক সমাজ ব্যৱস্থাৰ মাজৰপৰাই সংগ্ৰহ কৰি আৱেগপ্ৰৱণতা আৰু বাস্তৱ অভিজ্ঞতাৰ সমন্বয়ত মঞ্চোপযোগী কৰি তোলা হৈছিল। পৰিবৰ্তনশীল সমাজব্যৱস্থা আৰু সাময়িক প্ৰেক্ষাপটৰ পৰিপ্ৰেক্ষিতত নাট্যচিন্তাৰ দিশ পৰিবৰ্ত্তনো পৰিলক্ষিত হয়। ট্ৰেজেডি, চিৰিও কমিক আৰু আবেগপ্ৰৱণ নাটকৰ মাজতো নাট্যকাৰৰ স্বকীয় বৈশিষ্ট্য অটুট থকাটো অ'নীলৰ নাট্য প্ৰতিভাৰ এক অপৰিহাৰ্য লক্ষণ। তেওঁৰ নাটকৰ চৰিত্ৰ চিত্ৰন আছিল অত্যন্ত বাস্তৱ, সংলাপ আছিল হৃদয়স্পৰ্শী, মঞ্চকৌশল অভিনৱ আৰু নাট্যৰস সৃষ্টিও আছিল অনবদ্য। সংলাপত সংযোজিত শব্দৰ যি মাধুৰ্য্য সিয়ে নাটকৰ প্ৰতিটো মুহূৰ্ত সজীৱ, সচেতন আৰু

অন্তস্পৰ্শী কৰি তোলে। দৰ্শকৰ অন্তৰ পৰশি যোৱা কাহিনী, সংলাপ আৰু অভিনয়ৰ বাবেই অ'নীলৰ নাটক আমেৰিকাত এশ ৰাতি পৰ্যন্ত মঞ্চস্থ হোৱা উদাহৰণ আছে। আমেৰিকাৰ নাট্যসাহিত্যত অ'নীল হৈ উঠিছিল এক প্ৰবাদ পুৰুষ আৰু য'তেই তেওঁৰ নাটক মঞ্চস্থ হৈছিল তাতেই দৰ্শকৰ ভীৰ হৈছিল। অ'নীলৰ নাটক আমেৰিকাত ইমানেই সফলতা অৰ্জন কৰিছিল যে তেওঁৰ বিশাল নাট্যপ্ৰতিভাই চুইডিছ একাডেমীৰো দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। সেয়েহে ১৯৩৬ চনত সাহিত্যৰ ন'বেল বঁটা আগবঢ়োৱা হৈছিল মাৰ্কিন নাট্যকাৰ ইউজিন অ'নীললৈ।

অ'নীলৰ দেউতাকো আছিল এগৰাকী প্ৰথিতযশা অভিনেতা— নিউইয়ৰ্ক থিয়েটাৰৰ মেটিনী আইড'ল', 'ডি কাউণ্ট অৱ মণ্টিক্ৰিষ্টো' নাটৰ শ্বাশ্বত নায়ক। দেউতাকৰ নাম আছিল জেম্‌ছ অ'নীল, মাকৰ নাম আছিল এলী কুইনলাল অ'নীল। দেউতাক জেম্‌ছৰ আছিল নিজা এটা ভ্ৰাম্যমান থিয়েটাৰৰ দল। আজিকালিৰ ভ্ৰাম্যমান থিয়েটাৰৰ দৰে জেম্‌ছৰ ভ্ৰাম্যমান থিয়েটাৰৰ দলটোৱে আমেৰিকাত বিভিন্ন ঠাইত নাটক মঞ্চস্থ কৰি ফুৰিছিল। এই পেশাদাৰী নাট্যদলটোৱে আমেৰিকাত এক অভূতপূৰ্ব নাট্য আন্দোলনৰ গুৰি ধৰিবলৈ সক্ষম হৈছিল। আমেৰিকাৰ নাট্য আন্দোলনৰ এগৰাকী বিশিষ্ট নায়ক জেম্‌ছ অ'নীলৰ গৃহত ১৮১৮ চনৰ '১৬ অক্টোবৰত নিউইয়ৰ্ক চহৰত ইউজিন অ'নীলৰ জন্ম হৈছিল। সৰুৰে পৰা শিশু অ'নীল ভ্ৰাম্যমান নাট্যদলৰ লগত ঘূৰি ফুৰিছিল। সাত বছৰ বয়সলৈ অ'নীল আছিল দেউতাকৰ ভ্ৰাম্যমান থিয়েটাৰ দলৰ সঙ্গী। পঢ়া-শুনা বাদ দি শিশু অ'নীলে নাটকৰ মাজত দিন অতিবাহিত কৰি মঞ্চশিল্পৰ লগত একাত্ম হৈ পৰিছিল। আঠ বছৰ বয়সত তেওঁ এটি ৰোমান কেথলিক আবাসিক স্কুলত ভৰ্ত্তি হৈ আনুষ্ঠানিক শিক্ষাৰ পাতনি মেলে। সেই আবাসিক স্কুলত পাঁচ বছৰ শিক্ষা লাভ কৰাৰ পিচত তেওঁ কলেক্টিকটৰ 'ষ্টেমফোৰ্ড বেটচ্ একাডেমী'ত ভৰ্ত্তি হয়। এইখনো আছিল আবাসিক শিক্ষানুষ্ঠান। মাক-বাপেকৰ সান্নিধ্যৰ পৰা দূৰৈত থাকি তেওঁ ছাত্ৰাবাসত নিঃসঙ্গ জীৱন-যাপন কৰিছিল। ওঠৰ বছৰ বয়সত তেওঁ প্ৰিন্সটন বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা গ্ৰহণ কৰে যদিও তেওঁ ডিগ্ৰী লাভ কৰিব নোৱাৰিলে।

অ'নীলৰ জীৱনটোৱে আছিল এখন জীৱন্ত নাটক। ভ্ৰাম্যমানৰ লগত জড়িত হৈ শিশুকালতে তেওঁ ইখন ঠাইৰ পৰা সিখন ঠাইলৈ ঘূৰি ফুৰি বিচিত্ৰ অভিজ্ঞতা আহৰণ

কৰিছিল। সেই অভিজ্ঞতাৰ ভেটিতে তেওঁ নাটক ৰচনা কৰাৰ সম্বল বিচাৰি উলিয়াইছিল। ছাত্ৰজীৱন শেষ হোৱাৰ পিচত আৰম্ভ হৈছিল তেওঁৰ এক যাযাবৰী জীৱন। হণ্ডুৰাচৰ হাবিয়ে বননিযে সোণ বিচাৰি মৰীচিকা খেদি ঘূৰি ফুৰা মানুহৰ দৰে ঘূৰি ফুৰিছিল। তেওঁৰ সেই সন্ধান আছিল নিষ্ফল, অসাৰ। সোণ বিচাৰি ফুৰোঁতেই তেওঁ ৰোগাক্ৰান্ত হৈ পৰে আৰু অৱশেষত আমেৰিকালৈ ঘূৰি আহে। ঘৰলৈ ঘূৰি অহাৰ পিচত ক্যাথালীন জেনকিনচ্ নামৰ এগৰাকী গাভৰুৰ সৈতে বিবাহ পাশত আৱদ্ধ হয। সেই সময়ত তেওঁৰ কোনো কাম নাছিল। সংসাৰৰ দাযিত্ব লোৱাৰ পিচত তেওঁ সংস্থান বিচাৰিলে। দেউতাকৰ থিয়েটাৰত সহকাৰী ষ্টেজ মেনেজাৰৰ কামত নিযুক্ত হৈ তেওঁ থিযেটাৰৰ লগত জড়িত হৈ পৰে। সেই সমযতে তেওঁৰ প্ৰথম পুত্ৰৰ জন্ম হয়। এফালে সাংসাৰিক জীৱনৰ দাযবদ্ধতা আৰু আনফালে থিযেটাৰৰ ধৰাবন্ধা নিযম এই দুযোটাৰ মাজত তেওঁ যেন নিজকে খাপ খুৱাই ল'ব নোৱাৰিলে। অৱশেষত তেওঁ দুয়োটা বন্ধনৰ পৰা মুক্ত হৈ মালবাহী জাহাজত সাধাৰণ নাবিক হিচাপে কৰ্মজীৱন আৰম্ভ কৰে। নাবিকৰ জীৱন মানেই সমুদ্ৰৰ মাজৰ যাযাবৰী জীৱন। পুৰা এবছৰ দক্ষিণ আমেৰিকাৰ পৰা আফ্ৰিকাৰ মাজত জাহাজেৰে অহা-যোৱা কৰি তেওঁ ভাগৰি পৰিল। অৱশেষত নিউযৰ্কলৈ আহি তাৰপৰা নিউ ওৰ্লিযানচলৈ আহি দেউতাকৰ থিয়েটাৰত সোমাল আৰু তাতে অভিনযৰ সৈতে জড়িত হৈ পৰে। অভিনযৰ লগত জড়িত হৈও তেওঁ মাত্ৰ চাৰিমাহমানহে নাটকত অভিনয় কৰিলে। শেষতগৈ অভিনয়েও তেওঁক আমুৱালে আৰু অভিনেতাৰ জীৱন বাদ দি তেওঁ উত্তৰ আমেৰিকাৰ পৰা প্ৰকাশিত "নিউলণ্ডন টেলিগ্ৰাফ" কাকতত সাংবাদিক হিচাপে সোমায়। সাংবাদিকতা কৰিও তেওঁ সন্তুষ্ট নহ'ল। সংবাদ সংগ্ৰহৰ কামটো তেওঁৰ বাবে কঠিন হৈ পৰে। সংবাদ সংগ্ৰহৰ কামত ঘূৰি ফুৰোতেই তেওঁৰ স্বাস্থ্যৰ অৱনতি হয় আৰু চিকিৎসকৰ দ্বাৰা পৰীক্ষা কৰাৰ পিচত দেখা গ'ল যে তেওঁ যক্ষ্মাৰোগত আক্ৰান্ত হৈছে। তেতিয়া তেওঁক এটা স্বাস্থ্য নিবাসত ভৰ্ত্তি কৰোৱা হয আৰু তাতে সুদীৰ্ঘ পাঁচ মাহ চিকিৎসা কৰাৰ পিচত তেওঁৰ স্বাস্থ্যৰ উন্নতি হয়। স্বাস্থ্য নিবাসৰ পৰা আহি তেওঁ নিজৰ ঘৰত বহি নাটক ৰচনাত ব্যস্ত হৈ পৰে। দেউতাকৰ নাট্য প্ৰতিভা, নাট্য কলা কৌশল আৰু উপস্থাপন ৰীতিয়ে অ'নীলক নাট ৰচনাত অনুপ্ৰাণিত কৰিছিল আৰু সেই অনুপ্ৰেৰণাতে তেওঁ কেবাখনো মঞ্চসফল

নাট ৰচনা কৰিবলৈ সক্ষম হৈছিল। প্ৰথম অৱস্থাত তেওঁৰ নাট্য চিন্তাই সফলৰূপ পৰিগ্ৰহণ কৰা নাছিল। কেতবোৰ নাটকত তেওঁৰ অসংলগ্ন আৰু অবাস্তৱ চিন্তাৰো সমাবেশ ঘটিছিল। প্ৰথমতে তেওঁ এঘাৰখন একাঙ্কিকা আৰু দুখন দীঘলীয়া নাট ৰচনা কৰিছিল যদিও তেওঁ নিজৰ নাট্যচিন্তাৰ প্ৰতি অত্যন্ত সচেতন আছিল। নাটক কেইখন লিখাৰ পিচতো সেইকেইখন মঞ্চোপযোগী হৈ উঠিছেনে নাই তাৰ ওপৰত তেওঁ গভীৰভাৱে চিন্তা চৰ্চা কৰিছিল আৰু সেই কেইখন নাটক মঞ্চত অভিনয়ৰ বাবে উপযুক্ত হৈছেনে নাই তাকো চালিজাৰি চাইছিল। প্ৰথম অৱস্থাত ৰচনা কৰা নাটকেইখন ভালদৰে অধ্যয়ন কৰাৰ পিচত ছখন একাঙ্কিকাত বাহিৰে বাকী কেইখনত অভিনয় কৌশল, উপস্থাপন ৰীতি, চৰিত্ৰ চিত্ৰন গুণ বিশিষ্ট নোহোৱা বুলি অনুমান কৰি নাটকেইখনৰ পাণ্ডুলিপি পুৰি নষ্ট কৰি পেলায়। সেই সময়ত অ'নীলৰ বয়স আছিল চাব্বিশ বছৰ। পুতেকৰ নাট্য প্ৰতিভা প্ৰত্যক্ষ কৰি দেউতাকে মনে মনে ভাবিছিল যে অ'নীলক যদি নাট্য ৰচনা অভিনয়, আৰু মঞ্চকৌশলৰ বিষয়ে উপযুক্ত শিক্ষা দিয়া হয়, তেনেহ'লে ভৱিষ্যতে তেওঁৰ নাট্য চিন্তাৰ উৎকৰ্ষ সাধন হ'ব আৰু তেওঁৰ নাট্য প্ৰতিভা পুৰঠ চিন্তাৰে সমৃদ্ধ হৈ উঠিব। পুতেকৰ নাট্য প্ৰতিভাৰ সঠিক মূল্যায়ন কৰিয়েই দেউতাকে তেওঁক হাৰ্বাৰ্ডৰ এটি নাটকৰ স্কুলত ভৰ্ত্তি কৰাই দিয়ে। সেই স্কুলত নাট্য-কৌশল, অভিনয়, পৰিচালনা, নাট্য ৰচনা আদিৰ বিষয়ে বিস্তৃত জ্ঞান আহৰণ কৰি অ'নীলৰ নাট্য চিন্তাৰ অধিক উৎকৰ্ষ সাধিত হয়। ১৯১৬ চনত অ'নীলে নিজৰ ৰচিত নাটৰ পাণ্ডুলিপি সমূহ লৈ প্ৰভিন্সটাউনলৈ আহে আৰু তাতে এটা নতুন থিয়েটাৰ দল গঠন কৰি নাটকৰ অভিনয় আৰম্ভ কৰে। অ'নীলৰ প্ৰথম নাটক "Bound East for Cardiff" মঞ্চস্থ কৰা হয়। এইখন নাটকে দৰ্শকৰ বিপুল সহাঁৰি লাভ কৰে আৰু নাট্যামোদী ৰাইজৰ পৰা ভূয়সী প্ৰশংসা পায়। নতুন নাট্য গোষ্ঠীৰ প্ৰথম অভিনয় সাফল্যমণ্ডিত হোৱাৰ পিচত তেওঁলোকে নিউইয়ৰ্কৰ গ্ৰীণউইচ নামৰ ঠাইত মঞ্চ স্থাপন কৰি নাট অভিনয় কৰিবলৈ ধৰে। এই নাট্য গোষ্ঠীটো 'প্ৰভিন্সটাউন প্লেয়াৰ্চ' নামে বিখ্যাত হৈ পৰে আৰু ১৯১৭ চনৰ পৰা ১৯২০ চনলৈ এই নাট্য গোষ্ঠীয়ে অ'নীলৰ ৰচিত ছয়খন একাঙ্কিকা নাট মঞ্চস্থ কৰি আলোড়ণৰ সৃষ্টি কৰে। ১৯২০ চনত এই নাট্যগোষ্ঠীয়ে অ'নীলৰ প্ৰথম পূৰ্ণাঙ্গ নাট "Beyond the Horizon" মঞ্চস্থ কৰে। এই নাটখন ইমানেই মঞ্চসফল হৈছিল যে একেখন মঞ্চতে দৰ্শকৰ বিপুল

সহঁাৰিত পুৰা এশৰাতি অভিনয় কৰি আমেৰিকাত অভিলেখ স্থাপন কৰিছিল। এইখন নাটকৰ মঞ্চসফল অভিনযৰ বাবেই নাট্যকাৰ অ'নীলে মাৰ্কিন সাহিত্যৰ শ্ৰেষ্ঠ পুৰস্কাৰ "পুলিট্জাৰ বঁটা" লাভ কৰে। এই বঁটা লাভ কৰাৰ পিচত আমেৰিকাৰ নাট্য জগতত অ'নীলৰ নাটকে এক সুকীয়া আসন দখল কৰিবলৈ সক্ষম হয। 'Beyond the Horizon" নাটকৰ পিচত অ'নীলে নাট ৰচনাত নতুন পৰীক্ষা নিৰীক্ষা চলায আৰু তেওঁৰ চিন্তাৰ অভিনবত্ব প্ৰকাশ পায। তেওঁৰ পৰৱৰ্তী নাটক "The Emperor Jones' ত। নাটক ৰচনাৰ চিৰাচৰিত ৰীতি ভাঙি নতুন আঙ্গিক আৰু কৌশলেৰে তেওঁ অন্তৰৰ আবেগপ্ৰৱণতাক নাট্যৰূপ দি এইখন নাটকক এখন Experimental নাটক হিচাপে ৰচনা কৰে। এইখন নাটকত তেওঁ কেৱল মাত্ৰ একক উক্তি বা monologue ব্যৱহাৰ কৰি নাট্যৰস সৃষ্টি কৰে। ই নাটকৰ কাহিনীকো আবেগিক ৰূপ দিযে। আমেৰিকাৰ নাট্য সাহিত্যত monologue নাটৰ প্ৰথম স্ৰষ্টা হিচাপে অ'নীলকে কৃতিত্ব প্ৰদান কৰা হৈছে।

অ'নীলৰ আন এখন ব্যতিক্ৰমধৰ্মী নাটক 'Strange Interlude"। এইখন নাটকত মানুহৰ অন্তৰৰ সূক্ষ্ম চিন্তাৰ উদ্ৰেক ঘটাইছে স্বগতোক্তি অভিব্যঞ্জনাৰে। নাটকত স্বগতোক্তিৰ ধাৰণাটো পুৰণি আৰু নতুনত্বহীন বুলি পৰিত্যাগ কৰা হৈছিল। মানুহৰ অন্তৰত উঠা ভাবৰ বুৰবুৰনিক বা স্বগত চিন্তাশক্তিক অভিব্যক্ত কৰাৰ বাবে স্বগতোক্তিৰ প্ৰচলন এটি পুৰণি ৰীতি হ'লেও অ'নীলে সেই স্বগতোক্তিক আবেগিক উচ্ছলতাৰে উপস্থাপন কৰি "Strange Interlude" নাটকত এক নব্য সৃষ্টিৰ সংযোজন ঘটায। এই নাটকত নাট্যকাৰে পোন প্ৰথমবাৰৰ বাবে দুই ধৰণৰ সংলাপ সংযোজন কৰা দেখা গৈছে— এটা সাধাৰণ সংলাপ আৰু আনটো অৱচেতন মনৰ সংলাপ। একেজন মানুহৰে মনৰ চিন্তা একে সময়তে দুই ধৰণে প্ৰবাহিত হ'ব পাৰে। প্ৰথম চিন্তাৰ প্ৰবাহটোক সাধাৰণ সংলাপৰ দ্বাৰাই পৰিস্ফুট কৰা হৈছে আৰু মনৰ মাজত চলি থকা চিন্তাৰ হেন্দোলনিক স্বগতোক্তিৰ জৰিযতে দৰ্শকৰ আগত সঞ্চালণি কৰা হৈছে। মানুহ এজনে কথা কৈ থকাৰ সমযতো তেওঁৰ অৱচেতন মনত অন্য চিন্তাৰ প্ৰবাহ চলি থাকে। অৱচেতন মনৰ চিন্তাক প্ৰকাশ কৰাৰ বাবেই স্বগতোক্তিৰ সংযোগ ঘটাই ইণ্টাৰলুড নাটকত অ'নীলে এক অভিনৱ ৰীতি উপস্থাপন কৰিছে। এই উপস্থাপন ৰীতি নাট্যকাৰৰ প্ৰতিভাৰ এক আশ্চৰ্য্য মৌলিক সৃষ্টি।

অ'নীলৰ সৃষ্টিশীল নাট্য প্ৰতিভাৰ এক উল্লেখ্য নাটক 'Morning Becomes Electra'। এই নাটকত এটা নতুন আঙ্গিক প্ৰৱৰ্তন কৰিছে। পুৰণি নাটকসমূহত বিৰতি বা after time বুলি এটা ব্যৱস্থা আছিল। এইখন নাটকত অ'নীলে সেই ৰীতি বিসৰ্জ্জন দিছে। এই নাটকত বিৰতিৰ ব্যৱস্থা নৰখাকৈ পাঁচঘণ্টীয়া বিৰামহীন অভিনয়ৰ ৰীতি প্ৰৱৰ্ত্তন কৰিছে। এই নাটকৰ বিৰামহীন অভিনয়ে দৰ্শকক নতুন অভিনয়ৰ সোৱাদ দিছিল। অ'নীলৰ এই নতুন ৰীতিক উচ্চ প্ৰশংসা কৰি আমেৰিকাৰ নাট্য সমালোচক ব্ৰুকচ্ য়্যাটকিন্‌চনে "নিউইয়ৰ্ক টাইম্‌চ" কাকত'ত সমালোচনা আগবঢাই বিৰামহীন অভিনয়ক এক নতুন আঙ্গিকৰ নাটক বুলি অভিহিত কৰিছে।

অ'নীলে প্ৰতিখন নাটকতে নতুন দক্ষতাৰ পৰিচয় দাঙি ধৰিছে। নাটকৰ ওপৰত কৰা পৰীক্ষা নিৰীক্ষাৰ ফলতেই তেওঁৰ প্ৰতিখন নাটকৰে চৰিত্ৰ-সৃষ্টি, আঙ্গিক, সংলাপ উপস্থাপন ৰীতি ভিন্ন ভিন্ন হোৱা দেখা গৈছে। তেওঁৰ নাটকৰ আকৃতি আৰু প্ৰকৃতি দুয়োটাৰে পৰিবৰ্তন দৃষ্টিগোচৰ হয়। নাটকৰ দৰেই তেওঁৰ জীৱনটোও আছিল পৰিবৰ্তনশীল। তেওঁ কোনো এখন নিৰ্দিষ্ট ঠাইতে দীৰ্ঘ দিনৰ বাবে স্থায়ীভাৱে বসবাস কৰিব পৰা নাছিল। তেওঁৰ চিন্তাৰ সুঁতি পৰিবৰ্তন হোৱাৰ দৰে ৰুচি আৰু সংস্থানবো পৰিবৰ্তন হোৱা দেখা যায়। তেওঁ নিউ ইংলেণ্ড, বাৰমুডা, ফ্ৰান্স, চানফ্ৰান্সিচ্‌কো আদিৰ উপৰিও আমেৰিকাৰ নিউইয়ৰ্ক, কেপকড আদি বিভিন্ন ঠাইত বাস কৰি জীৱন নিৰ্বাহ কৰিছিল, কিন্তু ক'তো তেওঁ স্থায়ীভাৱে বাস কৰিব নোৱাৰিলে। তেওঁৰ এই যাযাবৰী জীৱনটোৱে আমেৰিকাৰ নাট্য জগতত যি স্থায়িত্ব নিৰ্মাণ কৰি গ'ল সেই স্থায়িত্বই আমেৰিকাৰ নাট্য সাহিত্যক বিশ্ব দৰবাৰত চিৰস্থায়ী আসন দান কৰিছে। পঞ্চল্লিচ বছৰ বয়সত পুৰঠ চিন্তাধাৰাৰে তেওঁ আন এখন ব্যতিক্ৰমধৰ্মী নাট ৰচনা কৰি আমেৰিকাৰ নাট্য মোদীসকলৰ মাজত নতুন আলোড়ণৰ সৃষ্টি কৰিলে। ১৯৩৩ চনত ৰচনা কৰা এই নাটকৰ নাম "Ah Wilderness" — কাব্যিক অথচ কৌতুহলোদ্দীপক অভিযোজনা। এইখন নাট ক'মেডি প্ৰধান কৌতুক নাট। এই পৰ্যন্ত তেওঁ যিবিলাক নাট ৰচনা কৰিছে সেইবোৰ নাট আছিল গভীৰ মননশীল অন্তৰ্দৃষ্টিৰ চিৰিয়াচ্ নাটক। নাটকৰ বিষয়বস্তু আছিল সমসাময়িক পৃথিৱীৰ ৰুগ্নতা, সমাজ ব্যৱস্থাৰ পঙ্কিলতা আৰু মানুহৰ সাফল্যৰ বস্তুবাদী ৰহস্য। কিন্তু এইখন নাটকৰ বিষয়বস্তু আছিল চিৰিও কমিক— অৰ্থাৎ ধেমালিৰ চলেৰে মানুহৰ হৃদয়ৰ গভীৰতাত অৱলোকন। পৃথিৱীৰ

অবক্ষযৰ মাজতো প্ৰাত্যহিক জীৱনৰ ভঙ্গুৰ চিন্তা আকুতাৰ ৰসঘন অভিব্যক্তি— তাৰমাজতো হাস্যৰসৰ উপাদান সন্নিবিষ্ট কৰিব পৰাটোৱেই নাট্যকাৰৰ বিৰল প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে। এই নাটখন মঞ্চস্থ হওতে দৰ্শকে বিপুলভাৱে অভিনন্দন জনাইছিল আৰু নাটখনৰ বিষয়বস্তুৱে দৰ্শকক আমোদ দিছিল। এই নাটকৰ বিশেষত্ব আছিল এই যে, নাটখন একেখন মঞ্চতে তিনিশৰাতি একেলেঠাৰিযে মঞ্চস্থ হৈছিল আৰু প্ৰতিটো দৰ্শনীতে দৰ্শকেৰে প্ৰেক্ষাগৃহ ঠাহ খাই পৰিছিল। এই নাটকৰ অভিনযে আমেৰিকাত বিৰল দৃষ্টান্ত প্ৰতিষ্ঠা কৰিছিল। নাট্যকাৰৰ পৰিবৰ্তনশীল চিন্তাধাৰাৰ উন্মেষ ঘটিছে আন এখন বিতৰ্কমূলক নাট "All Gods' Got Wings' ত। এইখন নাটকৰ বিযযবস্তু আছিল আমেৰিকাৰ জাতিগত বৈষম্য। আমেৰিকাৰ জাতিগত পাৰ্থক্যৰ ছবি নিৰ্মোহভাৱে দাঙি ধৰা বাবে জাতিগত সংঘৰ্ষ হোৱাৰ আশঙ্কা কৰিযেই এই নাটখন আমেৰিকাৰ মঞ্চত মঞ্চস্থ কৰা হোৱা নাছিল। সময আৰু স্থান পৰিবৰ্তনৰ লগে লগে নাট্যকাৰৰ চিন্তাৰ সুঁতিও পৰিবৰ্তন হৈছে। সেই পৰিবৰ্তনৰ প্ৰচ্ছাযা প্ৰতিবিম্বিত হৈছে তেওঁৰ পৰৱৰ্তী নাট "Desire under the Elmes' ত। এইখন নাটকৰ বিযযবস্তু আছিল সম সাময়িক সমাজব্যৱস্থাৰ নগ্ন দুৰ্নীতি। সামাজিক দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰৰ প্ৰতিও যে নাট্যকাৰ সচেতন সেই সমাজ সচেতনতাৰ জ্বলন্ত প্ৰতিচ্ছবি এই নাটৰ বিযযবস্তু। নাট্য চিন্তাৰ পৰিবৰ্তনৰ মাজতো অ'নীলৰ ৰচনাত স্বকীয বৈশিষ্ট্য অটুট আছিল আৰু তেওঁৰ এই প্ৰগতিশীল পৰিবৰ্তনকামী চিন্তাধাৰাই নাটকক এক মৌলিক ৰূপ দিছিল। সমাজ সচেতনতা, পৰিবৰ্তনশীল চিন্তা চৰ্চা। স্বকীয অভিব্যক্তি আৰু সৃষ্টিশীল মৌলিকতাৰ বাবেই ১৯৩৬ চনত চুইডিছ একাডেমীযে অ'নীলক সাহিত্যৰ সৰ্বোচ্চ সন্মান ন'বেল বঁটাৰে বিভূষিত কৰিছিল। এনে ধৰণৰ বিৰল সন্মান লাভ কৰা তেৱেঁ আছিল প্ৰথম মাৰ্কিন নাট্যকাৰ। ন'বেল বঁটাৰে বিভূষিত হোৱাৰ সমযত তেওঁ নিৰহঙ্কাৰ আৰু উদাৰ দৃষ্টিভঙ্গীৰে যি উক্তি দাঙি ধৰিছিল সি আজিও এগৰাকী মহান নাট্যকাৰৰ উদাৰতাৰ স্বাক্ষৰ বহন কৰি আছে। তেওঁ কৈছিল—

'This highest of distinctions in all the more gratifying because I feel so deeply that it is not only my work which is being honoured but the work of all colleagues in America that the Novel prize is a symbol of the American theatre."

তেওঁৰ এই বদান্যতা আৰু উদাৰ স্বীকাৰোক্তিয়ে নাট্য সতীৰ্থসকলৰ মনত গভীৰ আস্থাৰ সৃষ্টি কৰিছিল। সেয়েহে বাৰ্ণাৰ্ডশ্ব'ৰ পিচত তেওঁৰ নাটকেই আমেৰিকাৰ মঞ্চত সবাতোকৈ বেচি অভিনীত হৈছিল, তেওঁৰ নাটক বহুলভাৱে পঠিত আৰু আলোচিত হৈছিল। আমেৰিকাৰ নাট্য সমালোচকসকলে একেমুখে স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে অ'নীলৰ নাট্য চিন্তাই আমেৰিকাত থিয়েটাৰ, মঞ্চ আৰু অভিনয়ত এক নব যুগৰ সূচনা কৰিছে আৰু সেই নবযুগৰ সূত্ৰধাৰ আছিল অ'নীল— যিগৰাকী আছিল মাৰ্কিন নাট্য আন্দোলনৰ প্ৰবাদ পুৰুষ।

কিন্তু হঠাৎ তেওঁৰ সৃষ্টিশীল ধাৰা স্থবিৰ হৈ পৰে একমাত্ৰ তেওঁৰ শাৰীৰিক আৰু মানসিক অসুস্থতাৰ ফলত। তেওঁ লাহে লাহে অনুভৱ কৰিবলৈ ধৰিলে যে তেওঁৰ নাট্য চিন্তাৰ বোৱতী সুঁতিটো শুকাই আহিবলৈ ধৰিছে আৰু তেওঁৰ সৃষ্টিশীল প্ৰতিভাৰ সম্বল উদং হোৱাৰ উপক্ৰম হৈছে। পঞ্চাছ বছৰ বয়সত তেওঁৰ মনত যেতিয়া এই উপলব্ধি প্ৰকট হৈ উঠে তেতিয়া তেওঁ মানসিকভাৱে পীড়িত হয়। সেইসময়তে এটাৰ পিচত আন এটা পাৰিবাৰিক অপ্ৰত্যাশিত ঘটনাই তেওঁৰ ভাৰাক্ৰান্ত মনটোক অধিকভাৱে ক্ষত বিক্ষত কৰি তোলে। তেওঁৰ জীয়ৰী উনাই তেওঁৰ মতৰ বিৰুদ্ধে গৈ আদবয়সীয়া চাৰ্লি চেপ্‌লিনক বিয়া কৰায়। জীয়েকৰ এই কাৰ্যক তেওঁ সহজভাৱে গ্ৰহণ কৰিব নোৱাৰিলে। সৰু পুতেকে নিযমীয়াকৈ নিচাযুক্ত ঔষধ সেৱন কৰাৰ ফলত ৰোগগ্ৰস্ত হৈ হস্পিটেলত পৰি থাকিবলগীয়া হয়। এনেবোৰ পাৰিবাৰিক ঘটনাই তেওঁক অত্যন্ত দুৰ্বল কৰি তোলে। অৱশেষত ১৯৫০ চনত যেতিয়া তেওঁৰ একমাত্ৰ ভৰসাৰ থল ডাঙৰ পুতেকে আত্মহত্যা কৰে তেতিয়া তেওঁ শাৰীৰিক আৰু মানসিকভাৱে ভাঙি পৰে। বিভিন্ন ঠাইত নাটকত নায়ক-নায়িকাৰ মুখত সংলাপ সংযোজন কৰা অপ্ৰতিদ্বন্দ্বী নাট্যকাৰৰ মুখৰ ভাষা হেৰাই যায় আৰু তেওঁ উদাস দৃষ্টিৰে চাই থাকে ভগ্ন দেহ আৰু অন্তৰ লৈ। চাপন্ন বছৰ বয়সৰ পৰা তেওঁৰ পেশীসমূহ অকামিলা হৈ পৰে আৰু তেওঁ বিচনাৰ আশ্ৰয় ল'বলগীয়া হয়। জীৱনৰ অন্তিম দহবছৰ তেওঁ ৰোগশয্যাত পৰি দুঃসহ জীৱন অতিবাহিত কৰিবলগীয়া হয়। মৃত্যুৰ আগে আগে তেওঁ মুখেৰে কৈ গৈছিল আত্মচৰিতমূলক তেওঁৰ জীৱনৰ বিশেষ নাটকখন। সেই বিশেষ নাটৰ নাম ৰাখিছিল "Long Day's Journey into Night" — 'ৰাতিৰ দীৰ্ঘদিনীয়া যাত্ৰা'। তেওঁৰ 'দীৰ্ঘদিনীয়া যাত্ৰা'ৰ অন্তিম নাটখনি সম্পূৰ্ণ

কৰি তেওঁ কৈছিল — তেওঁৰ মৃত্যুৰ পঁশিছ বছৰ সম্পূৰ্ণ নোহোৱালৈকে যেন এই নাটখনি মঞ্চস্থ কৰা নহয়। ১৯৫৩ চনৰ ২৭ নবেম্বৰৰ দিনা পঁয়ষষ্ঠি বছৰ বয়সত তেওঁৰ জীৱন নাটৰ সামৰণি পৰে। তেওঁৰ মৃত্যুৱে আমেৰিকাৰ নাট্য জগতত শূন্যতাৰ সৃষ্টি কৰিছিল। আমেৰিকাৰ টাইম্‌চ কাকতত তেওঁৰ মৃত্যুৰ বিষয়ে মন্তব্য কৰিছিল — 'অ'নীলৰ আগতে আমেৰিকাত কেৱল থিয়েটাৰহে আছিল, নাটক নাছিল, অ'নীলৰ পিচত আমেৰিকাত সঁচাকৈয়ে নাটকৰ সৃষ্টি হৈছে -- এই সৃষ্টি অনবদ্য — অবিসম্বাদী।' এই উক্তি অত্যুক্তি নহয়। এই উক্তি চিৰন্তন সত্য।

অ'নীলৰ দ্বাৰা ৰচিত প্ৰতিখন নাটতে মানবতাৰ সন্ধান কৰিছে' -- এক বস্তুনিষ্ঠ অনুসন্ধিৎসু সন্ধান। তেওঁৰ অতিপ্ৰতিদ্বন্দ্বী নাট্য চিন্তাই আধুনিক মাৰ্কিন থিয়েটাৰৰ জন্ম দিছে, আমেৰিকাৰ নাট্যজগতত পৰিবৰ্ত্তনশীল অধ্যায়ৰ সূচনা কৰিছে। বিশ্বৰ ৰঙ্গমঞ্চত মাৰ্কিন নাটকৰ প্ৰৱেশৰ পথ সুগম কৰি তুলিছে অ'নীলৰ নাট্যাবলীয়ে। সেই পথ এতিয়াও যাউতিযুগীয়া হৈ আছে।



# বিংশ শতিকাৰ কবি

# অক্টাভিঅ'পাজ এক অনন্য প্ৰতিভা

ক্ৰান্তি আৰু শান্তিৰ প্ৰবক্তা, শব্দৰ যাদুকৰ মেক্সিকোৰ প্ৰগতিশীল চিন্তাৰ নায়ক অ'ক্টাভিঅ'পাজ কেৱল এগৰাকী কবিয়েই নাছিল তেওঁ আছিল এগৰাকী দাৰ্শনিক ৰাজনৈতিক চিন্তানায়ক অধিবাস্তববাদী লেখক আৰু সমালোচক - যাৰ কবিতাৰ ছন্দে ছন্দে প্ৰস্ফুটিত হৈছে মানবীয় সাৰ্বজনীন চিন্তাধাৰা, বিশ্বভাতৃত্ববোধ আৰু মননশীল অন্তৰ্দৃষ্টি। মেক্সিকোৰ প্ৰাচীন ঐতিহ্য, সভ্যতা সংস্কৃতিক গভীৰ সংবেদনশীলতাৰে উপলব্ধি কৰি আধুনিক মেক্সিকান সংস্কৃতিৰ পুনৰ বিন্যাস বিশ্বৰ বৌদ্ধিক সমাজৰ আগত মনস্তাত্ত্বিক বিশ্লেষণেৰে দাঙি ধৰা বিপ্লৱী লেখক পাজৰ সৃজনীশীল প্ৰতিভাই লেটিন সাহিত্যক বিশ্ব দৰবাৰত প্ৰতিষ্ঠিত কৰিলে। শব্দশক্তি আৰু বৈপ্লৱিক অন্তদৃষ্টিৰে মেক্সিকোৰ নিপীড়িত নিষ্পেষিত মানুহৰ বুকুত আশাৰ সঞ্চাৰ কৰিবপৰা সামৰ্থ্যৰ বাবেই পাজ হৈ উঠিছিল মুক্তিকামী জনতাৰ মুক্তিবাদী নেতা। লেটিন আমেৰিকাৰ এখনি সৰু দেশ মেক্সিকোত চলিছিল মাৰ্কিন শাসকৰ ফেচিবাদী শাসন আৰু ঔপনিবেশিক আগ্ৰাসন। মাৰ্কিন সাম্ৰাজ্যবাদ আৰু ঔপনিবেশবাদৰ বিৰুদ্ধে মেকসিকোৰ জনসাধাৰণে প্ৰতিবাদী কণ্ঠস্বৰ উঠালেই শাসকগোষ্ঠীয়ে কুকুৰ মেকুৰীৰ দৰে ৰাজপথত গুলিয়াই হত্যা কৰিছিল। মাৰ্কিন ফেচীবাদে মানুহৰ বাক্ স্বাধীনতা হৰণ কৰিছিল, মানুহৰ মুক্তিৰ কথা কোৱা প্ৰতিজন মেক্সিকান মানুহৰ ওপৰত চলিছিল মধ্যযুগীয় বৰ্বৰ অত্যাচাৰ। এই নিপীড়িত নিষ্পেষিত মানুহৰ মুক্তিৰ বাবে মেক্সিকোৰ নতুন প্ৰজন্মই গঢ়ি তুলিছিল ফেচিবাদবিৰোধী গণ আন্দোলন। সেই সময়ত মেক্সিকোৰ সাহিত্যিক, কবি, লেখকসকলে মানুহৰ মুক্তিৰ বাবে ফেচিবাদী চৰকাৰৰ নীতিৰ বিৰুদ্ধে কলম ধৰি জনগণৰ মাজত মুক্তিৰ আকাংক্ষা জগাই তুলিছিল। পুৰণি পৰম্পৰা ভাঙি

মেক্সিকোৰ নিপীড়িত মানুহৰ মনৰ কথা বিশ্ব সাহিত্যলৈ লৈ যোৱাৰ বাবে মেক্সিকোৰ নতুন লেখকসকলে শব্দ শক্তি প্ৰয়োগ কৰি নতুন সাহিত্য সৃষ্টি কৰিছিল। সেই নতুন স্ৰষ্টাসকলৰে এগৰাকী অন্যতম কবি আৰু যুক্তিবাদী লেখক আছিল অ''ভিঅ' পাজ। তেওঁ প্ৰথমতে আছিল বিপ্লৱী কবি, মুক্তিবাদী জনতাৰ কবি। তেওঁৰ কবিতাৰ মাজত ফুটি উঠিছিল সামাজিক দায়বদ্ধতা, ফেচীবাদৰ বিৰুদ্ধে জেহাদ, স্বদেশৰ ঐতিহ্য ৰোমন্থন আৰু নিপীড়িত মানুহৰ হা-হুতাশ। তেওঁৰ মতে যি দেখে, যি কয়, যি অনুচ্চাৰিত শব্দ, যি সপোন, যি বিস্মৃত চেতনা তাৰে মাজতেই যেন লুকাই আছে কবিতা। সৌন্দৰ্য আৰু সংশয়ৰ মাজতেই কবিতাৰ ছন্দ।

"Fair seed time had my soul
And I grew up Fostr'd alike
by beauty and fear" (A draft of shadow')

তেওঁৰ মতে মানুহৰ নিজস্ব অনুভূতি, নৈসৰ্গিক বৈচিত্ৰ্য আৰু নিৰ্দোষ জীৱনৰ দুৰন্ত আকৰ্ষণেই কবিতাৰ সৃষ্টি, কবিতা যেন মানুহ আৰু প্ৰকৃতিৰ হুবহু প্ৰতিফলন — য'ত আশা, স্বপ্ন, বাস্তৱ, অতীত, বৰ্তমান, জীৱন আৰু জিজ্ঞাসাৰ পূৰ্ণ সমাৱেশ ঘটিছে। এইবোৰ চিত্ৰকল্পই কবিতা। মানুহৰ সৃষ্টিৰ লগে লগে কবিতাৰো সৃষ্টি হৈছে, মানুহ থকালৈকে কবিতাও থাকিব। কবিতা আছিল তেওঁৰ জীৱন, কবিতাৰ মাজতে তেওঁ জীয়াই আছিল। কিন্তু জীৱনৰ শেষ বয়সত যেতিয়া তেওঁৰ অন্তৰৰ কাব্যিক অনুভূতিবোৰ শুকাই গোট মাৰিবলৈ ধৰে তেতিয়াই তেওঁ ভাবে তেওঁৰ মৃত্যু আসন্ন। সঁচাকৈয়ে ১৯৯৮ চনৰ ২০ এপ্ৰিল সোমবাৰে ৮৪ বছৰ বয়সীয়া কবিতাৰ মানুহজন চিৰদিনৰ বাবে হেৰাই গ'ল। দুৰাৰোগ্য কৰ্কট ৰোগত ভুগি থকা বিপ্লৱী কবি, দাৰ্শনিক আৰু কূটনীতিবিদ পাজৰ মৃত্যু হ'ল আৰু তাৰ লগে লগে অন্ত হ'ল লেটিন আমেৰিকাৰ সাহিত্যৰ এটা অনন্য ধাৰা। মেক্সিকান প্ৰেচিডেণ্ট আৰ্ণেষ্টো জেডিলোই পাজৰ মৃত্যুৰ বাতৰি দি কৈছিল — "This is an irreplaceable loss for contemporary thought and culture not for Latin America but for the entire world"

বিশ্বৰ বৌদ্ধিক জগতত শূন্যতাৰ সৃষ্টি কৰি চিৰ বিদায় লোৱা নোবেল বঁটা বিজয়ী কবি অ''ভিঅ' পাজৰ জীৱনটোৱে আছিল এটা যেন দীঘলীয়া কবিতাৰ চিত্ৰকল্প।

পাজৰ জন্ম হৈছিল বিপ্লৱৰ মাজত, ঔপনিবেশিক শাসনৰতলত থকা মেক্সিকোৰ মাটিত ১৯১৪ চনৰ ৩১ মাৰ্চত। তেওঁৰ দেউতাক আছিল বিশিষ্ট কৃষক নেতা এমিলিঅ' জাপাতাৰ সচিব। ১৯১০ চনৰ পৰা ১৯২০ চনলৈ মেক্সিকোত গণবিপ্লৱ সংঘটিত হৈছিল জাপাতাৰ নেতৃত্বত। জাপাতাই আমেৰিকাত থাকি বিপ্লৱৰ কাম-কাজ চলাইছিল। পাজৰ পৰিয়ালটোও আমেৰিকাত থাকি জাপাতাৰ বিপ্লৱৰ লগত জৰিত হৈ পৰিছিল। কিন্তু ১৯১৯ চনত জাপাতাক হত্যা কৰাৰ পিচত পাজৰ পৰিয়ালটোবে লছএঞ্জেলচত আত্মগোপণ কৰিবলৈ বাধ্য হৈছিল। মেক্সিকোলৈ ঘূৰি অহাৰ পিচত পাজৰ পৰিয়ালটো আৰ্থিক অনাটনত পৰিবলগীয়া হৈছিল আৰু এই আৰ্থিক অনাটনৰ পৰা হাত সৰাৰ বাবে তেওঁলোকে ঘৰৰ আচবাব পত্ৰ বিক্ৰী কৰি পেটৰ ভাত মোকোলাবলগীয়া হৈছিল। অৱশেষত পৈতৃক ঘৰটোও বিক্ৰি কৰি দিবলগীয়া হৈছিল। এই কঠোৰ দাৰিদ্ৰৰ মাজতো পাজৰ কাব্যিক প্ৰতিভা বিকশিত হৈ উঠিছিল।

কবিতা ৰচনাৰ মাজেদি জীৱনৰ অন্বেষণ কৰা পাজৰ প্ৰথম কবিতা প্ৰকাশ পায় ১৬ বছৰ বয়সত। তেওঁৰ কবিতাত দুঃস্থমানুহৰ বুকুৰ বেদনা, সমাজ পৰিবৰ্তনৰ উচ্ছাস আৰু আত্মানুসন্ধানৰ চিত্ৰকল্প পৰিস্ফুট হৈ উঠা বাবেই মেক্সিকোৰ পৰম্পৰাগত সাহিত্যত এক নতুন ধাৰাৰ আৱিৰ্ভাৱ হৈছিল। তেওঁৰ প্ৰথম কাব্য সংকলন Savage Moon প্ৰকাশ হয় ১৯৩৭ চনত। সেই সময়ত তেওঁৰ কেইটাও কবিতাৰ পাণ্ডুলিপি নোবেল বঁটা বিজয়ী চিলিৰ বিপ্লৱী কবি পাবলো নেৰুদালৈ পঠাই দিছিল আৰু নেৰুদাই তেওঁৰ কাব্যিক অভিব্যক্তিৰ অভিনৱত্ব লক্ষ্য কৰি তেওঁক স্পেইনত অনুষ্ঠিত হ'বলগীয়া ফেচিষ্টবিৰোধী লেখক কংগ্ৰেছত যোগ দিবলৈ আমন্ত্ৰণ জনাইছিল। সেই সন্মিলনত যোগ দি পাজে সেই সময়ৰ বিখ্যাত কবি নেৰুদা, ভালেজ, অ'ডেন, স্পেণ্ডাৰ, আদিৰ সংস্পৰ্শলৈ আহে আৰু তেওঁলোকৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ তেওঁ কবিতাৰ উপৰিও প্ৰবন্ধ লিখিবলৈ ধৰে। তেওঁৰ প্ৰথম প্ৰবন্ধ প্ৰকাশ হয় মেক্সিকোৰ 'মানানা' নামৰ আলোচনীত। এই প্ৰবন্ধৰ বাবেই তেওঁ মেক্সিকোত থকা পেৰিচ দূতাবাসত 'কালচাৰেল এটাচী'ৰ পদ লাভ কৰিবলৈ সক্ষম হয়।

ছাত্ৰ অৱস্থাত পাজ বামপন্থী মতাদৰ্শৰ প্ৰতি আকৃষ্ট হৈছিল। অৱশ্যে কৰ্মজীৱনত ৰাজনৈতিক আৰু কূটনৈতিক বিষয়ৰ সৈতে জৰিত হৈ পৰাৰ পিচত ছ'চিয়েলিষ্ট

চিন্তাধাৰাৰ প্ৰবক্তা হৈ পৰে। সমাজবাদী চিন্তাৰ সৈতে জৰিত হৈ তেওঁ মেক্সিকোৰ অবহেলিত অতীত ঐতিহ্য উদ্ধাৰৰ বাবে ব্যস্ত হৈ পৰে। ঔপনিৱেশবাদে পিষ্ট কৰা মেক্সিকোৰ সভ্যতা, সংস্কৃতি ঐতিহ্য স্পেইনৰ প্ৰভাৱত ঠন ধৰি উঠিছিল। বিস্মৃতিৰ গৰ্ভত হেৰাই যাব ধৰা মেক্সিকোৰ অতীতটো অধ্যয়ন কৰি পাজে মেক্সিকোৰ বিপন্ন সংস্কৃতি আৰু ঐতিহ্য উদ্ধাৰ কৰি কেবাটাও মূল্যবান প্ৰবন্ধ ৰচনা কৰে। বুৰঞ্জী একাষৰীয়াকৈ থোৱা মেক্সিকোৰ ঐতিহ্য, চেতনা আৰু মনস্তত্বৰ পুনৰ উদ্ধাৰৰ বাবে পাজে ঐতিহাসিক বিশ্লেষণেৰে ৰচনা কৰা প্ৰৱন্ধৰ সংকলন "The Labyrinth of solitude" (নিৰ্জ্জনতাৰ মেৰঘৰ) খন আছিল মেক্সিকোৰ অতীত সভ্যতা, সংস্কৃতি আৰু ঐতিহ্যৰ প্ৰামান্য দলিল। এইখন গ্ৰন্থ ১৯৫০ চনত প্ৰকাশ হোৱাৰ পিচত মেক্সিকোৰ অবহেলিত অতীতটোৰ বিষয়ে বিশ্বৰ বৌদ্ধিক সমাজে জানিব পাৰিছিল। নিৰ্জ্জনতাৰ মাজত হেৰাই যাব ধৰা এখন দেশৰ ঐতিহ্য উদ্ধাৰ কৰি বিশ্বৰ আগত দাণ্ডি ধৰিব পৰা বাবেই পাজৰ এই অমূল্য গ্ৰন্থখনিযে বিশ্বত আলোড়ণৰ সৃষ্টি কৰিছে। তাৰ আগতে ১৯৪৯ চনত তেওঁৰ আন এখন গ্ৰন্থ "Freedom on Parole" প্ৰকাশ পাইছিল। মেক্সিকোৰ জীৱন আৰু চিন্তাৰ বিষযে তেওঁ আন এখন মূল্যবান গ্ৰন্থ লিখিছে যাৰ নাম আছিল "Life and Thoughts in Maxico"। এইখন কিতাপত মেক্সিকোৰ লোকসকলৰ জীৱন ধাৰণৰ প্ৰণালী আৰু তেওঁলোকৰ চিন্তাধাৰাৰ বিষযে লিখিছিল, উপনিৱেশবাদৰ ভাল বেয়া দুয়োটা দিশেই তেওঁ পৰ্যালোচনা কৰিছিল।

পাজৰ আন এখন বিখ্যাত কাব্যগ্ৰন্থ হ'ল "Sunstone"। এইখন কাব্যগ্ৰন্থত পাজৰ কাব্যিক প্ৰতিভাৰ চূড়ান্ত প্ৰকাশ ঘটিছে। এই গ্ৰন্থৰ কবিতাসমূহৰ মাজত অধিবাস্তৱবাদত বিশ্বাসী কবিসত্বাটো দেখিবলৈ পোৱা যায়। অতিবাস্তৱবাদৰ পৰা অধিবাস্তৱবাদলৈ উৰ্দ্ধগমন কৰা পাজৰ উদ্ভট চিন্তা শক্তিৰ প্ৰমাণ পোৱা যায় তলৰ কবিতাৰ পংক্তিত—

'A bright hallucination of
many wings
when they all open at the
height of sky
the sun has forced on entrance
through my forehead

has opened my eyelids at least
that were kept closed
This side there is light we neither see
nor touch it
In its empty clarities rests
what we touch and see
I see with my fingertips what
my eyes touch (Sunstone)

কবিতাটোৰ অসমীয়া ৰূপান্তৰ —
অসংখ্য দেউকাৰ এক উজ্জ্বল শৰীৰ অনুভূতি
আকাশৰ উচ্চতাত যেতিয়া সিহঁত উন্মুক্ত হয়
তেতিয়া বেলিটো সোমাই যায়
মোৰ আগ কপালেদি
নিমীলিত চকুৰ পটা খুলি দিয়ে মোৰ।
এইফালে পোহৰ
আমি কাহানিও দেখা পোৱা নাই
অথবা স্পৰ্শ কৰা নাই
তাৰ শূন্য স্বচ্ছতা বৈ থাকে
আমি যাক স্পৰ্শ কৰোঁ, দেখোঁ,
স্পৰ্শ কৰো যাক মোৰ দুচকুৰে
দেখো তাক আঙুলি বুলাই
ছাঁৰে আকোঁ পৃথিৱী
ছটিয়াই দিওঁ ছাঁ সমগ্ৰ পৃথিৱীত
সেইফালে শুনো পোহৰৰ স্পন্দন।। (চানষ্ট'ন)

Surrelism ৰ ওপৰত কবিৰ অনুভৱ — ডিনামাইটৰ দৰে যেন এক প্ৰচণ্ড উদ্‌গীৰণ। পাজৰ এই অস্বাভাৱিক অনুভূতিয়ে কবিতাৰ মৰ্মাৰ্থ কৰি তুলিছে দুৰ্বোধ্য।

On Surralisim a fable

of Joan Moro
Surralısm has been the spıt
of the host
and the carnatıon of dynamite ın
the confessıonal and the open sesame
to the bank vaults
and the ıron bars of asylums"

(Sunstone)

পাজৰ ভাৰত প্ৰীতিৰ উজ্বল নিদৰ্শন ফুটি ওলাইছে ভাৰতৰ বিভিন্ন ঠাইৰ বিষয়কলৈ লিখাকবিতাসমূহৰ মাজত। মেকসিকোৰ ৰাষ্ট্ৰদূত হিচাপে তেওঁ ১৯৬২ চনৰ পৰা ১৯৬৮ চনলৈ ভাৰতত কাৰ্য নিৰ্বাহ কৰিছিল আৰু তেতিয়াই, তেওঁ ভাৰতৰ কলা-সংস্কৃতি, ঐতিহাসিক আৰু সামাজিক পৰম্পৰা, ধৰ্ম সম্প্ৰদায় আদিৰ বিষয়ে বিস্তৃতভাৱে অধ্যয়ন কৰিছিল। ভাৰতীয এজনৰ সৈতে মেক্সিকান এজনৰ তুলনাত্মক ছবি দাঙি ধৰি তেওঁ 'In the lıght of Indıa' নামৰ এখন মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল। ভাৰতৰ ৰাষ্ট্ৰদূত হিচাপে থকা কালছোৱাত ভাৰতীয় ৰাজনৈতিক সামাজিক সাংস্কৃতিক জীৱনৰ লগত তেওঁৰ যি একাত্ম গঢ়ি তুলিছিল সেই অভিজ্ঞতাৰ ভিত্তিত তেওঁৰ শেহতীয়া গ্ৰন্থখন ৰচনা কৰিছিল। এই গ্ৰন্থখনত তেওঁ ভাৰতীয় সভ্যতা-সংস্কৃতি, ৰাজনৈতিক দৰ্শন, সামাজিক আৰু ঐতিহাসিক পৰম্পৰা, সাম্প্ৰদায়িক বিৰোধ আৰু জাতীয় স্বাৰ্থ জড়িত কেতবোৰ বিশ্লেষণ আগবঢাই মেক্সিকো আৰু ভাৰতৰ আৰ্থ সামাজিক, ঔপনিৱেশিক, নৃ-তাত্বিক আৰু সাংস্কৃতিক বৈশিষ্ট্যৰ এক তুলনাত্মক বিচাৰ কৰিছে। ভাৰতৰ সৈতে মেক্সিকোৰ পুবেবলা নামৰ চহৰখনৰ ঐতিহাসিক সম্পৰ্ক আৰু মেক্সিকানসকলৰ আৰাধ্যা ৰমণী 'চাইনা পবলনা'ৰ কাহিনীৰে ভাৰতীয় আৰু মেক্সিকানসকলৰ অতীত সম্পৰ্কৰ কথাও শ্ৰদ্ধাৰে সুঁৱৰিছে। এই গ্ৰন্থখনত কেবাটাও খণ্ড আছে আৰু প্ৰতিটো খণ্ডতে ভাৰতীয় সভ্যতা, ভাষা-সংস্কৃতিৰ নিৰপেক্ষ বৰ্ণনা পৰিলক্ষিত হয়।

গদ্য আৰু পদ্য দুইবিধ ৰচনাতে পাজৰ সাহিত্য প্ৰতিভা বিকশিত হৈ উঠিছে। স্পেনীয় ভাষাত লিখা কবিতাসমূহ সংকলিত কৰি 'চিলেক্টেড পৱেম্চ' নাম দি

পদ্য সংকলন এটা ১৯৬৩ চনত প্ৰকাশিত হয়। তেওঁৰ গদ্য আৰু পদ্য গ্ৰন্থ সমূহৰ ভিতৰত 'মাচেল ডাকাম্প— দি কেচুল অৰ পিউৰিট', 'ক্লভ লেডি ষ্টুচ' ঃ এন ইনট্ৰডাকচন', 'ঈগাল অৰ চান', কনফিগা ৰেশ্যন, 'ৰেংগা, 'দি আডাৰ মেক্সিকো', 'দি চাইৰেন এণ্ড দি চি শ্বেল', 'আদাৰ এছেজ্ অন পয়েটছ্ এণ্ড পয়েট্ৰি', 'অন পয়েটছ্ এণ্ড আদাৰ্‌ছ চিলেক্‌টেড পৰেম্‌ছ অৱ অ''ক্তভিঅ' পাজ— ১৯৫৭-১৯৮৭' কনভাৰজেন ছেছ ঃ এছেজ অন আৰ্ট এণ্ড লিটাৰেচাৰ', 'এ ট্ৰি উইদিন', দি মংকি গ্ৰেভ মাৰিয়ান', 'কন্‌জাংচনছ এণ্ড বিছজাংচনছ', ৱান আৰ্থ ফৰ অফাইভ ওৱৰ্ল্ডচ্, ৰিফ্লেকচনছ্ অন কনটেম্পৰাৰী হিষ্ট্ৰী, আদি উল্লেখযোগ্য। লেটিন আমেৰিকাৰ ঔপনিবেশিক শাসকৰ চৰিত্ৰ ক্ষুদ্ৰ জাতি সত্বাৰ দুৰ্বলতা, দুৰ্দশা আদিৰ ওপৰত ভিত্তি কৰি 'ৱান আৰ্থ ফৰ অৱ ফাইভ ওৱৰ্ল্ডচ্' নামৰ গ্ৰন্থখন ৰচনা কৰিছে। এই গ্ৰন্থখনে ঔপনিবেশিক শাসকৰ হাতত থলুৱা জনগোষ্ঠীসমূহৰ অস্তিত্ব বিপন্ন হোৱাৰ কথা বিশ্বৰ আগত উদঙাই দিছে।

ভাৰতত মেক্সিকোৰ ৰাষ্ট্ৰদূত হৈ থকাৰ সময়তে মেক্সিকো অলিম্পিকৰ সময়ত মেক্সিকোৰ ছাত্ৰসকলৰ ওপৰত অপ্ৰৰোচিত গুলীচালনা কৰাৰ প্ৰতিবাদত অ''ক্তভিঅ' পাজে কূটনৈতিক পদৰ পৰা ইস্তফা দিছিল। তাৰ পিচত তেওঁ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত লেটিন আমেৰিকাৰ সাহিত্যৰ অধ্যাপক হিচাপে কাম কৰে। ১৯৭০ চনৰ পৰা তেওঁ বিশ্ববিদ্যালযৰ অধ্যাপক হিচাপে সাহিত্য সমালোচনাৰ দিশত প্ৰভূত বৰঙণি আগবঢ়ায়। কবিতাৰ বিষযে ৰচনা কৰা সমালোচনাত্মক গ্ৰন্থসমূহ বিশ্ববিদ্যালয়ৰ অধ্যাপক হৈ থকাসমযতে ৰচনা কৰে। হাবাৰ্ড বিশ্ববিদ্যালয়ত তেওঁ 'চাৰ্লছ্ এলিয়ট মৰ্টন প্ৰফেছৰ অৱ পয়েট্ৰি'ৰূপেও অধ্যাপনা কৰিছিল। লেটিন আমেৰিকাৰ সাহিত্যলৈ তেওঁ আগবঢোৱা বৰঙণিৰ বাবে ১৯৮২ চনত তেওঁলৈ আগবঢ়োৱা হয় কাৰ্ভেণ্টিজ এৱাৰ্ড আৰু ১৯৮৭ চনত তেওঁ লাভ কৰে সন্মানীয় টি এছ্ এলিয়ট বঁটা। তেওঁৰ সৃষ্টিশীল প্ৰতিভা আৰু মৌলিক সাহিত্য সৃষ্টিৰ বাবে ১৯৯০ চনত সাহিত্যৰ নোবেল বঁটা আগবঢোৱা হয়।

অ''ক্তভিঅ' পাজৰ কবিতা পৃথিৱীৰ বিভিন্ন ভাষালৈ অনুদিত হৈছে। তেওঁৰ কবিতাৰ মাজত ৰোমাণ্টিক ভাৱধাৰাৰ লগতে বৈপ্লৱিক পৰিবৰ্ত্তনৰ ইংগিত পৰিস্ফুট হৈ উঠিছে। বিদেশ আৰু স্বজাতিৰ পৰিসীমা অতিক্ৰম কৰি তেওঁৰ কবিতাৰ ছন্দত বিশ্বজনীন ভাতৃত্ববোধ, ক্ৰান্তিকাৰী চেতনাবোধ আৰু পৰিবৰ্ত্তনশীলতাৰ বিনম্ৰ উচ্ছ্বাস

ফুটি ওলাইছে আৰু সেয়েহে দেশে দেশে আজি পাজৰ কবিতাৰ ইমান আদৰ। তেওঁৰ কবিতাৰ অতিবাস্তৱবাদ আৰু অধিবাস্তৱবাদ আধুনিকতম্ কাব্য সাহিত্যৰ মূল অভিব্যঞ্জনা। তেওঁৰ মৃত্যুৰ লগে লগে এক বৈপ্লৱিক কবিকণ্ঠৰ শব্দৰ মিছিল চিৰদিনৰ বাবে স্তব্ধ হৈ গ'ল। সেই স্তব্ধতা অকল বিষাদ বিধুৰেই নহয় এক বৌদ্ধিক শূন্যতাও।



# ইতিহাসৰ কাহিনীৰে উপন্যাস লিখা ঔপন্যাসিক

# চাৰ ৱাল্টাৰ স্কট্

বাল্যকালৰ পৰা সাধুকথা শুনি ভালপোৱা ল'ৰাজনেই যে বিখ্যাত ঔপন্যাসিক হিচাপে পৰিচিত হ'ব সেই কথা কোনোও ভবা নাছিল। অথচ সেইজন ল'ৰাই মাক আৰু বুঢ়ীমাকৰ পৰা ইতিহাসৰ কাহিনী, পুৰণি পৰম্পৰাগত সাধুকথা আৰু ৰূপ কথা শুনি সেইবোৰকে সমল হিচাপে লৈ উপন্যাস ৰচনা কৰিছিল। নিজৰ নাম নিদিয়াকৈ লিখা 'ৱেভাৰেল' নামৰ উপন্যাসে ইংল্যাণ্ডত আলোড়ণৰ সৃষ্টি কৰিছিল। ছদ্ম নামেৰে উপন্যাস লিখা সেইগৰাকী ঔপন্যাসিকেই হ'ল চাৰ ৱাল্টাৰ স্কট। স্কটল্যাণ্ডৰ ইতিহাসৰ ৰজা মহাৰজা, ৰাজপৰিয়ালৰ লোক, সাধাৰণ শ্ৰেণীৰ লোক, পথৰ ভিখাৰী, বীৰপুৰুষ আদিৰ চৰিত্ৰ সন্নিবিষ্ট কৰি নখন উপন্যাস ৰচনা কৰিছে। তেওঁৰ উপন্যাসত ইতিহাসৰ চৰিত্ৰৰ উপৰি সাধুকথাৰ নায়ক নায়িকা সকলোকো সামৰি লৈছে। ইংল্যাণ্ডৰ ইতিহাসৰ বীৰ পুৰুষসকলৰ শৌৰ্য-বীৰ্য প্ৰেম ভালপোৱা আৰু বীৰত্বৰ কাহিনীৰে কেবাখনো উপন্যাস ৰচি ইংৰাজী উপন্যাস সাহিত্য চহকী কৰি থৈ গৈছে।

স্কটৰ জন্ম হৈছিল ১৭৭১ খৃষ্টাব্দৰ ১৫ আগষ্টৰ এডিনবাৰ্গত। তেওঁৰ মাক-দেউতাক পুৰণি বৰ্ডাৰ পৰিয়ালৰ লোক আছিল। দেউতাক আছিল এগৰাকী সৎ নিষ্ঠাবান আইনজ্ঞ, মাক আছিল জ্ঞানী, বিদুষী আৰু সাধুৰ সফুৰা। কেছুবা অৱস্থাতে পুৰণি বৰ্ডাৰ বংশ পৰিয়ালৰ কীৰ্তি কাহিনী কৈ কৈ মাকে কেছুবা স্কটক নিচুকাইছিল। সৰুৰে পৰা স্কট আছিল আলসুৱা স্বভাৱৰ, শাৰীৰিকভাৱেও আছিল পঙ্গু। সেয়েহে নগৰৰ কোলাহলৰ পৰা স্কটক আঁতৰাই ৰাখি টুইড নৈৰ পাৰৰ বক্সবাৰ্গচায়াৰৰ কাষৰ গাঁৱত থকা আইতাকৰ লগত ৰাখিছিল। বুঢ়ী আইতাকো আছিল সাধুকথাৰ কুঁকি। সৰুকালতে স্কটে আইতাকৰ পৰা অজস্ৰ সাধুকথা শুনিছিল। সেই সাধুকথাবোৰত

আছিল স্কটল্যাণ্ডৰ ইতিহাসৰ নায়ক-নায়িকাৰ ৰোমাঞ্চকৰ ঘটনা। অতীজৰ ৰজা-মহাৰজা, বীৰপুৰুষ, ৰাণী, লিগিৰি, সাধাৰণ প্ৰজাৰ সুখ-দুখ আশা, নিৰাশাৰ কাহিনী শুনি স্কট্ অত্যন্ত ৰোমাঞ্চিত হৈছিল আৰু সেইবোৰে স্কটৰ অন্তৰত স্থায়ী সাঁচ বহুৱাইছিল। ইতিহাসৰ কাহিনীবোৰ জনাৰ বাবে স্কটৰ কৌতুহল দিনক দিনে বৃদ্ধি হৈছিল। আঠ বছৰ বয়সত এডিনবাৰ্গলৈ ঘূৰি আহে আৰু শিক্ষা জীৱন আৰম্ভ কৰে। স্কুলীয়া পাঠ্যপুথিতকৈ স্কট বৰ্ডাৰ পৰিয়ালৰ কাহিনীৰ প্ৰতিহে বেচি আকৰ্ষিত হৈছিল। দেউতাকৰ আইন বৃত্তিকে জীৱিকাৰ পথ হিচাপে লৈ স্কটে আইন ব্যৱসাযত সোমাই পৰে। স্কট অনুভূতিপ্ৰৱণ আছিল আৰু প্ৰথম অৱস্থাত ৰোমাণ্টিক অনুভূতিৰ কবিতা ৰচিবলৈ ধৰে। প্ৰথমতে জাৰ্মান ভাষাৰ পৰা ৰোমাণ্টিক বেলাড আৰু গ্যথেৰ কাব্য অনুবাদ কৰি সাহিত্য জগতত প্ৰৱেশ কৰে। স্কটৰ মৌলিক কাব্যিক সৃষ্টি হ'ল "The lady of the latest Mınstrel", Marmıon আৰু "The lady of the Lake"। প্ৰেম আৰু ৰোমাণ্টিক উচ্ছ্বাসেৰে সমুজ্জ্বল কবিতাসমূহে স্কটল্যাণ্ড আৰু ইংল্যাণ্ডত আলোড়ন সৃষ্টি কৰাৰ পিচত স্কটৰ জীৱনলৈ আহিল অপ্ৰত্যাশিত যশস্যা। স্বকীয সৃষ্টিৰ আনন্দত আহ্লাদিত হৈ স্কটে আইনৰ ব্যৱসায় সম্পূৰ্ণভাৱে পৰিত্যাগ কৰি সাহিত্যৰ সৃষ্টিশীল ক্ষেত্ৰত নিমজ্জিত হ'ল। তেওঁ বেলেণ্টাইন আৰু কনষ্টেবল প্ৰকাশন গোষ্ঠীৰ লগত যৌথভাৱে মুদ্ৰণ আৰু প্ৰকাশন প্ৰতিষ্ঠান খুলি কিতাপ ছপাবলৈ ধৰিলে। নিজৰ কবিতাৰ কিতাপ ছপা কৰি সেইবোৰ নিজৰ প্ৰতিষ্ঠানৰ জৰিয়তে বিক্ৰি কৰিবলৈ ধৰে। সেইসময়ত স্কটে দেখিলে যে অকল কবিতাৰেই মানুহৰ মন জয় কৰিব নোৱাৰি। বাইৰণৰ জনপ্ৰিয়তাই স্কটৰ কবিতাৰ আকৰ্ষণ হ্ৰাস কৰিলে। স্কটে অনুভৱ কৰিলে যে ৰোমাণ্টিক আৱেগ-অনুভূতিৰ কবিতাই সাময়িকভাৱেহে পাঠকক মন্ত্ৰমুগ্ধ কৰে। সেই আনন্দ ক্ষণস্থায়ী। স্কটে সেইসময়ত এবোটচ্‌ফৰ্ডত ভূ সম্পত্তি কিনি দামী প্ৰসাদ সজাই থাকিবলৈ লয়। তেতিয়াই তেওঁক বেৰণ হিচাপে স্বীকৃতি দিয়া হয় আৰু তেতিয়াৰে পৰা তেওঁ চাৰ ৱাল্টাৰ স্কট হিচাপে জনাজাত হয়।

বাইৰনৰ কবিতাই স্কটৰ কবিতাৰ আদৰ কমাই দিয়া বাবে স্কটে অন্য সৃষ্টিশীল সাহিত্য কৰ্মৰ কথা চিন্তা কৰিবলৈ ধৰিলে। সেই সময়তে তেওঁ বিচাৰি পালে পুৰণি কাহিনী থকা এখন পাণ্ডুলিপি। সেই পাণ্ডুলিপিৰ কাহিনীবোৰ পঢ়ি পঢ়ি স্কটে নতুন

উদ্যমেৰে লিখি উলিয়ালে কাহিনী সাহিত্য। সেই কাহিনী সহিত্যত স্কটৰ নাম নাছিল, মাথো তেওঁলোকৰ প্ৰকাশন গোষ্ঠীৰ তৰফৰ পৰা সেই কাহিনীক 'ৱেভাৰলে' (Waverley) নাম দি প্ৰকাশ কৰি উলিওৱা হ'ল। সেই কাহিনী সাহিত্যই পাঠক সমাজৰ মাজত এনে এক অভূতপূৰ্ব সঁহাৰি লাভ কৰিলে যে তাৰ বিক্ৰিয়ে অভিলেখ স্থাপন কৰিলে। পাঠকৰ মাজত এই কাহিনী সাহিত্যৰ জনপ্ৰিয়তা ইমানেই বৃদ্ধি হ'ল যে স্কটলেণ্ড আৰু ইংল্যাণ্ডৰ সকলো ঠাইতে নিমিষতে সকলো কপি বিক্ৰি হৈ গ'ল। এনেদৰে প্ৰতিবছৰে স্কটে ইতিহাসৰ কাহিনীৰ আধাৰত আন ছয়খন উপন্যাস ৰচিলে। সেইবোৰ হ'ল— Guy mannering, The Antiquary, Black Dwarf, Old Mortality, Rob Roy আৰু The heart of Midlothian।

প্ৰথমতে স্কটল্যাণ্ডৰ বুৰঞ্জীৰ কাহিনীৰে উপন্যাস লিখিলে। তাৰ পিছত ইংল্যাণ্ডৰ বুৰঞ্জী আৰু শেষত ফ্ৰান্সৰ ইতিহাসৰ আধাৰত কেবাখনো উপন্যাস লিখি স্কট বিখ্যাত ঔপন্যাসিক হৈ পৰিল। ইংৰাজী ইতিহাসৰ চে'ন আৰু নৰ্মান চৰিত্ৰ সন্নিবিষ্ট কৰি Kenılworth, Nıgel, Perverıl আৰু Woodstock নামৰ উপন্যাস ৰচনা কৰিলে। ফৰাচী ইতিহাসৰ আধাৰত স্কটে ৰচনা কৰিলে Quentın Durward আৰু Anne of Geıersteın নামৰ দুখন উপন্যাস। এনেদৰে কুৰিবছৰ নিৰৱচ্ছিন্নভাৱে উপন্যাস ৰচনা কৰি স্কটে অজস্ৰ ধন উপাৰ্জন কৰিলে আৰু বেৰনৰ অভিজাত্য বজাই ৰখাৰ বাবে দুহাতেৰে খৰচো কৰিলে। জনপ্ৰিয় উপন্যাস লিখি প্ৰকাশন প্ৰতিষ্ঠানক আৰ্থিকভাৱে স্বচ্ছল কৰিলেও যদিও কেইবছৰমান পিচত প্ৰকাশন প্ৰতিষ্ঠানৰ আৰ্থিক অৱস্থা বেয়াৰ ফালে ঢাল খালে। শেষত গৈ প্ৰকাশন প্ৰতিষ্ঠানটো ধাৰত পোত গ'ল আৰু বাকী অংশীদাৰ সকলে ব্যৱসায়ৰ পৰা নিজৰ নিজৰ অংশ উঠাই লোৱাত স্কটে অকলে এক নিযুত ডলাৰৰ ঋণ নিজে বহন কৰিবলগীয়া হ'ল। সেই ঋণ পৰিশোধ কৰাৰ বাবে উপন্যাসৰ সলনি অন্য বিষয়ৰ কিতাপ লিখি বিক্ৰি কৰিলে। নেপোলিয়নৰ জীৱনক লৈ কিতাপ লিখি বিক্ৰি কৰি আধা ধাৰ পৰিশোধ কৰিলে। বাকীখিনি ধাৰো পৰিশোধ কৰাৰ বাবে স্কটে বহুত কষ্ট কৰিলে। কিন্তু শেষত তেওঁ শাৰীৰিক আৰু মানসিকভাৱে অৱসাদগ্ৰস্ত হৈ ভাঙি পৰিল। কষ্ট আশা কৰিছিল যে জীৱনৰ শেষ দিনকেইটাত শাৰীৰিক কষ্ট স্বীকাৰ কৰি হ'লেও ঋণমুক্ত হ'ব। কিন্তু নিষ্ঠুৰ নিয়তিয়ে সেই সুযোগ নিদিলে। মানসিক আৰু শাৰীৰিকভাৱে অৱসাদগ্ৰস্ত হৈ

১৮৮০ খৃষ্টাব্দত তেওঁ পক্ষাঘাতৰোগত আক্ৰান্ত হৈ বিছনাত পৰিবলৈ বাধ্য হয়। বিছনাত পৰিও শ্ৰুতলিপি দি তেওঁ কাহিনী লিখিবলৈ চেষ্টা কৰিছিল। তেওঁৰ ধৈৰ্য আৰু দৃঢ়তা শিথিল হোৱা নাছিল। সেই সময়ত তেওঁ দিনপঞ্জীত লিখিছিল— "এটা প্ৰচণ্ড আঘাত, তথাপিও মই যেন অনুভৱ কৰিব পৰা নাই। ই একক কিন্তু আকস্মিকভাৱে আহিছে, তথাপি মই আৰোগ্য লাভ কৰিম বুলি ভাবো। ভগবানে জানে মই অন্ধকাৰ সমুদ্ৰত জাহাজৰ ওপৰত, জাহাজখন কিন্তু ফুটা।"

এগৰাকী পক্ষাঘাত আক্ৰান্ত ৰোগীৰ কি দুৰন্ত অনুভৱ! সেই অনুভৱ বিয়পি আছে তেওঁৰ প্ৰতিখন ঐতিহাসিক উপন্যাসত। পুৰণি দিনৰ কাহিনীৰ মাজত শৌৰ্য-বীৰ্য সাহসৰ দুৰন্ত প্ৰকাশ। সেয়ে স্কট মৰিও অমৰ। স্কটল্যাণ্ড আৰু ইংল্যাণ্ডৰ মৰহা অতীত জীৱন্ত কৰি তোলা স্কটৰ উপন্যাসৰ মাজত জাতীয় চেতনা জাগ্ৰত কৰাৰ সাহসী প্ৰচেষ্টাৰ বাবে স্কটৰ উপন্যাস হৈ আছে প্ৰেৰণাৰ উৎস আৰু আশাৰ বন্তি।



# হেনৰী ফিল্ডিঙৰ উপন্যাস

ওঠৰ শতিকাৰ ইংৰাজী সাহিত্যত ৰিচাৰ্ডচনৰ পত্ৰোপন্যাস 'পামেলা'ৰে প্ৰকৃতাৰ্থত উপন্যাসৰ সৃষ্টি হোৱাৰ পিচত হেনৰী ফিল্ডিঙৰ উপন্যাসে বাস্তৱ ভেটিটো সুদৃঢ় কৰে। ৰিচাৰ্ডচনৰ উপন্যাসত মিছা অনুভূতিৰ প্ৰৱণতা থকাৰ উপৰিও পৰম্পৰাগত কাহিনী কথনৰ জড়তা বিদ্যমান। পামেলাত আনুভূতিক আতিশয্য অত্যধিক হোৱাৰ উপৰিও নৈতিকতা শিক্ষণৰ জোৰদাৰ অনুশীলন আছে। কল্পনাৰ প্ৰাচুৰ্যই চৰিত্ৰৰ বাস্তৱতাক ধূসৰ কৰি তোলাৰ উপৰিও চেণ্টিমেণ্টক অধিক গুৰুত্ব দিয়া পৰিলক্ষিত হয়। এনেবোৰ দোষৰ পৰা মুক্ত হৈ জীৱনক একেবাৰে সজীৱভাৱে উত্থাপন কৰাৰ প্ৰয়াস পৰিদৃষ্ট হয় হেনৰী ফিল্ডিঙৰ উপন্যাসত। হেনৰী ফিল্ডিঙক ৰিচাৰ্ডচনৰ উত্তৰসুৰী বুলি ধৰিলেও ৰিচাৰ্ডচনৰ গতানুগতিক ধাৰা অনুকৰণ নকৰাকৈ সঁচা মানুহৰ দোষ গুণক বৰ্ণনাৰ মাজত অকপটে দাঙি ধৰাৰ বাবেই ফিল্ডিঙৰ উপন্যাসৰ চৰিত্ৰত ব্যতিক্ৰমধৰ্মিতা অধিক আকৰ্ষণীয় হৈ উঠিছে। এই ব্যতিক্ৰমধৰ্মিতাক পাঠকে সঁচা জীৱনৰ অনুভৱ হিচাপে গ্ৰহণ কৰিছে। সেয়েহে ফিল্ডিঙক আধুনিক উপন্যাসৰ প্ৰকৃত নিৰ্মাতা হিচাপে স্বীকাৰ কৰি লোৱা হৈছে। অনুভূতিক প্ৰাধান্য নিদিয়াকৈ বাস্তৱ চৰিত্ৰাংকন ফিল্ডিঙৰ ৰচনাৰ বিশেষত্ব। জীৱনক যেনেদৰে দেখিছে, যেনেদৰে জীৱনৰ উত্থান-পতন হৈছে, ঘটনাক্ৰম ঘটিছে ঠিক তেনেদৰে ফিল্ডিঙে উপন্যাসৰ চৰিত্ৰ অংকন কৰিছে ঘটনাৰ আঁট ধৰিছে আৰু পৰিসমাপ্তিও ঘটাইছে। ফিল্ডিঙৰ চৰিত্ৰত অনুভূতিৰ প্ৰৱণতা নাই, নৈতিকতা শিকোৱাৰ উদ্দেশ্য নাই— আছে মাথো জীৱনৰ বাস্তৱ অনুভৱ, সংঘাত আৰু সংগ্ৰাম। ফিল্ডিঙে চৰিত্ৰৰ কাৰ্যাৱলীৰ বৰ্ণনাৰ জৰিয়তে পাঠকক হৃদয়ংগম কৰায়, চৰিত্ৰৰ মানসিক অন্তৰ্দ্বন্দ্বক অনুভৱ কৰোৱায়। তেওঁৰ বৰ্ণনা স্পষ্ট, সুদীৰ্ঘ আৰু সুগভীৰ, কিন্তু তাৰ মাজতো পাঠকক আমোদ দিব পৰা হাস্য ব্যংগ অভিব্যক্তি আছে। উপন্যাসৰ মাজত প্ৰকট হৈ উঠা বাস্তৱ চৰিত্ৰৰ বৰ্ণনাৰ মাজত পাঠকে এক আত্মিক অনুভূতি বিচাৰি পায়। ঘটনা অভাৱনীয়, অশোভনীয় আৰু অপ্ৰত্যাশিত হ'লেও

বাস্তৱ সদায় বাস্তৱেই। বাস্তৱক হজম কৰিব পৰা বাবেই পাঠকে তেওঁৰ চৰিত্ৰ অংকনত এক অনিৰ্বচনীয় আনন্দ অনুভৱ কৰে আৰু পাঠকৰ মনত এনে এক অনুভৱৰ সৃষ্টি কৰিব পৰা বাবেই ফিল্ডিঙৰ উপন্যাস গ্ৰহণীয় আৰু আকৰ্ষণীয় হৈ উঠিছে। কিন্তু এই কথাও স্বীকাৰ কৰিব লাগিব যে ফিল্ডিঙে ৰিচাৰ্ডচনৰ পামেলাৰ দ্বাৰাই অনুপ্ৰাণিত হৈহে স্বকীয় বৈশিষ্ট্যৰে উপন্যাস ৰচনাত মনোনিৱেশ কৰিছিল। ফিল্ডিঙৰ কৃতিত্ব হ'ল ঘটনাৰ হুবহু বৰ্ণনা। চৰিত্ৰ সৃষ্টি আৰু নিজস্ব শিল্প কৰ্ম। তাৰ উপৰি তেওঁৰ আছে জীৱনৰ গভীৰ অনুভৱ, বিচিত্ৰ অভিজ্ঞতা আৰু সংঘাট বহুল জীৱনক চোৱাৰ নিৰ্মোহ দৃষ্টি।

হেনৰি ফিল্ডিঙৰ জন্ম হৈছিল ডৰচেটচায়াৰত ১৭০৭ চনত। তেওঁ আছিল উচ্চ শিক্ষিত। হৰ্টন স্কুলত কেবা বছৰো শিক্ষা লাভ কৰাৰ পিচত লিডেন বিশ্ববিদ্যালয়ৰ পৰা ১৭২৮ চনত তেওঁ কলা বিভাগত স্নাতক হৈছিল। স্নাতক হোৱাৰ পিচত তেওঁ কেবাবছৰো যাযাবৰী জীৱন যাপন কৰিছিল। সেই সময়ত তেওঁ মঞ্চৰ উপযোগীকৈ নাটক লিখিছিল, ডায়লগ ৰচনা কৰিছিল। এনেকৈয়ে তেওঁ জীৱিকা উলিয়াইছিল। যাযাবৰী জীৱনৰ সমাপ্তি ঘটাই তেওঁ ১৭৩৫ চনত এগৰাকী গুণৱতী নাৰীক বিয়া কৰাইছিল আৰু ইষ্ট ষ্টুৰত পত্নীৰ সৈতে সংসাৰত আবদ্ধ হৈ সময় অতিবাহিত কৰিছিল। এনেদৰে সংসাৰত নিমৰ্জ্জিত হৈ থাকোতে তেওঁৰ যিখিনি জমা টকা আছিল আটাইখিনি শেষ হয় আৰু অৱশেষত তেওঁ লণ্ডনলৈ আহি আইন পঢ়িবলৈ লয়। লণ্ডনত আইন পঢ়ি থাকোঁতে তেওঁ মাজে মাজে নাটক লিখি আৰুমাজে মাজে বাতৰি কাকতত কাম কৰি জীৱিকা উলিয়াই লৈছিল। এনেদৰে দহ বছৰ কাল লণ্ডনত থাকোঁতে তেওঁ উপন্যাস ৰচনাত নিমগ্ন হয়। ৰিচাৰ্ডচনৰ পামেলাৰ দ্বাৰাই উদ্বুদ্ধ হৈ পামেলাৰ ভায়েকৰ চৰিত্ৰটোক নায়ক হিচাপে লৈ 'যোচেফ এণ্ড্ৰুজ' নামৰ প্ৰথম উপন্যাসখন ৰচনা কৰে আৰু এইখন উপন্যাস ১৭৪২ চনত প্ৰকাশিত হয়। ১৭৪৮ চনত ফিল্ডিঙ ৱেষ্টমিনিষ্টাৰৰ ন্যায়াধীশ নিযুক্ত হয় আৰু তেওঁ ন্যায় আৰু বিচাৰৰ কামত ব্যস্ত হৈ পৰে। ন্যায়াধীশ হিচাপে তেওঁ জীৱনত বহুতো বেয়া চৰিত্ৰৰ লোকৰ বিচাৰ কৰিবলগীয়া হৈছিল। সেই সময়ত তেওঁ বেয়া মানুহৰ চৰিত্ৰ আৰু কৰ্ম পৰ্যবেক্ষণ কৰিব পাৰিছিল আৰু সেই পৰ্যবেক্ষণেই শেষত গৈ একোখন উপন্যাসৰ সৃষ্টি কৰিছিল।

'যোছেফ এন্দ্ৰুছ' ফিল্ডিঙৰ প্ৰথম উপন্যাস হ'লেও এইখন উপন্যাসত পৰম্পৰাগত কাহিনী সৃষ্টিৰ বিপৰীতে ব্যতিক্ৰমধৰ্মী চৰিত্ৰ সৃষ্টিৰ জৰিয়তে মানুহৰ জীৱনৰ আত্মাৰ দিশটোক পাঠক সমাজৰ মাজত সঞ্চালনি কৰাৰ প্ৰয়াস পৰিদৃষ্ট হয়। এই উপন্যাসৰ চৰিত্ৰৰ মাজত অত্যধিক অনুভূতিক প্ৰৱণতা নাই, মিছা চেণ্টিমেণ্ট নাই। চৰিত্ৰৰ মাজত পৰম্পৰাগত অনুৰাগ নাই। ৰিচাৰ্ডচনৰ পামেলা কল্পনাৰ সৃষ্টি অধিভৌতিক অনুভূতিপ্ৰৱণ। পামেলাত প্ৰেমৰ অতিৰঞ্জিত বৰ্ণনা আছে। কিন্তু যোচেফ চৰিত্ৰত নিষ্ঠুৰ বাস্তৱৰ আঁচোৰ আছে। সেই আঁচোৰে পাঠকৰ মনো আচুৰি যায়। এটা গতানুগতিক চৰিত্ৰৰ মাজত অগতানুগতিক কাৰ্যৰ বৰ্ণনা আছে। যোচেফ সমাজৰ এটা নিকৃষ্ট চৰিত্ৰ, তাৰ গুণবিলাকো ভাল নহয়। তাৰ বদ অভ্যাসৰ বাবে ঘৰৰগৰাকীনিয়ে ৰাস্তালৈ খেদি পঠাইছে। খোলা ৰাস্তাত যোচেফে, যিবোৰ দুঃসাহসিক কাম কৰিছে, যোচেফৰ কুসংগী পাৰচন আদামৰ লগ হৈ যিবোৰ কুকাৰ্য কৰিছে সেইবোৰ মুকলিভাৱে দাঙি ধৰিছে। চৰিত্ৰৰ দোষ-গুণ লুকাই ৰখা নাই। চৰিত্ৰ য'ত যেনেদৰে আছে ঠিক তেনেদৰেই উপস্থাপন কৰিছে। বাস্তৱ সদায় বাস্তৱেই। তাক কল্পনাৰ কুহেলিকাৰে অধিক অনুভূতিপ্ৰৱণ আৰু ধূসৰ কৰি তুলিলে উপন্যাসৰ চৰিত্ৰ সৃষ্টি কুহেলিকাময় হয়। চৰিত্ৰক নৈতিকতা শিকোৱাটো ফিল্ডিঙৰ উদ্দেশ্য নহয়। অনৈতিক চৰিত্ৰই যদি নৈতিকতা বৰ্জিত কাম কৰে তেনেহ'লে তাক মুকলিভাৱে কোৱাত দোষ কি? তেতিয়া উপন্যাসৰ বাস্তৱতা অধিক বৃদ্ধি হয়, চৰিত্ৰ সৃষ্টিও অতি বাস্তৱ হয়। তেনেহ'লে তেনে চৰিত্ৰক পাশৱিকভাৱেই চিত্ৰিত কৰিলেহে চৰিত্ৰৰ বিশ্বাসযোগ্যতা প্ৰতিপন্ন হয়। ফিল্ডিঙৰ চৰিত্ৰ সৃষ্টিত বিশ্বাসযোগ্যতা প্ৰতিপন্ন হৈছে। অস্বস্তিকৰ ঘটনাও ফিল্ডিঙে নিৰ্মোহভাৱে বৰ্ণনা কৰিছে আৰু সেয়েহে তেওঁৰ উপন্যাসৰ চৰিত্ৰক পাঠকে বাস্তৱ চৰিত্ৰ হিচাপে গ্ৰহণ কৰিছে। ন্যায়াধীশ হৈ থাকোঁতে ফিল্ডিঙে কেবাখনো উপন্যাস ৰচনা কৰিছিল। এইবোৰ উপন্যাসৰ চৰিত্ৰ ঠগ, প্ৰৱঞ্চক, নষ্ট চৰিত্ৰৰ লোক। তেওঁলোকৰ কাৰ্যাৱলীৰে উপন্যাসৰ ঘটনাচক্ৰ গঢ়ি তুলিছে। তেওঁৰ বৰ্ণনা সজীৱ, নিৰ্দিষ্ট আৰু আবেগ বৰ্জিত। তেওঁৰ পৰৱৰ্তী উপন্যাস 'জোনাথন ৱাইল্ড' এজন প্ৰৱঞ্চকৰ কাহিনী। ঠগ, প্ৰৱঞ্চনাৰ বন্য অনুভৱ আৰু কেতবোৰ অপ্ৰীতিকৰ ঘটনাৰ সমষ্টিৰে সমুজ্জ্বল এই উপন্যাস। উপন্যাসৰ কাহিনীৰ জুমুঠিটো বিশাল, বৰ্ণনাই আমনিদায়ক পৰিৱেশৰ সৃষ্টি কৰিছে। চৰিত্ৰসমূহৰ উপস্থিতি অসংলগ্ন,

জন ষ্টিনৰ ছবিৰ দৰে ধূসৰ। উপন্যাসৰ জকাটো সবল হ'লেও কল্পনাৰ হেঙুল হাইতালেৰে বুলাই নোতোলা বাবে পাঠকে ৰসাস্বাদন কৰিব নোৱাৰে। কিন্তু চৰিত্ৰ সৃষ্টিত ঔপন্যাসিকৰ ঐকান্তিকতা ফুটি উঠিছে। বৈচিত্ৰপূৰ্ণ, সংঘাট পূৰ্ণ চৰিত্ৰ সৃষ্টি ফিল্ডিঙৰ উপন্যাসৰ মূল উপজীব্য। বৰ্ণনাধিক্যই ঘটনাৰ পুনৰাবৃত্তি ঘটাইছে। চৰিত্ৰৰ মাজত তেওঁ নৈতিক আদৰ্শ দাঙি ধৰিব নিবিচাৰে। তথাপি চৰিত্ৰৰ অৰ্ন্তদ্বন্দ্বই নৈতিকতাৰ ৰূপ পৰিগ্ৰহ নকৰাকৈ নাথাকে। কিন্তু নৈতিকতা শিকোৱাটো লেখকৰ উদ্দেশ্য নহয়। চৰিত্ৰই যেনেদৰে আছে তেনেদৰে বিকাশ হ'বলৈ দিযাটোহে উপন্যাসিকৰ ৰচনাৰ বৈশিষ্ট্য। চৰিত্ৰৰ আটাইতকৈ অন্ধকাৰাচ্ছন্ন দিশটোও স্বাভাৱিকভাৱে উন্মোচন কৰাটো ফিল্ডিঙৰ উপন্যাসৰ ব্যতিক্ৰমৰ্ধী লক্ষণ। তেওঁ চৰিত্ৰ সৃষ্টিহে কৰে চৰিত্ৰৰ ভাল-বেয়া বিচাৰ-বিবেচনা নকৰে। এইখিনিতে ফিল্ডিঙৰ উপন্যাসৰ চৰিত্ৰ আৰু ডিফো বা ৰিচাৰ্ডচনৰ চৰিত্ৰৰ মাজত আকাশ পাতাল পাৰ্থক্য পৰিলক্ষিত হয।

ফিল্ডিঙৰ আটাইতকৈ শ্ৰেষ্ঠ ৰচনা হ'ল 'ডি হিষ্টৰী অৱ টম জনচ্ ও ফাইণ্ডলিং'। এইখন উপন্যাস ১৯৪৯ চনত প্ৰকাশিত হয়। এই উপন্যাসত টম জনচনৰ জীৱনৰ বিচিত্ৰ ঘটনা আছে। ঘটনাৰ বৰ্ণনা দিওঁতে ঔপন্যাসিকে কেতবোৰ চৰিত্ৰ সৃষ্টি কৰিছে যদিও চৰিত্ৰৰ মাজত যি যোগসূত্ৰ থাকিব লাগে সেই যোগসূত্ৰ ঠিকমতে ধৰি ৰাখিব পৰা নাই। তথাপি ঘটনাৰ বৈচিত্ৰ্যই উপন্যাসখনক ৰসগ্ৰাহী কৰি তুলিছে।

'এমেলিয়া' ফিলিল্ডঙৰ এখন উল্লেখযোগ্য উপন্যাস। উপন্যাস প্ৰকাশিত হয় ১৭৫১ চনত। এই উপন্যাসৰ নায়িকাৰ মাজত তেওঁৰ ঘৈণীয়েকৰ ছবি পৰিস্ফুট হৈ উঠিছে। এইখন এখন পাৰিবাৰিক উপন্যাস। এমেলিয়া উপন্যাসৰ নাৰী চৰিত্ৰ। এগৰাকী সুন্দৰ সৎ স্বভাৱী নাৰীৰ গিৰিযেক হ'ল এজন অসৎ চৰিত্ৰৰ লোক। এগৰাকী ভাল পত্নীযে এজন বেয়া চৰিত্ৰৰ গিৰিয়েকৰ লগত কেনেদৰে সংসাৰ কৰিছে তাৰেই বৰ্ণনা আছে উপন্যাসখনত। তেওঁলোকৰ সংসাৰত ঘটা কেতবোৰ সঁচা ঘটনাক উপন্যাসত দাঙি ধৰা হৈছে। বৰ্ণনাত জড়তা আছে যদিও ঘটনাত অবাস্তৱতা নাই। অৱশ্যে কল্পনাৰ পৰশ নথকা বাবে গতানুগতিক সচা ঘটনাই পাঠকক আমনি কৰাটো স্বাভাৱিক। তথাপি পক্ষপাত নকৰাকৈ স্বাভাৱিকভাৱে চৰিত্ৰৰ বিকাশ ঘটিবলৈ দিয়াটোত বাস্তৱতা অধিক সমুজ্জ্বল হৈ উঠে বাবে ফিল্ডিঙক বাস্তৱ কাহিনীৰে উপন্যাস

হিচাপে ইংৰাজ সমালোচকসকলে স্বীকাৰ কৰি লৈছে। লণ্ডনৰ ৰাস্তাত ৰাতি লগ পোৱা চোৰ ডকাইত, ঠগ, প্ৰবঞ্চকৰ দল ভঙাৰ বাবে সিহঁতৰ জীৱনৰ অন্ধকাৰ দিশসমূহ উদঘাটন কৰি উপন্যাস ৰচনা কৰাটো ন্যায়াধীশ হিচাপে ফিল্ডিঙৰ উদ্দেশ্য হ'লেও তেওঁৰ উপন্যাসত সঁচা মানুহৰ জীৱন্ত প্ৰতিচ্ছবি পৰিদৃশ্যমান হয়। শেষত তেওঁ নিজৰ জীৱনৰ অন্তিম কালছোৱা ভগ্ন বেদনা আৰু 'অসমৰ্থতাৰ বিষয়ে শেষ উপন্যাস লিখিছিল যাৰ নাম ৰাখিছিল 'জাৰ্ণেল অব ও ভয়েজ টু লিচবন'। বৃদ্ধ বয়সত তেওঁ স্বাস্থ্য পৰীক্ষাৰ বাবে লিচবনলৈ যাত্ৰা কৰিছিল এটা ভগ্ন মন লৈ। মানুহৰ মহানতা আৰু উদাৰতাৰ মাজতো হতাশা আৰু হেৰোৱাৰ বেদনাৰ মৰ্মন্তুদ প্ৰকাশ ঘটিছে তেওঁৰ শেষ ৰচনাত। তেওঁৰ জীৱনৰ অন্ধকাৰ দিশটোৰ অনিয়ম, বদনাম সদনামো সামৰি লৈছে এইখন ৰচনাত। জীৱনৰ সঁচা অভিব্যক্তিৰেই তেওঁ সম্পূৰ্ণ কৰি থৈ গ'ল তেওঁৰ শেষ উপন্যাস। লিচবনলৈ তেওঁৰ অন্তিম যাত্ৰা আছিল। লিচবনতে তেওঁ শেষ নিশ্বাস ত্যাগ কৰিছিল ১৭৫৪ চনত আৰু লিচবনৰ মাটিতেই এই মহান ঔপন্যাসিকজনৰ নশ্বৰ দেহ সমাধিস্থ কৰা হৈছিল। ওঠৰ শতিকাৰ ইংৰাজী সাহিত্যত ফিল্ডিঙক বাস্তৱ উপন্যাসৰ প্ৰকৃত জন্মদাতা হিচাপে স্বীকাৰ কৰা হৈছে আৰু জীৱনৰ বাস্তৱতাক সহজভাৱে স্বীকাৰ কৰাৰ সাহস থকা বাবেই ফিল্ডিঙৰ উপন্যাসৰ জনপ্ৰিয়তা আজিও অটুট আছে।



# আলোকৰ যাত্ৰী
# অ' হেনৰিৰ জীৱন-জিজ্ঞাসা

"বিজুলী বাতিবোৰ জ্বলাই দিয়া, চৌদিশে আলোকিত হওঁক। এন্ধাৰৰ মাজে মাজে মই আপোন ঘৰলৈ যাবলৈ নিবিচাৰো।" আলোকৰ যাত্ৰী প্ৰসিদ্ধ গল্পকাৰ অ' হেনৰিয়ে মৃত্যুৰ আগমুহূৰ্ত্তত চৌদিশে অন্ধকাৰ দেখি আতঙ্কিত হৈ চিঞৰি চিঞৰি কৈছিল। জীৱনৰ অন্তিম ক্ষণতো তেওঁক পোহৰ লাগে আ্যলোকময় পথেৰেহে তেওঁ আগবাঢিব বিচাৰে আপোন গৃহলৈ। পোহৰ সন্ধানী এইগৰাকী আমেৰিকান গল্পকাৰে দুমাহ ৰোগাক্ৰান্ত হৈ বন্ধ কোঠাৰ বিছনাত পৰি জীৱনৰ লীলা সামৰিলে ১৯১০ চনৰ ৫ জুন তাৰিখে। মৃত্যু পৰ্যন্ত তেওঁৰ ইন্দ্ৰিয়সমূহ হৈ আছিল সম্পূৰ্ণ সজাগ আৰু সজীৱ। সেয়েহে শেষ মুহূৰ্ততো তেওঁ কেৱল পোহৰৰ সন্ধানত ব্যাকুল হৈ চিঞৰি চিঞৰি কৈছিল, 'পোহৰ, পোহৰ, মোক পোহৰৰ বাটেদি যাবলৈ দিয়া নিজৰ ঘৰলৈ।"

অ' হেনৰি নামৰ গল্পকাৰজনৰ আচল নাম আছিল উইলিয়াম চিডনি পোৰ্টাৰ। কিন্তু আচল নামতকৈ তেওঁ অ' হেনৰি নামেৰেহে বিশ্বত সুপৰিচিত হৈছিল। আমেৰিকাৰ চেখভ আৰু ইয়াংকি ম'পাচাঁ হিচাপে জ্ঞাত অ' হেনৰিৰ জন্ম হৈছিল ১৮৬২ চনৰ ১১ চেপ্তেম্বৰত নৰ্থ কেৰোলিনাৰ গ্ৰীণচ্বৰোত। দেউতাক আছিল চিকিৎসক আৰু মাক আছিল অধ্যাপিকা। মাক-বাপেকে শিশুটিৰ নাম ৰাখিলে উইলিয়াম চিডনি পোৰ্টাৰ। শিশু কালতে পোৰ্টাৰে মাকক হেৰুৱালে আৰু মাকৰ মৃত্যুৰ পিচত দেউতাকেও মদৰ নিছাত ডুবি থাকে। ফলত শিশু পোৰ্টাৰে এক বিশৃংখল পৰিবেশত ডাঙৰ দীঘল হয়। ঘৰখনৰ অসুস্থ পৰিবেশৰ মাজত ডাঙৰ দীঘল হৈ পোৰ্টাৰে স্কুলীয়া শিক্ষা আৰম্ভ কৰে যদিও মাত্ৰ পোন্ধৰ বছৰ বয়সত স্কুলীয়া পাঠ সামৰি পেটৰ দায়ত তেওঁ ঔষধৰ দোকানত কাম কৰিবলগীয়া হয়। ঔষধৰ দোকানত

কাম কৰোতে বিভিন্ন প্ৰকৃতিৰ মানুহৰ সংস্পৰ্শলৈ আহি তেওঁলোকৰ আওভাওঁ, চাল চলন, কথাকোৱাৰ কায়দা কিটিপ একান্তমনে লক্ষ্য কৰাৰ সুবিধা পায়। তেওঁলোকৰ দুখ বেদনাৰ কাহিনী শুনি জীৱন যন্ত্ৰণা উপলব্ধি কৰি অভিজ্ঞতা সঞ্চয় কৰে। এই মানুহবিলাকৰ নিঃস্ব জীৱনৰ কাহিনীকে পৰৱৰ্তী কালত গল্পৰ মাজত বিকশাই তুলিছে।

পোৰ্টাৰৰ জীৱনৰ গতি আছিল বিচিত্ৰ। এটাৰ পিচত আন এটা অভিজ্ঞতাৰে জীৱনক উপলব্ধি কৰি কঠোৰ বাস্তৱৰ মুখামুখি হৈছে। ঔষধৰ দোকানত কাম কৰি আমনি লগা বাবে বিশ বছৰ বয়সত তেওঁ জীৱিকাৰ সন্ধানত টেক্সচলৈ গুছি যায়। তাতে ভেৰাৰখীয়া হৈ পেট প্ৰবৰ্তায়। তাৰ পিচত ডাক অনা নিয়া গাড়ীৰ চালক হৈ কঠোৰ পৰিশ্ৰম কৰি জীৱিকা উলিয়ায়। দক্ষ ঘোৰাচালক হোৱাৰ উপৰিও অফিচৰ কেৰানীৰ কামো কৰিবলৈ লয়। কেৰানীৰ কাম কৰোতে ১৮৮৭ খৃষ্টাব্দত এথল এষ্টেচ্ ৰোচ্ নামৰ গাভৰুক বিয়া কৰাই অষ্টিনত থাকিবলৈ লয়। তাতেই প্ৰথম সন্তানৰ জন্ম হয় যদিও সন্তানটো কেইদিনমান পিচতে মৃত্যুমুখত পৰে। ফলত ডেকা পোৰ্টাৰ দম্পতীৰ সংসাৰ দুখ-বেদনাৰে পৰিপূৰ্ণ হয়। তাৰ পিচত ১৮৮৯ খৃষ্টাব্দত এটি কন্যা সন্তানৰ জন্ম হয়। নাম ৰখা হয় মাৰ্গাৰেট। পোৰ্টাৰৰ জীৱনলৈ এটাৰ পিচত আন এটা দুৰ্যোগ বৰ অভাৱনীয়ভাৱে আহে। কেৰাণীৰ চাকৰি কৰি কোনোমতে জীৱন নিৰ্বাহ কৰি থাকোতে ৰাজনৈতিক কাৰণত চাকৰিটোও হেৰুওৱাবলগীয়া হয়। অৱশ্যে সেইসময়ত তেওঁ নেচনেল বেঙ্গ অৱ টেক্সচত এটা চাকৰি পায়। বেঙ্কৰ চাকৰি কৰি থাকোতেই তেওঁ ১৮৯৪ খৃষ্টাব্দত এখন বাতৰি কাকত প্ৰতিষ্ঠান আৰু ছপাশালৰ মালিকী স্বত্ব ক্ৰয় কৰি বাতৰি কাকতখন প্ৰকাশ কৰিবলৈ লয়। তেওঁ কাকতখনৰ নতুন নাম 'দি ৰোলিং ষ্টোন' দি নতুন ৰূপত প্ৰকাশ কৰিবলৈ ধৰে। কাকতৰ সম্পাদক, মুদ্ৰক, প্ৰকাশক আৰু তাৰ লেখকো তেওঁ নিজেই। এনেদৰে এবছৰ কাকতখন চলোৱাৰ পিচত আৰ্থিক অনাটনৰ বাবে বন্ধ কৰিবলগীয়া হয়। তেতিয়াৰে পৰা পোৰ্টাৰৰ জীৱনত এক অন্ধকাৰময় অধ্যায়ৰ সূত্ৰপাত হয়।

'দি ৰোলিং ষ্টোন' কাকতখনৰ অকাল মৃত্যুৰ পিচত বেঙ্কৰ পাচজাহাৰ ডলাৰ ধন আত্মসাৎ কৰাৰ অভিযোগত অভিযুক্ত হয় পোৰ্টাৰ। কাকতখন চলোৱাৰ বাবে এই বৃহৎ পৰিমাণৰ ধন আত্মসাৎ কৰা বুলি পোৰ্টাৰৰ বিৰুদ্ধে অভিযোগ অনা হয়। কিন্তু পোৰ্টাৰে তাক অস্বীকাৰ কৰি দৃঢ়ভাৱে প্ৰতিবাদ কৰে যদিও তেওঁৰ চাকৰিটো

হেৰুৱাবলগীয়া হয়। সেই সময়ত 'হিউষ্টন পোষ্ট' নামৰ বাতৰি কাকতৰ সম্পাদনাৰ দায়িত্ব বহন কৰি তেওঁ কোনোমতে জীৱিকা উলিয়াই লয়। বেঙ্কৰ টকা আত্মসাৎ কৰা গোচৰত তেওঁ আষ্টিনৰ বিচাৰালয়ত হাজিৰ হ'বলগীয়া হয়। বিচাৰৰ কাঠগড়াত উঠাৰ পিচত তেওঁ পুনৰ টেʼক্সলৈ ঘুৰি নগৈ নিউ অলিয়ানচ্লৈ গুছি যায় আৰু তাৰপৰা হণ্ডুৰাচলৈ পলাই যায়। পোৰ্টাৰে ভাবিছিল যে তেওঁ দেশৰ পৰা নিৰ্বাসিত হৈ জীৱনৰ বাকী কালছোৱা হণ্ডুৰাচতে কটাই দিব ঘৈণীযেক আৰু জীয়েককো তালৈ লৈ আহিব। কিন্তু বিধিৰ কি দুৰ্বিপাক। তেওঁৰ পত্নী যক্ষ্মা ৰোগত আক্ৰান্ত হৈ মৃত্যু মুখত পৰে আৰু তেওঁ দেশলৈ উভতি আহিব লগীয়া হয়। ১৮৯৭ খৃষ্টাব্দৰ জুলাইত তেওঁৰ পত্নী বিয়োগ হয আৰু ১৮৯৮ খৃষ্টাব্দৰ ফেব্ৰুৱাৰীত তেওঁ বেঙ্ক গোচৰত অভিযুক্ত হৈ পাচ বছৰৰ কাৰাবাস খাটিবলগীযা হয়।

জেলৰ ভিতৰত কাৰাবন্দী হৈ থকাৰ সময়তো তেওঁ দৃঢভাৱে কৈছিল— তেওঁ বেঙ্কৰ টকা আত্মসাৎ কৰা নাছিল, তেওঁ নিৰ্দোষী। অৱশ্যে জেলত সুস্থভাৱে কাৰাজীৱন যাপন কৰাৰ পিচত তেওঁক দুবছৰ কাৰাদণ্ড ৰেহাই দিয়া হয় আৰু ১৯০১ চনত তেওঁ জেলৰ পৰা মুক্তি লাভ কৰি জীয়েক মাৰ্গাৰেটক লগ পোৱাৰ বাবে পিটাচবাৰ্গৰ শহুৰেকৰ ঘৰলৈ আহে। ১৯০২ চনত তেওঁ জীয়েকক লগত লৈ নিজৰ হেপাহৰ চহৰ নিউইয়ৰ্কলৈ যায় আৰু তাতে নিউয়ৰ্ক চানডে ওৱাৰ্ল্ড নামৰ কাকতৰ লগত চুক্তিবদ্ধ হৈ গল্প লিখাত মনোনিৱেশ কৰে। কাকতখনত প্ৰতি সপ্তাহত এটাকৈ গল্প লিখাৰ প্ৰতিশ্ৰুতিৰে তেওঁ চুক্তিবদ্ধ হয় আৰু তাৰ বিনিময়ত প্ৰচুৰ অৰ্থ লাভ কৰি বিলাসী জীৱন যাপন কৰিবলৈ লয়। তেতিয়া তেওঁ জীৱনৰ কলঙ্কিত অতীতটোক পাহৰি থকাৰ বাবে অত্যধিক মদ খাবলৈ ধৰে। অৱশ্যে তেওঁ প্ৰতি সপ্তাহত কাকতখনত এটাকৈ গল্প লিখি যাবলৈ ধৰে। এনেদৰে তেওঁ শতাধিক গল্প লিখি প্ৰসিদ্ধ গল্পকাৰ হিচাপে আমেৰিকাত প্ৰতিষ্ঠিত হয়। জীৱনৰ জ্বালা যন্ত্ৰণা উপশম কৰাৰ বাবে তেওঁৰ শৈশৱৰ বান্ধৱী চাৰা লিণ্ডচে কোলম্যানৰ সৈতে ১৯০৭ চনত দ্বিতীয়বাৰ বিবাহ পাশত আবদ্ধ হয়। কিন্তু তেওঁৰ দ্বিতীয় বিবাহো সুখৰ নহ'ল। অত্যধিক মদখোৱাৰ ফলত তেওঁৰ স্বাস্থ্যৰ অৱনতি ঘটে আৰু তেওঁৰ এনে আচৰণত ক্ষুণ্ণ হৈ তেওঁৰ দ্বিতীয় পত্নীয়েও তেওঁক এৰি আঁতৰি যায়। অৱশেষত বেদনাহত অন্তৰেৰে হতাশাত ভুগি তেওঁ বহুমূত্ৰ আৰু যকৃতৰ ৰোগত আক্ৰান্ত হৈ বিছনাত

পৰে। বিছনাত পৰিও থৰক বৰক হাতেৰে গল্প ৰচনা কৰিবলৈ এৰা নাছিল। মৃত্যুৰ আগমুহূৰ্তলৈকে তেওঁৰ সমস্ত ইন্দ্ৰিয় সম্পূৰ্ণ সজাগ হৈ আছিল।

তেওঁৰ আচল নাম পোৰ্টাৰ আছিল যদিও জেলত থাকোতে লগ পোৱা জেলৰ বাৰ্ডেন ওৰিন হেনৰিৰ নাম অনুসৰণ কৰি তেওঁ অ' হেনৰি ছদ্মনামত গল্প লিখিছিল। তেওঁৰ গল্পত আছিল নিউইয়ৰ্কৰ সমাজ জীৱনৰ বিলাস বৈভৱৰ মাজত চলি থকা অন্ধকাৰ পৃথিৱীখনৰ ছবি। তেওঁৰ গল্পৰ কাহিনীয়ে আমেৰিকাৰ বিলাসী জীৱনৰ কদৰ্যতা উদঙাই দিছিল, তেওঁৰ ক্ষুৰধাৰ অভিব্যক্তিয়ে কঁপাই তুলিছিল আমেৰিকাৰ পাঠক সমাজক। তেওঁৰ গল্পত বাস্তৱৰ পৰিহাস আছিল আৰু সেয়েহে আজিও অ' হেনৰিৰ গল্পৰ জনপ্ৰিয়তা অক্ষুণ্ণ আছে।



# উইলিয়াম শ্বে'পীয়েৰৰ আত্মপৰিচয়ৰ সন্ধানত

ইংৰাজী সাহিত্যত উইলিয়াম শ্বে'পীয়েৰৰ অভিনৱ সৃষ্টিৰ বিষয়ে ধাৰিবাহিক গৱেষণা আজিও অব্যাহত আছে। শ্বে'পীয়েৰৰ বিপুল সাহিত্য ভাণ্ডাৰৰ সন্ধানত গৱেষক, শিল্পী, সাহিত্যিক, নাট্যকাৰ শতিকাৰ পিচত শতিকা জুৰি ব্যস্ত হৈ আছে। শ্বে'পীয়েৰ সঁচাকৈয়ে সাধাৰণ মানুহ আছিল নে দেৱগুণসম্পন্ন মহামানৱ আছিল তাৰ অনুসন্ধান আজিও নিৰন্তৰভাৱে চলি আছে। শ্বেক্‌সপীয়েৰৰ জীৱন আৰু সাহিত্য কৰ্মক লৈ শৃংখলাবদ্ধ জীৱনপঞ্জী সমসাময়িক জীৱনীকাৰে ৰচনা কৰি নোযোৱা বাবে শ্বে'পীয়েৰৰ জন্ম আৰু কৰ্মজীৱন সম্পৰ্ক নিশ্চিত তথ্য পোৱাটো আজিও সম্ভৱ হোৱা নাই বুলি পৰৱৰ্তীকালৰ ইংৰাজী জীৱনীকাৰসকলে সন্দেহ প্ৰকাশ কৰিছে। শ্বে'পীয়েৰৰ সমসাময়িকবন্ধু জন বেনছনে উল্লেখ কৰা তথ্যৰ আধাৰতে মহাকবি আৰু নাট্যকাৰজনৰ জীৱনপঞ্জী প্ৰস্তুত কৰি গ্ৰহন কৰা হৈছে। কিন্তু আজিও ইংৰাজী সাহিত্যৰ নতুন নতুন গৱেষক পণ্ডিতসকলে শ্বে'পীয়েৰৰ বিশাল সাহিত্য ক্ষেত্ৰৰ বিষয়ে গৱেষণা অব্যাহত ৰাখি নিত্য নতুন তথ্য আৰু আলোড়নসৃষ্টিকাৰী দৃষ্টিভংগী আৱিষ্কাৰ কৰিয়েই আছে। হেজাৰ-বিজাৰ পণ্ডিতে এতিয়াও শ্বে'পীয়েৰৰ নাট্যকৰ্ম সংগ্ৰহ, বিচাৰ আৰু শ্ৰেণী বিভাগকৰণত অনৰ্গলভাৱে ব্যস্ত হৈছে। শ্বে'পীয়েৰে নাট্যকৰ্মৰ পৰা অব্যাহতি লৈ নিজৰ নিৰ্জন গাঁৱত অৱসৰৰ জীৱন যাপন কৰাৰ সময়তো তেওঁৰ নাট্যপঞ্জী ক্ৰম অনুসাৰে লিপিবদ্ধ কৰা নাছিল। তেওঁৰ মৃত্যুৰ সাত বছৰ পিচত তেওঁৰ সমসাময়িক নাট্যদলৰ দুগৰাকী নাট্য শিল্পী হেমিং আৰু কোণ্ডেলে যুটীয়াভাৱে তেওঁৰ নাটসংগ্ৰহ ১৬২৩ চনত 'First Folio' নাম দি প্ৰকাশ কৰে। এই সংগ্ৰহত শ্বে'পীয়েৰৰ সাতত্ৰিশখন নাটকৰ ভিতৰত ছয়ত্ৰিশখনহে সন্নিবিষ্ট কৰা হৈছিল, 'Pericles' নামৰ নাটখন বাদ দিয়া হৈছিল। এই সংগ্ৰহত সন্নিবিষ্ট নাটৰ উপৰি

তেওঁৰ কেতবোৰ নাট ফ্লেছাৰ আৰু অন্যান্য নাট্যকাৰলৈ হস্তান্তৰ কৰা হৈছিল। অসমাপ্ত হৈ ৰোৱা নাট 'হেনৰি ৮ম' আৰু সম্ভৱতঃ হেৰাই যোৱা নাট 'কাৰ্ডেনিঅ'। শ্বে'পীয়েৰৰ নাট্য সাহিত্যৰ গৱেষকসকলে আজিও সন্দেহ কৰে যে উদ্ধাৰ হোৱা সাতত্ৰিশখন নাটকৰ উপৰি শ্বেক্সপীয়েৰৰ আন বহুতো নাটৰ পাণ্ডুলিপি আজিও উদ্ধাৰ হ'বলৈ বাকী আছে নাইবা শ্বেক্সপীয়েৰৰ ৰচিত কেতবোৰ নাট অন্য নাট্যকাৰলৈ হস্তান্তৰ হোৱাৰ ফলত সেইবোৰ নাট তেওঁলোকৰ নামত প্ৰকাশ হৈ ওলাইছে। নাটৰ সংখ্যা যিমানেই নহওক সেই বিতৰ্কলৈ নগৈ এতিয়ালৈ প্ৰাপ্ত নাটসমূহৰ প্লট, নিৰ্মাণ কৌশল, ভাষা সংলাপ আৰু নাট্য কৌশল অধ্যয়ন কৰি শ্বেক্সপীয়েৰৰ অসাধাৰণ কল্পনা শক্তি আৰু অসামান্য সৃষ্টিশীল প্ৰতিভাৰ উমান পোৱা যায়। তেওঁৰ যি বিশাল সৃষ্টিকৰ্ম তাৰ মূল্যাংকন কৰি ইংৰাজী সাহিত্যত হেজাৰ বিজাৰ গৱেষণা, গ্ৰন্থ নিবন্ধ সমালোচনা সাহিত্যৰ সৃষ্টি হৈছে আৰু আধুনিক যুগতো ইংৰাজী সাহিত্য মানে শ্বেক্সপীয়েৰৰ ৰচনা নপঢ়িলে ইংৰাজী সাহিত্যৰ গভীৰতা আৰু সমৃদ্ধি অনুধাৱন কৰিব নোৱাৰি। ইমান যুগান্তকাৰী আৰু আলোড়ন সৃষ্টিকাৰী নাটক ৰচনা কৰা শ্বেক্সপীয়েৰ নামৰ মানুহজনৰ কায়িক অস্তিত্ব বিচাৰ কৰিবলৈ গৈ আমি যিগৰাকী সাধাৰণ মানুহক বিচাৰি পাওঁ তেওঁ সেইগৰাকী মহান সৃষ্টিকাৰী শ্বেক্সপীয়েৰ হয়নে নহয় বুলি প্ৰশ্নৰ উদ্ৰেক হয়। তেওঁৰ সাধাৰণ পাৰিবাৰিক পৰিচয় পালে তেওঁৰ অসাধাৰণ ব্যক্তিত্বৰ পৰিস্ফূৰণ অদৃশ্য শক্তি প্ৰদত্ত বুলি কোৱাৰো অৱকাশ থাকে। তেওঁৰ বিৰল প্ৰতিভাৰ বিচাৰ কৰি পণ্ডিতসকলে দুটা নিৰ্দিষ্ট সিদ্ধান্তলৈ আহিছে। তাৰে এটা সিদ্ধান্ত মতে ৰোমাণ্টিক ভাবাদৰ্শৰ লোকসকলে ক'ব খোজে যে তেওঁৰ প্ৰতিভা অন্তৰ্বাহী ফল্গুৰ দৰে হৃদয়ৰ অন্তঃস্থলৰ পৰা প্ৰবাহিত হৈছে আৰু আনটো সিদ্ধান্ত মতে কল্পনাহীন ব্যৱহাৰিক লোকসকলে ক'ব কোজে যে শ্বে'পীয়েৰৰ সৃষ্টিশীল প্ৰতিভাৰ বিকাশ হৈছে শূন্যৰ পৰা আৰু পৰিবেষ্টিত পৰিবেশৰ পৰা। তেওঁৰ চাৰিওফালে সিঁচৰতি হৈ থকা মানুহ আৰু প্ৰকৃতিৰ স্বভাৱ, অনুভূতি, কাৰ্যকলাপ আদিৰ অনুসন্ধানৰ ফলস্বৰূপে সৃষ্টি হৈছে বিচিত্ৰ চৰিত্ৰ, বিচিত্ৰ পৰিৱেশ আৰু বিচিত্ৰ অনুভৱ। শ্বে'পীয়েৰৰ বিশাল প্ৰতিভা আৰু ব্যক্তিত্বৰ মূল্যাংকন কৰাটো সহজসাধ্য নহয়। গৱেষণাৰ পিচত গৱেষণা কৰি ইংৰাজী সাহিত্যৰ গৱেষক পণ্ডিতসকলে মত প্ৰকাশ কৰিছে যে তৃণমূল পৰ্যায়ৰ নাট্যকৰ্মী হিচাপে নাট্যগোষ্ঠীৰ লগত সাধাৰণ সহায়ক হিচাপে কাম কৰা মানুহজনে

নিজৰ অধ্যৱসায় আৰু সাধনাৰ দ্বাৰা প্ৰথমতে নাট্যশিল্পী হিচাপে প্ৰতিষ্ঠিত হ'ল, দ্বিতীয়তে পুৰণি নাটৰ কাহিনীক নতুন নাট্যকৌশলেৰে নাট্যামোদী দৰ্শকৰ ৰুচিসম্মত নাটক ৰচনা কৰি নাট্যকাৰ হিচাপে আত্মপ্ৰকাশ কৰিলে। জন্মগত প্ৰতিভাক কঠোৰ পৰিশ্ৰম আৰু গভীৰ অনুশীলনেৰে অধিক অৰ্থপূৰ্ণভাৱে গতিশীল কৰি তুলি দৰ্শকৰ ৰুচি সাপেক্ষে নাট ৰচনা কৰা বাবে শ্বেক্সপীয়েৰৰ নাটকৰ সমাদৰ চিৰ অক্ষুণ্ণ হৈ আছে।

শ্বে'পীয়েৰৰ প্ৰতিভা বিকশিত হোৱাৰ ক্ষেত্ৰত যি দুটা বহিপ্ৰভাৱে শক্তিশালীৰূপে ক্ৰিয়া কৰিছিল তাৰে এটা আছিল তেওঁৰ জন্ম গাঁও ষ্ট্ৰেটফোৰ্ডৰ মোহনীয় প্ৰাকৃতিক শোভা আৰু আনটো আছিল বিৰাট ব্যস্ত লণ্ডনৰ মহানগৰীয় ৰাজনৈতিক পৰিৱেশ। গাঁৱৰ নিভাঁজ প্ৰাকৃতিক পৰিৱেশত তেওঁ সহজ-সৰল মানুহৰ চৰিত্ৰৰ জ্ঞান লাভ কৰিছিল। আনহাতে লণ্ডন মহানগৰীৰ কৃত্ৰিমতাৰে আবৰা পৰিৱেশত কৃত্ৰিম স্বভাৱৰ মানুহৰ চৰিত্ৰ অধ্যয়ন কৰাৰ সুযোগ পাইছিল। তেওঁৰ নাটকৰ বিভিন্ন চৰিত্ৰত এই দুই স্বভাৱৰ মানুহৰ চিত্ৰ দেখিবলৈ পোৱা যায়।

শ্বেক্সপীয়েৰৰ জন্ম হৈছিল ইংলেণ্ডৰ গ্ৰামাঞ্চলৰ এখন সৰু ঠাই ষ্ট্ৰেটফোৰ্ডত। ষ্ট্ৰেটফোৰ্ডৰ পুৰণি গীৰ্জাৰ পঞ্জীয়ন বহীৰ ৰেকৰ্ড মতে শিশু শ্বে'পীয়েৰৰ দীক্ষাকৰণ উৎসৱ অনুষ্ঠিত হৈছিল ১৫৬৪ চনৰ ২৬ এপ্ৰিলত।

খ্ৰীষ্টানধৰ্মৰ নিয়ম মতে কেঁচুৱা জন্মৰ তৃতীয় দিনা সাধাৰণতে পৰম্পৰাগত পদ্ধতিৰে গীৰ্জাত দীক্ষিতকৰণ আৰু পবিত্ৰ পানীৰে অভিসিঞ্চন কৰা হয। সেইমতে শ্বে'পীয়েৰৰ জন্মৰ তাৰিখ হ'ব লাগে দীক্ষিতকৰণৰ তিনিদিন আগতে অৰ্থাৎ তেইশ এপ্ৰিল তাৰিখে। অৱশ্যে গীৰ্জাত সংৰক্ষিত তাৰিখটো পুৰণি পঞ্জিকা মতে মহাকবিজনাৰ জন্ম তাৰিখ হয় তিনি মে'। শ্বে'পীয়েৰৰ পিতৃ জন শ্বে'পীয়েৰ আছিল খেতিয়কৰ সন্তান আৰু তেওঁৰ পিতৃ গাঁও স্নিটাৰফিল্ডৰ পৰা আহি ষ্টেট'ফোৰ্ডত পণ্য সামগ্ৰীৰ ব্যৱসায কৰিবলৈ লয়। শ্বে'পীয়েৰৰ মাক মেৰী আৰ্ডে আছিল চহকী কৃষক পৰিয়ালৰ জীয়ৰী। পিতৃ-মাতৃ দুয়োগৰাকী আছিল নিৰক্ষৰ। শ্বে'পীয়েৰৰ শিক্ষা-দীক্ষাও আছিল সামান্য। ষ্ট্ৰেটফোৰ্ডৰ গ্ৰামাৰ স্কুলত সাধাৰণভাৱে লেটিন আৰু গ্ৰীক ভাষা শিকিছিল। আনুষ্ঠানিক শিক্ষাতকৈ তেওঁ ষ্ট্ৰেটফোৰ্ডৰ বহিঃপ্ৰকৃতিৰ পৰাহে প্ৰকৃত শিক্ষা লাভ কৰিছিল। তেওঁৰ প্ৰকৃত শিক্ষক আছিল বহিঃ পৃথিৱীৰ মানুহ আৰু প্ৰকৃতি।

ষ্ট্ৰেটফোৰ্ডৰ সেউজীয়া প্ৰকৃতি, আৰ্ডেনৰ হাবি-বননি, ৱাৰউইক আৰু কেনিলৱৰ্থৰ পুৰণি দুৰ্গ, ৰোমান সৈন্য নিবেশ, সামৰিক ৰাস্তা-পদুলি আদিয়ে ল'ৰা শ্বেক্সপীয়েৰৰ অন্তৰত সজীৱ কল্পনাৰ সোঁত বোৱাই দিছিল। ল'ৰালিতে শ্বেক্সপীয়েৰে কবিতা লিখিছিল— প্ৰকৃতিৰ কবিতা, য'ত আছিল কবিমনৰ ৰোমাণ্টিক উচ্ছ্বাস আৰু কোমল অনুভূতি। শ্বেক্সপীয়েৰৰ চৈধ্য বছৰ বয়সত দেউতাকে নিজৰ সামান্য সম্পত্তি হেৰুৱাই ঋণগ্ৰস্ত হৈছিল আৰু তেতিয়া শ্বেক্সপীয়েৰে স্কুল এৰি পৰিয়ালটোক উদ্ধাৰ কৰাৰ বাবে স্কুল শিক্ষকৰ চাকৰি কৰিছিল। বহুতে কয় তেওঁ হেনো উকীলৰ কেৰাণী হৈ পৰিযালৰ দাযিত্ব লৈছিল। তেওঁ কি কৰিছিল সেই বিষয়ে এতিয়াও কোনো নিশ্চিত তথ্য পোৱা নাই। তেওঁ ৰচনা কৰা নাটকৰ চৰিত্ৰ জ্ঞান আৰু শিক্ষা অনুধাৱন কৰি তেওঁক বিভিন্ন পেছাত কাম কৰা বুলি অনুমান কৰা হৈছে।

শ্বেক্সপীয়েৰৰ বিবাহিত জীৱনো সুখৰ নহ'ল। ১৫৮২ খ্ৰীঃত তেওঁ এনী হাঁবাৱে নামৰ কৃষক পৰিয়ালৰ ছোৱালী এজনীক বিয়া কৰাইছিল। তেওঁৰ ঘৈণীয়েক তেওঁতকৈ আঠ বছৰে ডাঙৰ আছিল। বিবাহিত জীৱনত তেওঁ একেবাৰে অসুখী আছিল আৰু সেইকাৰণে ১৫৮৭ খ্ৰীঃত পৰিয়াল এৰি তেওঁ লণ্ডনলৈ গুচি যায়। তাতে বাৰবেজ নাট্য কোম্পানীত সাধাৰণ সহায়ক হিচাপে কৰ্মজীৱনৰ পাতনি মেলে। ১৫৮৭ চনৰ পৰা ১৬১১ চনলৈ লণ্ডনত নাট্যদলৰ লগত থকা সময়ছোৱাতে তেওঁৰ বিশাল সাহিত্য কৰ্মৰ সৃষ্টি হয়। নাট্য দলৰ অভিনয়ৰ বাবে নাট লিখি মঞ্চস্থ কৰা নাটসমূহেই যে পৰৱৰ্তীকালত ইংৰাজী সাহিত্যৰ আপুৰুগীয়া সম্পদ হ'ব সেইসময়ত কোনেও কল্পনা কৰিব পৰা নাছিল। প্ৰথমতে নাট্য দলৰ সাধাৰণ কৰ্মী হিচাপে কামত সোমোৱা শ্বেক্সপীয়েৰে পিচত নাটকত নায়কৰ অভিনয় কৰি দৰ্শকৰ মন জয় কৰিলে। অভিনয়ৰ মাজেদি তেওঁ দৰ্শকৰ ৰুচি-অভিৰুচিৰ জ্ঞান লাভ কৰি পুৰণি নাটৰ কাহিনীক নতুন আংগীকেৰে পুনৰ্নিৰ্মাণ কৰি মঞ্চস্থ কৰিছিল। তাৰ পিচত তেওঁ নিজৰ অভিজ্ঞতালব্ধ জ্ঞানেৰে নাট ৰচনা কৰি বিপুল জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হ'ল।

একেৰাহে সুদীৰ্ঘ চৌবিশ বছৰ নাটৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ তেওঁ এখনৰ পিচত আন এখন নাটক ৰচনা কৰি লণ্ডনৰ মঞ্চত আলোড়নৰ সৃষ্টি কৰিছিল। ট্ৰেজেদী, কমেডি, বুৰঞ্জীমূলক আৰু পৰীক্ষামূলক নাট ৰচনা কৰি দৰ্শকক ইংৰাজ,

কন্দুৱাই আৰু চিন্তাত পেলাই তেওঁ ভগ্ন মন লৈ নিজৰ গাওঁ ষ্ট্ৰেটফোৰ্ডলৈ ঘূৰি আহিছিল সাধাৰণ গাঁৱলীয়া ভদ্ৰলোক হিচাপে। গাঁৱৰ নিৰ্জন পৰিৱেশত শান্তিৰে জীৱন অতিবাহিত কৰি জন্মৰ একে তাৰিখতে ১৫১৬ চনৰ তেইশ এপ্ৰিলৰ দিনা (নতুন পঞ্জিকা মতে তিনি মে') তেওঁ অনন্তধামলৈ গতি কৰিলে। গাঁৱৰ সৰু গীৰ্জাটোৰ প্ৰাংগণত তেওঁক সমাধিস্থ কৰা হয়। তেওঁৰ সমাধিটো ঢাকি দিয়া হয় এচটা বহল শিলেৰে। ষ্ট্ৰেটফোৰ্ডৰ সেই সৰু গীৰ্জাটোৰ সমাধিস্থলত আজিও প্ৰতি বছৰে হেজাৰ-বিজাৰ দৰ্শকে শোকস্তব্ধ অন্তৰেৰে দৰ্শন কৰি শ্ৰদ্ধাৰ্ঘ যাচে মহান নাট স্ৰষ্টা উইলিয়াম শেক্সপীয়েৰলৈ।



# কবিতা যাৰ জীৱন, প্ৰকৃতি যাৰ আত্মা

ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক যুগৰ কবি উইলিয়াম ৱৰ্ডছৰ্থৰ কবিতা হাইস্কুলীয়া জীৱনতে পঢ়িছিলো যদিও তেওঁৰ কাব্যিক জীৱনৰ অন্তৰালৰ কাহিনী জনা নাছিলো। শৈশৱত ৱৰ্ডছৰ্থ আছিল মেজাজী আৰু উগ্ৰ স্বভাৱৰ। পাৰিয়ালৰ পাঁচোটা ল'ৰা-ছোৱালীৰ ভিতৰত ৱৰ্তছ্বৰ্থৰ মন-মেজাজৰ প্ৰতি লক্ষ্য কৰি মাক হতাশ হৈছিল আৰু ভৱিষ্যতে ল'ৰাজন কি হ'ব সেই লৈয়ো চিন্তান্বিত হৈছিল। ৱৰ্ডছৰ্থৰ স্বভাৱৰ উচ্ছৃংখলতা আৰু অনুশাসনহীনতা দেখি তেওঁৰ অন্ধকাৰ ভৱিষ্যতৰ কথা চিন্তা কৰি মাক ৰোগগ্ৰস্ত হৈ পৰিছিল আৰু অৱশেষত ৱৰ্ডছৰ্থৰ বয়স মাত্ৰ আঠ বছৰ হওঁতেই মাকে পুত্ৰৰ চিন্তাৰ জ্বলা জুই বুকুত বান্ধি চিৰনিদ্ৰাত নিদ্ৰিত হৈ পৰিছিল। কিন্তু মাকৰ অকাল আৰু আকস্মিক মৃত্যুৱে ৱৰ্ডছৰ্থৰ কিশোৰ মনত যি এক গভীৰ প্ৰভাৱ পেলালে তাৰ পৰিপ্ৰেক্ষিতত তেওঁৰ মেজাজী মনটোলৈ গভীৰ অনুশোচনা আহিল আৰু আৰম্ভ হ'ল মানসিক বিৱৰ্তনৰ পৰ্যায়। ৱৰ্ডছৰ্থৰ হৃদয়-মন মাতৃ বিচ্ছেদত আকুল হৈ পৰিল আৰু মাতৃস্নেহৰ গভীৰ অনুভৱেৰে আপ্লুত হ'ল। তাৰ পিচত ৱৰ্ডছৰ্থৰ জীৱনত আৰম্ভ হ'ল মানসিক বিৱৰ্তনৰ পৰ্যায়। ৱৰ্ডছৰ্থৰ হৃদয়-মন মাতৃ বিচ্ছেদত আকুল হৈ পৰিল আৰু মাতৃস্নেহৰ গভীৰ অনুভৱেৰে আপ্লুত হ'ল। তাৰ পিচত ৱৰ্ডছৰ্থৰ জীৱনত আৰম্ভ হ'ল আত্মশুদ্ধিৰ অধ্যায়। মাকৰ অকৃত্ৰিম স্নেহৰ স্মৃতিয়ে তেওঁৰ অন্তৰ সিক্ত কৰি তুলিলে আৰু লাহে লাহে তেওঁৰ মনৰ পৰা উচ্ছৃংখলতা, চঞ্চলতা আৰু অনুশাসনহীনতাৰ ভাব আঁতৰি যাব ধৰে। মাকৰ মৃত্যুৰ ছবছৰ পিচত দেউতাকৰো মৃত্যু হ'ল আকস্মিকভাৱে আৰু পিতৃ-মাতৃ দুয়োকো হেৰুৱাৰ পিচত ঘাটমাউৰা ৱৰ্ডছ্বৰ্থে এগৰাকী আত্মীয়ৰ আশ্ৰয়ত থাকি হ্ৰদৰ পাৰৰ শান্ত নিৰিবিলি হ'কচেড নামৰ ঠাইত থকা স্কুলত পঢ়িবলৈ ধৰিলে। হ'কচেডৰ শান্ত, নিৰ্মল প্ৰকৃতিৰ বিনন্দীয়া ৰূপ, পৰ্বত, পাহাৰৰ নিৰ্জন পৰিৱেশ, ফুল আৰু পখিলাৰ মিলন ক্ষেত্ৰ বাবে বৰণীয়া পখীৰ 'শান্ত, মধুৰ কলতান' এইবোৰৰ মাজত হৈছাই গ'ল ঘাটমাউৰা

কিশোৰ বৰ্ডছৰ্থৰ ল'ৰালিৰ মেজাজ আৰু ৰমনীয় প্ৰকৃতিৰ সুগন্ধি সুবাসেৰে বিধৌত হ'ল অন্তৰ। বৰ্ডছৰ্থৰ মানসিক পৰিৱৰ্তনৰ অনুভৱ বিমূৰ্ত হৈছে তেওঁৰ দ্বিতীয় কাব্য গ্ৰন্থ The Prelude ত। প্ৰকৃতিৰ সৈতে কথা পাতি ঘণ্টাৰ পিচত ঘণ্টা অতিবাহিত কৰা শিশুটিয়ে হাবি-বননি, ধাননি, পৰ্বত-কন্দৰ, পথাৰৰ অকলশৰীয়া দাৱনী, ফুল, পখিলা, ভোমোৰাৰ ভাষা বুজা হ'ল। সূৰ্যৰ ৰশ্মি, নৈৰ পানী, সেউজীয়া বননি, নিজৰাৰ কুলু কুলু ধ্বনি, নামী-অনামী অজস্ৰ ফুলৰ সৌৰভৰ মাজত বিচাৰি পালে কবিতাৰ ছন্দ—

I heard among the solitary hills
Low breathings coming after me and
sounds
of undis tingushable motion

নিৰ্জনতাৰ মাজত বিচাৰি পালে শব্দ, কুসুম-কোমল অনুভূতিৰে গতিশীল কৰি তুলিলে ছন্দ। এইগৰাকীয়েই কবি বৰ্ডছৰ্থৰ কবিতা যাৰ জীৱন— প্ৰকৃতি যাৰ আত্মা। এগৰাকী মহিমাময়ী নাৰীৰ মৃত্যুৱে তেওঁৰ অন্তৰ উদ্বেলিত কৰিলে, মেজাজী মনটোলৈ আনি দিলে প্ৰশান্তিৰ প্ৰজ্ঞা। পৃথিৱীৰ বেছিভাগ বিখ্যাত আৰু সফল ব্যক্তিৰ সাফল্যৰ অন্তৰালত একোগৰাকী নাৰীৰ অৱদান আছে বুলি কোৱা শুনা যায়। সেই নাৰী শ্ৰদ্ধাশীল মাতৃ নাইবা স্নেহশীলা ভগ্নী নাইবা প্ৰেয়সী পত্নীও হ'ব পাৰে। প্ৰকৃতিৰ কবি বৰ্ডছৰ্থৰ ল'ৰালি কালৰ পৰিৱৰ্তনৰ গুৰিতে আছিল তেওঁৰ স্নেহশীলা মাতৃ যাৰ অপত্য স্নেহৰ গভীৰতাই তেওঁক নতুন জীৱন দিছিল।

প্ৰকৃতিৰ ৰিনন্দীয়া পৰিৱেশৰ মাজত শৈশৱ আৰু কৈশোৰ অতিবাহিত কৰি স্কুলীয়া শিক্ষা সমাপ্ত কৰাৰ পিচত তেওঁ কেম্ব্ৰিজত উচ্চ শিক্ষা গ্ৰহণ কৰিলে। কেম্ব্ৰিজত থাকোতে বিপ্লৱৰ মন্ত্ৰতো দীক্ষিত হ'ল আৰু বিপ্লৱৰ ৰঙা নিচান তুলি লৈ সমাজ পৰিৱৰ্তনৰ সপোন দেখিলে। ডেকা বয়সত বিপ্লৱৰ জৰিয়তে পৰিৱৰ্তনৰ সূচনা কৰাৰ সংকল্প বেছিভাগ যুৱকে লোৱা দেখা যায় আৰু বৰ্ডছৰ্থো ইয়াৰ ব্যতিক্ৰম নাছিল। কিন্তু সেই বৈপ্লৱিক সপোন ভংগ হ'বলৈ বেছিদিন নালাগে যেতিয়া চকুৰ আগত দেখিবলৈ পায় লক্ষ্যহীন জীৱনৰ ধূসৰ ছবি। জীৱনৰ লক্ষ্য সাৰ্থকভাৱে নিৰূপণ কৰিব নোৱাৰা বাবে শিক্ষা-দীক্ষা শেষ হোৱাৰ পিচত মানুহৰ জীৱনলৈ নামি আহে

হতাশা। আৰ্থিক অনাটন, দৰিদ্ৰতা, অভাবগ্ৰস্ততা আদিৰ গ্ৰাসত পৰি জীৱনত হাবু-ডবু খোৱাৰ পিচত সন্মুখত পোৱা যিকোনো অৱলম্বনকে সাৰথি কৰি ল'বলৈ বাধ্য হয়। বৰ্ডছৰ্থৰ জীৱনতো সেয়ে ঘটিছিল। কেম্ব্ৰিজৰ পৰা ওলোৱাৰ পিচত তেওঁৰ জীৱনৰ কোনো লক্ষ্য নাছিল আৰু ফলত গুৰি ব'ঠা নোহোৱা নাৱৰ দৰে লক্ষ্যহীনভাৱে তেওঁ জীৱন পথত পাকঘূৰণি খাব লগা হৈছিল। তেতিয়া তেওঁ ভনীয়েক ডৰথীৰ আশ্ৰয়ত থাকি জীৱন-নিৰ্বাহ কৰিবলৈ লয়। বৰ্ডছৰ্থ আৰু ক'লেৰিজ দুয়ো একেলগে কুৱাণ্টক পৰ্বতৰ গুল ফো'ডেনত ডৰথীৰ লগত থাকিবলৈ লয়। ভনীয়েক ডৰথীয়ে বৰ্ডছৰ্থৰ লক্ষ্যহীন জীৱনৰ গতি সুগম কৰি দিলে। ডৰথীৰ নাৰীসুলভ অনুকম্পা, জীৱনৰ প্ৰতি স্বৰ্গীয় মমতা, ফুল আৰু সৌন্দৰ্যৰ প্ৰতি স্বাভাৱিক দুৰ্বলতা আদিৰ প্ৰত্যক্ষ প্ৰভাৱত বৰ্ডছৰ্থৰ অন্তৰত কাব্যিক অনুভূতিৰ সৃষ্টি হয়। ক'লেৰিজো আকৃষ্ট হয় ছন্দৰ সুষমা বিচাৰি। প্ৰেম, সৌন্দৰ্য, সৌৰভ আৰু তাৰ সমন্বয়ত উথলি উঠা ছন্দৰ অনুৰাগে বৰ্ডছৰ্থৰ কাৰ্য প্ৰণালীত সৃষ্টিৰ উন্মাদনা জগাই তোলে। কুৱাণ্টক পাহাৰৰ নিৰ্জনতাই দুয়োগৰাকীৰে কবি প্ৰাণত কবিতাৰ ভাষা জগাই তোলে। দুয়োৰে অনুভূতিয়ে কাব্যিক ৰূপ পৰিগ্ৰহ কৰি দুটা বিখ্যাত কবিতাৰ জন্ম দিয়ে। ক'লেৰিজে সৃষ্টি কৰিলে 'The Rime of the Ancient Mariner' নামৰ এটি বিখ্যাত কবিতা আৰু বৰ্ডছৰ্থে লিখিলে 'Lines Written a Few miles above Tintern Abbey' নামৰ এটি সৰ্বশ্ৰেষ্ঠ কাব্য শিল্প। এই দুটা বিখ্যাত কবিতাৰে প্ৰকাশিত হ'ল Lyrical Ballads নামৰ সৰু কাব্য গ্ৰন্থখনি। এই কাব্য গ্ৰন্থখনি ইংৰাজী সাহিত্যৰ 'মাইল পিচ' হ'লেও ইয়াৰ জনপ্ৰিয়তা আমেৰিকাতহে বেছি আছিল। এই গ্ৰন্থখনি প্ৰথম প্ৰকাশ হৈছিল ১৮০২ চনত। ডৰথী নামৰ নাৰীগৰাকীৰ স্নেহশীল আচৰণ আৰু সান্নিধ্যই ইংৰাজী কাব্য-সাহিত্যত দুগৰাকী প্ৰথিতযশা কবিৰ জন্ম দিছিল আৰু তাৰ লগে লগে আৰম্ভ হৈছিল ৰোমাণ্টিজিমৰ নতুন প্ৰভাত। বৰ্ডছৰ্থৰ জন্ম হৈছিল ১৭৭০ চনত কুম্বাৰলেণ্ডৰ কোকাৰমাউথ নামে ঠাইত যাৰ প্ৰাকৃতিক সৌন্দৰ্যৰ জীৱন্ত বৰ্ণনা পৰিদৃষ্ট হয় তেওঁৰ কবিতাত। বৰ্ডছৰ্থৰ জীৱনৰ অন্তিম পঞ্চাশ বছৰ কাল তেওঁৰ নিজ জন্মস্থানৰ ৰাইডেল মাউণ্টৰ বাসভৱনত অতিবাহিত কৰে আৰু সেই সময়ছোৱাতে তেওঁ প্ৰকৃতিৰ সৈতে অন্তৰংগভাৱে কথা পাতি কেতবোৰ কালজয়ী কবিতা ৰচনা কৰে। প্ৰকৃতিৰ নিৰ্জন পৰিৱেশত গছ-গছনি, নৈ-নিজৰা, পৰ্বত-পাহাৰ, আকাশ-মেঘ,

ফুল-তৰা সকলোৰে লগত অতি সংগোপনে কথা পাতি কবিয়ে সেইবোৰ ছন্দোবদ্ধ কৰি কবিতা ৰচিলে। এনেদৰে প্ৰকৃতিৰ সৈতে নিৰলে-নীৰৱে বিচৰণ কৰি ইংৰাজী কাব্য সাহিত্য স্বকীয় ছন্দৰে জাতিষ্কাৰ কৰি আশী বছৰ বয়সত গ্ৰাছমিয়াৰৰ কেঁচা মাটিত ১৮৫০ চনত তেওঁ চিৰদিনৰ বাবে চকু মুদিলে। কবিতাৰ মাজত প্ৰকৃতিৰ বতৰা সঞ্জীৱিত কৰি ৱৰ্ডছৰ্থে যি অমৰ সৃষ্টি চিৰযুগমীয়া কৰি থৈ গ'ল সেই অমূল্য অৱদান আজিও চিৰসেউজীয়া হৈ আছে। ছন্দৰ মাজত আবদ্ধ হৈ আছে এক অমৰ আত্মাৰ নৈসৰ্গিক বৈচিত্ৰময় অনুভৱ।



# কবিতা যাৰ প্ৰাণ সৌন্দৰ্য যাৰ সাধনা

'A thing of beauty is a joy for ever' 'সুন্দৰ বস্তুৱে চিৰকলীয়া আনন্দ। এই যুগজয়ী ছন্দফাঁকি যিগৰাকী কবিয়ে ৰচনা কৰিছিল তেওঁ আছিল ৰোমাণ্টিছিজমৰ সাৰ্থক সাধনা আছিল যাৰ জীৱনৰ একমাত্ৰ ব্ৰত। ইংৰাজী কাব্য সাহিত্যত ৰোমাণ্টিক যুগ আৰম্ভ হৈছিল ওঠৰ শতিকাৰ পৰা। ৱৰ্ডছৱৰ্থে কবিতাত মানৱীয় অনুভূতিৰ বীজ সিঁচি দিছিল। নতুন ছন্দ নিৰ্মাণেৰে কবিতাক মৰ্মস্পৰ্শী কৰি তুলিছিল, উইলিয়াম স্কটে কাহিনী কৈছিল, শ্বেলীয়ে অসম্ভৱক সম্ভৱ কৰি তোলাৰ চেষ্টা কৰিছিল, বাইৰনে স্বকীয় দৃষ্টিভংগীৰে ৰাজনৈতিক মতান্তৰ দাঙি ধৰিছিল, কলেৰিজে দুখৰ বতৰা দিছিল। ৰোমাণ্টিছিজমৰ বাবে বৰণীয় সৃষ্টি কাব্যৰ ভিন্ন কলতানেৰে মুখৰিত হৈছিল ইংৰাজী কাব্য সাহিত্য। ভিন্নতাৰ মাজত যিগৰাকী কবিৰ কাব্য সাধনাই কেৱল সৌন্দৰ্যৰ আৰাধনাৰে জীৱনক উপলব্ধি কৰাৰ প্ৰয়াস কৰিছিল সেইগৰাকী কবি আছিল জন কীট্‌ছ। পৃথিৱীৰ চিৰন্তন সৌন্দৰ্যত বিভোৰ হৈ সপোন ৰচিছিল, সুন্দৰৰ সপোন, পৃথিৱীক আপোন কৰাৰ সপোন। তেওঁৰ মতে কবিতাৰ সৃষ্টি স্বতঃস্ফূৰ্ত ছন্দৰ উৎসে প্ৰাণ। পৃথিৱীৰ সৌন্দৰ্য হৃদয়ত প্ৰাণৱন্ত হৈ উঠিলেই স্বতস্ফূৰ্তভাৱে সৃষ্টি হয় কবিতাৰ। নিৰ্ভেজাল স্বাভাবিক সেই সৃষ্টি। দৰ্শন, ৰাজনীতি, সমাজনীতিয়ে তাক কলুষিত কৰিব নোৱাৰে। কীট্‌ছে কেৱল মাত্ৰ তিনিবছৰহে কাব্যৰ সাধনা কৰিছিল আৰু সেই তিনিবছৰত তিনিখন কাব্যগ্ৰন্থ ৰচনা কৰি ইংৰাজী কাব্য সাহিত্যত নিজৰ নাম

চিৰস্মৰণীয় কবি থৈ গৈছে। কীট্‌ছ্‌ আছিল অশ্বৰক্ষক আৰু ঘোঁৰাশাল ৰখীয়াৰ সন্তান। তেওঁৰ জন্ম হৈছিল ১৭৯৫ চনত লণ্ডনৰ এটি দুখীয়া পৰিয়ালত। মাকে ঘোঁৰাশাল পৰিস্কাৰ কৰি দেউতাকৰ কামত সহায় কৰি দিছিল। ঘোঁৰাশালৰ অপৰিস্কাৰ পৰিবেশত ডাঙৰ-দীঘল হৈছিল শিশু কীট্‌ছ্‌। ঘোঁৰাশালত ম'হ-দাহৰ কামোৰ খাই শৈশৱ অতিবাহিত কৰা ল'ৰাটোৱে যে পৃথিৱীৰ সৌন্দৰ্য গভীৰভাৱে উপলব্ধি কৰি সুন্দৰৰ সাধনাৰে কালজয়ী কবিতা ৰচিব সেই কথা ভাবিলে বিস্মিত হ'ব লাগে। কীট্‌ছ্‌ৰ কবিতা পঢ়িলে দৃঢ়তাৰে ক'ব পৰা যায় যে বাহ্যিক পৰিবেশে অন্তৰৰ কাব্যিক অনুভূতিক নিঃশেষ কৰি দিব নোৱাৰে। বাহ্যিক পৰিবেশ যিমানেই কৰ্কশ নহওক কিয় হৃদয়ৰ কোমল অনুভৱক প্ৰভাৱান্বিত কৰিব নোৱাৰে। এই কথাৰ প্ৰমাণ পোৱা যায় কীট্‌ছ্‌ৰ কাব্যিক সৃষ্টিৰ ক্ষেত্ৰত। কীট্‌ছ্‌ৰ পোন্ধৰ বছৰ বয়সত মাক-বাপেক দুয়োগৰাকীৰে মৃত্যু হৈছিল। তেতিয়া ভায়েক-ভনীয়েকৰ সৈতে কীট্‌ছে এগৰাকী অভিভাৱকৰ তত্ত্বাৱধানত থাকিবলগীয়া হৈছিল। কীট্‌ছ্‌ক স্কুলীয়া শিক্ষাৰ পৰা এৰুৱাই আনি এগৰাকী চাৰ্জনৰ লগত প্ৰশিক্ষাৰ্থী হিচাপে কাম কৰিবলৈ নিয়োগ কৰা হয়। এনেদৰে কাম কৰি তেওঁ নিজৰ লগতে পৰিয়ালৰ সদস্যসকলকো ভৰণ-পোষণ দিবলৈ ধৰে। কঠোৰ বাস্তৱৰ সৈতে সংগ্ৰাম কৰি ভাগৰি পৰিলেও পৰিস্থিতিয়ে তেওঁক তেনে কামত ব্যস্ত থাকিবলৈ বাধ্য কৰাইছিল। শেষত গৈ হাস্পাতালত চাৰ্জনৰ লগত সাহয়ক হিচাপে কাম কৰি চাৰ্জনৰ ব্যৱহাৰিক কৌশলশিকি লয়। কিন্তু এনেধৰণৰ ব্যৱহাৰিক কৌশল শিকিও মুঠেই সুখী নাছিল তেওঁ। কাৰণ তেওঁৰ অন্তৰ উপচি আছিল কাব্যিক অনুভূতিৰে। এদিন বন্ধুৰ লগত কথা পাতোতে তেওঁৰ সুষম অনুভূতি স্বতঃস্ফূৰ্তভাৱে ওলাই আহিছিল। কথাৰ মাজতে অনুভূতিপ্ৰৱণ হৈ ক'লে — 'মোৰ কোঠালৈ সোমাই আহিল সুৰুযৰ সবল বৈখিক ৰশ্মি, তাত ওপঙি আছে জাক জাক অণুজীৱ। সিহঁতৰ সৈতে পাখি মেলি উৰি উৰি ময়ো গুচি গ'লো পৰীৰ দেশলৈ, সুন্দৰৰ ৰাজ্যলৈ য'ত আছে কেৱল ৰূপ আৰু সৌন্দৰ্য। সেই সময়ত তেওঁ পঢ়ি আছিল স্পেনচাৰৰ ফেয়াৰী কুইন নামৰ কাব্যগ্ৰন্থখন যিয়ে তেওঁৰ কাব্যিক অনুভূতিত নতুন প্ৰাণৰ সঞ্চাৰ কৰিছিল। চাৰ্জনৰ সহায়কৰ কৰ্কশ কাম, কেঁচি চুৰিৰ বিকট

জনজননি, অস্ত্রোপচাৰ কক্ষৰ টুংটাং বিশৃংখল শব্দ এইবোৰে তেওঁক আমুৱাইছিল। অবশেষত তেওঁৰ কাম বাদ দি কাব্য চৰ্চাত নিমগ্ন হ'ল। এটাৰ পিচত আন এটা কবিতা লিখি তেওঁ অন্তৰৰ অনুভূতি উজাৰ কৰি দিবলৈ ধৰিলে। ১৮১৭ চনৰ আৰম্ভণিতে তেওঁ কামৰ পৰা অব্যাহতি লৈ ছন্দৰ সাধনাত ব্ৰতী হ'ল আৰু সেইবছৰৰে শেষাৰ্দ্ধত প্ৰকাশিত হ'ল প্ৰথম কাব্যগ্ৰন্থ 'পয়েমছ্'। ১৮১৮ চনত তেওঁৰ আন এখন কাব্যগ্ৰন্থ 'এণ্ডিমিয়ন' প্ৰকাশ হৈ ওলায়। এইখন কাব্য গ্ৰন্থত বৰ্ণিত হৈছে এজন ডেকা ভেড়াৰখীয়াৰ প্ৰেম গাথা। জোনৰ দেৱীয়ে ভাল পাইছিল ডেকা ভেড়াৰখীয়াক। কীট্ছৰ ছন্দত প্ৰাণ পাই উঠিছিল সুন্দৰৰ আৰাধানা, কবিতা যেন সৌন্দৰ্যৰ বন্দনা। কাব্য সমালোচকসকলে কীট্ছৰ দুয়োখন কাব্য গ্ৰন্থক কঠোৰভাবাৰে সমালোচনা কৰে। সমালোচকৰ সমালোচনাই কীট্ছৰ কাব্যিক দৃঢ়তাক টলাব নোৱাৰিলে আৰু তেওঁ অকণো বিচলিত নহৈ কাব্য সাধনা কৰি গ'ল। তেওঁৰ একান্ত সাধনাৰ ফলস্বৰূপে সৃষ্টি হ'ল তৃতীয় আৰু অন্তিম কাব্যগ্ৰন্থ লামিয়া, ইছাবেলা, 'ডি ইভ অব চেণ্ট এগনেচ এণ্ড আডাৰ পোয়েম্ছ'। এইখন গ্ৰন্থ ১৮২০ চনত প্ৰকাশ হোৱাৰ পিচত সমালোচকৰ মুখ বন্ধ হ'ল। সকলোৱে একেমুখে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল কীট্ছৰ অতুলনীয় কাব্য সৃষ্টিক। শ্বেলীয়ে কীট্ছৰ কবিতা পঢ়ি মুগ্ধ হ'ল আৰু কীট্ছক পিছ লৈ মাতিলে। শ্বেলী তেতিয়া ব্যস্ত আছিল সামাজিক ন্যায় প্ৰতিষ্ঠাৰ কামত। সমাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰি তেওঁ কবিতা লিখিছিল। কীট্ছে সামাজিক-ৰাজনৈতিক বিতৰ্কৰ মাজত সোমাব নিবিচাৰে। ভগ্ন স্বাস্থ্য লৈ তেওঁ ৰোমত উপস্থিত হোৱাৰ পিচত ১৮২১ চনৰ ফেব্ৰুৱাৰীত আকস্মিকভাবে মৃত্যুক সাবটি লয়। তিনিবছৰ ইংলেণ্ড আৰু স্কটলেণ্ডৰ বিভিন্ন ঠাই ঘূৰি ব্ৰাউন নামৰ গাভৰু-এগৰাকীৰ প্ৰেমত পৰিছিল। কিন্তু তেওঁৰ অন্তৰ ভাঙি গৈছিল। প্ৰেমৰ অবদমিত উচ্ছাসক ব্যক্ত কৰিছিল কবিতাৰ মাজত। সেয়েহে তেওঁৰ কবিতা হৈ উঠিছিল অন্তৰ পৰশা অনুভূতিৰে সমুজ্জ্বল। লামিয়া ইছাবেলাৰ কাহিনীয়ে কাব্য প্ৰেমীৰ অন্তৰ পৰশি গৈছিল। তেওঁৰ কবিতা শোকানুভূতিৰে সিক্ত মেল'ডীলৈ ৰূপান্তৰিত হৈছিল। প্ৰাণ ঢালি কবিতা ৰচনা কৰা কবিজন বৰ প্ৰত্যাশিতভাৱে মাত্ৰ পঁচিশ বছৰ বয়সতে আঁতৰি গ'ল। তেওঁৰ নশ্বৰদেহ সমাধিস্থ

কৰা হ'ল ৰোমাৰ প্ৰটেস্থান সমাধিস্থলত। তেওঁৰ সমাধি আজিও পবিত্ৰ তীৰ্থক্ষেত্ৰত পৰিণত হৈ আছে। হেজাৰ হেজাৰ দৰ্শনাৰ্থী আজিও সমবেত হয় তেওঁৰ সমাধিস্থলত য'ত শুই আছে এগৰাকী মহান কবি — জন কীট্‌ছ। তেওঁৰ অমৰ কবি আত্মা আজিও চিৰজ্যোতিষ্মান হৈ আছে ইংৰাজী কাব্য সাহিত্যত।



# শব্দৰ মায়াজালত বন্দী বিষ্ণুৰাভা

কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাৰ বিশাল ব্যক্তিত্বৰ আৰু বৰ্ণাঢ্য কলা প্ৰতিভাৰ বিষয়ে বিস্তৃত আলোচনা হৈছে যদিও তেওঁৰ দ্বাৰা ৰচিত সাহিত্য আৰু শব্দ শিল্পৰ বিষয়ে বিশদভাবে আলোচনা হোৱা পৰিলক্ষিত হোৱা নাই। অসমীয়া কলা-সংস্কৃতি, নৃত্য-বাদ্য, ৰাগ-তালৰ একনিষ্ঠ সাধকৰূপে তেওঁৰ সৃষ্টিশীল কৰ্মৰ সৰ্বাধিক আলোচনা হোৱা বাবেই তেওঁক অসমৰ ৰাইজে অবিতৰ্কিতভাৱে 'কলাগুৰু' হিচাপে আদৰি লৈছে। তথাপি কলাগুৰুৰূপে স্বীকৃতি দিয়াৰ পিচতো তেওঁৰ বিশাল প্ৰতিভাৰ স্বীকৃতি যেন আজিও আধৰুৱা হৈ ৰৈছে। এই প্ৰসংগতে তেওঁৰ শব্দ শিল্প প্ৰতিভাৰ বিশাল ক্ষেত্ৰখনৰ বিষয়ে আঙুলিয়াই দি দৃঢ়তাৰে ক'ব পৰা যায় যে বিষ্ণুৰাভা নৃত্য শিল্পী, চিত্ৰ শিল্পী, সুৰকাৰ, গায়ক, নাট্যকাৰ, অভিনেতা বিপ্লৱী ঋণ্ডাজয়ী কলা সাধকেই নাছিল, তেওঁ আছিল শব্দৰ মায়াজালত বন্দী শব্দৰ যাদুকৰ সাহিত্যিক। তেওঁ ৰচিত গীত, নাটক, প্ৰবন্ধ, উপন্যাস বা কবিতাৰ শব্দ প্ৰয়োগ আৰু গাঁথনি অধ্যয়ন কৰিলে তেওঁৰ ভাষাৰ যাদুকৰী শক্তিৰ বিষয়ে উপলব্ধি হয়। তেওঁৰ দ্বাৰা ৰচিত আৰু সুৰাৰোপিত 'সুৰৰে দেউলৰে' গীতটোৰ শব্দগাঁথা মন কৰিলে দেখা যায় যে শব্দ চয়নৰ নিপুণতাই গীতটো সৰ্বসাধাৰণৰ হৃদয়স্পৰ্শী কৰি তুলিছে। সেইদৰে 'বিশ্বৰ ছন্দে ছন্দে মহানন্দে' গীতটোৰ শব্দ বাছনিয়ে তেওঁক এগৰাকী নিপুণ শব্দ শিল্পী হিচাপে প্ৰতিষ্ঠা কৰিছে। আনহাতে 'ভাঙ ভাঙ ভাঙ লোহাৰ শিকলি ভাঙ' শীৰ্ষক গীতৰ মাজত বিপ্লৱৰ 'প্ৰচণ্ড' আহ্বান অনুৰণিত হৈছে। প্ৰেম আৰু কৰুণাৰ স্পন্দন অনুভূত হয় মমতাজৰ প্ৰেমত আকণ্ঠ নিমজ্জিত প্ৰেমিক চাহজাহানৰ কৰুণ বিননিত—

মছজিদ মিনাৰ বেদি
বয় ভকতিৰ নদী
পুৱা উষাৰ ফজৰ আজান
হিয়া মছজিদ ভৰি

প্ৰাণ জীউক সুঁৱৰি

তুলি সকৰুণ সুধাগান

হায়! মমতাজ জান

হায় মমতাজ জান

অকল গীতি কবিতাতে নহয় তেওঁৰ আন আন কবিতাতো শব্দৰ সুশৃংখল গাঁথনি বৰ মনোৰম—।

তেজৰ বোলেৰে লিখি যাম ইতিহাস।

মছি যাম দীন সমাজৰ হীন পৰিহাস।।

নিজৰ নামৰ উপৰি তেওঁ শ্ৰীমতীবিষ্ণুপ্ৰিয়া ৰাভা ঠাকুৰীয়া ছদ্মনামতো কেইবাটাও দীঘলীয়া কবিতা ৰচিছে। তেনে এটা কবিতাত তেওঁ নাৰীৰ ৰূপ বৰ্ণনা ইমান মোহনীয়ভাবে কৰিছে যে কবিতাটো পঢ়িলে মহাকবি কালিদাসৰ শকুন্তলা নাটকৰ শকুন্তলাৰ ৰূপ বৰ্ণনালৈ মনত পৰে। নাৰীৰ ৰূপ বৰ্ণনা কৰোতে তেওঁৰ কল্পনা ইমান সজীৱ হৈ উঠিছিল যে তাৰ মাজত এগৰাকী মোহময়ী নাৰী জীৱন্ত হৈ উঠিছিল।

.. আৰু সেই নিমজ গাল দুয়োটিত ভৰি আছে

পকা পকা ৰঙা ৰঙা সুমথিৰা মৌ হেন

সেতুসেতু কুমলীয়া বৰ লেপলেপ।

পুৰুষে ভোমোৰা সাজি গালতেই পৰে

চুমাৰে স্বৰগ সাজি মধুৰ ৰস হৰে।

বিষ্ণুৰাভা আছিল বিপ্লৱী, জনগণৰ শিল্পী। শ্ৰেণীহীন শোষণবিহীন জাতি দল বিভেদবিহীন সমাজ গঢ়াৰ কামত তেওঁ নিজকে বিলাই দিছিল। তেওঁ নিৰ্যাতিত, নিপীড়িত, পদদলিত জনগণৰ সৈতে মিতিৰালি পাতি কলা কৃষ্টিৰ সাধনা কৰিছিল, সাম্যবাদী বৈপ্লৱিক আদৰ্শৰ সাহিত্য সৃষ্টি কৰিছিল। পঞ্চায়তৰাজ প্ৰতিষ্ঠাৰ জৰিয়তে সাম্যবাদী সমাজ গঢ়াৰ ছবি স্পষ্ট হৈ উঠিছে তেওঁৰ 'মুক্তি দেউল' কবিতাত।

শ্ৰেণীহীন

জাতি দল বিভেদবিহীন

হ'ব এক অভিনৱ নতুন সমাজতন্ত্ৰ

উচ্চাৰিত মহামন্ত্ৰ
চলাই সাম্যৰ মন্ত্ৰ
বিশ্ব সংঘৰ মিলি সবে
কৰিব শাসন
ৰজা হ'ব হীন জনগণ
পটি পাতি সুখৰ সমাজ
পঞ্চায়তৰাজ (মুক্তি দেউল)

কলা আৰু সাহিত্যৰ সাধনা কৰোতে তেওঁ সমাজ জীৱনৰ লগত নিবিড় সম্বন্ধ ৰাখি ৰাইজৰ জীৱনৰ কথাহে লিখিছিল। তেওঁ নিজৰ ভাষাৰে কলা সাধনা আৰু সাহিত্য সৃষ্টিৰ বিষযে কৈছে এনেদৰে—

'জনতা অফুৰন্ত কলা শিল্প ভঁৰাল। সেই জনতা, সেই ৰাইজৰ সান্নিধ্য লভি তেওঁলোকৰ হিয়াৰ এফাল বুকুৰ জীউ, কলিজাৰ আমঠু হৈ তেওঁলোকৰ চেনেহৰ মৰমৰ হিয়া সাগৰত বুৰ মাৰি মই এই শিল্প সৰস্বতীক লাভ কৰিছো। আজি মোৰ সাৰস্বত আত্মাই সৰস্বতী বোঁৱতী সূতিক বোবাব খোজো। ই মোৰ নিজৰ গৌৰব নহয়। ৰাইজৰ অন্তৰ ফুলনিৰ ফুলে ফুলে উৰি উৰি পৰি পৰি মৌ গুটি ভোমোৰাৰ দৰে ৰস শুহি শুহি মই মোৰ হৃদয়ত মৌ কোঁহ ৰচনা কৰো। সেই ৰাইজৰেই মৌ মই ৰাইজক বিলাও। সি মোৰ কোনো নিজস্বনহয়। শিল্পীৰ ই ধৰ্ম। মই সেই ধৰ্মহে পালন কৰো।

ৰাইজৰ লগত যে মোৰ এই ঘনিষ্ঠ সম্পৰ্ক নিবিড় সম্পন্ধ- তেওঁলোকৰ জীৱনৰ কথা যদি মই নিলিখো বা প্ৰকাশ নকৰো তেন্তে সি মোৰ মহাপাপ হ'ব। সেই কাৰণে কিছু কিছু গল্প, কবিতা, নাটক উপন্যাস লিখিছিলো।,

তেওঁ ধুবুৰী জেলত লিখা 'হিয়াৰ পুং নামৰ গল্পটোত এগৰাকী সহজ-সৰল হোজা বড়ো মহিলাৰ জীৱন কাহিনী সমুজ্জ্বল হৈ উঠিছে। প্ৰথমতে গল্পটো বড়ো, ভাষাত 'ফুংখা' নাম দি ৰচনা কৰিছিল। পিচত তেওঁ গল্পটোৰ কাহিনীটো অসমীয়া ভাষাত বহঁলাই লিখি 'হিয়াৰ পুং' নাম দি ৰচনা কৰিছিল। গল্পটোত তেওঁৰ বিপ্লৱী চেতনা সমুজ্জ্বল হৈ উঠিছে। ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থা মৰিমুৰ কৰি হালোৱা-হজুৱা, কমুৱাৰে গঠিত সমাজতন্ত্ৰবাদ আৰু পঞ্চায়তৰাজ প্ৰতিষ্ঠা কৰাৰ সংকল্প লৈছে। গল্পটোৰ নায়িকা

ছোৱালী নামৰ এগৰাকী বড়ো ছোৱালী। তাইৰ ৰূপ বৰ্ণনা বৰ মনোমহা নিভাঁজ অসমীয়া ভাষাৰ শব্দৰে গল্পটো ৰচনা কৰা হৈছে।

নাট্যশিল্পী হোৱাৰ উপৰি বিষ্ণু ৰাভাই নাট্যকাৰ হিচাপেও নিজৰ প্ৰতিভা বিকশাই তুলিছে। তেওঁ নাটক, নৃত্যনাটিকা আৰু চিত্ৰনাট্য ৰচনা কৰি অসমীয়া নাট্য সাহিত্য চহকী কৰি থৈ গৈছে। তেওঁৰ জীৱন কালত 'মুক্তি দেউল', 'ন-পৃথিৱীৰ নতুন যুগ' 'গেঙনি-ৰেঙনি' নামৰ তিনিখন নাটকহে প্ৰকাশ হৈ ওলাইছিল। বাকী কিছুমান নাটক মঞ্চস্থ কৰাৰ বাবে ৰচনা কৰা হৈছিল। কিছুমান নাটক অসম্পূৰ্ণ অৱস্থাতো পোৱা হৈছে। এতিয়ালৈকে উদ্ধাৰ হোৱা ৰাভাৰ দ্বাৰা ৰচিত নাটক, নৃত্যনাটিকা আৰু চিত্ৰনাট্যৰ সংখ্যা চাৰিশখন। তাৰ ভিতৰত দুখন বুৰঞ্জীমূলক নাটো আছে। কালিদাসৰ শকুন্তলাৰ আধাৰত 'শকুন্তলা' নাট ৰচনা কৰে। শকুন্তলা চৰিত্ৰটো হুবহু কালিদাসৰ শকুন্তলা হিচাপে অংকণ কৰিছে।

ৰাভাৰ জীৱন কালত প্ৰকাশিত গল্প সংকলন হ'ল 'সোণপাহী'। ধুবুৰী কাৰাগাৰত থাকোতে কয়দীসকলৰ জীৱন অধ্যয়ন কৰি কেইবাটাও গল্প ৰচনা কৰিছিল। তাৰে ভিতৰত দুটা উল্লেখযোগ্য গল্প হ'ল 'কুৰি বছৰ জেইল' আৰু 'মামীৰ হাৰ'। এই দুটা গল্পৰ কাহিনীৰ মাজত কয়দীৰ বাস্তব জীৱনৰ ছবি আছে। ৰাভাই ৰচন কৰা একমাত্ৰ উপন্যাসখন হ'ল 'চিফুং বাঁহীৰ সুৰ'। ৰাভাৰ বিশাল সংগীত সাহিত্য আৰু তাৰ স্বৰলিপি বিশ্লেষণ কৰাৰ সাধ্য আমাৰ নাই। সংগীতৰ ওপৰত তেওঁ বিস্তৃত অধ্যয়ন কৰিছে। 'অসমীয়া কৃষ্টি' নামৰ প্ৰবন্ধত তেওঁ সংগীত সম্বন্ধে বিশ্লেষণ আগবঢ়াইছে এনেদৰে—

'মোৰ মতে ভাৰতত তিনিটা ঘাই সংগীত পদ্ধতি আছে, হিন্দুস্তানী সংগীত পদ্ধতি, কৰ্ণাটকী সংগীত পদ্ধতি আৰু কামৰূপীয় সংগীত পদ্ধতি। কামৰূপীয় সংগীত পদ্ধতিৰ নিজস্ব তাল আছে, ৰাগ আছে, নৃত্য আছে। তালৰ মাত্ৰা বিচিত্ৰ আৰু বিজ্ঞানসন্মত।

ৰাগ-ৰাগিনী, সুৰ-তাল, নৃত্য কলা আদিৰ বিষয়ে তেওঁ তত্ত্বগধুৰ প্ৰবন্ধ লিখি শব্দৰ যাদুকৰী শক্তিৰে অসমীয়া সাহিত্য ভঁৰাল চহকী কৰিছে। শ্ৰীশ্ৰীমতী কলাৱতী (ভাৰতীয় সংগীত), নাটক আৰু থিয়েটাৰ, ভাৰতীয় নাট্য কলা, নৃত্য কলা, নৃত্যৰ অঙ্গিনা, ওজাপালি, হৰগৌৰী নৃত্য বা অৰ্ধ নাৰীশ্বৰ নৃত্য, তন্ত্ৰশাস্ত্ৰ, দৃশ্য অৰ্থাৎ পট,

চৰ্যাপদৰ কথা, বিহু আদি ৰাভাৰ দ্বাৰা ৰচিত তত্ত্বগধুৰ আৰু গৱেষণামূলক প্ৰবন্ধ।

যাযাবৰী জীৱনত ৰাভাই য'লৈ গৈছিল, য'তে আছিল ত'তে হাতত কলম তুলি লৈ শব্দৰ মায়াজাল সৃষ্টি কৰিছিল। কেতিয়াবা ক'ৰবাত গীত লিখি সুৰ দিছিল, সুৰ টানি নাচিছিল আৰু ক'ৰবাত হজুৱা, কৃষক বনুৱাৰ মুক্তিৰ বাবে বিপ্লৱৰ কবিতা ৰচিছিল। চৰকাৰী যন্ত্ৰৰ বাঘ চকুৰ পৰা হাত সাৰিবলৈ য'তে ত'তে আত্মগোপন কৰিবলগীয়া হোৱা বাবে য'তে ত'তে ৰচনাসমূহ এৰি আহিবলগীয়া হৈছিল। পলাই ফুৰিবলগীয়া হোৱা বাবে কাকত পত্ৰৰ বাকচ এটা ক'ৰবাত এৰি থৈ আহিবলগীয়া হৈছিল বুলিও শুনা যায়। তেওঁৰ বহুতো ৰচনাৰ পাণ্ডুলিপি এতিয়াও উদ্ধাৰ কৰিব পৰা নাই। যিখিনি এতিয়ালৈকে উদ্ধাৰ হৈছে সেইখিনিও সম্পূৰ্ণকৈ প্ৰকাশ হোৱা নাই। ৰচনা সম্ভাৰ সম্পূৰ্ণকৈ প্ৰকাশ হৈ ওলালে তেওঁৰ সাহিত্যৰ বিশ্লেষণ হোৱাটো আমি বিচাৰো। তথাপি আমি এতিয়ালৈকে যিখিনি ৰচনা পঢ়িবলৈ পাইছো তাৰ মাজত বিকশিত হোৱা তেওঁৰ শব্দ সৃষ্টিৰ ব্যুৎপত্তি নিঃসন্দেহে অতুলনীয়। বিষ্ণু ৰাভা একেধাৰে নৃত্য শিল্পী, সংগীত শিল্পী, চিত্ৰ শিল্পী, সুৰশিল্পী হোৱাৰ উপৰি অসমীয়া ভাষাৰ এগৰাকী ঝঞ্ঝাজয়ী শব্দ শিল্পী যাৰ শব্দ সৃষ্টিত যাদু আছে, অসমৰ কেঁচা মাটিৰ গোন্ধ আছে। অসমীয়া সাহিত্য সংস্কৃতিৰ বেদীত তেওঁৰ অবদান চিৰযুগমীয়া হৈ আছে।



# ওমৰ খৈয়ামৰ আত্মানুসন্ধান আৰু কবি যতীন্দ্ৰ নাথ দুৱৰাৰ

# ওমৰতীৰ্থ

দিখৌপৰীয়া কবি যতীন্দ্ৰ নাথ দুৱৰা আছিল চিৰকুমাৰ। কিন্তু তেওঁ সংসাৰৰ জ্বালা-যন্ত্ৰণাৰে ভাৰাক্ৰান্ত হৈয়ো যাযাবৰী জীৱন যাপন কৰা নাছিল। আনহাতে পাৰস্যৰ মানব দৰদী কবি ওমৰ খৈয়াম যাযাবৰ আৰু স্বাধীন চিন্তাৰ ধাৰক হৈয়ে সংসাৰৰ জ্বালা-যন্ত্ৰণা পাহৰি চিৰাজীৰ পিয়লা মুখত দি জীৱনটো উপভোগ কৰাৰ যি ইংগিত দিছে তাৰ মাজেৰে ওমৰ খৈয়ামৰ আত্মানুসন্ধান কৰি বনফুলৰ কবি দুৱৰা অভিভূত হৈছিল আৰু গভীৰ অন্তৰ্দৃষ্টিৰে ওমৰ খৈয়ামৰ ৰুবায়ত অধ্যয়ন কৰি অসমীয়া কাব্য সাহিত্যলৈ আগবঢ়ালে এক অনবদ্য অৱদান 'ওমৰতীৰ্থ'। আৰবৰ তপত মৰুভূমিৰ বালিৰ উত্তাপ অনুভৱ কৰিব নোৱাৰিলেও ওমৰ খৈয়ামৰ চিন্তাগধুৰ তাত্বিক উপলব্ধি আৰু সুগভীৰ জীৱন দৰ্শন হৃদয়ংগম কৰি দুৱৰাই ওমৰ খৈয়ামৰ ৰুবায়তৰ সুৰ অসমীয়া কাব্য সাহিত্যত যেনেদৰে স্পন্দিত কৰিলে সেই স্পন্দন আজিও স্তিমিত হোৱা নাই। ওমৰ খৈয়ামৰ আত্মানুসন্ধান কবি দুৱৰাৰ বাবে অত্যন্ত আকস্মিক। ওমৰ আছিল চুফীবাদী চিন্তাৰ ধাৰক। কিন্তু চুফীবাদ কবি দুৱৰাৰ বাবে আছিল সম্পূৰ্ণ অজ্ঞাত। ওমৰ খৈয়ামৰ ৰুবায়ত নপঢ়ালৈকে চুফীবাদ সম্পৰ্কে কোনো ধাৰণা নাছিল। ওমৰ খৈয়াম আৰু দুৱৰাৰ মাজৰ সময়ৰ ব্যৱধান আছিল প্ৰায় নশ বছৰৰ। একাদশ শতিকাৰ চুফীবাদী কবি ওমৰ খৈয়ামৰ জীৱন দৰ্শন তেওঁৰ ৰুবায়তসমূহৰ মাজতে বহু বছৰলৈ আবদ্ধ হৈ আছিল। পৃথিৱীৰ মানুহে ওমৰ খৈয়ামক পোনপ্ৰথমতে বিচাৰি পালে এডৱাৰ্ড ফিটজেৰাল্ড নামৰ ইংৰাজ অনুবাদকজনে ওমৰ খৈয়ামৰ ৰুবায়তসমূহ ইংৰাজীলৈ ভাঙনি কৰাৰ পিচতহে। আৰবৰ তপত মৰুভূমিৰ বালিৰ মাজৰ পৰাওমৰ

খৈয়ামক বুটলি আনি এডৱাৰ্ড ফিট্‌জেৰাল্ডে ৰুবায়তসমূহ ইংৰাজীলৈ তৰ্জমা কৰি প্ৰকাশ কৰি উলিয়ালে — 'Rubaiat on Omar Khayyam'।

ফাৰ্চী ভাষাত ৰুবায়তৰ অভিধানিক অৰ্থ হ'ল চাৰিশাৰীয়া পদ্য বা কবিতা। ৰুবায়তৰ ছন্দৰ বৈশিষ্ট্য মন কৰিবলগীয়া। প্ৰথম ফাকি ছন্দৰ শেষৰ শব্দৰ লগত দ্বিতীয় শাৰীৰ ছন্দৰ শেষৰ শব্দটো ছন্দোবদ্ধ ৰূপত দেখা যায়। তৃতীয় শাৰী স্বতন্ত্ৰভাৱে উচ্চাৰিত হয় আৰু চতুৰ্থ শাৰীটো প্ৰথম আৰু দ্বিতীয় শাৰীৰ লগত ছন্দোবদ্ধ হৈ থাকে। ইংৰাজ অনুবাদক ফিট্‌জেৰাল্ডে আক্ষৰিকভাৱে ওমৰ খৈয়াম অনুবাদ কৰাৰ পৰিবৰ্তে অন্তৰ্নিহিত ভাব একে ৰাখি ফাৰ্চী ৰুবায়তৰ অনুকৰণতে প্ৰথম, দ্বিতীয় আৰু চতুৰ্থ শাৰীক ছন্দোবদ্ধ কৰি তৃতীয় শাৰী উন্মুক্ত কৰি ৰাখিছে। ফিটজেৰাল্ডে ওমৰ খৈয়ামৰ এটি ৰুবায়ত ইংৰাজী লৈ ভাঙনি কৰিছে এনেদৰে—

'Here with a leaf of Bread beneath the Bough
A flask of wine, a book of verse and thou
Beside me singing in the wilderness
And wilderness is paradise erow'

উক্ত ৰুবায়তত প্ৰথম, দ্বিতীয় আৰু চতুৰ্থ শাৰীৰ ছন্দৰ মিল আছে আনহাতে তৃতীয় শাৰী উন্মুক্তভাৱে আছে। কবি দুৰ্গাই ওমৰ তীৰ্থত এই ৰুবায়তৰ অসমীয়া ছন্দ গাঠিছে এনেদৰে—

সেই নিৰলাত থাকিল নিজানে
কাষত তোমাৰ মধুৰ গান,
ৰুটি এটুকুৰা সুৰাৰ পিয়লা
কবিতাকুঁৱৰী আকুল প্ৰাণ।
সি সুৰপুৰীয়া এয়েই সপোন
এয়ে হৃদয়ৰ কামনা মোৰ
মৰুৰ মাজত নামিল সৰগ
জীৱন যাতনা পৰিব ওৰ।

(ওমৰতীৰ্থ)

ফিট্‌জেৰাল্ডৰ চাৰিশাৰীয়া কবিতা ফাকি দুৰ্গাই আঠশাৰীয়া ছন্দত শেষ কৰিছে।

কিন্তু ওমৰ খৈয়ামৰ ৰুবায়তৰ অন্তর্নিহিত বিষয়বস্তু অসমীয়া মাটিৰ গোন্ধেৰে সিক্ত হোৱা ছন্দতো একেই আছে— ক'তো অকণো হৰণ-ভগন হোৱা নাই। জীৱনক সুৰ আৰু সুৰাৰ ৰাগীৰে কাব্যময় কৰি তোলাৰ যি আকুল প্ৰয়াস সি স্পষ্ট ৰূপত ধৰা দিছে ছন্দৰ মাজত। দুৰ্বৰাৰ 'ওমৰতীৰ্থ' ওমৰ খৈয়ামৰ 'ৰুবায়তৰ' অসমীয়া অনুবাদ হ'লেও তাক অসমীয়া সাঁজত সজাই-পৰাই তোলাৰ ক্ষেত্ৰত কবিৰ মৌলিক সৃষ্টিশীল প্ৰতিভা সুন্দৰভাৱে পৰিলক্ষিত হৈছে।

সর্বসাধাৰণ মানুহৰ জীৱনৰ সুখ-দুখ, হাঁহি-অশ্ৰু, মানসিক অন্তৰ্দ্বন্দ্ব, অস্তিত্ববাদ আৰু বৰ্তমানহে সঁচা অতীত ভৱিষ্যতসকলো নিৰৰ্থক আদি চিন্তা ধাৰাৰে সমৃদ্ধ কৰি ওমৰে 'ৰুবায়ত' ৰচনা কৰিছিল আৰু সেইবোৰৰ মাজত আছিল ওমৰৰ জীৱনদর্শন— য'ত আছিল বিস্ময়কৰ আত্মিক উপলব্ধি। দুৰ্বৰা যেতিয়া কলকাতাত ল' কলেজৰ ছাত্ৰ তেতিয়াই তেওঁৰ সহপাঠী বন্ধু এজনে তেওঁক সুধিছিল— ওমৰ খৈয়ামৰ ৰুবায়ত পঢ়িছানে? সেই সময়ত এডৱাৰ্ড ফিটজেৰাল্ডৰ ইংৰাজী ভাঙনিখন ওলাইছে আৰু ওমৰৰ সৃষ্টিক লৈ চাৰিওফালে আলোড়নৰ সৃষ্টি হৈছে। বন্ধুৰ মুখত ওমৰৰ সৃষ্টিৰ বিষয়ে শুনি দুৰ্বৰাৰো মনত ওমৰ খৈয়ামক জনাৰ বাবে কৌতুহলৰ সৃষ্টি হ'ল। তেওঁ কলিকতাৰ দাসগুপ্ত এণ্ড কোম্পানী নামৰ কিতাপৰ দোকানলৈ গৈ ওমৰৰ 'ৰুবায়ত'ৰ ইংৰাজী অনুবাদ গ্ৰন্থখন বিচাৰি উলিয়ালে। ওপৰে ওপৰে কিতাপখন পঢ়ি তেওঁ গম পালে যে ওমৰ খৈয়াম আচলতে এগৰাকী জ্যোতিৰ্বিদ। তেওঁ আকাশত গ্ৰহ-নক্ষত্ৰৰ অৱস্থান লক্ষ্য কৰি সময় কটায়। জ্যোতিৰ্বিদ এজনৰ কণ্ঠত জীৱনোপলব্ধিৰ ৰুবায়ত স্পন্দিত হোৱা বুলি জানি তেওঁ অত্যন্ত আচৰিত হ'ল আৰু পিচদিনা গৈ কিতাপখন কিনি আনিলে। গ্ৰন্থখন পঢ়ি তেওঁ ওমৰ খৈয়ামৰ জীৱনদর্শনৰ প্ৰতি বৰ আকৃষ্ট হ'ল। প্ৰতিটো ৰুবায়তৰ মাজত প্ৰতিধ্বনিত হৈছে মানৱ প্ৰেমৰ বন্দনা। ওমৰৰ ৰুবায়তৰ মাজত দুৰ্বৰাই আবিষ্কাৰ কৰিলে মানৱ প্ৰেমৰ অন্তঃসলিলা ফল্গু আৰু জীয়াই থকাৰ অনাবিল সুষমা। জীৱনক নতুন উপলব্ধিৰে চোৱাৰ দুঃসাহস দেখি দুৰ্বৰা বিস্মিত হ'ল আৰু ওমৰ খৈয়ামৰ আত্মোপলব্ধিৰ পৃথিৱীখনৰ মাজত বিচৰণ কৰি নতুন তীৰ্থস্থান আবিষ্কাৰ কৰিলে। ওমৰৰ ৰুবায়তৰ প্ৰাণস্পৰ্শী কৰুণ সুৰ অসমীয়া ছন্দত স্পন্দিত কৰি ৰূপ দিলে 'ওমৰতীৰ্থ'ৰ। ওমৰৰ দুঃসাহসিক অভিব্যক্তিৰ মাজত মানৱ প্ৰেমৰ বিশ্বজনীন ভাব পৰিস্ফুট হৈছে। ওমৰে কৈছিল— 'মই যদি নিজে আল্লা

হ'লোহেঁতেন, এই পৃথিৱী, এই আস্মান, এই ব্ৰহ্মাণ্ডখন নতুন ৰূপেৰে সৃষ্টি কৰি মানুহক আত্মাৰ পৰিতৃপ্তিৰে সুখকেই আস্বাদন কৰিবলৈ দিলোহেঁতেন।' ওমৰতীৰ্থ পঢ়িলে সেই আত্মাৰ পৰিতৃপ্তি আস্বাদন কৰিব পৰা যায়।

ওমৰতীৰ্থ সৃষ্টিৰ সময়ত দুৰ্বৰাই চুফীবাদ সম্পৰ্কে জনাৰ বাবে আগ্ৰহী হৈ উঠিছিল। কাৰণ চুফীবাদ আয়ত্ত কৰিব নোৱাৰিলে ওমৰ খৈয়ামৰ জীৱন দৰ্শন অধ্যয়ন কৰাটো সহজ নহয়। দেশভক্ত তৰুণৰাম ফুকনৰ লগত দুৰ্বৰাৰ ভাল সম্পৰ্ক আছিল। তৰুণৰাম ফুকনে যেতিয়াই কবি দুৰ্বৰাক লগ পায় তেতিয়াই চোলাৰ জেপৰ পৰা হাতখন উলিয়াই কয়— দিয়া, এটা কবিতা দিয়া। দুৰ্বৰায়ো ফুকনক যেতিয়াই লগ পায় তেতিয়াই কবিতা একোটা উপহাৰ দিয়ে। এদিনাখন দুৰ্বৰাই ফুকনক লগ পাই ক'লে— এইবাৰ কিবা এটা দিব লাগিব। তৰুণৰাম ফুকনে দুৰ্বৰাক কি লাগে জানিবলৈ বিচৰাত দুৰ্বৰাই ভাঙি পাতি ক'লে যে তেওঁ ওমৰ খৈয়াম পঢ়াৰ পিচত চুফীবাদ সম্পৰ্কে জনাৰ বাবে খোদা বক্সচাহাবক লগ ধৰিব খোজে। তাৰ বাবে ফুকনৰ সহায়ৰ প্ৰয়োজন। কাৰণ ফুকনৰ লগত খোদা বক্সচাহাবৰ ভাল সম্পৰ্ক আছে। দুৰ্বৰাৰ অনুৰোধ মৰ্মে তৰুণৰাম ফুকনে খোদা বক্সচাহাবলৈ দুৰ্বৰাৰ আগ্ৰহৰ কথা জনাই চিঠি এখন দিলে আৰু সেইখনলৈ দুৰ্বৰাই খোদা বক্সচাহাবক লগ ধৰিলে। খোদা বক্সচাহাবে চুফীবাদ সম্পৰ্কে দুৰ্বৰাক ভাল জ্ঞান দিলে। চুফীবাদৰ ধাৰণা আয়ত্ত কৰাৰ পিচত দুৰ্বৰাই ওমৰ খৈয়ামৰ ৰুবায়তৰ অন্তৰ্নিহিত অৰ্থ বুজিবলৈ সক্ষম হ'ল আৰু অমৰৰ কবিতাক সম্পূৰ্ণ অসমীয়া ঠাচত ভাঙনি কৰি 'ওমৰতীৰ্থ' ৰচনা কৰিলে। ১৯৫২ চনৰ এক জুনৰ সন্ধিয়াৰ পৰা দুৰ্বৰাই ওমৰৰ ১০৫ টা ৰুবায়ত অসমীয়ালৈ ভাঙনি কৰিবলৈ আৰম্ভ কৰে আৰু ছয় জুনৰ দিনা ওমৰতীৰ্থ সম্পূৰ্ণ কৰে। ওমৰৰ দৃষ্টিত জীৱন ক্ষণভংগুৰ। জীৱনত প্ৰাণৰ পিয়লা ভৰাই জীৱনৰ ৰস আস্বাদন কৰিব লাগে আৰু সেয়েহে সত্য। সেই সত্যান্বেষী কবিৰ জীৱন দৰ্শন বৰ অৰ্থবহ।

'ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া
অতীত ভৱিষ্য শোক দুখ ভয়
আজিৰ ভাৱনা উটাই দিয়া।'

ওমৰৰ বাবে বৰ্তমানহে সত্য। বৰ্তমানক বাদ দি অতীত ভৱিষ্যতৰ শোক-দুখ,

ভয়-ভাবনা নিৰৰ্থক। সময় থাকোতেই জীৱনক উপভোগ কৰি লোৱা নহ'লে যে সময়ৰ গতিৰ লগে লগে সকলো শেষ হৈ যাব— ৰৈ যাব — মাথোঁ শূন্যতা — অসীম শূন্যতা।

পিয়লাটি মোৰ ধৰাহি মুখত
আহা প্ৰাণ সখা সময় নাই
পাখি মেলি সৌ জীৱন পখীটি
অনন্তৰ পিনে উৰি যে যায়।

ওমৰৰ পৃথিৱীত অৱগাহন কৰি কবি দুৱৰাই ওমৰতীৰ্থৰ মাজত মানুহৰ জীৱনটোক গভীৰ অন্তৰ্দৃষ্টিৰে দাঙি ধৰিছে আৰু সেয়েহে ওমৰতীৰ্থ অসমীয়া কাব্য-সাহিত্যত সঁচাকৈয়ে এক পবিত্ৰ তীৰ্থ হিচাপে পৰিগণিত হৈছে। সেই তীৰ্থ ভ্ৰমণ কৰিলেহে জীৱনক নতুন দৃষ্টিৰে অৱলোকন কৰাৰ সংজ্ঞা বিচাৰি পায়।



# দুৰন্ত প্ৰেমিক অম্বিকাগিৰি

তুমি, লাজৰ বাঙলী আভা
গাভৰুৰ গোলাপী গালত;
তুমি শান্তিৰ জিৰলিখিনি
চেনেহীৰ বাহুৰ তলত
তুমি চুমাৰে উপচি উঠা
লাহৰীৰ ৰঙচুৰা ওঁঠ
তুমি চুমাৰে বাঙলী চৰা।
প্ৰেমেৰে আপ্লুত মনোৰথ।

কোন এই তুমি? অসম কেশৰী অম্বিকাৰীৰি ৰায় চৌধুৰীৰ যৌৱন কালত লগ পোৱা কিশোৰী পদুমী চকুত উজ্বলি উঠা সৌন্দৰ্যৰ মোহন মুৰুতিয়ে সৃষ্টি কৰিলে 'তুমি' নামৰ কাব্যখনি। কোন এই নায়িকা 'নিতম্বিনী সাদৰীৰ নিত স্বচুম্বিত চুলি কোছাৰে' কোন এই প্ৰেমৰ বন্দনা।

তুমি প্ৰেমিকাৰ চুমা পাহি
ৰোহপাত আদৰীৰ গাল,
তুমি সেন্দুৰৰ ফোট পিন্ধা সাদৰীৰ
সাঁজলী কঁপাল।

কবিৰ মানস প্ৰতিমা কিশোৰীজনীৰ পৰিচয় লোকসমাজৰ দৃষ্টিৰ অন্তৰালত হ'লেও কবিতাৰ ছন্দে ছন্দে বিমূৰ্ত হৈ উঠিছে কিশোৰী ষোড়শী বালাৰ প্ৰতি সুগভীৰ প্ৰেম। 'তুমি' আৰু 'বীণা' অম্বিকাগিৰিৰ যৌৱন কালত ৰচিত দুখন প্ৰেমকাব্য। এই দুই কাব্য সৃষ্টিৰ অন্তৰালত এগৰাকী নাৰিকাৰ ৰূপ মাধুৰীয়ে প্ৰচণ্ড ক্ৰিয়া কৰা যেন অনুমান হয়। যৌৱনত অম্বিকাগিৰি সেই কিশোৰী বালাৰ প্ৰেমত পৰি দুৰন্ত প্ৰেমিক হৈ উঠিছিল। 'তুমি' আৰু 'বীণা' কাব্য সৃষ্টি কৰাৰ প্ৰেৰণা লাভ কৰা সেইগৰাকী

কিশোৰী কোন আছিল সেয়া আজিও ৰহস্যৰ আবৰ্ত্তত সেমাই আছে যদিও অম্বিকাগিৰীৰ ৰচনা পঢ়িলে সেই কিশোৰীৰ পৰিচয় আংশিকভাৱে হ'লেও পৰিদৃষ্ট হয়। সৰুৰে পৰা জাতীয়বাদী চিন্তাৰ ধাৰক অসম কেশৰীৰ যৌৱনকালৰ প্ৰেমিকাগৰাকী আছিল এগৰাকী বঙালী কিশোৰী-কিশোৰীৰ ৰূপ সৌন্দৰ্যই যুৱক অম্বিকাগিৰীৰ অন্তৰত যি এক অভুতপূৰ্ব প্ৰেমোচ্ছাস জগাই তুলিলে তাৰ ফলস্বৰূপে কবিৰ কলমেৰে নিগৰি ওলাল দুৰন্ত প্ৰেমৰ কবিতা। যোল্লবছৰীয়া সেই কিশোৰীয়ে কবিৰ অন্তৰত যি প্ৰেমৰ শিহৰণ তুলিলে সিয়ে শেষত গৈ শ্বাশ্বত প্ৰেমৰ ৰূপ পৰিগ্ৰহ কৰিলে। 'তুমি' কাব্যৰ পাতনিত কবিয়ে নিজেই লিপিবদ্ধ কৰিছে-

'মনৰ মাজৰ পৰা এইকন কি ওলাই পৰিছে ক'ব নোৱাৰো, কিন্তু এইটো হ'লে ভালকৈ জানো যে বিশৃংখল গতিত গৈ থকা জীৱনৰ প্ৰথমভাগৰ উদ্ভ্ৰান্ত প্ৰেমটোৱেই শেষত সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য অতিক্ৰম কৰি বিৰহ- অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলোবিলাক আসক্তিৰ হাত এৰাই অনন্তৰ লগত সানমিহলি হৈ পৰে।' ১৯০৩ চনত পোনপ্ৰথমে লাভ কৰা কিশোৰী প্ৰেমেই বিভিন্ন অৱস্থাৰ মাজেৰে পৈনত ৰূপ লৈ উদ্ভ্ৰান্ত পাৰ্থিৱ প্ৰেম ইন্দ্ৰিয়াতীত প্ৰেমলৈ ৰূপান্তিৰত হৈছে। অম্বিকাগিৰীৰ ৰচিত 'মোৰ জীৱন ধুমুহাৰ এছাটি'ত তেওঁৰ কৈশোৰকালৰ এটি দুঃসাহসিক ঘটনাৰ কথা উল্লেখ কৰিছে যি ঘটনাৰ লগত জড়িত হৈ আছে এগৰাকী আঠবছৰীয়া বঙালী ছোৱালী। গোলক গুৱালৰ আঠ বছৰীয়া সৰু ছোৱালীজনীয়ে ব্ৰহ্মপুত্ৰৰ পানীত সাঁতোৰ শিকি থাকোতে সোঁতে উটুৱাই লৈ গৈছিল। সেই সময়ত অম্বিকাগিৰী কৈশোৰৰ দেওনা পাৰ হোৱা চফল ডেকা। পাণবজাৰৰ জাহাজঘাটত তেওঁ পুৱা সদায় সাঁতোৰে। সাঁতুৰি থাকোতে তেওঁ ছোৱালীজনীক সোঁতে উটুৱাই নিয়া দেখিলে আৰু তেওঁ ছোৱালীজনীৰ প্ৰাণ ৰক্ষা কৰিবৰ বাবে সাঁতোৰ মেলিলে। নৈৰ সোঁতে ছোৱালীজনীক বহুদূৰলৈ উটুৱাই লৈ গ'ল। তাইৰ চুলি কোছা মাথোঁ পানীৰ ওপৰত ভাঁহি আছিল। অম্বিকাগিৰিয়ে ছোৱালীজনীৰ চুলিকোছাত থাপ মাৰি ধৰিলে। ছোৱালীজনীয়ে তেওঁক জপটিয়াই ধৰিলে। শেষত মৰাপাট বোজাই নাঁৱ এখনত থাপ মাৰি ধৰি ছোৱালীজনীক নাঁৱত উঠাই ল'লে। ছোৱালীজনীয়ে পানী খাই অৱশ হৈছিল যদিও পেটত হেঁচা দি পানী উলিয়াই দিলে। তাৰ পাচত হাস্পতাললৈ লৈ যোৱা হ'ল আৰু তাই আৰোগ্য লাভ

কৰিলে। সেই ছোৱালীজনীয়ে হয়তো কাইলৈ কবিৰ অন্তৰত থাপনা কৰি লোৱা প্ৰেমৰ দেৱী হ'ব পাৰে। ছোৱালীজনীৰ প্ৰতি গঢ়ি উঠা পাৰ্থিব প্ৰেমেই অনন্ত প্ৰেমলৈ ৰূপান্তৰ হ'ল 'তুমি' কাব্যৰ মাজত।

অম্বিকাগিৰি আছিল অনুভূতিপ্ৰৱণ স্বভাৱসিদ্ধ কবি। তেওঁ শেষত গৈ ৰাজহুৱা কামত লাগি সময় নষ্ট কৰা বাবে ডঃ বাণীকান্ত কাকতিয়ে তেওঁক (The spoilt child of Assam) বুলি অভিহিত কৰিছিল। এই কথা কিমান দূৰ সত্য জনা নাযায় যদিও কাকতিয়ে 'তুমি'ৰ পাতনিত লিখিছে— 'ৰায়চৌধুৰী দুতৰপীয়া পুৰুষ। তেওঁ এফালে যেনে প্ৰাণ ঢালি দিয়া স্বদেশকৰ্মী আনফালে তেনে অতল স্পৰ্শী আবেগপূৰ্ণ প্ৰেমৰ কবি। তেওঁৰ সুগভীৰ প্ৰেমেই তেওঁৰ বিশাল কৰ্ম প্ৰেৰণা।' অম্বিকাগিৰিৰ ইন্দ্ৰিয় প্ৰেমৰ ৰূপান্তৰ ঘটি ইন্দ্ৰিয়াতীত প্ৰেমলৈ উঠি গৈ অসীমত মিলি ভূমাস্পৰ্শ কৰিছে 'তুমি' আৰু 'বীণা' কাব্যত।

'তুমি' আৰু 'বীণা' কাব্য ৰচনাৰ প্ৰেৰণাদাত্ৰী কিশোৰী বংগবালাৰ ইন্দ্ৰিয় প্ৰমাথী শাৰীৰিক সৌন্দৰ্যই পাৰ্থিব প্ৰেমৰ জন্ম দিলেও শেষত কবিৰ অনুভূতি অনন্ত প্ৰেমত নিমজ্জিত হ'ল। কবিয়ে নিজেই স্বীকাৰ কৰিছে— 'স্নিগ্ধোজ্বল জেউতিৰে, পূৰ্ণিমাৰ পয়োভৰ উপচি পৰা সেই মুখ চন্দ্ৰিমাৰ টিপ হাঁহিটোৰ বিজুলী চমকটোৱে এপাৰ হানি হোৱা মোৰ বাওঁহাতৰ কনিষ্ঠ আঙুলিটোৰ ফালে চাই চাই মোৰ চিন্তা আৰু কৰ্মধাৰাৰে আজিলৈকে মোক প্ৰেৰণা দি আছে; একেদৰেই বিকিৰণ কৰি আছে।' এফালে এপাৰ নোহোৱা আঙুলিটোৱে সঘনাই সোঁৱৰাই দিয়া তেওঁৰ স্মৃতিৰ সোঁত আৰু আনফালে দেশ প্ৰেমৰ প্ৰেমৰ প্ৰবলধাৰে তেওঁৰ মনক অজ্ঞাতসাৰে কোনোবা সাগৰত পেলাইছিল।' সেই ভাব সাগৰত উটি বুৰি পোৱা অভিজ্ঞতাই 'তুমি' আৰু 'বীণা' কাব্যৰ প্ৰেৰণা।

অম্বিকাগিৰি ৰায়চৌধুৰীৰ 'তুমি' আৰু 'বীণা' কাব্যৰ সৃষ্টিৰ অন্তৰালত থকা কিশোৰীৰ প্ৰেম কাহিনী মহাকবি ডাণ্টেৰ La vita nouva (The new Life) নামৰ মহাকাব্যৰ অন্তৰালত থকা কিশোৰী প্ৰেমিকা বিয়েট্ৰিছৰ প্ৰেম কাহিনীৰ সমপৰ্যায়ৰ বুলি ক'ব পৰা যায়। মহাকবি ডাণ্টেই বিয়েট্ৰিছৰ ৰূপ মাধুৰীৰ মাজত এক ঐশ্বৰিক প্ৰতিচ্ছবি দেখা পাইছিল আৰু সেয়েহে তেওঁ লিখিছিল — 'Behold a God stranger than, I that is come to bear turle over me.'

ৰায়চৌধুৰীয়েও 'বীণা' কাব্যৰ পাতনিত ঠিক একে ভাবকেই প্ৰকাশ কৰিছে। —
'আকাশতকৈয়ো উদাৰ আলোকতকৈ উজ্জ্বল, প্ৰেমতকৈয়ো পবিত্ৰ, ভক্তিতকৈয়ো কোমল, তত্ত্বতকৈয়ো গভীৰ যি সুন্দৰীৰ সৌন্দৰ্যত মোৰ অন্তৰ জগত সদায় উদ্ভাসিত হৈ আছে সেই চেনেহী সাদৰীৰ শ্ৰীচৰণত মোৰ পূজাৰ এই প্ৰীতিভৰা অঞ্জলি।' ৰায়চৌধুৰীয়ে কিশোৰী বংগ বালাক সাধাৰণ নাৰীৰ ৰূপত নাচাই মহিমাময়ী দেৱী ৰূপে প্ৰতিষ্ঠা কৰি 'তুমি' আৰু 'বীণা'ৰ দৰে কাব্য ৰচনা কৰি ইন্দ্ৰিয়াতীত প্ৰেমৰ মহাত্ম্য প্ৰকাশ কৰিছে।



## মাধৱ বেজবৰুৱা

# লিভ ডেঞ্জাৰাছলি

যিসময়ত অসমৰ অস্তিত্ব বিপন্ন হোৱাৰ উপক্ৰম হৈছিল যি সময়ত অৱসাদ আলস্যৰে অসমীয়া ডেকাশক্তি নিবীৰ্য হৈ পৰাৰ উপক্ৰম হৈছিল, যি সময়ত জাতিৰ সংকটকাল উপস্থিত হৈছিল ঠিক সেই সময়ত ডেকাগিৰি অম্বিকাগিৰি ৰায়চৌধুৰী, ডেকাফুকন মহেন্দ্ৰ নাথ ফুকন আৰু ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱাৰ তেজস্বী আৰু ক্লান্তিহীন উদ্যমে কৰ্মোদ্যমহীন, অসমীয়া ডেকাচামৰ মাজত শিৰ উচ্চ কৰি জীয়াই থকাৰ কৰ্মপ্ৰেৰণা জগাই তুলিছিল। তিনিওগৰাকীয়েই আছিল অসমীয়া জাতীয়তাবাদৰ আপোচহীন বিপ্লৱী বীৰপুৰুষ। অসমীয়াৰ মাজত জাতীয় চেতনা জাগ্ৰত কৰাৰ বাবে তিনিওগৰাকী ডেকা অসমীয়াই জীৱন পাত কৰিছিল। এই তিনিওগৰাকী জাতীয় চেতনা সম্পন্ন লোকৰ ভিতৰত যিগৰাকীয়ে মাত্ৰ চৌত্ৰিশ বছৰ কাল জীয়াই থাকি অসমীয়া ভাষাৰ জীৱন মৰণৰ সন্ধিক্ষণত মৰণমুখী অসমীয়া জাতিক জীয়াই ৰখাৰ সঞ্জীৱনী মন্ত্ৰ দিলে অসমৰ মাটিত বিশ্ববিদ্যালয় স্থাপনৰ আন্দোলন গঢ়ি তুলি গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুনিয়াদ নিৰ্মাণ কৰি থৈ গ'ল সেইগৰাকী কৰ্মপ্ৰাণ ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱা যাৰ কথা অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীয়ে পাহৰিব নোৱাৰে, যাৰ কৰ্মোদ্যমৰ জীৱন্ত প্ৰতিভূ জালুকবাৰীৰ বিশ্ববিদ্যালয়ে পাহৰিব নোৱাৰে। অসমীয়া জাতিৰ সাহিত্য-সংস্কৃতি আৰু শৈক্ষিক সংকটকালত ডেকাবেজৰ যি অনবদ্য অৱদান সি আজিও প্ৰাতঃস্মৰণীয় হৈ আছে।

ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱা বয়সৰ জোখেৰে জীয়াই আছিল মাথোন চৌত্ৰিশ বছৰ। জীয়াইও আছিল ভয়ানকভাৱে আৰু ভয়ানকভাৱে কৰ্মব্যস্ত হৈ। অসমৰ অস্তিত্ব প্ৰতিষ্ঠা কৰাৰ বাবে তেওঁ কি কৰা নাছিল? তেওঁ অসমক হাড়ে হিমজুৱে ভাল পাইছিল, অসমীয়া ভাষা তেওঁৰ মাতৃভাষা। নিজ জন্মভূমি আৰু মাতৃভাষাৰ দুৰ্দশা

গুচোৱাৰ বাবে তেওঁ সাহসেৰে ওলাই আহিছিল। ভাৰতবৰ্ষৰ ভিতৰত অসম আছিল আটাইতকৈ অনুন্নত ৰাজ্য। নিজ ৰাজ্যৰ অনুন্নত অৱস্থা দেখি তেওঁ সাহসেৰে প্ৰতিবাদ কৰিছিল। এবাৰ ৰঙিয়াত হোৱা এখন ৰাজহুৱা সভাত তেতিয়াৰ কংগ্ৰেছ সভাপতি জৱাহৰলাল নেহৰু উপস্থিত আছিল। সেই সভাত ডেকাবেজে কংগ্ৰেছক দোষাৰোপ কৰি কৈছিল যে কংগ্ৰেছে অসমৰ কথা চিন্তা নকৰে। নেহৰুৱে এই কথাত খং কৰি ডেকাবেজক সংকীৰ্ণতা পৰিহাৰ কৰি উদাৰ দৃষ্টিভংগী ল'বলৈ কৈছিল। ডেকাবেজে প্ৰত্যুত্তৰত কৈছিল— 'We do not want to see the congress flag flutter upon the dead bodies of Assamese people' (আমি অসমীয়া মানুহৰ মৃতদেহৰ ওপৰত কংগ্ৰেছৰ পতাকা উৰি থকাটো চাবলৈ নিবিচাৰো) কথাষাৰ কৈয়ে তেওঁ নেহৰুৰ ওচৰৰ পৰা উচাৎ মাৰি আঁতৰিগৈছিল। নেহৰুৰ দৃষ্টিৰ পৰা তেওঁ কিন্তু সাৰি যাব নোৱাৰিলে। মুগাৰ পাঞ্জাবী পিন্ধি মূৰত পাগুৰী মৰা ধুনীয়া ডেকাজনক জনতাৰ মাজতো নেহৰুৰ দৃষ্টিয়ে অনুসৰণ কৰিলে আৰু অলপ সময় পিচত তেওঁক হাত বাউল দি ওচৰলৈ মাতি নিলে। ডেকাবেজৰ স্পষ্টবাদিতা আৰু সাহস দেখি নেহৰু মুগ্ধ হ'ল আৰু তেওঁৰ লগত অসমৰ বিষয়ে অন্তৰংগ আলাপ কৰিলে। আলোচনাৰ শেষত ডেকাবেজে তেওঁৰ অট'গ্ৰাফৰ বহীটো নেহৰুৰ ফালে আগবঢ়াই দিলে। নেহৰুৱে তেওঁৰ অট'গ্ৰাফৰ পাতত লিখিলে— 'Live Dangerously' Jawaharlal Nehru

চুটি জীৱনকালত বৰ কৰ্মব্যস্তভাৱে জীয়াই আছিল মাধৱ চন্দ্ৰ বেজবৰুৱা। সাংঘাটিকভাৱে ব্যস্ত জীৱনত কোনো কামতে কেতিয়াও পিচ হুহকি অহা নাছিল। কৰ্মৰ মাজেদিয়েই তেওঁ জীয়াই আছিল। তেওঁৰ জীৱনকাল আছিল একেবাৰে চুটি। কিন্তু এই চুটি জীৱনকালত তেওঁ অসমীয়া সংবাদ সাহিত্যৰ কঠীয়া সিঁচি গ'ল, অসমত সুকীয়া বিশ্ববিদ্যালয় স্থাপন কৰাৰ বীজ ৰোপণ কৰি গ'ল আৰু জগাই থৈ গ'ল অসমীয়া ডেকাৰ অফুৰন্ত কৰ্মশক্তি। লাচিতৰদেশৰ ডেকাজনক লাচিতৰ তেজেৰে জাগি উঠিবলৈ উদাত্ত আহ্বান জনাই তেওঁ ক'লে— 'ভাৰত স্বাধীন হ'বই, কিন্তু আমি অসমীয়াও বহুত কথাৰ পৰা স্বাধীন হ'ব লাগিব। অসমীয়া জাতিয়ে সৌসিদিনালৈকে ভাৰতৰ সকলো ৰাজ্য বা শক্তিৰ পৰা তলতীয়া হোৱাৰ দিনলৈকে স্বাধীন আছিল। সেই পৰাধীন ভাৰতীয়ৰ সহায়তে ব্ৰিটিছে ছলে বলে কৌশলেৰে আমাক পৰাধীন

কৰিলে। অসমীয়াৰ অস্তিত্ব আমি বজাই ৰাখিব নোৱাৰিলো— আমি মৰি যোৱাই ভাল।' মৃত্যু শয্যাত পৰি থাকিও তেওঁ কৈ গ'ল 'আমি দেশক চালে দেশেও আমাক চাব।' ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱাৰ জন্ম হয় ১৯১২ চনৰ মহাপুৰুষ মাধৱদেৱৰ জন্ম তিথিৰ দিনা শিৱসাগৰ চহৰত। তেওঁৰ পিতৃ ৰিনন্দ বেজবৰুৱা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ ককায়েক আছিল। মাকৰ নাম আছিল ইন্দুমতী দেৱী। মহাপুৰুষ মাধৱদেৱৰ জন্ম তিথিৰ দিনা জন্মা বাবে তেওঁৰ নামো ৰখা হয় মাধৱ। সৰুৰে পৰা মাধৱ আছিল স্বাৱলম্বী আৰু দুৰন্ত সাহসী। কোনো কামতে পিচ হুহকা স্বভাৱ নাছিল। প্ৰাথমিক শিক্ষা শেষ কৰাৰ পিচত নিজে গৈ শিৱসাগৰ চৰকাৰী হাইস্কুলত নাম লগাই হাইস্কুলীয়া জীৱনৰ পাতনি মেলে। সেই সময়ত লগৰ ল'ৰাৰ লগত শৰীৰ চৰ্চা, কুস্তি, খেলাধূলা আদি কৰি স্বাস্থ্যৰ-যত্ন লৈছিল। সেই সময়ত শিৱসাগৰত ডেকাল'ৰাৰ মাজত ব্যায়াম চৰ্চাৰ ধুম উঠিছিল। সুদূৰ দাক্ষিণাত্যৰ পৰা নাইডু নামৰ এজন ব্যায়ামবীৰ আহিছিল আৰু তেওঁ ছাত্ৰসকলক ব্যায়ামৰ প্ৰশিক্ষণ দিছিল। মাধৱ বেজবৰুৱাই ছাত্ৰ অৱস্থাতে শিৱসাগৰত ব্যায়াম সংঘ স্থাপন কৰি ছাত্ৰসকলৰ মাজত শৰীৰ চৰ্চাৰ পৰিৱেশ গঢ়ি তুলিছিল। তেওঁ নিজে ব্যায়াম চৰ্চা আৰু খেলাধূলাত আগৰণুৱা আছিল। ১৯২৯ চনত শিৱসাগৰৰ মহকুমাধিপতি আছিল ইনামুল মজিদ আই চি এছ। তেওঁ শিৱসাগৰৰ পুখুৰীৰ চাৰিওফালে প্ৰায় দুমাইল দৌৰ প্ৰতিযোগিতা পাতি ডেকাসকলক দৌৰ প্ৰতিযোগিতাত যোগদান কৰিবলৈ আহ্বান জনাইছিল। দৌৰ প্ৰতিযোগিতাত যি প্ৰথম হ'ব তেওঁক ৰূপৰ কাপ প্ৰদান কৰা হ'ব। এই প্ৰতিযোগিতাত শিৱসাগৰ আৰু দাঁতিকাষৰীয়া অঞ্চলৰ ডেকাসকলে যোগদান কৰিছিল। মাধৱ বেজবৰুৱাও এই প্ৰতিযোগিতাৰ এজন প্ৰতিযোগী আছিল। এই প্ৰতিযোগিতাত বেজবৰুৱাই প্ৰথম স্থান অধিকাৰ কৰি ৰূপৰ কাপ লাভ কৰিছিল। শিৱসাগৰ হাইস্কুলত পঢ়ি থাকোতেই মাধৱ অসম ছাত্ৰ সন্মিলন, অসম সাহিত্য সভা আদি অনুষ্ঠানৰ লগত জড়িত হৈ পৰিছিল। ১৯২৯ চনত প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষা পাছ কৰি গুৱাহাটীৰ কটন কলেজত নাম লগায়। কটন কলেজৰ ছাত্ৰ হোৱাৰ পিচত তেওঁৰ কৰ্মৰ পৰিধিও বৃদ্ধি পায়। কটন কলেজলৈ আহি তেওঁ লগ পায় মহেন্দ্ৰ নাথ ডেকাফুকনক। দুইজনৰে চিন্তাৰ সূঁতিডাল একে আছিল। অসমৰ অস্তিত্ব ৰক্ষা, অসমৰ উন্নতি, অসমীয়া জাতিৰ অস্তিত্ব প্ৰতিষ্ঠা আদিয়েই আছিল তেওঁলোকৰ

মূল লক্ষ্য। অসমৰ ডেকাশক্তিক জগাই তুলি অসমীয়া জাতীয় জীৱনৰ জলন্ত সমস্যাসমূহ সমাধান কৰাৰ বাবে উঠি পৰি লাগিছিল। ছাত্র সংগঠনৰ কামত একনিষ্ঠভাৱে লাগি থকা বাবে সেই সময়ৰ ছাত্রসকলৰ মাজত মাধৱ বেজবৰুৱা ডেকাবেজ আৰু মহেন্দ্র নাথ ফুকন ডেকা ফুকন হিচাপে জনাজাত হৈ পৰে। অসমীয়া ডেকা শক্তিৰ দুৰন্ত প্রতীক ডেকাবেজ আৰু ডেকাফুকন। দুয়ো ডেকাগিৰি অম্বিকাগিৰি ৰায়চৌধুৰীৰ সৈতে লগ হৈ অসমৰ যুৱশক্তিৰ মাজত জাতিৰ অস্তিত্ব ৰক্ষাৰ সঞ্জীৱনী মন্ত্র বিয়পাই দিছিল। মাধৱ বেজবৰুৱা আছিল অক্লান্ত, পৰিশ্রমী ছাত্রনেতা আৰু তেওঁ অসম ছাত্র সভাৰ সম্পাদকৰ পদ অলংকৃত কৰি সপোন দেখিছিল বিশাল ভাৰতবৰ্ষৰ বুকুত এক বিৰাট সম্ভাৱনাপূৰ্ণ অসমৰ ৰঙীন ভৱিষ্যতৰ আৰু অসমীয়া জাতিৰ সুকীয়া অস্তিত্ব প্রতিষ্ঠাৰ সপোন। অসমীয়া ভাষা পৰ্বতে কন্দৰে প্রচাৰ কৰি জনজাতি আৰু পাহাৰীয়া অসমীয়া ভাইসকলৰ মাজত এক জাতি, এক ভাষা আৰু এক প্রাণৰ ডোলেৰে বান্ধি ৰখাৰ বাবে পাহাৰে পৰ্বতে, চৰ-চাপৰি, হাবি বননি, চাহ বাগিচা আদিত ঘূৰি ফুৰিছিল। পৰ্বতীয়া ভাইসকলক, হাবি-বননিত বাস কৰা আদিবাসী, জনজাতি, চাহ বাগিচাৰ বনুৱা আৰু অসমৰ বায়ু-পানী-মাটিৰ সৈতে একাত্ম হৈ অসমকে আপোন জন্মভূমি বুলি আঁকোৱালি লোৱা অনা অসমীয়া লোকসকলক নিজৰ অস্তিত্ব আৰু সংকীৰ্ণ ক্ষুদ্র স্বাৰ্থ বিসৰ্জন দি বৃহৎ অসমীয়া জাতিগঠন প্রক্রিয়াৰ লগত চামিল হ'বলৈ আহ্বান জনাইছিল।

ডেকাবেজৰ মাজত এটা কথাই সদায়ে প্রতিক্রিয়া কৰিছিল যে যি সময়ত ভাৰতবৰ্ষৰ অন্য ৰাজ্যসমূহ মহাৰাণীৰ শাসনৰ অধীনলৈ গৈছিল সেই সময়ত স্বাধীনচিতীয়া অসমীয়া জাতিয়ে স্বতন্ত্রভাৱে শাসিত হৈ স্বাধীন দেশ হিচাপে অস্তিত্ব প্রতিপন্ন কৰি আছিল। যি সময়ত ভাৰতবৰ্ষৰ অন্য ৰাজ্যৰ লোকসকলে ইংৰাজৰ শাসনত অভ্যস্ত হৈ পৰিছিল সেই সময়ত অসমীয়া সকলে স্বতন্ত্রীয়া ৰজাৰ তলত স্বাধীন হৈয়ে আছিল। অসম ইংৰাজ শাসনৰ তলতীয়া হয় ১৮২৬ চনৰ পৰাহে। গতিকে অসমীয়া লোকসকলে পৰাধীনতাৰ সোৱাদ পোৱাৰ পিচত নিজৰ অস্তিত্ব বিপন্ন হোৱাৰ আশংকাত ভুগিবলগীয়া হয়। ব্রিটিছসকলে অসমৰ শাসনকাৰ্যত সহায় কৰাৰ বাবে বংগদেশৰ পৰা বঙালী লোকসকলক অসমলৈ আনে আৰু তেতিয়াই অসমীয়া জাতীয় জীৱনৰ অস্তিত্বৰ প্ৰশ্ন উত্থাপন হয়। বঙলা ভাষা সংস্কৃতিয়ে অসমৰ

ভাষা সংস্কৃতি আনকি সমাজ জীৱনকো প্ৰভাৱিত কৰি অসমীয় জাতীয় জীৱনৰ অস্তিত্ব বিপন্ন কৰে? বঙলা ভাষা সংস্কৃতিয়ে অসমৰ ভাষা সংস্কৃতি আনকি সমাজ জীৱনকো প্ৰভাৱিত কৰি অসমীয়া জাতিসত্বা বিপন্ন কৰাৰ সন্দেহ ঘনীভূত হ'ল। অসমৰ শাসন ব্যৱস্থা, শিক্ষা, বেপাৰ বাণিজ্য, উদ্যোগ আদিত বঙালীলোকৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে অসমৰ খিলঞ্জীয়া জনগোষ্ঠীৰ অস্তিত্বৰ সমস্যা উদ্ভৱ হয়। অসমৰ শাসন ব্যৱস্থা, শিক্ষা, বেপাৰ বানিজ্য, উদ্যোগ আদিত বঙালীলোকৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে অসমৰ এই সন্ধিক্ষণত ডেকাগিৰি ৰায়চৌধুৰী, ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱা, ডেকা ফুকন, মহেন্দ্ৰ নাথ ফুকন আদিয়ে অসমৰ ডেকাশক্তিক জাগ্ৰত কৰি জাতীয় অস্তিত্ব ৰক্ষাৰ জাগৰণ আনিবলৈ চেষ্টা কৰে। কলেজীয়া জীৱনত বেজবৰুৱাই সম্পূৰ্ণ অসমীয়া জাতীয় পোছাক পৰিধান কৰি অসমীয়া জাতীয় জীৱনক গঢ় দিবলৈ চেষ্টা কৰিছিল, কটন কলেজৰ ছাত্ৰ ইউনিয়নৰ সম্পাদক হৈ কটনিয়ানসকলৰ মাজত অসমীয়া জাতীয়তাবোধ জগাবলৈ চেষ্টা কৰিছিল। কটন কলেজৰ বেজটোৰ পৰিকল্পনাও আছিল মাধৱ বেজবৰুৱাৰ। বেজটো সম্পূৰ্ণ কৰিছিল ডেকাফুকনৰ পত্নীয়ে।

মাধৱ বেজবৰুৱাই যি সময়ত কটন কলেজত পঢ়ি আছিল সেই সময়ত ব্ৰিটিছ শাসনৰ বিৰুদ্ধে মহাত্মাগান্ধীৰ নেতৃত্বত অসহযোগ আন্দোলন আৰম্ভ হৈছিল। কলেজীয়া ছাত্ৰসকলে পৰাধীনতাৰ শিকলি ছিঙাৰ সংকল্প গ্ৰহণ কৰি অসহযোগ আন্দোলনত নামি পৰিছিল। স্কুল-কলেজ বৰ্জন কৰি স্বাধীনতাৰ মন্ত্ৰত দীক্ষিত হ'ল, দেশজুৰি সত্যাগ্ৰহ, অসহযোগ আন্দোলন জোৰদাৰ কৰি তুলিছিল। অসহযোগ আন্দোলনৰ বতাহে অসমৰ ছাত্ৰশক্তিকো কোবাইছিল। ভাৰতবৰ্ষৰ মুক্তি সংগ্ৰামত অসমৰ ছাত্ৰ সমাজেও যোগ দি কলেজ বৰ্জন কৰাৰ দৰে চৰম সিদ্ধান্ত লৈছিল. কটন কলেজৰ ছাত্ৰসকলৰ মাজতো অসহযোগ আন্দোলন জোৰদাৰ কৰি তুলিছিল। কটন কলেজৰ ছাত্ৰসকলৰ মাজতো অসহযোগ অন্দোলনে আলোড়নৰ সৃষ্টি কৰিলে। *কলেজৰ শিক্ষা বৰ্জন কৰাৰ বাবে ছাত্ৰসকলে শ্ৰেণী বৰ্জন কৰি কলেজত উপস্থিত* থকাৰ পৰা ছাত্ৰসকলক বিৰত কৰাৰ বাবে কলেজৰ সন্মুখত পিকেটিং আৰম্ভ কৰিলে। এই আন্দোলনৰ নেতৃত্ব ল'লে দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ মাধৱ বেজবৰুৱাই। সেই সময়ত কটন কলেজ আছিল ব্ৰিটিছ শাসনৰ অধীনৰ একমাত্ৰ চৰকাৰী কলেজ। কটন কলেজত

আইন শৃংখলা বজাই ৰখাৰ বাবে সামৰিক আইনৰ দৰে কঠোৰ আইন বলবৎ কৰা হৈছিল। কলেজৰ অধ্যক্ষ আছিল ইউৰোপীয়ান। ছাত্ৰসকলে শ্ৰেণী বৰ্জন কৰাৰ বাবে কলেজৰ সন্মুখত পিকেটিং কৰাৰ খবৰ শুনি অধ্যক্ষই নিজে ছাত্ৰসকলৰ নেতৃত্ব বহন কৰা মাধৱ বেজবৰুৱাক আঁতৰি যাবলৈ আদেশ দিলে। কিন্তু মাধৱ নিৰ্ভীকভাৱে থিয় হৈ ৰ'ল। আদেশ অমান্য কৰা দেখি অধ্যক্ষ গৰজি উঠিল। 'Do you want to know what is the reward for this? Rustication from the College' ডেকাবেজে বিনম্ৰভাবে উত্তৰ দিলে 'Thank- fully accepted Sir'

সেই সময়ত কটন কলেজৰ অধ্যাপকসলৰ বেছিভাগেই আছিল বঙালীভাষী, তেওঁলোক অসমত থাকিও বঙলাভাষাত কথা পাতে। কেতিয়াও ঘুণাক্ষৰেও অসমীয়া ভাষা নকয়। কলেজৰ ছাত্ৰসকলেও অধ্যাপকসকলৰ লগত বঙলাতে কথা পাতিবলৈ বাধ্য হয়। মাধৱ বেজবৰুৱাৰ অসন্তোষ আছিল এইটোৱেই যে অসমত থাকিও বঙলাভাষাত কথা পাতিব লাগে। অধ্যাপকসকলে বছৰ বছৰ ধৰি অসমত থাকিও অসমীয়া ভাষাত কথা পাতিবলৈ ইচ্ছা নকৰে। বেজবৰুৱাই অধ্যাপকৰ লগত কথা পাতিলে অসমীয়া নাইবা ইংৰাজীতহে কথা পাতে। ছাত্ৰ ইউনিয়নৰ সম্পাদক হোৱাৰ পিচত অধ্যাপকসকলৰ ঘনিষ্ঠ সম্পৰ্কলৈ অহাৰ পিচতো তেওঁ নিজৰ মতত অলৰ অচৰ হৈ আছিল আৰু অসমীয়াতে কথা পাতিছিল। অধ্যাপকসকলকো অসমীয়া ভাষাত কথা ক'বলৈ বাধ্য কৰাইছিল। তেওঁৰ যুক্তি হ'ল অসমত থাকিও যদি আমি অসমীয়া ভাষাৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিব নোৱাৰো তেনেহ'লে বিদেশৰ মাটিত পাৰিমনে? অসমৰ-মাটিত বঙালী ভাষাই অসমীয়া ভাষাৰ স্থান লোৱাটো তেওঁ কাহানিও সহ্য কৰিব পৰা নাছিল। তেওঁ প্ৰকাশ্যে কৈছিল— 'বঙালী ভাষাক মই ঘিন নকৰো, কিন্তু বঙালী ভাষাই অসমীয়া ভাষাক শ'লঠেকত পেলাবলৈ কৰা চেষ্টাক ঘিন কৰো।' অসমীয়া ভাষাৰ ঠাইত বঙালী ভাষা প্ৰৱৰ্তন কৰাটোৰ তেওঁ ঘোৰ বিৰোধী আছিল। অসমীয়া ভাষাৰ অস্তিত্ব প্ৰতিষ্ঠা আৰু অসমৰ স্বাৰ্থ ৰক্ষাৰ বাবেই তেওঁ যুজ দি গ'ল। যেতিয়াই য'তে সুবিধা পাইছে তেওঁ তাতেই প্ৰতিবাদ কৰি উঠিছে অসমীয়া স্বাৰ্থ বিঘ্নিত হোৱাৰ বিপক্ষে। এবাৰ ৰাজনৈতিক কাৰণত পণ্ডিত নেহৰু অসমলৈ আহোঁতে লাইন ছিষ্টেম সম্পৰ্কীয় কথাত মাধৱ বেজবৰুৱাই নেহৰুক প্ৰতিবাদ কৰি কৈছিল—

'Assam will secede from India'

নেহৰুৱে তেওঁৰ কথাত উচপ খাই উঠিল আৰু তেওঁক ভালদৰে নিৰীক্ষণ কৰিলে। মূৰত পাগুৰী মৰা পুৰুষোচিত গাম্ভীৰ্যৰ তীক্ষ্ম চাৱনিৰ ডেকাজনৰ ইমান সহাস। নেহৰুৰ স্বাভাৱিক খংটো উঠি আহিল। তেওঁ খঙেৰে ক'লে— 'Go to Hell' জহান্নামে যোৱা।

ডেকাবেজ আছিল অদম্য সাহসী আপোচহীন যুবক। অসমৰ ভাষা, অসমীয়া স্বাৰ্থ ৰক্ষাৰ ক্ষেত্ৰত তেওঁ কোনোদিনে আপোচ নকৰিলে। অসমৰ আৰু অসমীয়াৰ স্বাৰ্থৰ বাবে তেওঁ অসমৰ ডেকাশক্তিক সংগঠিত কৰিবলৈ চেষ্টা কৰিছিল। অসম আৰু অসমীয়াৰ স্বাৰ্থই আছিল তেওঁৰ জীৱনৰ মূল লক্ষ্য। তেওঁ উদাৰ ভাৰতীয় হৈয়ো প্ৰথমতে ভাৰতবৰ্ষৰ বুকুত অসমৰ স্থান সুদৃঢ় কৰি তোলাৰ চিন্তাহে কৰিছিল। প্ৰথমতে নিজৰ প্ৰদেশখনৰ চিন্তা কৰিহে সৰ্বভাৰতীয় হোৱাৰ চিন্তা কৰিব পৰা যায়। ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা ভাৰতৰ পূৰ্ণ স্বাধীনতা ঘোষণা কৰাৰ ফলত দেশজুৰি স্বাধীনতা আন্দোলনৰ বতাহ ব'বলৈ ধৰে। অসমতো স্বাধীনতা সংগ্ৰামৰ জুই জ্বলি উঠে। কলেজৰ ছাত্ৰসকলে পূৰ্ণস্বাধীনতাৰ বাবে আন্দোলনত নামি পৰে। সেই সময়ত মাধব বেজবৰুৱা কটন কলেজৰ ছাত্ৰ। তেওঁ স্বাধীনতা আন্দোলনৰ প্ৰচাৰ আৰু সাংবাদিকতাৰ দায়িত্ব লৈ জাতীয়তাবাদী নেতাসকলৰ সংস্পৰ্শলৈ আহে। সেইসময়ত ৰাজধানী শ্বিলঙৰ পৰা গৱৰ্ণৰ বাহাদুৰ গুৱাহাটীলৈ আহে আৰু চাৰ্কিট হাউছত ৰাজ্যপালক লগ ধৰে। বেজবৰুৱাই অসমীয়া বাতৰি কাকতৰ সাংবাদিকৰ পৰিচয়পত্ৰ লৈ ৰাজ্যপালক লগ ধৰিবলৈ যায়। কিন্তু ব্ৰিটিছ পুলিচ বিষয়াই নিৰাপত্তাৰ অজুহাতত তেওঁক প্ৰৱেশ কৰিবলৈ নিদিলে। অনা অসমীয়া বাতৰি কাকতৰ কোনো সাংবাদিকক লাট চাহাবৰ লগত সাক্ষাৎ কৰিবলৈ দিয়াৰ অনুমতি নাই। বেজবৰুৱাই বাধা নামানি সাহসেৰে প্ৰতিবাদ কৰি ৰাজ্যপালে শুনাকৈ ডাঙৰ ডাঙৰকৈ ক'লে— 'এইখন অসম দেশ এইখন দেশ মোৰ দেশ, মই মোৰ অসম দেশৰ দুখ দুৰ্দশাৰ বিষয়ে ক'বলৈহে আহিছো।' বেজবৰুৱাৰ দৃঢ়স্বৰ শুনি আৰক্ষী দল আৰু পুলিচ বিষয়াসকলে তেওঁক বাধা দি বন্ধ কৰি ৰাখিলে। বেজবৰুৱাক তেনেদৰে বন্ধ কৰি ৰখাৰ বাতৰি কটন কলেজৰ হোষ্টেলত বনজুইৰ দৰে বিয়পি পৰিল। হোষ্টেলৰ পৰা কটনিয়ানসকল দলে বলে ওলাই আহি চাৰ্কিট হাউছৰ সন্মুখত গোট খালে। ছাত্ৰসকলে বেজবৰুৱাৰ

মুক্তিৰ বাবে ধ্বনি দিবলৈ ধৰিলে। পৰিৱেশ উত্তপ্ত হৈ পৰিল। ছাত্ৰসকলে একেমুখে চিএঞৰি ধ্বনি দিলে— 'ডেকাবেজৰ অপমানৰ প্ৰতিশোধ লাগে।' তাৰ মাজতে কিছুমান ছাত্ৰই শিলগুটি দলিয়ালে। পুলিচৰ বাধাই কাম নিদিয়াত সশস্ত্ৰ সৈনিকৰ দল আহি বাধা দিলে। সামৰিক বিষয়াই হাতত উদ্যত পিষ্টল লৈ ছাত্ৰসকলৰ বুকুলৈ টোৱাই আঁতৰি যাবলৈ নিৰ্দেশ দিলে। কটনিয়ানসকল এখোজো পিছুৱাই নগ'ল। এনে উত্তপ্ত পৰিস্থিতিৰ মাজত ডেকাবেজ সগৰ্বে ওলাই আহিল। ডেকাবেজক দেখি ছাত্ৰসকল শান্ত হৈ হোষ্টেল অভিমুখে ৰাওনা হ'ল। পিচত গম পোৱা গ'ল যে এই গণ্ডগোলৰ আঁৰত অনা অসমীয়া সাংবাদিক আৰু অনা অসমীয়া বিষয়া কৰ্মচাৰীসকলৰ হাত আছিল।

মাধৱ বেজবৰুৱাৰ চুটি জীৱনকালত অসমীয়া ভাষা আৰু অসমীয়া জাতীয় জীৱনৰ বাবে যি বৰঙণি দি গ'ল তাৰ মূল্যাংকন কৰাৰ সময় আহি পৰিছে। অথচ আজিও অসমীয়া জাতিয়ে মাধৱ বেজবৰুৱাৰ কৰ্মৰাজিৰ প্ৰকৃত মূল্যায়ন কৰা পৰিলক্ষিত হোৱা নাই। মাধৱ বেজবৰুৱাৰ কৰ্মৰাজি বিশ্লেষণ কৰিলে দেখা যায় যে তেওঁ নিজৰ জীৱনৰ বাবে নাভাবি কেৱল অসমীয়া জাতীয় জীৱনৰ বাবেহে চিন্তা কৰি নিঃস্বাৰ্থভাৱে কাম কৰি গ'ল। বি এ পাছ কৰি'আইনৰ ডিগ্ৰী লোৱাৰ পিচতো ওকালতি কৰি নিজক প্ৰতিষ্ঠা কৰাৰ চিন্তা নকৰি অসমীয়া ভাষাৰ সংকটকালত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ বাঁহীখন পুনৰজ্জীৱিত কৰি তোলাৰ দায়িত্ব বহন কৰিলে। সেই সময়ত দীননাথ শৰ্মা সম্পাদিত আবাহন বন্ধ হৈছে। বেজবৰুৱাৰ মৃত্যুৰ পিচত বাঁহীও বন্ধ হৈছে। সেই সময়ত অসমীয়া ভাষাৰ সংকটকাল আৰম্ভ হৈছে। বাঁহীৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰি লোক নায়ক অমিয় কুমাৰ দাসে বাঁহী পুনৰ্জীৱিত কৰাৰ বাবে চেষ্টা কৰিছিল যদিও সেই চেষ্টাও ফলৱতী নহ'ল। মাধৱ বেজবৰুৱাই তেতিয়া তেজপুৰৰ জীয়ৰী উষাক বিয়া কৰাইছে। বেজবৰুৱাই পত্নীৰ লগত লগ লাগি বাঁহী প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰি সম্পাদনাৰ দায়িত্ব ল'লে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ বাঁহী আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ উষা দুয়োখনকে একন কৰি বাঁহীক নতুন ৰূপত প্ৰকাশ কৰিবলৈ ধৰিলে। মাধৱ বেজবৰুৱাই প্ৰথমতে কলিকতালৈ গৈ ইনক্ৰকমল বেজবৰুৱাৰ আশ্ৰয়ত থাকি যিকোনো প্ৰেছত ছপাই বাঁহী প্ৰকাশ কৰিবলৈ ধৰিলে। বাঁহী প্ৰকাশৰ লগে লগে অসমীয়া ভাষাত এক নতুন

সাংবাদিকতাৰ যুগ আৰম্ভ হ'ল। বাঁহীত নতুন নতুন শিতান সংযোগ কৰি সকলো শ্ৰেণীৰ পাঠকৰ বাবে আকৰ্ষণীয় কৰি তুলিলে। কিন্তু য'তে ত'তে বাঁহী ছপাবলগীয়া হোৱা বাবে সময়মতে প্ৰকাশ কৰিব নোৱাৰে। গ্ৰাহকৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে বাঁহীৰ নিয়মীয়া প্ৰকাশৰ প্ৰয়োজন হ'ল। সেই সময়ত বেজবৰুৱাই নিজা প্ৰেছ স্থাপনৰ চিন্তা কৰিলে। আৰ্থিক অৱস্থা টনকিয়াল নোহোৱা স্বত্বেও ধাৰ খণ কৰি হ'লেও নিজাকৈ প্ৰেছ কিনি কলিকতাৰ টালিগঞ্জত ভাৰাঘৰ লৈ বাঁহী প্ৰেছ স্থাপন কৰিলে। বাঁহী প্ৰেছ প্ৰতিষ্ঠা হোৱাৰ পিচত সেই প্ৰেছৰ পৰাই বাঁহী প্ৰকাশ কৰিবলৈ ধৰিলে। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত জাপানে কলকাতাত বোমা পেলোৱাৰ পিছত এক বিভীষিকাময় পৰিৱেশৰ সৃষ্টি হ'ল। কলকাতাৰ বাতৰি কাকত বন্ধ হ'ল। তেতিয়াও বেজবৰুৱাই অসীম সাহস দেখুৱাই বাঁহী প্ৰকাশ কৰি থাকিল। বাতৰি কাকতত চেন্সৰ ব্যৱস্থা প্ৰবৰ্তন কৰা হ'ল। মহাযুদ্ধৰ সংকটপূৰ্ণ সময়তো বেজবৰুৱাই কলকাতাতে থাকি বাঁহী প্ৰকাশ কৰি থাকিল। তেওঁ বাঁহী এমহীয়াৰ সলনি সাদিনীয়া কৰাৰ পৰিকল্পনাহে কৰিলে। সেই উদ্দেশ্যেৰে তেওঁ খিঙৰ পদ্ম বৰা আৰু বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যক মাতি আনি বাঁহীৰ কামত সহায় কৰিবলৈ দিলে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য বাঁহীৰ সহকাৰী সম্পাদক হিচাপে থাকিল আৰু পদ্মনাথ বৰা হ'ল প্ৰেছৰ মেনেজাৰ।

অসমত সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ প্ৰস্তাৱে গতি লাভ কৰিছিল ১৯৪৪ চনৰ পৰা। সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ ক্ষেত্ৰত কলকাতাত জন্মলাভ কৰা আছামিজ ষ্টুডেণ্টছ্ বেলফেয়াৰ লীগৰ বৰঙণি উল্লেখযোগ্য। এই লীগৰ লগত মাধৱ বেজবৰুৱা সক্ৰিয়ভাৱে জড়িত হৈ পৰিছিল। গোপীনাথ বৰদলৈ আৰু শৰৎ চন্দ্ৰ গোস্বামী সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ প্ৰধান উদ্যোক্তা আছিল। তেওঁলোকৰ দিহামতে ১৯৪৪ চনৰ ২ ডিচেম্বৰ তাৰিখে কলকাতা কলেজ ষ্ট্ৰীটৰ ৰাই এম চিওৰ স্বৰ্গীয় অম্বিকা নাথ বৰাৰ ঘৰত প্ৰবাসী অসমীয়া লোকসকলৰ এখন মিটিং বহিছিল। এই সভাত উপস্থিত থকা বিশিষ্ট ব্যক্তিসকল হ'ল হলীৰাম ডেকা, কুলধৰ চলিহা, যাদৱ চন্দ্ৰ চলিহা, জ্ঞাননাথ বৰা, ভৱেশ চন্দ্ৰ বৰুৱা, দীননাথ শৰ্মা, গোপীনাথ বৰদলৈ, শৰৎ চন্দ্ৰ গোস্বামী আৰু মাধৱ চন্দ্ৰ বেজবৰুৱা। এই সভাত কেইবাটাও প্ৰস্তাৱ গ্ৰহণ কৰা হয়। এই সভাত প্ৰস্তাৱিত বিশ্ববিদ্যালয়ৰ নাম গুৱাহাটী বিশ্ববিদ্যালয় ৰখাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। এই বিশ্ববিদ্যালয় বেচৰকাৰী আৰু বেচিডেন্সিয়েল আৰ্হিৰ হ'ব। এই সভাতে

'প্ৰভাৱিত গুৱাহাটী বিশ্ববিদ্যালয় প্ৰচাৰ বিভাগ নাম দি এটা প্ৰচাৰ বিভাগ গঠন কৰা হয় আৰু ইয়াৰ দায়িত্ব দিয়া হয় মাধব চন্দ্ৰ বেজবৰুৱা আৰু হৰেন্দ্ৰ নাথ কলিতাক। এই দায়িত্ব লৈ মাধব চন্দ্ৰ বেজবৰুৱাই গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ কামত ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰে। বাঁহীৰ পাততো বিশ্ববিদ্যালয় স্থাপন সম্বন্ধে প্ৰবন্ধ পাতি চপাই জনমত গঠন কৰাৰ চেষ্টা কৰে। বাঁহী প্ৰেছত নিজৰ খৰচত বিশ্ববিদ্যালয় স্থাপনৰ যুক্তি দৰ্শাই প্ৰচাৰ পুস্তিকা ছপায় আৰু সেইবোৰ অসমৰ জনসাধাৰণৰ মাজত বিতৰণ কৰি প্ৰচাৰ চলায়। শিৱসাগৰত বহা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনৰ লগতে ১৯৪৪ চনৰ পহিলা অক্টোবৰ তাৰিখে ৰাজহুৱা সভা অনুষ্ঠিত কৰি গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰাৰ সিদ্ধান্ত সদৰী কৰে। এই সভাত প্ৰস্তাৱিত বিশ্ববিদ্যালয়ৰ পুঁজি সংগ্ৰহ কৰাৰ বাবে এখন ট্ৰাষ্ট বোৰ্ড গঠন কৰা হয়। এই ট্ৰাষ্ট বোৰ্ডৰ জৰিয়তে অসমৰ বিভিন্ন ঠাইত পুঁজি সংগ্ৰহৰ কাম হাতত লোৱা হয়। পুঁজি সংগ্ৰহৰ কামত আগভাগ লৈছিল ৰোহিনী কুমাৰ চৌধুৰী, গোপীনাথ বৰদলৈ, ডাঃ ভুবনেশ্বৰ বৰুৱা, বিৰিঞ্চি কুমাৰ বৰুৱা, মাধব চন্দ্ৰ বেজবৰুৱা আদি বিশিষ্ট ব্যক্তিসকলে। বিশ্ববিদ্যালয় স্থাপনৰ কামত মাধব বেজবৰুৱাই দেহে কেহে খাটিলে। কলকাতাৰ পৰা অসমলৈ আহি তেওঁ অসমৰ চুকে কোণে পুঁজি সংগ্ৰহ কৰাৰ কামত ব্যস্ত হ'ল। পুঁজি সংগ্ৰহৰ কামত তেওঁ মাজুলীলৈকো গৈছিল। এনেদৰে ৰাতিয়ে দিনে পৰিশ্ৰম কৰি বিশ্ববিদ্যালয়ৰ পুঁজি সংগ্ৰহ কৰি ফুৰোতে তেওঁ দুৰাৰোগ্য ৰোগত আক্ৰান্ত হয়। কলকাতলৈ ঘূৰি গৈ বিছনাত পৰিবলগীয়া হয়। বিছনাত পৰি থাকিও বাঁহী আৰু বিশ্ববিদ্যালয়ৰ চিন্তাকলৈ যে তেওঁ ব্যতিব্যস্ত হৈ আছিল। তেওঁৰ সপোন আছিল বাঁহীক এমহীয়াৰ পৰিবৰ্ত্তে সাদিনীয়া কৰা। বিশ্ববিদ্যালয় সংখ্যা নাম দি বাঁহীৰ এটা বিশেষ সংখ্যাও উলিয়াইছিল। বিশ্ববিদ্যালয় স্থাপনৰ সপক্ষে যুক্তি দৰ্শাই লিখা প্ৰচাৰ পুস্তিকাত তেওঁ এখন জাননী ছপাই লিখিছিল— 'পুস্তিকা বেচি যিখিনি পইচা পোৱা হ'ব সেই টকাৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰচাৰ বিভাগৰ কাম আৰম্ভ কৰিবলৈ বাঁহী প্ৰকাশ কাৰ্যালয়ে আগবঢ়াইছে। (বাঁহী ৩১ শ ভাগ, ১৮ শ সংখ্যা ১১ আগষ্ট ১৯৪৪)। গুৱাহাটী চিকিৎসালয়ৰ বাবে পুঁজি সংগ্ৰহ কৰা কামত অত্যধিক পৰিশ্ৰম কৰাৰ বাবেই তেওঁ যক্ষ্মাৰোগত আক্ৰান্ত হৈ শয্যাশায়ী হ'বলগীয়া হ'ল। চিকিৎসকৰ পৰামৰ্শ মতে তেওঁ বিছনাত জিৰণি ল'লে। কিন্তু ইতিমধ্যে যক্ষ্মাৰ বীজাণুৱে তেওঁৰ কলিজা খাই

আনিছে। উন্নত চিকিৎসাৰ বাবে তেওঁক মাদ্ৰাজৰ মদনাপল্লীৰ আৰোগ্য ধৰমলৈ নিয়া হ'ল। আৰোগ্যধৰমত চিকিৎসা লৈ থকা সময়তো তেওঁৰ চিন্তা আছিল বাঁহীৰ নিয়মীয়া প্ৰকাশ আৰু বিশ্ববিদ্যালয়ৰ কামৰ অগ্ৰগতি। এই দুটা চিন্তা বুকুত লৈয়ে তেওঁ চিৰনিদ্ৰিত হ'ল আৰু সুদূৰ মাদ্ৰাজৰ আৰোগ্যধৰমত ১৯৪৬ চনৰ ১৪ অক্টোবৰ তাৰিখে। সিদিনা আছিল লক্ষীপূজা। ৰোগশয্যাত পৰি থাকিও তেওঁ কৈছিল— বাঁহী জীযাই থাকিলে ময়ো জীয়াই থাকিম। সুদূৰ আৰোগ্যধৰমৰ পৰা বেজবৰুৱাই অসমীয়া ৰাইজলৈ মিনতি জনাই লিখিছিল— 'আজি কিছুদিন ধৰি আমাৰ স্বাস্থ্য ভাগি পৰাত সুদূৰ দাক্ষিণাত্যৰ আৰোগ্যধৰম বিশ্ৰামালয়ত পৰি থকা বুলি অসমীয়া ৰাইজে জানে।

আগেয়ে কৃতজ্ঞতা প্ৰকাশ কৰাৰ উপৰি আমাৰ দুই চাৰিজন বন্ধু-বান্ধৱে আমাৰ প্ৰতি থকা মৰম বা আস্থাৰ কাৰণে হওক বা দেশসেৱাৰ প্ৰতি সহানুভূতি দেখুওৱাৰ কাৰণেই হওক আমালৈ কিছু অৰ্থ সাহায্য আগবঢ়াবলৈ মনস্থ কৰি আমাক জনাইছে। তেওঁলোকে সেই সাহায্য বাঁহীৰ প্ৰতি আগবঢ়ালে আমাৰ আৰোগ্য লাভত খাটিব বুলি আমাৰ বিশ্বাস যিহেতু বাঁহীয়েই আমাৰ জীৱন।

সদৌ অসম বাসীলৈ বাঁহীৰ জীৱন তথা আমাৰ জীৱন সহায় কৰিবলৈ এয়ে আমাৰ মিনতি।' (মাধৱ চন্দ্ৰ বেজবৰুৱা বাঁহী ৩২ শ বছৰ ৪৪ শ সংখ্যা, ১৪ এপ্ৰিল ১৯৪৩)।

নিজৰ জীৱনক তুচ্ছ কৰিও বাঁহীক জীয়াই ৰাখিবলৈ বিচৰা মাধৱ বেজবৰুৱাৰ বাবে বাঁহীযেই আছিল জীৱন। বাঁহীক জীৱনদান কৰি তেওঁ নিজৰ জীৱন বিসৰ্জন দিলে অকালতে। ৰোগশয্যাতো তেওঁ কেৱল বিশ্ববিদ্যালয় স্থাপনৰ সপোন দেখিছিল। মৃত্যুৰ কেইদিনমান আগতে তেওঁ গোপীনাথ বৰদলৈৰ পৰা চিঠি পাইছিল। বৰদলৈয়ে তেওঁলৈ লিখিছিল— 'বিশ্ববিদ্যালয় হ'বই। এই বাক্যটো পঢ়াৰ পিচত তেওঁ চিঞৰি কৈছিল — 'এতিয়াহে মই শান্তিত মৰিব পাৰিম।'

বেজবৰুৱাৰ মৃত্যুৰ পিচত তেওঁৰ পত্নী উষা বেজবৰুৱাই কলকাতা এৰি তেজপুৰলৈ গুচি আহে। তাতে থাকি ধৈৰ্যৰে পঢ়া-শুনা কৰি বি এ. পাছ কৰিলে। পিছত তেজপুৰ ছোৱালী হাইস্কুলত শিক্ষয়িত্ৰীৰ চাকৰিত সোমাই একমাত্ৰ পুত্ৰক মানুহ কৰি গঢ়ি তোলাৰ কামত ব্ৰতী হয়। ডেকাবেজৰ মৃত্যুৰ পিচত বাঁহী প্ৰেছটো ককায়েক আনন্দ চন্দ্ৰ বেজবৰুৱাই শিৱসাগৰলৈ উঠাই আনে। শিৱসাগৰত প্ৰেছটো কেইবছৰমান

চলোৱাৰ পিচত উষা বেজবৰুৱাই তেজপুৰলৈ লৈ আহে। মাধৱ বেজবৰুৱা জীয়াই থাকোতে বিশ্ববিদ্যালয়ৰ প্ৰচাৰ কামত প্ৰেছটো দান কৰি দিয়াৰ ইচ্ছা প্ৰকাশ কৰিছিল। তেওঁৰ মৃত্যুৰ পিচত গুৱাহাটী বিশ্ববিদ্যালয়ক প্ৰেছটো দিয়াৰ বাবে যোগাযোগ কৰা হৈছিল যদিও বিশ্ববিদ্যালয় কৰ্তৃপক্ষই আগ্ৰহ প্ৰকাশ নকৰিলে। বেজবৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে গুৱাহাটী বিশ্ববিদ্যালয়ে বাঁহী প্ৰেছটো বিশ্ববিদ্যালয় চৌহদত সংৰক্ষণ কৰিলে বেজবৰুৱাৰ বাঁহী প্ৰেছৰ অস্তিত্ব চিৰ যুগমীয়া হৈ থাকিলহেঁতেন আৰু বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ অহা অসমৰ বিভিন্ন প্ৰান্তৰ ছাত্ৰ-ছাত্ৰীয়ে বাঁহী প্ৰেছটো চাই বাঁহী আৰু মাধৱ বেজবৰুৱাক স্মৰণ কৰাৰ সুযোগ পালেহেঁতেন। উষা আৰু মাধৱ বেজবৰুৱাৰ অভাৱনীয় মৃত্যুৰ পিচত তেওঁৰ তেজপুৰৰ বাসভৱনৰ দুটা কোঠাত আবদ্ধ হৈ থকা বাঁহী প্ৰেছৰ যন্ত্ৰপাতিবোৰ এতিয়া ধূলি মাকতিৰে সংৰক্ষিত হৈ আছে। বেজবৰুৱাৰ একমাত্ৰ পুত্ৰ ৰাণা প্ৰতাপ বেজবৰুৱাই কোৱা মতে গুৱাহাটী বিশ্ববিদ্যালয়ে এতিয়াও প্ৰেছটো বিচাৰিলে পিতৃৰ স্মৃতিৰক্ষাৰ বাবে প্ৰেছটো দান কৰিবলৈ প্ৰস্তুত আছে। গুৱাহাটী বিশ্ববিদ্যালয়ে সেইকন উদাৰতা দেখুৱাবনে?



# পদুম কুঁৱৰী

জোনাকী যুগ অসমীয়া ভাষা- সাহিত্যৰ নৱন্যাসৰ যুগ। দেশী-বিদেশী সাহিত্যৰ নৱোন্মেষৰ গতি দেখি অসমৰ পৰা গৈ কলিকতাত উচ্চশিক্ষা গ্ৰহণ কৰা ছাত্ৰসকলে নিজৰ মাতৃভাষাৰ বিলৈ অন্তৰেৰে অনুভৱ কৰিব পাৰিছিল। অসমীয়া ভাষাৰ বিৰুদ্ধে চলা সম্প্ৰসাৰণবাদীৰ ষড়যন্ত্ৰ পুলিয়ে-পোখাই উঘালি পেলোৱাৰ সংকল্প গ্ৰহণ কৰি চন্দ্ৰকুমাৰ, হেমচন্দ্ৰ, লক্ষীনাথ এই ত্ৰিমূৰ্তিৰ পৃষ্ঠপোষকতা আৰু অসমীয়া প্ৰবাসী ছাত্ৰসকলৰ উদ্যমত ১৮১৩ শকৰ ভাদ মাহত (১৮৮৮ চনৰ ২৫ অগষ্টত) কলিকতাত জন্ম হয়। অসমীয়া ভাষা উন্নতি সাধিনী সভা ( অ ভা উ সা )। এই সভাৰ প্ৰতি সপ্তাহৰ শনিবৰীয়া আলোচনা চক্ৰত আৰম্ভ হ'ল। অসমীয়া ভাষা-সাহিত্যৰ ভেটি নিৰ্মাণৰ পূৰ্ব প্ৰস্তুতি। এই সভাৰ ছত্ৰছায়াতে প্ৰবাসী অসমীয়া ছাত্ৰসকলে অসমীয়া ভাষাৰ বিভিন্ন দিশত কলম চলাবলৈ ধৰিলে। সেই সময়তে চন্দকুমাৰ আগৰৱালাৰ সম্পাদনাত ১৮১০ শকৰ মাঘ মাহত জোনাকীৰ প্ৰথম সংখ্যা ছপা হৈ ওলায় আৰু তাৰ লগে লগে অসমীয়া ভাষা 'আন্ধাৰ বিনাশি' জোনাকৰ জেউতিৰে উপচি পৰে। এই জোনাকীয়ে অসমীয়া ভাষা-সাহিত্যত গল্প, কবিতা, প্ৰবন্ধ আদি বিভিন্ন দিশৰ উত্তৰণৰ ক্ষেত্ৰত বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিলে। অসমীয়া সাহিত্যত উপন্যাসৰো প্ৰথম জন্ম হয় 'জোনাকী' যুগত। বংগৰ বিখ্যাত ঔপন্যাসিক বংকিম চন্দ্ৰৰ দ্বাৰা ৰচিত স্বদেশী মাটিৰ গোন্ধ সন্নিবিষ্ট আনন্দমঠ, ৰাজসিংহ, কপালকুণ্ডলা আদি উপন্যাস পঢ়ি সাহিত্যচাৰ্য পদ্মনাথ গোহাঞিবৰুৱা, সাহিত্যৰথী লক্ষীনাথ বেজবৰুৱা আৰু উপন্যাস সম্ৰাট ৰজনীকান্তবৰদলৈয়ে অসমৰ ইতিহাসৰ পটভূমিত স্বদেশৰ মাটিৰ কাহিনীৰে উপন্যাস ৰচনাৰ কামত মনোনিবেশ কৰে। জোনাকীৰ সমসাময়িক বিজুলী কাকতত প্ৰকাশিত হৈ ওলায় অসমীয়া ভাষাৰ প্ৰথম উপন্যাস 'ভানুমতী' আৰু জোনাকীৰ তৃতীয় বছৰত খণ্ড খণ্ডকৈ প্ৰকাশ হৈ ওলায় বেজবৰুৱাৰ দ্বাৰা ৰচিত প্ৰথম অসমীয়া বুৰঞ্জীমূলক উপন্যাস 'পদুমকুঁৱৰী'। আহোম বুৰঞ্জীৰ এক উল্লেখযোগ্য বুৰঞ্জীমূলক

ঘটনা কামৰূপৰ প্ৰজা বিদ্ৰোহক সমল হিচাপে লৈ হৰদত্ত বীৰদত্তৰ কাহিনীৰে উপন্যাসখন ৰচনা কৰা হৈছে। এই একে প্ৰজা বিদ্ৰোহৰ পটভূমিতে উপন্যাস সম্ৰাট ৰজনীকান্তবৰদলৈয়েও ৰচনা কৰিছে 'দন্দুৱা দ্ৰোহ' নামৰ এখনি ঐতিহাসিক উপন্যাস। দুয়োখন উপন্যাস একে ঐতিহাসিক ঘটনাক কেন্দ্ৰ কৰিয়েই ৰচনা কৰা হৈছে যদিও দুইখনৰে প্ৰকাশভংগী সম্পূৰ্ণ ভিন্নসুৰী। পৰিবেশ সৃষ্টিও পৃথক পৃথক আৰু চৰিত্ৰ চিত্ৰনতো ভিন্নতা পৰিলক্ষিত হয়।

পদুম কুঁৱৰী সাহিত্যৰথী বেজবৰুৱাৰ প্ৰথম আৰু একমাত্ৰ উপন্যাস। জোনাকী যুগত অসমীয়া উপন্যাসৰ ভেটি নিৰ্মাণৰ প্ৰস্তুতিহে আৰম্ভ হৈছিল, সম্পূৰ্ণ আংগিকেৰে পৰিপূৰ্ণ ৰূপত উপন্যাসৰ সৃষ্টি হোৱা নাছিল। উপন্যাস সাহিত্যবিহীন অসমীয়া ভাষা-সাহিত্যৰ আদি পৰ্বত প্ৰথম উপন্যাস হিচাপে পৰিগণিত হয় পদ্মনাথ গোহাঞিবৰুৱাৰ ভানুমতী আৰু তাৰ পিচতে দ্বিতীয় অথচ সৰ্বপ্ৰথম বুৰঞ্জীমূলক উপন্যাস হিচাপে সংযোজিত হয় বেজবৰুৱাৰ পদুম কুৱঁৰী। তৃতীয় বছৰৰ জোনাকীৰ পাতত খণ্ড খণ্ডকৈ প্ৰকাশ হৈ ওলায যদিও ছপা পুথি হিচাপে ১৯০৫ চনতহে আত্মপ্ৰকাশ কৰে। উপন্যাসখনৰ প্ৰস্তাৱনা যিমান সুন্দৰভাৱে আৰম্ভ কৰা হৈছিল তাক বস্তুনিষ্ঠভাৱে সামৰণিৰ পিনে আগবঢাই নিব পৰাহেঁতেন এক লেখত ল'বলগীয়া উপন্যাস হিচাপে স্বীকৃত হ'লহেঁতেন। সংলাপধৰ্মী কাহিনী সৃষ্টি কৰাৰ পৰিবৰ্তে সাধুকথাৰ দৰে কৈ যোৱা ঘটনাপ্ৰবাহে উপন্যাসখনক কোনো নতুনত্ব প্ৰদান কৰিব নোৱাৰিলে। তথাপি অসমীয়া ভাষা-সাহিত্যৰ চালুকীয়া অৱস্থাত উপন্যাস সাহিত্যৰ যি ভেটি নিৰ্মাণ কৰি গ'ল সেই ভেটি সময় বিৱৰ্তনৰ লগে লগে সুদৃঢ় হৈ উঠাৰ গুৰিতে গোহাঞিবৰুৱা, বেজবৰুৱা আৰু বৰদলৈ এই ত্ৰিমূৰ্তিৰ আশাশুধীয়া প্ৰচেষ্টা আৰু সৃষ্টিশীল বিকাশৰ ফল বুলি অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীয়ে অকপটে স্বীকাৰ কৰিবলৈ বাধ্য হৈছে।

মোৱামৰীয়া বিদ্ৰোহৰ সময়ত কামৰূপত হৰদত্ত আৰু বীৰদত্ত নামে দুই ককাই-ভাই প্ৰবল বিক্ৰমী হৈ উঠিছিল। তেওঁলোকে দৰঙৰ ৰজা কৃষ্ণনাৰায়ণৰ লগ হৈ মোৱামৰীয়াসকলৰ হাতৰ পৰা কামৰূপ ৰক্ষা কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল। স্বৰ্গদেউ গৌৰীনাথ সিংহৰ অনুৰোধমৰ্মে ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিছৰ নিৰ্দেশত ১৭৯২ চনত কাপ্তান বেলচ চাহাবে সৈন্য-সামন্ত লৈ অসমলৈ আহি মোৱামৰীয়া বিদ্ৰোহ কঠোৰ হাতেৰে দমন কৰে। মোৱামৰীয়া বিদ্ৰোহ দমন কৰি

ইংৰাজ সৈন্য অসমৰ পৰা গুচি যোৱাত হৰদত্ত আৰু বীৰদত্তই কামৰূপীয়া প্ৰজাৰ ওপৰত আহোমৰ ৰজাই চলোৱা তুচ্ছ-তাচ্ছিল্য, ঠাট্টা-বিদ্ৰূপ আৰু ঘৃণাৰ ৰাজত্বৰ অৱসান ঘটাবৰ বাবে আহোমৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰাৰ বাবে প্ৰস্তুতি চলাইছিল। সেই প্ৰস্তুতিৰ অংশ হিচাপে কোচ বিহাৰৰ মহাৰজাৰ পৰাও সামৰিক সাহায্য বিচাৰিছিল। তাৰ বিনিময়ত কোচ ৰাজকোঁৱৰলৈ অগবঢ়াইছিল নিজৰ সুন্দৰী জীয়ৰী পদুমকুঁৱৰীক বিয়া দিয়া প্ৰস্তাৱ।

উপন্যাসৰ মুখ্য নায়িকা পদুমকুঁৱৰী আছিল হৰদত্তৰ একমাত্ৰ জীয়ৰী। হৰদত্তৰ একমাত্ৰ পুত্ৰ ৰঘু। উপন্যাসৰ নায়ক সূৰ্য কুমাৰ আছিল ঘাটমাউৰা। পাঁচ বছৰ বয়সতে নিজৰ মাক-দেউতাকক হেৰুৱা সূৰ্যক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল হৰদত্ত আৰু তেওঁৰ পত্নীয়ে। সূৰ্যৰ সৈতে সৰুৰে পৰা উমালি-জামলি একেখন ঘৰতে ডাঙৰ-দীঘল হৈছিল জীয়ৰী পদুম। সূৰ্য আৰু পদুমৰ মাজৰ ল'ৰালিৰ সহজ-সৰল মৰম-চেনেহ যৌৱনত ভালপোৱালৈ ৰূপান্তৰিত হ'ল। যৌৱনৰ দুৱাৰডলিত থিয় দি দুয়ো দুয়োৰো মাজত বিচাৰি পালে ইজনে সিজনক হিয়া দিয়া নিয়াৰ অনুভূতি। দুয়ো দুয়োকো জীৱন লগৰী হিচাপে আদৰি লোৱাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হ'ল। কিন্তু তেওঁলোকৰ সেই সম্পৰ্কত আউল লাগিল। হৰদত্তই জীয়েক পদুম আৰু সূৰ্যৰ মাজত গঢ়ি উঠা সম্পৰ্কৰ বিষয়ে জানিবলৈ পাই সূৰ্যক ঘৰৰ পৰা খেদি পঠিয়ালে। পদুম আৰু সূৰ্য বিৰহ-বিচ্ছেদত ম্ৰিয়মান হ'ল।

মোৱামৰীয়া বিদ্ৰোহ শাম কতাৰ পিচত উজনিত মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইয়ে বিদ্ৰোহ বিধ্বস্ত ৰাজ্যৰ ৰাজনৈতিক আৰু সামাজিক অৱস্থা টনকিয়াল কৰাৰ বাবে হাতে-কামে লাগি গৈছিল। সেই সময়ত গুৱাহাটীৰ বৰফুকন আছিল কলীয়া ভোমোৰা। কামৰূপৰ প্ৰজাসকলে আহোমৰ অত্যাচাৰৰ বিৰুদ্ধে মাৰবান্ধি থিয় দিয়াৰ বাবে গোপনে প্ৰস্তুতি চলাইছিল আৰু সেই বিদ্ৰোহৰ নেতৃত্ব লৈছিল হৰদত্ত আৰু বীৰদত্ত দুই ভাই-ককায়ে। বুৰঞ্জীৰ সত্য ঘটনাৰ আত ধৰি পদুমকুঁৱৰী উপন্যাসত হৰদত্ত আৰু বীৰদত্তৰ বিদ্ৰোহৰ পূৰ্ব প্ৰস্তুতিৰে কাহিনী আগবঢ়াই নিছে। পদুম আৰু সূৰ্যৰ প্ৰেমৰ মাজত বিৰহ-বেদনা সংযোগ কৰি দুয়োৰো অন্তৰত কাৰুণ্যৰ ঝংকাৰ তুলিছে। এইখিনিলৈকে ৰাজনৈতিক দ্বন্দ্বৰ মাজত এহাল ডেকা-গাভৰুৰ প্ৰেমৰ অন্তৰ্দ্বন্দ্ব মিহলাই দি কাহিনীৰ গতি সাৱলীল কৰি তুলিছে। সূৰ্য কুমাৰে হৰদত্তৰ ঘৰৰ

পৰা ওলাই গৈ কলীয়াভোমোৰা বৰফুকনৰ ঘৰত আশ্ৰয় ল'লে। তাতেই লগ পালে বৰফুকনৰ একমাত্ৰ মাউৰা ছোৱালী ফুলক। ফুলৰ দৰে কোমল সুন্দৰী, সৰ্বগুণী, সুলক্ষণী গাভৰু ফুল, বৰফুকনৰ একেজনী জীয়াৰী ফুল আইদেউ। প্ৰথম দৰ্শনতে ফুল আৰু সূৰ্যৰ মাজত গঢ়ি উঠিল গভীৰ আত্মীয়তা। দুয়োৰে অন্তৰত জন্মিল অভিনৱ অনুৰাগ। ফুলৰ অন্তৰত উথলি উঠা অনুৰাগ আছিল অকৃত্ৰিম মৰম-চেনেহৰ মাজতো সূৰ্যই পাহৰি পেলাব পৰা নাছিল প্ৰথম প্ৰেয়সী পদুমক। ফুলৰ পবিত্ৰ ভালপোৱাৰ মাজতো সূৰ্যই অন্তৰত অনুভৱ কৰিছিল বিৰহ-বহ্নিৰ পোৰণি।

হৰদত্ত আৰু বীৰদত্তই তলে তলে বিদ্ৰোহ কৰিবলৈ ওলোৱা কথা বৰফুকনে চোৰাংচোৱাৰ পৰা সম্ভেদ পাইছিল। হৰদত্ত, বীৰদত্ত, ৰঘু আৰু কোচবিহাৰৰ ৰাজকোঁৱৰে বিদ্ৰোহৰ মন্ত্ৰণা কৰি থাকোঁতেই বৰফুকন সৈন্য-সামন্ত লৈ উপস্থিত হোৱাৰ খবৰ পাই সকলোৱে পলাই পত্ৰং দিলে। কোচৰাজকোঁৱৰেও কথা বিষম দেখি পদুম কুঁৱৰীৰ আশা বাদ দি কোচবিহাৰলৈ ৰাওনা হ'ল। হৰদত্ত আৰু বীৰদত্তহঁতে পৰিয়ালসহিতে পলাই গৈ ভূটানৰ গভীৰ অৰণ্যত আত্মগোপন কৰিলে। তাতে ভূটীয়া চৰ্দাৰৰ ল'ৰা কোৰ্মা আৰু ছোৱালী কুৰ্মীৰ সৈতে ৰঘু আৰু পদুমৰ বন্ধুত্ব গঢ়ি উঠিল। কোৰ্ম্মাৰ সখী হ'ল ৰঘু আৰু কুৰ্মীৰ সখী হ'ল পদুম। পাহাৰীয়া ল'ৰা-ছোৱালীৰ সৈতে ভৈয়ামৰ ল'ৰা-ছোৱালীৰ বন্ধুত্বৰ মাজেদি অতীজৰে পৰা চলি অহা পৰ্বত ভৈয়ামৰ সম্প্ৰীতিক জীৱন্ত কৰি তুলিলে। অৰণ্যৰ মাজতো হৰদত্তই আহোমৰ বিৰুদ্ধে আক্ৰমণ কৰাৰ বাবে আয়োজন কৰিবলৈ ধৰিলে। সেই সময়তে হৰদত্তই ঘৈণীয়েকক অকালতে হেৰুৱালে।

মাতৃ বিয়োগৰ বিষাদেৰে ভাৰাক্ৰান্ত হ'ল পদুম। সেই সময়তে বৰফুকনৰ সৈন্যই ভূটানৰ হাবিয়ে-বননিয়ে বিদ্ৰোহীসকলক বিচাৰি ঘূৰি ফুৰোঁতে হৰদত্তৰ পুত্ৰ ৰঘুক কোৰ্ম্মাৰে সৈতে লগ পালে। সেই সুযোগতে ৰঘুক বন্দী কৰি লৈ গৈ বৰফুকনৰ আগত হাজিৰ কৰালে। বৰফুকনে ৰঘুৰ জৰিয়তে হৰদত্ত-বীৰদত্তক বিচাৰি উলিয়াবলৈ সক্ষম হ'ল। বৰফুকনে চলাহী কথাৰে ৰঘুক বিশ্বাসঘাতকতা কৰি হত্যা কৰিলে। হৰদত্ত আৰু বীৰদত্তই সাহসেৰে বৰফুকনৰ লগত যুঁজ দিলে যদিও আহোম সৈন্যৰ আগত তিষ্ঠিব নোৱাৰিলে। হৰদত্ত-বীৰদত্তকো যুদ্ধক্ষেত্ৰত হত্যা কৰা হ'ল। বৰফুকনৰ সেনাপতি কুমেদান বঙালে পদুম কুঁৱৰীক অপমান কৰিবলৈ উদ্যত হোৱা দেখি

সেই ঠাইতে গৈ উপস্থিত হোৱা সূৰ্যই হুৰদত্তৰ মৃতদেহৰ কাষত পৰি থকা তৰোৱালেৰে কুমেদানৰ মূৰটো কাটি পেলালে। তাৰ পিচত নিজৰ প্ৰাণপ্ৰিয়া পদুমক সাৱটি ধৰি বিহ্বল হ'ল। পদুমেও নিজৰ প্ৰেমাস্পদক কাষতে পাই আবেগ বিহ্বল হৈ পৰিল আৰু সূৰ্যক সাৱধি ধৰি নিজৰ অস্তিত্ব পাহৰি গ'ল। কিন্তু পিচ মুহূৰ্ততে বাস্তৱলৈ ঘূৰি আহি সম্পূৰ্ণ সজ্ঞানে নিজৰ আঁচলৰ গাঁঠিৰ পৰা বিহ এডোখৰ উলিয়াই টপকৈ গিলি দি মৃত্যুৰ শীতল কোলাত চিৰনিদ্ৰিত হৈ পৰিল। পদুমৰ এই অস্বাভাৱিক মৃত্যুৰ যন্ত্ৰণা সহিব নোৱাৰি সূৰ্যয়ো তৰোৱালেৰে খুচি নিজৰ প্ৰাণ বিসৰ্জন দিলে। পদুম-সূৰ্যৰ কৰুণ মৃত্যুৰ দৃশ্য দেখি পদুমৰ বান্ধৱী কুৰ্মীয়েও নিজকে বলিদান দিলে। সূৰ্যৰ পাছে পাছে আহি সেই ঠাইত উপস্থিত হোৱা ফুলে সূৰ্য-পদুম আৰু কুৰ্মীৰ অপ্ৰত্যাশিত মৃত্যুৰ দৃশ্য সৰগ পৰা মানুহৰ দৰে নিথৰ হৈ চাই ৰ'ল। বৰফুকনেও এটাৰ পিচত আন এটা মৃত্যুৰ কৰুণ দৃশ্য দেখি স্তম্ভিত হ'ল। শেষত ফুলৰ অনুৰোধমৰ্মে বৰফুকনে পদুম আৰু সূৰ্যৰ মৃতদেহ দুটা গুৱাহাটীলৈ আনি নিজৰ ঘৰৰ চৌহদৰ ফুলনি বাৰীত মৈদাম খন্দাই সৎকাৰ কৰিলে। সেই মৈদামৰ ভিতৰতে ফুল আইদেৱে প্ৰেমাহুতি দি সূৰ্য-পদুমেৰে সৈতে অনন্তশৰ্য্যাত শয়ন কৰিলে।

পদুম কুঁৱৰীৰ শেষ অধ্যায় এটাৰ পিচত আন এটা মৃত্যুৰ ধুৱলি-কুঁৱলিয়ে ঢাকি পেলালে। অস্বাভাৱিক অথচ অহেতুক মৃত্যুৰ ঘটনাই উপন্যাসৰ পৰিসমাপ্তি কাৰুণ্যৰে জোঁকাৰি দিব নোৱাৰিলে। ৰোমিও-জুলিয়েটৰ শেষ পৰিণতিৰ দৰে পদুম কুঁৱৰীৰ যৱনিকা টানিবলৈ চেষ্টা কৰা হৈছিল যদিও সি সঠিকভাৱে ৰূপায়িত নহ'ল আৰু সেয়েহে উপন্যাসখনে গতানুগতিকতাৰ পৰিধি অতিক্ৰম কৰি এখনি সাৰ্থক 'ট্ৰেজেদী উপন্যাস' হিচাপে পৰিগণিত নহ'ল। উপন্যাসখনত অতীত জীৱন আৰু সামাজিক পৰিবেশ ফুটাই তোলাৰ বাবে যিখিনি সমল আছিল তাক যথাযোগ্যভাৱে উপস্থাপন কৰিব নোৱাৰাৰ বাবে কাহিনীৰ যোগসূত্ৰডাল সঠিকভাৱে টানি ৰাখিব নোৱাৰিলে। চৰিত্ৰ চিত্ৰণত গুৰুত্ব নিদিয়া বাবে কোনো এটা চৰিত্ৰই সাৰ্থকভাৱে পৰিস্ফুট হৈ নুঠিল। অৱশ্যে উপন্যাসৰ কাহিনীটো চমু কৰিবলৈ যোৱা বাবেই এনে হোৱাটো স্বাভাৱিক। পদুম আৰু ফুলৰ চৰিত্ৰৰ মাজেৰে প্ৰেমৰ মাহাত্ম্য প্ৰকাশ কৰাত বেছি গুৰুত্ব দিয়া হৈছে। সূৰ্য কুমাৰৰ চৰিত্ৰৰ মাজত প্ৰেমৰ অন্তৰ্দ্বন্দ্ব কিছু পৰিমাণে প্ৰকট হৈ উঠিলেও কাহিনীৰ অস্বাভাৱিক পৰিণতিয়ে পাঠকক আকৰ্ষণ কৰিব নোৱাৰিলে।

উপন্যাসৰ শেষ অধ্যায়ত নায়ক-নায়িকাৰ আত্মহত্যাই যি কৰুণ পৰিবেশৰ সৃষ্টি কৰিব লাগিছিল সেই পৰিবেশ সৃষ্টিত ঔপন্যাসিক ব্যৰ্থ হৈছে। এটাৰ পিচত আন এটা আত্মহত্যা বৰফুকন আৰু জীয়েক ফুলে নিৰ্বিকাৰভাৱে চাই থকাটো যেনে বিসংগতিপূৰ্ণ বিৰহ-বিচ্ছেদৰ বেদনা সহিও ধৈৰ্য্য ধৰি থকা পদুমে সূৰ্যক নিচেই কাষত পাই আহ্লাদিত হোৱাৰ পাচতে বিষপান কৰি আত্মহত্যা কৰা কথাটোও তেনে অযুক্তিপূৰ্ণ। অৱশ্যে ইতিহাসৰ সত্যতাক অস্বীকাৰ নকৰাকৈ কাহিনীৰ শেষ পৰিণতি একে ৰখাৰ বাবেই এনে কৰা যেন অনুমান হয়। উপন্যাসখনত চৰিত্ৰ সৃষ্টি আৰু ঘটনাচক্ৰ বিকাশত গুৰুত্ব নিদিয়া বাবেই হৰদত্ত-বীৰদত্তৰ শৌৰ্য-বীৰ্য, কলীয়াভোমোৰা বৰফুকনৰ কূটকৌশল আৰু কামৰূপীয়া প্ৰজাৰ বিপ্লৱৰ প্ৰস্তুতি সঠিকভাৱে চিত্ৰিত নহ'ল। ইতিহাসৰ কাহিনীৰ মাজত পদুম, সূৰ্য আৰু ফুলৰ প্ৰণয় কাহিনী সংঘাতৰ মাজেদি উপস্থাপন কৰি প্ৰেমৰ গভীৰতা প্ৰকাশ কৰিছে। কিন্তু শেষত একেটা মৈদামতে ফুলেও অন্তিম শয়ন কৰা কথাটোৱে কাহিনীৰ বিশ্বাসযোগ্যতা লাঘৱ কৰিছে আৰু সেয়েহে এটা ৰোমাণ্টিক মৃত্যুৰ ঘটনাৰ বাহিৰে অন্য কোনো মহত্ত্ব ফুটি নুঠিল। তথাপি যি কালত উপন্যাসখন ৰচনা কৰা হৈছিল সেই সময়ৰ বাস্তৱতা উপলব্ধি কৰি পদুম কুঁৱৰীক অতীত অসমৰ বাস্তৱ পটভূমি ধৰি ৰখা প্ৰথম বুৰঞ্জীমূলক উপন্যাস হিচাপে স্বীকৃতি দিব লাগিব। সেয়েহে বিশিষ্ট সাহিত-সমালোচক ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই পদুম কুঁৱৰীক স্বৰূপাৰ্থত অসমীয়া ভাষাৰ প্ৰথম বুৰঞ্জীমূলক উপন্যাস হিচাপে চিহ্নিত কৰিছে।



# সত্যসন্ধানী স্বাধীনতাৰ পূজাৰী ফৰাচী মনীষী

# ভল্টেয়াৰ

ওঠৰ শতিকাত ফ্ৰান্সৰ সাহিত্যত যিগৰাকী মহান দাৰ্শনিক, চিন্তাবিদৰ ৰচনাই গভীৰ আলোড়ণৰ সৃষ্টি কৰিছিল, যিগৰাকী মনীষীৰ সত্যসন্ধানী স্বাধীন চিন্তাধাৰাই নিপীড়িত, নিষ্পেষিত জনগণৰ মনত মুক্তিৰ স্পৃহা জগাই তুলিছিল, সেইগৰাকী অপ্ৰতিদ্বন্দ্বী চিন্তানায়ক আছিল ভল্টেয়াৰ। যাৰ শব্দৰ যাদুকৰী স্পৰ্শত জাগি উঠিছিল মুক্তিৰ উচ্ছ্বাস। ৰোমান কেথলিক গীৰ্জাৰ গোড়া ৰভণশীলতা আৰু ধৰ্মযাজকৰ একচ্ছত্ৰী আধিপত্যৰ বিৰুদ্ধে কলম ধৰি সত্যৰ অন্বেষণ কৰি গীৰ্জাৰ বন্ধনৰ পৰা জনসাধাৰণক মুক্ত কৰি ভল্টেয়াৰে স্বাধীন চিন্তাৰ যি ক্ৰান্তিকাৰী পৰিবৰ্তন আনিবলৈ সক্ষম হৈছিল সেই স্বাধীন চিন্তাৰ প্ৰাসংগিকতা আজিও পৃথিৱীত অনুভূত হৈ আছে। ফ্ৰান্সত ৰোমান কেথলিক গীৰ্জাই জনগণৰ আধ্যাত্মিক স্বাধীনতা হৰণ কৰিছিল, খৃষ্টান ধৰ্মৰ ধ্বজাবাহী ধৰ্মযাজকসকলৰ গোড়ামি আৰু অমানুষিক অত্যাচাৰৰ বলি হৈছিল সৰ্বসাধাৰণ জনতা। ধৰ্মৰ নামত চলা ব্যভিচাৰ, গীৰ্জাৰ ৰক্ষণশীলতা আৰু পৰম্পৰাৰ বিৰুদ্ধে কলম ধৰি আধ্যাত্মিক উদাৰতা আৰু ধাৰ্মিক নৈতিকতা লোক সমাজৰ মাজত দাঙি ধৰি ভল্টেয়াৰে ধৰ্মান্ধ জনগণৰ অন্তৰত বিশ্বজনীন ভাতৃত্ববোধ জগাই তুলিবলৈ সক্ষম হৈছিল। নিৰ্বাসন, কাৰাদণ্ড, গীৰ্জাৰ হাতত লাঞ্ছিত আৰু ৰাষ্ট্ৰযন্ত্ৰৰ হাতত নিপীড়িত হোৱা সত্ত্বেও ভল্টেয়াৰৰে যি মহান আদৰ্শ দাঙি ধৰিলে সেই আদৰ্শই মানুহক সত্যৰ সন্ধান দিলে। ভল্টেয়াৰৰ জন্ম শতবাৰ্ষিকী উপলক্ষে অনুষ্ঠিত সভাত বিশিষ্ট নাট্যকাৰ বাৰ্ণাৰ্ড শ্বই ভল্টেয়াৰ সম্পৰ্কে যি মূল্যায়ন কৰিছিল সি আজিও যথাৰ্থ মূল্যায়ন হিচাপে পৰিগণিত হৈ আছে।

Voltaire is the only man who ha freed the human mind from the clutches of the priests and has placed it on the road to freedom

freedom from all sorts of bondage (George Bernard Shaw)
'গীর্জাৰ পুৰোহিতৰ হাতোৰাৰ পৰা মানুহৰ মনক সংস্কাৰমুক্ত কৰি সকলো প্ৰকাৰৰ বন্ধনৰ পৰা মুক্ত কৰি স্বাধীনতাৰ পথৰ সন্ধান দিয়া ভল্টেয়াৰেই আছিল একমাত্ৰ মানুহ।' সেইকাৰণে ইতিহাসত ভল্টেয়াৰ নামটোৱেই স্বাধীনতাৰ প্ৰতীক হিচাপে পৰিগণিত হৈছে।

ফ্ৰান্সত তেতিয়া চতুৰ্দস লুইৰ শাসন চলিছে। চতুৰ্দশ লুইৰ চৰম স্বৈৰাচাৰী শাসনৰ তলত ফ্ৰান্সৰ জনসাধাণৰ জীৱন অতিষ্ঠ হৈ উঠিছে। স্বৈৰাচাৰী শাসনযন্ত্ৰই মানুহৰ স্বাধীনতা খৰ্ব কৰিছে। ৰাজকীয় পৰিয়ালৰ স্বেচ্ছাচাৰিতা, ৰাজ-কৰ্মচাৰীৰ অপ্ৰতিহত প্ৰভাৱ, কৰ-কাটলৰ বোজা আৰু সামাজিক বিশৃংখলাৰ মাজত জনজীৱন সন্ত্ৰস্ত হৈ উঠিছে। গীৰ্জাৰ ধৰ্মীয় অনুশাসন, যাজক সম্প্ৰদায়ৰ কুসংস্কাৰ, দুশ্চৰিত্ৰ আৰু নৈতিকতাৰ স্খলনে সমাজ জীৱন বিপৰ্যস্ত কৰি তুলিছে। সমাজৰ আভ্যন্তৰীণ পৰিবেশ নানা প্ৰকাৰৰ অনাচাৰ-অত্যাচাৰেৰে কদাকাৰ হৈছে। ৰাজনৈতিক স্বৈৰাচাৰ আৰু ধাৰ্মিক কদাচাৰে সমাজ জীৱন জৰ্জৰিত কৰিছে। দেশ আৰু সমাজক পংকিল পৰিবেশৰ পৰা উদ্ধাৰ কৰা বাবে যিকেইগৰাকী সমাজ সংস্কাৰক আৰু উদাৰপন্থী লিখকে যুক্তিনিষ্ঠ বক্তব্য দাঙি ধৰিছিল, সেইসকলৰ মাজত আটাইতকৈ শক্তিশালী আৰু নিৰ্ভীক লিখক আছিল ভল্টেয়াৰ। ফ্ৰান্সৰ নিপীড়িত, নিষ্পেষিত জনতাক তেওঁৰ চিন্তা-ধাৰাই উদ্বুদ্ধ কৰিছিল। দেশ আৰু সমাজৰ অধঃপতনৰ সময়ত জনগণক চিন্তা কৰাৰ বাবে তেওঁ নৈতিক শিক্ষা দিছিল আৰু এই চিন্তাৰ ফলতেই ফ্ৰান্সে স্বাধীনতা লাভ কৰিবলৈ সক্ষম হৈছিল। ফ্ৰান্সৰ পৰা পৰাধীনতাৰ অন্ধকাৰ আতৰাই স্বাধীনতাৰ আলোকেৰে আলোকিত কৰি তোলা যুক্তিবাদী লিখকজনেই আছিল ভল্টেয়াৰ— যাক আজিও ফৰাচী দেশত স্বাধীনতাৰ জীৱন্ত প্ৰতীক হিচাপে পূজা কৰা হয়।

অষ্টাদশ শতিকাৰ সিংহপ্ৰতীম লোকজনৰ জন্ম হৈছিল ১৬৯৪ চনত পেৰিছৰ এটি সম্ভ্ৰান্ত পৰিয়ালত। পিতৃ আছিল লব্ধপ্ৰতিষ্ঠ নোটাৰী আৰু মাতৃ আছিল সংস্কৃতিবান পৰিয়ালৰ কন্যা। মাক-দেউতাকে দিয়া নাম আছিল ফ্ৰানকয় মাৰী এৰাউয়েট। কিন্তু ডাঙৰ হৈ অন্যায়-অনাচাৰৰ বিৰুদ্ধে কলমেৰে যুদ্ধ ঘোষণা কৰি সৰ্বসাধাৰণৰ মনত স্বাধীনতাৰ স্পৃহা জগাই তোলাৰ পিচত ভল্টেয়াৰ নামেৰে পৰিচিত হয়। ফ্ৰান্সৰ সম্ৰাটৰ স্বৈৰাচাৰী শাসন-ব্যৱস্থা আৰু গীৰ্জাৰ কু-সংস্কাৰৰ বিৰুদ্ধে কলমেৰে জেহাদ ঘোষণা

কৰি ভল্টেয়াৰে নিপীড়িত জনগণৰ মাজত আশাৰ সঞ্চাৰ কৰিছিল। ৰাষ্ট্ৰযন্ত্ৰৰ বিৰুদ্ধে শ্লেষাত্মক সমালোচনা আগবঢ়োৱা বাবে প্ৰথমে ভল্টেয়াৰক ফ্ৰান্সৰ বাষ্টিল কাৰাগাৰত কাৰাৰুদ্ধ কৰি ৰখা হৈছিল। কাৰাৰুদ্ধ হৈ থকাৰ সময়তো তেওঁৰ কলম স্তব্ধ হোৱা নাছিল। ধৰ্মীয় ভণ্ডামি, ৰাজনৈতিক ভ্ৰষ্টাচাৰ আৰু সামাজিক অধঃপতনৰ বিৰুদ্ধে বিষোদগাৰ কৰি লিখা তেওঁৰ চিঠিসমূহে ফ্ৰান্সত এক জনজাগৰণৰ সূত্ৰপাত কৰিছিল। স্বৈৰাচাৰী শাসনযন্ত্ৰই তেওঁৰ কণ্ঠ ৰোধ কৰাৰ বাবে বাষ্টিল কাৰাগাৰৰ পৰা উলিয়াই নি ইংলেণ্ডত নিৰ্বাসিত কৰিলে। সম্পূৰ্ণ পাঁচ বছৰ তেওঁ ফ্ৰান্সৰ পৰা নিৰ্বাসিত হৈ আছিল। তেতিয়া ইংলেণ্ডত স্বাধীনতাৰ মুক্ত দিন চলিছে। ইংৰাজ জাতিৰ স্বাধীনতৰ স্পৃহা লক্ষ্য কৰি তেওঁ মুগ্ধ হৈছিল। ইংৰাজ জাতিৰ স্বাধীন চিন্তা আৰু দেশপ্ৰেম দেখি তেওঁ ইংৰাজ জাতিৰ স্বাধীনতা-প্ৰীতিৰ বিষয়ে কেইবাটাও চিন্তাগধূৰ প্ৰবন্ধ লিখিছিল। এই প্ৰবন্ধসমূহ আছিল পৰাধীন ফৰাচী জাতিৰ প্ৰতি স্বাধীনতাৰ অৰ্থবহ ইংগিত। নিৰ্বাসনদণ্ডৰ ম্যাদ শেষ হোৱাৰ পিচত তেওঁ স্বদেশলৈ ফিৰি আহি ইংলেণ্ডত থাকোঁতে ৰচনা কৰা প্ৰগতিশীল আৰু স্বাধীন ভাৱধাৰাৰ প্ৰবন্ধসমূহ সংকলিত কৰি প্ৰকাশ কৰে। তেওঁৰ এই গ্ৰন্থই ফ্ৰান্সত স্বাধীনতাৰ বীজ ৰোপণ কৰিছিল। এই গ্ৰন্থৰ প্ৰবন্ধসমূহৰ মাজত অনুৰণিত হৈছিল স্বাধীনতাৰ আকাংক্ষা আৰু জনগণৰ মুক্তিৰ স্পৃহা। এইখন গ্ৰন্থ প্ৰকাশ হোৱাৰ পিচত তেওঁ স্বদেশৰ পৰা নিৰ্বাসিত হয়। এইবাৰ তেওঁ জাৰ্মানীৰ ফ্ৰেডৰিক ডি গ্ৰেটৰ নিমন্ত্ৰণক্ৰমে জাৰ্মানীলৈ গুচি যায়। বাৰ্লিনত তেওঁ দুবছৰ কটায়। সেই সময়তো তেওঁ কেতবোৰ চিন্তাগধূৰ প্ৰবন্ধ ৰচনা কৰে। বাৰ্লিনত নিৰ্বাসিত হৈ থকাৰ সময়তে তেওঁৰ এখন বিখ্যাত গ্ৰন্থ প্ৰকাশ হৈ ওলায়। গ্ৰন্থখনৰ নাম আছিল "An Essay on the Morals and the spirit of Nations from Charia mgne to Louis XIII"। এই গ্ৰন্থখনত ফ্ৰান্সৰ ইতিহাস লিপিবদ্ধ কৰা হৈছে। অৱশ্যে এইখন এখন দৰ্শনভিত্তিক ইতিহাস। ৰাজনৈতিক ঘটনাপ্ৰবাহক দাৰ্শনিক দৃষ্টিভংগীৰে বিশ্লেষণ কৰি মানৱ মনৰ অস্তিত্বৰ সন্ধান কৰা হৈছে। আদিম অসংস্কৃত অৱস্থা অতিক্ৰম কৰিবলৈ মানুহে কোন পথেৰে অগ্ৰসৰ হৈছে ভল্টেয়াৰে এই গ্ৰন্থত তাকেই আৱিষ্কাৰ কৰিছে। ভল্টেয়াৰৰ বিশ্লেষণাত্মক দৃষ্টিবংগীয়ে গ্ৰন্থখনক ঐতিহাসিক দলিল হিচাপে জীৱন্ত কৰি তুলিছে। ইউৰোপত মানৱ মনৰ ক্ৰমবিকাশৰ ধাৰা শৃংখলিত ৰূপত আৱিষ্কাৰ কৰাৰ প্ৰথম প্ৰয়াস হিচাপে গ্ৰন্থখনি সমাদৃত হৈছে।

ভল্টেয়াৰৰ সমগ্ৰ ৰচনাৱলীৰ ভিতৰত এইখনেই বৃহত্তম গ্ৰন্থ আৰু ইয়াত স্বকীয় প্ৰতিভাৰ বৈশিষ্ট্য ভাস্বৰ হৈ উঠিছে। গ্ৰন্থখনৰ এঠাইত তেওঁ কৈছে— ইতিহাসৰ ওপৰত দৰ্শনৰ দৃষ্টিভংগী প্ৰয়োগ নকৰিলে নাইবা ৰাজনৈতিক ঘটনাৱলীৰ অন্তৰালত মানৱ মনৰ অস্তিত্বৰ সন্ধান কৰিব নোৱাৰিলে প্ৰকৃত ইতিহাস ৰচনাৰ সম্ভাৱনা নাই। ইতিহাস ৰচনাৰ কাম হ'ল দাৰ্শনিকৰ।

ভল্টেয়াৰৰ এই গ্ৰন্থখনি অধ্যয়ন কৰি পৃথিৱীৰ চিন্তাশীল মনীষীসকলে একেমুখে স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে এই গ্ৰন্থই আধুনিক ইতিহাস বিজ্ঞানৰ ভেটি ৰচনা কৰিছে। ভল্টেয়াৰৰ এই বিখ্যাত গ্ৰন্থই আধুনিক ইতিহাসৰ বুনিয়াদ হিচাপে আজিও স্বীকৃত হৈ আছে। ফ্ৰান্সৰ স্বৈৰাচাৰী ৰাজতন্ত্ৰই এই গ্ৰন্থখনৰ বিষয়বস্তুকো হজম কৰিব নোৱাৰিলে। এই গ্ৰন্থৰ বাবে আকৌ এবাৰ ভল্টেয়াৰক নিৰ্বাসনদণ্ড বিহা হয়। চৰকাৰী যন্ত্ৰৰ অত্যাচাৰ, নিৰ্বাসন সহ্য কৰিও ভল্টেয়াৰে নিজৰ স্বাধীন চিন্তা আৰু অনুভূতিক নিৰ্ভীকভাৱে ব্যক্ত কৰি গৈছিল। চৰকাৰী নিৰ্যাতন ভুগিও তেওঁ ৰাষ্ট্ৰযন্ত্ৰৰ স্বৈৰাচাৰী চৰিত্ৰ উন্মোচন কৰাৰ ক্ষেত্ৰত কোনো ধৰণৰ আপোচ কৰা নাছিল। সেয়েহে জনসাধাৰণৰ স্বাধীনতা হৰণ কৰা ৰাজ-পৰিয়ালৰ বাবে ভল্টেয়াৰৰ ৰচনাসমূহ মূৰৰ বিষৰ দৰে হৈ পৰিছিল। নিৰ্যাতনৰ পিচত নিৰ্যাতন দিও ভল্টেয়াৰৰ সত্যসন্ধানী কণ্ঠ ৰোধ কৰিব নোৱাৰিলে। ভল্টেয়াৰৰ যুক্তিবাদী লিখাই জনগণৰ মাজত স্বাধীনতাৰ স্পৃহা জগাই তুলিছিল।

তেওঁৰ এখন তীব্ৰ শ্লেষপূৰ্ণ প্ৰসিদ্ধ গ্ৰন্থ 'কেণ্ডিলে' (Candıde)। এইখন গ্ৰন্থৰ বিষয়বস্তুৱে পৰাধীন ফৰাচী জনগণৰ মনত আশাৰ সঞ্চাৰ কৰিছিল। ৰাষ্ট্ৰৰ কু-চক্ৰান্তসমূহ তেওঁলোকে অনুভৱ কৰিব পাৰিছিল। ইয়াৰ পিচত তেওঁ ধৰ্মান্ধতাৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিবলৈ ধৰে। প্ৰবল প্ৰতাপী ৰোমান কেথলিক গীৰ্জাৰ কু-সংস্কাৰসমূহ জনতাৰ মাজত নিৰ্মোহভাৱে সণ্টালনি কৰি দিবলৈ ধৰে। ধৰ্মৰ নামত ফ্ৰান্সত পুৰোহিত সম্প্ৰদায়ৰ যি উত্তণ্ডালি চলিছিল, ধৰ্মক দোহাই দি যাজক সম্প্ৰদায়ে সাধাৰণ ৰাইজৰ মাজত শোষণৰ যি হাতোৰা সম্প্ৰসাৰিত কৰি দিছিল তাৰ বিৰুদ্ধে সাহসেৰে যুক্তি দাঙি ধৰি ভল্টেয়াৰে এটাৰ পিচত আন এটা দাৰ্শনিক প্ৰবন্ধ ৰচনা কৰিবলৈ ধৰিলে। ভল্টেয়াৰৰ যি দৰ্শন, ভল্টেয়াৰৰ যি যুক্তি তাৰ সমুখত গীৰ্জাৰ ধৰ্মধ্বজী পুৰোহিতসকলৰ ভণ্ডামি উন্মোচিত হ'বলৈ ধৰিলে। তেওঁৰ ৰচনাৰ গভীৰতা

আৰু দৰ্শনৰ মননশীলতা আগ্নেয়গিৰিৰ অগ্নিস্ফুলিংগৰ দৰে ভাস্বৰ হৈ উঠিল। তেওঁৰ দৰ্শন হৈ উঠিল ডিনামাইটৰ দৰে প্ৰচণ্ড বিস্ফোৰক। তেওঁৰ ৰচনা যেনেদৰে বিস্ফোৰিত হ'বলৈ ধৰিলে তাৰ সন্মুখত গীৰ্জাৰ ধৰ্মীয় পৰম্পৰা চূৰ্ণ-বিচূৰ্ণ হৈ গ'ল। মানুহে অনাচাৰ ব্যভিচাৰৰ প্ৰকৃত স্বৰূপ উদঘাটন কৰিবলৈ সক্ষম হ'ল। ফৰাচী দেশৰ চাৰিওফালে আৰম্ভ হ'ল ধৰ্মযুদ্ধ। ভল্টেয়াৰৰ ৰচনাই ফৰাচী দেশৰ অন্ধ কু-সংস্কাৰ আৰু ধৰ্মীয় আচাৰ-ব্যৱহাৰৰ বিৰুদ্ধে বিপ্লৱৰ সূচনা কৰিলে।

তেওঁৰ যুক্তিপূৰ্ণ লিখাই ফৰাচী বিপ্লৱৰ আগজাননী দিলে। তেওঁৰ অৰ্থপূৰ্ণ যুক্তিৰ সন্মুখত ধৰ্মান্ধ প্ৰতাৰকৰ অসাৰ বক্তৃতা, ঘৃণিত কূটতৰ্ক, কল্পিত ইতিহাস, অন্তহীন অসংগতি — এটা এটাকৈ চূৰ্ণ-বিচূৰ্ণ হ'ল। সমগ্ৰ ইউৰোপত ধৰ্মান্ধতাৰ বিৰুদ্ধে এক প্ৰচণ্ড ভূমিকম্পৰ জোঁকাৰণি অনুভূত হ'ল। মহামান্য পোপৰ সিংহাসন কঁপি উঠিল। খহি পৰিল যুগ যুগ ধৰি সমাজৰ ওপৰত ধৰি ৰখা অনুশাসনৰ ধৰ্মদণ্ড। এফালে ভল্টেযাৰৰ ৰচনা ই ইংৰাজসিংহাসন কঁপাই তুলিলে আৰু আনফালে পোপৰ ধৰ্মধ্বজাৰ বুনিয়াদ খহাবলৈ ধৰিলে। এনে এক বৈপ্লৱিক পৰিৱেশত ভল্টেয়াৰ হৈ উঠিল ইউৰোপৰ নৱ-জাগৰণৰ পুৰোধা পুৰুষ।

এখনৰ পিচত আন এখন গ্ৰন্থ ৰচনা কৰি ভল্টেয়াৰে ইউৰোপত আলোড়ণৰ সৃষ্টি কৰিলে। তেওঁ নিৰানব্বৈখন গ্ৰন্থ ৰচনা কৰি বিশ্বত অভিলেখ স্থাপন কৰিলে। তেওঁৰ ৰচনাৰ মাজত বৌদ্ধিক চিন্তাশক্তি, সৃষ্টিশীল প্ৰতিভা আৰু বস্তুনিষ্ঠ বিশ্লেষণ পৰিদৃষ্ট হয়। তেওঁৰ প্ৰতিখন গ্ৰন্থই পাঠকৰ মনত বিদ্যুতৰ দৰে শিহৰণ জগাই তুলিছিল। কেতবোৰ কিতাপ তিনি লাখতকৈ অধিক বিক্ৰী হৈছিল। সাহিত্যৰ ইতিহাসত এনে অভিলেখ বিৰল।

তেওঁৰ আন এখন বিখ্যাত কিতাপ 'Question of zapeta' ত সাধাৰণভাৱে খৃষ্টান ধৰ্ম আৰু বিশেষকৈ কেথলিক ধৰ্মৰ ওপৰত অবিশ্ৰান্ত তীক্ষ্ণ আক্ৰমণ কৰি সমগ্ৰ ইউৰোপৰ যাজক সম্প্ৰদায়ৰ অস্তিত্ব বিপন্ন কৰি তুলিছিল। তেওঁ খৃষ্টান ধৰ্মৰ দাৰ্শনিক বিশ্লেষণ আগবঢ়াই ঘোষণা কৰিলে— 'যাজক সম্প্ৰদায়ৰ নিৰ্বুদ্ধিতাই আমাৰ গাত যি কুখ্যাত জোলোঙা আঁৰি দিলে আজি তাক ছিঙি পেলোৱাৰ সময় সমুপস্থিত হৈছে। আমাৰ বিবেক-বুদ্ধিৰে ধৰ্মৰ এই জোলোঙা ফালি-ছিৰি পেলাব লাগে। পুৰোহিতৰ ছদ্মবেশত যিসকল নৰখাদকে পৃথিৱীখন ৰক্তাক্ত কৰি তুলিছে আজি সেই

বেদনার্ত পৃথিৱীক সান্ত্বনা দিয়াৰ সময় আহিছে।' ভল্টেয়াৰৰ এই উদাত্ত আহ্বানত খৃষ্টান ধৰ্মৰ ভেটি কঁপি উঠিছিল।

চাৰ্চৰ বিৰুদ্ধে আৰম্ভ কৰা সংগ্ৰামৰ ফলত তেওঁ বাৰে বাৰে স্বদেশৰ পৰা নিৰ্বাসিত হ'বলগীয়া হৈছিল। চৌষষ্ঠি বছৰ বয়সতো তেওঁ ফ্ৰান্সৰ পৰা নিৰ্বাসিত হৈছিল। তেওঁৰ দোষ আছিল ৰাষ্ট্ৰযন্ত্ৰৰ স্বৈৰাচাৰী চৰিত্ৰ আৰু গীৰ্জাৰ একচ্ছত্ৰী আধিপত্য লোক-সমাজৰ মাজত উন্মোচন কৰা। চৌষষ্ঠি বছৰ বয়সত স্বদেশৰ পৰা নিৰ্বাসিত হোৱাৰ পিছত তেওঁ ছুইজাৰলেণ্ড আৰু ফ্ৰান্সৰ সীমান্তৱৰ্তী ফাৰ্ণি নামে সৰু অপৰিচিত ঠাইখনত আশ্ৰয় লৈছিল। সেই ফাৰ্ণিতে তেওঁ ইউৰোপৰ ধৰ্মযুদ্ধৰ পাতনি মেলিছিল। তেওঁৰ উপস্থিতিৰ বাবে ফাৰ্ণি হৈ উঠিছিল ইউৰোপৰ গুণী-জ্ঞানী লোকসকলৰ তীৰ্থক্ষেত্ৰ। ইউৰোপৰ বিভিন্ন দেশৰ পৰা জ্ঞানী লোকসকল ফাৰ্ণিলৈ আহি তেওঁৰ দাৰ্শনিক তত্ত্বকথা, আধ্যাত্মিক দিশ দৰ্শন শুনিছিল। তিৰাশী বছৰ বয়সত তেওঁ যেতিয়া স্বদেশলৈ উভতি আহে তেতিয়া হেজাৰ হেজাৰ লোকে তেওঁক বিপুল সম্বৰ্দ্ধনা জনাই আদৰি আনে। তেওঁক চোৱাৰ বাবে দলে দলে মানুহ আহিছিল। জ্ঞান অন্বেষণৰ স্পৃহাই দৰ্শকসকলক তেওঁৰ অনুগামী কৰি তুলিছিল। তেওঁৰ জনপ্ৰিয়তা লক্ষ্য কৰি ফ্ৰান্সৰ সম্ৰাট ষোড়শ লুই ঈৰ্ষান্বিত হৈছিল। কিন্তু জনতাৰ দুৰ্জেয় শক্তিয়ে ৰজাৰ শক্তিকো দুৰ্বল কৰি তুলিছিল। জনসাধাৰণক আধ্যাত্মিক দিক্ দৰ্শন আৰু স্বাধীনতাৰ পথ প্ৰদৰ্শন কৰাৰ বাবেই তেওঁৰ ৰচনা হৈ উঠিছিল প্ৰেৰণাৰ উৎস আৰু ভল্টেয়াৰ হৈছিল নিপীড়িত জনগণৰ পথ প্ৰদৰ্শক। ... এদিনাখন বেঞ্জামিন ফ্ৰেংকেলিন তেওঁৰ নাতিয়েকক লগত লৈ ভল্টেয়াৰক দেখা কৰিবলৈ আহিছিল। ফ্ৰেংকেলিনে তেওঁৰ নাতিয়েকক আশীৰ্বাদ দিয়াৰ বাবে ভল্টেয়াৰক অনুৰোধ কৰিছিল। বৃদ্ধ ভল্টেয়াৰে তেওঁৰ কঁপা কঁপা শীৰ্ণ হাতেৰে যুৱকজনৰ মূৰ ছুই আশীৰ্বাদ দিছিল— 'ঈশ্বৰ আৰু স্বাধীনতাৰ বাবে নিজকে উছৰ্গা কৰা।'

ঈশ্বৰ আৰু স্বাধীনতাৰ বাবেই মনীষী ভল্টেয়াৰেও জীৱন উছৰ্গা কৰিছিল। স্বদেশ আৰু স্বজাতিৰ মুক্তিৰ বাবেই ভল্টেয়াৰৰ কলমৰ মুখেদি ওলাইছিল চিৰ শাশ্বত বাণী। ১৭৭৮ চনৰ ৩০ মে'ত এই মহান লিখকজনৰ মৃত্যু হয়। মৃত্যুৰ পিচত তেওঁক য'ত সমাধিস্থ কৰা হৈছিল তাতে তেওঁৰ সমাধিস্তম্ভত তেওঁৰ নিজ হাতৰ আখৰেৰে

লিখা দুটা বাক্য আজিও জিলিকি আছে— 'ভল্টেয়াৰ ইয়াতেই শুই আছে। পৃথিৱীৰ মানুহে তেওঁক পাহৰা নাই।

সঁচাকৈয়ে তেওঁৰ ৰচনা জীৱন্ত হৈ আছে। মৰিও তেওঁ অমৰ হৈ আছে। এগৰাকী মহান আত্মাৰ অমোঘ বাণী পৃথিৱীত আজিও প্ৰাসংগিক হৈ আছে। তেওঁৰ অমূল্য গ্ৰন্থৰাজিয়ে মানুহক দাৰ্শনিক আৰু স্বাধীন চিন্তাৰ খোৰাক যোগাই আছে।



# ফৰাচী বিপ্লৱৰ মন্ত্ৰগুৰু ৰুচোৰ সাহিত্য

অষ্টাদশ শতিকাত যি দুগৰাকী মনীষাৰ সাহিত্য, দৰ্শন আৰু বীক্ষাই ফৰাচী দেশত স্বাধীন চিন্তাৰ বীজ ৰোপণ কৰিছিল সেই দুগৰাকী মনীষাৰ এগৰাকী হ'ল দাৰ্শনিক গুৰু ভল্টেয়াৰ আৰু আন এগৰাকী হ'ল ফৰাচী বিপ্লৱৰ মন্ত্ৰগুৰু ৰুচো। দুয়োগৰাকী মনীষাৰ সৃষ্টিশীল সাহিত্য কৰ্মই ফ্ৰান্সৰ নিপীড়িত, নিষ্পেষিত জনগণৰ মনত স্বাধীনতাৰ স্পৃহা জগাই তুলিছিল। ৰুচোৰ সাহিত্যত অনুৰণিত হৈছিল সৰ্বসাধাৰণ মানুহৰ কণ্ঠস্বৰ সাধাৰণ মানুহৰ মনত গভীৰ আস্থা জগাই তুলিছিল ৰুচোৰ কথাই। ৰুচোৰ কণ্ঠত নিনাদিত হৈছিল সৰ্বসাধাৰণৰ অস্তিত্ব প্ৰতিপন্ন কৰাৰ কথা, ঝংকাৰিত হৈছিল সমাজ মুক্তিৰ গান আৰু বিস্ফোৰিত হৈছিল ৰাষ্ট্ৰ আৰু সমাজ বৈষম্যৰ বিৰুদ্ধে তীব্ৰ বিষোদ্গাৰ। ৰুচোৰ লেখনিৰ যাদুকৰী স্পৰ্শত সৰ্বসাধাৰণৰ স্বাধীন চেতনা জাগ্ৰত হৈছিল আৰু সেই জাগৰণেই সূচনা কৰিছিল ফৰাচী বিপ্লৱৰ। সেয়েহে ইতিহাসে ৰুচোক 'Voice of the Common man' হিচাপে অভিহিত কৰিছে। প্লুটাৰ্কৰ লেখা আৰু ভল্টেয়াৰৰ দাৰ্শনিক চিন্তাই ৰুচোৰ মাজৰ স্বাধীন সত্তাটোক সঞ্জীৱিত কৰি তুলিছিল।

জীৱনৰ আগছোঁৱাখৰত ৰুচো আছিল চঞ্চল প্ৰকৃতিৰ লোক। তেওঁ আছিল দ্বিধাগ্ৰস্ত, অকৰ্মণ্য, স্বপ্নাতুৰ আৰু বাস্তৱ অভিজ্ঞতাহীন। সেই সময়ত তেওঁৰ কোনো লক্ষ্য নাছিল, নাছিল কোনো উচ্চাকাংক্ষা। গতানুগতিকতাৰ মাজেৰে দিনবোৰ অতিবাহিত কৰিছিল। জেনেভা চহৰৰ এজন সাধাৰণ ঘড়ী কাৰিকৰৰ দ্বিতীয় সন্তান আছিল জঁা জ্যাকচ্ ৰুচো। মাক-দেউতাক দুয়ো ফৰাচী দেশৰ কেলভিন সম্প্ৰদায়ৰ লোক। শৈশৱতে ৰুচো মাতৃহাৰা হৈছিল। পিতাকৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল হোৱা ৰুচোৰ আছিল এক বিশৃংখল জীৱন। আনুষ্ঠানিক শিক্ষাৰ প্ৰতিও তেওঁ উদাসীন আছিল। ঘৰুৱা অশান্তি আৰু বিশৃংখলাৰ মাজত শ্বাসৰুদ্ধ পৰিবেশত জীৱন নিৰ্বাহ কৰিবলগীয়া হোৱা বাবে ৰুচোৰ মন হৈ উঠিছিল চঞ্চল, দ্বিধাগ্ৰস্ত আৰু আত্মপ্ৰত্যয়হীন।

মনৰ এই উগুল-থুগুল অৱস্থাত কোনো এক স্থিৰ সিদ্ধান্তলৈ আহিব নোৱাৰি

ঘৰৰপৰা পলায়ন কৰি অসহায়ভাবে তেওঁ ইটালীৰ স্যাভৰ প্ৰদেশত উপস্থিত হয়। পলাতক অবস্থাত তেওঁ পৈতৃক ধৰ্ম পৰিত্যাগ কৰি কেথলিক ধৰ্মত দীক্ষিত হয়। সেই সময়ত তেওঁ নিজৰ জীৱিকা উলিওৱাৰ বাবে কাপোৰৰ দোকানত বিক্ৰেতাৰ চাকৰি কৰিবলৈ লয়। তাতো তেওঁ বেছিদিন টিকি থাকিব নোৱাৰিলে। কাপোৰৰ দোকানৰ চাকৰি ইস্তাফা দি তেওঁ এগৰাকী মহিলাৰ ঘৰত গৃহভৃত্য হিচাপে থাকে। কিন্তু ক'তো তেওঁ স্থায়ীভাৱে আত্মনিয়োগ কৰিব নোৱাৰিলে। মনৰ চঞ্চলতা আৰু অস্থিৰতাৰ বাবে ক'তো তেওঁ স্থায়ীভাৱে আত্মনিয়োগ কৰিব নোৱাৰিলে। অৱশেষত পিতৃগৃহলৈ প্ৰত্যাৱৰ্তন কৰি পঁচিছ বছৰ বয়সত অধ্যয়নত মনোনিবেশ কৰে। সেই সময়ত তেওঁ ভল্টেয়াৰৰ গ্ৰন্থসমূহ অধ্যয়ন কৰিবলৈ ধৰে। কিন্তু প্ৰণালীবদ্ধভাৱে আকৃষ্ট হ'ব নোৱাৰিলে। জীৱনত কোনো এটা নিৰ্দিষ্ট লক্ষ্য স্থিৰ কৰিব নোৱাৰি ঊনত্ৰিশ বছৰ বয়সত তেওঁ মাত্ৰ পোন্ধৰ লুই মুদ্ৰা হাতত লৈ পেৰিচ চহৰলৈ গুচি যায। সেই সময়ত তেওঁৰ লগত আছিল এখন নাটকৰ পাণ্ডুলিপি আৰু সংগীতৰ নতুন স্বৰলিপি। তাঁকে সম্বল কৰি তেওঁ পেৰিচৰ ৰাজপথত জীৱনৰ লক্ষ্যৰ সন্ধান কৰি ফুৰিছিল, কিন্তু মনৰ চঞ্চলতা আৰু অস্থিৰতাৰ বাবে তেওঁ নিৰ্দিষ্ট পথৰ সন্ধান নাপালে। সাতত্ৰিশ বছৰ বয়সলৈ তেওঁ লক্ষ্যহীনভাৱে ঘুৰি ফুৰিলে। এদিন তেওঁ এজন কাৰাৰুদ্ধ বন্ধুক চাবৰ বাবে পেৰিচৰ পৰা ছয়মাইল দূৰৈৰ ঠাই এখনলৈ গৈছিল। তেওঁ খোজকাঢি গৈছিল। হাতত আছিল এখন সাহিত্য আলোচনী। ৰাস্তাৰে গৈ থাকোঁতে তেওঁ আলোচনীৰ পাত লুটিয়াই যাওঁতে এটা বিজ্ঞাপন দেখি মনোযোগেৰে পঢ়িলে। বিজ্ঞাপনটোত প্ৰবন্ধ প্ৰতিযোগিতাৰ বাবে লেখকৰ পৰা প্ৰবন্ধ আহ্বান কৰা হৈছিল। প্ৰবন্ধৰ বিষয় আছিল— 'বিজ্ঞান আৰু কলাৰ উন্নতিৰ দ্বাৰা মানুহৰ উন্নতি নে অৱনতি হৈছে?' বিজ্ঞাপনৰ বিষয়টো পঢ়ি তেওঁ প্ৰচণ্ডভাৱে আলোড়িত হ'ল। তেওঁৰ মনত বিচিত্ৰ চিন্তাৰ সোঁত ববলৈ ধৰিলে। বিষয়টোৰ প্ৰতি তেওঁ গভীৰভাৱে আকৃষ্ট হ'ল।

আবেগিক উত্তেজনাত তেওঁ উত্তেজিত হৈ পৰিল। ৰাস্তাৰ দাঁতিৰ গছৰ ছাঁত বহি তেওঁ আধা ঘণ্টামান চিন্তাত নিমগ্ন হ'ল। তেওঁৰ মস্তিষ্কত চিন্তা শক্তিয়ে এনেদৰে আলোড়ন তুলিলে যে তেওঁ নিমিষতে চিন্তাশীল ব্যক্তিলৈ পৰিবৰ্তন হ'ল। অনুভূতিক আৰু আবেগিক চিন্তাৰ গভীৰতাই তেওঁৰ চঞ্চলতা আৰু অস্থিৰতা দূৰ কৰি বৌদ্ধিক

চিন্তা জগতলৈ আৰোহণ কৰালে। তেওঁ যেন সত্যৰ সন্ধান পালে। তেওঁৰ মাজত আবদ্ধ হৈ থকা বৌদ্ধিক চিন্তাৰ মানুহজনক নতুনকৈ আবিষ্কাৰ কৰিবলৈ সক্ষম হ'ল। তেওঁৰ মানসিক উৎকৰ্ষসাধন হোৱাৰ লগে লগে এক নতুন ৰুচোৰ জন্ম হ'ল। তেওঁৰ চিন্তাৰ পৰিবৰ্তন হ'ল, তেওঁৰ ভিতৰৰ বৌদ্ধিক সত্তাটো বিমূৰ্ত হৈ উঠিল আৰু স্বকীয় দৃষ্টিভংগীৰে পৰিবৰ্তিত পৰিস্থিতিত বিজ্ঞান আৰু কলাৰ উন্নতিৰ সৈতে মানুহৰ নৈতিক উন্নতি বা অৱনতিৰ বিশ্লেষণ কৰি প্ৰতিযোগিতাৰ বাবে এটা প্ৰবন্ধ লিখি উলিয়ালে। তেওঁৰ প্ৰবন্ধত সমাজ পৰিবৰ্তনৰ ক্ষেত্ৰত বিজ্ঞান আৰু কলাৰ ভূমিকা বৈপ্লৱিক দৃষ্টিভংগীৰে সদৰী কৰা হ'ল। মানুহৰ নৈতিক উন্নতি বা অৱনতিৰ ক্ষেত্ৰত সাহিত্য-কলা আৰু বিজ্ঞানে কেনেদৰে Catalyst হিচাপে কাম কৰে তাক স্পষ্ট ভাষাৰে লিপিবদ্ধ কৰা হ'ল। তেওঁৰ প্ৰবন্ধৰ অন্তৰ্নিহিত বৈপ্লৱিক চিন্তাই ফৰাচী দেশত এক বিপ্লৱৰ ইংগিত দিবলৈ সক্ষম হ'ল। প্ৰবন্ধ প্ৰতিযোগিতাত ফৰাচীৰ খ্যাতনামা লেখকসকলেও অংশগ্ৰহণ কৰিছিল। কিন্তু বিচাৰকসকলৰ বিবেচনাত ৰুচোৰ প্ৰবন্ধই প্ৰথম স্থান অধিকাৰ কৰিলে। প্ৰবন্ধৰ মাজত বিপ্লৱৰ যি অৰ্থবহ ইংগিত দিয়া হৈছে তাক ফৰাচী দেশত বিপ্লৱৰ পূৰ্বাভাস বুলি কোৱা হৈছে। ৰুচোৰ প্ৰথম প্ৰবন্ধই অশান্তিগ্ৰস্ত ফৰাচী সমাজলৈ পৰিবৰ্তনৰ ইংগিত কঢ়িয়াই আনিলে।

প্ৰথম প্ৰবন্ধৰ সাফল্যৰ পিচত ৰুচোৰ কলম অবিৰতভাৱে চলিবলৈ ধৰিলে। ফৰাচী সমাজৰ অধস্তন অৱস্থা, শাসন যন্ত্ৰৰ স্বৈৰাচাৰী নীতি, ৰাজশক্তিৰ নৈতিক শিথিলতা আদিয়ে ৰুচোৰ চিন্তাত ক্ৰিয়া কৰিবলৈ ধৰিলে। ফৰাচীৰ অশান্তিজৰ্জৰ পৰিস্থিতিয়ে ৰুচোৰ বিদ্ৰোহী সত্তাটোক জগাই তুলিলে। ৰুচোৱে মননশীল চিন্তাৰে ফৰাচীৰ সামগ্ৰিক পৰিস্থিতিৰ বিষয়ে প্ৰবন্ধ লিখিবলৈ ধৰিলে। ফৰাচী সমাজৰ ওপৰত ৰাজশক্তিৰ অপশাসন, অন্যায়-অনীতি আৰু দুৰ্নীতিৰ বিৰুদ্ধে তেওঁ সাহসেৰে প্ৰতিবাদ কৰি বৈপ্লৱিক পৰিবৰ্তনৰ চিন্তা লেখাৰ মাজত সঞ্চালনি কৰিলে।

তেওঁ অদম্য সাহসেৰে ভাগি পৰা সমাজ ব্যৱস্থাক পুনৰ গঠনৰ বাবে বৈপ্লৱিক পৰিবৰ্তনৰ পোষকতা কৰিলে। তেওঁৰ লেখাই ফৰাচীৰ সৰ্বসাধাৰণ লোকৰ মনত আস্থাৰ ভাব জগাই তুলিলে। স্বৈৰাচাৰী ৰাষ্ট্ৰ ব্যৱস্থাৰ বিপৰীতে সাম্যবাদী সমাজ ব্যৱস্থা প্ৰতিষ্ঠা কৰাৰ কামত ব্ৰতী হ'ল তেওঁৰ গভীৰ চিন্তাধাৰা। ১৭৫৩ চনত ৰুচোৰ এখন বিখ্যাত গ্ৰন্থ 'Discourse on the origin of Inequality' প্ৰকাশ পালে।

সমাজ আৰু ৰাষ্ট্ৰত বৈষম্যৰ উৎপত্তি অনুধাৱন কৰি ৰুচো বিশ্লেষণাত্মক দৃষ্টিভংগীৰে নিজৰ বৌদ্ধিক চিন্তা প্ৰকাশ কৰিলে। ৰুচোৰ মতে ব্যক্তিগত সম্পত্তিয়েই সামাজিক বৈষম্যৰ মূল।' এই গ্ৰন্থত ৰুচোৱে ৰাষ্ট্ৰত ক্ৰমবৰ্দ্ধমান স্বৈৰাচাৰ আৰু যথেচ্ছাচাৰৰ বিৰুদ্ধে গঢ়ি উঠা প্ৰতিবাদী বিপ্লৱক বিধিসন্মত কাৰ্যব্যৱস্থা হিচাপে ঘোষণা কৰিলে। জনগণৰ সংঘবদ্ধ প্ৰতিবাদক যুক্তিসংগত বিদ্ৰোহ বুলি স্বীকৃতি দিয়াৰ ফলত ফৰাচীত বিপ্লৱৰ নতুন প্ৰভাতৰ শুভাৰম্ভ হ'ল। ইতিহাসে সেয়েহে ৰুচোক ফৰাচী বিপ্লৱৰ মন্ত্ৰগুৰু হিচাপে অভিহিত কৰিছে। নিজৰ মতবাদ সমাজত প্ৰতিষ্ঠা কৰাৰ বাবে তেওঁ তৰ্ক যুদ্ধতো ব্ৰতী হৈছিল। তেওঁৰ যুক্তি আছিল ক্ষুৰধাৰ অকাট্য। সেই যুক্তিৰ আগত তেওঁৰ সৈতে তৰ্কত প্ৰবৃত্ত হোৱা লোক পৰাজিত হ'বলৈ বাধ্য হৈছিল। ৰুচোৰ যুক্তিবাদী স্বাধীন চিন্তাই ফৰাচী জনগণৰ মনত আশাৰ সঞ্চাৰ কৰিছিল।

সমাজ আৰু ৰাষ্ট্ৰ ব্যৱস্থাৰ অধঃপতনৰ স্বৰূপ প্ৰত্যক্ষ কৰি ৰুচোৰ মন ভাৰাক্ৰান্ত হৈ উঠিছিল। চৌৰাল্লিছ বছৰ বয়সত তেওঁ পেৰিচ চহৰ ত্যাগ কৰি সংসাৰ আৰু সমাজৰ পৰা বিদায় লৈ মণ্ট মৰেনচিৰ নিৰ্জন অৰণ্যত এক পৰ্ণ-কুটীৰ সাজি অকলশৰে বাস কৰিবলৈ ধৰিলে। সেই নিৰ্জন কুটীৰৰ নাম ৰাখিছিল 'হাৰ্মিটেজ'। নিৰ্জনতাৰ মাজত থাকি তেওঁ একান্তমনে সাহিত্য সাধনাত ব্ৰতী হয়। তেওঁৰ এই নিৰ্জন বাসৰ বিষয়ে তেওঁ নিজেই লিখিছে— 'সামাজিক কোলাহলৰ পৰা আঁতৰি অহাৰ প্ৰকৃত কাৰণ হৈছে আমাৰ অদম্য স্বাধীন প্ৰকৃতি। এই প্ৰকৃতিৰ আগত পাৰ্থিৱ মান-সন্মান, ধন-সম্পদ একেবাৰে মূল্য নাই।'সচাকৈয়ে ৰুচোৰ বাবে পাৰ্থিৱ ধন-সম্পদ, মান-সন্মানৰ কোনো গুৰুত্ব নাছিল। ফৰাচী জনগণৰ স্বাধীনতা আছিল তেওঁৰ মূলমন্ত্ৰ। সেই মূলমন্ত্ৰ আগত ৰাখিয়েই তেওঁ সৰ্বসাধাৰণৰ মুক্তিৰ বাবে কলম ধৰি গৈছিল। নিৰ্জন পৰিৱেশত বাস কৰি ৰুচোৱে গ্ৰন্থ ৰচনাত মনোনিৱেশ কৰিলে। সেই সময়ত তেওঁ এখন উপন্যাস লিখিলে যাৰ নাম 'La Novetta'। এইখন ৰুচোৰ অমৰ উপন্যাস। এই উপন্যাসত তেওঁ ফৰাচী সমাজ জীৱনৰ ছবি অংকন কৰিছে। উপন্যাসখন প্ৰকাশ হোৱাৰ পিচত ফৰাচীৰ জনসাধাৰণে বিপুলভাৱে আদৰি ল'লে। কিন্তু সমালোচকসকলে উপন্যাসৰ বিষয়বস্তুক বিৰূপভাৱে সমালোচনা কৰিলে। আনকি ভল্টেয়াৰেও উপন্যাসখনক কটু সমালোচনা কৰিলে। ভল্টেয়াৰৰ সমালোচনায়ো ৰুচোৰ সাহিত্য প্ৰতিভা ম্লান কৰিব নোৱাৰিলে। সৰ্বসাধাৰণ পাঠকে

তেওঁৰ উপন্যাসক বিপুলভাৱে আদৰি ল'লে। ইয়াৰ পিচত তেওঁ নির্জন অৰণ্যৰ পৰা আহি লুক্রেমবার্গৰ ডিউকৰ আশ্রয়ত থাকিবলৈ ল'লে। তাতে তেওঁ প্রায় পাঁচ বছৰ কাল অতিবাহিত কৰে। সেই সময়তে 'Social contract' নামৰ এখন ৰাজনৈতিক মতাদর্শৰ গ্ৰন্থ ৰচনা কৰে। এইখন গ্রন্থত আৱেগিক অনুভৱতকৈ যুক্তি-তর্কৰ প্রাধান্যহে অধিক দেখা যায়। বিশেষকৈ স্বাধীনতাই তেওঁৰ মূল লক্ষ্য হ'লেও মুখ্যতঃ তেওঁ আছিল সাম্যৰ পূজাৰী। স্বাধীনতাৰ বিনিময়ত তেওঁ সাম্য প্রতিষ্ঠাৰ পোষকতাহে কৰিছিল। সামাজিক বৈষম্য দূৰ কৰি সাম্যবাদী সমাজ প্রতিষ্ঠাহে তেওঁৰ লক্ষ্য আছিল। 'ছ'চিয়েল কনট্রাক' গ্রন্থত তেওঁৰ এই ৰাজনৈতিক মতবাদ স্পষ্টভাৱে দাঙি ধৰিছে।

ৰুচোৰ আন এখন বিতর্কিত গ্ৰন্থ হ'ল 'Emile'। গ্রন্থত শিক্ষা সম্বন্ধীয় আধুনিক মতবাদ দাঙি ধৰিছে। অৱশ্যে এই মত ৰুচোৰ স্বকীয় বৈশিষ্ট্য। 'Emile' ৰ মতবাদ ৰাষ্ট্ৰযন্ত্ৰই গ্রহণ নকৰিলে। বৰং 'Emile' গ্ৰন্থ প্রকাশ কৰি সমাজ বিপথে পৰিচালিত কৰাৰ দোষত ৰুচোৰ ওপৰত নানা ধৰণৰ অত্যাচাৰ-উযপীড়ন আৰম্ভ কৰা হৈছিল। ৰাষ্ট্ৰযন্ত্ৰৰ দৃষ্টিত ৰুচোক অপৰাধী হিচাপে চিহ্নিত কৰা হৈছিল আৰু পেৰিচৰ বিচাৰালয়ৰ সম্মুখত তেওঁৰ গ্রন্থখন পুৰি পোলোৱা হৈছিল। গ্ৰন্থ খনৰ বিষয়বস্তুৰ বাবে পেৰিচৰ একশ্রেণী লোক ইমানেই ক্ষিপ্ত হৈছিল যে গ্রন্থখন পুৰি পেলোৱাৰ সময়ত ৰুচোক পোৱাহেঁতেন তেওঁকো জুইত জাঁপি দিলেহেঁতেন। গ্রন্থখনে সৃষ্টি কৰা বিষাক্ত পৰিবেশৰ মাজত ৰুচোৰ জীৱনো বিপন্ন হোৱাৰ সম্ভৱনা দেখা গৈছিল। জেনেভাৰ প্রকাশ্য ৰাজপথত গ্রন্থখনৰ কপি জুইত পুৰি পেলোৱা হৈছিল। প্রতিক্রিয়াশীল চক্ৰৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি তেওঁ ছুইজাৰলেণ্ডলৈ পলাই যায়। তাতো তেওঁ শান্তিৰে থাকিব নোৱাৰিলে। তেওঁক অনুসৰণ কৰি প্রতিক্রিয়াশীল চক্রটোৱে ছুইজাৰলেণ্ডলৈ গৈ ৰুচোৰ গ্রন্থৰ বিৰুদ্ধে বিক্ষোভ প্রদর্শন কৰে। সমগ্ৰ ইউৰোপতে ৰুচোৰ গ্রন্থৰ বিৰুদ্ধে প্রতিবাদৰ জোৱাৰ প্ৰবলতৰ হৈ উঠে। এজন ব্যক্তিৰ এখন কিতাপক লৈ এনেদৰে প্রচণ্ড বিক্ষোভ বিস্ফোৰিত হোৱাৰ দৃষ্টান্ত পৃথিৱীত বিৰল। ছুইজাৰলেণ্ডতো তেওঁ গণ বিক্ষোপৰ সম্মুখীন হ'বলগীয়া হৈছিল। অৱশেষত তেওঁ ছুইজাৰলেণ্ডৰ পৰাও পলাই গৈ প্রাচিয়াৰ ৰজা ফ্রেডাৰিক ডি গ্রেটৰ ৰাজ্যত আশ্রয় লয়। আৰু এখন গাঁৱত বাস কৰিবলৈ ধৰে। তাত আঢ়ৈ বছৰ কাল

বাস কৰাৰ পিচত তাতো পুৰোহিতসকলৰ আক্ৰমনত তিষ্ঠিব নোৱাৰি তেওঁ ইংলেণ্ডলৈ গুচি যায়। ইংলণ্ডৰ উদাৰ কোলাত আশ্ৰয় লৈ তেওঁ আত্মজীৱনী লিখিবলৈ আৰম্ভ কৰে। তেওঁৰ জীৱনৰ সকলো ঘটনা আত্মজীৱনীত স্বীকাৰোক্তি হিচাপে সন্নিবিষ্ট কৰিছে আৰু আত্মজীৱনীৰ নাম ৰাখিছিল 'Confessions'। এই আত্মজীৱনী তেওঁৰ সঁচা স্বীকাৰোক্তি। সকলো কথা তেওঁ অকপটে স্বীকাৰ কৰিছে। নিসংগ জীৱনৰ অভিজ্ঞতাক লৈ তেওঁ আত্মজীৱনী লিখিছে - পৃথিৱীত মই অকলশৰীয়া, বন্ধু নাই। প্ৰতিবেশী নাই, মোৰ বাদে মোৰ কোনো নাই। মানুহৰ মাজত যিয়েই আছিল সকলোতকৈ স্নেহশীল আৰু সদালাপী তাকেই সকলোৱে বৰ্জন কৰিছে। ৰুচোৰ নিসংগ জীৱনৰ আক্ষেপ পৰিস্ফুট হৈ উঠিছে তেওঁৰ 'Confessions' গ্ৰন্থত। অৰণ্যৰ নিস্তব্দতাৰ মাজত বিষাদগ্ৰস্ত বৃদ্ধ নাইটিংগেলৰ মধুৰ সংগীতৰ দৰেই ৰুচোৰ 'কনফেচন'। হৃদয়পৰশা তেওঁৰ অভিব্যক্তি। ৰুচোৰ আত্মজীৱনী আজিও ফৰাচী সাহিত্যত অনবদ্য সৃষ্টি হিচাপে বিখ্যাত হৈ আছে।

ৰুচোৰ ধৰ্মীয় মতাদৰ্শন পৰিচয় পোৱা যায় চেওঁৰ বিতৰ্কিত গ্ৰন্থ 'Emile' ৰ এটি অধ্যাযত। এই অধ্যায়ৰ নাম 'Confessions of a Savoyard Vieat ' - এই অধ্যায়ত তেওঁৰ ধৰ্মীয় অনুশাসনৰ স্বীকাৰোক্তি আছে। তেওঁ ঈশ্বৰ বিশ্বাসী- কিন্তু অন্ধ বিশ্বাসী নহয়। ঈশ্বৰৰ ওপৰত আছে তেওঁৰ অটল বিশ্বাস, কিন্তু তেওঁ ধৰ্মভীৰু নহয। হৃদয়ৰ অনুভূতিৰে তেওঁ ঈশ্বৰৰ অস্তিত্বক বিশ্বাস কৰে, অলৌকিকতাৰ বাবে নহয়।

ৰুচোৰ মাজত বিভিন্ন প্ৰতিভাৰ সমাৱেশ ঘটিছে। তেওঁৰ চিন্তাধাৰা কেৱল বৈপ্লৱিকেই নহয়, তেওঁৰ চিন্তাত মানবীয় অনুভূতীৰ প্ৰভাৱ অপৰিসীম। মানৱমুক্তি তেওঁৰ চিন্তাৰ কেন্দ্ৰবিন্দু। তেওঁৰ ৰচনা ৰীতি সত্যৰ ওপৰত প্ৰতিষ্ঠিত। মনৰ গভীৰ চিন্তাক তেওঁ নিঃসংকোচে ব্যক্ত কৰিছে ৰচনাৰ মাজত। তেওঁৰ ৰচনা ৰীতি স্বতন্ত্ৰ, তেওঁৰ ৰচনা কৌশলত মৌলিকত্ব বিদ্যামান। তেওঁৰ চিন্তাই পাঠকৰ অন্তৰ স্পৰ্শ কৰে। তেওঁ নিজৰ সত্তাক চিনি পাইছিল। স্বকীয় অস্তিত্বৰ সন্ধানেই তেওঁৰ ৰচনাৰ বৈশিষ্ট্য আৰু তাতেই তেওঁৰ সাহিত্যৰ স্বাতন্ত্ৰ্য বিকশিত হৈ উঠিছে।

ৰুচোৰ মৃত্যুও আছিল অস্বাভাৱিক। ১৭৭৮ চনৰ ২ জুলাইৰ দিনা তেওঁক শোৱাপাটিতে মৃত অৱস্থাত পোৱা গৈছিল। তেওঁৰ সমগ্ৰ মুখমণ্ডল অস্বাভাৱিকভাৱে

ফুলি উঠিছিল। চিকিৎসকসকলেও তেওঁৰ মত্যুৰ কাৰণ স্থিৰ কৰিব নোৱাৰিলে। তেওঁৰ এই অস্বাভাৱিক মৃত্যুৰ লগে লগে ফৰাচীত এটা যুগৰ পৰিসমাপ্তি ঘটিছিল যদিও তেওঁৰ চিন্তাধাৰা আৰু সাহিত্যকৰ্মই প্ৰকৃতপক্ষে ফৰাচী বিপ্লৱৰ পথ প্ৰশস্ত কৰি গৈছিল। তেওঁৰ মৃত্যুৰ পিচত তেওঁৰ বিতৰ্কিত গ্ৰন্থ 'Emile' ফৰাচী বৌদ্ধিক সমাজৰ দ্বাৰাই সমাদৃত হৈছিল আৰু সেয়েহে জেনেভাৰ শিক্ষা প্ৰতিষ্ঠান ৰুচোৰ নামেৰেই স্থাপিত হৈছিল। ফৰাচীৰ সামাজিক সাহিত্য কলা আৰু শৈক্ষিক দিশত ৰুচোৰ যি অবদান সি আজিও স্বীকৃত হৈ আহিছে। ফৰাচী বিপ্লৱৰ মন্ত্ৰগুৰু হিচাপে আজিও ইতিহাসত ৰুচোৰ নাম সোণালী আখৰেৰে লিখা আছে।



# মহাকাব্যীয় যুগৰ কবি আলেকজেণ্ডাৰ পোপ

পৃথিৱীৰ সকলো ভাষাৰ সাহিত্যক একোটা বিশেষ যুগক মহাকাব্যীয় অৰ্থাৎ ক্লাচিক যুগ বুলি গণ্য কৰা হয়। কিয়নো সেই যুগত কিছুমান মহান সাহিত্যিক সেই ভাষাৰ জাতীয় সাহিত্য ৰচনা কৰি এক গৌৰৱোজ্জ্বল অধ্যায়ৰ সূচনা কৰে। বিশ্ব সাহিত্য অধ্যয়ন কৰিলে এই কথাৰ সত্যতা প্ৰতিপন্ন হয়। ৰোমত মহাকাব্যীয় যুগ আৰম্ভ হৈছিল আগাষ্টাচৰ ৰাজত্ব কালত। সেয়া আছিল ৰোম সাহিত্যৰ সোণালী যুগ যি আজিও বিশ্ব সাহিত্যত আগাষ্টান যুগ হিচাপে পৰিগণিত হৈ আহিছে। সেইদৰে ইটালীয় সাহিত্যত মহাকাব্যীয় যুগ আৰম্ভ হৈছিল। মহাকবি ডাণ্টেৰ সময়ত। ফৰাচী সাহিত্যত ক্লাচিক যুগ আৰম্ভ হৈছিল চতুৰ্দশ লুইৰ শাসন কালত। সেইদৰে ইংৰাজী সাহিত্যত ক্লাচিক যুগৰ সূত্ৰপাত হৈছিল ৰাণী এনীৰ শাসন কালত। ইংৰাজী সাহিত্যৰ ক্লাচিক যুগৰ এগৰাকী বিখ্যাত কবি হ'ল আলেকজেণ্ডাৰ পোপ। পোপৰ কবিতাই এটা যুগৰ সূচনা কৰিছিল। সেই যুগত তেওঁৰ প্ৰভাৱ পৰিব্যাপ্ত হৈছিল ইংৰাজী সাহিত্যৰ লগতে অন্যান্য বিদেশী ভাষাৰ সাহিত্যতো। তেওঁৰ ছন্দৰ যি বৈচিত্ৰ্য, ভাবৰ যি গভীৰতা সি সেই যুগত অনিৰ্বচনীয় হৈ আছিল। যি সময়ত তেওঁ কবিতা লিখিছিল সেই সময়ত কেৱল সামান্য কবিতাহে আছিল। মহাকাব্যও নাছিল, নাছিল কোনো কাহিনী, নাছিল কোনো নাটক, নাছিল কোনো প্ৰকৃতি বন্দনা। তেওঁ অনুকৰণীয়ভাৱে যি এক নতুন শৈলীৰ সৃষ্টি কৰিলে সি ওঠৰ শতিকাজুৰি অতুলনীয় হৈ আছে। তেওঁ গোটেই জীৱনজুৰি কেৱল সাহিত্য সাধনা কৰিলে। সাহিত্য সাধনাই আছিল তেওঁৰ জীৱনৰ ব্ৰত। তেওঁৰ ব্যক্তিগত পেছা। সাহিত্যত বাদে তেওঁৰ আন কোনো পেছা নাছিল। তেওঁৰ সমসাময়িক বিখ্যাত ব্যক্তিসকলৰ ভিতৰত সুৰ্হফট্ ৰাজনীতিবিদ এডিচন আছিল ৰাষ্ট্ৰ সচিব। আন সমসাময়িক লেখকসকলৰ জীৱিকাৰ কিবা নহয় কিবা এটা পেছা

আছিল, সাহিত্য আছিল তেওঁলোকৰ বাবে যশস্যা অৰ্জনৰ আহিলা। এইক্ষেত্ৰত পোপ আছিল ব্যতিক্ৰম, সাহিত্যত বাদে তেওঁৰ অন্য কোনো পেছা নাছিল। ধৰ্মীয় কু-সংস্কাৰ, প্ৰকৃতিগত বাধা আদি অতিক্ৰম কৰি তেওঁ একনিষ্ঠভাৱে সাহিত্যৰ সাধনা কৰি এক স্বকীয় স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল। পোপ আছিল বেমাৰী, কঁটীয়া আৰু শাৰীৰিকভাৱে দুৰ্বল। বাহিৰৰ পৃথিৱী, প্ৰকৃতি আৰু মানুহৰ বিষয়ে তেওঁৰ জ্ঞান আছিল সীমিত। নিজৰ সংকীৰ্ণ পৃথিৱীত বিচৰণ কৰা চুটি-চাপৰ মানুহজনে একনিষ্ঠ সাধনাৰ বলত কবিতাৰে সাহিত্য কানন জাতিষ্কাৰ কৰি তুলিলে। কি যাদুৰ বলত তেওঁৰ সৃষ্টিয়ে এটা যুগৰ সূচনাক ৰিলে তাক বিশ্লেষণ কৰাৰ সাধ্য আমাৰ নাই যদিও তেওঁৰ যি একাগ্ৰতা, তেওঁৰ নিষ্ঠা সেয়াই তেওঁৰ সফলতাৰ যাদুকাঠি। ওঠৰ শতিকাৰ আৰম্ভণিৰে পৰা প্ৰায় দুকুৰি বছৰ ধৰি তেওঁৰ কবিতাই এক সুকীয়া ধাৰা আৰু বৈশিষ্ট্য বহন কৰিবলৈ সক্ষম হৈছিল।

পোপৰ জন্ম হৈছিল ১৬৮৮ চনত লণ্ডনত, সেই সময়টো আছিল বিপ্লৱৰ সময়। তেওঁৰ মাক-দেউতাক আছিল কেথলিক সম্প্ৰদায়ৰ আৰু তেওঁলোকে লণ্ডনৰ পৰা উঠি গৈ উইণ্ডচৰৰ কাষৰ বিন ফিল্ডত থাকিবলৈ লৈছিল। তাতেই পোপৰ ল'ৰালি কাল অতিবাহিত হৈছিল। সৰুৰে পৰা পোপ আছিল শাৰীৰিকভাৱে দুৰ্বল, কঁটীয়া আৰু লেঙেৰা। শাৰীৰিক অক্ষমতা আৰু ধৰ্মীয় ৰক্ষণশীলতাৰ বাবে তেওঁ সামান্য স্কুলীয়া শিক্ষাহে ল'ব পাৰিছিল। আনুষ্ঠানিক শিক্ষা নোহোৱা সত্ত্বেও তেওঁ গ্ৰন্থ অধ্যয়ন কৰি ইংলণ্ডৰ ঐতিহ্য, পৰম্পৰাৰ বিষয়ে সম্যক জ্ঞান আহৰণ কৰি লৈছিল। সৰুৰে পৰা তেওঁ কবিতা লিখিবলৈ লৈছিল। ধৰ্মীয় ৰক্ষণশীলতাৰ বাবে তেওঁ কৰ্মসংস্থান নাপালে। আৰু সেয়েহে সাহিত্য সাধনাকে একমাত্ৰ কৰ্ম হিচাপে গ্ৰহণ কৰি হাতত কলম তুলি ল'লে। শেষত গৈ সাহিত্য সাধনাই হ'ল তেওঁৰ জীৱনৰ একমাত্ৰ ব্ৰত। ইংৰাজী সাহিত্যৰ আদিকবি ড্ৰাইডেনৰ আৰ্হিত কবিতা লিখি তেওঁ ড্ৰাইডেনকে গুৰু হিচাপে মানি লৈ কাব্য সাধনা কৰা বুলি নিজেই স্বীকাৰ কৰিছে। কিন্তু তেওঁৰ কবিতা বিশ্লেষণ কৰিলে ফৰাচী কবি বাইলেউৰ প্ৰভাৱহে পৰিলক্ষিত হয়। যোল্ল বছৰ বয়সত পোপৰ প্ৰথম কাব্য গ্ৰন্থ পেৰেটাৰেলচ' প্ৰকাশ হৈ ওলায়। তাৰ কেইবছৰমান পিচত তেওঁৰ অন্য এক বিখ্যাত ৰচনা 'এছে অন ক্ৰিটিচিজম' প্ৰকাশ হয় আৰু এইখন গ্ৰন্থই তেওঁক বিখ্যাত কবি তোলে। ইয়াৰ পিচত ১৭১২ চনত তেওঁৰ আন এখন

কাব্য গ্ৰন্থ ‘ৰেপ্ অব দ্বি ল’ক’ প্ৰকাশ হৈ ওলায় আৰু এই গ্ৰন্থখনে তেওঁক ইংলণ্ডৰ বিদ্বান সমাজৰ মাজত সন্মানীয় আসন দিয়ে। চৌৱিশ বছৰ বয়সত চুটি-চাপৰ কবিজন সকলোৰে মাজত পৰিচিত হৈ পৰে আৰু ইংৰাজী সাহিত্যত এখন উচ্চ আসন লাভ কৰিবলৈ সক্ষম হয়। সেই সময়তে মহান মনীষী ভল্টেয়াৰে তেওঁক ইংলণ্ডৰ শ্ৰেষ্ঠ কবি হিচাপে অভিহিত কৰে আৰু লগতে বিশ্বৰ এগৰাকী মহান কাব্য সাধক হিচাপে স্বীকৃতি প্ৰদান কৰে। তাৰ পাচৰ বাৰ বছৰ কাল পোপ কবিতা লৈয়ে ব্যস্ত আছিল বিশেষকৈ হোমাৰৰ মহাকাব্য অনুবাদ কৰাৰ কামত নিমগ্ন হৈছিল। তেওঁৰ কাব্য সাধনা ইমানেই সফল হৈছে যে তেওঁ আৰ্থিকভাৱে বৰ চহকী হৈ উঠিছিল। অৰ্থনৈতিক দিশ স্বচ্ছল হোৱাৰ পিচত তেওঁ টেমছ্ নৈৰ পাৰত টুইকেনহামত এটা ভিলা কিনি লৈ তাতে স্বচ্ছন্দে বাস কৰিবলৈ লয়। সাহিত্য চৰ্চাকে একমাত্ৰ পেছা হিচাপে লোৱা পোপ সাহিত্যৰ জৰিয়তে প্ৰতিপত্তিশীল আৰু সম্পত্তিশালী ব্যক্তিলৈ ৰূপান্তৰিত হয়। তেওঁৰ জীৱনৰ এই জয় জয় ময় ময় অৱস্থাৰ মাজতে তেওঁ লণ্ডনলৈ ঘূৰি আহি আনন্দোচ্ছ্বল অসংযমী জীৱন যাপন কৰাৰ প্ৰয়াস কৰিলে। কিন্তু তেওঁৰ নৈতিকতাই তেনে অধঃপতনৰ গৰাহত পৰিবলৈ দিদিলে। তেওঁ মানসিকভাৱে তেনে এটা অসংযমী জীৱন-যাপন কৰাৰ বাবে প্ৰস্তুত নহ’ল আৰু অৱশেষত তেওঁ নগৰীয়া কোলাহলৰ পৰা আঁতৰি গৈ টুইকেনহামৰ নিৰ্জন পৰিৱেশত কাব্য চৰ্চাত নিমগ্ন হ’ল। তাতেই তেওঁৰ অন্তৰংগ বন্ধুত্ব গঢ়ি উঠিছিল মাৰ্থাব্ৰাউণ্টৰ সৈতে। তেওঁৰ সৈতে দিনটোৰ বেছিভাগ সময় অতিবাহিত কৰিছিল। জীৱনৰ অন্তিম দিনলৈকে মাৰ্থা ব্ৰাউণ্ট তেওঁৰ বিশ্বাসী সহচৰ হিচাপে আছিল টুইকেনহামতে তেওঁ লিখিছিল ম’ৰেল ইপিচ’ল’ নামৰ ব্যংগাত্মক কাব্যগ্ৰন্থ। টুইকেনহামতে তেওঁ মৃত্যুক সাবটি লৈছিল ১৭৪৪ চনত আৰু টুইকেনহামতে তেওঁক সমাধিস্থ কৰা হৈছিল। এগৰাকী মহান সাহিত্যিক হিচাপে তেওঁৰ প্ৰতি সন্মান জনাই তেওঁৰ নশ্বৰ দেহ ৱেষ্টমিনিষ্টাৰ এবেত সমাধিস্থ কৰিব লাগিছিল। কিন্তু তেওঁৰ ধৰ্মই তেনে সন্মানৰ পৰা বঞ্চিত কৰিছিল।

পোপৰ সাহিত্যসম্ভাৰ বিশ্লেষণ কৰি তাক তিনি শ্ৰেণীত ভাগ কৰিব পৰা যায়। তেওঁৰ জীৱনৰ আদিছোৱাৰ সৃষ্টিক এটা শ্ৰেণীত, মধ্য বয়সৰখিনিক আন এটা শ্ৰেণীত আৰু শেষ বয়সৰখিনক আন এটা শ্ৰেণীত আৰু শেষ বয়সৰখিনিক আন এটা শ্ৰেণীত ভাগ কৰা হয়। প্ৰথম ভাগত ধৰা ৰচনাসমূহ হ’ল— পেৰেষ্টোৰেলচ, উইণ্ডচোৰ ফ’ৰেষ্ট,

মেচিয়াহ, এছে অন ক্রিটিচিজিম, ও লোইছ্ টু এবলার্ড আৰু ৰেপ অব দি ল'ক। দ্বিতীয় ভাগত হোমাৰৰ মহাকাব্যৰ অনুবাদ কর্ম আৰু তৃতীয় ভাগত ডানাচিয়াদ, ইছিচ'ল, এছে অন মেন আৰু এপিচ'ল চু ডঃ আর্বুথনট আদি কাব্য গ্রন্থ। 'এছে অন ক্রিটিচিজিম' নামৰ কাব্যগ্রন্থত কবিতাৰ কলাত্মক দিশ সমুজ্জ্বল হৈ উঠিছে। ওঠৰ শতিকাৰ ক্লাচিক কবিসকল যিনে হোৰাছ, বইলেউ আদিৰ দৰে তেৰোঁ কবিতাৰ নান্দনিক বিশ্লেষণ আগবঢ়াইছে। এই গ্রন্থত সমালোচনাত্মক অভিব্যক্তি আছে যদিও ইয়াত সন্নিৱিষ্ট কবিতাতকৈও প্রবচনসমূহহে অধিক আকর্ষণীয়। এইবোৰ প্রবচন আজিও মানুহৰ মুখে মুখে প্রচলিত হৈ আছে। কিন্তু এইবোৰৰ আৱিষ্কাৰক কোন তাক জনাৰ অৱকাশ কাৰো নাই। পোপে আৱিষ্কাৰ কৰা এই প্রবচনবোৰ সর্বসাধাৰণ মানুহেও নিত্য-নৈমিত্তিক কথা-বতৰাতো ব্যৱহাৰ কৰে। তেনে কেইটামান উল্লেখযোগ্য প্রবচন হ'ল— 'ফৰ ফুলচ্ ৰাচ ইনহোৰেৰ এঞ্জেলছ ফিয়াৰ টু ট্রেড', টু এৰ ইজ হিউমেন, টু ফৰগিভ ডিভাইন, এ লিটিল লার্নিং ইজ এ ডেঞ্জাৰাছ থিং। এইবোৰ প্রবচনৰ স্রষ্টা পোপৰ কথা নভবাকৈয়ে মানুহে যেতিয়াই তেতিয়াই এই প্রবচনবোৰ ব্যৱহাৰ কৰি আহিছে। 'ডি ৰেপ অব ডি ল'ক' এখন হাস্যমধুৰ ব্যংগাত্মক কাব্য য'ত এটা খুহুঁটীয়া কাহিনী ছন্দৰ মাজত উদ্ভাসিত হৈ উঠিছে। কাব্যিক ছন্দ, কাহিনী হাস্য ৰসাত্মক উপস্থাপন আৰু লেখকৰ সৃষ্টিশীল প্রতিভাই কাব্যগ্রন্থখনক বিখ্যাত কৰি তুলিছে। কবিতাৰ কাহিনী বৈশিষ্ট্যহীন, কিন্তু কাহিনীৰ ব্যংগাত্মক ৰূপদান বৈশিষ্ট্যপূর্ণ। ৰাণী এনীৰ দৰবাৰৰ এগৰাকী পিলিংগা লোক লর্ড পিটাৰ। তেওঁ আৰাবেলা ফাৰমোৰ নামে এগৰাকী ধুনীয়া সম্মানীয় লিগিৰীৰ কেকোঁৰা চুলিৰ জঁট কাটি দিয়াক লৈয়ে সূত্রপাত হোৱা কাজিয়াখনেই কবিতাৰ মূল উপজীব্য। দুয়োটা পৰিয়ালৰ মাজত এই ঘটনাক লৈয়ে দুর্বাদল কাজিয়া লাগে। সেই কাজিয়াখনৰ সৰস বর্ণনাই কবিতাটোক জীবন্ত কৰি তুলিছে। পোপৰ এই সৃষ্টিশীল নৈপুণ্যৰ বাবেই 'ৰেপ অব ডি ল'ক' এক অনবদ্য সৃষ্টি হিচাপে পৰিগণিত হৈছে। কবিতাটো দীঘলীয়া হ'লেও সমাজ জীবনৰ ছবি আছে আৰু স্বাভাৱিক হাস্যৰস বিদ্যমান। এই গ্রন্থৰ প্রথম সংস্কৰণ ১৭১২ চনত প্রথম প্রকাশ হৈ ওলায় আৰু তেতিয়া ইয়াত কেৱল দুটা অধ্যায়হে সন্নিৱিষ্ট কৰা হৈছিল। পিচত আৰু তিনিটা অধ্যায় সন্নিৱিষ্ট কৰি কাব্যগ্রন্থখন দীঘলীয়া কৰে। কবিতাত বর্ণনা কৰা কাজিয়াৰ কাহিনীৰ মাজত কেতবোৰ কাল্পনিক

চৰিত্ৰ উপস্থাপন কৰি কাহিনীটো ৰসাল কৰি তোলে। কবিতাৰ মাজত নীতিবাক্য সংযোগ কৰে, আত্মা, অপেশ্বৰী আৰু অম্বিত দগ্ধ নোহোৱা কল্পিত সৰীসৃপজাতীয় জীৱৰ বৰ্ণনা দিয়ে। মুঠৰ ওপৰত যিকোনো প্ৰকাৰে কবিতাটো ৰসাল বিদ্ৰূপাত্মক কৰি তোলাৰ চেষ্টা কৰে। কবিতাৰ কাহিনী দুটা বিদেশী কবিতাৰ কাহিনীৰ আৰ্হিত ৰচিত হৈছে। বিদেশী কবিতা দুটাৰ এটা হ'ল ফৰাচী কবি বইলেউৰ 'লে লুট্ৰিন' আৰু ইটালীয় কবিতা 'লা চটাচিন ৰোপিটা'। প্ৰথমটো কবিতাত এগৰাকী ফৰাচী ধৰ্মযাজকে গীৰ্জাত পুথি ৰখা ঠগাখনৰ স্থান লৈ সূত্ৰপাত কৰা কাজিয়াৰ ছবি আৰু আনটোত আছে সাধাৰণ অজুহাততে লগা ইটালী যুদ্ধৰ ছবি। পোপৰ কবিতাত আছে লণ্ডন কোৰ্টত লগা কাজিয়াৰ কাহিনী। পোপৰ ৰচনা কৌশল আৰু নিপুণ প্ৰকাশভংগীৰ বাবে কবিতাটো সকলো তাষাৰে ব্যংগ কবিতাতকৈ শ্ৰেষ্ঠ কবিতা হিচাপে পৰিগণিত হৈছে।

মহাকবি হোমাৰৰ মহাকাব্য লিয়াদ অনুবাদ কৰি পোপে অজস্ৰ ধন-সম্পত্তিৰ মালিক হৈ উঠিছিল। ইলিয়াদ সম্পূৰ্ণ কৰাৰ পিচত ওডিছীৰে আধা অংশ অনুবাদ কৰিছিল। বাকী আধা কেম্ব্ৰিজৰ দুগৰাকী পণ্ডিত ইলিজাহ ফিণ্টোন আৰু উইলিয়াম ব্ৰুমে সম্পূৰ্ণ কৰে। ইংৰাজী সাহিত্যত ইলিয়াদ আৰু ওডিছীৰ অনুবাদ আজিও চিৰস্মৰণীয হৈ আছে। মহাকাব্যীয় অনুবাদৰ জৰিয়তে পোপৰ জীৱনলৈ ধন সম্পদৰ উপৰি যশস্যাও আহিছিল আৰু সেই যশস্যা আজিও অটুট আছে। ইলিয়াদ আৰু ওডিছীৰ অনুবাদ কাৰ্যই তেওঁলৈ আনি দিছিল বিপুল ধন-দৌলত, মান-সন্মান আৰু সমাজিক প্ৰতিষ্ঠা।

পোপৰ আন এক উল্লেখযোগ্য অৱদান হ'ল এছে (Eassay) অৰ্থাৎ ৰচনা। তেওঁ মানুহৰ চৰিত্ৰ, সামাজিক প্ৰমূল্য, মানৱতা, মানুহৰ বিশ্বজনীন সম্বন্ধ, সুখ-দুখ, হাঁহি-কান্দোন আৰু মূল্যবোধৰ বিষয়ে বহুতো ৰচনা লিখিছিল। এইবোৰ ৰচনা কবিতা কবিতা লগা গদ্য যেন লাগে। অথচ ছন্দৰ নান্দনিক সৌন্দৰ্য অটুট আছে। তেওঁৰ দুখন গ্ৰন্থ 'এছে অন মেন' আৰু 'এছে অন ক্ৰিটিচিজম' উল্লেখযোগ্য ৰচনা। এই ৰচনাত বহুতো উদ্ধৃতিযোগ্য প্ৰবচন আছে। সেইবোৰ ফকৰা আৰু প্ৰবচন আমি দৈনন্দিন কথা-বতৰাতো ব্যৱহাৰ কৰো। অথচ আমি সেইবোৰৰ স্ৰষ্টাজনৰ বিষয়ে অবগত নহয়। সেই বিখ্যাত প্ৰবচনবোৰৰ স্ৰষ্টা আলেকজেণ্ডাৰ পোপ ওঠৰ শতিকাৰ

ইংৰাজী সাহিত্যৰ অগ্ৰণী কবি। পোপৰ আন এখন বিতৰ্কমূলক গ্ৰন্থ হ'ল ডানচিয়াড' অৰ্থাৎ 'ইলিযাদ অব ডি ডানচেজ'। এই গ্ৰন্থখনক লৈ ইংলণ্ডৰ সাহিত্য ক্ষেত্ৰত এক বিতৰ্কৰ সূচনা হৈছিল। এইখন গ্ৰন্থৰ কবিতাসমূহ আছিল সাহিত্যিক আৰু সাহিত্যিক সমাজক লৈ কৰা প্ৰচণ্ড ব্যংগ তথা তিৰষ্কাৰ। বহুতে এই ব্যংগাত্মক অভিব্যক্তি ছে'পীয়েৰৰ বিৰুদ্ধে বুলি সন্দেহ প্ৰকাশ কৰিছিল। সেই লৈয়ে আৰম্ভ হৈছিল বিতৰ্ক। অৱশ্যে কাব্য সমালোচকসকলে বিশ্লেষণ কৰি নিশ্চিত হ'ল যে পোপে সমসাময়িক সাহিত্যিকসকলৰ সমালোচনাৰ বিপক্ষেহে হাস্যবংগ অভিব্যক্তি কৰিছিল। ছে'পীয়েৰ নাইবা আন কোনো যুগজয়ী সাহিত্যিকৰ বিৰুদ্ধে নহয়। শেষত পোপে সকলোৰে প্ৰতি সন্মান জনাই ক্ষমা প্ৰাৰ্থনা বিচাৰি লিখিছিল 'এপিছল টু ডঃ আৰ্বুথনট নামৰ গ্ৰন্থ। এই গ্ৰন্থত পোপৰ বিনম্ৰ মিনতি প্ৰকাশ পাইছে। এই গ্ৰন্থ পোপৰ গৰ্ব আৰু মহানতাৰ জ্বলন্ত নিদৰ্শন হিচাপে পৰিগণিত হৈছে।



# ইংৰাজী সাহিত্যত চ'চাৰ যুগ ক্যান্টাৰবাৰী টেল্‌ছ্‌ এক বৰ্ণময় কাব্য গাঁথা

ইংৰাজী সাহিত্যৰ সৰ্বপ্ৰথম বুনিয়াদ ৰচিত হৈছিল পদ্যৰে। পদ্যৰ কাব্যিক ছন্দেৰে প্ৰস্ফুটিত হোৱা ইংৰাজী সাহিত্যৰ আদি যুগটো হ'ল এংলো চেক্সন যুগ। তাৰ পিচত আৰম্ভ হয় এংলো নৰ্মান যুগ। এই দুয়োটা যুগৰ কবিতাত আধ্যাত্মিক আদৰ্শৰ জিলিকনি অত্যধিক পৰিমাণে পৰিলক্ষিত হয়। ইংৰাজী সাহিত্যত নতুন জাতীয় চেতনা সঞ্চাৰিত হয় চ'চাৰৰ সৃষ্টিত। চ'চাৰৰ যাদুকৰী পদ্য সম্ভাৰেৰে জাতিষ্কাৰ হোৱা যুগটোক 'চ'চাৰৰ যুগ' বুলি অভিহিত কৰা হৈছে। এই যুগৰ পাঁচগৰাকী লেখকৰ সৃষ্টিয়ে নৱ-সাহিত্য আন্দোলনৰ সূত্ৰপাত কৰিবলৈসক্ষম হৈছিল। প্ৰতিগৰাকীযেই আছিল বিভিন্ন ক্ষেত্ৰত কৃতবিদ্য লেখক। বিশিষ্ট সমাজ সংস্কাৰক, চিন্তাবিদ লেংলেণ্ডৰ ৰচনাত আছিল সামাজিক বৈষম্যৰ বিৰুদ্ধে দৃঢ় প্ৰতিবাদ, মানৱীয় গুণৰ বন্দনা আৰু শ্ৰমৰ মৰ্যাদা দিয়াৰ প্ৰতিশ্ৰুতি আন এগৰাকী ইংৰাজ ধৰ্ম সংস্কাৰক উইক্লিফে সৃষ্টি কৰিলে 'গছ্‌পেল' নামৰ মহামূল্যবান বাইবেলৰ অংশ বিশেষৰ নতুন সংস্কৰণ। মানুহৰ মুখে মুখে উচ্চাৰিত হ'ল যীশুৰ বন্দনা, পৰম শ্ৰদ্ধাৰ মন্ত্ৰমুগ্ধ ছন্দ, উন্মোচিত হ'ল আধ্যাত্মিক জ্ঞান দৰ্শনৰ মাৰ্গ। আন এগৰাকী কৃত বিদ্যা সাহিত্যিক গোৱাৰে জীৱনৰ দুৰ্যোগ আৰু তাৰ প্ৰতি ভীতিগ্ৰস্ততাৰ চিত্ৰ উন্মোচন কৰিছে তেওঁৰ কবিতাত। সেই যুগৰ এগৰাকী বিশিষ্ট লেখক মেণ্ডেভিলৰ ৰচনাত ভ্ৰমণ বৃত্তান্ত, ৰোমাঞ্চ আৰু শিহৰণকাৰী অনুভৱ পৰিব্যাপ্ত হৈ আছে। এই চাৰিগৰাকীৰ ওপৰত যিগৰাকী পণ্ডিতৰ ৰচনাত প্ৰতিফলিত হৈছে জীৱন অন্বেষণ, মানৱ-প্ৰীতি আৰু বাৰে ৰহনীয়া কাহিনী সেইগৰাকী যুগ শ্ৰেষ্ঠ লেখক হ'ল চ'চাৰ-যাৰ নামেৰেই আৰম্ভ হৈছে এটা নতুন সৃষ্টিৰ যুগ— চ'চাৰ যুগ। চ'চাৰৰ পিচত চেক্সপীয়েৰৰ নাট্য সাহিত্যই ইংৰাজী ভাষাত আন এক নৱ সৃষ্টিধৰ্মী যুগৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। অৱশ্যে ইংল্যাণ্ডৰ বাহিৰে ইটালীত

ডাণ্টে, পিত্ৰাক আৰু ব'কা চিঅ' আদিৰ কাব্যধাৰাই সমগ্ৰ ইউৰোপৰ সাহিত্যকে আলোড়িত কৰিছিল আৰু সেয়ে চ'চাৰৰ সৃষ্টিকৰ্মত ইটালী আৰু ফৰাচী সাহিত্যৰ প্ৰভাৱ পৰিলক্ষিত হয়।

যুগজয়ী চিৰস্মৰণীয় লেখক চ'চাৰৰ জীৱন কালছোৱাক তিনিটা অধ্যায়ত ভাগ কৰিব পৰা যায়। জীৱনৰ আদি কালছোৱাক বাল্যকাল, যৌৱন আৰু প্ৰাপ্ত বয়স্ক সামৰি ত্ৰিশবছৰীয়া কাৰ্যাৱলীৰ বিশ্লেষণ কৰিলে আমি দেখা পাওঁ এগৰাকী জ্ঞানলব্ধ ব্যক্তি যাৰ কলম ত্বৰান্বিত কৰিছে ফৰাচী সাহিত্য সম্ভাৰে। পিচৰ পোন্ধৰ বছৰীয় কালত চ'চাৰক বিচক্ষণ কূটনীতিবিদ আৰু কৰ্মব্যস্ত জননেতা হিচাপে লগ পাওঁ। এই সময়ছোৱাত তেওঁৰ কৰ্মৰাজিৰ ওপৰত ফৰাচী প্ৰভাৱতকৈ ইটালীয় প্ৰভাৱহে অধিক পৰিমাণে পৰিলক্ষিত হয। তৃতীয় অধ্যায়ৰ পোন্ধৰ বছৰীয়া জীৱন পৰিক্ৰমাত তেওঁৰ জীৱনৰ উল্লেখযোগ্য ব্যুৎপত্তি প্ৰতিভাত হৈ উঠিছে আৰু এই কালছোৱাতে টেমছ নৈৰ পাৰৰ ক্যাণ্টাৰবাৰী টেলছৰ উৎপত্তি হৈছিল— টেমছ নৈৰে অহা যোৱা কৰা জাহাজৰ নাবিক আৰু তেওঁলোকৰ জীৱন কথাৰে। তেওঁলোকৰ জীৱন বৃত্তান্ত আছিল সাধুকথাৰ দৰে ৰসাল, কাৰ্যাৱলী আছিল দুঃসাহসিক, ৰোমাঞ্চকৰ আৰু আছিল কোনোবা কল্প ৰাজ্যৰ অজান দেশৰ অজান মানুহৰ বেশভূষা আৰু কথোপকথন। গল্পৰ দৰে মধুৰ, সাধুকথাৰ দৰে ৰসাল বৰ্ণময় কাব্য গাঁথা। যিসময়ত চ'চাৰ পৰিচিত হৈছিল ফৰাচী লোকসাহিত্যৰ সৈতে সেই সময়ত লেখা ক্যাণ্টাবাৰী টেলছৰ কাহিনীৰ ওপৰত ফৰাচী প্ৰভাৱ পৰাটো নিতান্ত স্বাভাৱিক। ইয়াৰ পিচৰ সৃষ্টিধৰ্মী সাহিত্যত ইংৰাজ লোকৰ দুৰ্দমনীয় সংঘাতময় জীৱনৰ প্ৰতিচ্ছবি প্ৰতিফলিত হৈছে।

চ'চৰৰ জন্ম হৈছিল টেমছ নৈৰ সমীপবৰ্ত্তী টেমছ ষ্ট্ৰীটত। চ'চাৰৰ জন্ম কেতিয়া হৈছিল তাকলৈও সন্দেহৰ অৱকাশ আছে। জন্মৰ চন, তাৰিখ সঠিকভাৱে লিপিবদ্ধ নোহোৱা বাবে অনুমানৰ ভিত্তিত আৰু কেতবোৰ সমকালীন ঘটনাৰ আঁতধৰি তেওঁৰ জন্মৰ চন, তাৰিখ নিৰ্দ্ধাৰণ কৰা হৈছে। সেইমতে তেওঁৰ জন্মৰ বছৰ হ'ল ১৩৪০ চন। যিসময়ত চ'চাৰৰ জন্ম হৈছিল সেই সময়ত ইংৰাজী সাহিত্যত ৰজাঘৰীয়া প্ৰভাৱ আছিল অত্যন্ত গুৰুত্বপূৰ্ণ। পদ্য ছন্দত ৰচিত সাহিত্য এচাম সম্ভ্ৰান্তলোকৰ মাজতহে সীমাবদ্ধ হৈ আছিল। চ'চাৰৰ ল'ৰালি কাল অতিবাহিত হৈছিল লণ্ডনৰ টেমছ ষ্ট্ৰীটৰ ব্যস্ত অঞ্চলত, নদীৰ পাৰৰ ব্যৱসায়িক ক্ষেত্ৰৰ সমীপত। সেই ফালেদিয়ে অচিন দেশৰ

পৰা অচিন মানুহ আহিছিল জাহাজত। অঞ্চলটো পৰিবেষ্টিত হৈ আছিল ব্যৱসায়িক ব্যস্ততাৰে। সেই ব্যস্ততাৰ মাজত চ'চাৰে কাহিনীৰ চৰিত্ৰ বিচাৰি পাইছিল আৰু তাৰ ফলশ্ৰুতিত সৃষ্টি হৈছিল ক্যান্টাৰবাৰী টেলছৰ দৰে ৰসাল কাহিনীৰ। চ'চাৰৰ শিক্ষা জীৱনৰ বিষয়েও কোনো গ্ৰহণযোগ্য তথ্য পাবলৈ নাই। আনুষ্ঠানিক শিক্ষা কি আছিল, সেইবিষযে জনা নাযায় যদিও তেওঁ যে জ্ঞানী ব্যক্তি আছিল তাৰ প্ৰমাণ পোৱা যায় তেওঁৰ ৰচনাত। তেওঁৰ ৰচনা আছিল জ্ঞানগৰ্ভ, অধ্যয়নপুষ্ট আৰু চিন্তাগধুৰ। সেই সময়ত ফৰাচী সাহিত্য বৰ জনপ্ৰিয় আছিল আৰু চ'চাৰেও সেইসময়ত ফৰাচী সাহিত্য অধ্যযন কৰি ইংৰাজীত সেইবোৰ কাহিনী লিখাৰ প্ৰেৰণা লাভ কৰিছিল। তেওঁৰ জন্ম হৈছিল সাধাৰণ ইংৰাজ পৰিয়ালত, কিন্তু তেওঁৰ চিন্তা আছিল অসাধাৰণ, জ্ঞান অন্বেষণৰ স্পৃহা আছিল অপৰিসীম।

চ'চাৰৰ দেউতাক আছিল মদ ব্যৱসায়ী। ইংলেণ্ডৰ ৰাজপৰিয়াললৈ খাদ্য সামগ্ৰী সৰহবৰাহ কৰাৰ কামো দেউতাকে কৰিছিল। এনেদৰেই সম্ভ্ৰান্ত ৰাজ পৰিয়ালৰ লগত চ'চাৰৰ সম্পৰ্ক গঢ়ি উঠিল। ৰাজ পৰিয়ালৰ লগত গঢ়ি উঠা ব্যৱসায়িক সম্পৰ্কৰ বাবেই সোতৰ বছৰ বয়সত চ'চাৰক ৰাজকুমাৰী এলিজাবেথৰ লিগিৰা হিচাপে নিয়োগ কৰিছিল। ৰাজকুমাৰীৰ লিগিৰা হিচাপে কাম কৰি তেওঁ ৰাজদৰবাৰৰ লগত একনিষ্ঠভাৱে ঘনিষ্ঠ হৈ পৰিছিল আৰু শেষৰ চল্লিশ বছৰত তিনিগৰাকী ৰজাৰ তলত অতি ঘনিষ্ঠতাৰে কাম কৰাৰ সুযোগ পাইছিল। ইংলেণ্ডৰ ৰাজ পৰিয়ালৰ লগত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠা বাবেই তেওঁ দেশৰ ৰাজনীতি, কূটনীতি আৰু সমাজনীতিৰ সৈতে একান্তভাৱে জড়িত হৈ পৰিছিল। উনৈশ বছৰ বয়সত ৰজাৰ লগত এশবছৰীয়া যুদ্ধৰ কেইবাটাও অভিযানত সহচৰ হিচাপে যাবলগীয়া হৈছিল আৰু তেতিয়াই নিজ চকুৰে লক্ষ্য কৰিছিল অশ্বাৰোহীবীৰ যোদ্ধাৰ ৰণ বিক্ৰম আৰু যুদ্ধৰ মহাপয়োভৱ। যুদ্ধৰ সেই পয়োভৰে তেওঁৰ মনত যি এক অভূতপূৰ্ব শিহঁৰণৰ সৃষ্টি কৰিছিল তাৰ সজীৱ চিত্ৰ দেখিবলৈ পোৱা যায় তেওঁৰ দ্বাৰা ৰচিত কাহিনীসমূহত। এনেদৰে ৰজাৰ লগত যুদ্ধলৈ যাওঁতে তেওঁ পণবন্দী হিচাপে আবদ্ধ হৈ থাকিবলগীয়া হৈছিল। অৱশ্যে ৰাজকোষৰ ধনৰ বিনিময়ত তেওঁক শত্ৰুপক্ষই মুকলি কৰি দিছিল। বন্দী জীৱনৰ পৰা মুক্তিলাভ কৰি ইংলেণ্ডলৈ ঘূৰি আহি তেওঁ পুনৰাই ৰাজপৰিয়ালৰ লাচনি পাচনি কৰা ভদ্ৰলোক হিচাপে কামত যোগদান কৰে। নিজৰ কৰ্ম, দক্ষতাৰ বলত পিছত

ৰজাৰ ব্যক্তিগত সাৰথি আৰু একান্ত বিশ্বস্ত সহযোগী হৈ পৰিছিল। জীৱনৰ প্ৰথম অধ্যায়তে ৰাজ পৰিয়ালৰ লগত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠা বাবে ৰাণীৰ সন্মানীয় দাসী এগৰাকীক বিয়া কৰাবলৈ বাধ্য হৈছিল। ইংলেণ্ডৰ ৰাণীৰ দাসী আছিল সম্ভ্ৰান্ত পৰিয়ালৰ জীয়ৰী আৰু তেওঁৰ নাম আছিল ফিলিপা ৰোৱেট। লাংকাষ্টাৰৰ বিখ্যাত ডিউক জন অৱ গাণ্টৰ পত্নীৰ ভগ্নী আছিল ফিলিপা। এনে সম্ভ্ৰান্ত পৰিয়ালৰ জীয়ৰী বিয়া কৰোৱা স্বত্বেও তেওঁৰ বৈবাহিক জীৱন বৰ মধুৰ নাছিল বুলি অনুমান হয়। তেওঁৰ কবিতাৰ ছন্দত তেওঁৰ অসুখী জীৱনৰ বিষাদ বিধুৰ অনুভৱ ভাস্বৰ হৈ উঠা বাবে বহুতেই অনুমান কৰে যে তেওঁৰ যুগ্ম-জীৱন আছিল সংঘাতপূৰ্ণ আৰু বিৰহ বিধুৰ। অৱশ্যে তেওঁৰ ব্যক্তিগত জীৱনৰ বেছিভাগ কথাকে অনুমানৰ ভিত্তিত নাইবা কবিতাৰ অন্তৰ্নিহিত ভাৱ অনুধাৱন কৰিহে গ্ৰহণ কৰা হৈছে।

চ'চাৰৰ জীৱনৰ দ্বিতীয় অধ্যায় অতিবাহিত হৈছিল কূটনৈতিক, বৈদেশিক আৰু ৰাজনৈতিক ব্যস্ততাৰে। দ্বিতীয় অধ্যায়ৰ পোন্ধৰ বছৰীয়া জীৱনকালত তেওঁ দেশৰ আৰ্থ-সামাজিক বিকাশ আৰু সাহিত্যৰ উত্তৰণৰ ক্ষেত্ৰত প্ৰভূত বৰঙণি আগবঢ়াবলৈ সক্ষম হৈছিল। ১৩৭০ চনত তেওঁ পোন প্ৰথম বাৰৰ বাবে কূটনৈতিক সাঁজাতি দলৰ এগৰাকী বিশিষ্ট সদস্য হিচাপে ইংলেণ্ডৰ বাহিৰলৈ গৈছিল। তাৰ দুবছৰ পিচত তেওঁ চৰকাৰী কাৰ্যসূচীলৈ ইটালী লৈ গৈছিল আৰু তাতে জেনোৱাৰ লগত ব্যৱসায়িক চুক্তি সম্পাদন কৰি দেশৰ প্ৰগতিৰ দিশত বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰিবলৈ সক্ষম হৈছিল। ইটালী ভ্ৰমণৰ লগে লগে ইটালীৰ সাহিত্য সংস্কতিৰ প্ৰতিও বিশেষভাৱে আকৰ্ষিত হৈছিল আৰু সেযেহে দ্বিতীয় অধ্যাযৰ পিচৰ পৰ্যায়ৰ ৰচনাত ইটালী সাহিত্যৰ প্ৰভাৱ অধিক স্পষ্ট ৰূপত দেখা যায়। কূটনৈতিক মিছনৰ লগত বিভিন্ন দেশৰ ভ্ৰমণ কৰাৰ সময়ত তেওঁ সেই দেশৰ ৰাজনৈতিক পৰিৱেশৰ লগতে সাহিত্য সংস্কৃতিৰ দিশটোও অধ্যয়ন কৰিছিল। অকল বিদেশতে নহয় নিজদেশত বিভিন্ন চৰকাৰী পদত অধিষ্ঠিত হৈ দেশৰ অৰ্থনৈতিক পৰিকাঠামো দৃঢ় কৰি তোলাত অৰিহণা যোগাইছিল। লণ্ডন পৰ্টত বাণিজ্য শুল্কৰ নিয়ন্ত্ৰক হিচাপে কাৰ্যনিৰ্বাহ কৰি ৰাজকোষ টনকিয়াল কৰাৰ ক্ষেত্ৰতো প্ৰভূত বৰঙণি যোগাইছিল। স্বদেশ আৰু স্বজাতিৰ মঙ্গলৰ বাবে শাৰীৰিক শ্ৰম কৰাৰ উপৰি মানসিক চিন্তাৰ উৎকৰ্ষ সাধনৰ বাবে সাহিত্যৰ পথাৰথ সৃষ্টিৰ কঠীয়া সিঁচিছিল। তেওঁৰ সেই সৃষ্টিশীল প্ৰচেষ্টাই ইংলেণ্ডৰ সাহিত্য ক্ষেত্ৰ চহকী

কৰি তুলিছিল। তেওঁৰ কবিতাত ইটালী প্ৰভাব পৰিদৃষ্ট হ'লেও ইংলেণ্ডৰ বায়ু, পানী আৰু মাটিৰ গোন্ধ পৰিব্যাপ্ত হৈ আছে। তেওঁৰ আত্মজৈৱিক প্ৰকাশ পৰিলক্ষিত হয় তলৰ কবিতাৰ পংক্তিত।

For when thy labour doon al is,
And hast y-maad thy rekeninges,
In stede of reste and news things,
Thou gost hoom to thy hous anoon
And also domb as any stton,
Thou sittest at another boke
Til fully daswed is thy loke,
And livest thus as an hermyte'

চ'চাৰৰ জীৱন কালৰ দ্বিতীয় অধ্যায়ক ইংৰাজী অধ্যায় হিচাপে চিহ্নিত কৰা হৈছে। কিয়নো এই সময়ছোৱাৰ ভিতৰতে তেওঁ ইংলেণ্ডৰ ৰাজনৈতিক, সামাজিক আৰু সাহিত্য ক্ষেত্ৰত স্বকীয প্ৰতিভাৰে উজ্বলি উঠিছিল। ১৩৮৬ চনত তেওঁ কেণ্টৰ পৰা সংসদলৈ নিৰ্বাচিত হৈছিল আৰু তাৰ লগে লগে আৰম্ভ হৈছিল তেওঁৰ কৰ্মব্যস্ত জীৱন। ইংলেণ্ডৰ আৰ্থ সামাজিক বিকাশৰ বাবে বাণিজ্য শুল্ক আদায় কৰাৰে পৰা সামাজিক উন্নয়নৰ কামৰ সৈতে ওতঃপ্ৰোতঃভাৱে জড়িত হৈ পৰিছিল। কৰ্মব্যস্ততাৰ মাজতো কিতাপৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখি বৌদ্ধিক চিন্তাৰ উৎকৰ্ষ সাধন কৰিছিল। প্ৰকৃতিৰ বিনন্দীয়া ৰূপে তেওঁৰ অনুভূতিপ্ৰৱণ মনত ছন্দৰ অন্তঃসলিলা ফল্গু বোৱাই দিছিল।

চৈধ্য শতিকাৰ ইংলেণ্ডৰ ৰাজনীতিৰ সৈতে জড়িত হৈ আছিল সাধুপুৰুষসকল যাৰ আদৰ্শ আছিল সমাজ সংস্কাৰ আৰু নিঃস্বাৰ্থ দেশসেৱা। ৰাজনীতিৰ সৈতে জড়িত লোকসকলে নিজৰ সুখ স্বাচ্ছন্দ্যৰ বিষয়ে চিন্তা নকৰিছিল। তেওঁলোকৰ চিন্তা আছিল দৰিদ্ৰ জনগণৰ সেৱা আৰু সামাজিক উন্নতি সাধন। ৰাইজৰ কামত ব্যস্ত হৈ থাকোতে নিজৰ জেপ খালি হৈ গৈছিল আৰু আৰ্থিক অনাটনত পৰি নিজৰ উপৰি পৰিয়ালৰ লোকসকলেও হাবুডুবু খাবলগীয়া হৈছিল। দেশ সেৱা কৰি দাৰিদ্ৰ্যৰ তাড়নাত পৰি চ'চাৰে ৰচনা কৰিছিল এটি বাস্তৱ চিন্তাধৰ্মী কবিতা 'Complaint to his Empty

purs' কবিতাটো আছিল ব্যঙ্গধৰ্মী, কিন্তু তাৰ মাজত আছিল তেওঁৰ জীৱনৰ নিৰ্মম অভিব্যক্তি। কবিতাটোৰ জৰিয়তে তেওঁৰ দুৰ্দশাগ্ৰস্ত জীৱন-যাপন আৰু অভাৱ অভিযোগৰ প্ৰতি ৰজাৰ দৃষ্টি আকৰ্ষণ কৰাৰ প্ৰয়াস কৰিছিল। তেওঁৰ সৰল জীৱন-যাপনৰ বাবে প্ৰয়োজন হোৱা অৱসৰ কালীন ভাট্টাৰ পৰিমাণ বৃদ্ধি কৰাৰ বাবে ৰজাৰ ওচৰত কবিতাৰ যোগেদি আবেদন কৰিছিল। অৱশ্যে এনে ধৰণৰ অস্বাভাৱিক অভিযোগৰ কাব্যিক অভিযোজনাৰ সুফল পাওঁতে কেইবামাহো অপেক্ষা কৰিবলগীয়া হৈছিল। কবিতাটো ৰজাৰ দৃষিটোগচৰ হোৱালৈ কেইবামাহ লাগিছিল যদিও তাৰ সুফল লাভ কৰিবলৈ সক্ষম হৈছিল। কিন্তু তাৰ এবছৰ পিচত অৰ্থাৎ ১৪০০ চনত তেওঁ দাৰিদ্ৰপীডিত আৰু হতাশগ্ৰস্ত অন্তৰেৰে মৃত্যুক সাৱটি ল'বলগীয়া হৈছিল। ৰাজকীয় সন্মানেৰে তেওঁক সমাধিস্থ কৰা হৈছিল ৱেষ্ট মিনিষ্টাৰ এবেত। জীৱনৰ শেষ কালছোৱাত দাৰিদ্ৰ্যৰ যন্ত্ৰণা সহ্য কৰিবলগীয়া হৈছিল তেওঁৰ বৌদ্ধিক সৃষ্টিয়ে তেওঁক মৃত্যুঞ্জয় কৰি ৰাখিলে, এগৰাকী যুগস্ৰষ্টা পুৰুষ হিচাপে চিৰস্মৰণীয় কৰি ৰাখিলে। ইংৰাজী সাহিত্যত চ'চাৰৰ যুগ আজিও অবিস্মৰণীয়, অপ্ৰতিদ্বন্দ্বীয় হৈয়ে আছে। ৰাজনীতিয়ে তেওঁক কলুষিত কৰিব নোৱাৰিলে, দাৰিদ্ৰ্যই তেওঁক লোভাক্ৰান্ত কৰিব নোৱাৰিলে। তেওঁৰ কবিতা "Truth" নাইবা "Good counsel" তেওঁৰ আত্মাৰ বিশুদ্ধতা চিৰোজ্জ্বল কৰি ৰাখিছে।

চ'চাৰৰ জীৱন কালক কৰ্ম অনুসৰি তিনিটা অধ্যায়ত ভাগ কৰাৰ দৰে তেওঁৰ সৃষ্টিসমূহো তিনিটা পৃথক পৃথক অধ্যায়ত ভাগ কৰা হৈছে। কিন্তু তিনিওটা অধ্যায়ৰ সকলো সৃষ্টিৰ ভিতৰত তেওঁৰ দ্বাৰা ৰচিত "ক্যাণ্টাৰবাৰী টেলছ" নিঃসন্দেহে এক যুগজয়ী সৃষ্টি। অৱশ্যে তাৰ কেতবোৰ কাহিনী বা ৰূপকৰ ৰচনাকাল সুনিৰ্দিষ্টভাৱে নিৰ্দ্ধাৰণ কৰাটো সম্ভৱ নহয়। সাধাৰণতে ক্যাণ্টাৰবাৰী টেলছৰ ৰূপকসমূহ ইংলিছ পিৰিয়ডত লিখা বুলি ধৰা হয় যদিও তাৰো কিছুমান প্ৰথম আৰু দ্বিতীয় অধ্যায়তো ৰচিত হৈছে। প্ৰথম অধ্যায়ৰ উল্লেখযোগ্য কবিতা হ'ল "Romount of the Rose"। এই কবিতাটো ফৰাচী কবিতা 'ৰোমান ডিলা ৰোজ'ৰ অনুবাদ। অনুবাদ হ'লেও চ'চাৰৰ কষ্টকৰ পৰিশ্ৰমে এটা প্ৰণয় মধুৰ ৰূপকৰ জন্ম দিছে। ৰূপকত কবিয়ে এখন ৰোমাণ্টিক নাটকৰ সৃষ্টি কৰিছে। অলৌকিক বাগিচাত ৰূপকুঁৱৰীৰ সাজেৰে পাহি মেলা গোলাপ যেন এগৰাকী সুন্দৰী নাৰী। ৰূপ বং সুবাসেৰে আমোলমোলোৱা

গোলাপ এটিৰে প্ৰেমিকে প্ৰেমিকাৰ প্ৰণয় প্ৰাৰ্থী হিচাপে মন জয় কৰিবলৈ চেষ্টা কৰে। সেই প্ৰণয়ৰ মাজত উদ্ভাসিত হৈ উঠে প্ৰেম-ভালপোৱা, ঘৃণা, হিংসা, ঈৰ্ষা, অলসতা, ৰূপ এইবোৰ নাটকথনৰ যেন একোটা একোটা পুৰুষ চৰিত্ৰ। কবিৰ কল্পনাৰ মধুৰ নিৰ্যাসেৰে ভৰপুৰ কবিতাটো। অনুবাদ হ'লেও তাৰ মাজত ইংৰাজীৰ মৌলিক স্পৰ্শ আছে, জীৱন্ত অনুভৱ আছে। কবিতাটো পঢ়িলে এনে লাগে যেন তাৰ প্ৰথম সোতৰশ শাৰী চ'চাৰৰ মৌলিক সৃষ্টি।

প্ৰথম অৱস্থাৰ এটি সুন্দৰ কবিতা হ'ল 'Yethe of Blanche the duchesse'। এই কবিতাটোত নাটকীয়তা আছে, আবেগিক উচ্ছ্বাস আছে। চ'চাৰৰ পৃষ্ঠপোষক জন এফ গাণ্টৰ পত্নী ব্লাংকেৰ মৃত্যুত বিষাদ বিহ্বল অন্তৰেৰে কবিতাটো ৰচিছিল। আন এটি বিনম্ৰ প্ৰেমৰ কবিতা হ'ল 'compleynte to pite'। এই কবিতাটোত প্ৰেমৰ বিমল দ্যুতি বিদ্যমান। এ বি চি এই তিনিটা বৰ্ণৰে তেওঁ যীশু খ্ৰীষ্টৰ মাতৃ মেৰীৰ প্ৰতি বন্দনা ৰচিছে। অৱশ্যে ইয়াক অনুবাদ কৰিছে ফৰাচী ভাষাৰ পৰা। তেওঁ সকলো ধৰণৰ কবিতা ৰচিছে। নাটকীয় কাহিনীৰে ভৰপুৰ ৰূপক, বেলাড, চতুস্পদী কবিতা, প্ৰাৰ্থনাপ্ৰীতি, প্ৰেমৰ কবিতা আদি ৰচনা কৰি চৈধ্য শতিকাৰ ইংৰাজী কাব্য সাহিত্য ফলেফুলে জাতিষ্কাৰ কৰি তুলিছিল।

চ'চাৰৰ জীৱনকালৰ দ্বিতীয় অধ্যায়ৰ মুখ্য সৃষ্টি হ'ল 'Troilus anc Criseyde' নামৰ আঠ শাৰীয়া এটি দীঘলীয়া পদ্য। এই পদ্য কাহিনী ইটালীয় সাহিত্যৰ পৰা লোৱা। মধ্যযুগত কাহিনীটো বহুতো লেখকৰ প্ৰিয় কাহিনী হিচাপে পৰিগণিত হৈছিল। শেক্সপীয়েৰেও এই কাহিনীৰ আধাৰতে তেওঁৰ নাটক 'Troilus and Cressida' ৰচনা কৰিছিল। কাহিনীটো ৰোমাণ্টিক প্ৰেমৰ কাহিনী। চ'চাৰে কাহিনীটো ইটালীয় সাহিত্যৰ পৰা আনিছে যদিও তাৰ মাজত সমকালীন সমাজৰ ছবি দাঙি ধৰি ইংৰাজী ভাষাৰ মৌলিক কাহিনীৰ ৰূপ দিছে। কাহিনীত নাটকীয় শক্তি আৰু কলাৰ সৌন্দৰ্য্য আৰোপ কৰি মৌলিকত্ব দান কৰিছে। 'House of Fame' চ'চাৰৰ এটি অসমাপ্ত কবিতা য'ত চিন্তাৰ গভীৰতা আছে। এই কবিতাটোত ইটালীয় প্ৰভাৱ বাৰুকৈয়ে অনুভূত হয়। কবিতাটোত ৰোমাণ্টিক কল্পনাৰ মধুৰ নিৰ্যাস বৰ স্পষ্ট। ছন্দৰ মাজত এটি সপোন জীৱন্ত হৈ উঠিছে। ভেনাছৰ ভংগুৰ মন্দিৰৰ পৰা কবিক যেন এটি প্ৰকাণ্ড ঈগল চৰায়ে ধূসৰ শূন্যতাৰ মাজেৰে যশস্যাৰ-সভাগৃহলৈ

ডেউকা মেলি উৰুৱাই লৈ গৈছে। পৃথিবীৰ বিভিন্ন প্ৰান্তৰ পৰা উৰা বাতৰি আহিছে সেই সভাগৃহলৈ উৰ্ধগামী স্ফুলিঙ্গৰ দৰে। সেই সভাগৃহটো থিয় হৈ আছে বৰফৰ শিলৰ ওপৰত। বৰফ গলাৰ লগে লগে অধিকাংশ বাতৰি অদৃশ্য হৈছে। কিন্তু পুৰণি-নামবোৰ যিবোৰ প্ৰথমতে খোদিত কৰা হৈছিল সেইবোৰ জল্ জল্ পট্ পটকৈ পৰিষ্কাৰ হৈ উঠিছে সভাগৃহৰ মাজত।

Wrıten ful of names

of folk that hadden greate fames

কবিতাত কল্পনা ইমান কোমল, ইমান হৃদয়স্পৰ্শী অথচ তাৰ মাজত আছে গভীৰ প্ৰচ্ছায়া, সি অফুৰন্ত, চ'চাৰে তেওঁৰ পূৰ্বসূৰী ডাণ্টে, অভিড আৰু ভাৰ্গিলৰ চিন্তাৰে উদ্বুদ্ধ হ'লেও তেওঁৰ সৃষ্টিত অস্বাভাৱিক উপলব্ধি আৰু অসাধাৰণ নিৰ্মাণ কৌশল সমুজ্জ্বল হৈ উঠিছে। সেয়ে তেওঁৰ কবিতাৰ মৌলিকত্ব।

এই অধ্যায়ৰ তৃতীয় বিখ্যাত কবিতা হ'ল 'Legende of Goode Wımmen'– এগৰাকী ভাল নাৰীৰ কাহিনী। কবিতাৰ বিষয়বস্তু ৰোমাণ্টিক কল্পনাৰে সমৃদ্ধ। কবিয়ে ডেইজী ফুলেৰে জকমকাই থকা পথাৰৰ মাজত বিশ্ৰাম লৈছে, ডেইজী ফুলৰ সুবাসিত বা লৈ কবি নিদ্ৰামগ্ন হৈছে আৰু তেতিয়াই কবিৰ ওচৰলৈ আগবাঢ়ি আহিছে এটি আনন্দমুখৰ সমদল। পত্নীৰ সকলো গুণেৰে বিভূষিতা ডেইজীফুলৰ প্ৰতীক চিহ্নৰে আদৰ্শ নাৰী এলচেষ্টিচ প্ৰথমতে আগবাঢ়ি আহিল প্ৰেমৰ দেৱতাৰ প্ৰতি, তেওঁলোকৰ পিছে পিছে এজাক গৰীয়সী ৰমনী। প্ৰেম পৰিমলেৰে ৰোমাঞ্চিত ৰমনীসকল গোট খালে কবিৰ চৌপাশে। 'ৰোমান্স অৱ ডি-ৰোজ' অনুবাদ কৰা বাবে প্ৰেমৰ দেৱতাই তেওঁক তিৰস্কাৰ কৰিলে। তেওঁৰ কবিতাত নাৰীৰ অহংকাৰ আৰু বিশ্বাসহীনতাৰ ছবি প্ৰতিফলিত কৰা বাবে প্ৰেমৰ দেৱতাই তেওঁক ভৰ্ৎসনা কৰিছে। এলচেষ্টিচে মধ্যস্থতা কৰি ক'লে, যদি তেওঁ নিজৰ ভুল শুধৰাই সৎ নাৰীৰ গৰিমামণ্ডিত কাহিনী সৃষ্টি কৰে তেনেহ'লে নাৰী জাতিয়ে তেওঁক ক্ষমা কৰিব। চ'চাৰে প্ৰতিশ্ৰুতি দিলে আৰু সাৰ পায়ে তেওঁ নাৰীৰ গৰিমামণ্ডিত কাহিনী লিখাৰ বাবে হাতত কলম তুলি ল'লে। তেওঁ একেলেঠাৰিয়ে লিখি গ'ল মহীয়সী নাৰীৰ যুগজয়ী কাহিনী আৰু এনেদৰে তেওঁ নটা কাহিনী সম্পূৰ্ণ কৰিলে। নৱম কাহিনীটো লিখি থাকোঁতেই তেওঁৰ মনলৈ আহিল এক নতুন সৃষ্টিৰ পৰিকল্পনা। ক্যাণ্টাৰবাৰী টেলছ ৰচনা কৰাৰ চিন্তাই

তেওঁৰ সেই কামত ব্যাঘাত জন্মালে। ইতিমধ্যে লিখি শেষ কৰা নটা কাহিনীৰ ভিতৰৰ 'Thisbe' নামৰ কাহিনীটোৱে শ্ৰেষ্ঠ কাহিনী হিচাপে পৰিগণিত হ'ল। কাহিনীৰ বিষয়বস্তুত কৈ কাহিনীৰ প্ৰস্তাৱনাই পাঠকক অধিক আকৰ্ষণ কৰে।

চ'চাৰৰ আটাইতকৈ উল্লেখযোগ্য আৰু অনবদ্য সৃষ্টি হ'ল ক্যান্টাৰবাৰী টেলছৰ কাহিনীসমূহ। এই কাহিনীসমূহ তেওঁৰ জীৱন কালৰ তৃতীয় অধ্যায়ৰ সৃষ্টি হিচাপে চিহ্নিত কৰা হৈছে। ক্যান্টাৰবাৰী টেলছৰ পৰিকল্পনাও বৰ মনোগ্ৰাহী। এই সৃষ্টিৰ লগে লগে ইংৰাজী সাহিত্যত সোণালী যুগ আৰম্ভ হয়। ইংৰাজসকলৰ জীৱনৰ সজীৱ প্ৰতিচ্ছবি প্ৰতিফলিত হৈছে কাহিনীৰ মাজত ইংৰাজ সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকসকলে কোৱা কাহিনীক লৈয়ে সৃষ্টি হৈছে ক্যান্টাৰবাৰী টেলছৰ। অৱশ্যে এই মহান সৃষ্টি অসমাপ্ত হৈয়ে ৰ'ল। কিন্তু চ'চাৰে যি উদ্দেশ্য লৈ ক্যান্টাৰবাৰী টেলছ ৰচনাৰ আঁচনি লৈছিল সেই উদ্দেশ্য সফল হৈছে। কাৰণ সমসাময়িক ইংৰাজ লোকৰ জীৱনৰ কাৰ্য কৌশল, প্ৰাত্যহিক জীৱনৰ সুখ-দুখ, হৰ্ষ-বিষাদ, দয়া-মমতা, হিংসা বিদ্বেষ, জীয়াই থকাৰ মোহ, আনন্দ, সপোন সকলো সুন্দৰভাৱে চন্দায়িতভাৱে প্ৰস্ফুটিত হৈ উঠিছে কাহিনীৰ মাজত। এনে কাহিনী ইয়াৰ পূৰ্বে ইংৰাজী সাহিত্যত সৃষ্টি হোৱা নাছিল।

ক্যান্টাৰবাৰী টেলছৰ জন্ম কাহিনীও বৰ আমোদজনক। লণ্ডন দলঙৰ দক্ষিণমূৰত পুৰণি লণ্ডনৰ বিপৰীতফালে চাউথ বাৰ্কৰ 'টেবাৰ্ড হ'ল' নামে এখন বিখ্যাত অতিথি শালা আছিল। এই অতিথি শালাটো বিখ্যাত হৈ পৰাৰ গুৰিতে আছিল চ'চাৰৰ ক্যান্টাৰবাৰী টেলছৰ উৎপত্তি আৰু পৰৱৰ্তী কালত শেক্সপীয়েৰে ইয়াকে নাট্য শালা হিচাপে ব্যৱহাৰ কৰি নাটকৰ প্ৰশিক্ষণ লৈছিল, অভিনয় শিকিছিল। চাউথ বৰ্ক এখনি সৰু ঠাই অথচ তাৰ গুৰুত্ব বৃদ্ধি হৈছিল চ'চাৰ সৃষ্টি ক্যান্টাৰবাৰী টেলছৰ উৎপত্তি স্থল হিচাপে। এই চাউথবৰ্কৰ পৰাই ক্যান্টাৰবাৰীত থকা থমাছ আৰু বেকেটৰ পবিত্ৰ স্মৃতি সৌধ দৰ্শনৰ বাবে তীৰ্থযাত্ৰীসকলে যাত্ৰা আৰম্ভ কৰে। ইংলেণ্ডৰ দক্ষিণলৈ যোৱাৰ বাবে তীৰ্থ যাত্ৰীসকলে টাবাৰ্ড পান্থশালাতে গোট খায়। সাধাৰণতে বসন্তকালৰ মধুৰ সন্ধিয়াবোৰত পান্থশালা ভৰি পৰে বিভিন্ন শ্ৰেণীৰ লোকেৰে। ইংৰাজ সমাজৰ আত্যৱন্ত লোকৰ পৰা অক্সফোৰ্ডৰ পণ্ডিত, সমাজৰ নিম্নশ্ৰেণীৰ লোকৰ পৰা কল-কাৰখানাৰ নিচাসক্ত শ্ৰমিক গোট খায় এই পান্থশালাতে দক্ষিণ

ইংলেণ্ডৰ তীৰ্থস্থান ভ্ৰমণ কৰিবলৈ যোৱাৰ বাবে। চাবিওফালৰ পৰা তীৰ্থ যাত্ৰীসকল আহি পান্থশালাত অপেক্ষা কৰে যাত্ৰাৰ দিনটোলৈ। ইংলেণ্ডৰ দক্ষিণ অঞ্চলৰ যাত্ৰা কষ্টকৰ আৰু আমনিদায়ক। পৰিৱেশ নিতাল নিস্তব্ধ আৰু জন প্ৰাণীশূন্য হোৱা বাবে তীৰ্থ যাত্ৰীসকলে একগোট হৈ যাত্ৰা আৰম্ভ কৰে। যাতে বাস্তাত কোনো ডকাইত বা সমাজ বিৰোধী লোকৰ দ্বাৰা আক্ৰান্ত নহয়। সেই সময়ত চ'চাৰো আছে টাবাৰ্ড পান্থশালালৈ। তীৰ্থ যাত্ৰীসকলৰ লগত পৰিচয় হৈ একেলগে থাকে। যাত্ৰীসকলে কেতবোৰ পৰিকল্পনা কৰি লয়। টাবাৰ্ড অতিথিশালত গোট খোৱা উৎসাহী তীৰ্থ যাত্ৰীসকলে ৰাতিৰ আহাৰৰ সময়ত একেলগে লগ হৈ এটা সমূহীয়া সিদ্ধান্তত উপনীত হয়। তেওঁলোকৰ সিদ্ধান্তটো হ'ল এই যে তীৰ্থভ্ৰমণলৈ যোৱাৰ পথত যাত্ৰাৰ অৱসাদ আৰু ক্লান্তি দূৰ কৰাৰ বাবে প্ৰতিগৰাকী তীৰ্থ যাত্ৰীয়ে চাৰিটাকৈ প্ৰিয় কাহিনী ক'ব তাৰে দুটা যোৱাৰ পথত আৰু দুটা ঘূৰি অহাৰ পথত। তেওঁলোকৰ লগত এগৰাকী বিশিষ্ট নিৰ্বাচকো যাব যিয়ে আটাইতকৈ ভাল কাহিনীটো বাছি উলিয়াব। আটাইতকৈ ভাল কাহিনী কোৱা লোকজনক পুৰস্কৃত কৰা হ'ব। পুৰস্কাৰ হিচাপে তেওঁৰ সন্মানৰ বাবে আটাইৰে উমৈহতীয়া খৰচত ৰাতি এটা সুন্দৰ ভোজৰ আয়োজন কৰা হ'ব আৰু আটায়ে একেলগে আনন্দ কৰি ভোজ ভাত খাব। সকলো তীৰ্থ যাত্ৰীয়ে এই সিদ্ধান্ত একেমুখে মানি ল'লে। পিচদিনা যাত্ৰা আৰম্ভ কৰাৰ পিচত তেওঁলোকৰ সিদ্ধান্ত মৰ্মে কাহিনী কোৱাৰ পাল পৰিল সন্মানীয় নাইটৰ ওপৰত। তেওঁ সুন্দৰ কাহিনী এটা ক'লে। তেওঁৰ কাহিনীটো আছিল অশ্বাৰোহী যোদ্ধাৰ বীৰত্বৰ কাহিনী 'Palamon and Arcite'। তাৰ পিচত এজনৰ পিচত আন এজনে এটাৰ পিচত আন এটা কাহিনী কৈ গ'ল। প্ৰতিটো কাহিনীৰে প্ৰস্তাৱনা আৰু উপসংহাৰ আছিল বৰ মনোৰম। কাহিনীৰ যোগসূত্ৰৰ মাজত জীৱনৰ গতিশীলতা আছে, মাজে মাজে যোগসূত্ৰ হেৰাই গ'লেও কাহিনীৰ ধাৰাবাহিকতা অক্ষুণ্ণ থাকে। বেতিয়া কাৰখানাৰ নিচাগ্ৰস্ত শ্ৰমিকসকলক কাহিনী ক'বলৈ কোৱা হ'ল তেতিয়া কিছু সময়ৰ বাবে কাহিনী কোৱাৰ ধাৰাবাহিকতা ভংগ হ'ল। অৱশেষত তেওঁলোক সৈ যেতিয়া ৰাতি আন এটা অতিথিশালাত উপস্থিত হ'ল তেতিয়া আকৌ আৰম্ভ হ'ল কাহিনী কোৱাৰ পৰ্ব। চ'চাৰে হাঁহি উঠা কথাৰে তেওঁৰ কাহিনী আৰম্ভ কৰিলে। তেওঁৰ কাহিনী আছিল 'Sir Thopas' ৰ। কাহিনীত ভয়াবহতা আৰু শিহঁৰণকাৰী ৰোমাঞ্চ আছিল। কাহিনী শুনি

আটায়ে শিঁহৰিত হ'ল আৰু মুখেৰে উচ্ আচ্ শব্দ কৰিবলৈ ধৰিলে। এনেদৰে এটাৰ পিচত আন এটা কাহিনী কোৱাৰ পিচত সেইবোৰ সংগ্ৰহ কৰি চ'চাৰে জন্ম দিলে বিখ্যাত ক্যাণ্টাৰবাৰী টেলছৰ। তীৰ্থ যাত্ৰীৰ দলটোত সৰ্বমুঠ লোক আছিল বত্ৰিশজন আৰু এই বত্ৰিশজন লোকে যাওঁতে দুটা আৰু ঘূৰি আহোতে দুটা মুঠ চাৰিটাকৈ কাহিনী কোৱাৰ পিছত কাহিনীৰ সংখ্যা হ'ল এশ আঠাইশটা। এই কাহিনীসমূহৰ মাজত প্ৰতিফলিত হৈছিল ইংলেণ্ডৰ সামাজিক জীৱন। ধনী, দুখীয়া, বীৰ যোদ্ধা কাৰখানাৰ শ্ৰমিক, পণ্ডিত, নাইট আদি সমাজৰ সকলো শ্ৰেণীৰে জীৱন বৃত্তান্ত উন্মোচিত হৈছিল কাহিনীৰ মাজত। চৌবিশটা কাহিনী সম্পূৰ্ণকৈ লিখা হৈছিল আৰু বাকীবোৰ অসম্পূৰ্ণ অৱস্থাত আছিল। অসম্পূৰ্ণ হ'লেও সেইবোৰ কাহিনীৰ মাজত প্ৰেম, ভালপোৱা, দুঃসাহসিক অভিযান জীৱ-জন্তুৰ বৰ্ণনা, হাস্য ব্যংগ কথা আদি বিভিন্ন বিষয় বস্তু উদ্ভাসিত হৈ উঠিছে। দুটা কাহিনীৰ বাহিৰে বাকীবোৰ ছন্দত ৰচিত। প্ৰতিটো কাহিনীতে কাব্যিক অনুভৱ বৰ মৰ্মস্পৰ্শী। এনেদৰে ছন্দৰ মাজেৰে কাহিনীৰ সূত্ৰপাত হয় ইংৰাজী সাহিত্যত। চ'চাৰ প্ৰকৃততে কবি হ'লেও ছন্দৰ মাজেৰে কাহিনী ৰচনা কৰা বাবে ইংৰাজী সাহিত্যৰ প্ৰথম চুটি গল্প ৰচক হিচাপে পৰিগণিত হৈছে। এনেদৰে চৈধ্য শতিকাতে ইংৰাজী ভাষাত প্ৰথম গল্প ৰচনাৰ নতুন অধ্যায় আৰম্ভ হয়।

ক্যাণ্টাৰবাৰী টেলছৰ প্ৰস্তাৱনাত কৰিয়ে কাহিনীৰ বিচিত্ৰ চৰিত্ৰ পাঠকৰ আগত উন্মোচিত কৰিছে। সমসাময়িক সমাজৰ বিভিন্ন স্তৰৰ পৰা চয়ন কৰি অনা চৰিত্ৰবোৰ বাস্তৱ পৃথিৱীৰ আলিয়ে গলিয়ে ঘূৰি ফুৰা লোক যেন অনুভৱ হয়। গল্প হ'লেও চ'চাৰৰ চৰিত্ৰ সৃষ্টিত নিখুঁত বাস্তৱতা আছে; কাব্যিক কৌশল আছে। চ'চাৰৰ পূৰ্বসূৰী লেখকসকলে কেৱল সোণালী যুগৰ দেৱ-দেৱী আৰু বীৰ বীৰাংগনাৰ অলৌকিক কাৰ্যকলাপকলৈয়ে ৰোমান্সধৰ্মী সাহিত্য সৃষ্টি কৰিছিল। তেওঁলোকে পৃথিৱীৰ মানুহকলৈ বাস্তৱ দৃষ্টিভংগীৰে সাহিত্য সৃষ্টি কৰা নাছিল। তেওঁলোকৰ কাষৰে পাজৰে বিচৰণ কৰা নৰ-নাৰীৰ জীৱনৰ কথা নিলিখি অতি মানৱ, দেৱ-দেৱী আদিৰ কাৰ্য কলাপেৰে অলৌকিক কাহিনীৰ সৃষ্টি কৰিছিল। কিন্তু চ'চাৰে নতুন দৃষ্টিভংগীৰে ওচৰ পাঁজৰৰ নৰ-নাৰীৰ চৰিত্ৰ অংকন কৰি বাস্তৱ জীৱনক দাঙি ধৰিবলৈ প্ৰয়াস কৰিছিল আৰু তেতিয়াৰে পৰা আৰম্ভ হৈছিল 'চ'চাৰৰ যুগ'— বাস্তৱ সৃষ্টিৰ যুগ। এতেয়া চৈক্সন যুগৰ সাহিত্যত বিত্তবাচক আৰু ৰোমান্স আছিল আদৰ্শ বীৰ পুৰুষ, কিন্তু তেওঁলোক

আছিল কল্পনাৰ হেঙুল হাইতালেৰে বুলোৱা অলৌকিক চৰিত্ৰ, অলৌকিক আছিল তেওঁলোকৰ বীৰত্বৰ কাহিনী। কিন্তু চ'চাৰে সৃষ্টি কৰা ক্যাণ্টাৰবাৰী টেলছৰ উৎপত্তি স্থল টাবাৰ্ড পান্থশালা, মাডাম ইগলেণ্টাইন চৰাইঘৰ আৰু তাতে আশ্ৰয় লোৱা শকত-আৱত সাধু-সন্ন্যাসী, গীৰ্জাৰ উপাসক, পুৰোহিত, চহা খেতিয়ক, দুখীয়া পণ্ডিত। আটাইবোৰ মানুহেই আছিল বাস্তৱ চৰিত্ৰ, সকলোৰে পৰিচিত আৰু সমসাময়িক ইংৰাজ সমাজৰ প্ৰতিনিধি। প্ৰসিদ্ধ সমালোচক ড্ৰাইডেনে কৈছে— "I see all the pilgrims, their humours, their feature, and their very dress as distinctly as if I had supped with them at the tabard in south work." চ'চাৰেই ইংৰাজী সাহিত্যৰ প্ৰথমগৰাকী লেখক যিগৰাকীয়ে ইংৰাজ সমাজৰ নৰ-নাৰীৰ প্ৰাত্যহিক জীৱন প্ৰণালীক দাঙি ধৰি ৰোমাণ্টিক পৰিমণ্ডলৰ সৃষ্টি কৰি সাহিত্য ৰচনা কৰিছিল। এনেদৰেই আৰম্ভ হৈছিল ইংৰাজী সাহিত্যৰ আধুনিক যুগৰ জয়যাত্ৰা।

ক্যাণ্টাৰবাৰী টেলছে ইংৰাজী সাহিত্যত এটা যুগৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। সেই যুগৰ সাহিত্য আধুনিক বেশভূষাৰে অলংকৃত, কল্পনাৰ ৰঙীন পৃথিৱী এৰি এই যুগৰ সাহিত্যই বাস্তৱ দৃষ্টিৰে পৰিদৃষ্ট হোৱা পৃথিৱীৰ মানুহৰ কাহিনী সৃষ্টি কৰিলে। নাইটে কোৱা কাহিনী 'Palamon and Arcite' এটি ৰোমাণ্টিক প্ৰেমৰ বাস্তৱ চিন্তা প্ৰসূত গল্প। কাহিনীত নাটকীয়তা আছে। প্ৰকৃতিৰ বিনন্দীয়া ৰূপ আছে আৰু আছে মানবীয় অনুভূতিৰে সমুজ্বল জীৱন দৰ্শন। গল্পটোৰ অন্তৰ্নিহিত ভাৱবস্তু ৰোকাচিওৰ পৰা ধাৰ কৰা হৈছে। মধ্যযুগৰ পৌৰাণিক ফৰাচী সাহিত্যৰ পৰা সমল সংগ্ৰহ কৰিলেও স্বকীয় নিৰ্মাণ কৌশলেৰে চ'চাৰে কাহিনী ৰচনা কৰি মৌলিক ৰূপ দিছে। উদাহৰণস্বৰূপে নাইটৰ কাহিনীটোক উল্লেখ কৰিব পৰা যায়। কাহিনীৰ নায়ক নায়িকা পৌৰাণিক সভ্যতাৰ চৰিত্ৰ, কাহিনীত কাল বিসংগতি পৰিলক্ষিত হয় যদি বৰ্ণনাৰ চমৎকাৰিত্বই সেই দোষ তল পেলাই দিছে। কাহিনীৰ বৰ্ণনাত আধুনিক চৰিত্ৰই প্ৰাণ পাই উঠিছে। কাহিনীটো দুজন ডেকা বন্ধুৰ মানসিক সংঘাতৰ কাহিনী। প্ৰেমৰ প্ৰতিদ্বন্দ্বিতাই কেনেদৰে দুই বন্ধুৰ মাজত সংঘাত সৃষ্টি কৰিলে তাক মনোৰম ভাৱে বৰ্ণনা কৰা হৈছে। দুই বন্ধু আছিল সহযোদ্ধা। যুদ্ধত আঘাত প্ৰাপ্ত হৈ দুয়ো কাৰাবন্দী হৈ আছিল এথেন্সত। তেওঁলোক দুয়োজনকে মাটিৰ তলৰ গোভাশালত বন্দী কৰি থোৱা হৈছিল। গোভাশালত থাকোতে দুয়ো খিৰিকীৰে এমিলি নামৰ ধুনীয়া চাকৰণী

এজনীক দেখি তাইৰ প্ৰেমত পৰিল। এমিলিৰ প্ৰণয়প্ৰাৰ্থী হোৱা বাবে কালক্ৰমত দুয়োৰে মাজৰ বন্ধুত্ব ভীষণ শত্ৰুতালৈ পৰিবৰ্তন হ'ল। দুয়ো এমিলিৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বী হৈ থিয় দিলে। শেষত এজনক বিচাৰত ক্ষমা কৰি দিয়াৰ পিচত পোতাশালৰ পৰা মুক্তি পালে আৰু আনজনে কোনোমতে পলাই সাৰিল। এজনী সাধাৰণ চাকৰণীৰ বাবে দুই বীৰ যোদ্ধাৰ মাজৰ প্ৰতিদ্বন্দ্বিতাই ৰজা প্ৰজা, প্ৰকৃতি সকলোকে স্তম্ভিত কৰিলে। দুয়োৰো মাজৰ শত্ৰুতাই এমিলিৰ জীৱনো দুৰ্বিসহ কৰি তোলে। তাৰেই সজীৱ চিত্ৰ দেখা যায় নাইটৰ কাহিনীত। অকল নাইটৰ কাহিনীয়েই নহয় প্ৰাইৰেচৰ কাহিনী 'Hugh of London' ক্লাৰ্কৰ কাহিনী, 'Patient Griselda' নানচ্ প্ৰিষ্টৰ কাহিনী 'চেণ্টিক্লিয়াৰ' আদি কাহিনীয়ে পাঠকক বিমল আনন্দ দিয়ে। প্ৰতিটো কাহিনীতে চ'চাৰৰ কথন কৌশল আৰু সজীৱ বৰ্ণনা অভিনৱ। চ'চাৰেই ইংৰাজী সাহিত্যত কাব্যিক ছন্দেৰে কাহিনী ৰচনাৰ অভিনৱ পদ্ধতি সংযোজন কৰি এটি নতুন যুগৰ সূচনা কৰে।

চ'চাৰৰ কবিতাত সংগীতৰ সুৰ বিমূৰ্ত্ত হৈ উঠিছে। কবিতাৰ ছন্দ উচ্চাৰণ কৰোতে সংগীতৰ সুৰ কাণত বাজি উঠে। তেওঁৰ কবিতাৰ ছন্দই ইংলেণ্ডত সুৰ স্পন্দিত কৰিলে আৰু সেই সুৰেই সংগীতৰ সৃষ্টি কৰিলে। চ'চাৰৰ ৰচনা পঢ়িলে তাৰ মাজত দেখা যায় গল্পৰ বৈশিষ্ট্য। কবিতাৰ ছন্দোময় ৰূপ আৰু সংগীতৰ স্পন্দন। সেয়েহে তেওঁক আধুনিক ইংৰাজী সাহিত্যৰ গল্প, কবিতা আৰু সংগীতৰ প্ৰথম স্ৰষ্টা হিচাপে চিহ্নিত কৰা হৈছে। দৰাচলতে চ'চাৰ যুগৰ ৰচনাই ইংৰাজী সাহিত্যলৈ আধুনিকতাৰ ঢল বোৱাই আনিলে আৰু সেয়েহে 'জিঅ'ফ্ৰে চ'চাৰ হ'ল ইংৰাজী ভাষা সাহিত্যৰ যুগস্ৰষ্টা মনীষা আৰু তেওঁৰ অমৰ সৃষ্টি ক্যাণ্টাৰবাৰী টেলছ্ হ'ল ইংৰাজী ভাষাৰ কবিতা, গল্প আৰু সংগীতৰ অন্তঃসলিলা ফল্গু-যাৰ বোৱতী সুঁতি চিৰ প্ৰবাহমান।

●●●

# জ্যোতি প্ৰসাদৰ সন্ধানত

যোৱা সোতৰ জুনৰ পৰা সুন্দৰৰ পূজাৰী ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ জন্ম শতবাৰ্ষিক বৰ উলহ-মালহৰে আৰম্ভ হৈছে। জ্যোতিপ্ৰসাদৰ জন্ম শতবাৰ্ষিকী পালনৰ বাবে বিভিন্ন অনুষ্ঠানে বিভিন্ন কাৰ্যসূচী গ্ৰহণ কৰি নিজৰ নিজৰ দৃষ্টিভংগীৰে উৎসৱৰ পাতনি মেলিছে। অসম সাহিত্য সভায়ো বিস্তৃত কাৰ্যসূচী গ্ৰহণ কৰি জ্যোতি শতবাৰ্ষিকী পালন কৰিছে । জ্যোতিপ্ৰসাদ শতবাষিকী উদযাপন কমিটীয়ে জ্যোতিৰ জন্মস্থান তামুলবাৰী চাহ বাগিচাৰ পৰা মটৰ চইকেলৰ সমদল উলিয়াই শতবৰ্ষ জ্যোতি গুৱাহাটীলৈ কঢ়িয়াই আনিছে। দুদিন আগৰে পৰা মটৰ চাইকেল আৰোহী দল গৈ তামোলবাৰী চাহ বাগিচাত উপস্থিত হৈছিল। বাগিচাৰ বৰ্তমানৰ কৰ্তৃপক্ষই দলটোক আদৰ-সাদৰ কৰি কাৰ্যসূচীৰ সফল আৰম্ভণি কৰাৰ ক্ষেত্ৰত অকণো কাৰ্পণ্য কৰা নাছিল বুলি গম পোৱা গৈছে। বাগিচাৰ বৰ্তমানৰ পৰিচালক ৰাজখোৱাই কেইদিনমান আগৰে পৰা বাগিচা তত্ত্বাৱধানৰ কাম-কাজ একাষৰীয়াকৈ থৈ জ্যোতি শতবাৰ্ষিকী আৰম্ভণি অনুষ্ঠান বিশেষকৈ মটৰ চাইকেল আৰোহীসকলৰ থকা-খোৱাৰ বন্দৱস্ত কৰাৰে পৰা সমদল 'ফ্লেগ অফ' কৰালৈকে ব্যস্ত হৈ পৰিছিল। সমদলকাৰীয়ে জ্যোতিৰ জন্মস্থানৰ পৰা জ্যোতিশিখা আনি আলোকৰ যাত্ৰা আৰম্ভ কৰাটো শতবাৰ্ষিকীৰ এক অৰ্থপূৰ্ণ কাৰ্যসূচী হিচাপে পৰিগণিত হৈছে। কাৰণ জ্যোতিপ্ৰসাদ আছিল 'দুষ্কৃতিনাশি সংস্কৃতিৰে পৃথিৱী মুক্ত' কৰি জগত জ্যোতিৰ্ময় কৰি তোলা শিল্পী। সেই গৰাকী পোহৰ প্ৰয়াসী শিল্পীৰ জন্ম শতবাৰ্ষিকী উদযাপনে অসমৰ সংস্কৃতিৰ ৰহঘৰৰ বুনিয়াদ ঐক্যসম্প্ৰীতিৰে কটকটীয়াকৈ বান্ধি ৰাখিব পাৰিলেহে উৎসৱ উদযাপনৰ উদ্দেশ্য সফল হ'ব।

জ্যোতিপ্ৰসাদ আছিল সাংস্কৃতিক সমন্বয় সৃষ্টিকামী শিল্পী। পৰ্বত-ভৈয়াম, জাতি-উপজাতি জনজাতিৰ মাজৰ সাংস্কৃতিক সুসমন্বয় সাধনৰ জৰিয়তে বৈপ্লৱিক পৰিবৰ্তনৰ সপোন দেখা জ্যোতিয়ে বিচৰণ কৰা পৃথিৱীখন আছিল শিল্পীৰ পৃথিৱী-সাংস্কৃতিক বিপ্লৱেৰে তেওঁ সমাজৰ সকলো ভেদৰ কলুষতা নিঃশেষ কৰিব

বিচাৰিছিল। জ্যোতিপ্ৰসাদৰ সমন্বয়ৰ চিন্তাধাৰা য'ত অংকুৰিত হৈছিল সেই ঠাই তামুলবাৰী চাহ বাগিচাৰ ঐতিহ্যমণ্ডিত স্মৃতি বিচাৰি শতবাৰ্ষিকী উৎসৱৰ উদ্যোক্তাসকলে জ্যোতি শিখা কঢ়িয়াই আনি অসমৰ ঘৰে ঘৰে আলোকিত কৰাৰ প্ৰয়াস কৰিছিল। কিন্তু তামুলবাৰী বাগিচাৰ সেউজীয়া চাহগছ, শিৰীষ, কৃষ্ণচূড়া, ৰাধাচূড়াৰ সৈতে একাত্ম হৈ থকা জ্যোতিপ্ৰসাদৰ সেউজীয়া স্মৃতি যুগমীয়া কৰাৰ বাবে কোনো ধৰণৰ কাৰ্যকৰী ব্যৱস্থা হাতত নোলোৱা বাবে বাগিচাৰ শ্ৰমিক- কৰ্মচাৰীসকলে ক্ষোভ প্ৰকাশ কৰিছে। কিয়নো অসমীয়া সাহিত্য সংস্কৃতি-সংগীত-নাটক-বোলছবি জগতক নতুন দিশৰ সন্ধান দিয়া সুন্দৰৰ পূজাৰী জ্যোতিপ্ৰসাদে প্ৰথম চকু মেলিছিল তামুলবাৰী চাহ বাগিচাত। এই তামুলবাৰী চাহ বাগিচাৰে মালিকৰ বঙলাত ১৯৯০ চনৰ ১৭ জুন তাৰিখে জন্ম হৈছিল জ্যোতিপ্ৰসাদৰ। জ্যোতি প্ৰসাদে পৃথিৱীৰ প্ৰথম পোহৰ দেখা সেই বঙলাটো আছে নে নাই আমি নাজানো। বাগিচাৰ বৰ্তমানৰ পৰিচালক ৰাজখোৱাক সোধাত নেতিবচক উত্তৰহে পালো। চাকৰি সংক্ৰান্তত ডিব্ৰুগড়ত থাকোতে তামুলবাৰীলৈ কেইবাবাৰো গৈছো, তামুলবাৰীৰ কলঘৰ পৰিদৰ্শন কৰিছো। কলঘৰত সোমালেই জ্যোতিপ্ৰসাদৰ স্মৃতিৰে মন পৰিপূৰ্ণ হয়। জ্যোতিপ্ৰসাদৰ হাতৰ চহীটো চোৱাৰ কৌতুহল হয়। কলঘৰত বৰবাবুৱে পুৰণি নথিৰ পৰা জ্যোতিপ্ৰসাদৰ হাতৰ আখৰেৰে লিখা চহীটো দেখুৱাইছিল। বৰ ৰোমাঞ্চিত হৈছিলো- জ্যোতিপ্ৰসাদৰচেহেৰাটো চকুৰ আগত ভাহি উঠিছিল। জ্যোতিপ্ৰসাদৰ দিনৰ পুৰণি যন্ত্ৰ-পাতিবোৰৰ ঠাইত কলঘৰত নতুন নতুন যন্ত্ৰ-পাতি বহুওৱা হৈছে। চাহপ্ৰস্তুত প্ৰণালীতো আধুনিক পদ্ধতি ব্যৱহাৰ কৰা হৈছে। কোৱালিটি ড্ৰায়াৰ সংযোগ কৰি উৎকৃষ্টমানৰ চাহ প্ৰস্তুত কৰা হৈছে। বাগিচাৰ উৎপাদনো আগৰ তুলনাত বৃদ্ধি হৈছে। নতুন আৰু পুৰণিৰ সংঘৰ্ষতো তামোলবাৰীৰ পৰা নিশ্চিহ্ন হোৱা নাই জ্যোতিপ্ৰসাদৰ স্মৃতিৰ সুবাস। বিজুলী শক্তি উৎপাদন কৰা পুৰণি মডেলৰ ব্ৰেকষ্টোন ইঞ্জিনটো এতিয়াও আছে, পুৰণি ড্ৰায়াৰৰ ভগ্নাৱশেষ এতিয়াও সিচৰতি হৈ আছে কলঘৰৰ দাঁতিত। চাহ গছৰ ওপৰত ছাঁ দিয়া বুঢ়া শিৰীষ, সোণাৰু, ৰাধাচূড়া, কৃষ্ণচূড়া কেইজোপাই এতিয়াও সোঁৱৰাই আছে জ্যোতিপ্ৰসাদৰ সোণালী স্মৃতি। জ্যোতিপ্ৰসাদৰ বিষয়ে সোধাতে বুঢ়া চৰ্দাৰজনে আক্ষেপেৰে ক'লে– সেইদিন আৰু ঘুৰি নাহে বাবু। সেই ৰামো নাই অযোধ্যাও নাই।

জ্যোতিপ্ৰসাদ আছিল শ্ৰমিকৰ বন্ধু। কপালৰ ঘাম মাটিত পেলোৱা শ্ৰমৰ মূল্য দিয়া বাবে তামুলবাৰীত কেইবাটাও শ্ৰমিক কল্যাণ আঁচনি গ্ৰহণ কৰিছিল। শ্ৰমিকৰ নিত্যব্যৱহাৰ্য সকলো সামগ্ৰী সুলভ মূল্যত দিয়াৰ বাবে 'ন' প্ৰ'ফিট্‌ন' ল'ষ্ট' আঁচনিৰে বাগিচাত সমবায়ৰ দোকান খুলি সামগ্ৰীৰ যোগান ধৰিছিল। অসমৰ চাহ বাগিচাত প্ৰথম শ্ৰমিক সমবায় দোকান খোলাৰ দৃষ্টান্ত তামুলবাৰীতে দাঙি ধৰা হৈছিল। শ্ৰমিকৰ ল'ৰা-ছোৱালীক প্ৰথমিক শিক্ষা প্ৰদান কৰাৰ বাবে বাগিচাত প্ৰাথমিক বিদ্যালয় খুলি শিক্ষা দানৰ ব্যৱস্থা কৰিছিল। বাগিচাৰ ল'ৰা-ছোৱালীক গোটাই লৈ নিজে ৰচনা কৰা কবিতা তেওঁ লাকৰ দ্বাৰাই আবৃত্তি কৰাই, নিজে ৰচনা কৰা গীত গোৱাই সমগ্ৰ তামুলবাৰী বাগিচাকে সংগীতমুখৰ কৰি তুলিছিল।

মা, সোণাৰ সাধু আৰু মোক নক'বি
মা, ৰূপৰ সাধু আৰু মোক নক'বি
মা, হীৰা-মণি-মুকুতাৰ সাধু নক'বি
মাটিৰ সাধুকথাক'

কোলাতে বহুৱাই ল'।
(মাক আৰু মৰম)
১৬-৯-৪৮

জ্যোতিপ্ৰসাদৰ মানসকন্যা 'মানমা'ৰ মাজত তেওঁ দেখে পৃথিৱীক ভালপোৱাৰ সপোন। সেই সপোন তেওঁ আজীৱন দেখিছিল। সেই সপোনৰ ৰাগীত মতলীয়া হৈয়ে পৃথিৱীৰ প্ৰেমত মগ্ন হৈ নাট, কবিতা, গানেৰে ওপচাই থৈ গল অসমৰ সাহিত্য-সংস্কৃতিৰ বৰপথাৰ।

তাই মতাতেই
পৃথিৱীখনেই
মোৰ কোঠালৈ আহে
মোৰ গান কবিতাত
ভুমুকি মাৰি
তাইৰে দৰেই
আলফুলকৈ হাঁহে।

('মনমা', তামুলবাৰী, ১৭-৯-৪৮)

তামুলবাৰীত ৰচনা কৰা শিশু কবিতাৰ মাজত জিলিকি উঠা ভূত পোৱালিটোৱে আজিও বাগিচাৰ শিশুসকলক সপোনতে আমনি কৰে, ভূত পোৱালিৰ ভয়ত সিহঁত কিন্তু পেপুৱা নালাগে। ভূত পোৱালিৰ লগত সিহঁতে উমলিবলৈ ভয় নকৰে।

'এটা ক'লা এটাৰগা
নাঙঠ পিঙঠ ভূত
কথা পাতে টাকুট, টাকুট, কুট।
এটাই ক'লে,'পুট পুট পুট'
ইটোৱে মা নাক জোকাৰি ক'লে 'ধুৎ ধুৎ।
মা, দেখিবলৈ এনে ভাল ভূত পোৱালীৰ নাচ
কিবাকিবি গান গাই ফুছ ফুছ-ফাছ
মনে মনে কাম কৰে খুছ, খাছ, খাছ।'

বাগিচাৰ শিশুসকলক সাহসৰ মন্ত্ৰ দি, শ্ৰমিকক নিজৰ প্ৰাপ্য সম্বন্ধে সচেতন কৰি জ্যোতিপ্ৰসাদে দিলে জীয়াই থকাৰ মন্ত্ৰ। তামুলবাৰীৰ শাৰী শাৰী চাহ গছৰ মাজে মাজে এটি কলিৰ দুটি পাত চিঙা লচমী, ৰতনী, ৰাধা, জয়ন্তী, কৃষ্ণা, কৰবী, চম্পাহঁতে আজিও পাত তুলি তুলি জ্যোতিৰ গীত গায়-

সোণ মোৰ চম্পা
সেউতী মালতী
সোণে মোৰ চম্পা
গোন্ধৰ গুটিমালী
ৰঙাকৈ বেৰতী
আমোল মোলে ঐ
সোণে মোৰ চম্পা।

তামুলবাৰীৰ সেউজভৰা পৰিৱেশত আজিও জ্যোতিপ্ৰসাদৰ গীতৰ সুৰ স্পন্দিত হয়। জ্যোতিপ্ৰসাদে শেষ বয়সত তামুলবৰী বাগিচাত থাকিয়েই গীত ৰচনা কৰি ন ভৱিষ্যতৰ নতুন বাজ আলি পোহৰাই তোলাৰ চেষ্টা কৰিছিল। তামোলবাৰী বাগিচাৰ বঙলাত বহি জ্যোতিপ্ৰসাদে গভীৰ প্ৰত্যাশাৰে গানৰ সুৰেৰে কৈছিল-

মোৰ গানত আছেন বিজুলী
ন জীৱনৰ ন সঁজুলি
নতুন মানুহ সাজিবলৈ নতুন বটালি
মোৰ গানে তোক বাট দেখুৱায়
পোহৰ কৰি
ন ভৱিষ্যতৰ নতুন ৰাজআলি
২৭-৮-৪৯
তামুলবাৰী

জ্যোতিপ্ৰসাদৰ প্ৰাথমিক শিক্ষা আৰম্ভ হৈছিল তামুলবাৰী চাহ বাগিচাতে। তামুলবাৰীৰ পৰা ডিব্ৰুগডলৈ অহা-যোৱা কৰি জৰ্জ ইনষ্টিটিউটত পঢ়িছিল। তাৰ পিচত ডিব্ৰুগড চৰকাৰী হাইস্কুলত উচ্চ শ্ৰেণীত পঢ়ে। ডিব্ৰুগডৰ পৰা তেজপুৰলৈ আহিবলগীয়া হোৱা বাবে তেজপুৰ হাইস্কুলৰ পৰাহে মেট্ৰিকৰ বাছনি পৰীক্ষাত উত্তীৰ্ণ হয়। জীৱনৰ আগডোখৰ তামুলবাৰী চাহ বাগিচাৰ বঙলাতে কটাই ১৯৪৪ চনলৈ বিদেশ ভ্ৰমন, নাট, বোলছবি নিৰ্মাণ আৰু অহযোগ আন্দোলন আদিত ব্যস্ত হৈ থাকে। ডিব্ৰুগড়ৰ তামুলবাৰীৰ সৈতে জ্যোতিপ্ৰসাদৰ আছিল নিবিড় সম্পৰ্ক। ডিব্ৰুগডৰ জীয়াৰী দেৱযানী ভুএগ্ৰাক বিয়া কৰাই১৯৩৬ চনত সংসাৰ আৰম্ভ কৰে। জীৱনৰ মাজছোৱা সৃষ্টিশীল শিল্প-কৰ্মত অতিবহিত কৰাৰ পিচত জ্যোতিপ্ৰসাদে জীৱনৰ শেষ ভাগত আকৌ উভতি গৈছিল তামুলবাৰী চাহ বাগিচালৈ। স্বাস্থ্যদজনীত কাৰণত অসমীযা কাকতৰ সম্পাদকৰ দায়িত্ব বাদ দি বাগিচাৰ কাম চোৱা-চিতা কৰাৰ বাবে তামুলবাৰীৰ সেউজীয়া পৰিৱেশলৈ উভতি যায়। ১৯৪৪ চনৰ শেষ ভাগত তেওঁ নিজৰ জন্মস্থান তামুলবাৰী চাহবাগিচালৈ ঘূৰি আহে আৰু বাগিচাৰ পৰিচালনা কামত মনোনিবেশ কৰে। তাত তেওঁ ৰেজিডেন্ট ডাইৰেক্টৰ হিচাপে কলঘৰৰ ওচৰৰ বঙলাটোত থাকিবলৈ লয়। সেই বঙলাটোৰ নিৰিবিলি পৰিবেশত বহি তেওঁ গীত, কবিতা লিখিবলৈ ধৰে। জ্যোতিপ্ৰসাদে ৬০০-৭০০ গীত লিখিছিল বুলি জনা যায়, কিন্তু তাৰে আধা অংশহে পোৱা গৈছে। তামুলবাৰীৰ বঙলাত বহি লিখা গীত সমূহ এটা বহীত পোৱা গৈছে। এই গীতবোৰৰ এক স্বকীয় বৈশিষ্ট্য আছে। অসমৰ মাটি, পানী, বায়ু,পথাৰ,নদ-নদী, গাওঁ-ভূঁইৰ কেঁচা মাটিৰ গোন্ধ আৰু বাস্তৱ অনুভূতি আছে

গীত আৰু সুৰত। অসমৰ মাটিক তেওঁ হৃদে-হিমজুৰে ভাল পাইছিল, তেওঁৰ গভীৰ আশাবাদ,স্বদেশপ্ৰেম আৰু সোণালী সপোন জিলিকি উঠিছে গীতৰ মাজত। বাগিচাৰ বনুৱাৰ বিশৃংখল জীৱনধাৰা উপলব্ধি কৰি তেওঁ তেওঁলোকৰ আৰ্থ সামাজিক অৱস্থা টনকিয়াল কৰাৰ বাবে চেষ্টা কৰিছিল। শ্ৰমিকৰ স্বাৰ্থত কাম কৰি সা-সুবিধা বৃদ্ধি কৰি দিয়াৰ ফলত বাগিচাৰ অৰ্থিক ক্ষতি হৈছিল আৰু সেইদে বাগিচাৰ বাকী অংশীদাৰসকলৰ লগত মনোমানিলন্যও হৈছিল। তামুলবাৰীত থাকোতে তেওঁ 'এটা মাতোৱাল বনুৱা' নাম দি যি এক খণ্ডচিত্ৰ ৰচনা কৰিছিল তাৰ প্ৰাসংগিকতা আজিও অক্ষুণ্ণ আছে। বাগিচাৰ বনুৱাই লাওপানী খাই কেনেদৰে কপালৰ ঘাম মাটিত পেলাই অৰ্জা ধন শেষ কৰি বিশৃংখল জীৱন-যাপন কৰে তাৰ হুবহু প্ৰতিচ্ছবি দাঙি ধৰিছে। মাতোৱাল বনুৱাৰ মুখত দিয়া ঝুমুৰগীতৰ সুৰ আজিও প্ৰতিধ্বনিত হয় বাগিচাৰ বনুৱা লাইনত নিশাৰ এন্ধাৰৰ মাজত।

আৰে বৰ ঘৰৰ বহুবেটী
আঁকৰ বাঁকৰ চুলবে
আইনা দেখে খোপা বান্ধে
উবে গেন্দা ফুলবে—
ডাগ দি গুডা
ডাগ দি গুডা
ডাগুৰ গুডা—

বনুৱাৰ জীৱন ধাৰণৰ মান উন্নত কৰাৰ বাবে তেওঁলোকৰ দিন হাজিৰা বঢ়ালে, তেওঁলোকে সেই বৰ্দ্ধিত হাজিৰাৰ পইচাৰে লাওপানীৰ সলনি বিলাতী খায়। জীৱন ধাৰণৰ মানদণ্ড কিন্তু একেই থাকে। হাজিৰা বঢ়ালেও তেওঁলোকৰ আৰ্থ-সামজিক দিশৰ কোনো পৰিবৰ্তন নহয়। 'মাতোৱাল বনুৱাত' তেওঁ লাওপানী খাই মাতাল হোৱা শ্ৰমিকৰ বাস্তৱ চিত্ৰ অংকন কৰিছে এনেদৰে—

মাতোৱাল : হঁ দেওতা, তোৰ মৰমতে পাইছোঁ। আজিকালি হাজিৰাটো বেছি পাইছোঁ। কমিছনটো ভি বেছি আছে—

মালিক : অ' তইঁতক পইচা বেছিকৈ দিছোঁ ভাল খাবলৈ পিন্ধিবলৈহে।

মাতোৱাল : হাঁ পিচে, কিনিবলৈ যে কাপড়া নাপাই, আটা নাপাই, দাল নাপাই,

মাছ ভি নাপাই— তবে পইচাটো এনেয়ে পৰি আছে তবে বিলাতীটো পায়।

পইচা বাঢ়িলেই তেওঁলোকে বিলাতী খোৱাৰ চিন্তা কৰে; ল'ৰা-ছোৱালীক শিক্ষা-দীক্ষা দি মানুহ কৰাৰ চিন্তা নকৰে, জীয়াই থকাৰ মানদণ্ড উন্নত কৰিবলৈ যত্ন নকৰে। জ্যোতিপ্ৰসাদৰ সেই তাহানিৰ অনুভৱ আজিও প্ৰাসংগিক হৈ আছে। চাহ বাগিচাৰ শ্ৰমিকৰ জীৱনধাৰণ প্ৰণালী একেই আছে। লাওপানীৰ নিচাত ডুবি থাকিয়েই তেওঁলোকে জীৱন পাত কৰিছে।

'খেজেনা সাধাত এটা ডফলাৰ মুখেৰে কোৱা কথাবোৰ পঢ়িলে চৰকাৰী যন্ত্ৰৰ প্ৰতি সৰল মানুহৰ খঙটো বাৰুকৈয়ে অনুভৱ কৰিব পৰা যায়। চৰকাৰক দোষাৰোপ কৰি ডফলাই কোৱা কথাখিনিৰ জৰিয়তে তেওঁৰ চৰিত্ৰৰ সৰলতা প্ৰকাশ কৰাৰ লগতে হাঁহিৰো খোৰাক যোগাইছে— গৱৰমেনৰ একুৰিও টকা অ'লে নাইনে?

বেমাৰি মানুহৰ কেতিটো মাৰি  
এদন খটিব পাৰে?  
গৱৰমেনৰ বল বুদি নাইনে? —  
        কালি কেজেনা কেজেনা,  
বৰ ছাআপক বয় নকৰে,  
        তোও ওক কি বয় কৰিব  
কালি কেজেনা কেজেনা  
        কেজে-ও-না  
        তামুলবাৰী চাহ বাগিচা  
১৮-৫-৪৭

তামুলবাৰীত থাকোতে তেওঁ বহুতো কবিতা লিখিছে। মণ্ডলদেৱ চেতনা কাকতলৈ পঠোৱা 'জন চেতনা' নামৰ কবিতাটোও তামুলবাৰী বাগিচাতে ৰচনা কৰা—

জন চেতনাৰ  
        স্পৰ্শত জাগে  
ব্যাথা-বেদনাৰ গান,  
জাগে দুৰ্জেয় অজেয় শক্তি  
        সংস্কৃতিৰ সুমহান

(জনচেতনা, তামুলবাৰী)

৭-৮-৪৯

ৰূপান্তৰৰ স্বপ্ন দেখা জ্যোতিয়ে নতুন সৃষ্টিৰ অগ্নিবীজেৰে পৃথিৱীখন উজলি উঠাৰ স্বপ্ন দেখিছিল তামুলবাৰী চাহ বাগিচাতে—

বিপ্লৱৰ মহাচক্ৰ ঘূৰে
নতুন সৃষ্টিৰ অগ্নিবীজ
দিশে দিশে উৰে
নতুন পৃথিৱীখন উজলি উঠিছে দূৰে দূৰে
পুৰণিয়ে লৈছে বিদায় বেজাৰেৰে ক্ষোভেৰে
প্ৰতিক্ৰিয়া সংঘাতেৰে ওলগ জনাই
নতুনৰ গানে সুৰে
জগত জগায়।

'নতুন', তামুলবাৰী
২৯-৩-৫০

তামুলবাৰীয়ে তেওঁৰ মুখত ভাষা দিছিল, গীতৰ সুৰ দিছিল, দেহলৈ সজীৱতা আনি দিছিল। তামুলবাৰী চাহ বাগিচাত থাকোতেই তেওঁৰ পুত্ৰ-কন্যা-পত্নীৰে পৰিপূৰ্ণ সংসাৰলৈ দুৰ্যোগ নামি আহিছিল। মৰমৰ পত্নী দেৱযানী ইহসংসাৰৰ পৰা মেলানি মাগিলে তামুলবাৰীৰ সেই বঙলাটোত ১৯৪৯ চনত। তেওঁক আলাই-আথানি কৰি সাতোটি সন্তানৰ দায়িত্ব দি পত্নী গুচি যোৱাৰ পিচত তেওঁৰ শিল্পীপ্ৰাণ পত্নী বিচ্ছেদৰ আঘাতত থকাসৰকা হ'ল। তাৰ পিচত তেওঁ গীত, নাট, কবিতা, ৰচনা কৰাৰ প্ৰতিও বেছি মনোযোগ দিব পৰা নাছিল। কাঁইট-জোঙৰ মাজত সুৰৰ মেলা কৰা, ধুমুহা, বা-মাৰলীৰ চাকনৈয়াত ফুল ফুলাবলৈ বিচৰা ৰূপান্তৰৰ শিল্পীজন লাহে লাহে দুৰ্বল হৈ পৰিল। শ্ৰমিকৰ স্বাৰ্থত থিয় হৈ বাগিচাৰ কাম পৰিচালনা কৰা বাবে বাগিচাখো লোকচান হ'ল আৰু বাকী অংশীদাৰসকল এই লৈ অসন্তুষ্ট হোৱা বাবে তেওঁ ভগ্নমন আৰু বেমাৰী দেহেৰে তামুলবাৰী বাগিচা এৰি গুচি আহিবলগীয়া হ'ল।

তামুলবাৰীৰ সেই বঙলাত তেওঁ সোণৰ দেশৰ স্বপ্ন দেখিছিল, সোণপুৰুতিৰ সোণহাঁহি দেখিছিল। ১৯৪৮ চনৰ অষ্টমী পূজাৰ দিনা ৰচনা কৰা সেই গীত দুটিৰ

সুৰ আজিও যেন প্ৰতিধ্বনিত হৈ আছে তামুলবাৰীৰ চৌদিশে—

তোৰ নামঘৰৰ
ভোৰতালৰ
ৰজনজনিত
সোণপুৰতি
সোণৰ দিনৰ
সোণ বাতৰি গাঁও
তোৰ বননিৰ সোণ পথাৰৰ
সোণ বাটেৰে
ন পৃথিৱীৰ নগাঁৰলৈ,
আগবাঢ়ি যাওঁ
মোৰে সোণৰ গাঁও
বৰ ভালপাওঁ
তামুলবাৰী
১০-১০-৪৮

তামোলবাৰীৰ যিটো বঙলাত বহি তেওঁ গীত, কবিতা, চিত্ৰনাট্য, গল্প লিখিছিল সেই বঙলাটো আজিও গুৰুগম্ভীৰভাৱে থিয় দি আছে কলঘৰৰ সমীপতে। জ্যোতিপ্ৰসাদে ১৯৫০ চনৰ শেষভাগত তামুলবাৰী বাগিচা এৰি গুচি আহিছিল শিলঙলৈ। সেই তেতিয়াৰে পৰা বঙলাটোএকেদৰেই উদং হৈ আছে জ্যোতিপ্ৰসাদৰ স্মৃতিৰ সুৰভি বিলাই। বঙলাটো এতিয়া পৰিত্যক্ত বঙলাৰ দৰে হৈছে। জ্যোতিপ্ৰসাদৰ স্মৃতি বিজড়িত সেই বঙলাটো দেখি আমি ৰোমাঞ্চিত হৈছিলো। তাতোকৈ বেছি ৰোমাঞ্চিত হৈছিলো বাগিচাৰ পুৰণি বহীত জ্যোতিপ্ৰসাদৰ চহীটো দেখি। বৰ্তমানৰ পৰিচালক বাজখোৱাক সুধিছিলো— বঙলাটো সংৰক্ষণ কৰাৰ ব্যৱস্থা কৰা নাইনে? বাজখোৱাই উত্তৰত কৈছিল— অসম চৰকাৰৰ সাংস্কৃতিক প্ৰকল্প পাতিব বুলি বাগিচাৰ কৰ্তৃপক্ষই আশা কৰিছিল। কিন্তু এতিয়ালৈকে চৰকাৰৰ ফালৰ পৰা কোনো প্ৰস্তাৱ অহা নাই। অসম সাহিত্য সভায়ো বঙলাটো সংৰক্ষণ কৰাৰ চিন্তা কৰা নাই। সংৰক্ষণ কৰাৰ কোনো প্ৰস্তাৱো আগবঢ়োৱা নাই। জ্যোতিৰ বেছিভাগ গীত, কবিতা, শিশু

কবিতাৰ সৃষ্টি হৈছিল এই বঙলাতে। জ্যোতিয়ে লিখা-পঢ়া কৰা মেজ চকীও বঙলাৰ ভিতৰতে আছে হেনো। বঙলাৰ আচবাবপত্ৰও আগৰ দৰেই আছে। জ্যোতিৰ অশৰীৰী আত্মাটো বঙলাৰ ভিতৰত বিচাৰি চাবলৈ কাৰোবাৰ অৱকাশ হ'বনে? এই প্ৰশ্নটোৱে আমাৰ মনৰ মাজত বাৰে বাৰে খুন্দিয়াই আছে।



# 'প্ৰতিমা'ৰ সেই সেউজ স্মৃতি

'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ পুণ্য স্মৃতি বিজড়িত তামোলবাৰী চাহ বাগিচাৰ কলঘৰৰ নাতিদূৰৈত অৱস্থিত 'চাহাব বঙলা'টো দেখিলে আজিও আমাৰ মন ৰোমাঞ্চিত হয়। সেই নিৰ্দিষ্ট বঙলাটোৱে আছিল অসমীয়া সাহিত্য-সংস্কৃতিৰ এসময়ৰ পীঠস্থান। সেই বঙলাত থাকিয়েই চন্দ্ৰকুমাৰে তামোলবাৰী চাহ বাগিচা পৰিচালনা কৰাৰ উপৰি সুন্দৰৰ সাধনা কৰিছিল।

চন্দ্ৰকুমাৰৰ অফুৰন্ত কৰ্মশক্তি আৰু দূৰদৃষ্টিৰে তামোলবাৰী চাহ বাগিচা নতুন ৰূপত গঢ়ি তুলিছিল। এই তামোলবাৰী বাগিচাই আগৰৱালা পৰিয়ালৰ আৰ্থিক অৱস্থা স্বচ্ছল কৰি তুলিছিল। তামোলবাৰী চাহ বাগিচা ডিব্ৰুগডৰ পৰা সাতমাইল দূৰৈত অৱস্থিত। ডিব্ৰুগড়নাহৰকটীয়া ৰাজআলিৰ পৰা সোমাই য়োৱা পথত এখন পুৰনি দলং পোৱা যায় আৰু এই দলঙৰ পৰাই আৰম্ভ হৈছে তামোলবাৰী চাহ বাগিচাৰ সীমা। চন্দ্ৰ কুমাৰে ছাব্বিশ বছৰ বয়সতে বাগিচাৰ পৰিচালকৰ দায়িত্ব গ্ৰহন কৰে। বাগিচাৰ দয়িত্ব লৈ তামোলবাৰীলৈ অহাৰ দিনাখন যুঢা দলং অতিক্ৰম কৰি তামোলবাৰীৰ মাটি শিৰত লৈ কৈছিল-'আজিৰ পৰা মই তামোলবাৰীকে ধৰিলো। এই তামোলবাৰীয়েই মাৰিলেও মাৰিব, তৰিলেও তৰিব।' বাগিচাৰ পৰিচালক হিচাপে তামোলবাৰীত তেওঁ তেইশ বছৰ কাল অতিক্ৰম কৰে। এই সুদীৰ্ঘ তেইশ বছৰৰ ভিতৰত বাগিচাৰ পৰিবৰ্তনৰ লগে লগে চন্দ্ৰকুমাৰৰ জীৱনলৈও পৰিবৰ্তনৰ ঢল আহিল। তামোলবাৰী বাগিচাত থকা সময়তে গোলাঘাটৰ দণ্ডধৰ বৰুৱা তহশিদাৰৰ বৰজীয়ৰী মুক্তাপ্ৰভাৰ লগত ত্ৰিশ বছৰ বয়সতচন্দকুমাৰৰ শুভ পৰিণয় সম্পন্ন হয়। তামোলবাৰীৰ সেউজীয়া পৰিবেশতে চন্দ্ৰ কুমাৰৰ যুগ্মজীৱন আৰম্ভ হয়। চাহ বাগিচাৰ চাহাব হিচাপে চন্দ্ৰকুমাৰে পাশ্চাত্য আদব-কায়দাৰে জীৱন যাপন কৰিছিল আৰু বিয়াৰ পিচত তেওঁৰ ঘৈণীয়েকো সেই আদব-কায়দাৰে 'মেম চাহাব' হিচাপে গঢ়ি তুলিব

বিচাৰিছিল। কিন্তু সংস্কৃতীৱান অসমীয়া ঘৰৰ জীয়ৰীয়ে পাশ্চাত্য আদাব-কায়দা গ্ৰহণ নকৰি নিভাজ অসমীয়া বোৱাৰী হৈয়ে থাকিল। ঘৈণীয়েকৰ এই অপৰিৱৰ্তনীয় স্বভাৱৰ বাবে চন্দ্ৰকুমাৰৰ মানসিক সংঘাত আৰম্ভ হোৱাৰ উমান পোৱা যায়। বিবাহিত জীৱনৰ পিচত চন্দ্ৰকুমাৰ আৰু মুক্তাপ্ৰভাৰ সংসাৰলৈ আহে প্ৰথম সন্তান এজনী দিপ্‌লীপ্ ছোৱালী। সেই ছোৱালীজনীৰ নাম ৰাখিলে প্ৰতিমা। কিন্তু কালৰ কি নিঠুৰ পৰিহাস। চন্দ্ৰকুমাৰৰ আদৰৰ জীয়ৰী প্ৰতিমাক এবছৰ বয়সতে হেৰুৱাবলগীয়া হয় আৰু জীয়েকৰ আকস্মিক মৃত্যুত শোকবিহ্বল হৈ তেওঁ কবিতাৰ ছন্দেৰে ' যুগমীয়া শোক' ব্যক্ত কৰিছে। প্ৰথমা জীয়ৰী প্ৰতিমাৰ জন্ম হৈছিল তামোলবাৰী চাহ বাগিচাতে আৰু কলিতে মৰহি যোৱা জীয়ৰীৰ উদ্দেশ্যেই ৰচিত হৈছে 'প্ৰতিমা'। বেজবৰুৱাৰ ভাষাত 'প্ৰতিমাখনিসৰু, কিন্তু নিভাজ সোণৰ'। প্ৰতিমাৰ শোকত ম্ৰিয়মান হৈ সেই শোকক যুগমীয়া কৰি চন্দ্ৰকুমাৰে লিখিছে—

'গলি তই হানি একো নাই
তোৰ যে সলনি ৰাখিম জীয়াই
ই পবিত্ৰ শোক তোৰ যুগমীয়াকই।'
('যুগমীয়া শোক', প্ৰতিমা)

প্ৰতিমাৰ জন্ম হোৱা আৰু প্ৰতিমাক সৃষ্টি কৰা তামোলবাৰী চাহ বাগিচাৰ বঙালাটো আজিও জীৱন্ত সাক্ষী হৈ চন্দ্ৰ কুমাৰ আৰু জ্যোতিপ্ৰসাদৰ স্মৃতি যুগমীয়া কৰি ৰাখিছে। সেই স্মতি সংৰক্ষণ কৰি ৰখাৰ আন্তৰিক প্ৰয়াস নেদেখিহে আমি অত্যন্ত ব্যথিত হৈছো।



# ৰুশ্বডিৰ 'ফিউৰী'

ভাৰতীয় বংশোদ্ভৱ ইংৰাজী ভাষাৰ ঔপন্যাসিক চ'লমান ৰুশ্বডিৰ শেহতীয়া উপন্যাস ফিউৰী এক ক্ৰোধোন্মত্ত নায়কৰ আবেগবিহ্বল ক্ৰোধৰ প্ৰতিচ্ছবি হ'লেও সেই ক্ৰোধে ইংলেণ্ডৰ বিখ্যাত বুকাৰ বঁটাৰ বিচাৰমণ্ডলীৰ অন্তৰ গলাব নোৱাৰিলে। ৰুশ্বডিৰ শেহতীয়া উপন্যাসৰ অতি পৰিকল্পিত কাহিনীৰ অসংলগ্ন বিন্যাসে বুকাৰ বিচাৰমণ্ডলীক নিৰাশ কৰিছে। ফিউৰীৰ কাহিনীৰ প্ৰণালীবদ্ধহীনতাৰ বিষয়ে মন্তব্য কৰি ইংলেণ্ডৰ 'The Times' কাকতে উপন্যাসখনক 'Total Malaise' অৰ্থাৎ সংগতহীন ৰুগ্নতাৰে ভাৰাক্ৰান্ত বুলি মত প্ৰকাশ কৰিছে। এৰিকা ৰাগানাৰৰ মতে 'The novel too suffers from an over schematisation that ill suits its rambling nature' উপন্যাসখনৰ অসফলতা ইংৰাজী সাহিত্যৰ বাবে ক্ষতি বুলি বৰ্ণনা কৰিছে। ৰুশ্বডিৰ উপন্যাস 'Midnight's Children' এ ১৯৮১ চনত বুকাৰ বঁটা লাভ কৰিবলৈ সক্ষম হৈছিল। তাৰ পিচত ১৯৯৩ চনত ৰুশ্বডিয়ে বুকাৰ বঁটা পোৱা কিতাপসমূহৰ ভিতৰত শ্ৰেষ্ঠ বুকাৰ বঁটা লাভ কৰিছিল। কিন্তু এই বছৰৰ বুকাৰ বঁটাৰ বাবে ৰুশ্বডিৰ শেহতীয়া উপন্যাস 'ফিউৰী' বাছনিত নুঠাটোৱে ঔপন্যাসিকজনৰ সৃষ্টিৰ দৈন্যতা উদঙাই দিছে। এই বছৰৰ বুকাৰ বঁটাৰ বাবে চৌবিশগৰাকী লিখকৰ নতুন কিতাপ বাছনি কৰা হৈছে। প্ৰথমবাৰৰ বাবে বুকাৰ বঁটাৰ বাবে ইমান দীঘলীয়া তালিকা প্ৰস্তুত কৰাটো এক উল্লেখনীয় দিশ হিচাপে পৰিগণিত হৈছে। এই তালিকাত ভাৰতীয় লেখকৰ ভিতৰত ভি এছ নাইপালৰ 'Half a life' আৰু মানিল সুৰীৰ প্ৰথম প্ৰকাশিত উপন্যাস 'Death of Vishnu' ও আছে। প্ৰতিষ্ঠিত বিদেশী লেখকসকলৰ ভিতৰত বেৰীল ব্ৰেইনব্ৰজ, পিটাৰ কেৰী, নাডাইন গাৰ্ডিনাৰ, নিক হৰ্ণবাই, আয়নান মেক ৱান, মেৰিণা ৱাৰ্ণাৰ, ফিলিপ পুলমেন আদিৰ কিতাপ অন্তৰ্ভুক্ত হৈছে। কিন্তু এইসকল লেখকৰ লগতে বিতৰ্কিত ঔপন্যাসিক ৰুশ্বডিৰ শেহতীয়া উপন্যাস ফিউৰীক ক্ৰোধোন্মত্ততাৰ শক্তি (Novel of furious

Enegy) হিচাপে আগবঢোৱা হৈছিল যদিও সেই শক্তিয়ে উপন্যাসৰ জনপ্ৰিয়তা আৰু গ্ৰহণ যোগ্যতা প্ৰতিপন্ন কৰিব নোৱাৰিলে। কম্মডিৰ শেহতীয়া উপন্যাসত ক্ৰোধান্ধ নায়কৰ জীৱন জিজ্ঞাসা আছে। উপন্যাসৰ কাহিনী ঔপন্যাসিকৰ ব্যক্তিগত জীৱনৰ প্ৰতিফলন বুলি কোৱা হৈছে। কম্মডিৰ ব্যক্তিগত জীৱনত শেহতীয়াভাৱে যি ঘটিছে সেই ঘটনাৰ প্ৰতিচ্ছবি চিত্ৰিত হৈছে 'ফিউৰী'ত। কম্মডিয়ে বৃটেইনত নিজৰ পত্নী এলিজাবেথ আৰু দুবছৰীয়া পুত্ৰ মিলানক এৰি থৈ পদ্মালক্ষ্মী নামৰ এগৰাকী বান্ধৱীৰ সৈতে নিউয়ৰ্কত থাকিবলৈ লৈছে। কম্মডিৰ এই ঘটনাক লৈ এবছৰ আগতে ইংলেণ্ডৰ সাহিত্য জগতত আলোড়নৰ সৃষ্টি হৈছিল। পদ্মালক্ষ্মীৰ প্ৰেমত কম্মডিয়ে ইমানেই আকণ্ঠ নিমজ্জিত হৈছে যে শেহতীয়া উপন্যাস 'ফিউৰী' তেওঁৰ নামতে উছৰ্গা কৰিছে। পদ্মালক্ষ্মীৰ প্ৰেমৰ নিবিড়তাই উপন্যাসৰ কাহিনীৰ গভীৰতা প্ৰতিপন্ন কৰিব পৰা নাই যদিও কম্মডিৰ জীৱনৰ বাস্তৱ ঘটনাক প্ৰতিফলিত কৰিছে। উপন্যাসৰ কাহিনীৰ নায়ক অধ্যাপক মালিক চোলাংকা। নায়কেও যাপন কৰিছে এক যাযাবৰী জীৱন। নায়কে তেওঁৰ ঘৈণীয়েক আৰু সৰু ল'ৰা আচমানৰ লগত লণ্ডনত বাস কৰিছিল। কিন্তু তেওঁ ভাৰত বৃটেইন আৰু আমেৰিকাৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিছে যাযাবৰৰ দৰে। শেষত তেওঁ পত্নী আৰু পুত্ৰক লণ্ডনত এৰি থৈ নিউয়ৰ্কলৈ গুচি যায় আৰু তাতে নীলা নামৰ সুন্দৰী এজনীৰ প্ৰেমত পৰে। নীলাৰ সৈতে গঢ়ি উঠা প্ৰেমে আগৰ পত্নী আৰু পুত্ৰৰ পৰা তেওঁক সম্পূৰ্ণৰূপে বিচ্ছিন্ন কৰি পেলায়। সেই একেই ঘটনা পৰিলক্ষিত হয় কম্মডিৰ জীৱনতো। কম্মডিৰ জীৱনৰ এই কাহিনীয়ে পাঠকৰ অন্তৰ আলোড়িত কৰিব পাৰিলেহে 'ফিউৰী' উপন্যাসৰ সাৰ্থকতা প্ৰতিপন্ন হ'ব।



# অসুন্দৰৰ পৃথিৱীত সুন্দৰৰ পূজাৰীৰ যুগমীয়া সৃষ্টি

সুন্দৰৰ আৰাধনাৰে কবিতা লিখা ৰোমাণ্টিক যুগৰ কবি জন কীটছে মাত্ৰ পঁচিশ বছৰীয়া জীৱনকালত কালজয়ী কবিতাৰ সৃষ্টি কৰি ইংৰাজী কাব্য কানন চিৰ জ্যোতিষ্মান কৰি ৰাখিছে। সুন্দৰৰ পৃথিৱীৰ চিৰযুগমীয়া সৌন্দৰ্যত বিমুগ্ধ হৈ 'A thing of beauty is a joy forever' বুলি সৌন্দৰ্যৰ বিশ্ববিমোহন ৰূপ বৰ্ণনা কৰা কবিৰ বাস্তৱ পৃথিৱীখন আছিল কদৰ্যতাৰে পৰিপূৰ্ণ অসুন্দৰৰ পৃথিৱী। ঘোৰাশালৰ অপৰিষ্কাৰ কদৰ্য পৰিৱেশত মহ-দাহৰ কামোৰণি সহ্য কৰি ডাঙৰ-দীঘল হোৱা শিশুজন কীটছৰ ৰোমাণ্টিক অনুভৱ ইমানেই মৰ্মস্পৰ্শী আছিল যে তেওঁৰ কলমৰ মুখেদি নিগৰি ওলাইছিল চিৰযুগমীয়া সৌন্দৰ্যৰ সম্মোহনীয় ৰূপ যি আছিল চিৰ আনন্দদায়ক, সেই সৌন্দৰ্য সফুৰা বাটি যায়, নিঃশেষ নহয়। কুঞ্জ কাননৰ গভীৰ নিস্তব্ধতাই শান্ত কৰে হিয়া, টোপনিত মিঠা সপোনৰ পয়োভৰ কি যে গভীৰ অনুভৱ কবি মনৰ।

"A thing of beauty is a joy forever, Its loveliness increases it will never pass into nothingness, but still will keep A bower quiet for us, and a sleep full of sweet dreams, and health and quiet breathing."

ঘোঁৰাশালৰ বিশৃংখল শব্দৰ মাজতো নিৰ্জন পৃথিৱীৰ গভীৰ প্ৰশান্তি অনুভৱ কৰিব পৰা কাব্যিক অনুভূতিৰ দ্যোতনা বাজি আছে জন কীটছৰ কবিতাৰ ছন্দত। জন কীটছ জীয়াই আছিল মাত্ৰ পঁচিশ বছৰ আৰু সেই পচিশবছৰীয়া চুটি জীৱনকালত তেওঁ যিবোৰ কবিতা সৃষ্টি কৰি গ'ল তাৰ প্ৰভাৱ ইংৰাজী কাব্য সাহিত্যত চিৰ প্ৰবাহমান হৈ ৰ'ল। আজি কীটছৰ কবিতাৰ ওপৰত গৱেষণা চলিছে, নতুন নতুন দৃষ্টিভংগীৰে

নিত্য নতুন সমালোচনা হৈছে। মুঠৰ ওপৰত কীটছৰ সৃষ্টিৰ ওপৰত যি মন্থন চলিছে তাৰফলত উদঘাটন হৈছে কালজয়ী কাব্যামৃত। কীটছে অসুন্দৰৰ পৃথিৱীৰ চিৰ আনন্দময়ী সুন্দৰৰ আৰাধনা কৰি কবিতা লিখিলে। সেই কবিতাই হেজাৰ-বিজাৰ কাব্যপ্ৰেমীৰ অন্তৰ আলোড়িত কৰিলে।

সুন্দৰৰ আৰাধনা কৰা সুকোমল অনুভূতিৰ কবিজনৰ জন্ম হৈছিল লণ্ডনৰ এটি ঘোঁৰাশালত ১৭৯৫ চনত। কীটছৰ বাপেক আছিল অশ্বৰক্ষক আৰু ঘোঁৰাশাল ৰখীয়া। অভিজাত লোকৰ ঘোঁৰাৰ যত্ন লৈ ঘোঁৰাশালৰ লগতে জীৱন নিৰ্বাহ কৰা পৰিয়ালত জন্ম হোৱা কীটছে সৰুৰে পৰা ঘোঁৰাশালৰ কদৰ্য পৰিৱেশৰ মাজত ডাঙৰ-দীঘল হৈছিল, তাৰপৰাই স্কুললৈ গৈছিল। স্কুলীয়া শিক্ষা সমাপ্ত নৌহওঁতেই পোন্ধৰ বছৰ বয়সত মাক-বাপেকৰ অকাল মৃত্যু হৈছিল আৰু তেতিয়াই ভায়েক-ভনীয়েকহঁতে কীটছক স্কুলৰ পৰা এৰাই আনি চিকিৎসকৰ সহায়কাৰী হিচাপে কাম শিকিবলৈ দিয়ে। চিকিৎসকৰ সহায়কাৰী হিচাপে দুবছৰ একেলেঠাৰিয়ে কাম-কৰাৰ পিচত ১৮১৭ চনত কাম বাদ দি কবিতা লিখিবলৈ ধৰে আৰু সেই একেবছৰতে তেওঁৰ প্ৰথম কাব্যগ্ৰন্থ প্ৰকাশ হৈ ওলায়। কিন্তু সমালোচকসকলে কাব্য গ্ৰন্থখন বৰ বেয়াকৈ সমালোচনা কৰি কবিতাৰ কাব্যিক মূল্য নোহোৱা কৰি পেলায়। সমালোচকৰ কঠোৰ সমালোচনায়ো কীটছক টলাব নোৱাৰিলে আৰু তেওঁ অকণো বিচলিত নোহোৱাকৈ দৃঢ় বিশ্বাসেৰে নীৰৱে সুন্দৰৰ আৰাধনাত ব্যস্ত হৈ পৰে। তিনি বছৰ একেলেঠাৰিয়ে সুন্দৰৰ আৰাধনা কৰি কবিতা লিখাৰ পিচতে তেওঁৰ দ্বিতীয় কাব্যগ্ৰন্থ 'Endymion' প্ৰকাশ হয় আৰু তাৰ লগে লগে তেওঁৰ কবিতাৰ জনপ্ৰিয়তাও অভূতপূৰ্বভাৱে বৃদ্ধি হয়। Endymion ৰ কবিতাত কাহিনী আছেজোনৰ দেৱীয়ে ভালপোৱা ডেকা ভেড়াৰখীয়াৰ জীৱনৰ দুখৰ কাহিনী। কীটছৰ শেষ কাব্যগ্ৰন্থ 'Lamia, Isabella, The eve of st Agnes and other poems' ১৮২০ চনত প্ৰকাশ হয়। গ্ৰন্থখন সৰু হ'লেও তাৰ বিষয়বস্তু সুদূৰপ্ৰসাৰী। কবিতাসমূহত কীটছৰ আশ্চৰ্যজনক সৌন্দৰ্যপ্ৰৱণতা আৰু অদমনীয় কাব্য শক্তিৰ পৰিস্ফুৰণ ঘটিছে। শেলীয়ে কীটছৰ কবিতাৰ গূঢ়াৰ্থ উপলব্ধি কৰি তেওঁৰ লগত বাস কৰাৰ বাবে পিচালৈ আহিবলৈ আমন্ত্ৰণ কৰিছিল। কিন্তু কীটছে সেই আমন্ত্ৰণ প্ৰত্যাখ্যান কৰি তেওঁৰ বন্ধুৰ লগত ৰোমতহে বাস কৰিবলৈ লয়।

কীটছ্‌ আছিল অনুভূতিপ্ৰৱণ, শান্ত, প্ৰচাৰবিমুখ আৰু দুৰন্ত প্ৰেমিক। সুন্দৰৰ সাধনা কৰি থাকোতেই তেওঁ ফেনী ব্ৰাউনী নামৰ গাভৰুৰ প্ৰেমত পৰি বিয়াৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হৈছিল। তেওঁৰ প্ৰেম আছিল নীৰৱ-নিবিড। কিন্তু তেওঁ ব্ৰাউনীক বিয়া কৰাব নোৱাৰিলে। তাৰ কাৰণ আছিল তেওঁৰ দাৰিদ্ৰ, ভগ্ন স্বাস্থ্য আৰু ক্ৰমবৰ্ধমান ৰোগ। প্ৰথমতে তেওঁ পানীলগা অসুখত ভুগিছিল। তাৰ পিচত লাহে লাহে তেওঁক যক্ষ্মাৰ বীজাণুৱে আক্ৰান্ত কৰিছিল। ভগ্ন স্বাস্থ্যৰে তেওঁৰ অন্তৰৰ অনুভৱ বেকত কৰিছিল কবিতাৰ মাজত। শেষত কবিতা লিখি লিখিয়েই দেহৰ প্ৰতিটোপাল তেজ শেষ কৰি তেওঁ সুন্দৰৰ পৃথিৱীৰ পৰা মেলানি মাগিলে ১৮২১ চনৰ ফেব্ৰুৱাৰী মাহত মাত্ৰ পঁচিশ বছৰ বয়সত। পঁচিশ বছৰীয়া জীৱন কালৰ মাত্ৰ তিনিবছৰহে তেওঁ কবিতা লিখিলে আৰু সেই তিনি বছৰতে তেওঁ তিনিখন কাব্যগ্ৰন্থ ৰচনা কৰি ইংৰাজী কাব্য-সাহিত্য চহকী কৰি থৈ গ'ল। কীটছৰ কম বয়সীয়া জীৱনদৰ্শন আজিও ইংৰাজী সাহিত্য সমালোচকৰ গৱেষণাৰ বিষয় হৈ আছে। কীটছৰ কবিতাৰ কালজয়ী সুবাসে আজিও মোলমোলাই আছে ইংৰাজী কাব্য-কানন।



# এটি অমৰ কবিতা আৰু এগৰাকী মৃত্যুঞ্জয় কবি

অন্তৰাত্মাৰ গভীৰ অনুভূতি যেতিয়া স্বতঃস্ফূৰ্তভাৱে ওলাই আহি ছন্দোবদ্ধ ৰূপত ধৰা দিয়ে তেতিয়াই সৃষ্টি হয় এটি সুন্দৰ কবিতাৰ। কোনো কবিয়ে লিখো বুলিয়েই এটি নিটোল কবিতা লিখিব নোৱাৰে যদিহে অন্তৰত কাব্যিক অনুভূতি জাগৰিত নহয়। কবি অনুভূতি প্ৰৱণ, সুন্দৰৰ সাধক ফুল, তৰা, পখিলা, প্ৰকৃতিৰ বিনন্দীয়া ৰূপ, পখীৰ কলতান, আকাশ, দিগন্ত, মানুহ আৰু মাটিৰ অনুভৱ এইবোৰৰ মাজতেই কবিপ্ৰাণ হৈ উঠে কাব্যমুখৰ আৰু এইবোৰৰ মাজতে অনুভূতিৰ ঐক্যতানেৰে সৃষ্টি কৰে কবিতাৰ। একোটা যুগজয়ী অমৰ কবিতাৰ সৃষ্টি আকস্মিক, ক্ষণিকৰ অনুভূতিয়ে ৰূপ দিয়ে চিৰসুন্দৰ, চিৰস্থায়ী কবিতাৰ। কবি নিদ্ৰামগ্ন হ'লেই সপোনৰ ছয়া-মায়া ছবিয়ে কবিপ্ৰাণ উদ্বেলিত কৰে। এনেদৰে নিদ্ৰামগ্ন অৱস্থাতে এগৰাকী বিখ্যাত কবিৰ অন্তৰত উথলি উঠিছিল আশ্চৰ্য্যৰ অনুভূতি। তন্দ্ৰালস চকুৰ পটাত নামিছিল সপোন য'ত আৰম্ভ হৈছিল এটি কবিতাৰ চিত্ৰপট। কোনো এক প্ৰত্যূষত নিদ্ৰামগ্ন কবিয়ে সাৰ্ পাই হাতত কলম তুলি লৈছিল। অন্তৰ উথলি উঠা অনুভূতিৰে লিখি গৈছিল অনৰ্গলভাৱে। কিন্তু চৌৱন্ন শাৰী ছন্দ লিখাৰ পিচত কবিৰ কলম স্তব্ধ হৈ গৈছিল, অনুভূতিৰ সাৱলীল ধাৰা ভংগ হৈছিল। তাৰ পিচত কবিয়ে সমাপ্ত কৰিব নোৱাৰিলে কবিতাটো। সেই অসমাপ্ত কবিতাটোৰ নাম আছিল কুবলাখান আৰু সেই কবিতাৰ স্ৰষ্টাজন আছিল ইংলেণ্ডৰ বিখ্যাত কবি চেমুৱেল টেইলৰ ক'লেৰিজ। কবিতাটোৰ প্ৰথম পাঁচশাৰী আছিল—

**In Xanada did Kubla Khan A Stately pleasure-dome decree; Where Alph, the saored river, ran Through Caverns measureless to man Down to a Sunless sea"**

কুবলখান কোন আছিল কবিয়ে নাজানে অথচ কুবলা খান নামৰ এক অশৰীৰি আত্মাই আলোকিত কৰিছিল ক'লেৰিজৰ কবিপ্ৰাণ। চৌৱন্ন শাৰীয়া কবিতাৰ মাজত

মূৰ্তিমন্ত হৈছিল কুবলাখান নামৰ এক অশৰীৰি আত্মা। এক আকস্মিক পৰিৱেশত অত্যন্ত আকস্মিক আৰু অপ্ৰত্যাশিতভাৱে সৃষ্টি হৈছিল এটি অমৰ কবিতাৰ য'ত আছিল মানবীয় কাৰুণ্যৰে সিক্ত অনুভৱ। দিবাস্বপ্নৰ মাজতেই ক'লেৰিজে কবিতাৰ ছন্দ ৰচিছিল। তেওঁ নিজে কৈছিল— 'My eyes make pictures when they are shut ' ক'লেৰিজৰ প্ৰতিটো কবিতাতে আছিল ভগ্ন হৃদয়ৰ বিষাদ বেদনা। তেওঁৰ জীৱনটোৱেই আছিল এটি কৰুণ গীত। তেওঁৰ ব্যথিত অন্তৰৰ সুকোমল অনুভৱ আশ্চাৰ্যজনকভাৱে প্ৰতিচ্ছবিত হৈছে তেওঁৰ কবিতা 'Ode to Dejection' ত যাৰ এটি মাথোঁ সামান্য চিত্ৰ তলৰ কবিতা ফাকি—

"Grief without a pang, void dark and dear
A stifled drowsy unimpassioned grief
Which finds no natural outlet, no relief
In word or sigh or tear'

চেমুৱেল ক'লেৰিজৰ জন্ম হৈছিল ১৭৭২ চনত আটাৰি ছেন্টমেৰী ডেভোনচায়াৰত। তেওঁৰ দেউতাক ৰেভাৰেণ্ড জন ক'লেৰিজ আছিল গীৰ্জাৰ ধৰ্মযাজক আৰু স্থানীয় গ্ৰামাৰ স্কুলৰ শিক্ষক। ধৰ্মভীৰু দেউতাকে শিক্ষক হিচাপে স্থানীয় ল'ৰা-ছোৱালীবিলাকক আধ্যাত্মিক শিক্ষা দিয়াৰ উপৰি লেটিন ব্যাকৰণৰ শিক্ষা দিছিল। কবি ক'লেৰিজ আছিল পৰিয়ালৰ ত্ৰয়োদশ সন্তান আৰু একেবাৰে কণিষ্ঠ। নিচেই সৰুকালতে ক'লেৰিজে বাইবেল আৰু আৰবীয়ান নাইটছৰ কাহিনীবোৰ সলসলীয়াকৈ পঢ়িব পাৰিছিল। দেউতাকৰ মৃত্যুৰ পিচত তেওঁ লণ্ডনৰ চেৰিটি স্কুলত বিনামূলীয়াকৈ শিক্ষা গ্ৰহণ কৰিছিল। সৰুকালৰে পৰা ক'লৰিজে কঠোৰ বাস্তৱৰ সৈতে মুখামুখি হৈ জীৱনত কেৱল দুখ-দুৰ্দশাৰ সন্মুখীন হ'বলগীয়া হৈছিল। আৰ্থিক দুৰৱস্থাৰ মাজতো স্কুলীয়া শিক্ষা সমাপ্ত কৰি অধ্যয়ন স্পৃহা অক্ষুণ্ণ ৰাখিছিল আৰু ছাত্ৰাৱস্থাতে বিভিন্ন বিষয়ৰ কিতাপ অধ্যয়ন কৰি জ্ঞান অৰ্জন কৰি বৌদ্ধিক জগতখন সুদূৰ প্ৰসাৰী কৰি তুলিছিল। নিজৰ বুদ্ধিমত্তা আৰু অধ্যয়ন স্পৃহাৰ বাবে কেম্ব্ৰিজত বিনামূলীয়া ছাত্ৰ হিচাপে ভৰ্তি হৈছিল। কিন্তু বিশ্ববিদ্যালয়ৰ খৰচ-পাতি বাঢ়ি যোৱাৰ বাবে ডিগ্ৰী নোলোৱাকৈয়ে ১৭৯৪ চনত কেম্ব্ৰিজৰ শিক্ষা আধৰুৱাকৈ এৰি গুচি আহিবলগীয়া হৈছিল। সেই সময়ত ফৰাচী বিপ্লৱৰ আদৰ্শৰে উদ্বুদ্ধ হৈ মানৱ জাতিৰ কল্যাণৰ বাবে কিবা কৰাৰ সংকল্প গ্ৰহণ কৰি হাতত কলম তুলি লৈছিল। তেতিয়াই তেওঁ লগ পাইছিল কবি বন্ধু ৰবাৰ্ট ছাউডেক। দুয়ো বন্ধুৰে অন্তৰংগতা ইমানেই গভীৰ হৈছিল যে দুয়ো দুগৰাকী বায়েক-ভনীয়েকক বিয়া কৰাই সংসাৰী হৈছিল। কিন্তু

আৰ্থিক অনাটনৰ বাবে ক'লেৰিজে পৰিয়ালক ভালদৰে ভৰণ পোষণ দিব পৰা নাছিল।

ক'লেৰিজৰ জীৱনৰ আটাইতকৈ দুখজনক অধ্যায় আছিল তেওঁৰ আগজীৱনৰ অসুখীয়া সময়ছোৱা। তেওঁ স্নায়ুবিষত জৰ্জৰিত হৈ যন্ত্ৰণাদায়ক জীৱন যাপন কৰিছিল। শাৰীৰিক আৰু মানসিক যন্ত্ৰণাৰ পৰা মুক্তি পোৱাৰ বাবে তেওঁ নিচাযুক্ত দ্ৰব্য সেৱন কৰিবলৈ বাধ্য হৈছিল আৰু এনেদৰে ড্ৰাগছ সেৱনৰ অভ্যাস গঢ়ি তুলিছিল। সুদীৰ্ঘ পোন্ধৰ বছৰ কাল ড্ৰাগছ সেৱন কৰাৰ ফলত তেওঁৰ স্বাস্থ্যৰ অৱনতি ঘটিছিল আৰু তেতিয়া তেওঁ দৃঢ় মনোবলেৰে সেই বদ অভ্যাস পৰিহাৰ কৰি নতুন জীৱন আৰম্ভ কৰিছিল।

ক'লেৰিজৰ কৰিতাত জীৱন যন্ত্ৰণাৰ বাস্তৱ অনুভৱ স্পন্দিত হ'লেও কল্পনাৰ মধুৰ নিৰ্যাস পৰিব্যাপ্ত হৈ আছে। তেওঁৰ কবিতাত উইলিয়াম ব্লেকৰ প্ৰভাৱ পৰিলক্ষিত হ'লেও সেই প্ৰভাৱে তেওঁৰ স্বকীয় অনুভূতিক ম্লান কৰিব পৰা নাই। তেওঁৰ বিখ্যাত কবিতা কুবলাখান, ক্ৰিষ্টাবেল আৰু 'ডি ৰাইম অৱ দা এনচিয়েণ্ট মেৰিণাৰ' আদিয়ে তেওঁক অমৰত্ব দান কৰিছে। এই তিনিটা দীঘলীয়া কবিতাৰ মাজত একোটা বৰ্ণাঢ্য কাহিনী সমুজ্জ্বল হৈ উঠিছে। মানুহক তেওঁ মনে-প্ৰাণে ভাল পাইছিল, মানুহৰ জীৱনৰ দুখ-বেদনা তেওঁ হৃদয় ভৰি অনুভৱ কৰিছিল। মানুহৰ প্ৰতি আছিল তেওঁৰ অপৰিসীম মমতা। তেওঁৰ গুণমুগ্ধ পাঠকসকলেও তেওঁক 'মানুহৰ কবি হিচাপেই আদৰি লৈছিল। তেওঁৰ জীৱনৰ যন্ত্ৰণাদায়ক দিনৰ সময়ত কাৰ্লাইলে সাক্ষাৎ কৰি তেওঁৰ দুখত সমভাগী হৈ তেওঁক আখ্যা দিছিল A king of men বুলি। জীৱন যন্ত্ৰণা জয় কৰি অন্তৰৰ সূক্ষ্ম অনুভূতিৰে কবিতা লিখিব পৰা ক'লেৰিজ সঁচাকৈয়ে আছিল মানুহৰ ৰজা।

তেওঁৰ মৃত্যু হৈছিল ১৮৩৪ চনত আৰু তেওঁক সমাধিস্থ কৰা হৈছিল হাইগেট গীৰ্জাত। তেওঁৰ সমাধিত আজিও খোদিত হৈ আছে সেই অমৰ কবিতা ফাঁকি—

'Hark! the Cadence dies away
On the quiet Moonlit sea;
The boatmen rest their Oars and Say
Miserere Domini!'

যন্ত্ৰণাজয়ী মৃত্যুঞ্জয়ী কবি ক'লেৰিজ আজিও অমৰ হৈ আছে 'মানুহৰ ৰজা' হিচাপে 'কুবলা খান' আৰু 'ক্ৰিষ্টাবেল'ৰ ছন্দৰ মাজত।

●●●

# গুস্তভ ফ্লবেয়াৰৰ উপন্যাস

ফৰাচীসাহিত্যত বাস্বৱধৰ্মী উপন্যাস ৰচনা কৰি যিগৰাকী ঔপন্যাসিকে জীৱনৰ বাস্বৱ আনুভৱক পাঠক সমাজৰ মাজত নিৰ্মোহিভাৱে দাঙি ধৰিলে সেই কগৰকী ঔপন্যাসিক হ'ল গুস্তভ ফ্লবেয়াৰ। ফ্লবেয়াৰৰ উপন্যাসৰ বাস্তৱ অভিব্যক্তিয়ে ঊনৈশ শতিকাৰ ফৰাচী সাহিত্যত এক স্বকীয় বৈশিষ্ট্যৰ ধাৰা প্ৰৱৰ্তন কৰিবলৈ সক্ষম হৈছিল। ফ্লবেয়াৰৰ উপন্যাসৰ প্ৰধান চৰিত্ৰ সমসায়িক সমাজৰ পৰাই বাছি লোৱা হৈছিল। তেওঁৰ চৰিত্ৰ চিত্ৰন ইমানেই বাস্তৱ আছিল যে কাল্পনিক চৰিত্ৰৰ মাজতো জীৱন্ত স্বৰূপ প্ৰকাশ হৈ উঠে। তেওঁৰ কাহিনী চিত্ৰনো একেবাৰে বাস্তৱ আৰু জীৱন্ত। তেওঁৰ উপন্যাসৰ কাহিনীৰ মাজত জীৱন্ত চৰিত্ৰই কথা কয়, কাহিনীৰ আঁত ধৰে সঁচা চৰিত্ৰই। একোটা বাস্তৱ কাহিনীৰ শব্দ গাঁথনিৰ যাদুকৰী স্পৰ্শেৰে তেওঁ অত্যন্ত মৰ্মস্পৰ্শী কৰি তুলিব পাৰে আৰু তেওঁৰ কাহিনী কথনৰ অভিনৱত্বই তেওঁক ফৰাচী কথা- সাহিত্যৰ পুৰোধা ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠিত কৰিছে। তেওঁৰ এখনি বিখ্যাত উপন্যাস 'Madam Bovary'য়ে বিশ্ব সাহিত্যত আলোড়ণৰ সৃষ্টি কৰিছিল।

গুস্তভ ফ্লবেয়াৰৰ জীৱন-কাহিনী উপন্যাসৰ কাহিনীৰ দৰে মৰ্মন্তুদ। ল'ৰালি কালছোৱা সুখঃসমৃদ্ধিৰ মাজেৰে অতিবাহিত হৈছিল যদিও কৈশোৰত ৰোগাক্ৰান্ত হোৱাৰ ফলত শিক্ষা জীৱনো আধৰুৱা হৈ ৰয়। ১৯২১ চনৰ ১২ ডিচেম্বৰত নৰ্মাণ্ডিৰ এটি সম্ভ্ৰান্ত পৰিযলত ফ্লবেয়াৰৰ জন্ম হৈছিল। দেউতাক আছিল চৰকাৰী হাস্পাতালৰ আবাসিক প্ৰধান চিকিৎসক। দেউতাকে চিকিৎসক হিচাপে কাম কৰা হাস্পাতালৰ এটি কোঠাত গুস্তভ ফ্লবেয়াৰৰ জন্ম হৈছিল। সৰুৰে পৰা তেওঁ এক সমৃদ্ধিশালী পৰিবেশত ডাঙৰ-দীঘল হৈছিল। পঢ়া-শুনাও কৰিছিল ভাল স্কুলত। ঊনৈশ বছৰ বয়সত তেওঁ আইন অধ্যয়ন কৰাৰ বাবে পেৰিচলৈ গুচি যায়। সেই সময়ত তেওঁৰ যৌৱনোদ্দীপ্ত চেহেৰা, প্ৰাণোচ্ছল ভাবশক্তি আৰু তাৰুণ্যৰ সজীৱতাই তেওঁক তুলি ধৰিছিল। আইনৰ গ্ৰন্থই তেওঁক আকৰ্ষণ কৰিব পৰা নাছিল। আইনৰ ধাৰা আৰু

চিভিল কোড তেওঁৰ বাবে অৰ্থহীন হৈ উঠিছিল। অনিচ্ছাসত্ত্বেও তেওঁ আইনৰ কিতাপ পঢিছিল যদিও তেওঁ মনে-প্ৰাণে অনুভৱ কৰিছিল হৃদয়ৰ উন্মুক্ত স্বাধীন চিন্তাধাৰাৰ টান। আইনৰ পৰীক্ষা দিযাৰ বাবে অনিচ্ছা স্বত্বেও পঢ়া-শুনাত নিমগ্ন হৈছিল। পৰীক্ষাত বহিও তেওঁ উত্তীৰ্ণ হ'ব নোৱাৰিলে। ইয়াৰ পিচতে তেওঁ আক্ৰান্ত হয় মূৰ্চ্ছা ৰোগত। এই ৰোগ আছিল অদ্ভুত ধৰণৰ। তেওঁ এই ৰোগত আক্ৰান্ত হোৱাৰ সময়ত কেতবোৰ বিকট শব্দ শুনিবলৈ পায়। তেওঁৰ চকুৰ আগত ভাহি উঠে কেতবোৰ অদ্ভুত মুৰ্ত্তি। সোনালী পোহৰত তেওঁ সেইবোৰ চাই চাই বিভোৰ হৈ পৰে। মূৰ্চ্ছাহত হ'লেও তেওঁ হিতাহিত জ্ঞান হেৰুৱাই নেপেলায়। এক অস্বাভাৱিক স্মৃতিশক্তিয়ে তেওঁৰ মস্তিষ্ক সজীৱ কৰি ৰাখে। ডাক্তৰৰ চিকিৎসা কৰিও তেওঁৰ সেই অদ্ভুত প্ৰকৃতিৰ ৰোগৰ কাৰণ বিচাৰি উলিয়াব নোৱাৰিলে। তেওঁৰ দেউতাক নিজেই এগৰাকী সুচিকিৎসক। তেৰোঁ পুতেকৰ এই ৰোগৰ চিকিৎসা কৰিছিল। কিন্তু এই ৰোগৰ পৰা ফ্লবেয়াৰ সম্পূৰ্ণভাবে আৰোগ্য হৈছিল জীৱনৰ শেষ বয়সত।

ৰোগাক্ৰান্ত হোৱাৰ পিচত তেওঁৰ শিক্ষা জীৱনৰ ওৰ পৰে। তেতিয়াই তেওঁ হাতত কলম তুলি ল'লে আৰু সাহিত্য সাধনাত ব্ৰতী হয়। সেই সময়ত তেওঁলোকে ক্ৰয়চেটৰ ওচৰৰ এখন গাঁৱত এটি ঘৰ সাজি বসবাস কৰিবলৈ লয়। নৈৰ পাৰৰ এখন নিৰ্জন গাঁও। সেই গাঁৱৰ নিৰিবিলি পৰিবেশত কিতাপৰ পাতত একান্তমনে নিমগ্ন হৈ পৰে। লিখা আৰু পঢ়াত নিমগ্ন হৈ থাকোঁতে তেওঁৰ জীৱনলৈ দুৰ্ভাগ্য নামি আহে। সেই সময়ত তেওঁৰ দেউতাক কেন্সাৰ ৰোগত আক্ৰান্ত হয় আৰু অৱশেষত ১৮৪৬ চনৰ জানুৱাৰীত দেউতাৰ মৃত্যু হয়। দেউতাকৰ মৃত্যুৰ লগে লগে ফ্লবেয়াৰৰ জীৱনলৈ দুৰ্যোগৰ ধুমুহা নামি আহে। এটাৰ পিচত আন এটা দুৰ্যোগে ফ্লবেয়াৰৰ অন্তৰ ভাঙি-চিঙি চুৰমাৰ কৰি দিয়ে। দেউতাকৰ মৃত্যুৰ তিনিমাহ পিচতে তেওঁৰ ভনীয়েক কেৰোলিন জ্বৰত আক্ৰান্ত হয়। তেতিয়া কেৰোলিনৰ কোলাত এটি কন্যা সন্তান। কেইদিনমান জ্বৰত ভুগিয়েই বাইশ বছৰ বয়সত কেৰোলিনৰ মৃত্যু হয়। ফ্লবেয়াৰৰ জীৱনৰ সুখ-শান্তি শেষ হৈ গ'ল আৰু তেতিয়াই তেওঁৰ কঠোৰ বাস্তৱৰ মাজত জীৱনৰ সংজ্ঞা বিচাৰি লয়। কলমটোকে সাৱথি কৰি তেওঁৰ মনৰ অনুভূতিক লিপিবদ্ধ কৰি গ'ল। তেওঁৰ নিজৰ দুৰ্ভাগ্যৰ বিষয়ে লিখিছে - 'দুৰ্ভাগ্যই মোক আক্ৰমণ কৰিছে। যেতিয়ালৈকে সি সৰ্বস্ব গ্ৰাস নকৰে তেতিয়ালৈকে সি আঁতৰি নাযায়।'

জীৱনৰ দুৰ্ভাগ্যক সহজ ভাবে গ্ৰহণ কৰি তেওঁ অন্তৰৰ অনুভৱক বাস্তৱত ৰূপ দিবলৈ চেষ্টা কৰে। সেই সময়ত তেওঁ মানসিক শান্তি বিচাৰি পেৰিচলৈ ফুৰিবলৈ যায়। তাতেই তেওঁ এটা ষ্টুডিঅত লগ পায় লুচি নামৰ এগৰাকী পঁইত্ৰিশ বছৰীয়া ভদ্ৰ মহিলাক। লুচি তেতিয়া এজনী কন্যা সন্তানৰ মাতৃ। স্বামীৰ লগত তেওঁৰ বিবাহ বিচ্ছেদ ঘটিছে। লুচি তেতিয়া দাৰ্শনিক ভি''ৰ কাজিনৰ উপপত্নী হিচাপে পৰিচিত। লুতিয়ে কবিতা লিখে। লুচিৰ ৰূপ আৰু সৌন্দৰ্যই ফ্লবেয়াৰৰ মনত এক অদ্ভুত উন্মাদনা জগাই তোলে। ফ্লবেয়াৰৰ বয়স তেতিয়া ছাবিশ বছৰ। পঁইত্ৰিশ বছৰীয়া লুচিৰ ৰূপত মুগ্ধ হৈ ফ্লবেয়াৰে লুচিৰ মাজত জীৱনৰ সৰ্বস্ব বিচাৰি পালে। লুচিৰ প্ৰেমত শৰবিদ্ধ হৈ ফ্লবেয়াৰে নিজৰ জীৱনৰ দুৰ্ভাগ্যপূৰ্ণ দিনবোৰৰ কথা পাহৰিবলৈ চেষ্টা কৰিলে। তেওঁ জীৱনত সকলো হেৰুৱাইছে। দেউতাকক হেৰুৱাইছে, ভনীয়েকক হেৰুৱাইছে। কাৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ জীয়াই থাকে? তেওঁৰ সেই দুৰ্যোগৰ সময়ত একমাত্ৰ ভৰসাৰ থল আছিল তেওঁৰ বন্ধু বেহিলহেট — যাৰ দিহা পৰামৰ্শৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ জীয়াই আছিল। বন্ধু বেহিলহেটৰ বাবে গুস্তভ আছিল এজন অপৰিণত লেখক— অপৰিণত অথচ প্ৰতিশ্ৰুতিসম্পন্ন। বন্ধুৱে তেওঁক লেখাৰ বাবে প্ৰেৰণা দিলে। জীৱনত ঘটি যোৱা ঘটনা, অভিজ্ঞতা আৰু আবেগ অনুভূতিৰ ওপৰত নিৰ্ভৰ কৰি লেখাৰ বাবে উৎসাহ দিলে। কুৰি বছৰ বয়সলৈকে তেওঁৰ কোনো উল্লেখযোগ্য ৰচনা প্ৰকাশ হোৱা নাছিল। লুচিৰ সান্নিধ্যলৈ অহাৰ পিচতহে তেওঁৰ লেখাত ৰোমান্টিক প্ৰেমৰ উচ্ছ্বাস নিগৰিবলৈ ধৰে। লুচিৰ প্ৰেমে তেওঁৰ মুখত ভাষা দিছিল, কলমত দিছিল গতি। লুচি আছিল তেওঁৰ বাবে প্ৰেমৰ প্ৰতিমা। লুচিৰ ৰূপ সৌৰ্য্যই তেওঁক বিমোহিত কৰিছিল, আলোড়িত কৰিছিল তেওঁৰ অন্তৰ । লুচিৰ লগত তেওঁৰ চিঠি-পত্ৰৰ আদান প্ৰদান চলিছিল সুদীৰ্ঘ আঠ বছৰ কাল। সেই সময়তে তেওঁ দুখন প্ৰেমৰ উপন্যাস লিখে। এফালে তেওঁ দুৰন্ত প্ৰেমিক আৰু অনফালে এগৰাকী তৰুন উপন্যাসিক, যাৰ উপন্যাসত প্ৰেম আৰু যৌৱনৰ উত্তলা সংগীত স্পন্দিত হৈছে। লুচি আছিল তেওঁৰ ৰচনাৰ কেন্দ্ৰবিন্দু। ডান্টেৰ বাবে বিয়েট্ৰিছৰ প্ৰেম যেনে আছিল গুস্তভৰ বাবে লুচিৰ প্ৰেম আছিল তেনে প্ৰেৰণাদায়ক আৰু সৃষ্টিশীল। লুচিৰ প্ৰেমেই তেওঁৰ অন্তৰত সৃষ্টিৰ বীজ ৰোপণ কৰিছিল। লুচিৰ প্ৰেমত নিমজ্জিত হোৱাৰ পিচত তেওঁৰ মাজৰ সাহিত্যিক সত্তাটো জীৱন্ত হৈ উঠে আৰু তেওঁ বাস্তৱ অভিজ্ঞতাৰ ভেটিত দুখন প্ৰেমৰ উপন্যাস লিখে। তেওঁ দুৰন্ত প্ৰেমিক হ'লেও বাস্তৱৰ কঠিন অভিজ্ঞতাই তেওঁৰ ৰচনাত প্ৰাধান্য বিস্তাৰ নকৰাকৈ থকা নাছিল। প্ৰেমৰ উপন্যাস

দুখন প্ৰকাশ হোৱাৰ পিচত তেওঁ তেওঁৰ বন্ধু দ্য ক্যাৰ লগত প্ৰাচ্যৰ দেশ ভ্ৰমণলৈ যায়। ১৮৪৯ চনৰ শৰৎকালত তেওঁলোক দেশ ভ্ৰমণৰ বাবে ওলায় আৰু তেতিয়াই তেওঁ আলেকজেন্দ্ৰিয়া, নীল নদী, নাজাৰেথ, চিৰিয়া, কনস্তান্তিনোপল আৰু ৰোম দেশ ভ্ৰমণ কৰে। সেই সময়ত তেওঁৰ মাক অকলে ক্ৰয়চেটৰ ঘৰত আছিল। মাকক অকলশৰে এৰি গৈ ফ্লবেয়াৰ মুঠেই সুখী হোৱা নাছিল। ভ্ৰমণৰ সময়তে মাকলৈ মনত পৰাত তেওঁ কেইদিনমানৰ পিচত স্বদেশলৈ উভতি আহে। স্বদেশলৈ উভতি আহি তেওঁ আকৌ হাতত কলম তুলি লয়। সেই সময়ত তেওঁ তেওঁৰ তৃতীয় উপন্যাস Madam Bavary লিখিবলৈ আৰম্ভ কৰে।

Madam Babary ফ্লবেয়াৰৰ এক যুগান্তকাৰী উপন্যাস। এই উপন্যাসখনত তেওঁৰ জীৱনযোৰা অভিজ্ঞতাৰ পৰিস্ফূৰণ ঘটিছে। এটা বাস্তৱ ঘটনাক উপন্যাসৰ কাহিনী হিচাপে উপস্থাপন কৰা হৈছে। এই বাস্তৱ ঘটনাটোৰ ওপৰত ভিত্তি কৰি উপন্যাস লিখাৰ বাবে তেওঁক তেওঁৰ বন্ধু ৰেহিলহেটে প্ৰস্তাৱ দিছিল। উপন্যাসৰ নায়ক এগৰাকী তৰুণ চিকিৎসক। চিকিৎসকৰ নাম ভেলান। ফ্লবেয়াৰৰ দেউতাকৰ ছাত্ৰ আছিল। ভেলানে ডাক্তৰি পাছ কৰাৰ পিচত গাঁৱত গৈ চিকিৎসা আৰম্ভ কৰিছিল। গাঁৱত চিকিৎসক হিচাপে কাম কৰি থাকোঁতেই তেওঁৰ পত্নীয়ে তেওঁক বিশ্বাসঘাতকতা কৰে আৰু পত্নীৰ বিশ্বাসহীনতাত ব্যথিত হৈ তেওঁ আত্মহত্যা কৰে। ভেলানৰ জীৱনৰ এই সকৰুণ ঘটনাটোকে উপন্যাসৰ মূল উপজীব্য হিচাপে লৈ ফ্লবেয়াৰে 'মেডাম বোভাৰী' ৰচনা কৰে। উপন্যাসত তেওঁৰ প্ৰেয়সী লুচিৰ জীৱনৰ ট্ৰেজেডীকো জীৱন্ত কৰি তুলিছে। লুচিৰ বিবাহ-বিচ্ছেদ আৰু তাৰ পিচৰ জীৱনৰ কাৰুণ্যখিনিকো উপন্যাসত জীৱন্ত ৰূপ দিয়া হৈছে। মেডাম বোভাৰীৰ নায়িকা এমাৰ চৰিত্ৰৰ লগত লুচিৰ চৰিত্ৰৰ সাদৃশ্য পৰিদৃষ্ট হয়। নায়ক-নায়িকাৰ মানসিক অন্তৰ্দ্বন্দ্ব, সামাজিক দায়বদ্ধতা, বিবাদ-বিচ্ছেদ উপন্যাসৰ মাজত জীৱন্ত হৈ উঠিছে। ফ্লবেয়াৰৰ প্ৰকাশভংগীৰ নৈপুণ্যই আৰু চৰিত্ৰ চিত্ৰনৰ কলা-কৌশলে উপন্যাসখনক বাস্তৱধৰ্মী কৰি তুলিছে। প্ৰতিটো চৰিত্ৰই বাস্তৱত লগ পোৱা একোটা জীৱন্ত চৰিত্ৰ। ফৰাচী কথা-সাহিত্যত আধুনিক বাস্তৱতাৰ জন্ম ফ্লবেয়াৰৰ ৰচনাতে আৰম্ভ হৈছে। সেয়েহে তেওঁক ফৰাচী সাহিত্যৰ প্ৰথম বাস্তৱবাদী ঔপন্যাসিক হিচাপে চিহ্নিত কৰা হৈছে।

●●●

# 'ভক্তিৰস তৰঙ্গিনী' আৰু মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ

মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ আছিল নৱ-বৈষ্ণৱ আৰু ভক্তি আন্দোলনৰ আদি গুৰু আৰু তেওঁৰ ধৰ্মৰ মূল আধাৰ আছিল ভাগৱতত উল্লেখ কৰা নৱবিধ ভক্তি।

শ্ৰৱণং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্।
অৰ্চনং বন্দনং দাস্যং সখ্যমাত্মনিবেদনম্।।

অৰ্থাৎ শ্ৰৱণ, কীৰ্তন, স্মৰণ, পদসেৱন অৰ্চন, বন্দন, দাস্য, সখ্য আৰু আত্মনিবেদন এই নৱবিধ ভক্তিৰ যিকোনো এবিধ মনে প্ৰাণে পালন কৰিলে ভগৱৎ প্ৰাপ্তি হয় আৰু মুক্তিৰ পথ সুগম হয়। মহাপুৰুষ হৰিদেৱৰ 'ভাগৱতী বৈষ্ণৱধৰ্মৰ্ মূল মন্ত্ৰ হ'ল ভক্তিৰ যোগেদি পৰমপুৰুষ পৰমেশ্বৰ্ প্ৰাপ্তি। সৰ্বসাধাৰণ ভক্তৰ মনত ভক্তি ৰস সঞ্চাৰ কৰাৰ প্ৰয়াসেৰে মহাপুৰুষ হৰিদেৱে বৈদিক যুগৰ সংস্কৃত গদ্য সাহিত্যৰ আৰ্হিত পদ্ম পুৰাণ, বিষ্ণুপুৰাণ, কল্কি পুৰাণ, ভাগৱত, বেদ-বেদান্ত, উপনিষদ আদিৰ পৰা ভক্তিমূলক শ্লোক সংগ্ৰহ কৰি প্ৰাচীন কামৰূপীয় ভাষাত গদ্যত ভাঙনি কৰি 'ভক্তিৰস তৰঙ্গিনী' নামৰ গ্ৰন্থখনি ৰচনা কৰি পঞ্চদশ শতিকাত অসমীয়া গদ্য সাহিত্যৰ প্ৰথম সৃষ্টি কৰে। যিসময়ত হৰিদেৱে প্ৰাচীন কামৰূপীয় ভাষাত গদ্য সাহিত্য ৰচনা কৰিছিল সেই সময়ত ভাৰতবৰ্ষৰ কোনো প্ৰাদেশিক ভাষাতে গদ্য সাহিত্যৰ সৃষ্টি হোৱা নাছিল। সেয়েহে শ্ৰীশ্ৰীহৰিদেৱ নিঃসন্দেহে অসমীয়া গদ্য-সাহিত্যৰ প্ৰথম স্ৰষ্টা আৰু পথ প্ৰদৰ্শক হিচাপে পৰিগণিত হৈছে।

মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ প্ৰবৰ্ত্তিত ভাগৱতী বৈষ্ণৱ ধৰ্মৰ মূল আধাৰ হৈছে শ্ৰীমদ্ভাগৱত মহাপুৰাণ আৰু শ্ৰীমদ্ভাগৱত গীতা। শ্ৰীমদ্ভাগৱত মহাপুৰাণৰ তত্ত্বসমূহৰ প্ৰৱক্তা বৃন্দাবন বিহাৰী শ্ৰীকৃষ্ণ আৰু শ্ৰীমদ্ভাগৱত গীতাৰ তত্ত্বসমূহৰ প্ৰৱক্তা কুৰুক্ষেত্ৰৰ পাঞ্চজন্য শঙ্খধাৰী পীতবস্ত্ৰধাৰী, বনমালা বিভূষিত চক্ৰধাৰী শ্ৰীকৃষ্ণ। শ্ৰীমদ্ভাগৱত গীতাত শ্ৰীকৃষ্ণই ধৰ্মক্ষেত্ৰ কুৰুক্ষেত্ৰত সখা অৰ্জুনক উদ্দ্যেশি কোৱা তত্ত্বোপ দেশ আছে আৰু শ্ৰীমদ্ভাগৱত মহাপুৰাণৰ দ্বাদশ স্কন্ধত শ্ৰীকৃষ্ণ ভগবানে ভক্ত উদ্ধৱক দিয়া

তন্ত্রোপদেশত ভক্তি যোগ আৰু জ্ঞান যোগৰ মহান তত্ত্বৰ বিস্তৃত বৰ্ণনা আছে। দ্বাদশ স্কন্ধ ভাগৱতৰ ভক্তি যোগত উল্লেখ কৰা নৱবিধ ভক্তিৰ আধাৰতে তেখাঁৰ 'ভক্তিৰস তৰঙ্গিনী' গ্ৰন্থ ৰচনা কৰি ভক্তি যোগৰ মহাত্ম্য বন্দনা কৰিছে।

'ভক্তিৰস তৰঙ্গিনী' হৰিদেৱ মহাপুৰুষৰ এক অনন্য সৃষ্টি। এই গ্ৰন্থৰ শ্লোকসমূহ সংস্কৃতত ৰচিত হ'লেও তাৰ অৰ্থ গদ্যত দিয়া হৈছে। এই গদ্য হৰিদেৱৰ স্বকীয় সৃষ্টি। ভক্তিৰসতৰঙ্গিনীৰ গদ্যাৰ্ঘ পঢ়াৰ পিছত দৃঢ়তাৰে ক'ব পৰা যায় যে হৰিদেৱ অসমীয়া গদ্য সাহিত্যৰ আদি স্ৰষ্টা। কথা ভাগৱত ৰচয়িতা ভট্টদেৱতকৈও এশ বছৰ পূৰ্বে হৰিদেৱে ভক্তিৰস তৰঙ্গিনীত অসমীয়া গদ্যৰ সূচনা কৰিছে। এটি ৰূপকৰ জৰিয়তে ভক্তি ৰস তৰঙ্গিনীৰ ভক্তি মাৰ্গৰ সুদূৰ প্ৰসাৰী প্ৰভাৱৰ বিষয়ে সৰ্বসাধাৰণ লোকক অৱগত কৰিছে। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত ভক্তিমাৰ্গৰ বিস্তাৰ কেনেদৰে ঘটিছিল তাৰ থূলমূল আভাস দাঙি ধৰি ভক্তিয়েই যে ভগবান প্ৰাপ্তিৰ সৰ্বশ্ৰেষ্ঠ মাৰ্গ তাক প্ৰমাণ কৰি দেখুওৱাৰ চেষ্টা কৰা হৈছে। সৰ্বসাধাৰণ ভক্তৰ মাজত পৰস্পৰ সংলাপৰ জৰিয়তে কাহিনী কোৱাৰ ফলস্বৰূপে ভক্তিৰস তৰঙ্গিনীয়ে ভক্তিৰসৰ পবিত্ৰ তৰঙ্গিনী বোৱাই দিবলৈ সক্ষম হৈছে। কলিযুগত পাপী তাপী সকলোৱে শ্ৰীকৃষ্ণৰ নাম কীৰ্তন কৰি মুক্তি লাভ কৰিব পৰা কথা ক'বলৈ গৈ নাৰদ আৰু ভক্তি ৰূপিনী তৰুণীৰ মাজৰ বাৰ্তালাপৰ জৰিয়তে হৰিভক্তিৰ মহাত্ম্য প্ৰকাশ কৰিছে। মহৰ্ষি নাৰদে তৰুণীৰূপী ভক্তিক লগ পাইছিল বৃন্দাবনত। নাৰদে যেতিয়া ভক্তিক লগ পায় তেতিয়া ভক্তিয়ে তাইৰ ৰোগগ্ৰস্ত জড়াগ্ৰস্ত পুত্ৰদ্বয় জ্ঞান আৰু বৈৰাগ্যক শুশ্ৰূষা কৰি আছিল। নাৰদে পৃথিৱীৰ বিভিন্ন স্থান পৰিভ্ৰমণ কৰি আহি বৃন্দাবনত উপস্থিত হৈছিল। কলিৰ প্ৰভাৱত পৃথিৱীখনক অধৰ্ম অশুচিয়ে আগুৰি ধৰিছে। কলিকালৰ কুকৰ্ম প্ৰত্যক্ষ কৰি নাৰদৰ মন অশান্ত হৈ উঠিছে। তাতে বৃন্দাবনলৈ শান্তি বিচাৰি আহি শোকদগ্ধা ভক্তিক লগ পাই ভক্তিৰ পুত্ৰদ্বয় জ্ঞান আৰু বৈৰাগ্যৰ জড়াগ্ৰস্ত অৱস্থা দেখি অনুকম্পাত নাৰদৰ হৃদয় বিগলিত হৈছে। ভক্তিয়ে দেৱৰ্ষিৰ আগত দুখৰ কথা কৈছে। দুখৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় বিচাৰিছে।

— হে দেৱৰ্ষি; তোমাক লগ পাই মই ধন্য হৈছোঁ। মোক এই দুখৰ অটল গহ্বৰৰ পৰা ৰক্ষা কৰা। মোৰ পুত্ৰদ্বয়ৰ এনে জড়াগ্ৰস্ত বৃদ্ধাৱস্থা মই কেনেদৰে চাই থাকো? মই কি সততে সিহঁতৰ দুখ সহ্য কৰো? তুমি সৰ্বজ্ঞ। তোমাৰ দয়াত প্ৰহ্লাদৰ জয় হৈছে। তোমাৰ কৃপাত ধ্ৰুৱই ধ্ৰুৱলোকত স্থান পাইছে। তুমি মোৰ দুখ মোচন কৰা প্ৰভু। কি পাপৰ ফলত মোৰ আজি এই দুৰৱস্থা হৈছে?

তাৰ পিছত তৰুণী ভক্তিয়ে নিজৰ জীৱন বৃত্তান্ত শুনাইছে—

উৎপন্না দ্রাবিড়ে চাহং কর্ণাটে বৃদ্ধিমাগতা।।
স্থিতা কিঞ্চিন্মহাৰাষ্ট্রে গুর্জৰে জীর্ণতাংগতা।
তত্র ঘোৰ কলে র্যোগাৎ পাষণ্ডে খণ্ডিতাংগকা।।
দুর্বলাহং চিৰং জাতা পুত্রাভ্যাং সহ নন্দতাম্।
বৃন্দাবনমিদং প্রাপ্তা দৈব যোগেন নাৰদ।।

মোৰ জন্ম দ্রাবিড় দেশত, কর্ণাটকত ডাঙৰ দীঘল হৈছোঁ। কিছুদিন মহাৰাষ্ট্রত আছিলো, তাৰ পিছত গৈছিলো গুজৰাট ৰাজ্যলৈ। তাত ঘোৰ কলিকাল। চাৰিওফালে দৈত্য দানব পাষণ্ডৰ কটা মৰা। তাতে আমাৰ দেহ খণ্ডবিখণ্ড কৰিলে। তাৰ পিছত মই দুর্বল হ'লো। মোৰ পুত্রদ্বয় হ'ল জৰাগ্রস্ত বৃদ্ধ। তাৰ পৰা কোনো মতে আহি বৃন্দাবন পালোহি। বৃন্দাবনত মই ধুনীয়া গাভৰু হ'লো। কিন্তু মোৰ পুত্রদ্বয় বৃদ্ধ হৈ বিচনাতে পৰি ৰ'ল। এতিয়া মই পুত্রদ্বয়ক এৰি ক'লৈকো যাব নোৱাৰো। হে ব্রাহ্মণ, তুমি সর্বজ্ঞ, তোমাৰ বাবে কোনো অসাধ্য নাই। তুমি আমাৰ দুখ মোচন কৰা।

শোকাতুৰা ভক্তিক প্রবোধ দি দেবর্ষি নাৰদে ক'লে— হে বালিকা, মিছাতে খেদ নকৰিবা। শ্রীকৃষ্ণৰ পাদপদ্ম ধাৰণ কৰি অন্তৰেৰে স্মৰণ কৰা। যি কৃষ্ণই দ্রৌপদীক ৰক্ষা কৰিছিল সেই শ্রীকৃষ্ণ সর্বজ্ঞ। তেওঁৰ অস্তিত্ব সর্বত্র বিৰাজমান। ভক্তি, তুমি কৃষ্ণৰ প্রাণাধিকা প্রিয়া। তেৱে তোমাৰ দুখ মোচন কৰিব। সত্য যুগত জ্ঞান আৰু বৈৰাগ্য আছিল মুক্তিৰ সাধক। কলিকালত জ্ঞান আৰু বৈৰাগ্যৰ মুমূর্ষ অৱস্থা। কৃষ্ণভক্তি হ'ল মুক্তিৰ একমাত্র পথ। শোক তাপ জৰা ব্যাধি কৃষ্ণভক্তিয়ে মোচন কৰে। ভক্তি আছিল পৰমানন্দ পৰমেশ্বৰৰ অবিচ্ছেদ্য অংগ। প্রভুৱে তোমাক বিসর্জন দিছে। তেতিয়া তুমি ভগবানক সুধিলা— এতিয়া মই কি কৰিম? ভগবানে তোমাক উপদেশ দিছিল— তুমি বিষ্ণুলোকলৈ গৈ মোৰ ভক্তসকলক পোষণ কৰা। তুমি ভগবানৰ আজ্ঞা পালন কৰি বৈকুণ্ঠধামত ভক্তসকলক লালন-পালন কৰিলা। তাৰ পিছত মুক্তিক দাসী হিচাপে লৈ জ্ঞান আৰু বৈৰাগ্যক পুত্র হিচাপে লগত লৈ মর্তলোকলৈ আহিলা। ভক্তক পালন কৰি মুক্তিৰ পথ দেখুওৱাই তোমাৰ একমাত্র ব্রত। সত্য ত্রেতা দ্বাপৰ যুগত মুক্তি আছিল অৱশ্যম্ভাবী। কলিকালত পাপ পীড়াই চাৰিওফালে আগুৰি ধৰিছে। তোমাৰ আদেশত মুক্তি বৈকুণ্ঠলৈ গুছি গৈছে। কাৰণ কলিকালত মুক্তিৰ পথ অৱৰুদ্ধ হৈছে। তুমি যেতিয়াই মুক্তিক স্মৰণ কৰিবা তেতিয়াই মর্ত্যলোকলৈ নামি আহিব। কিন্তু জ্ঞান আৰু বৈৰাগ্য তোমাৰ পুত্র হিচাপে কাৰতে

আছে। কলিৰ প্ৰভাৱত সিহঁত বৃদ্ধ হৈ জড়াগ্ৰস্ত হৈছে। তুমি চিন্তা নকৰিবা, তোমাৰ দুখ মোচনৰ বাবে যত্ন কৰিম। কলিযুগত ঘৰে ঘৰে তোমাৰ অস্তিত্ব প্ৰতিষ্ঠা কৰিম। কলিকালত যিয়ে তোমাক অন্তৰত ধাৰণ কৰিব সি পাপী হ'লেও বৈকুণ্ঠলৈ গমন কৰিব। যাৰ হৃদয়ত সদায় প্ৰেম ৰূপিনী ভক্তিৰ উদয় হ'ব তেওঁ জীৱনত কেতিয়াও দুখ ক্লেশ ভোগ কৰিব নালাগে। ভক্তিৰ দ্বাৰাইহে হৰি বশ হয়। কলিকালত ভক্তিয়েই সাৰ, ভক্তিয়েই মুক্তিৰ পথ। নাৰদৰ কথা শুনি ভক্তি আনন্দিত হ'ল। কিন্তু পুত্ৰদ্বয়ৰ অৱস্থা দেখি নাৰদক কাকুতি কৰি ক'লে— হে সাধু, আমাৰ এই দুই তনয়ক সংজ্ঞাহীন অৱস্থাৰ পৰা মুক্ত কৰা। নাৰদে জ্ঞান আৰু বৈৰাগ্যৰ জৰাজীৰ্ণ দেহ স্পৰ্শ কৰি উচ্চস্বৰে ক'লে— হে জ্ঞান সঞ্জীৱিত হোৱা, হে বৈৰাগ্য, সংজ্ঞা লাভ কৰা। তাৰ পিছত নাৰদে বেদ বেদান্ত আৰু গীতাৰ বাণী শুনালে। সিহঁতে চকু মেলি চালে, কিছু সংজ্ঞা লাভ কৰিলে আৰু চকুমেলি চাৰিওফালে নিৰীক্ষণ কৰিলে। সিহঁতৰ অস্থিচৰ্মচাৰ দেহ। দেহত শক্তি নাই। পুনৰ নিদ্ৰিত হ'ল। নাৰদ চিন্তিত হ'ল। ইহঁতৰ এইঘোৰ নিদ্ৰা কেনেকৈ ভঙ্গ কৰে? তাৰ উপায় চিন্তি গোবিন্দক স্মৰণ কৰি ধ্যানত বহিল। কিছুপৰ পিচত আকাশবাণী হ'ল, "সাধু কৰ্ম কৰিলে জ্ঞান আৰু বৈৰাগ্য সঞ্জীৱিত হ'ব আৰু ভক্তিৰ বিকাশ হ'ব। নাৰদে সাধুসঙ্গ বিচাৰি বদৰিকাশ্ৰমলৈ গ'ল। তাতে বিষ্ণুৰ অৱতাৰ কুমাৰ সকলক লগ পালে আৰু তেওঁলোকৰ পৰা জানিব পাৰিলে যে সৎকৰ্ম সাধন কৰি শ্ৰীমদ্ভাগৱতৰ শ্ৰৱণ কীৰ্তনৰ দ্বাৰাহে জ্ঞান আৰু বৈৰাগ্য সাধন হয় আৰু ভগৱৎ ভক্তিৰ দ্বাৰাইহে মানুহে মুক্তি লাভ কৰিব পাৰে।

কুমাৰ আৰু নাৰদৰ কথোপকথনত ভাগৱতৰ মহাত্ম্য ব্যক্ত কৰা হৈছে। যাৰ ঘৰত দিনে ভাগৱত পাঠ কৰা হয় সেই ঘৰ তীৰ্থক্ষেত্ৰত পৰিণত হয়। মহাৰাজ পৰীক্ষিতে সাত দিন একেলেঠাৰিয়ে ভাগৱত পাঠ শ্ৰৱণ কৰি মুক্তি লাভ কৰিছিল। নিৰৱচ্ছিন্ন ভাগৱত পাঠৰ দ্বাৰা ভক্তিৰ দুই পুত্ৰ জ্ঞান আৰু বৈৰাগ্যই তৰুণ অৱস্থাপ্ৰাপ্ত হ'ল। কলিযুগত ভক্তিসহকাৰে ভাগৱত পাঠ কৰিলে ভগৱৎ প্ৰাপ্তি হয় আৰু মুক্তিৰ পথ সুগম হয়। ভাগৱত পাঠ কোন সময়ত কেতিয়া আৰু কেনেকৈ কৰিব লাগে তাক হৰিদেৱে সুন্দৰভাৱে বৰ্ণনা কৰিছে। ভাগৱত শাস্ত্ৰৰ মহাত্ম্য আৰু মধুৰ ভক্তিতত্ত্ব বিশ্লেষণ কৰি হৰিদেৱ মহাপুৰুষে ভক্তি যোগৰ গভীৰ ৰহস্য দাঙি ধৰিছে। ভক্তি ৰসতৰঙ্গিণীত গুৰুজনাৰ গভীৰ আধ্যাত্মিকতাবাদ ধৰ্মীয় দৰ্শন আৰু ভাগৱত ভক্তিৰসৰ পবিত্ৰ তৰঙ্গিনী বোৱাই দিছে— যি আজিও চিৰ প্ৰবাহমান অনন্ত অবিনশ্বৰ তাৰ গতি।

●●●

# যুৱ প্ৰজন্মৰ প্ৰেৰণাৰ প্ৰতীক কলাগুৰু বিষ্ণু ৰাভা

বিষ্ণু ৰাভা আছিল আজীৱন বিপ্লৱী। বিপ্লৱৰ মহামন্ত্ৰেৰে পৰিপূৰ্ণ হৈ আছিল তেখেতৰ শিল্পী প্ৰাণ। বিপ্লৱৰ মন্ত্ৰ আওঁৰাই তেখেতে গীত নাট ৰচনা কৰি যুৱ প্ৰজন্মক বিশ্ব বিজয়ৰ প্ৰেৰণা যোগাইছিল। পৰাধীনতাৰ শিকলি চিঙি শ্ৰম আৰু ঘামেৰে 'অলকা নগৰী' গঢ়াৰ সপোন দেখুৱাইছিল যুৱ প্ৰজন্মক। তেওঁৰ বিশ্বজনীন চিন্তাধাৰাই আজিৰ যুৱ প্ৰজন্মক উদ্বুদ্ধ কৰিব পাৰিছেনে নাই সেই কথা কোৱাটো সহজ নহয়। আজিৰ যুৱ প্ৰজন্মই বিষ্ণু ৰাভাৰ আদৰ্শৰ প্ৰতি কিমান আকৰ্ষিত হৈছে সেই কথাও অনুধাৱন কৰা সহজ নহয়। তথাপিও বিষ্ণু ৰাভা জীৱন্ত কিম্বদন্তি (Living Legend) হিচাপে অসমৰ কৃষ্টি-সংস্কৃতি আৰু কলাৰ ক্ষেত্ৰত জ্যোতিষ্মান হৈ আছে। বহুতেই বিষ্ণু ৰাভাক ঘোৰ কমিনিউষ্ট বুলি কয় যদিও আমাৰ চিন্তাধাৰাত বিষ্ণু ৰাভা এগৰাকী শ্ৰমিক দৰদী সঁচা বিপ্লৱী যাৰ বিপ্লৱ সমগ্ৰ কৃষিজীৱী শ্ৰমজীৱী মেহনতী জনগণৰ দুখ দৈন্য মোচনৰ বাবে কৰা বিপ্লৱ। তেওঁ যিবোৰ গীত ৰচনা কৰিছিল সেইবোৰত আছিল শ্ৰমিক মজদুৰ আৰু নজোৱানক জাগ্ৰত কৰাৰ সঞ্জীৱনী মন্ত্ৰ। তেওঁ কৈছিল—

বল্ বল্ বল্ বল্
  কৃষক শক্তি বল্
অ' কনুৱা সমনীয়া
  আগবাঢ়ি যাওঁ বল্
জাগ্ জাগ্ জাগ্ জাগ্
  মজদুৰ ন জোৱান
নিৰ্যাতিত নিপীড়িত
  কৃষক শক্তিমান
তোৰ বাহুতে আছে লুকাই
  অসমী শক্তি বল।

বনৰ শিঙা বাজে শুন ঐ
আগবাঢ়ি যাও বল
কিহৰনো ভয় আছে অভয়
বানী দেৱতাৰ
শতৰু সউ চৌপাশে ৰয়
ধনী জমিদাৰ
সুহে কলিজাৰ ৰঙা তেজ
প্ৰজা দুখীয়াৰ।

ধনী জমিদাৰৰ শোষণৰ বিৰুদ্ধে নিৰ্যাতিত নিপীড়িত কৃষক, মজদুৰ আৰু জোৱানক সংগঠিত কৰি বিপ্লৱৰ ৰঙা নিচান উৰুৱাৰ সংকল্পৰে বিষ্ণুৰাভাই যি সংগ্ৰামৰ সূত্ৰপাত কৰিছিল সি আজিও প্ৰাসংগিক হৈ আছে। সমাজ ব্যৱস্থাৰ শ্ৰেণী বৈষম্যৰ বিৰুদ্ধে নিৰ্যাতিত নিপীড়িতৰ বিদ্ৰোহ আজিও বিশ্বৰ প্ৰান্তৰে প্ৰান্তৰে সংঘটিত হৈ আহিছে। কলাগুৰু বিষ্ণু ৰাভাই সাম্যবাদী সমাজ ব্যৱস্থা প্ৰতিষ্ঠা কৰাৰ বাবে বামপন্থী আদৰ্শত ব্ৰতী হৈ অসমৰ গাৱে ভূয়ে পৰ্বতে কন্দৰে শ্ৰমজীৱী জনতাৰ মাজত বিচৰণ কৰি ফুৰিছিল। তেওঁৰ সেই যাযাবৰী জীৱনৰ দৰ্শন হৃদয়ংগম কৰিব পাৰিলেহে অসমৰ সাম্প্ৰতিক যুব প্ৰজন্মৰ ৰূপান্তৰৰ সপোন বাস্তৱত পৰিণত হ'ব। কলকাৰখানাৰ শ্ৰমিকৰ শ্ৰমৰ মৰ্যাদা আজিও মালিক পক্ষই দিয়া নাই, শ্ৰমিক শ্ৰেণী লাঞ্ছিত, শোষিত হৈ আহিছে— তথাপি তেওঁলোকৰ শ্ৰমৰ বিনিময়ত উৎপাদনশীলতা বৃদ্ধি হৈছে। শ্ৰমিকসকল দিনে দিনে দুখীয়া হৈছে আৰু মালিক পক্ষ দিনে দিনে ধনী হৈ গৈছে। সমাজৰ এই শ্ৰেণীবৈষম্যই বিষ্ণুৰাভাক বিদ্ৰোহী কৰি তুলিছিল। সেয়েহে তেওঁ উদাত্ত কণ্ঠে চিঞৰি উঠিছিল—

ধ্বংস কৰ ধ্বংস কৰ
ধনীৰ অহংকাৰ
দয়া মায়া নকৰিবি
ক্ষমাৰ দিন যে গ'ল
হাল কোৰ দা হাতুৰিলে
ৰণলৈ যাওঁ ব'ল।
তই খুৱাব বিশ্ববাসীক
মাটি ফালি ধান
তই যুগাব ধনী শ্ৰেণীক
অন্ন শক্তিমান

কাৰখানা-কল তোৰেই সৃজন
পথাৰ সুবহল
নাঙল কাঁচি হাতুৰী, দাৰ
যাদুকৰী ব'ল।
তোৰ বাহুতে আছে লুকাই
অসীম শক্তি বল
আগবাঢ়ি যাওঁ বল।

কল কাৰখানাৰ শোষিত নিষ্পেষিত শ্ৰমিকৰ প্ৰতি ৰাভাৰ আছিল সমমৰ্মিতা। সৰ্বহাৰা কৃষক শ্ৰেণী আছিল তেওঁৰ প্ৰকৃত সুহৃদ। ন-জোৱানৰ কৰ্ম শক্তিৰ ওপৰত আছিল অটল বিশ্বাস। নজোৱানৰ কৰ্ম শক্তিৰ জৰিযতে ৰূপান্তৰৰ সপোন দেখা ৰাভাই শোষণ জৰ্জৰ সমাজ ব্যৱস্থা পৰিবৰ্তনৰ প্ৰয়াস কৰি লিখিছিল।

' শক্তিমান! জাগা জাগা শক্তিশালী বিশ্বজয়ী ন-জোৱান
শিল ভাঙি পাহাৰ পৰ্বত ধ্বংসি গঢ়া অলকানগৰী
কন্দৰ খান্ দি বোৱাই তোলাহি অমৃত ধাৰা নিজৰি।
আকাশৰ মেঘৰ কলিজা ফালি আনা বিজুলীৰে বান
বিদাৰি মধ্যাকৰ্ষণ গৰ্ভ তুলি লোৱা চুম্বক টান।।
শক্তিমান্। জাগা জাগা শক্তিশালী বিশ্বজয়ী ন-জোৱান।।
খাণ্ডৱ দহন ৰূপে জ্বলোৱা বননি জংঙ্গল দুৰ্গম।
সেন্দুৰী আলিবাট পথ সাজি কৰা পাথিকৰ সুগম।।
থলে জলে অনতৰীক্ষে চলোৱা বেগবান ভাপ যান।
ধৰণী কৰষি অমৃত খাদ্য কৰা ধৰাবাসীক দান।।
শক্তিমান। জাগা শক্তিশালী বিশ্বজয়ী ন-জোৱান।।
কুৰূপ ধৰা সুৰূপ কৰা অৰূপক দিয়া ৰূপদান।।
দানৱ সলনি পোৱা নিষ্পেষন, নিপীড়ন প্ৰতিদান।
শ্ৰমিক ধনতে নিৰ্ধনী হয় অত্যাচাৰী ধনবান।।
শক্তিমান জাগা জাগা শক্তিশালী বিশ্বজয়ী ন-জোৱান।
অস্ত্ৰ তোমাৰ হাল, কোৰ, কুঠাৰ যাঠি বজ্ৰবান।
চলোৱা বিপ্লৱ অভিযান গঢ়া নকৈ বিশ্ব স্বৰ্গমান।।
সাম্য মৈত্ৰী স্বাধীনতা এই ত্ৰিবিধ আদৰ্শ জ্যোতিষ্মান।
স্বৰ্গৰ আশীষ শিৰতলৈ বীৰ হোৱা সবে আগুৱান
শক্তিমান। জাগা জাগা শক্তিশালী বিশ্বজয়ী ন-জোৱান।।

যুৱশক্তিৰ ওপৰত ৰাভাৰ আছিল অটল বিশ্বাস আৰু আস্থা। যুৱ শক্তিৰ কৰ্মশক্তিয়ে সমাজ পৰিবৰ্তনৰ মূল চালিকা শক্তি। আজিৰ যুৱ প্ৰজন্ময়ো ৰাভাৰ আদৰ্শ অনুধাৱন কৰি শ্ৰমৰ জৰিয়তে সমৃদ্ধিশালী সমাজ গঢ়িব পাৰে। যুৱ প্ৰজন্মৰ দেহত আছে অফুৰন্ত শক্তি, অদম্য তেওঁলোকৰ কৰ্ম প্ৰেৰণা। তেওঁলোকৰ সেই শক্তি তেওঁলোকৰ কৰ্ম প্ৰেৰণা আৰু পৰিশ্ৰমৰ জৰিয়তে সেউজ বিপ্লৱ গঢ়ি তুলি দেশ নদন বদন কৰিব পাৰে।

বিষ্ণু ৰাভা সশস্ত্ৰ বিদ্ৰোহত বিশ্বাসী আছিল। জাতীয় মুক্তিৰ প্ৰশ্নত ৰাজতন্ত্ৰৰ লগত তেওঁ আপোচ কৰা নাছিল। সেয়েহে চৰকাৰী শাসন যন্ত্ৰই তেওঁৰ ককালত শিকলি বান্ধি ৰাজ পথেৰে টানি নৈ গৈ জেলত ভৰাইছিল। জেলৰ ভিতৰতো তেওঁৰ মুক্তিকামী সংগ্ৰামী চেতনা ভঙ্গ হোৱা নাছিল। তেওঁ উদাত্ত কণ্ঠে গাইছিল—

ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্
লোহৰ শিকলি ভাঙ্
ছিঙ্ ছিঙ্ ছিঙ্ ছিঙ্
দাসৰ বান্ধোন ছিঙ্
খোল্ খোল্ খোল্ খোল্
কাৰাৰ ফাটক খোল
ভাঙ্ ভাঙ্
দুৱাৰৰ দাং।

দেশৰ স্বাধীনতা আছিল ৰাভাৰ বাবে এক প্ৰসহন। যি স্বাধীনতাই শ্ৰমিক, কৃষক, মজদুৰ আৰু সমাজৰ শোষিত শ্ৰেণীৰ দুখ-বেদনা মোচন কৰি সাম্যবাদী সমাজ ব্যৱস্থা প্ৰতিষ্ঠা কৰিব নোৱাৰে তেনে স্বাধীনতা মেনহতী জনতাৰ বাবে অৰ্থহীন। সমাজৰ পৰা শ্ৰেণী বৈষম্য দূৰ নোহোৱালৈকে শোষিত শ্ৰেণীৰ দুখ মোচন হ'ব নোৱাৰে। ৰাভাৰ মতে সাম্যবাদী সমাজ প্ৰতিষ্ঠা কৰাৰ বাবে গণ বিপ্লৱৰ প্ৰয়োজন— যি বিপ্লৱে ধনীৰ দৰ্প চূৰ্ণ কৰিব পাৰে, যি গণ বিপ্লৱে শোষণকাৰীৰ মূলোচ্ছেদ কৰিব পাৰে। ৰাভাৰ মতে পঞ্চায়তীৰাজ প্ৰতিষ্ঠাৰ দ্বাৰাহে সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্তন আনিব পৰা যায়। ধনী আৰু দুখীয়াৰ মাজৰ বিভেদ নিঃশেষ কৰিব নোৱাৰিলে স্বাধীনতা নিৰৰ্থক। কৃষক, শ্ৰমিক আৰু সমাজৰ নিম্নস্তৰৰ লোকসকল আজীৱন নিৰ্যাতিত, নিপীড়িত হৈ থাকিব লাগিব। ৰাভাৰ গীত, নাট, কবিতা, প্ৰবন্ধ সকলোতে কেৱল বিপ্লৱৰ অগ্নিস্ফুলিঙ্গ আৰু শোষিত নিৰ্যাতিত নিপীড়িতৰ প্ৰতি অন্তৰভৰা সমব্যথা প্ৰতিফলিত হৈছে।

●●●

# ব্ৰ'ণ্টেভগ্নীৰ উপন্যাস

থাকাৰেৰ জীৱনদৰ্শন আৰু আদৰ্শৰ অনুগামী, দুগৰাকী সহোদৰা চাৰ্লট ব্ৰ'ণ্টে আৰু এমিলি ব্ৰ'ণ্টেৰ জীৱনৰ গভীৰ দুখানুভূতিয়ে সাহিত্য ক্ষেত্ৰত সৃষ্টি কৰি গ'ল দুখন বিখ্যাত উপন্যাস— চাৰ্লট ব্ৰ'ণ্টেৰ 'জানে ইযাৰ' (Jane Eyre ১৮৪৭) আৰু এমিলিৰ 'ৱাডাৰিং হেইটচ্' (Wuthering Heights- ১৮৪৮)। এবছৰ ব্যৱধানত প্ৰকাশ পোৱা দুগৰাকী ঔপন্যাসিকাৰ দুখন উপন্যাসে ইংল্যাণ্ডৰ সাহিত্য জগত আলোড়িত কৰিছিল আৰু সেই আলোড়নৰ স্পন্দন আজিও ইংৰাজী উপন্যাস সাহিত্যত অনুৰণিত হৈ আছে। ব্ৰ'ণ্টে ভগ্নীদ্বয়ৰ দেউতাক আছিল ইযৰ্কচাযাৰৰ গীৰ্জাধীক্ষক। গ্ৰাম্য আবাসিক স্কুলত পঢ়া-শুনা কৰা দুই ভগ্নীয়ে ব্ৰাছেলচ্‌ত এবছৰ পঢ়ি পৰিয়ালৰ এটাৰ পিছত আন এটা দুৰ্যোগত মৰ্মাহত হৈ পঢ়া-শুনা বাদ দিবলগীয়া হয়। ব্ৰ'ণ্টে ভগ্নীদ্বয়ে জীৱনত এটাৰ পিছত আন এটা দুৰ্যোগ নিজ চকুৰে প্ৰত্যক্ষ কৰিছে। প্ৰথমতে অকালতে মাকৰ মৃত্যু হৈ মাতৃহাৰা হয়। তাৰ পিছত দেউতাক অন্ধ হয়। এজনীৰ পিছত আন এজনী ভনীয়েকৰ মৃত্যুত দুই ভগ্নী শোকাভিভূত হৈ পৰে। পৰিয়ালৰ দুৰ্যোগ সহিব নোৱাৰি একমাত্ৰ ভায়েকে মদৰ নিচাত দুবি নিজকে ধ্বংস কৰি দিলে। এনেদৰে এটাৰ পিছত আন এটা দুৰ্যোগৰ মাজত শোকাহত হোৱা দুই ভগ্নীয়ে দুখৰ অনুভূতিৰে নিঃসঙ্গতাৰ অভিজ্ঞতা লিপিবদ্ধ কৰি ৰচনা কৰিলে উপন্যাস।

চাৰ্লট ব্ৰ'ণ্টেৰ জন্ম হৈছিল ১৮১৬ খৃষ্টাব্দত আৰু ভনীয়েক এমিলি ব্ৰ'ণ্টেৰ জন্ম হৈছিল ১৮১৮ খৃষ্টাব্দত। দুয়ো ভগ্নীৰ বয়সৰ ব্যৱধান মাত্ৰ দুবছৰৰ আৰু দুয়ো একেলগে একে পৰিবেশতে ডাঙৰ-দীঘল হৈছিল। গাঁৱৰ স্কুলত প্ৰাথমিক শিক্ষা লাভ কৰাৰ পিছত ব্ৰাছেলচৰ আবাসিক স্কুলত ভৰ্ত্তি হয়। ঘৰুৱা দুৰ্যোগ আৰু দুৰ্ভাগ্যৰ বাবে পঢ়া-শুনা আধৰুৱা কৰি দুয়ো সাহিত্যৰ সৃষ্টিশীল কৰ্মত আত্মনিয়োগ কৰে। চাৰ্লট ব্ৰ'ণ্টেৰ প্ৰথম উপন্যাস 'জানে ইয়াৰ' ১৮৪৭ খৃষ্টাব্দত প্ৰকাশ হয়। এইখন উপন্যাসত লেখিকাৰ জীৱনৰ কাহিনী লিপিবদ্ধ হৈছে। ব্ৰাছেলচৰ আবাসিক স্কুলৰ

দিনপঞ্জী আৰু জীৱন পৰিক্ৰমা আৰু তাৰ পিছত পৰিয়ালৰ দুৰ্যোগৰ ছবি-ভাভি ধৰিছে উপন্যাসৰ কাহিনীত। ব্ৰ'ণ্টৈৰ ৰোমাণ্টিক চিন্তা আৰু কল্পনাৰ প্ৰাচুৰ্য কাহিনীৰ মাজত পৰিলক্ষিত হয়। "জানে ইয়াৰ'ৰ নায়ক ৰোচেষ্টাৰ এটা অসম্ভৱ চৰিত্ৰ। তেওঁৰ মানসিক বিকাৰ গ্ৰস্তা পত্নীয়ে মিছেছ্ ৰেডক্লিফৰ পৰা সাক্ষৰতা অৰ্জন কৰে। নায়িকা পাগলী হ'লেও ভিতৰত এগৰাকী নাৰীৰ হৃদয় আছে। নায়িকাৰ মানসিক অৱস্থা লেখিকাৰ আভ্যন্তৰীণ জীৱনৰ ৰোমাণ্টিক অভিজ্ঞতাৰ প্ৰতিফলন। সেইকাৰণে উপন্যাসখন জনপ্ৰিয় হৈ উঠে আৰু ব্ৰ'ণ্টৈৰ খ্যাতি বিয়পি পৰে। উপন্যাসখন থাকাৰেৰ নামত উচৰ্গা কৰা হয়। থাকাৰেৰ প্ৰভাৱে চাৰ্ল'টক প্ৰভাৱান্বিত কৰিছিল আৰু জীৱনৰ সীমিত অভিজ্ঞতা স্বত্বেও ৰোমাণ্টিক দুখবোধে চৰিত্ৰ সমূহক বাস্তৱৰ ভেঁটিত থিয় কৰাবলৈ সক্ষম হৈছে। জানে ইয়াৰৰ সফলতাৰ পিচত ব্ৰ'ণ্টৈ ১৮৪৯ খৃষ্টাব্দত আন এখন উপন্যাস প্ৰকাশ কৰে। 'ছিৰলে' (shirley) নামৰ উপন্যাসত লেখিকাৰ জীৱনৰ কেতবোৰ বিক্ষিপ্ত ঘটনা সন্নিবিষ্ট কৰিছে। ইয়ৰ্ক চায়াৰ আৰু ব্ৰাচেলচ্‌ত কটোৱা দিনবোৰৰ ছবি স্পষ্টভাৱে পৰিলক্ষিত হৈছে কাহিনীত। ১৮৫৩ খৃষ্টাব্দত মিছ ব্ৰ'ণ্টৈৰ আন এখন উপন্যাস 'ভিলেট' (Villette) প্ৰকাশ হয়। এইখন উপন্যাসতো বাস্তৱ ঘটনাৰ প্ৰতিফলন দেখা যায়। ব্ৰ'ণ্টৈৰ মানসিক শক্তি যিমান দৃঢ় তাক উপলব্ধি কৰিব পৰা যায় কাহিনীৰ মাজত। তিনিখন উপন্যাসেৰে ইংৰাজী সাহিত্যত নিজৰ অস্তিত্ব প্ৰতিপন্ন কৰা চাৰ্লল'ট ব্ৰ'ণ্টৈৰ মৃত্যু হৈছিল ১৮৫০ খৃষ্টাব্দত। বয়সৰ জোখেৰে মাত্ৰ উনচল্লিশ বছৰ জীয়াই থকা ঔপন্যাসিকা গৰাকীৰ সৃষ্টি আজিও অবিস্মৰণীয় হৈ আছে। ব্ৰ'ণ্টৈৰ জীৱনত প্ৰকৃতিয়ে বিশেষ প্ৰভাৱ পেলাইছিল। আকাশৰ মেঘ, গুৰুগম্ভীৰভাৱে থিয় হৈ থকা পাহাৰ পৰ্বত, ইয়ৰ্ক চায়াৰৰ বিস্তীৰ্ণ গুল্মভূমি, সূৰ্যাস্তৰ ৰশ্মিৰে হেঙুলীয়া হোৱা জলৰাশি, ৰাতিৰ জোনাক আদিয়ে গভীৰ ৰেখাপাত কৰিছিল লেখিকাৰ মন-দাপোনত আৰু সেইবোৰৰ ছবিৰে উপচি পৰিছে সৃষ্টিকৰ্ম। লেখিকাৰ জীৱনৰ অন্তৰ্ভাগৰ কথাৰে সমৃদ্ধ হৈছে কাহিনী। উপন্যাসৰ নায়িকাৰ মাজত দেখিবলৈ পোৱা যায় লেখিকাৰ প্ৰতিবিম্ব।

চাৰ্ল'ল'ট ব্ৰণ্টৈৰ জীৱন পৰিক্ৰমাকে অনুসৰণ কৰা ভনীয়েক এমিলিয়েও সাহিত্য চৰ্চাত ব্ৰতী হৈ ত্ৰিশ বছৰীয়া চুটি জীৱনকালত মাত্ৰ এখন উপন্যাস ৰচিছিল। কিন্তু এখন উপন্যাসেই এমিলিক এগৰাকী শ্ৰেষ্ঠা ঔপন্যাসিকাৰ আসনত বহুৱাবলৈ সক্ষম হৈছিল।

এমিলিৰ জন্ম হৈছিল ১৮১৮ খৃষ্টাব্দত আৰু ইয়ৰ্কচায়াৰৰ গুল্মভূমিৰ জলবায়ু সেৱন কৰি ডাঙৰ দীঘল হোৱা এমিলিয়ে বাইদেৱেকৰ লগত একেলগে থাকি ব্ৰাচেলচৰ আৱাসিক স্কুলত শিক্ষা গ্ৰহণ কৰে। পৰিয়ালৰ দুৰ্যোগৰ বাবে আধাতে পঢ়া-শুনা এৰি থৈ জীৱনৰ ঘাত প্ৰতিঘাটৰ সন্মুখীন হৈ কঠোৰ বাস্তৱৰ মাজত জীয়াই আছিল। মাত্ৰ ত্ৰিশটা বছৰ। ১৮৪৮ খৃষ্টাব্দত এখন উপন্যাস প্ৰকাশ কৰি সেই বছৰতে মৃত্যুক সাৱটি লোৱা এমিলিৰ উপন্যাস 'ৱাডাৰিং হেইটচ্' (Wathering Heights) আজিও ইংৰাজী সাহিত্যত ব্যতিক্ৰমধৰ্মী অনন্য সৃষ্টি হিচাপে পৰিগণিত হৈ আছে। জীৱনত দুখৰ বোজা কঢ়িয়াই মৃত্যু আৰু দুৰ্ভাগ্যৰ দৃশ্য প্ৰত্যক্ষ কৰি এমিলিয়ে ত্ৰিশবছৰীয়া চুটি জীৱনকালত এখন মাত্ৰ উপন্যাস লিখি ইংৰাজী উপন্যাস সাহিত্যত নিজৰ আসন দখল কৰিবলৈ সক্ষম হয়। এমিলিৰ উপন্যাসখন ঊনৈছ শতিকাৰ এখনি শ্ৰেষ্ঠ কল্পনামধুৰ সৃষ্টি হিচাপে পৰিগণিত হৈছিল। উপন্যাসৰ কাহিনীত দুই প্ৰজন্মৰ বিধ্বস্ত অতীত আৰু প্ৰত্যাখিত প্ৰেম সফুৰা বিদ্যমান। এটা প্ৰজন্মৰ মূল নায়ক হ'ল হিথক্লিফ আৰু আনটো প্ৰজন্মৰ মুখ্য নায়িকা কেথেৰিন এয়াৰ্নচ্। হিথক্লিফ আছিল এক অনুন্নত সম্প্ৰদায়ৰ ঘাট-মাউৰা যাক লিভাৰপুলৰ ৰাস্তাৰ পৰা এয়াৰ্নচ্ পৰিয়াললৈ অনা হৈছিল আৰু ইয়ৰ্কচায়াৰৰ বিস্তীৰ্ণ জলাহ অঞ্চলৰ বায়ুপানী সেৱন কৰি ইয়াৰ্নচ্ পৰিয়ালত ডাঙৰ দীঘল হৈছিল ঘাটমাউৰা সন্তান হিথক্লিফ। পৰিয়ালৰ দুটি সন্তান হিন্দলে আৰু কেথেৰিন একেলগে ডাঙৰ-দীঘল হৈছিল অনাথ শিশুটোৰ সৈতে। কেথেৰিন হিথক্লিফৰ প্ৰতি গভীৰভাৱে অনুকম্পিত হৈছিল। তাৰ নিথৰুৱা অৱস্থাটোৱে কেথেৰিনৰ কোমল অন্তৰত গভীৰ আনুকম্পা আৰু মৰম স্নেহ জগাই তুলিছিল। আনহাতে ককায়েক হিন্দলে হিথক্লিফৰ প্ৰতি কঠোৰ আছিল আৰু তাক মাজে সময়ে দুৰ্ব্যৱহাৰ কৰিছিল। কেথোৰণ আৰু হিথক্লিফৰ মাজৰ সম্পৰ্কক হিন্দলে সহজভাৱে ল'ব পৰা নাছিল আৰু সেয়েহে হিথক্লিফক চকু পাৰি দেখিব নোৱাৰিছিল। হিন্দলে যেতিয়া পৰিয়ালৰ গৰাকী হ'ল তেতিয়া হিথক্লিফৰ প্ৰতি তাৰ ব্যৱহাৰ দিনক দিনে বেয়া হ'ল আৰু কেথেৰিণে বিচাৰিলেও হিথক্লিফৰ লগত তাইৰ বিয়াৰ ক্ষেত্ৰত বিধি পথালি দিলে। অৱশেষত হিথক্লিফে মনৰ দুখত 'ৱাডাৰিং হেইটচ্' এৰিবলৈ বাধ্য হ'ল। তিনি বছৰ পিছত সি যেতিয়া ঘূৰি আহিল তেতিয়া কেথেৰিণক সি মাতৃৰ ৰূপতহে দেখিবলৈ পালে। গুচৰৰে এগৰাকী ভদ্ৰলোক এড্‌গাৰ লিণ্টনৰ লগত

কেথেৰিনৰ বিয়া হ'ল। তেতিয়াহে সি অনুভৱ কৰিব পাৰিলে যে কেথোৰিনক এৰি থৈ গৈ জীৱনত কি এক মাৰাত্মক ভুল কৰিলে। সি এড্‌গাৰৰ ভনীয়েক ইছাবেলাক বিয়া কৰায় যদিও কেথেৰিনৰ প্ৰতি থকা তাৰ প্ৰেমে অন্তৰ দহিবলৈ ধৰিলে। কেইবছৰমান পিছত যেতিয়া কেথেৰিনৰ মৃত্যু হ'ল সি শোকত ভাঙি পৰি উন্মাদ হ'ল। কেথেৰিনৰ প্ৰতি থকা তাৰ দুৰ্বলতাৰ বাবে তাৰ বেমাৰী পুত্ৰ লিন্টনৰ লগত কেথেৰিনৰ ধুনীয়া কন্যা কেথীৰ বিয়া পাতি দিলে। তথাপিও তাৰ অন্তৰৰ বিৰহৰ জুই নিৰ্বাপিত নহ'ল। সি শয়নে সপোনে কেৱল কেথেৰিনকে দেখিবলৈ ধৰিলে। সি উন্মাদৰ দৰে চিঞৰি থাকে। সি অনুভৱ কৰে তাৰ প্ৰেয়সী কেথেৰিনে তাক যেন কবৰৰ ভিতৰৰ পৰা মাতি আছে। আহা, তুমি মোৰ স'তে মৃত্যুৰ শীতল কোলাত শুবাহি। মৃত্যুৰ শীতল স্পৰ্শই তোমাৰ অন্তৰৰ জুই নিৰ্বাপিত কৰিব। তেতিয়াহে তুমি প্ৰেমৰ শীতল স্পৰ্শত মৃত্যুৰ কোলাত শান্তিৰে টোপনি যাব পাৰিবা। তাৰ চাৰিওফালে প্ৰতিধ্বনিত হয় কেথোৰিনৰ কণ্ঠস্বৰ। উপন্যাসৰ কাহিনীত লেখিকাৰ অন্তৰাত্মাৰ ৰিনিনি স্পন্দিত হৈছে। প্ৰেম আৰু ভাল পোৱাৰ উত্তাপে কাহিনীক অধিক মৰ্মান্তিক কৰি তুলিছে। উপন্যাসত অন্ধকাৰাচ্ছন্ন আৰু গৰ্জনমুখৰ জীৱনৰ তীব্ৰ প্ৰেম আৰু ঘৃণাৰ ছবি উজ্জ্বল হৈ উঠিছে। লেখিকাৰ কল্পনাৰ চৰম প্ৰকাশ ঘটিছে কাহিনীৰ মাজত। সেয়েহে এমিলিৰ একমাত্ৰ উপন্যাস 'ৱাডাৰিং হেইটচ্' নিঃসন্দেহে উনৈছ শতিকাৰ এখনি অনবদ্য কালজয়ী উপন্যাস।



# পেশাদাৰী ঔপন্যাসিক এন্থনী ট্ৰ'ল'প

ভিক্তোৰিয়ান যুগ উপন্যাস সাহিত্যৰ উত্তৰণৰ যুগ বুলি পৰিগণিত হৈছে। এই যুগৰ শেষৰফালে কেবাগৰাকীও ঔপন্যাসিকে স্বকীয় বৈশিষ্ট্য আৰু কলাকৌশলেৰে কাহিনী সাহিত্যৰ দৃঢ় বুনিয়াদ গঢ়ি তোলা পৰিদৃষ্ট হয়। ডিকেন্স, থাকাৰে আৰু জৰ্জ এলিয়টৰ পিচত এইসকল, ঔপন্যাসিকে ৰোমাণ্টিক সাহিত্যৰ পৰা ফালৰি কাটি আহি সৰ্বসাধাৰণ লোকৰ বাস্তৱ সমস্যাৰাজিক অনুধাৱন কৰি আমোদজনক কাহিনীৰে উপন্যাস ৰচিছে। এইসকল ঔপন্যাসিকৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য ঔপন্যাসিকসকল হ'ল— চাৰ্লচ্ ৰীড, এন্থনী ট্ৰ'ল'প, চালেট ব্ৰ'ণ্টে, বুলৱাৰ লীটন, চাৰ্লচ্ কিংচলে, মিছেচ গেছকেল, ৰিচাৰ্ড ড'ডাৰিজ ব্লেকমোৰ, জৰ্জ মেৰীডিথ, থমাচ হাৰ্ডি, ষ্টিভেনচন ইত্যাদি। এইসকল সমসাময়িক ঔপন্যাসিকৰ উপন্যাসে ইংৰাজী উপন্যাস সাহিত্যত এক নতুন দিশৰ সূচনা কৰিছে। প্ৰতিগৰাকী ঔপন্যাসিকৰে লেখাৰ ষ্টাইল বেলেগ বেলেগ হোৱাৰ উপৰি কাহিনী কথন আৰু প্ৰকাশ ভংগীৰ ভিন্নতাও পৰিলক্ষিত হয়। এন্থনী ট্ৰ'ল'পৰ মতে উপন্যাস হ'ল অলস সময়ৰ আমোদজনক উপভোগ। উপন্যাসৰ কাহিনীৰ ৰসাস্বাদন কৰি অলস সময় সুন্দৰভাৱে অতিবাহিত কৰিব পৰা যায়। এন্থনী ট্ৰ'ল'পৰ উপন্যাসত থাকাৰেৰ কাহিনীৰ ছাঁ প্ৰতিফলিত হৈছে। থাকাৰেৰ 'ভেনীটি ফেয়াৰ'ৰ নায়িকা বেকী চাৰ্পৰ চৰিত্ৰৰ সৈতে ট্ৰ'ল'পৰ ডি এষ্টেচ্ ডাইমণ্ডচৰ নায়িকা লিজি এষ্টেচৰ সাদৃশ্য পৰিলক্ষিত হয়। ট্ৰ'ল'পৰ উপন্যাসৰ কাহিনীত আমোদজনক চৰিত্ৰৰ কাৰ্যাৱলীৰ বৰ্ণনা আছে— যিয়ে পাঠকৰ মনত বিমল আনন্দ প্ৰদান কৰে।

এন্থনী ট্ৰ'ল'পৰ জন্ম হৈছিল ১৮১৫ খৃষ্টাব্দত। থাকাৰেৰ উপন্যাস পঢ়ি ট্ৰ'ল'পে যি আমোদ পাইছিল সেই একেই আমোদ পাঠকক প্ৰদান কৰাৰ বাবে হাতত কলম তুলি লৈ কাহিনী ৰচনাত ব্ৰতী হৈছিল। সমসাময়িক সমাজৰ পৰা চৰিত্ৰ চয়ন কৰি কাহিনী ৰচনা কৰি পাঠকৰ মন জয় কৰাৰ চেষ্টা কৰিছিল। সেই চেষ্টাত তেওঁ কিছু পৰিমাণে সফলো হৈছিল। বালজাকৰ হিউমেন ক'মেডীৰ আৰ্হিত চৰিত্ৰ-চয়ন কৰি কাহিনীৰ মাজত উপস্থাপন কৰি ৰসাল কৰি তুলিছিল। তেওঁ আছিল পৰিশ্ৰমী লেখক,

চৰিত্ৰবোৰ সুন্দৰভাৱে সজাই পৰাই পাঠকৰ মনোগ্ৰাহী কৰি তুলিছিল। প্ৰতিদিনে তেওঁ কিবা নহয় কিবা এটা চৰিত্ৰ সৃষ্টি কৰিছিল আৰু এনেকৈয়ে তেওঁ কেবাখনো উপন্যাস ৰচনা কৰি ইংৰাজী সাহিত্যত নিজৰ স্থান কটকটীয়া কৰিছিল। তেওঁৰ আটাইতকৈ উল্লেখযোগ্য উপন্যাস হ'ল বাৰচেষ্টাৰ টাৱাৰচ্ (Barchester Towers)। এইখন উপন্যাস ১৮৫৭ খৃষ্টাব্দত প্ৰকাশ হয়। এই উপন্যাসত কেথেড্ৰেল চহৰৰ ভিতৰ চ'ৰাৰ কাহিনী আছে। বিচপ আৰু গীৰ্জাৰ ধৰ্মযাজকসকলৰ পৰিয়ালৰ দ্বন্দ্ব, ঘাত প্ৰতিঘাত, দুখ দৈন্য আৰু হাঁহি কান্দোনৰ জীৱন্ত চিত্ৰ আছে। ৰোমাঞ্চকৰ কাহিনীৰ মাজতো বাস্তৱৰ ছবি সুস্পষ্ট সেয়েহে ট্ৰ'ল'পৰ উপন্যাস পাঠকৰ জনপ্ৰিয় উপন্যাস হিচাপে পৰিগণিত হৈছে। 'বাৰচেষ্টাৰ টাৱাৰ চ্'ত আধ্যাত্মিক অনুভৱ আৰু ধৰ্মীয় অনুশাসনৰ প্ৰতিচ্ছবি আছে।

ট্ৰ'প'লৰ আন এখন উপন্যাস''ডি ৱাৰ্ডেন' প্ৰকাশ হয় ১৮৫৫ খৃষ্টাব্দত। 'ৱাৰ্ডেন'ত ট্ৰেজেডী আৰু ক'মেডীৰ সংমিশ্ৰণত গঢ়ি উঠিছে এটি কাহিনী। কাহিনীৰ চৰিত্ৰৰ মাজত কোনো অলৌকিকতা নাই নাই কোনো অবাস্তৱ বৰ্ণনা। ১৮৬৭ খৃষ্টাব্দত ট্ৰ'ল'পৰ আন এখন উপন্যাস 'ডি লাষ্ট ক্ৰনিকোল অফ বাৰচেট (The last chronicle of Burchet) প্ৰকাশ হয়। এইখন উপন্যাসৰ চৰিত্ৰসমূহো আন উপন্যাসৰ চৰিত্ৰৰ দৰে বাস্তৱ ধৰ্মী।

'ডি ৱাৰ্ডেন' (The warden) উপন্যাসৰ কেন্দ্ৰীয় চৰিত্ৰ হ'ল ৰেভাৰেণ্ড চেপ্টিমাচ্ হাৰ্ডিং। হাৰ্ডিং আছিল বাৰ চেষ্টাৰ গীৰ্জাৰ ধৰ্মীয় গায়ক আৰু 'হিৰামচ্' নামৰ দাতব্য চিকিৎসালয়ৰ অবৈতনিক ৱাৰ্ডেন। ৱাৰ্ডেন এটা সন্মানীয় পদ যদিও তাৰ পৰা কোনো বেতন নাপায়। হাৰ্ডিং আছিল অমায়িক, নিষ্ঠাবান, কৰ্তব্য পৰায়ণ বিপত্নীক ব্যক্তি। পত্নী বিয়োগৰ পাছত দুজনী জীয়ৰীৰ সৈতে হাৰ্ডিঙৰ এখনি সৰু সংসাৰ। জনবোল্ড নামৰ ডেকা সমাজ সংস্কাৰক চিকিৎসক এজনে ৱাৰ্ডেনৰ পদবী আৰু দাতব্য অনুষ্ঠানটোক কটু সমালোচনা কৰি বাতৰি কাকতত প্ৰবন্ধ লিখিলে। অত্যুৎসাহী সংস্কাৰ ভাবাপন্ন ডেকা ডাক্তৰৰ তীক্ষ্ণ সমালোচনাই ৱাৰ্ডেনৰ স্থিতি থকক বকক কৰি দিলে। হাৰ্ডিঙে বোল্ডৰ সমালোচনাত নতিস্বীকাৰ কৰি ৱাৰ্ডেন পদৰ পৰা পদত্যাগ কৰিলে। ইফালে ডাঃ বোল্ড হাৰ্ডিঙৰ সৰু জীয়ৰীৰ প্ৰেমত পৰিছে। সৰুজীয়েকৰ সৈতে ডাঃ বোল্ডৰ প্ৰণয় চলি আছে অথচ হাৰ্ডিঙে সেই বিষয়ে একো নাজানে। দেউতাকৰ পদবীক সমালোচনা কৰা শুনি বোল্ডৰ প্ৰেয়সীয়ে দেউতাকৰ চৰিত্ৰৰ বিষয়ে সকলো কথা বোল্ডক জনালে। দেউতাকে বিনা বেতনে ৱাৰ্ডেনৰ পদ গ্ৰহণ কৰিছে আৰু তাৰ বিনিময়ত তেওঁ দুখীয়া দৰিদ্ৰলোকৰ কল্যাণৰ বাবে নিস্বাৰ্থভাৱে

সেৱা আগবঢ়াইছে। অৰ্থনৈতিক লাভালাভৰ প্ৰতি দেউতাক মুঠেও লালায়িত নহয়—মানৱ সেৱাহে দেউতাকৰ মহৎ উদ্দেশ্য। প্ৰেয়সীৰ কথাত পতিয়ন গৈ ডাক্তৰ বোল্ডে তেওঁৰ সকলো অভিযোগ উঠাই লৈ বাতৰি কাকতত নিজৰ ভুল স্বীকাৰ কৰি স্পষ্টীকৰণ দিলে। তাৰ পিছত হাৰ্ডিঙে নিজৰ ৱাৰ্ডেন পদৱী সসন্মানে ঘূৰাই পালে। উপন্যাসৰ কাহিনীত নৈতিকতাৰ জয় ঘোষণা কৰিছে। সত্য আৰু ন্যায়ৰ জয় দেখুৱাইছে। এইখন উপন্যাসৰ জনপ্ৰিয়তা ই ট্ৰ'ল'পক এনেধৰণৰ কাহিনী ৰচনা কৰাৰ বাবে অনুপ্ৰাণিত কৰিলে। ১৮৫৭ খৃষ্টাব্দত তেওঁৰ অতি জনপ্ৰিয় উপন্যাস 'বাৰচেষ্টাৰ টাৱাৰচ্' প্ৰকাশ হয়। এই উপন্যাসত ৱাৰ্ডেনৰ চৰিত্ৰৰ সৈতে মিঃ প্ৰাউডি নামৰ নতুন বিচপ, তেওঁৰ দন্দুৰী আৰু ব্যৱহাৰিক বুদ্ধি সম্পন্না ঘৈণীযেক মিছেচ প্ৰাউডি আৰু তেওঁৰ ষডযন্ত্ৰকাৰী গৃহ পুৰোহিত মিঃ শ্লোপ আদি নতুন চৰিত্ৰ সংযোগ কৰা হৈছিল। মিছেচ প্ৰাউডি আছিল উচ্চাভিলাষী মহিলা আৰু তেওঁৰ সকলো কামতে সহায় কৰিছিল মিঃ শ্লোপে। ৱাৰ্ডেন পদৰ বাবে হোৱা নিৰ্বাচনত মিছেচ প্ৰাউদিয়েও প্ৰতিদ্বন্দ্বিতা কৰিছিল। হাৰ্ডিঙৰ উপৰি চৈধ্য জনীয়া পৰিয়ালৰ পিতৃ মিঃ কুইভাৰ ফুলেও প্ৰতিদ্বন্দ্বিতা কৰিছিল। নিৰ্বাচনত শ্লোপে ষড়যন্ত্ৰ কৰি হাৰ্ডিং আৰু আনজন প্ৰাৰ্থীক পৰাজিত কৰে আৰু মিছেচ্ প্ৰাউডিক বিজয়ী কৰে। পিছত শ্লোপৰ ষড়যন্ত্ৰ ধৰা পৰে আৰু তেওঁক মিছেচ্ প্ৰাউডিয়ে খেদিবলৈ বাধ্য হয়। উপন্যাসত কেথেড্ৰেল চহৰৰ ভিতৰ চ'ৰাৰ হিংসাবিদ্বেষ অৰিয়া অৰি আৰু প্ৰতিযোগিতা প্ৰতিদ্বন্দ্বিতাৰ কাহিনী আছে। গীৰ্জাৰ অনুশাসনত বন্দী সেই সময়ৰ পাঠকে উপন্যাসৰ কাহিনী পঢ়ি ৰোমাঞ্চিত হোৱা বাবে ট্ৰ'ল'পৰ 'বাৰ চেষ্টাৰ টাৱাৰচ্' জনপ্ৰিয়তাৰ শীৰ্ষত উপনীত হৈছিল। এইখন উপন্যাসৰ পিছত তেওঁৰ আন এখন উপন্যাস ১৮৬১ খৃষ্টাব্দত প্ৰকাশ হয়। সেইখন উপন্যাসৰ নাম আছিল ফ্ৰেমলে পাৰচোনেজ্ (Framley Parsonage)। ১৮৬৭ খৃষ্টাব্দত প্ৰকাশ হোৱা 'ডি লাষ্ট ক্ৰনিকোল অৱ বাৰচেট' নামৰ উপন্যাসত ইংল্যাণ্ডৰ' সমসাময়িক সমাজ জীৱনৰ চিত্ৰ পৰিদৃষ্ট হয়। ট্ৰ'প'লে ৰাজনৈতিক উপন্যাস ৰচনা কৰি ইংল্যাণ্ডৰ ৰাজনৈতিক আৰু সামাজিক চিত্ৰও দাঙি ধৰিছে। তেওঁ ইংল্যোণ্ডৰ মধ্যবিত্ত আৰু উচ্চ শ্ৰেণীৰ সামাজিক, পৰিৱেশো উপন্যাসৰ কাহিনীত অংকন কৰিছে। তেওঁৰ বেছিভাগ সাহিত্যকৰ্ম আন্তৰিকতাশূন্য কিন্তু তাৰ মাজতো তেওঁৰ চৰিত্ৰ সৃষ্টিৰ নিপুণতা শলাগিবলগীয়া। পাঠকক সাময়িক আনন্দ দিয়াৰ বাবে ৰচনা কৰা ট্ৰ'ল'পৰ উপন্যাসে তেওঁক পেশাদাৰী ঔপন্যাসিক (Professional Novelist) হিচাপে প্ৰতিষ্ঠিত কৰিছে আৰু আজিও তেওঁৰ উপন্যাসৰ সমাদৰ অক্ষুণ্ণ আছে।

●●●